

অসম সাহিত্য সভাৰ

# ইতিহাস

১৯৫৩-৭৬

দ্বিতীয় খণ্ড



ডক্টৰ বসন্তকুমাৰ গোস্বামী

# অসম সাহিত্য সভাৰ ইতিহাস

## (দ্বিতীয় খণ্ড)

## ১৯৫৩—১৯৭৬

ডক্টৰ বসন্তকুমাৰ গোস্বামী




অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫ ০০১

*Asam Sahitya Sabhar Itihas* : A history of Asam Sahitya Sabha, Vol.-II (1953-1976) written by Dr. Basanta Kumar Goswami and published by Padum Rajkhowa, General Secretary Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat - 785 001, Assam.
Price : Rupees Eight Hundred Only.

**Second Vol :** August, 2018


| | | |
|---|---|---|
| প্ৰকাশক | ঃ | অসম সাহিত্য সভা |
| স্বত্ব সংৰক্ষিত | ঃ | অসম সাহিত্য সভা |
| প্ৰথম সংস্কৰণ | ঃ | আগষ্ট, ২০১৮ |
| বেটুপাত | ঃ | মনজিৎ ৰাজখোৱা |
| অক্ষৰ বিন্যাস | ঃ | অনিল ৰাজখোৱা, দেৱাল ৰোড, যোৰহাট-১ |
| অংগসজ্জা | ঃ | এম বি ডিজাইন এণ্ড প্ৰিণ্ট, চান্দমাৰি, গুৱাহাটী<br>ভ্ৰাম্যভাষ ঃ ৮০১১৪৪৫৩০১ |
| মুদ্ৰক | ঃ | ভৱানী অফছেট এণ্ড ইমেইজিং ছিষ্টেমছ্ প্ৰাঃ লিঃ<br>৭ লাচিত লেন, ৰাজগড় ৰোড, গুৱাহাটী-৭৮১০০৭ |
| মূল্য | ঃ | ৮০০.০০ টকা |



## ।। সভাপতিৰ একাষাৰ ।।

'অসম সাহিত্য সভাৰ ইতিহাস'ৰ প্ৰথমটো খণ্ড প্ৰকাশ হোৱাৰ পাছত দ্বিতীয়টো খণ্ড অহা ৩০ আগষ্ট, ২০১৮ খ্ৰীষ্টাব্দ তাৰিখে যোৰহাটত প্ৰকাশ পাব। অসমৰ জাতীয় জীৱন গঢ়ি তোলাত অসম সাহিত্য সভাৰ ভূমিকা সন্দৰ্ভত প্ৰকৃষ্টতম দলিল হৈছে এই ইতিহাস। প্ৰথমটো খণ্ডত সভাৰ জন্ম ২০১৭ চনৰ পৰা ১৯৫৩ চনলৈকে সভাৰ সকলো অধিৱেশনক সামৰি লোৱা হৈছে। দ্বিতীয়টো খণ্ডত সেইদৰে ১৯৭৬ চনলৈকে সামৰা হৈছে। মাজতে দুটা বছৰ অধিৱেশন হোৱা নাছিল।

অসমীয়া জাতিগঠন-প্ৰক্ৰিয়া আৰু অসমীয়া ভাষাক কেন্দ্ৰীভূত কৰি গঢ়ি উঠা অসমীয়া জাতীয়তাবাদ সম্পৰ্কীয় বহু নিৰ্ভৰযোগ্য তথ্য সন্নিৱিষ্ট হৈ আছে অসম সাহিত্য সভাৰ ইতিহাসত। কলিকতা বিশ্ববিদ্যালয়ত ছাৰ আশুতোষ মুখাৰ্জীৰ ইতিবাচক দৃষ্টিভংগীৰ ফলশ্ৰুতিত অসম সাহিত্য সভাই অসমীয়া বিষয় প্ৰৱৰ্তন, শিক্ষক নিয়োগ তথা পাঠ্যক্ৰম প্ৰস্তুতিলৈকে কেনেদৰে নৱনিৰ্মিত অসমীয়া ভাষাটো প্ৰতিষ্ঠাৰ কাৰণে এচামে দেহেকেহে খাটিছিল, গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা, শৰাইঘাট দলং নিৰ্মাণকে ধৰি সমকালীন অসমৰ আৰ্থসামাজিক দিশত অগ্ৰদূত হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল— এনে পৰ্বতসমান বহু তথ্য-ভাণ্ডাৰ সোমাই আছে এই জাতীয় অনুষ্ঠানটিৰ ধাৰাবাহিক কাৰ্যক্ৰমণিকাত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰম সন্দৰ্ভতো অসম সাহিত্য সভাই সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। বিশ্ববিদ্যালয়ৰ শিক্ষাসদী কেন্দ্ৰীয় সভালৈ সভাই নিজৰ প্ৰতিনিধিও প্ৰেৰণ কৰিছিল।

শতবৰ্ষ অতিক্ৰমী পোনপ্ৰথম সংবিধানৰ আওতাত সোমাই পৰা অসম সাহিত্য সভাই প্ৰণালীবদ্ধভাৱে অসম সাহিত্য সভাৰ ইতিহাস প্ৰণয়নৰ গুৰু দায়িত্ব ন্যস্ত কৰিছে সভাৰ এগৰাকী একনিষ্ঠ প্ৰজ্ঞাৰ সাধক, সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক ড° বসন্ত কুমাৰ গোস্বামীক। তেখেতে ইতিমধ্যে দ্বিতীয় খণ্ডৰ কাম সভাই বিচৰা ধৰণে সংকলক আৰু সম্পাদক হিচাপে প্ৰণয়ন কৰি দিয়াৰ বাবে সভা তেখেতৰ ওচৰত কৃতজ্ঞ। লগতে এই ইতিহাসখনিৰ প্ৰকাশত সভাৰ প্ৰকাশন বিভাগৰ কাৰ্যকৰী সভাপতি শ্ৰীদাসো কলিতা, আহ্বায়ক মানিক আহমেদৰ অৰিহণা উল্লেখযোগ্য।

এই মহামূল্যৱান গ্ৰন্থখনিৰ প্ৰকাশৰ ব্যয় বহন কৰিবলৈ অনুৰোধ জনোৱা হৈছিল অসম বিধান সভাৰ মাননীয় অধ্যক্ষ শ্ৰীহিতেন্দ্ৰনাথ গোস্বামী মহোদয়ক। তেখেতে গ্ৰন্থখনিৰ গুৰুত্ব বুজি সভাৰ ইতিহাসখনিৰ প্ৰকাশৰ ব্যয় বহন কৰিবলৈ মান্তি হোৱাৰ বাবে তেখেতলৈ আমাৰ আন্তৰিক শলাগ নিৱেদিছো। সভাৰ ইতিহাসৰ প্ৰতিটো খণ্ড প্ৰকাশ পালেহে সামগ্ৰিকভাৱে অসমৰ জাতীয় জীৱনৰ স্পষ্ট ছবিখন আমি পাবলৈ সমৰ্থ হ'মহঁক।

পুনৰ 'অসম সাহিত্য সভাৰ ইতিহাস'ৰ দ্বিতীয় খণ্ডটো প্ৰকাশৰ ক্ষেত্ৰত সহযোগিতা আগবঢ়োৱা সংশ্লিষ্ট সকলো পক্ষলৈকে আমাৰ কৃতজ্ঞতা নিৱেদিছো।

।। চিৰ চেনেহী মোৰ ভাষা জননী।।

দিনাংক ঃ ২০-০৮-২০১৮

**ড° পৰমানন্দ ৰাজবংশী**
সভাপতি
অসম সাহিত্য সভা

## ।। প্ৰধান সম্পাদকৰ একাষাৰ ।।

ইতিহাসৰ বহু কথা বৰ্তমানে ধোঁৱলী-কুঁৱলী হৈ পৰিছে। সময়ৰ লগে লগে বহু তথ্য, ঘটনা-পৰিঘটনা বিস্মৃতিৰ বুকুত হেৰাই গৈছে। এয়া স্বাভাৱিক। কিন্তু তাৰ মাজেদিয়ে লেছেৰি বুটলি সভাৰ এগৰাকী পৰম সুহৃদ, মাননীয় প্ৰাক্তন প্ৰধান সম্পাদক ড° বসন্তকুমাৰ গোস্বামীয়ে বহু শ্ৰম কৰি 'অসম সাহিত্য সভাৰ ইতিহাস'ৰ প্ৰথম খণ্ডটি প্ৰণয়ন কৰি উলিয়াইছে। সভাৰ বুঢ়ীদিহিং-বৰডুমছা অধিৱেশনৰ পূৰ্বে মুদ্ৰিত আৰু অধিৱেশনৰ পিছত উন্মোচিত এই জাতীয় ইতিহাস সভাই প্ৰকাশ কৰি ইতিমধ্যে ৰাইজৰ হাতত তুলি দিছে। বিশিষ্ট সাহিত্যিকগৰাকীয়ে অবিৰত শ্ৰমৰ জৰিয়তে জাতীয় অনুষ্ঠানটিৰ ইতিহাসৰ দ্বিতীয় খণ্ডটিও সম্পূৰ্ণ কৰি যোৱা সাদিনত আমাৰ হাতত তুলি দিছে। ১৯৫৩ চনৰ পৰা ১৯৭৬ চনলৈ অসম সাহিত্য সভাৰ একুৰি তিনি বছৰীয়া অমূল্য ইতিহাস এই দ্বিতীয় খণ্ডই সামৰি লৈছে। বৰ্তমানে তৃতীয় খণ্ড প্ৰণয়নত ব্ৰতী হৈ থকা বৰেণ্য সাহিত্যিকগৰাকীলৈ তেখেতৰ এই অমূল্য আৰু শাশ্বত অৱদানৰ বাবে সভাৰ তৰফৰ পৰা গভীৰ কৃতজ্ঞতা নিৱেদন কৰিছোঁ। সানন্দে গ্ৰন্থখনিৰ প্ৰকাশৰ দায়িত্ব লৈ এটি মহৎ জাতীয় কৰ্তব্য সম্পাদন কৰিছে অসম বিধানসভাৰ সন্মানীয় অধ্যক্ষ শ্ৰীহিতেন্দ্ৰনাথ গোস্বামী দেৱে। তেখেতৰ এই জাতীয় প্ৰেম অসমৰ জাতীয় জীৱনৰ ইতিহাসত সদায়ে উজ্বলি থাকিব। এই আপাহতে তেখেতলৈ সবিনয়ে গভীৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ শৰাই আগবঢ়াইছোঁ। অসম সাহিত্য সভাৰ ইতিহাস প্ৰণয়নত আন যিসকলৰ শুভ চিন্তন বিশেষভাৱে সম্পৃক্ত হৈ আছে, তাৰ ভিতৰত সভাৰ মাননীয় প্ৰাক্তন সভাপতি ড° ধ্ৰুৱজ্যোতি বৰা আৰু বৰ্তমানৰ মাননীয় সভাপতি ড° পৰমানন্দ ৰাজবংশী মহোদয়লৈ শ্ৰদ্ধাৰে ধন্যবাদ জ্ঞাপন কৰিছোঁ। ইতিহাস প্ৰণয়ন পৰামৰ্শদাতা সমিতিৰ সদস্য প্ৰাক্তন ভাৰপ্ৰাপ্ত প্ৰধান সম্পাদক সমীৰণ বৰদলৈৰ লগত গ্ৰন্থ প্ৰকাশত সহায়ৰ হাত আগবঢ়োৱা প্ৰকাশন উপসমিতিৰ আহ্বায়ক মানিক আহমেদ আৰু ভৱানী অফ্‌ছেট এণ্ড ইমেইজিং ছিষ্টেমছ্‌ প্ৰাঃ লিঃৰো শলাগ লৈছোঁ।

জাতীয় জীৱনৰ গভীৰ সংকটকালত জাতিৰ হকে, ভাষাৰ হকে অহৰ্নিশে ব্যস্ত হৈ থকাৰ মাজতে এই গ্ৰন্থখনি ছপাশাললৈ পঠিয়াই ছপাশালকে ভৰসা কৰি ৰাইজৰ হাতত তুলি দিয়া হৈছে। গতিকে অনিচ্ছাকৃতভাৱে বৰ্ণাশুদ্ধিকে মুখ্য কৰি ক'ৰবাত কিবা ভুল থাকি যোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। তাৰবাবে আগতীয়াকৈ সকলোৰে ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

ইতিহাসৰ প্ৰথমটি খণ্ডত লেখক ড° বসন্তকুমাৰ গোস্বামীদেৱৰ মূল নামটি সাম্প্ৰতিক সময়ত একাংশৰ নাম ফালি লিখাৰ প্ৰৱণতাৰ বশৱৰ্তী হৈ ছপাশালে "বসন্ত কুমাৰ" ৰূপে লিখিছিল। এই খণ্ডত সেই ভুল শুধৰণি কৰি মূল নামটি শুদ্ধ ৰূপত তথা সাহিত্যিকগৰাকীয়ে লিখাৰ দৰে একত্ৰে ছপা কৰা হৈছে। দুটা খণ্ডত এটা নামৰ দুটা ৰূপৰ বিভ্ৰান্তি যাতে নাহে, সেয়ে এই কথাখিনি সবিনয়ে অৱগত কৰা হ'ল।

শেষত, অসম সাহিত্য সভাৰ ইতিহাসৰ এই গুৰুত্বপূৰ্ণ খণ্ডটি ৰাইজে সস্নেহে আদৰি ল'ব বুলি আশা কৰিছোঁ। সেৱাৰে—

**পদুম ৰাজখোৱা**
*প্ৰধান সম্পাদক*
অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট

## পাতনি

অসম সাহিত্য সভাৰ ইতিহাসৰ প্ৰথম খণ্ডত ১৯১৭—৫০ চনলৈকে সভাৰ জন্ম আৰু বিকশিত ৰূপৰেখা এটা অংকন কৰিবৰ যত্ন কৰা হৈছিল। সম্পূৰ্ণ নৈব্যক্তিক ৰূপত সভাৰ এটি প্ৰতিচিত্ৰ ডাঙি ধৰাত গুৰুত্ব দিয়া হয়। দ্বিতীয় খণ্ডটি ১৯৫৩ চনৰ পৰা ১৯৭৬ চনলৈকে সামৰা হৈছে। ১৯৫১ আৰু ১৯৫২ চনত অধিৱেশন অনুষ্ঠিত নহ'ল। গ্ৰন্থৰ মূল পাঠ আৰু উপসংহাৰ অংশত এই কথা উল্লেখ কৰা হৈছে। ১৯৫৩—৭৬ চনলৈকে সামৰি লোৱাৰ কাৰণ হ'ল ১৯৭৮ চনত সভাৰ হীৰক জয়ন্তী বৰ্ষত গোলাঘাটৰ জোনাকী নগৰত হ'বলগীয়া অধিৱেশনৰ প্ৰস্তুতি পৰ্ব ১৯৭৭ চনতেই আৰম্ভ হৈছিল। সেয়ে ১৯৭৭ চনৰ পৰা তৃতীয় খণ্ড আৰম্ভ হ'ব।

১৯৫৩ চনটো সভাৰ বুৰঞ্জীত উল্লেখযোগ্য বছৰৰূপে চিহ্নিত। এই চনতেই অতুলচন্দ্ৰ হাজৰিকা প্ৰধান সম্পাদক নিৰ্বাচিত হয়। পূৰ্বৰ প্ৰধান সম্পাদকৰ পৰা কাৰ্যভাৰ ৮ মাহ মানৰ পিছতহে হাজৰিকাই পাইছিল। হিচাপ-পত্ৰও মীমাংসা কৰি দিব পৰা নাছিল। সেই বছৰৰ ৯ আগষ্ট তাৰিখেহে পূৰ্বৰ প্ৰধান সম্পাদকে হিচাপ-পত্ৰ দি কাৰ্যভাৰ চমজাই দিয়ে। দ্বিতীয়তে যতীন্দ্ৰ নাথ গোস্বামী সহকাৰী সম্পাদক আছিল। পৰৱৰ্তী কালত এইজন ধাৰমৰা প্ৰধান সম্পাদকৰূপে পৰিচিত হৈছিল। তেতিয়া গুৱাহাটীত কাৰ্যালয় আছিল অস্থায়ী। মাহে ২৫ টকা কেৰেয়াত কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ এটা কোঠা লৈছিল। চকীদাৰৰ দায়িত্বও প্ৰধান সম্পাদকেই পালন কৰিছিল। যোৰহাটৰ ডাকঘৰত থকা সাধাৰণ পুঁজি, দুটা ন্যাস পুঁজি কেবাবছৰো আদান-প্ৰদান নকৰাৰ বাবে মৃত (closed) বুলি ঘোষিত হৈছিল। ইম্পেৰিয়েল বেংকৰ টকাও জব্দ হৈ আছিল। মিউনিচিপেলিটিৰ কৰ, মাটিৰ খাজনা, বিজুলী বাতিৰ দেয়কৰ সাধনী-পত্ৰ আহিবলৈ ধৰিলে। পূৰ্বৰ প্ৰধান সম্পাদকৰ নগদ পোৱা দূৰৰে কথা শ্বিলঙৰ আদৰণী সমিতিৰ পৰা ৫০০.০০ টকা লৈহে গ'ল। এই টকা সভাই বাৰ্ষিকী ছপোৱাত খৰচ দেখুৱাব লগীয়া হ'ল। সভাৰ সন্মান ৰাখিবলৈ প্ৰধান সম্পাদকে নিজৰ হিচাপৰ পৰা ধন লৈ কাম কৰিবলগীয়া হ'ল। চৰকাৰী হিচাপ-পৰীক্ষৰ টোকাত পোৱা যায়—

*The present secretary took over charge of the Asam Sahitya Sabha on 17-11-53. As he had no fund at his disposal then, he gave the following loans to meet the regular expenses of the Sabha. The amount were duly credited in the cash book. Repayment of the loans should be made now Rs. 56/- on 1-12-54, Rs. 400/- on 20-1-54, Rs. 3/- on 20-1-54.*

বহুত লেখা-মেলাৰ অন্তত যোৰহাট ডাকঘৰ আৰু ইম্পেৰিয়েল বেংকত আদান-প্ৰদান আৰম্ভ হ'ল, ড° সূৰ্যকুমাৰ ভূঞাৰ যোগেদি পুৰাতত্ত্ব বিভাগে ৫০০.০০ টকা মিউনিচিপেলিটিসমূহে ৫০.০০ টকাকৈ অৱশ্যে বৰপেটা লোকেল বোৰ্ডে ২০০.০০ টকা, তেজপুৰ লোকেল বোৰ্ডে ১০০.০০ টকা এককালীন সাহায্য আগবঢ়ালে ১০/১২/৫৪ তাৰিখলৈকে সভাৰ আয় ৬৫৯৬ টকা ৮ অনা, খৰচ ৬৫৬৫ টকা ৮ অনা। ইফালে চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ নাজল-নাস্থল অৱস্থা হ'ল, বেৰ উৰলি গ'ল, টিনপাতৰ ছালেৰে উৰুখিলে, চকীদাৰৰ বহা গৰু গোহালি হ'ল। ন্যাস সমিতিৰ দলিল আৰু গচ্ছিত পুঁজিৰ কাকত-পত্ৰ উদ্ধাৰ হ'ল। ন্যাস সমিতিৰ সম্পাদক যতীন্দ্ৰনাথ গোস্বামীক পতা হ'ল। লাহে লাহে চন্দ্ৰকান্ত সন্দিকৈ ভৱনে পুনৰ প্ৰাণ পাই উঠিল। ন্যাস সমিতিৰ পুঁজি ৭০২০ টকা ২ অনা ৪ পাই; খৰচ হৈছিল ১১২৩ টকা ৪ অনা ৬ পাই। মৃতপ্ৰায় নৱদেৱ ন্যাস পুঁজি, কমলাদেৱী শিশু সাহিত্য ন্যাস পুনৰ সক্ৰিয় হ'ল। কমলাদেৱী ন্যাসৰ সুতৰ টকা বেংক দেৱলীয়া হোৱাত মৰা পৰে। যতীন্দ্ৰনাথ গোস্বামীয়ে কঠালৰ এঠাৰ দৰে লাগি মূলধন ১৮৪৫.০০ টকা, সুত ৬০২ টকা ছয় অনা উদ্ধাৰ কৰিবলৈ সক্ষম হয়।

এই বছৰতে ১৫ কঠা ১৩ লোছা মাটি শিলচৰ শাখা সভাই লাভ কৰে। ইয়াৰে ১০ কঠা ৫ লোছা মাটি প্ৰাথমিক বিদ্যালয়ৰ বাবে দিয়া হৈছিল। বছৰটো শিলচৰ সাহিত্য সভা ভৱন সম্পূৰ্ণ হয়।

## দিল্লীত অসম ভৱন

১৯৫৪ চনৰ ৯ জানুৱাৰি তাৰিখে নতুন দিল্লীত ৰাষ্ট্ৰসংঘৰ সাংস্কৃতিক অধিৱেশনলৈ সভাই শিৱপ্ৰসাদ বৰুৱাক প্ৰতিনিধিৰূপে পঠিয়ায়। অধিৱেশনত এটি সুন্দৰ বক্তৃতা দি প্ৰশংসিত হৈছিল তেখেত। তাতেই এটি প্ৰতিনিধি দল গঠন কৰি প্ৰধান মন্ত্ৰীক দিল্লীত অসম ভৱন নিৰ্মাণৰ বাবে খাতনি ধৰিছিল। অসমলৈ আহি ৰাজ্য চৰকাৰৰ ওচৰত এখন আঁচনি দাখিল কৰিছিল। সময়ত দিল্লীত অসম ভৱন স্থাপিত হ'ল।

উল্লিখিত কাৰণতেই ১৯৫৩ চনটোক সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাই সঞ্জীৱনী যুগ নাম দিছিল। আমিও ১৯৫৯ চনলৈকে হাজৰিকাদেৱক অনুকৰণ কৰিয়েই সঞ্জীৱনী যুগ নাম দিছোঁ।

১৯৬০ চনত মিৰ্জাত (পলাশবাৰী) অনুষ্ঠিত অধিৱেশনৰ যোগেদি সভাই বিস্তাৰ লাভ কৰে। এই অধিৱেশনে সাংস্কৃতিক সমন্বয় আৰু লোক গণনা (১৯৬১)-ত গুৰুত্ব দিছিল। ইয়াৰ আধাৰতেই অসম সাহিত সভাই সেই বছৰৰ কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰথম অধিৱেশনত (ডিচেম্বৰ) ১৯৬১ চনৰ লোকপিয়ল সম্পৰ্কে হোৱা আলোচনা



মৰ্মে অসমৰ বিভিন্ন ঠাইলৈ সভাৰ প্ৰতিনিধি পঠিওৱা হৈছিল। সেইসকলৰ ভিতৰত মনে-প্ৰাণে খাটিছিল — ৰঘুৰা তাঁতি, ধৰ্মকান্ত গোহাঁই (ডিব্ৰুগড় সাহিত্য পৰিষদ গঠনৰ ঘাই উদগাতা), খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, তিলেন্দ্ৰ মহন্ত, উমাকান্ত শৰ্মা, যতীন্দ্ৰ নাথ গোস্বামী, চৈয়দ আব্দুল মালিক, ত্ৰৈলোক্যনাথ শৰ্মা, চন্দ্ৰবাহাদুৰ, পিউস লাক্ৰা, অৰ্জুন সিং ঘাটোৱাৰ — এইসকলে সংশ্লিষ্ট অঞ্চল ভ্ৰমণ কৰি "অসমীয়া গণনাকাৰীলৈ নিৰ্দেশাৱলী"-ৰ ৭ (খ) দফাটো বুজাই দিছিল। এই দফাটো আছিল ৭ (খ) can use with felicity in communicating with others. ইয়াক ভুলকৈ প্ৰচাৰ কৰা হৈছিল এনেকৈ — ৭(ক) মাতৃভাষা, ৭(খ) অন্য কি ভাষা জানে বুলি। সভাৰ দাবী অনুযায়ী লোকগণনা কৰ্তৃপক্ষই ব্যৱস্থা গ্ৰহণ কৰে। তদুপৰি 'নতুন অসমীয়া'-ই ১৯৬১ চনৰ ২৯ ফেব্ৰুৱাৰি তাৰিখে সভাৰ গোহাৰি পত্ৰখন চকুত লগাকৈ প্ৰকাশ কৰে আৰু এই গোহাৰি পত্ৰ পুনৰ ছপা কৰি বাতৰি কাকতৰ হকাৰৰ যোগেদি প্ৰচাৰ কৰে। গোৱালপাৰা সাহিত্য সভাই সভাৰ প্ৰচাৰপত্ৰ ৰাভা ভাষালৈ অনুবাদ কৰি প্ৰচাৰ কৰে। তথ্যমতে ফৰকাটিং আৰু ডিফু সাহিত্য সভা, পুৰতী সাহিত্য সভাৰ ভূমিকা আছিল গুৰুত্বপূৰ্ণ। সভাৰ আশাসুধীয়া প্ৰচেষ্টাৰ সুফল অসমৰ ৰাইজে পালে।

এই সময়ছোৱাৰ উল্লেখযোগ্য ভাষা আন্দোলন সম্পৰ্কে প্ৰথম খণ্ডত বিস্তৃতভাৱে তথ্য উত্থাপন কৰা হৈছে।

## চীনৰ আক্ৰমণ

১৯৬২ চনৰ ২০ অক্টোবৰ তাৰিখে চীনে সম্প্ৰসাৰণকামী আক্ৰমণ কৰাত সমগ্ৰ দেশত সংকটপূৰ্ণ পৰিস্থিতিৰ সৃষ্টি হয়। অসম সাহিত্য সভাই পূৰ্বানুক্ৰমে চলি অহা 'সাহিত্য সভা সপ্তাহ' সেইবছৰ ১৮ নৱেম্বৰ তাৰিখৰ পৰা হোৱা সপ্তাহ উদ্‌যাপনৰ মূল কাৰ্যসূচী এনেকৈ লৈছিল — দেশৰ প্ৰতিৰক্ষা পুঁজিলৈ মুক্তহস্তে বৰঙণি যোগোৱা, জনগণৰ নৈতিক শক্তি বৃদ্ধিৰ বাবে যত্নপৰ হোৱা, দেশাত্মবোধক গীত, কবিতা ৰচনা, সমগ্ৰ অসমবাসীক ঐক্যবদ্ধ হ'বলৈ, ৭ ডিচেম্বৰ 'ফ্লেগডে'-ত পূৰ্ণ সহযোগ কৰিবলৈ আহ্বান জনাই উক্ত দিৱস "প্ৰতিৰক্ষা" দিৱসৰূপে পালন কৰে। সভাই প্ৰতিৰক্ষা পুঁজিলৈ এহেজাৰ টকা আগবঢ়োৱাৰ লগতে "অশান্ত হিমালয় সীমান্তৰ আহ্বান" আৰু "ৰণঝংকাৰ", "ৰণনিনাদ" পুস্তিকা প্ৰকাশ কৰে। দেশাত্মবোধক গীত ৰচনা কৰোৱাই আকাশবাণীৰ যোগেদি প্ৰচাৰৰ দিহা কৰে। তদুপৰি ৰাষ্ট্ৰসংঘৰ সদস্য ৰাষ্ট্ৰসমূহলৈ আৱেদন জনায়। আৰ্জেণ্টিনা গণতন্ত্ৰ, ব্ৰাজিল, চুইজাৰলেণ্ড এম্বেছিৰ পৰা সংশ্লিষ্ট দেশৰ শিল্পীলৈ সভাৰ আৱেদন পঠিওৱাৰ খবৰ সভাৰ অৱগত হৈছিল। এই আৱেদনৰ প্ৰতিলিপি মূল পাঠত সন্নিৱিষ্ট হৈছে। তদুপৰি এই সময়ছোৱাতে দিল্লী বিশ্ববিদ্যালয়ত

অসমীয়া বিষয় শিক্ষাদানৰ ব্যৱস্থা ১৮ ছেপ্টেম্বৰ, ১৯৬১ তাৰিখে এজন অধ্যাপক নিযুক্তি, ১৯৬৩ চনৰ ৭জুন তাৰিখে সভাৰ প্ৰস্তাৱ মৰ্মে উত্তৰ গুৱাহাটী আৰু গুৱাহাটী সংযোগী সেতুখন "শৰাইঘাট দলং" নামকৰণ কৰি ভাৰতৰ প্ৰধান মন্ত্ৰী জৱাহৰ লাল নেহৰুৱে মুকলি কৰি লাচিত বৰফুকনকো স্মৰণ কৰে।

এনেকৈ নানা কৃতিত্বৰ গৰাকী হৈ অসম সাহিত্য সভাই গতিশীল হয়। ১৯৫৩ চনত প্ৰাণপাই উঠা সভাখন ১৯৬০ চনৰ পৰা জনমুখী হয়। কাম-কাজো বহুমুখী হ'ল। সভাৰ গ্ৰন্থমেলাই গ্ৰন্থপ্ৰেমীক উৎসাহিত কৰিলে। গ্ৰন্থ ক্ৰয়ৰ পৰিৱেশে সভাই সৃষ্টি কৰিবলৈ সক্ষম হ'ল।

খণ্ডটিত যিবোৰ তথ্য সন্নিৱিষ্ট হৈছে তাৰ আধাৰ অসম সাহিত্য সভা পত্ৰিকা, বাৰ্ষিকী আৰু কাৰ্য ৰিবৰণী বহী। মনকৰিবলগীয়া সভাৰ পত্ৰিকাত বছৰটোৰ কাম-কাজৰ উপৰি বাৰ্ষিক প্ৰতিৱেদন অন্তৰ্ভুক্ত হৈছিল। প্ৰধান সম্পাদকৰ বাৰ্ষিক প্ৰতিৱেদন কাৰ্যবিৱৰণি বহীত লিখাৰ উপৰি বাৰ্ষিকীত ছপা হৈছিল। কিন্তু এই সম্পদ পত্ৰিকাত অন্তৰ্ভুক্ত নকৰা হ'ল। বাৰ্ষিকী ছপোৱাও বন্ধ হ'ল, আনকি কাৰ্যবিৱৰণিতো প্ৰধান সম্পাদকৰ প্ৰতিৱেদনে ঠাই নোপোৱা হ'ল। এইখিনি যথাস্থানত অন্তৰ্ভুক্ত কৰি নথলে পৰৱৰ্তী কালত সভাৰ ইতিহাস অসম্পূৰ্ণ হৈ ৰ'ব। সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে বিষয়টোত গুৰুত্ব দিব বুলি আশা কৰিলোঁ।

## কৃতজ্ঞতা

প্ৰথম খণ্ডৰ দৰে দ্বিতীয় খণ্ডতো সভাৰ প্ৰাক্তন সভাপতি ড° নগেন শইকীয়া, আন এগৰাকী প্ৰাক্তন সভাপতি হোমেন বৰগোহাঞি, সভাৰ বৰ্তমানৰ সভাপতি ড০ পৰমানন্দ ৰাজবংশীয়ে আমাক সৰ্বতোপ্ৰকাৰে সকলো সময়তে দিহা-পৰামৰ্শৰে অনুগৃহীত কৰিছে, ইতিহাসবিদ ড° ৰাজেন শইকীয়াৰ পৰাও সহযোগ পাইছোঁ। নতুনকৈ নিৰ্বাচিত হোৱা প্ৰধান সম্পাদক পদুম ৰাজখোৱাই কম সময়তে আমাক আপোন কৰি লৈছে। সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ৰ প্ৰাক্তন সহকাৰী সম্পাদক সমীৰণ বৰদলৈ, অক্ষৰ বিন্যাসত দেৱাল ৰোডৰ অনিল ৰাজখোৱাই দায়িত্ব পালন কৰি আমালৈ সহযোগিতা আগবঢ়াইছে। কেন্দ্ৰীয় কাৰ্যালয়ৰ সচিব অশোক কুমাৰ সেনাপতি আৰু কৰ্মীসকল, গুৱাহাটী কাৰ্যালয়ৰ পৰাও সহযোগ পাইছোঁ। এই সদৌটিকে কৃতজ্ঞতা জনাইছোঁ। ঘৰৰ গৃহিনী শ্ৰীমতী অঞ্জনা গোস্বামী ঘৰোৱাহী সকলো জঞ্জাল মূৰ পাতি লোৱাতহে কামফেৰা সম্পন্ন হ'ল। এইছেগতে শ্ৰীমতী গোস্বামীৰো শলাগ ল'লোঁ।

অসম সাহিত্য সভাৰ দৰে এক বিশাল জাতীয় অনুষ্ঠানৰ গুৰুগৰীয়ান দায়িত্ব পালনত আমাৰ এশ-এটা ভুল-ভ্ৰান্তি মানি লৈছোঁ লগতে এই দায়িত্ব যে সুচাৰুৰূপে



সকলোৰে মন চুই যাব লগাকৈ পালন কৰিবৰ যোগ্যতা যে আমাৰ নাই সেই কথা মুকলিকৈ স্বীকাৰ কৰিছোঁ। নিজৰ ক্ষুদ্ৰ শক্তিৰে বেলিয়ে আটেমানে, কাচিয়ে কাটেমানে নিজৰ অনুতকৈ অনু শক্তিৰে এনে বিশাল কৰ্ম সম্পন্ন কৰাৰ যত্ন কৰিলোঁ।

করুণাময় করুণাসাগৰ কৃপাৰ করুণাসিন্ধু
তোমাৰ কৃপাৰ আমি নোহো পাত্ৰ
তুমি পুনু দীনবন্ধু।।

ড° বসন্তকুমাৰ গোস্বামী

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫ ০০১
অসম

‘অসম সাহিত্য সভাৰ ইতিহাস’
প্ৰণয়ন পৰামৰ্শদাতা সমিতিৰ সদস্যসকল

**ড° পৰমানন্দ ৰাজবংশী**
সভাপতি
অসম সাহিত্য সভা

**ড° বসন্তকুমাৰ গোস্বামী**
প্ৰণেতা
প্ৰাক্তন প্ৰধান সম্পাদক
অসম সাহিত্য সভা

**পদুম ৰাজখোৱা**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

**সমীৰণ বৰদলৈ**
সহকাৰী সম্পাদক
অসম সাহিত্য সভা, কেন্দ্ৰীয় কাৰ্যালয়
সম্পাদক
শতবৰ্ষ উদ্বোধনী অনুষ্ঠান উদ্‌যাপন সমিতি, যোৰহাট




**অসম বিধানসভাৰ মাননীয় অধ্যক্ষ শ্ৰীহিতেন্দ্ৰনাথ গোস্বামীৰ**
**‘অধ্যক্ষৰ ঐচ্ছিক পুঁজি’ৰ অৰ্থ-সাহায্যত**
**এই গ্ৰন্থখন প্ৰকাশ কৰা হ’ল।**

# সূচীপত্ৰ

# আৰম্ভণ

১৯১৭ চনৰ পৰা ১৯৫০ চনলৈকে নানা ঘাত-প্ৰতিঘাত আৰু সংঘাতৰ মাজেদি সভাই গতি লাভ কৰিছিল যদিও গতিশীল হ'ব পৰা নাছিল, মাজে মজে থমকি ৰ'বলগীয়া হৈছিল। ১৯৪৪ চনলৈকে সভাৰ প্ৰধান সম্পাদকজনেই আছিল সভাৰ চালিকা শক্তি। সুদক্ষ শৰৎচন্দ্ৰ গোস্বামী প্ৰধান সম্পাদকৰ পৰৱৰ্তী কালচোৱাত সভাখন গতানুগতিকভাৱে চলি আছিল। ১৯২৭ চনত কৃষ্ণকান্ত সন্দিকৈৰ সভাপতিত্বত গুৱাহাটী অনুষ্ঠিত অধিৱেশনৰ পৰৱৰ্তী কালত কেৰামৎ আলী, হেড়ম্বপ্ৰসাদ বৰুৱা, চন্দ্ৰধৰ বৰুৱা আদিৰ সভাপতিত্বত বিশেষ অধিৱেশন, জৰুৰী অধিৱেশন আদি হ'বলগীয়া পৰিস্থিতিৰ উদ্ভৱ হৈছিল। বৌদ্ধিক বাদ-প্ৰতিবাদ, চন্দ্ৰকান্ত অভিধান সম্পৰ্কে একশ্ৰেণীৰ অসন্তুষ্টি, প্ৰশাসনীয় বেমেজালি, পৰস্পৰ বিৰোধ, সুদক্ষ প্ৰশাসনৰ অভাৱ, সৰ্বোপৰি দ্বিতীয় মহাসমৰৰ ৰাহুৱে সভাখন প্ৰায় গিলি পেলাইছিল। সেয়ে সভাৰ গুৰুত্বপূৰ্ণ বিশেষ কাম বা সাংগঠনিক কাম-কাজ হোৱা নাছিল। আনকি শাখাসমূহৰ অধিকাংশই স্বীকৃতি হেৰুৱাবলগীয়া হৈছিল। সভাৰ মুখপত্ৰ পত্ৰিকাৰ প্ৰকাশ বন্ধ হ'ল। সবাতোকৈ নিৰাশজনক ছবিখন হ'ল মাৰ্ঘেৰিটা অধিৱেশনত বিষয়-বাছনী সভাৰ প্ৰতিনিধি সংখ্যা আছিল বাৰজন। এই কেয়োজনকে কাৰ্যনিৰ্বাহক সমিতিত স্থান দি যেনে-তেনে ১৭ সংখ্যাটোৰ কায চাপিছিল। সভাৰ এই দুৰ্দশা সম্পৰ্কে সেই সময়ৰ বাতৰি কাকতত প্ৰবন্ধাদি প্ৰকাশ পাইছিল। ১৯৪০-৪১ চনত প্ৰধান সম্পাদক ৰামেশ্বৰ বৰুৱাৰ প্ৰতিবেদনৰ পৰা জনা যায় যে সভাৰ প্ৰতি জনসাধাৰণৰ শ্ৰদ্ধাৰ ভাৱ নাইকিয়া হৈছিল। বছৰটোত মুঠ বৰঙণি নিদিয়া শাখা সভাৰ সংখ্যা ৩৯৮ খন তেনেকৈ স্বীকৃত সভা আছিল ৩৬। কোনো শাখা বা স্বীকৃত সভাই বৰঙণি দিয়া নাছিল। ১৯৪০ চনত যোৰহাটত বহা অষ্টাদশ অধিৱেশনত নিয়মতন্ত্ৰৰ পৰিৱৰ্তন সম্পৰ্কে তুমূল বিতৰ্ক হয়। সেই সভাত সভাপতি ড° বৰাই নিৰ্দেশ দিয়ে যে বিশেষ অধিৱেশনৰ নিয়মতন্ত্ৰ

ঔচিত্যৰ প্ৰশ্নটো ৩০ মাৰ্চ তাৰিখৰ ভিতৰত মীমাংসা নোহোৱালৈকে নতুন নিয়মাৱলী মতে সভা পৰিচালিত হ'ব। বিষয় বাছনী সভাৰ পিছতে ড° বৰাৰ সভাপতিত্বত বিপক্ষ দলৰ এখন সভা অনুষ্ঠিত হয়। নীলমণি ফুকন, পদ্মধৰ চলিহা, মাধৱ চন্দ্ৰ বেজবৰুৱা, ডিম্বেশ্বৰ নেওগ - এইসকলক আপত্তি উত্থাপন কৰিবলৈ নিৰ্দেশ দিয়ে। উল্লেখযোগ্য শিৱসাগৰ শাখা সাহিত্য সভাৰ সম্পাদক পদ্মধৰ চলিহাই অধিৱেশনৰ নিয়মাৱলী সংশোধন সম্পৰ্কে তীব্ৰ বিৰোধিতা কৰিছিল। তেখেতৰ 'অসমীয়া'-ত প্ৰকাশিত ৬ ডিচেম্বৰ, ১৯৩৯ তাৰিখৰ পত্ৰৰ কিয়দাংশ উদ্ধৃত কৰা হ'ল —

*"অসম সাহিত্য সভাৰ পত্ৰিকাৰ পৰা জানিব পৰা গ'ল যে বিশেষ সন্মিলনৰ কাৰণে মাত্ৰ ৩৮ জন সভ্যক বিশেষভাৱে নিমন্ত্ৰণ কৰি তাৰ ভিতৰৰ পৰা প্ৰতিনিধি আদি বাছি লৈ সন্মিলন পতা হ'ল আৰু সেই সন্মিলনত প্ৰধান আলোচ্য বিষয় কৰিলে সভাৰ নিয়মাৱলী পৰিৱৰ্তন। আৰু সঁচাকৈয়ে সভাৰ নিয়মাৱলীৰ আমূল পৰিৱৰ্তন কৰিলে। এনেকুৱা পৰিৱৰ্তিত নিয়মাৱলী যে সম্পূৰ্ণ বে-আইনী আৰু অবৈধ তাক বহলাই ক'বৰ প্ৰয়োজন নাই। এই বিষয়ে বহুতে আলোচনা কৰিছে। শিৱসাগৰ সাহিত্য সভাই উক্ত বেমেজালিবোৰৰ মীমাংসা কৰিবৰ কাৰণে অনতিবিলম্বে সন্মিলনৰ বাৰ্ষিক অধিৱেশন পাতিবলৈ কাৰ্যনিৰ্বাহক সমিতিক টানি অনুৰোধ কৰে। কিন্তু তাৰ ফলস্বৰূপে কাৰ্যনিৰ্বাহক সমিতিয়ে বাৰ্ষিক সন্মিলনৰ ব্যৱস্থা নকৰি যোৱা জুলাই মাহত বে-আইনী আৰু অবৈধভাৱে প্ৰতিষ্ঠিত হোৱা নতুন নিয়মানুসৰি বাৰ্ষিক অধিৱেশন পাতে। যদি নতুন নিয়মাৱলীয়েই অবৈধ তেনেহ'লে সেই অবৈধ নিয়মানুসৰি পতা বাৰ্ষিক অধিৱেশনো যে অবৈধ তাক কোৱা বাহুল্য মাথোন।*

*বৰ্তমান আমাৰ জাতীয় আৰু ভাষাগত সমস্যা যে জটিল হৈ পৰিছে আপোনালোকে জানে। বিশেষকৈ অহা চেঞ্চাছ সম্পৰ্কে অসমীয়া জাতিৰ স্বাৰ্থ আৰু অসমীয়া ভাষাৰ মৰ্যাদা ৰক্ষাৰ অৰ্থে আমাৰ একেবাৰে সন্মুখত আৰু তাৰ বাবে বাদ-প্ৰতিবাদ কৰি পলম কৰাৰ সময় একেবাৰেই নাই। এনেকুৱা অৱস্থাত অসম সাহিত্য সভাৰ জড়িত আৰু কাৰ্যচ্যুতি হোৱাটো অতিশয় অবাঞ্ছনীয়। আৰু তাৰ বাবে আমাৰ বোধেৰে বৰ্তমান কাৰ্যনিৰ্বাহক সভা দায়ী।*

*এতিয়া আমাৰ কৰ্তব্য কি? কাৰ্যনিৰ্বাহক সভাই বৰ্তমান কেনেকুৱা নীতিৰ আশ্ৰয় লৈ সভাৰ নিয়মাৱলী পৰ্যন্ত সলনি কৰি স্বেচ্ছাচাৰীভাৱে চলিব ধৰিছে আৰু ইচ্ছামতে কিছুমান স্বীকৃত সভাক বহিৰ্ভূত কৰিছে। তাত আমাৰ পক্ষে সহযোগ কৰাটো টান হৈ পৰিছে। আকৌ বৰ্তমান জাতীয় সন্ধিক্ষণত সাহিত্য সভাৰ নিচিনা অনুষ্ঠানটিকো কাৰ্যনিৰ্বাহক সমিতিৰ দোষত নাইবা বেমেজালিৰ বাবে এনেকৈ ধ্বংস হ'বলৈ দিয়াটোও একান্ত অবাঞ্ছনীয়। এতেকে সাহিত্য সভাৰ শুভাকাংক্ষীসকলে আৰু শাখা সভাসমূহে অবিলম্বে ইয়াৰ প্ৰতিকাৰৰ উপায় নিৰ্দ্ধাৰণ কৰক।"* অসম সাহিত্য সভাৰ ৰূপলেখাত



অতুলচন্দ্ৰ হাজৰিকাই কৈছে — *"অসম সাহিত্য সভা সেই সময়ত দ্বন্দৰ কঠীয়াতলী হৈ পৰিছিল। বিষয়ববীয়াসকলৰ মাজত মিলা-প্ৰীতি নোহোৱা হ'ল। মূল গা-গছৰ নিশকতীয়া ৰূপ দেখি ঠাল-ঠেঙুলি, শাখাবোৰো জহি যাবলৈ ধৰিলে। ... আংশিকভাৱে দ্বিতীয় মহাসমৰে আংশিকভাৱে প্ৰশাসনীয় দুৰ্বলতাই আৰু দলাদলিৰ মনোভাৱে সভাখনক খুলি খুলি খাই খাই হাড়ে-ছালে জঁকাটোহে অৱশেষত ৰাখিছিল।"*

*১৯৫৩ চনৰ ৮ আৰু ৯ নৱেম্বৰ তাৰিখে ছিলঙৰ মুকুল সংঘৰ আহ্বান অনুযায়ী অধিৱেশন অনুষ্ঠিত হ'ল। সভাই প্ৰাণ পালে আৰু লাহে লাহে বিভিন্ন অঞ্চলত শাখাসমূহ সক্ৰিয় হ'ল আৰু নতুন শাখাও গঠন হ'ল। এই বাৰলৈ ৰাহুৰ গ্ৰাসৰ পৰা সভা ৰক্ষা পৰিল। অতুলচন্দ্ৰ হাজৰিকাই এনে মুহূৰ্ততে সম্পাদকৰ দায়িত্ব কান্ধ পাতি ল'লে। শ্বিলং অধিৱেশনেই সভাত গণতান্ত্ৰিক ব্যৱস্থাই প্ৰাণ পাই উঠিল।*

*ইয়াৰ পিছত পলাশবাৰী অধিৱেশনে সভাক জনতাৰ হৃদবৃত্তি আৰু চিতবৃত্তিত থাপিলে। ৰাজ্য ভাষা আন্দোলনত সভাই লোৱা ভূমিকাত সহমত স্থাপন কৰি ৰাইজ আগবাঢ়ি আহিল। লোকাৰণ্য হ'ল সভাৰ অধিৱেশন। ইয়াৰ লগে লগে অসমীয়া জাতীয় জীৱনৰ উজ্জ্বল নক্ষত্ৰলৈ ৰূপান্তৰ হ'ল। বাৰ্ষিক অধিৱেশনসমূহ হৈ পৰিল জাতীয় সাহিত্য উৎসৱ। এই উৎসৱক 'নব্য উৎসৱায়ন' নাম দিব নোৱাৰিনে? ১৯৫৩-১৯৭৬ এই দ্বিতীয় খণ্ডত বিস্তৃত বিৱৰণ লিপিৱদ্ধ কৰিবলৈ চেষ্টা কৰা হৈছে।*

# দ্বাবিংশ অধিৰেশন

## শ্বিলং

## ৮ আৰু ৯ নৱেম্বৰ, ১৯৫৩

শাখা সভাৰ পৰা দ্বাবিংশ সন্মিলনৰ সভাপতিৰ বাবে প্ৰথম পৰ্যায়ত ২৭ জনৰ নাম প্ৰস্তাৱ হৈছিল। ইয়াৰ ভিতৰত ভোট লাভৰ ক্ৰম অনুসৰি তলত দিয়া পাঁচজনৰ নাম তালিকাত অন্তৰ্ভুক্ত হয়।

সূৰ্যকুমাৰ ভূঞা, বেণুধৰ শৰ্মা, অম্বিকাগিৰি ৰায়চৌধুৰী, নলিনীবালা দেৱী আৰু হৰিপ্ৰসাদ বৰুৱা। সৰ্বাধিক অৰ্থাৎ ২৯খন শাখাই দিয়া ভোটৰ ভিত্তিত প্ৰথম স্থান পোৱা ভূঞাদেৱে সন্মতি জনোৱাত দ্বাবিংশ অধিৰেশনৰ সভাপতিৰূপে সূৰ্যকুমাৰ ভূঞাৰ নাম ঘোষিত হয়। এই অধিৰেশন ছিলঙত অনুষ্ঠিত হোৱাৰ মূলতে ছিলং মুকুল সংঘৰ সভাপতি হৰিপ্ৰসাদ বৰুৱা, সম্পাদক গনেশচন্দ্ৰ ফুকন আৰু সেই সময়ৰ অসম চৰকাৰৰ বিত্তমন্ত্ৰী মতিৰাম বৰা, ছিলঙত থকা অসম চৰকাৰৰ কৰ্মচাৰী, ছিলং মুকুল সংঘৰ সদস্যসকলৰ যত্নত সম্পূৰ্ণ তিনিবছৰৰ অন্তত অধিৰেশন অনুষ্ঠিত হ'ল। মুজুৰা পৰা সভাই পজালি মেলা দেখি অসমৰ বিভিন্ন ঠাইত শাখাসমূহ পুনৰ প্ৰাণ পাই উঠিল। অতুলচন্দ্ৰ হাজৰিকাই কৈছে—"একমাত্ৰ তিনিচুকীয়াতে ন খন স্বীকৃত সভা গঠন হৈছিল।"[১] গুৱাহাটীত এখনো জীৱিত সভা নাছিল। সভাৰ যোগেদি নগ'লে মূল সভাত যোগ দিব নোৱাৰিব বুলি সংবিধানত লিপিবদ্ধ হোৱা দফাই বহুতো শাখা আৰু স্বীকৃত সভাৰ জন্ম দিলে।[২] ছিলঙতো অসম সাহিত্য সভাৰ অধিৰেশন উপলক্ষে উদ্দীপনাময় পৰিৱেশ সৃষ্টি হ'ল। উল্লিখিত সদস্যসকলৰ উপৰি ছৈয়দ মকিবুৰ ৰহমান, ৰবীন্দ্ৰনাথ বৰুৱা, দেৱীচৰণ দাস, জ্ঞানদা কাকতি, আৰেফা আহমেদ, ৰাধিকা প্ৰসাদ বৰুৱা (ধনভঁড়ালী), ৰছিদুজামান আহমদ (বিত্ত শাখাৰ সভাপতি) বিজনীৰ ৰাণী সবিতা

১। অসম সাহিত্য সভাৰ ৰূপলেখা, পৃ. ৯৭

২। অধিৰেশনত ৪৫ জন প্ৰতিনিধি, আৰু ১৩ জন আজীৱন সভ্য আছিল। মন কৰিবলগীয়া মাৰ্ঘেৰিটাৰ অধিৰেশনত ডিব্ৰুগড়, তিনিচুকীয়া, তিতাবৰ, শিৱসাগৰ, মংগলদৈ আৰু শ্বিলং এই ছখন শাখাইহে যোগ দিছিল। (প্ৰধান সম্পাদক কেশৱ নাৰায়ণ দত্তৰ প্ৰতিবেদন, ১৩/৩/৫০)



দেৱী (কৃষ্টি শাখাৰ সভানেত্ৰী) দিবাকৰ গোস্বামী (বুৰঞ্জী শাখাৰ সভাপতি) মেজৰ সুৰেন্দ্ৰনাথ দত্ত[৩] (বিজ্ঞান শাখাৰ সভাপতি) আদি সদস্যসকলে সভাৰ বাবে হাতীপুঁৰ দি কামত অগ্ৰসৰ হ'ল।

৮ নৱেম্বৰ তাৰিখে অধিৰেশন হ'ব লাগিছিল যদিও অভ্যৰ্থনা সমিতিৰ কাৰ্যসূচীত ৭ নৱেম্বৰ তাৰিখে সন্ধ্যা ৫ বজাত প্ৰতিনিধি সভা বহিছিল সংবিধানমতে সেইদিনা প্ৰতিনিধি সভা পাতিব নোৱাৰি বুলি জনোৱাত সভা অনুষ্ঠিত নহ'ল।

৮ তাৰিখে ৰাতিপুৱা ৮-৩০ বজাত সাহিত্য আৰু শিল্প বিষয়ক প্ৰদৰ্শনী হৈছিল এছেম্বলী ভৱনত। প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন কৰে অসমৰ সেই সময়ৰ ৰাজ্যপাল জয়ৰাম দাস দৌলতৰামে। ৯-৩০ বজাত ছেন্ট্ এণ্ড্ মান্‌ছ্ কলেজত অনুষ্ঠিত হোৱা বিজ্ঞান প্ৰদৰ্শনীৰ দ্বাৰা উদ্‌ঘাটন কৰে মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে। এই দুয়ো ঠাইতে ৰাইজৰ উপস্থিতি উৎসাহজনক আছিল।

দুপৰীয়া ১২ বজাত প্ৰথম মুকলি অধিৰেশন অনুষ্ঠিত হয়। এই অধিৰেশন হৈছিল পাইন মাউণ্ট স্কুলৰ চৌহদত সজা সভা মণ্ডপত। জাতীয় সংগীতেৰে সভাৰ কাম আৰম্ভ হয়। অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে সভা উদ্বোধন কৰে। ইয়াৰ পিছতেই সভাপতি সূৰ্যকুমাৰ ভূঞাক সভাপতিৰূপে বৰণ কৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি মতিৰাম বৰাই আদৰণী ভাষণ পাঠ কৰে। ইয়াৰ পিছতেই সভাপতিয়ে অভিভাষণ পাঠ কৰে। উদ্বোধনী ভাষণ, অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণ, সভাপতিৰ অভিভাষণৰ ইংৰাজীত সংক্ষিপ্ত অনুবাদৰ ছপা কপি বিতৰণ কৰা হয়। অতুলচন্দ্ৰ হাজৰিকাৰ মতে খাছি ভাষাতো ছপা হৈছিল। ভাষণসমূহ সুৰেন্দ্ৰ চন্দ্ৰ দত্তই খাছী ভাষাত অনুবাদ কৰিছিল।

অভ্যৰ্থনা সমিতিয়ে প্ৰকাশ কৰা কাৰ্যসূচী, সভাৰ সংক্ষিপ্ত বুৰঞ্জী (ইংৰাজীত), ছিলং মুকুল সংঘৰ ইতিবৃত্ত ছপা ৰূপত প্ৰকাশ হয়। সেইদিনাৰ সন্মিলনতে শ্ৰীশংকৰ বাক্যামৃত সম্পাদনা কৰি প্ৰকাশ কৰা বাবে হৰিনাৰায়ণ দত্ত বৰুৱাক সম্বৰ্ধনা জনোৱা হয় আৰু এখন প্ৰশংসন-পত্ৰ দিয়া হয়।

বিয়লি ৪-৩০ বজাত এছেম্বলী হোষ্টেলত বিষয়বাছনী সভা অনুষ্ঠিত হয়। এই সভা গোটেই ৰাতি হয় আৰু পুৱা ৪ বজাতহে সামৰণি পৰে। এই সভাতে সভাৰ নিয়মতন্ত্ৰৰ আমূল সংশোধন হয়। নৱেম্বৰ মাহৰ শীতকালৰ ঠেটুৰৈ ধৰা জাৰকো কেৰেপ নকৰি সভাত সকলোৰে সহযোগিতা আগবঢ়ায়। নিয়মাৱলীৰ প্ৰতিটো ছেদ, তন্নতন্নকৈ ছালি-জাৰি চাই সিদ্ধান্ত কৰা হৈছিল। এই আলোচনাত ভাগ লোৱা সদস্যসকল আছিল[৪]— ভৱানন্দ দত্ত, ব্ৰজেন বৰপূজাৰী, প্ৰেমধৰ ৰাজখোৱা, পৰাগধৰ

৩। অসম সাহিত্য সভাৰ ৰূপলেখা, পৃ. ৯৭-৯৮

৪। অসম সাহিত্য সভাৰ ৰূপলেখা, পৃ. ১০০

চলিহা, হৰিপ্ৰসাদ বৰুৱা, ডাঃ জীৱকান্ত শইকীয়া, হেম বৰুৱা, শিৱপ্ৰসাদ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা আদি। অতুলচন্দ্ৰ হাজৰিকাৰ মতে—“তৰ্ক-বিতৰ্কৰ উত্তাপ ইমান বেছি হৈছিল যে সেই নিশা হাড় কনকনাই যোৱা শ্বিলঙৰ জাৰেও মেলুৰৈসকলৰ কাকো ঘাইল কৰিব পৰা নাছিল। আলোচনাৰ দৃষ্টিভংগী আছিল গঠনমূলক, সেইকাৰণে তিক্ততা সৃষ্টি হোৱা নাছিল আৰু বাহিৰত বোন্দা পৰ দি থকা অভ্যৰ্থনা সমিতিৰ সদস্যসকলে মাজে মাজে যোগান দি থকা চাহপানী টোপাই আলোচনাৰ চোক বঢ়াইছিল।”[৫] সংবিধানৰ সংশোধনীমতে প্ৰথম শ্ৰেণী আৰু দ্বিতীয় শ্ৰেণীৰ প্ৰতিনিধিৰ ব্যৱধান নোহোৱা হ’ল। শাখা সভাৰ পৰা অহা সকলো প্ৰতিনিধিয়ে বিষয়বাছনী সভাত অংশ গ্ৰহণ কৰিবলৈ সুযোগ পালে। তেওঁলোক কেৱল দৰ্শক হৈ থাকিবলগীয়া নহ’ল। নতুনকৈ সংশোধন ঘটোৱা নিয়মাৱলীয়ে সভাৰ গণতান্ত্ৰিক পৰিচয় দান কৰাৰ লগতে সেই সময়ৰ দাবীৰ প্ৰতিও সঁহাৰি দি সভাই জাতীয় দায়ৱদ্ধতাৰ পৰিচয় দিবলৈ সক্ষম হ’ল। বিষয়বাছনী সভাত উপস্থিত প্ৰতিনিধিসকল আছিল অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ দিগগজ।[৬]

## নিয়মাৱলী সংশোধন

এই অধিৱেশনত উল্লেখযোগ্য কেইটামান সাল-সলনি তলত দিয়া হ’ল।

১। ইয়াৰ আগলৈকে থকা ‘কাৰ্যকৰী’ সমিতিৰ ঠাইত ‘কাৰ্যনিৰ্বাহক’ সমিতি কৰা,

২। ইংৰাজী Assam-ৰ ঠাইত Asam (Sahitya Sabha)

৩। বিষয় বাছনী সভাত শাখা সভা আৰু স্বীকৃত সভাৰ প্ৰতিনিধিক প্ৰতিনিধিত্ব কৰিবলৈ সুবিধা দিয়া হ’ল।

৪। কাৰ্যনিৰ্বাহক সমিতিত সদস্য সংখ্যা ২১ জন কৰা হ’ল। ইয়াৰ আগত ১৫/১৭ জন আছিল।

৫। সভাৰ উদ্দেশ্য শিতানত “অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতি”ৰ কৰা হ’ল। আগতে “সংস্কৃতি” শব্দটো নাছিল।

৬। নিয়মতন্ত্ৰৰ সাল-সলনিৰে সভাপতিক অধিক ক্ষমতা প্ৰথমবাৰৰ বাবে দিয়া হ’ল।

৭। নিয়মাৱলী সংশোধনৰ বাবে উপস্থিত সভ্যৰ ৬০ জনৰ সমৰ্থনৰ প্ৰয়োজন হ’ব। পৰিশিষ্টত সংশোধনীসমূহ দিয়া হৈছে।

৫। পূৰ্বোক্ত পৃ. ১০১-১০২

৬। পূৰ্বোক্ত, পৃ. ১০২



৮। অধিৱেশনৰ কাৰ্যসূচী অভ্যৰ্থনাস সমিতিয়ে কৰিছিল; কিন্তু নতুন নিয়মমতে অভ্যৰ্থনা সমিতিয়ে প্ৰধান সম্পাদকৰ লগত পৰামৰ্শ কৰি যুগুত কৰাৰ নিয়ম হ’ল।[৭]

অভ্যৰ্থনা সমিতিয়ে প্ৰচাৰ কৰা কাৰ্যক্ৰমণিকা অনুসাৰে ৭ তাৰিখে সন্ধ্যা ৫ বজাৰ পিছত প্ৰতিনিধিসকলৰ এখন সভা বহে। এই সভাত চলিত নিয়মানুসাৰে সেইদিনাই বিষয় বাছনী সমিতি বহিব নোৱাৰে বুলি প্ৰধান সম্পাদকে ঘোষণা কৰাৰ পিছত আলোচনাক্ৰমে সভা ভংগ হয়।

৮ তাৰিখে ৰাতিপুৱা ৮ বজাত অসমৰ ৰাজ্যপাল জয়ৰাম দাস দৌলতৰামে উদ্বোধনী ভাষণেৰে এছেম্বলী গৃহত সজ্জিত হোৱা সাহিত্য আৰু শিল্প প্ৰদৰ্শনী দ্বাৰ উদ্‌ঘাটন কৰে আৰু তাৰ পিছত ৯ বজাত চেন্ট্ এড্‌মাণ্ড্‌চ্ কলেজত অনুষ্ঠিত হোৱা বিজ্ঞান প্ৰদৰ্শনী মুকলি কৰে। দুয়ো ঠাইতে ৰাতি ১০ বজালৈকে সূৰ্যকুমাৰ ভূঞাই বিষয়বাছনী সভাত সভাপতিত্ব কৰে। সভাপতিয়ে মনোনীত কৰামতে বিষয়বাছনী সভাৰ পৰৱৰ্তী কাৰ্যসূচী পৰিচালনাৰ বাবে চন্দ্ৰনাথ দত্তফুকনক দায়িত্ব দিয়া হয়। দ্বিতীয় কাৰ্যসূচী সেইদিনা ৰাতি ১১ বজাৰ পৰা আৰম্ভ হয়। এই সভাতে ২য় অধিৱেশনত উত্থাপন কৰিবলৈ ৯টা প্ৰস্তাৱ গ্ৰহণ কৰে। বিষয়বাছনী সভাৰ সমান্তৰালভাৱে সন্ধ্যা ৬-৩০ বজাৰ পৰা সন্মিলনৰ মণ্ডপত সেই সময়ৰ বিধান সভাৰ অধ্যক্ষ কুলধৰ চলিহাৰ সভাপতিত্বত সাংস্কৃতিক মৌ মেল অনুষ্ঠিত হয়। এই সাংস্কৃতিক মৌ মেলত সভাৰ পুৰণা নিয়মতে বিষয়বাছনী সভাত উপস্থিত থাকিব নোৱাৰা প্ৰতিনিধিৰ উপৰি পুৰুষ, মহিলা আদি কেইবাহাজাৰ দৰ্শক উপস্থিত থাকে। নগা, লুছাই, খাছীয়া জনজাতীয় নৃত্য গীতৰ উপৰি বনগীত, বৰগীত আদি পৰিৱেশন হৈছিল। দক্ষিণপাট সত্ৰৰ শিল্পীসকলে ‘পাৰিজাত হৰণ’ নাটক অভিনয়ে দৰ্শকক আপ্লুট কৰে।

বিষয়বাছনী সভাৰ প্ৰতিনিধিসকলে হৃদয়ৰ সমস্ত উবুৰিয়াই দি সভালৈ সেৱা আগবঢ়াইছিল। এই কথা

৭। বিষয়বাছনী সভাৰ প্ৰতিনিধিসকলে হৃদয়ৰ সমস্ত উবুৰিয়াই দি সভালৈ সেৱা আগবঢ়াইছিল। এই কথা
উল্লেখ কৰা হৈছে। তলত সেইসকল প্ৰতিনিধিৰ নাম উল্লেখ কৰা হ’ল।
শাখা সভাৰ প্ৰতিনিধিসকল শৰৎচন্দ্ৰ সিংহ, ৰামচন্দ্ৰ দাস, হৰেন্দ্ৰনাথ শৰ্মা, অম্বিকাপদ চৌধুৰী, শ্ৰীমান প্ৰফুল্ল গোস্বামী, প্ৰাণেশ্বৰ শৰ্মা, উদয় নাথ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা, ৰজনীকান্ত শৰ্মা, বেণুধৰ শৰ্মা, ভবানন্দ দত্ত, প্ৰবুদ্ধ কুমাৰ ৰায়চৌধুৰী, ৰামেশ্বৰ শৰ্মা, গোবিন্দ ৰায় ভট্টাচাৰ্য, ৰছিদুজ্জামান আহমদ, বাবুল চন্দ্ৰ গোস্বামী, ৰত্নকান্ত বৰকাকতি, নাৰায়ণ চন্দ্ৰ মহন্ত, মহিম চন্দ্ৰ বৰা, অমূল্য চন্দ্ৰ সন্দিকৈ, নবীন চন্দ্ৰ গোহাঁই, পৰাগধৰ চলিহা, যতীন্দ্ৰনাথ গোস্বামী, ব্ৰজেন্দ্ৰ বৰপূজাৰী, প্ৰসন্ন গোস্বামী, গোলাপ মহন্ত, উপেন্দ্ৰনাথ দত্ত, জগত ৰাজখোৱা, কমলেশ্বৰ দত্ত, কৃষ্ণপ্ৰসাদ বৰুৱা, তাৰাপ্ৰসাদ বৰুৱা, কৃষ্ণানন্দ গোস্বামী, কুশৰাম দত্ত, ক্ষেত্ৰধৰ বৰগোহাঁই, গোলাপচন্দ্ৰ বৰবৰা, বিশ্বনাথ ৰাজবংশী, শিৱপ্ৰসাদ বৰুৱা।
(৩) আজীৱন সভ্যসকল ঃ নীলমণি ফুকন (ভূতপূৰ্ব সভাপতি), ডিম্বেশ্বৰ নেওগ, মুক্তানাথ বৰুৱা, হৰিপ্ৰসাদ বৰুৱা, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, বিমলাকান্ত বৰা, ডাঃ জীৱকান্ত শইকীয়া, চৈয়দ মহম্মদ ছাদুল্লা, প্ৰেমধৰ ৰাজখোৱা, পদ্মা আগৰৱালা, কামালুদ্দিন আহমদ, ৰাজমোহন নাথ, ভূৱনেশ্বৰী গোস্বামী, জেহিৰুল হক, প্ৰভৃতি।
(১৯২৯-৫৪ বৰ্ষৰ কাৰ্যবিৱৰণীৰ পৰা)

পিছদিনা অৰ্থাৎ ৯ নৱেম্বৰ তাৰিখে পুৱা ৮-৩০ বজাত বেণুধৰ শৰ্মাৰ সভাপতিত্বত বুৰঞ্জী সন্মিলন অনুষ্ঠিত হয়। এই শাখাৰ সম্পাদক আছিল হেৰম্বকান্ত বৰপূজাৰী। সভাপতিৰ অভিভাষণ ছপা কৰি বিলাই দিছিল। সভাত ভৱানন্দ ৰাজখোৱাই এটি কবিতা পাঠ কৰে। ৰাজমোহন নাথে এটা গৱেষণামূলক প্ৰবন্ধ পাঠ কৰে।[৮]

বুৰঞ্জী শাখাৰ অধিৱেশন শেষ হোৱাত সেই মণ্ডপতে বিজ্ঞান শাখাৰ অধিৱেশন বহে। সভাপতিত্ব কৰিছিল খাছীয়া পণ্ডিত বিজ্ঞানী বি এম পিডিয়ে। সেই সময়ৰ স্বাস্থ্যমন্ত্ৰী ৰূপনাথ ব্ৰহ্মাই এটি জ্ঞানগৰ্ভ ভাষণেৰে বিজ্ঞান অধিৱেশন উদ্বোধন কৰে। অভ্যৰ্থনা সমিতিৰ বিজ্ঞান শাখাৰ সম্পাদক গকুল চন্দ্ৰ গোস্বামীৰ হাতত থকা বিজ্ঞান সম্পৰ্কীয় প্ৰবন্ধ পাঠ কৰে আৰু কেইটামান পঠিত বুলি ধৰা হয়। প্ৰবন্ধবোৰ হ'ল—

১। প্লাষ্টিক - প্ৰসন্ন চন্দ্ৰ গোস্বামী
২। আনৱিক শক্তি - পবন চন্দ্ৰ মহন্ত
৩। পোহৰ আৰু জীৱন - ৰোহিনীকান্ত বৰুৱা
৪। ৰাডাৰ - প্ৰেমতোষ শ্যাম
৫। কয়লা আৰু তাৰ ব্যৱহাৰ - ধীৰেন্দ্ৰ বৰবৰা
৬। অসম আৰু নৃতত্ত্ব - ঊষা ডেকা
৭। কৃষিজাত উদ্ভিদ আৰু তাৰ সংক্ৰামক ব্যাধি - তাৰিণীকান্ত গোস্বামী
৮। অসমৰ বনজ সম্পদ - ভৰকান্ত শইকীয়া
৯। অসমীয়া সংস্কৃতিৰ ৰূপ - এইছ কে দে চৌধুৰী
১০। জলাতংক - মেজৰ সুৰেণ দত্ত
১১। খাদ্য দুষ্টি - বিনয়কৃষ্ণ দত্ত ৰায়

দুয়োখন সন্মিলনতে বহু লোকৰ সমাৱেশ হৈছিল।

## দ্বিতীয় মূল অধিৱেশন

দিনৰ ২ বজাৰ পৰা দ্বিতীয় মুকলি অধিৱেশন অনুষ্ঠিত হয়। এই অধিৱেশনত জনগণৰ সমাৱেশ আগ দিনাতকৈও অধিক হয়। সভাত নিয়মাৱলী সংশোধন সম্পৰ্কীয় প্ৰস্তাৱ সৰ্বসন্মতিক্ৰমে গৃহীত। ছিলং অধিৱেশনৰ সংশোধিত নিয়মাৱলী পৰৱৰ্তী কালত সংশোধন হৈছিল যদিও মূল কাঠাম আজিৰ তাৰিখলৈকে প্ৰায় একে আছে। পৰিশিষ্টত সংশোধিত নিয়মাৱলীৰ দফাসমূহ দিয়া হৈছে। প্ৰধান সম্পাদক কেশৱ নাৰায়ণ দত্তই সম্পাদকীয় প্ৰতিৱেদন পাঠ কৰে। সভাই দত্তৰ প্ৰতিৱেদন আৰু

৮। অসম সাহিত্য সভাৰ পত্ৰিকাৰ ত্ৰয়োদশ বছৰ প্ৰথম সংখ্যাত প্ৰবন্ধটো পঠিত বুলি ধৰি লোৱা হয় বুলি উল্লেখ আছে যদিও মূল কাৰ্যবিৱৰণিত পাঠ কৰা হৈছিল বুলি উল্লেখ আছে।



আয়-ব্যয়ৰ হিচাপ গ্ৰহণ নকৰিলে। দত্তই পাঠ কৰা প্ৰতিৱেদন আৰু আয়-ব্যয়ৰ হিচাপ তন্নতন্নকৈ পৰীক্ষা কৰিবলৈ এখন উপসমিতি গঠন কৰি দিয়ে।[৯] দত্তৰ বছৰেকীয়া প্ৰতিৱেদন আৰু আয়-ব্যয়ৰ হিচাপ পৰীক্ষা কৰিবলৈ এখন উপসমিতি গঠন কৰা হয়। প্ৰস্তাৱটো উত্থাপন কৰাৰ লগে লগে এটা পক্ষই বিৰোধিতা কৰাত তৰ্ক-বিতৰ্ক হয় যদিও সভাপতিৰ হস্তক্ষেপত মীমাংসালৈ আহে আৰু প্ৰস্তাৱটো গৃহীত হয়।

ইয়াৰ পিছতেই বিষয়বাছনীৰ যোগেদি অহা ৯টা প্ৰস্তাৱ উত্থাপিত হয় আৰু সন্মিলনে সৰ্বসন্মতিক্ৰমে গ্ৰহণ কৰে। অতি গুৰুত্বপূৰ্ণ কেইটামান প্ৰস্তাৱৰ সম্পাদিত ৰূপত পাদটীকাত দিয়া হৈছে।[১০]

## নতুন বিষয়ববীয়া

পুৰণি বিষয়ববীয়াই নিয়মতন্ত্ৰ মতে পদত্যাগ কৰে আৰু নতুন বিষয়ববীয়া নিৰ্বাচন হয়।

(১) প্ৰধান সম্পাদকৰ বাবে অতুলচন্দ্ৰ হাজৰিকা, বেণুধৰ শৰ্মা, চন্দ্ৰনাথ দত্ত ফুকনৰ নাম প্ৰস্তাৱ হয়। এজনেও নাম প্ৰত্যাহাৰ নকৰাত ভোট হয় আৰু অতুলচন্দ্ৰ হাজৰিকা প্ৰধান সম্পাদক নিৰ্বাচিত হয়।

(২) পত্ৰিকা সম্পাদক - ৰজনীকান্ত দেৱশৰ্মা, সহকাৰী সম্পাদকৰ পৰাগধৰ চলিহা।

(৩) ধনভঁড়ালী তাৰিণী চৰণ দাস।[১১]

৯। সভাত পোন প্ৰথমবাৰৰ বাবে উপসমিতি শব্দটো ব্যৱহাৰ হয়। ইয়াৰ আগত 'সমিতি' শব্দহে ব্যৱহাৰ হৈছিল।

১০। "অসম সাহিত্য সভাৰ বিগত প্ৰধান সম্পাদকৰ বছৰেকীয়া প্ৰতিৱেদন গ্ৰহণ কৰিবলৈ আয়-ব্যয়ৰ হিচাপ আদি আজিৰ সভাত পূৰ্ণভাৱে গ্ৰহণ কৰিবলৈ যথেষ্ট অসুবিধা হোৱাত উক্ত ৰিপোৰ্ট আৰু আয়-ব্যয়ৰ হিচাপ চূড়ান্তভাৱে গ্ৰহণ কৰিব পৰাকৈ নতুন কাৰ্যনিৰ্বাহক সমিতিৰ ওচৰত উক্ত ৰিপোৰ্ট আৰু হিচাপ পৰীক্ষা কৰি এটা ৰিপোৰ্ট অনতিপলমে দাখিল কৰিবলৈ তলত নাম দিয়া সভ্যসকলক লৈ এখন প্ৰতিৱেদন পৰীক্ষা সমিতি গঠিত হওক" — শ্ৰীমান প্ৰফুল্ল গোস্বামী, পৰাগধৰ চলিহা, হৰিপ্ৰসাদ বৰুৱা (আহ্বায়ক) হৰমোহন দাস, নীলমণি ফুকন, ব্ৰজেন্দ্ৰ বৰপূজাৰী, শৰৎচন্দ্ৰ সিংহ। কিন্তু কেশৱ নাৰায়ণ দত্তই সহযোগিতা আগ নবঢ়ালে। ১৯৫৪-৫৫ চনত বিষয়টো পুনৰ উত্থাপিত হয়।
(১) সংগীত নাটক অকাদেমিত আৰু ভাৰতীয় অনাতাঁৰ বিভাগৰ গুৱাহাটী কেন্দ্ৰ উপদেষ্টা ব'ৰ্ডত সাহিত্য সভাৰ এজন প্ৰতিনিধি বিচৰা।
(২) জনগোষ্ঠীয় ভাষাসমূহৰ দৈনন্দিন জীৱন ব্যৱহৃত শব্দসমূহ অসমীয়া প্ৰতিশব্দৰে প্ৰকাশৰ ব্যৱস্থা।
(৪) প্ৰথম প্ৰধান সম্পাদক শৰৎচন্দ্ৰ গোস্বামী আৰু ৰায়বাহাদুৰ ৰাধাকান্ত সন্দিকৈৰ স্মৃতি ৰক্ষাৰ ব্যৱস্থা।
(৫) ইংৰাজীত Assam-ৰ সলনি Asam কৰিবলৈ ভাৰত চৰকাৰক অনুৰোধ।

১১। এইবাৰ কাৰ্যনিৰ্বাহক সমিতি ২১ জন (১৭ + ৪) সভ্যৰে গঠিত হয়। সদস্যসকল হ'ল — প্ৰফুল্ল চন্দ্ৰ বৰুৱা (শিৱসাগৰ), প্ৰেমধৰ ৰাজখোৱা (তিনিচুকীয়া), পদ্মকুমাৰী গোহাঁই (ডিব্ৰুগড়), ভৱানন্দ ৰাজখোৱা (মংগলদৈ), অশ্বিনীচৰণ চৌধুৰী (ডিব্ৰুগড়), ৰত্নকান্ত বৰকাকতী (নগাঁও), পৰাগধৰ চলিহা

ইয়াৰ পিছত যতীন্দ্ৰনাথ গোস্বামীয়ে পৰৱৰ্তী বছৰৰ সন্মিলন যোৰহাটলৈ নিমন্ত্ৰণ কৰে আৰু সভাই হৰ্ষধ্বনিৰে নিমন্ত্ৰণ গ্ৰহণ কৰে।

## সাংস্কৃতি অনুষ্ঠান

সভাৰ সামৰণিৰ লগে লগেই দ্বিতীয় দিনৰ সাংস্কৃতিক অনুষ্ঠান আৰম্ভ হয়। অনুষ্ঠান পৰিচালনা কৰে বিজনীৰ ৰাণী সৰিতা দেৱীয়ে। নিৰ্দিষ্ট বক্তাৰ ভাষণ দিয়ে হেম বৰুৱায়। অনুষ্ঠানৰ বিবিধ কাৰ্যসূচীয়ে উপস্থিতসকলক আনন্দ দিয়ে।

## এই অধিৱেশনৰ বিশেষত্ব

এইখনেই ছিলঙত হোৱা প্ৰথম অধিৱেশন। অসমৰ ৰাজ্যপাল, মুখ্যমন্ত্ৰী, বিত্তমন্ত্ৰীৰ যোগদানৰ লগতে ছিলঙৰ ৰাইজ আৰু ৰাজকৰ্মচাৰীসকলে পূৰ্ণ সহযোগ আগবঢ়াইছিল। কিন্তু ঘাই শক্তিটো আছিল ছিলং মুকুল সংঘ। উল্লেখযোগ্য এই অধিৱেশনত কাকাচাহেব কালেকাৰ আৰু অনুসূচীত তদন্ত সমিতিৰ সদস্যসকল উপস্থিত আছিল।

এই অধিৱেশনে অসমৰ সাহিত্যপ্ৰেমীক উৎসাহিত কৰিলে। লগতে সভাক গণতান্ত্ৰিকভাৱে পৰিচালনা কৰাৰ পথ কাটি দিলে। প্ৰতিগৰাকী অসমীয়াক এই অধিৱেশনৰ বাণীৰে স্পৰ্শ কৰি গ'ল। সভা সকলোৰে বাবে আপোন হৈ পৰিল। সভাই লাভ কৰিছিল প্ৰাণশক্তি। সেই সময়ৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকলেও গাঁথিৰ ধন ভাঙি সভাৰ হৃত গৌৰৱ ঘূৰাই আনিবলৈ যত্নপৰ হ'ল। ফলত সাহিত্যপ্ৰেমীসকলৰ সহায়-সহযোগত সভাৰ অৱস্থাৰ পৰিৱৰ্তন হ'ল। প্ৰায়বোৰ মৃত শাখাৰ পুনৰ প্ৰাণ প্ৰতিষ্ঠা হ'ল। বছৰটোত ৪৯ খন শাখা গঠন হ'ল।

## শাখাসমূহৰ তৎপতৰা

বছৰটোৰ ভিতৰত গোটেই অসমতে শাখা সভাসমূহে মূৰ দাঙি উঠাটো যে সাহিত্য সভাৰ পক্ষে এক শুভ লক্ষণ তাক নক'লেও হ'ব। মাৰ্ঘেৰিতা অধিৱেশনলৈকে শাখা সভাৰ প্ৰতিনিধৰ অভাৱত কেৱল মাত্ৰ আজীৱন সভ্যৰ দ্বাৰা পৰিচালিত হৈ থকা এই অসম সাহিত্য সভাখনিয়ে ২২শ অধিৱেশনৰ পাছৰ পৰাই পুনৰ ঠন ধৰি উঠিল আৰু বিশেষকৈ এই বছৰটোৰ ভিতৰত স্বতঃস্ফূৰ্তভাৱে কেউফালে শাখা সভা স্থাপিত হৈ, অধ্যয়ন চক্ৰৰ যোগে আলাপ-আলোচনা কৰি সাহিত্যাদি আলোচনাত

(শিৱসাগৰ), হৰেন্দ্ৰনাথ শৰ্মা (পাটাচাৰকুছি), শিৱপ্ৰসাদ বৰুৱা (সাপেখাতী), শৰৎচন্দ্ৰ সিংহ (ধুবুৰী), যতীন্দ্ৰনাথ গোস্বামী (যোৰহাট), কেশৱ নাৰায়ণ দত্ত (ছিলং), হেমচন্দ্ৰ দত্ত (যোৰহাট), হৰিপ্ৰসাদ বৰুৱা (ছিলং)



ৰত হৈ যি এক অপূৰ্ব সাহিত্যালোড়নৰ সৃষ্টি কৰিছে, তাৰপৰা আমি অসমৰ সাহিত্য গগণত ৰূপালী ৰেখাৰ চানেকি দেখিবলৈ পাইছোঁ।

## গুৱাহাটীত সভাৰ কাৰ্যালয়

গুৱাহাটীত কেৰেয়াত লৈ (মাহে ২৫.০০ টকা) এটা ঘৰ বন্দৱস্ত কৰা হয় আৰু মাহে ৪০.০০ টকা বেতনত কমলেশ্বৰ চলিহাক কৰ্মচাৰী নিযুক্তি দিবলৈ অনুমোদন জনায়। লগতে সভাই স্থায়ী ভৱন নিৰ্মাণৰ কাৰণে মাটিৰ আবণ্টন দিবলৈ চৰকাৰক অনুৰোধ জনায়। সেইমতে কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ এটা কোঠা কেৰেয়াত লৈ প্ৰথম গুৱাহাটী কাৰ্যালয় স্থাপিত হয়। সভাৰ আলমাৰি এটা কিনা হৈছিল। চকীদাৰো ৰখা হোৱা নাছিল।

## প্ৰথম স্মৃতি দিৱস পালন

৯ ছেপ্টেম্বৰ তাৰিখে চন্দ্ৰকান্ত সন্দিকৈৰ স্মৃতি দিৱস কেন্দ্ৰীয় কাৰ্যালয়তে পালন কৰি আহিছিল। কিন্তু ১৯৫৪ চনৰ ৯ জানুৱাৰি তাৰিখে শৰৎচন্দ্ৰ গোস্বামী আৰু জানুৱাৰি ২৬ তাৰিখে ৰাধাকান্ত সন্দিকৈ স্মৃতি দিৱস উলহ-মালহেৰে সভাৰ কেন্দ্ৰীয় কাৰ্যালয় আৰু অসমৰ সৰ্বত্ৰ পালন কৰা হয়। ৰাতি দীপাৱলীৰ ব্যৱস্থাও কৰা হৈছিল? এয়ে প্ৰথম স্মৃতি দিৱস আৰু পৰৱৰ্তী কালত ভাষা জননীৰ প্ৰতি সেৱা আগবঢ়োৱা বৰেণ্যসকলৰ স্মৃতি দিৱস পালনৰ নিয়ম হ'ল।

(১) বৰ্ষটোত সভাই ভাৰত চৰকাৰে ৰাজ্য পুনৰ গঠনৰ বাবে ভাৰতবৰ্ষক পাঁচোটা বিভাগত ভাগ কৰিবলৈ কৰা যত্নই অসমৰ স্বাৰ্থ বিঘ্নিত কৰিব বুলি ইয়াৰ প্ৰতিবাদ কৰি সভাই কেন্দ্ৰীয় চৰকাৰৰ লগত যোগাযোগ কৰে। তেনেকৈ উত্তৰ-পূব সীমান্ত অঞ্চলত হিন্দী প্ৰৱৰ্তন কৰি অসমক দ্বিভাষী ৰাজ্যৰূপে গঠন কৰাৰ বিৰোধিতা সভাই কৰে।

(২) অসমীয়া আখৰ-জোঁটনিৰ সংস্কাৰৰ বাবে সমিতি গঠন—

## সদস্যসকল আৰু সিদ্ধান্তসমূহ

অসম সাহিত্য সভাৰ মনোনীত তিনিজন সদস্য।

১. অসম সাহিত্য সভাৰ মনোনীত তিনিজন সদস্য।
২. গুৱাহাটী বিশ্ববিদ্যালয়ৰ মনোনীত তিনিজন সদস্য।
৩. অসমীয়া ভাষা শিকিবলৈ ইচ্ছা কৰা জনজাতীয় লোকৰ বাবে অসমীয়া ভাষাত গ্ৰন্থ ৰচনা।
৪. অতীত পুৰাতাত্ত্বিক সম্পদ উদ্ধাৰৰ বাবে চৰকাৰৰ লগত যোগাযোগ।
৫. যতীন্দ্ৰনাথ গোস্বামী আৰু হৰিশচন্দ্ৰ ভট্টাচাৰ্যক সহকাৰী সম্পাদকৰূপে মনোনীত।

৬. যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনটোৰ পৰিচালনাত আসোঁৱাহ দূৰ কৰিবৰ কাৰণে সভা যত্নপৰ হয়। সেই সময়ৰ পুথিভঁৰালী চন্দ্ৰনাথ দত্তফুকনক বেতনভোগী কৰ্মচাৰীস্বৰূপে সভাৰ পুথিভঁৰালত নিয়োগ কৰে।

৭. সভাৰ লগত লেকাত লাগি থকা বিনা বেতনে ভালেদিন কাম কৰা চকীদাৰ প্ৰমোদ চন্দ্ৰ হাজৰিকাক মাহে ৪০.০০ টকা দৰ্মহা দিয়াৰ ব্যৱস্থা। হাজৰিকাই পোনতে ৪ টকা বেতন পাইছিল। পিছত ১.০০ টকা বঢ়াই দিয়া হৈছিল, তাকো তিনিবছৰ এটকাও নোপোৱাকৈ সভাৰ ইতিহাসত নাম ৰাখি থৈ গ'ল। খালি পেটে থাকিও তেওঁৰ হৃদয়ৰ মণিকোঠাত বিশাল ঠাই জুৰি থকা চন্দ্ৰকান্ত সন্দিকৈ ভৱনক ধ্বংসৰ গৰাহৰ পৰা ৰক্ষা কৰিলে।

৮. চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ একাংশ সভাৰ কাৰ্যত বাধা নজন্মোৱাকৈ জনজাতি শিক্ষকসকলক অসম চৰকাৰে অসমীয়া ভাষা শিকাবলৈ কেৰেয়াত লয়।

৯. সভা-সমিতি পাতিবলৈ সভাৰ উদ্দেশ্যৰ অনুকূল অনুষ্ঠানক তিনি ঘণ্টালৈকে ১০.০০ টকা ধন দিব লাগিব বুলি কৰা সিদ্ধান্ত।[১২]

১০. চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ মেৰামতি, তাঁৰৰ বেৰা, চকীদাৰৰ ঘৰ নিৰ্মাণৰ বাবে সভাই সিদ্ধান্ত কৰে আৰু ৫,০০০.০০ টকা অনুমোদন কৰে।

১১. প্ৰাক্তন প্ৰধান সম্পাদক মুক্তানাথ বৰুৱাৰ লগত চলি থকা মোকৰ্দমাৰ সকলো কাকত-পত্ৰ কাছাৰীৰ পৰা সংগ্ৰহ কৰা হয়।

১২. ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰি ৰায়চৌধুৰী আৰু ৰত্নকান্ত বৰকাকতীক ভাৰত চৰকাৰে সভাৰ অনুৰোধমৰ্মে আৰ্থিক সাহায্য আগবঢ়ায়।

১৩. নাট্য আৰু সংস্কৃতিমূলক অনুষ্ঠানক আমোদ কৰৰ পৰা ৰেহাই দিবলৈ আৰু গ্ৰন্থৰ বিক্ৰিকৰ ৰেহাই দিবলৈ চৰকাৰক দাবী জনায়।

১৪. পুথি প্ৰকাশৰ লগত প্ৰচাৰ ব্যৱস্থা কৰা আৰু পুথি ক্ৰয় কৰিবৰ কাৰণে চৰকাৰে ২৫,০০০.০০ টকা বাজেটত ধৰিবলৈ সভাই অনুৰোধ জনায়।

১৫. অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে বুৰঞ্জীমূলক প্ৰবন্ধপঞ্জী যুগুত কৰিবৰ কাৰণে ৫০০.০০ টকাৰ অনুদান দিয়ে আৰু সূৰ্যকুমাৰ ভূঞাৰ সম্পাদনাত প্ৰকাশ হয়।

১৬. দ্বাবিংশ অধিৱেশনৰ অভ্যৰ্থনা সমিতিয়ে বাৰ্ষিকী ছপা কৰিবৰ বাবে ১,০০০.০০ টকা আগবঢ়ায়।[১৩]

১৭. ইউনেস্ক'ৰ ভাৰতীয় কমিছনৰ কৃষ্টি শাখাৰ সাহিত্য সভাৰ প্ৰতিনিধিৰূপে

১২। সভা-সমিতিৰ বাবে এনেকৈ ভৱন ব্যৱহাৰ কৰা এয়ে প্ৰথম। এই ব্যৱস্থা এতিয়াও চলি আছে।

১৩। সভাৰ অধিৱেশনৰ বাৰ্ষিকী ছপোৱাৰ এয়ে আৰম্ভণ। এই ব্যৱস্থা পৰৱৰ্তী কালতো আছিল।



শিৱপ্ৰসাদ বৰুৱাই যোগ দিয়ে আৰু ১৭/৫/৫৪ তাৰিখে সভাত প্ৰতিৱেদন দাখিল কৰে।

## অসম প্ৰকাশন পৰিষদ

অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে ১৭ মে', ১৯৫৪ তাৰিখে এটা প্ৰস্তাৱ গ্ৰহণ কৰিছিল। প্ৰস্তাৱটোৰ পূৰ্ণ পাঠ তলত দিয়া হ'ল।

১. (ক) ১৮২৬ খ্ৰীষ্টাব্দত অসমৰ স্বাধীনতা লুপ্ত হোৱাৰ দিন ধৰি ১৯৪৭ চনত স্বাধীনতাৰ পুনৰ প্ৰৱৰ্তনৰ দিনলৈকে আৰু বৰ্তমান কালতো সকলো সাহিত্যিকৰ আজীৱন অভিজ্ঞতাৰ কথা পৰ্যালোচনা কৰি অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে স্বীকাৰ কৰিছে যে অসমীয়া সাহিত্যৰ উন্নতিৰ সৰ্বপ্ৰধান অন্তৰায় হৈছে - পুথি প্ৰকাশ আৰু প্ৰচাৰৰ কাৰণে যথোচিত সুবিধাৰ অনাটন। প্ৰকাশৰ বিশেষ সম্ভাৱনা নথকাত ভালেমান গ্ৰন্থকাৰে গ্ৰন্থ ৰচনা কাম হাতত ল'বলৈ সংকোচবোধ কৰে; আৰু ৰচনা কৰিলেও বহুত ক্ষেত্ৰত গ্ৰন্থ প্ৰকাশৰ সুবিধা নথকাত সি হাতে লিখা অৱস্থাতে পৰি থাকে, নাইবা কালক্ৰমে নষ্ট হৈ যায়; গ্ৰন্থকাৰে নিজে ধন ভাঙি বা কোনো উদ্যোগী প্ৰকাশকৰ জৰিয়তে গ্ৰন্থ প্ৰকাশ কৰিলেও তাৰ ভালমতে বিক্ৰী আৰু প্ৰচাৰৰ অভাৱত গ্ৰন্থকাৰ আৰু প্ৰকাশক ক্ষতিগ্ৰস্ত হ'ব লগাত পৰে। সেই দেখি অসমীয়া গ্ৰন্থ প্ৰকাশৰ কাম হাতত ল'বলৈ গ্ৰন্থকাৰ আৰু প্ৰকাশক দুয়ো আগবাঢ়িবলৈ সাধাৰণতে অনিচ্ছুক হয়।

এইবোৰ অন্তৰায় গুচাবৰ নিমিত্তে সমিতিয়ে অসম গৱৰ্ণমেণ্টক টানি অনুৰোধ কৰে যেন অবিলম্বে চৰকাৰে বছৰি পঁচিশ হাজাৰ টকাৰ মঞ্জুৰি দি এটি গ্ৰন্থ প্ৰকাশনী পুঁজি স্থাপন কৰে। অসম সাহিত্য সভা প্ৰমুখ্যে অসমৰ কৃষ্টি আৰু শিক্ষামূলক অনুষ্ঠানসমূহৰ প্ৰতিনিধিৰে সংগঠিত কমিটীৰ মনোনয়নৰ ওপৰত ভেটি কৰি অসমৰ মুখ্যমন্ত্ৰী, বিত্তমন্ত্ৰী আৰু শিক্ষামন্ত্ৰী এই তিনিজনৰ চূড়ান্ত সিদ্ধান্ত অনুসাৰে কোনো প্ৰকাশিত গ্ৰন্থৰ অন্ততঃ পাঁচশ কপি এই পুঁজিৰ ধনেৰে গৱৰ্ণমেণ্টে কিনি ল'ব আৰু তাক স্কুল-কলেজ আৰু অন্যান্য কৃষ্টিকেন্দ্ৰ আৰু শিক্ষাকেন্দ্ৰৰ লাইব্ৰেৰিলৈ বিনামূল্যে দান কৰিব। অসমীয়া ভাষাত লিখা গ্ৰন্থ আৰু অসমৰ ইতিহাস, কৃষ্টি, ভাষা আৰু সাহিত্য সম্পৰ্কীয় ইংৰাজী আৰু অসমত প্ৰচলিত যি কোনো ভাষাতে লিখা গ্ৰন্থ এই পুঁজিৰ পৰা সাহায্যৰ কাৰণে বিৱেচিত হ'ব। সাধাৰণতে গ্ৰন্থ প্ৰকাশিত অৱস্থাত গৱৰ্ণমেণ্টৰ বিৱেচনাৰ কাৰণে দাখিল কৰিব লাগিব। কোনো গ্ৰন্থকাৰে হাতে লিখা অৱস্থাতো দাখিল কৰিব পাৰিব। কিতাপ নিয়মক্ৰমে ছপা হৈ ওলালে তাৰ অন্ততঃ পাঁচশ কপি গৱৰ্ণমেণ্টে কিনি লোৱাৰ প্ৰতিশ্ৰুতি পালে গ্ৰন্থকাৰে নিজৰ উদ্যমেৰে তাক নিৰ্দিষ্ট সময়ত ছপা কৰি উলিয়াব লাগিব, আৰু উক্ত পুঁজিৰ অৰ্থেৰে কিনাৰ কাৰণে

প্ৰকাশিত গ্ৰন্থ দাখিল কৰিব লাগিব। এই পুঁজি পৰিচালনাৰ অৰ্থে যাৱতীয় নিয়ম প্ৰণালী গৱৰ্ণমেণ্ট যথাসময়ত নিবন্ধন কৰিব আৰু এই পুঁজিৰ পৰিচালনাৰ ভাৰ থাকিব গৱৰ্ণমেণ্টৰ শিক্ষাবিভাগৰ নিৰ্দিষ্ট কৰ্মচাৰীৰ ওপৰত। এই প্ৰস্তাৱটি সমৰ্থন কৰি ১৯৫৪ চনৰ ১৩ জুন তাৰিখে Assam Tribune কাকত, ২৬ জেঠ, ১৮৭৭ শক তাৰিখে নতুন অসমীয়া আৰু ১১ আহাৰ, ১৮৭৬ শকত অসমীয়া কাকতত বাতৰি পৰিৱেশন হৈছিল। তিনিওটা বাতৰি তলত দিয়া হ'ল—

***A Laudable Move :-*** *"The Executive Committee of the Asam Sahitya Sabha has in its meeting at Jorhat last month initiated a laudable move, calculated to develop and enrich the literary wealth of Assam by urging upon the State Government the creation of a Publication Fund by sanctioning an annual sum of at least Rs. 25,000. The plan is to help the authors and publishers of valuable books by purchasing on behalf of the Government at least 500 copies of each book after such books have been approved of by a competent committee drawn from the representatives of the Asam Sahitya Sabha and other cultural and educational institutions and organizations of Assam. What is important for the Government to realize is that litterateurs and publishers in Assam stand badly in need of Government's patronage. The literary men and publishers in Assam have lain under heavy handicaps ever since the British deprived this State of independence and annexed it to their Indian Empire in 1826. The alien administration paid little heed to the cultural and educational needs of the people of this north-eastern mist province. The result was that whereas Universities were flourishing and giving an impetus, among others, to the revival and development of the languages of the provinces concerned, Assam, though a seat of ancient learning, was kept without a University of her own and had to wait for the enjoyment of the blessing till the liberation of the country from the British yoke which was effected less than seven years back. In these circumstances it must be admitted on all hands that Assam has much leeway to make up in the field of literary publications, especially those relating to books dealing with Assam's indigenous culture, history and literature. The Asam Sahitya Sabha has in its resolution referred to the deplorable fact of many valuable works lying and rotting in manuscript form in Assam due to the impecuniosity of authors and shyness of publishers in the matter of their publication in book form.*

*Some time ago the Government of Assam through a Press Note announced their decision to award three prizes to the value of Rs. 500 each to the writers of two best dramas on the Freedom Movement of 1942 and on any social, historical and mythological event concerning the*



*plains or hills areas of Assam as also to the author of a thesis on Gandhism relating to one of the subjects specified in the Press Note, which at the same time declared that the Government intended to purchase copies of each prize-winning book to the value of Rs. 500. Welcome as this move is on the part of the Government, the public will not consider it enough help in the cause of much needed literary productions in Assam. Much more financial aid is to be given and active steps taken by the Government to give a fillip to the efflorescence of literature in Assam. Remembering that so long as the British Government was in the saddle Assam's arts, culture and letters had to languish for the want of due recognition and pattronage by the State. The public today eagerly expect that the Government managed by their own leaders will come forward with adequate help and guidance and do the needful in the matter. In this view we should like to pointedly draw the immediate attention of the Government to the modest resolution of the Asam Sahitya Sabha for the creation of a Publication Fund and purchase of valuable books for free distribution to libraties and other cultural institutions. We hope that the Government by accepting this proposal will mark the beginning of an enlightened and liberal policy in the cause of arts, culture and letters in Assam. Once the Government take the lead in the matter, which they should, the necessary co-operation will undoubtedly be forthcoming from the Asam Sahitya Sabha and other cultural organizations as also the the cultural sections of the public. As has been pointed out by the Sabha, the Governments of Uttar Pradesh, Bihar and West Bengal have already endowed funds for the encouragement and assistance of the litterateurs of the respective State. It is time that Assam vied with her sister States in this glorious enterprise."* –**"Assam Tribune"**, *June 13– 1954.*

**আকৰ্ষণীয় আচঁনি ঃ** "অসম সাহিত্য সভাই আগবঢ়োৱা আচঁনি এখনে আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। সাহিত্য সভাই প্ৰস্তাৱ কৰিছে যে গ্ৰন্থ প্ৰকাশ কৰিবৰ বাবে এটা পুঁজি গঠন কৰি চৰকাৰে সেই পুঁজিলৈ বছৰি অন্ততঃ ২৫ হেজাৰ টকা আগবঢ়াব লাগে। সেই পুঁজিৰ ধনেৰে কিছুমান গ্ৰন্থ প্ৰকাশ কৰা হ'ব আৰু চৰকাৰে নিজে তাৰ পৰা কমেও পাঁচশ কিতাপ কিনি লৈ স্কুল, কলেজ, কৃষ্টিকেন্দ্ৰ আদিত বিনামূল্যে বিতৰণ কৰিব লাগে। যিবোৰ কিতাপ এই আচঁনিমতে প্ৰকাশ কৰা হ'ব, সেইবোৰ বাচিবলৈ সংস্কৃতি আৰু শিক্ষামূলক অনুষ্ঠানৰ প্ৰতিনিধিসকলক লৈ এখন কমিটী গঠন কৰি দিয়া হ'ব। অসম সাহিত্য সভাই এটা সজ উদ্দেশ্য লৈ প্ৰস্তাৱটো আগবঢ়াইছে আৰু আমিও তাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছোঁ। প্ৰস্তাৱটোৰে সংশ্লিষ্ট সকলোৰে দৃষ্টি আকৰ্ষণ কৰা উচিত আৰু এই বিষয়ে সুচিন্তিত সিদ্ধান্ত এটাত উপনীত হৈ সেই

*মতে ব্যৱস্থা লোৱাটো অতি প্ৰয়োজনীয় হৈ পৰিছে। লিখকৰ আৰ্থিক সামৰ্থ্য নথকা, কেতবোৰ কিতাপৰ প্ৰকাশৰ বাবে প্ৰকাশকৰ অভাৱ আৰু পঢ়ুৱৈৰ অভাৱৰ কাৰণে আমি এটা দুৰ্যোগৰ মুখত পৰিছো। এই সমস্যাৰ সমাধানকল্পে আঁচনিখন আগবঢ়োৱা হৈছে। কিছুমান কিতাপৰ পঢ়ুৱৈৰ সংখ্যা কম বুলি প্ৰকাশকসকলে তেনে কিতাপ প্ৰকাশ কৰিব নোখোজে, তেহেলৈ কিতাপখন যিমানেই মূল্যৱান নহওক; কিয়নো খটোৱা টকা সৰহীয়া কাললৈ বন্দী কৰি ৰাখিবলৈ তেওঁলোক প্ৰস্তুত নহয়। দ্বিতীয়তে এনে কিছুমান কিতাপ আছে, যিবোৰ প্ৰকাশ কৰিবলৈ বহুত টকাৰ প্ৰয়োজন; সেই কাৰণেও সেইবোৰে প্ৰকাশৰ মুখ নেদেখে। তৃতীয়তে কিছুমান কিতাপ আৰু পুৰণি পুথি আছে— আমাৰ ঐতিহাসিক, সাংস্কৃতিক জীৱনধাৰা সম্পূৰ্ণভাৱে উদঙাই দেখুৱাব পৰাকৈ সেইবোৰ প্ৰকাশ পোৱা বাঞ্ছনীয়। 'ডাঃ কাকতি সোঁৱৰণী' বক্তৃতা দিওঁতে ডাঃ সুনীতি কুমাৰ চট্টোপাধ্যায়েও সিদিনা সেই কথাকে কৈছিল। এনে পুঁজি একোটাই সেইবোৰ ক্ষেত্ৰত বিশেষ সহায় কৰিব পাৰে। অসম চৰকাৰ, বিশ্ববিদ্যালয়, সাহিত্য সভা আৰু সুধীসমাজৰ সহযোগিতাই সেই পথকে মুকলি কৰক। অসমীয়া ভাষাৰ বুৰঞ্জী— এই সিতানত খণ্ড খণ্ডকৈ এলানি তথ্যবহুল কিতাপ আমাক লাগে। তদুপৰি অসমীয়া ভাষাক সমাগত দিনৰ দায়িত্ব বহন কৰিব পৰাকৈ গঢ়ি তুলিবলৈকো আমাক বিভিন্ন বিষয়ৰ মাজতো কিতাপ লাগে। এতিয়া প্ৰকাশৰ পুঁজি গঠন কৰাৰ লগতে চাহিদা পূৰণ কৰিব পৰাকৈ কিতাপ প্ৰস্তুত কৰাৰো প্ৰণালীবদ্ধ ব্যৱস্থা এটা হাতত ল'লে, দুয়োটা ব্যৱস্থাৰ মাজত সমন্বয় ৰক্ষা কৰি চলিলে আৰু প্ৰকাশৰ বাবে কিতাপ বছা কমিটীখনো উপযুক্ত অৰ্হতাসম্পন্ন লোকৰ দ্বাৰা গঠিত হ'লে আমি যথেষ্ট সুফল আশা কৰিব পাৰো।' —**"নতুন অসমীয়া"**— ২৬ জেঠ, ১৮৭৭ শক।*

***অসমীয়া সাহিত্যৰ বিকাশ* ঃ** *"অলপতে অসম সাহিত্য সভাই এটি সুচিন্তিত প্ৰস্তাৱৰ যোগেদি অসমীয়া পুথি প্ৰকাশৰ আঁচনি এখন অসম চৰকাৰৰ ওচৰত দাখিল কৰিছে। আঁচনিখনত কোৱা হৈছে যে— প্ৰকাশৰ বিশেষ সম্ভাৱনা নথকাত ভালেমান গ্ৰন্থকাৰে গ্ৰন্থ ৰচনা কাম হাতত ল'বলৈ সংকোচবোধ কৰে আৰু ৰচনা কৰিলেও বহুত ক্ষেত্ৰত গ্ৰন্থ প্ৰকাশৰ সুবিধা নথকাত সি হাতে-লিখা অৱস্থাতে পৰি থাকে, নাইবা কালক্ৰমে নষ্ট হৈ যায়। গ্ৰন্থকাৰে নিজে ধন ভাঙি বা কোনো উদ্যোগী প্ৰকাশকৰ জৰিয়তে গ্ৰন্থ প্ৰকাশ কৰিলেও তাৰ ভালমতে বিক্ৰী আৰু প্ৰচাৰৰ অভাৱত গ্ৰন্থকাৰ আৰু প্ৰকাশক ক্ষতিগ্ৰস্ত হ'ব লগাত পৰে। সেই দেখি অসমীয়া গ্ৰন্থ প্ৰকাশক দুয়ো আগবাঢ়িবলৈ সাধাৰণতে অনিচ্ছুক হয়। এইকথা যে সম্পূৰ্ণ সত্য সি নিঃসন্দেহ। ইয়াৰ প্ৰতিকাৰৰ অৰ্থে সাহিত্য সভাই গৱৰ্ণমেণ্টক অনুৰোধ জনাইছে—'যেন অবিলম্বে চৰকাৰে বছৰি অন্ততঃ ২৫ হেজাৰ টকা মঞ্জুৰি দি গ্ৰন্থ প্ৰকাশ পুঁজি স্থাপন কৰে। অসমীয়া ভাষাত লিখা গ্ৰন্থ আৰু অসমৰ ইতিহাস, কৃষ্টি, ভাষা আৰু সাহিত্য সম্পৰ্কীয় ইংৰাজী আৰু অসমত প্ৰচলিত যি কেনো ভাষাতে লিখা গ্ৰন্থ এই পুঁজিৰ পৰা সাহায্যৰ কাৰণে বিবেচিত হ'ব। এনে এখন আঁচনি গৱৰ্ণমেণ্টে নিজেই ৰচনা কৰি কেতিয়াবাই তাক কাৰ্যত পৰিণত কৰাটো উচিত আছিল। এতিয়াও প্ৰস্তাৱটোত গুৰুত্ব আৰোপ কৰি পুথি প্ৰকাশনী পুঁজি এটি স্থাপন কৰিব বুলি আমি আশা কৰিছোঁ। এনে পুঁজি স্থাপিত হ'লে বছৰে বছৰে অনেক লাগতিয়াল অসমীয়া পুথি প্ৰকাশ হৈ ওলাব, অসমীয়া সাহিত্যৰ ভৰাল চহকী হ'ব আৰু অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰচাৰত সহায় হ'ব।" **"অসমীয়া"— ১১ আহাৰ,** ১৮৭৬ শক।*

*ইয়াৰ পিছত সভাই প্ৰস্তাৱটো কাৰ্যকৰী নোহোৱাত বিমলা প্ৰসাদ চলিহাৰ দিনত পুনৰ চৰকাৰৰ ওচৰত উত্থাপন কৰে। সেইমতে ১৯৫৮ চনৰ ১৫ আগষ্টৰ দিনা সভাৰ প্ৰস্তাৱৰ সঁহাৰি জনাই ৰাজহুৱাভাৱে অসম প্ৰকাশন পৰিষদ গঠন কৰা হ'ল বুলি ঘোষণা কৰে। তেতিয়াৰ শিক্ষামন্ত্ৰী দেৱেশ্বৰ শৰ্মাই সেইদিনাই এক লাখ টকাৰ অনুদান আগবঢ়োৱা হৈছে বুলি ঘোষণা কৰে।*

*প্ৰথমগৰাকী সচিব বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে 'অসম প্ৰকাশন পৰ্যদ' নাম দিছিল। বিৰিঞ্চি কুমাৰ বৰুৱাৰ পৰামৰ্শমতে সভাৰ অনুমোদন বিচৰাত সভাই 'অসম প্ৰকাশন পৰিষদ' নামটোত অনুমোদন জনায়। তেতিয়াই 'পৰ্যদ'ৰ ঠাইত 'পৰিষদ' হ'ল।*[১৪]

## চন্দ্ৰকান্ত অভিধান

২.৫.৫৪ তাৰিখে চন্দ্ৰকান্ত ইন্দ্ৰকান্ত ন্যাস সমিতিৰ বৈঠকত সেই সময়ৰ শিৱসাগৰ জিলাৰ উপায়ুক্ত বি.এল. সেন, কৃষ্ণকান্ত সন্দিকৈ, দেৱেশ্বৰ শৰ্মা, ফণীন্দ্ৰনাথ গোস্বামী, অতুলচন্দ্ৰ হাজৰিকা উপস্থিত আছিল। বৈঠকৰ ৫নং প্ৰস্তাৱ মৰ্মে গুৱাহাটী বিশ্ববিদ্যালয়ক চন্দ্ৰকান্ত অভিধান সংশোধনৰ দায়িত্ব দিয়া হয়। সভাই বছৰি ৫০০.০০ টকা বিশ্ববিদ্যালয়ক দানস্বৰূপে দিবলৈ সিদ্ধান্ত কৰে। ইতিমধ্যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৩০ মে' তাৰিখৰ কাৰ্যবাহী কাউন্সিলত গৃহীত হোৱা ৩ নং প্ৰস্তাৱটো ৫০০.০০ টকাৰ দান গ্ৰহণ কৰে আৰু সংশোধনৰ দায়িত্ব লয়। আনহাতে সেই উদ্দেশ্যে কৃষ্ণকান্ত সন্দিকৈদেৱে (তেতিয়া উপাচাৰ্য) বছৰি ১৫০০.০০ টকা বিশ্ববিদ্যালয়ক দিবলৈ সিদ্ধান্ত কৰি প্ৰথম বছৰৰ ১৫০০.০০ টকা আদায় দিয়ে। সত্যেন্দ্ৰ শৰ্মা আৰু মহেশ্বৰ নেওগক সম্পাদনাৰ দায়িত্ব দিয়ে আৰু এখন সমিতি সূৰ্যকুমাৰ ভূঞা, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, অতুলচন্দ্ৰ হাজৰিকাক লৈ গঠন কৰে। ১৯৫১ চনৰ ১ জুলাই তাৰিখৰ পৰা দায়িত্ব গ্ৰহণ কৰা শৰ্মা আৰু নেওগক মাহে ৭৫.০০ টকাকৈ বানচ দিবলৈ সিদ্ধান্ত কৰে। ইয়াৰ পিছতে ন্যাস সমিতিয়ে গুৱাহাটী বিশ্ববিদ্যালয়ক প্ৰকাশৰ দায়িত্ব দিয়ে। ২/১২/৫৪ তাৰিখে অনুষ্ঠিকত কাৰ্য নিৰ্বাহক সমিতিয়ে প্ৰতি তাঙৰণত তলত দিয়া কথাখিনি

১৪। অসম সাহিত্য সভাৰ ৰূপলেখা, পৃ. ১১৩

অন্তৰ্ভুক্ত কৰিবলৈ বিশ্ববিদ্যালয়ক অনুৰোধ জনায় — The compilation of Chandrakanta Abhidhan was initiated in 1930 by the Asam Sahitya Sabha and its first edition was published in 1933 under the auspicious of the Asam Sahitya Sabha আৰু লগতে প্ৰতি তাঙৰণৰ ১০ খনকৈ গ্ৰন্থ সভাক দিবলৈ অনুৰোধ জনায়।



## সূৰ্যকুমাৰ ভূঞা

খ্যাতনামা সাহিত্যিক বুৰঞ্জীবিদ, কবি সূৰ্যকুমাৰ ভূঞা (জন্ম ২৭ জানুৱাৰি, ১৮৯২ চন, মৃত্যু ৫ জুলাই, ১৯৬৪ চন)-ৰ জন্ম হয় নগাঁৱৰ ফৌজদাৰী পট্টিত। পিতৃ ৰবীলাল ভূঞা আৰু মাতৃ ভুৱনেশ্বৰী ভূঞা। নগাঁও মধ্য অসমীয়া স্কুল আৰু পিছত নগাঁও চৰকাৰী হাইস্কুলৰ পৰা গৈ ছিলং হাইস্কুলত নাম লগায়। তাৰ পৰাই কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত এণ্ট্ৰেন্স পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হয়। প্ৰৱেশিকা পৰীক্ষা দি আহৰি হৈ থকা সময়তে আহোমৰ দিন নামে এখন গ্ৰন্থ ৰচনা কৰে। পিছত এইখন ১৯১৮ চনত প্ৰকাশ হয় আৰু কলিকতা বিশ্ববিদ্যালয়ৰ ইণ্টাৰ মিডিয়েটৰ পাঠ্যপুথিৰূপে নিৰ্বাচিত হয়। ইয়াৰ পিছত কটন কলেজৰ পৰা ১৯১১ চনত আই এ পাছ কৰে, ১৯১৩ চনত কলিকতাৰ প্ৰেচিডেন্সি কলেজৰ পৰা ইংৰাজীত অনাৰ্চসহ বি এ পাছ কৰে। ১৯১৬ চনত ইংৰাজীত এম এ আৰু ১৯২৪ চনত আইন পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯১৬-১৮ চনলৈ যোৰহাট বেজবৰুৱা হাইস্কুলত শিক্ষকতা কৰা ভূঞাই ১৯১৮ চনৰ ৪ জুলাই তাৰিখে ইংৰাজী বিষয়ৰ প্ৰথমগৰাকী অসমীয়া অধ্যাপকৰূপে যোগ দিয়ে। অসম উপত্যকাৰ ভাৰপ্ৰাপ্ত স্কুল পৰিদৰ্শক (১৯৪০-৪২) কটন কলেজৰ ভাৰপ্ৰাপ্ত অধ্যক্ষ (১৯৪৬-৪৭) অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালকৰ (১৯৪৭), অসমৰ শিক্ষাধিকাৰ (১৯৪৮)। চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছত দুবছৰ ৰাজ্যসভাৰ সদস্য (১৯৫৭-৬০) হয়। ব্ৰিটিছ চৰকাৰে ৰায়বাহাদুৰ (১৯৩৬) আৰু ভাৰত চৰকাৰে পদ্মশ্ৰী (১৯৫৬) উপাধিৰে সন্মান জনায়।

ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড কমিছনাৰ সদস্য (১৯২৮-৪৭) হয়। ১৯২৮ চনত সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনৰ লাহোৰ অধিৱেশন, ১৯২৯ চনত গোৱালিয়ৰ অধিৱেশন ১৯৩৫ চনত পুনাত বহা Indian History Congress, ১৯৩৯ চনত বহা কলিকতাৰ Indian History কংগ্ৰেছত ক্ৰমে *অসমীয়া বুৰঞ্জী সাহিত্য, ডক্তৰ ৱেড, লাচিত বৰফুকন, ৰুদ্ৰসিংহৰ* বিষয়ে গৱেষণা পত্ৰ পাঠ কৰে। জোনাকী, বিজুলী, বাঁহী, আসাম বন্তি, আসাম বান্ধৱ, আলোচনী, আৱাহন আদি পত্ৰিকাত প্ৰবন্ধ, কবিতা প্ৰকাশ পায়। অসমীয়া আৰু ইংৰাজী ভাষাত সম্পাদনা কৰা গ্ৰন্থৰ সংখ্যা দুকুৰিৰো অধিক। *An Assamese Nurjahan* (১৯২৬), *Early British Relation with Assam* (১৯২৮), তুংখুঙীয়া বুৰঞ্জী (১৯৩৩), *Assamese Historical Literature, Assamese Literature Anciant and Modern* (১৯৩৬), *An Account of Assam* (১৯৪০), *Lachit Borphukan and His Times* (১৯৪৭), *Anglo Assamese Relation 1971-1826* (১৯৪৯), *Some Literary Reminieence* (১৯৫৪), *Studies in the Literature of Assam* (১৯৫৬), *Atan Buragohain and his times*

(১৯৫৭), *Men I have met* (১৯৬২) *কোঁৱৰ বিদ্ৰোহ* (১৯৪৮), *বুৰঞ্জীৰ বাণী* (১৯৫১), *ৰমণী গাভৰু* (১৯৫১), *মীৰজুমলাৰ অসম আক্ৰমণ* (১৯৫৬), *শৰাইঘাটৰ সুবচনী* (১৯৬৩), *স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ* (১৯৭৫) আদি কেইখনমান গ্ৰন্থ। *নিৰ্মালী* (১৯১৮), *জয়মতী উপাখ্যান* (১৯২০) কাব্য। *আনন্দৰাম বৰুৱা* (১৯২০) আৰু উল্লেখযোগ্য জীৱনী হ'ল— *গোপালকৃষ্ণ গোখলে* (১৯১৬), *জোনাকী* (১৯২৮), *চানেকি* (১৯২৮) আদি। *বৰফুকনৰ গীত* (১৯২০) *কলিকতাৰ পুথি পঞ্চমী* (১৯২৭) চুটিগল্প সংকলন। উল্লেখযোগ্য কেইখনমান সম্পাদিত গ্ৰন্থ— *অসম বুৰঞ্জী* (১৯৩০), *কামৰূপ বুৰঞ্জী* (১৯৩০), *তুংখুঙীয়া বুৰঞ্জী* (১৯৩২), *দেওধাই অসম বুৰঞ্জী* (১৯৩৩), *অসমৰ পদ্য বুৰঞ্জী* (১৯৩৩), *পাদশ্যাহ বুৰঞ্জী* (১৯৩৪), *কছাৰী বুৰঞ্জী* (১৯৩৬), *জয়ন্তীয়া বুৰঞ্জী* (১৯৩৭), *ত্ৰিপুৰা বুৰঞ্জী* (১৯৩৮), *সাতসৰী অসম বুৰঞ্জী* (১৯৬০)। অসম সাহিত্য সভাৰ সভাপতিৰ উপৰি ১৯২৬ চনত ধুবুৰীত হোৱা ৯ম অধিৱেশনৰ বুৰঞ্জী শাখাৰ সভাপতি হৈছিল।

## অভিভাষণৰ সুবচন

*স্বাধীনতাৰ বৰগছ অসমত পাতে-ফুলে জক্‌মক্ হৈ ফুলিছিল। সেইবুলি অসমীয়া পাৰমাৰ্থিক আৰু মানসিক অৱদানত পিছ পৰা জাতি নাছিল। প্ৰাচীন এথেন্সবাসী নাগৰিকসকলৰ দৰে অসমীয়াৰ মাজতো মেধাশক্তি আৰু শৌৰ্য-বীৰ্য দুয়োৰো বিচক্ষণ সমাৱেশ ঘটিছিল। অসমৰ স্বাধীনতা দিনৰ সাহিত্যলৈ দৃষ্টিপাত কৰিলে আমি স্তম্ভিত নহৈ নোৱাৰোঁ। এই সাহিত্য হিমালয়গিৰিৰ দৰে উচ্চ, পৰ্বতীয়া নৈৰ দৰে কোবাল আৰু বনৰ চৰাইৰ মাতৰ দৰে সুৰদি। প্ৰজাৰ মংগলেই হৈছে শাসনৰ একমাত্ৰ উদ্দেশ্য— এই আদৰ্শত স্থিৰচিত্ত হৈ থাকিবলৈ হ'লে মনত নৈতিক বলৰ প্ৰয়োজন। এই নৈতিক বলৰ প্ৰেৰণা দিব পাৰে অকল সাহিত্যই। নহ'লে, দেশত সংসদ-সদস্যৰে উভৈনদী হ'লেও ৰাইজৰ মংগল সাধন নোহোৱাকৈ থাকিব পাৰে। সেই দেখি গণতন্ত্ৰৰ যুগত সজ সাহিত্যৰ প্ৰচাৰ নিতান্ত আৱশ্যকীয়, যাতে সাধাৰণ নাগৰিক ভোটাৰৰ পৰা আৰম্ভ কৰি সৰ্বোচ্চ শাসকলৈকে সকলোৱে নৈতিক আদৰ্শৰ দ্বাৰা প্ৰণোদিত হৈ দেশ শাসনৰ কাম পৰিচালনা কৰিব পাৰে। এই নৈতিক আদৰ্শৰ অভাৱ ঘটিলে, আমি হয়তো তৰ্কযুদ্ধৰ জয়-পৰাজয়ৰ লীলা সদাই চকুৰে দেখা পাই থাকিম কিন্তু ৰাইজৰ অৱস্থা সেই কৌটিকলীয়া আন্ধাৰতে পৰি থাকিব। স্তৰে স্তৰে শাসকসকলৰ প্ৰকৃত কৰ্তব্য নিৰূপণ কৰাটো গণতান্ত্ৰিক যুগৰ সাহিত্যৰ এটি প্ৰধান উদ্দেশ্য হোৱাটো বাঞ্ছনীয়। আদৰ্শত অৰাজকতা আন্ধাৰ হ'লে জাতি লক্ষভ্ৰষ্ট হোৱাৰ আশংকা। মহাজ্ঞানী চক্ৰেটিছৰ শিষ্য প্লেটোৰ 'ৰিপাব্লিক'ৰ চানেকিৰে কোনোবাই এখন ভাল গ্ৰন্থ লিখিলে সেই পুথি গণতন্ত্ৰৰ বেদ বুলি পৰিগণিত হ'ব।*



* * *

*সাহিত্যই হৈছে দেশৰ ঐক্যসাধনাৰ প্ৰধান উপায়। প্ৰত্যেক জাতিৰে অতীজ সম্ভাৰ আছে, এই অতীজ সম্ভাৰ হৈছে জাতিৰ এজমালি সম্পত্তি। এই এজমালি সম্পত্তিৰ ভাগ-বিতৰণ যিমানেই ব্যাপক হয় তিমানেই জাতিৰ ভিন্-ভিন্ মানুহৰ মাজত একে মনোভাৱৰ সৃষ্টি হয়। অসমীয়া সাহিত্যৰ উন্নতিৰ বাটত প্ৰধান বন্ধক হৈছে অসমীয়া পাঠক-পাঠি সংখ্যা তেনেই তাকৰ। কোনোবাই খৰচ কৰি সাধাৰণ মনোৰঞ্জক কিতাপ ছপালে সেই কি বিক্ৰী কৰি লিখকে ছপা খৰচখিনি উলিয়াব পাৰে, আৰু হয়তো লিখকে দুপইচা লাভো কৰিব পাৰে। কিন্তু গৱেষণাপূৰ্ণ উচ্চ ধৰণৰ কিতাপ বিক্ৰী কৰাটো অতি টান, তেনে ধৰণৰ কিতাপ উলিয়াবলৈ গ্ৰন্থকাৰ আৰু প্ৰকাশক দুয়ো সাতবাৰ ভাবিব লগাত পৰে। তাৰ ফলত মূল্যৱান অসমীয়া কিতাপ হাতে লিখা অৱস্থাত এনেয়ে পৰি আছে। অনেক কিতাপ সেই অৱস্থাতে লোপ পাইছে। যাতে এই মূল্যবান গ্ৰন্থবোৰ প্ৰকাশ কৰিব পাৰি তাৰ কাৰণে সাহিত্য সভাৰ এটা শকত ধনৰ পুঁজি থকাটো বাঞ্ছনীয়।*

* * *

*ভাৰতৰ সংবিধানমতে পোন্ধৰ বছৰৰ মূৰত হিন্দী ভাষা ভাৰতৰ চৰকাৰী ভাষাৰূপে পৰিগণিত হ'ব লাগিব। তাৰ কাৰণে হিন্দী ভাষা শিকোৱাৰ ব্যৱস্থা সকলো ঠাইতে কৰা হৈছে আৰু তাৰ অৰ্থে চৰকাৰৰ ঘৰৰ পৰাও অৰ্থ সাহায্য দিয়া হৈছে। হিন্দী ভাষাৰ প্ৰচাৰৰ ফলত ভাৰতৰ বিভিন্ন প্ৰাদেশিক ভাষাৰ প্ৰাধান্য টুটাৰ কোনো আশংকা নাই বুলি আমি ভাবোঁ। হিন্দী ভাষাৰ প্ৰচাৰ চলি থাকক, সি আইন-সংগত কাম। তাৰ লগে লগে অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থেও আমি যথাসাধ্য চেষ্টা কৰি থাকোঁ। যদি কোনোবাই কয়—"হেৰা অসমীয়া, তুমি অসমীয়াত আৰু কিতাপ নিলিখিবা, হিন্দীতহে লিখিবা, কাৰণ তেনেহ'লে বহুত মানুহে তোমাৰ কিতাপ পঢ়িব।" বোধকৰোঁ অসমীয়া ভাষাক বিসৰ্জন দিবলৈ কোনেও তেনেকৈ নিমন্ত্ৰণ নকৰিব। অসমীয়াই সকলো এৰিব পাৰে, কিন্তু অসমীয়া মাত-কথা এৰিলে অসমীয়া হৈ থাকিব কিমান কাল?*

*সাহিত্য সভাক টনকিয়াল কৰিব লাগে বুলি সকলোৱে বাঞ্ছা কৰিছে। এই কামৰ নিমিত্তে আমাৰ আৱশ্যক হৈছে নিস্বাৰ্থ কৰ্মীবৃন্দৰ। তেনে কৰ্মী ওলালে ধনৰ অনাটন নহ'ব, কাৰণ অগ্নিময় দেশপ্ৰেমৰ সংস্ৰৱত বজ্ৰ কঠিন ধনাঢ্যৰ হৃদয়ো পমি-গলি লৱনুসদৃশ কোমল হৈ পৰে। মানুহৰ মনোভাৱ দুই তৰপৰ,— নিজে খাই-বৈ সুখেৰে জীয়াই থকাকে প্ৰথম তৰপৰ মানুহে জীৱনৰ মুখ্য উদ্দেশ্য বুলি ভাবে। দ্বিতীয় তৰপে, নিজৰ জীৱন-নিৰ্বাহৰ উপৰি পৰৰ উপকাৰ সাধনৰ কাৰণে অহোৰাত্ৰি চিন্তা কৰি থাকে। এই দ্বিতীয় তৰপৰ মানুহৰ পৰাই দেশৰ মঙ্গল সাধিত হয়। খাই-বৈ থকাই জীৱনৰ*

একমাত্র উদ্দেশ্য নহয়। এই কথা কবি পণ্ডিত দার্শনিক শাস্ত্রজ্ঞসকলে উৰ্দ্ধবাহু হৈ যুগ যুগান্তৰে প্রচাৰ কৰি আহিছে। বিশেষত যি ভাৰতৰ প্ৰধান মন্ত্ৰ হৈছে পৰসেৱা, তাৰ এচুকত থিয় হৈ এই বিষয়ে সৰহকৈ কোৱাটো অনাৱশ্যক। মুঠকে ক'ব পাৰি যে মনুষ্য জীৱন অতি দুৰ্লভ, ইয়াৰ ভিতৰতে পৰসেৱা নকৰিলে দেৱতাই দিয়া ফুল এপাহি যেন দলিয়াই পেলোৱা হয়।

* * *

প্ৰত্যেক অসমীয়াই উপলব্ধি কৰা উচিত যে সাহিত্য সভাৰ উন্নতি সাধন কৰি আমি অসমীয়া একতা ডোলত বান্ধ খাই থাকিম, আমাৰ কৃষ্টি আৰু সভ্যতাৰ সমৃদ্ধি দেশবাসী আৰু পৰদেশবাসী সকলোৱে জানিব পাৰিব, আৰু সাহিত্য সধানাৰ সহায়েৰে আমাৰ মনোভাৱ উচ্চ কৰিব পাৰিম, সেই উচ্চ মনোভাৱৰ সৌৰভ গোটেই জাতীয় জীৱনতে বিয়পি পৰিব। যিসকলে স্বাৰ্থসিদ্ধিৰ অভিসন্ধিকে জীৱনৰ একমাত্র কৰ্মপন্থা বুলি ভাবে তেওঁলোকক সমাজে চিনি পাবলৈ সৰহ পৰ নালাগে। এই সুপৱিত্ৰ সাহিত্য সভা অনুষ্ঠানত তেনে স্বাৰ্থন্বেষী মানুহৰ যেন হাট-বাট নহয়। তাৰ হন্তে সকলো সতৰ্ক সজাগ হৈ থকাতো উচিত।

* * *

সাহিত্য সভাই কি কি কাম হাতত লোৱাটো উচিত তাৰ দীঘলীয়া তালিকা যুগুত কৰা অতি সহজ। কিন্তু কাম হাতত লৈ তাক সম্পাদন কৰিব নোৱাৰিলে সাহিত্য সভা হাঁহিয়াতৰ পাত্ৰ হোৱাতো স্বাভাৱিক। প্ৰাচীন অসমীয়া সাহিত্যৰ বৈজ্ঞানিক আলোচনা সম্বন্ধে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলে কাম হাতত লৈছে, আৰু কিছু কাম সম্পন্নও কৰিছে, আৰু গাইগুটীয়া হিচাপে অন্যান্য পণ্ডিতেও এই কামত আগবাঢ়িছে। নলবাৰী নিৱাসী শ্ৰীযুত হৰিনাৰায়ণ দত্তবৰুৱাদেৱে ৰামায়ণ, মহাভাৰত, ভাগৱত আৰু অন্যান্য বৈষ্ণৱ সাহিত্য প্ৰকাশৰ বিৰাট চেষ্টাত লিপ্ত হৈ অসমীয়া জাতিক চিৰঋণী কৰিছে। এনে স্থলত অসম সাহিত্য সভাৰ ওপৰত পৰা ভাব বহু পৰিমাণে সুচল আৰু লঘু হৈ আছে।

* * *

তথাপি আমি কওঁ যে সাহিত্য সভাই সদ্যহতে তলত লিখা কামখিনি হাতত ল'ব পাৰে—

অসমীয়া ভাষাত প্ৰকাশিত সকলো আলোচনী আৰু বাতৰি কাকত গোটাই কোনো ঠাইত একেলগ কৰি থোৱাৰ ব্যৱস্থা কৰিব লাগে, কাৰণ বৰ্তমান যুগত অসমীয়াৰ সাহিত্যিক প্ৰতিভা ঘাইকৈ সাময়িক কাকততে লুকাই সোমাই আছে।

অসমীয়া ভাষাত প্ৰকাশিত প্ৰাচীন আৰু আধুনিক গ্ৰন্থৰ এখন সম্পূৰ্ণ তালিকা সাহিত্য সভাই যুগুত কৰি উলিওৱা উচিত। তেনে এটি চেষ্টা আগেয়ে কৰা হৈছিল বুলি আমি জানো।



প্ৰাচীন গ্ৰন্থকাৰসকলৰ প্ৰায় প্ৰতিজনে স্বৰচিত গ্ৰন্থৰ আদিতে, মাজতে বা শেহৰ ফালে, নিজৰ পৰিচয় দি গৈছে। সেইবোৰ ভণিতা একেলগে গোটাব পাৰিলে তাৰ পৰা অসমীয়া সাহিত্যৰ ধাৰা বিশ্বাসযোগ্যভাৱে নিৰূপণ কৰাৰ বিশেষ সম্বল হ'ব।

জীৱিত গ্ৰন্থকাৰসকলৰ আৰু পাৰিলে অতীতৰ গ্ৰন্থকাৰ সকলৰো চমু বৃত্তান্ত থকা এখনি গ্ৰন্থ বা 'হু-ইজ-হু" সংকলন আৰু প্ৰকাশৰ ভাৰ সাহিত্য সভাই ল'ব পাৰে।

ইয়াৰ বাহিৰেও, ফকৰা সংগ্ৰহ, পুৰণি গীত-মাত সংগ্ৰহ, জিকিৰ সংগ্ৰহ, সাধুকথা সংগ্ৰহ, পুথি সংগ্ৰহ, চন্দ্ৰকান্ত অভিধানৰ সংশোধনী আৰু পৰিবৰ্দ্ধনী সংকলন আৰু প্ৰকাশ, এইবোৰ আৰু এনে ধৰণৰ অন্যান্য কাম সাহিত্য সভাৰ চলন্তি কামৰ ভিতৰতে ধৰিব পাৰি। পৰিকল্পনাৰ সংখ্যা, ধন আৰু কৰ্মী, আৰু সম্পাদনৰ সম্ভাৱনাৰ দ্বাৰা সীমাবদ্ধ হোৱা উচিত। পোনতে কিছু কাম হাতত লৈ সম্পূৰ্ণ কৰি পাছলৈ আন কাম হাতত ল'ব পৰা যাব, তেনেহ'লে আমাৰ অভিজ্ঞতাও বাঢ়িব আৰু ৰাইজৰো বিশ্বাস অৰ্জন কৰিব পাৰিম। পৰিকল্পনাৰ প্ৰাচুৰ্যত কোনো গৌৰৱ নাই, গৌৰৱ আছে তাকৰীয়াকৈ হ'লেও কাত নিখুঁতভাৱে সম্পাদন কৰি তোলাতহে। এশ জোপা বৰগছৰ পুলি ৰুই তাক অযত্নত মৰিবলৈ দিয়াতকৈ এজোপা বকুলৰ পুলি প্ৰতিপাল কৰি তাক জীয়াই ৰাখি ফলে-ফুলে জাতিষ্কাৰ কৰি তোলাটোহে বেছি কৃতিত্বৰ কথা।

অসমীয়া সাহিত্যৰ চূড়ান্ত উদ্দেশ্য কি? কি উদ্দেশ্য সাধনৰ নিমিত্তে অসমীয়া জাতিয়ে এই ভূ-ভাৰস্ত জন্ম গ্ৰহণ কৰিছে? অসমীয়া জাতিয়ে অন্যান্য জাতিৰ দৰে খাই-বৈ জীয়াই আছে অতীতৰে পৰা, তেওঁলোকৰ ভাগ্যচক্ৰও উঠা-নমা কৰিছে যুগে যুগে, তথাপি অসমীয়া জাতিয়ে স্বতন্ত্ৰ ৰূপ ধৰি বৰ্তি আহিছে আজিলৈকে। জগতৰ কি উপকাৰৰ নিমিত্তে অসমীয়া জাতিক ইমানখিনি পোহৰ, ইমানখিনি বতাহ, ইমানখিনি পানী, ইমানখিনি মাটি ভোগ কৰাৰ সুবিধা দিছে পৰমনিয়ন্তা সৃজনকৰ্তাই? শদিয়াৰ পৰা ধুবুৰীলৈকে লুইতৰ পানী বৈ গৈছে অবাৰিতভাৱে, কি উদ্দেশ্যৰ সোঁত অসমীয়াৰ প্ৰতি প্ৰাণে প্ৰৱাহিত হৈছে? তাৰ উত্তৰ বিচৰাৰ সময় আহিল। বিশ্বৰ সভ্যতালৈ ভাৰতৰ অৱদান হৈছে উচ্চ আদৰ্শ আৰু পাৰ্থিৱতাৰ সামঞ্জস্য; আৰু আমেৰিকাৰ অৱদান হৈছে যান্ত্ৰিক উদ্যোগৰ সহায়েৰে দ্ৰব্য-সামগ্ৰীৰ উৎপন্ন বৃদ্ধি কৰি দেশৰ সৰ্বাংগীন উন্নতি সাধন। অসমীয়াই জগতৰ সভ্যতালৈ কি অৰিহণা আগবঢ়াব? অসমীয়াৰ জীৱন নিৰৰ্থক আৰু উদ্দেশ্যবিহীন নে?

* * *

অসমীয়াই নিজৰ অৱদানৰ কণ্ঠহাৰ ৰচিব লাগিব সকলো বিষয়ৰ উৎকৰ্ষতাৰ পাৰিজাত পুষ্পেৰে। আমাৰ উৎকৰ্ষতা কিহত?

* * *

আমি অসমীয়াই বিভিন্ন জাতিক বুকুত সুমুৱাই ল'ব পাৰিছোঁ, কাৰণ আমাৰ সমাজনীতি উদাৰ আৰু আমাৰ হৃদয় প্ৰশস্ত। প্ৰেম-অমৃতৰ নদীয়ে অসমীয়াৰ অন্তৰ প্লাৱিত কৰিছে। অসমীয়াই ঘোষণা কৰিছে যে ভক্তিমন্ত পুৰুষহে প্ৰকৃত গুণৱন্ত, জন্ম আৰু ঐহিৰ ঐশ্বৰ্যৰ তাৰতম্য হৈছে আকস্মিক আৰু খন্তেকীয়া।



# ত্ৰয়োবিংশ অধিৱেশন

## যোৰহাট

## ৩০ ডিচেম্বৰ, ১৯৫৪, ১ জানুৱাৰি, ১৯৫৫

এই অধিৱেশন শাখা সভা আৰু সভ্যৰ সংখ্যা উৎসাহজনক আছিল। ৪৮ খন শাখাৰ পৰা ৯৫ জন প্ৰতিনিধি আৰু আজীৱন সভ্যৰ প্ৰতিনিধি ৪ জনে যোগ দিয়ে।

৩০ ডিচেম্বৰ দিনৰ ২ বজাৰ পৰা চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বিষয় বাছনী সভা নলিনীবালা দেৱীৰ সভানেত্ৰীত্বত অনুষ্ঠিত হয়। সেইদিনা সভাৰ কাৰ্যসূচী শেষ নোহোৱাত ৩১ ডিচেম্বৰ ৰাতি আৰু ১ জানুৱাৰি ৰাতিপুৱা জগন্নাথ বৰুৱা কলেজৰ হলত বিষয়বাছনী সভা বহে।

### প্ৰদৰ্শনী

৩১ ডিচেম্বৰ পুৱা ৮ বজাত মহাদেৱ শৰ্মাই প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন কৰে। প্ৰদৰ্শনী হৈছিল চৰকাৰী হাইস্কুলত। প্ৰদৰ্শনীত যোৰহাট সাহিত্যসেৱী চ'ৰাৰ সহযোগত অসমৰ বিদ্যালয়সমূহৰ ছপা আৰু হাতে লিখা আলোচনী চকুত লগাকৈ প্ৰদৰ্শন কৰিছিল। ১ জানুৱাৰি তাৰিখেও প্ৰদৰ্শনী খোলা আছিল। অভ্যৰ্থনা সমিতিয়ে পুৰণি সাঁচিপতীয়া পুথিৰ প্ৰদৰ্শন কৰিছিল।

---

**ত্ৰয়োবিংশ অধিৱেশনৰ সভাপতি নিৰ্বাচন**

এই অধিৱেশনৰ বাবে ২৩ খন শাখা সভাই নাম প্ৰস্তাৱ কৰিছিল যদিও ডিমৌ সাহিত্য সভা আৰু গোৱালপাৰা সাহিত্য সভাৰ ভোটপত্ৰ পলমকৈ পোৱা বাবে ২১ খন শাখাৰ ভোটহে গণনা কৰা হয়। সেইমতে যতীন্দ্ৰনাথ দুৱৰা, দুৰ্গেশ্বৰ শৰ্মা, নলিনীবালা দেৱী, সূৰ্যকুমাৰ ভূঞা, পদ্মধৰ চলিহাক লৈ ভোটৰ ক্ৰম অনুসৰি সৰ্বাধিক ভোট পোৱা যতীন্দ্ৰনাথ দুৱৰাক সভাই ১০/১১/৫৪ তাৰিখৰ কাৰ্যনিৰ্বাহক সভাত ত্ৰয়োবিংশ অধিৱেশনৰ সভাপতিৰূপে ঘোষণা কৰে কিন্তু দুৱৰাই সভাপতিৰ দায়িত্ব গ্ৰহণ কৰিব নোৱাৰে বুলি জনাই দুখন পত্ৰ দিয়ে। সেই পত্ৰৰ একাংশ উদ্ধৃত কৰা হ'ল- '..... আজি ৪- ৫ মাহ আগৰ পৰা মোৰ গা বৰ ভাল নাই। এনে ভগা স্বাস্থ্য লৈ সভাপতিৰ পদৰ গুৰুভাৰ গ্ৰহণ কৰা মোৰ পক্ষে কোনোমতেই সমীচীন নহ'ব কাৰণ কোনো কামকে সুচাৰুৰূপে চলাব নোৱাৰিম। তাৰ উপৰি মোৰ কাৰ্যকৰী জ্ঞান (practial knowledge) একেবাৰেই নাই বুলিলেই হয়। আশাকৰোঁ আপোনালোকে মোক যেন দয়া কৰি ক্ষমা কৰে- নতশিৰে ইয়াকেই প্ৰাৰ্থনা কৰিলোঁ।........." তেনেকৈ 'অঞ্জলি'-ৰ কবি দুৰ্গেশ্বৰ শৰ্মাইও অপাৰগতা প্ৰকাশ কৰি চিঠি দিলে-"... সাহিত্য সভাৰ সভাপতি পদ পোৱাটো অতি সৌভাগ্য আৰু সন্মানৰ কথা.. এই সন্মান গ্ৰহণ কৰিবলৈ মই অক্ষম।'.... ।" ইয়াৰ পিচত তালিকাৰ

## বুৰঞ্জী সন্মিলন

সেই দিনাই পুৱা ৯-০০ বজাত চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ চৌহদত সু সজ্জিত সভা মণ্ডপত বুৰঞ্জীবিদ সুৰেশচন্দ্ৰ ৰাজখোৱাই সভাপতিত্ব কৰিছিল। কুমাৰী জাহানাৰা ৰহমানে গোৰা এটি গীতেৰে সভা আৰম্ভ হয়। বুদ্ধীন্দ্ৰ বৰুৱাই এটি বুৰঞ্জীমূলক কবিতা পাঠ কৰে। শ্যামচৰণ নাথে প্ৰাচীন ভাস্কৰ্যৰ আকৰ সূৰ্য্য পাহাৰ' আৰু ৰমেশচন্দ্ৰ বৰকাকতীয়ে "বুৰঞ্জীৰ পাতত অশ্ৰক্ৰান্ত" প্ৰবন্ধ প্ৰফুল্ল বৰদলৈয়ে পাঠ কৰে। এই সভাত বুৰঞ্জী সন্মিলনৰ সম্পাদক যতিনাৰায়ণ শৰ্মাই যোৰহাটৰ ইতিবৃত্তৰ তথ্য গধুৰ ভাষণেৰে আদৰণি জনায়। বিদায় সভাপতি সূৰ্যকুমাৰ ভূঞাই অসম বুৰঞ্জী আৰু যোৰহাটৰ ইতিবৃত্তৰ এটা প্ৰৱন্ধ পাঠ কৰে। ১১ বজাত সভাৰ সামৰণি পৰে।

## প্ৰথম মুকলি অধিৱেশন

দুপৰীয়া ১২-৩০ বজাৰ পৰা চন্দ্ৰকান্ত সন্দিকৈ ভৱন চৌহদত নিৰ্মিত সুসজ্জিত সভা মণ্ডপত নলিনীবালা দেৱীৰ সভানেত্ৰীত্বত প্ৰথম মুকলি অধিৱেশন অনুষ্ঠিত হয়। সেইদিনা বতৰ ডাৱৰীয়া আছিল যদিও সভামণ্ডপ দৰ্শক, প্ৰতিনিধি পুৰুষ-মহিলাৰে পৰিপূৰ্ণ হৈছিল। নিৰ্দ্দিষ্ট সময়ত সভানেত্ৰী মণ্ডপৰ বাটচ'ৰাত উপস্থিত হোৱাৰ লগে লগে অভ্যৰ্থনা সমিতি, মূল সভাৰ প্ৰধান সম্পাদক আদিয়ে সভাৰ মঞ্চলৈ আদৰি আনে। আইসকলে উৰুলি ধ্বনি আৰু ফুলৰ মালাৰে আদৰণি জনায়। তৰুণ গগৈৰ[১৪]

---

তৃতীয় গৰাকী নলিনীবালাদেৱীৰ অনুৰোধ জনোৱাত অতি বিনয়েৰে লিখা চিঠিখন তলত হুবহু উদ্ধৃত কৰা হ'ল-

সম্পাদক ডাঙৰীয়া
অসম সাহিত্য সভা

শান্তি ভৱন
গুৱাহাটী
২০/১১/৫৪

আপোনাৰ ১৪/১১/৫৪ তাৰিখৰ চিঠিখনিত অহা যোৰহাটত বহিবলগীয়া সাহিত্য সভাৰ ২৩ বৰ্ষ অধিশেনত মোক সভানেত্ৰী নিৰ্বাচন কৰিছে বুলি জানিব পাৰি মই গৌৰৱ অনুভৱ কৰিছোঁ। প্ৰথমতে সুকবি দুৰৱাদেৱক এইবাৰ সভাপতি নিৰ্বাচিত কৰা শুনি নথৈ ৰং পাইছিলোঁ। তেখেতৰ শাৰীৰিক অসুস্থতাৰ কাৰণে বয়োবৃদ্ধ শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মা দেৱেই সভাপতিৰ আসণ অলংকৃত কৰা সকলোৰে বাঞ্ছনীয় আছিল। তেখেতৰো অসন্মতিক্ৰমে সভাপতিসকলৰ এই গৌৰৱপূৰ্ণ আসনখনি এই অযোগ্যলৈ সাহিত্যিকসকলে আগবঢ়ালে যেতিয়া সুধীবৃন্দৰ স্নেহৰ দান আগবঢ়ালে। সুধীবৃন্দৰ স্নেহৰ দান এই অমূল্য গৌৰৱ প্ৰত্যাখ্যান কৰিবলৈ মোৰ শক্তিৰ নাটনি অনুভৱ কৰিছোঁ। কিন্তু মোৰ ক'বলগীয়া এইখিনিয়েই শৰীৰ মোৰ অতি বেয়া। তথাপি জননী জন্মভূমি সেৱাৰ মনোভাৱ লৈ ৰুগীয়া দেহেৰেই মোৰ সাধ্য অনুসৰি এই আসনৰ সন্মান ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিম। ইতি—

বিনয়াবনত
শ্ৰীনলিনীবালা দেৱী

১৪. পিছত অসমৰ মুখ্যমন্ত্ৰী



পৰিচালনাত স্বেচ্ছাসেৱক বাহিনীয়ে সামৰিক সম্বৰ্ধনাৰে সন্মান জনায়। সভানেত্ৰীয়ে আসন গ্ৰহণ কৰাৰ লগে লগে বেজবৰুৱাৰ ৰচিত "আমি অসমীয়া নহওঁ দুখীয়া" গীতটি যোৰহাট সংগীত বিদ্যালয়ৰ শিল্পীসকলে সুললিত কণ্ঠেৰে পৰিৱেশন কৰে। গীতটিয়ে সভাত উপস্থিত থকা শ্ৰোতামণ্ডলীৰ হৃদয় স্পৰ্শ কৰে। বৰপেটাৰ বিশিষ্ট পণ্ডিত নাৰায়ণ দেৱ মিশ্ৰৰ বেদ পাঠ আৰু মাণিক চন্দ্ৰ বৰুৱাৰ ঘোষা পাঠেৰে সভাৰ কাৰ্যসূচী আৰম্ভ হয়। ইয়াৰ পিছত অভ্যৰ্থনা সমিতিৰ সভাপতি ৰাধানাথ ফুকনে আদৰণী ভাষণ পাঠ কৰে।[১৫] ইয়াৰ পিছতেই বিদায়ী সভাপতি সূৰ্যকুমাৰ ভূঞাই সভানেত্ৰীৰ চমু পৰিচয় দি সভানেত্ৰীক সভাৰ কাৰ্যসূচী পৰিচালনা কৰিবলৈ অনুৰোধ জনায়। প্ৰথমে সভানেত্ৰীয়ে দীঘলীয়া কবিত্বপূৰ্ণ অভিভাষণখন পাঠ কৰে। পাঠৰ অন্তত শুৱলা হাজৰিকাই "ব্যক্তিগত আৰু সামাজিক দাবী পূৰণ কৰিবলৈ শিক্ষা" প্ৰবন্ধ আৰু মিত্ৰদেৱ মহন্তই ডিম্বেশ্বৰ নেওগে লিখা "ব্ৰজবুলি (মৈথেলী) আৰু অসমীয়া" শীৰ্ষক প্ৰবন্ধ পাঠ কৰে। প্ৰবন্ধ পাঠৰ অন্তত প্ৰধান সম্পাদকক অতুলচন্দ্ৰ হাজৰিকাই সম্পাদকীয় প্ৰতিবেদন পাঠ কৰে। বেজবৰুৱাৰ "অ' মোৰ আপোনাৰ দেশ" গীতেৰে সভাৰ কাৰ্যসূচী সামৰা হয়। সন্ধ্যা ৭ বজাত সেই সভামণ্ডপতে যোৰহাটৰ শিল্পীসকলে সাংস্কৃতিক অনুষ্ঠান পৰিৱেশন কৰে।

## বিজ্ঞান সন্মিলন

১ জানুৱাৰি তাৰিখে পুৱা ৮ বজাত হিৰণ্য চন্দ্ৰ ভূঞাৰ সভাপতিত্বত বিজ্ঞান সন্মিলন অনুষ্ঠিত হয়। জানুৱাৰি মাহৰ প্ৰথম তাৰিখে বতৰ ডাৱৰীয়া আৰু ঘণ কুঁৱলী পৰিছিল যদিও সন্মিলনত যথেষ্ট লোক সমৱেত হৈছিল। শিৱ শৰ্মাৰ প্ৰস্তাৱ আৰু কমল কুমাৰী দেৱীৰ সমৰ্থনৰ পিছত হিৰণ্য চন্দ্ৰ ভূঞাই বিপুল হৰ্ষধ্বনিৰ মাজত সভাপতিৰ আসন গ্ৰহণ কৰে। বিজ্ঞান শাখাৰ সম্পাদক ত্ৰৈলোক্যনাথ গোস্বামীয়ে বিজ্ঞান চৰ্চাত অসমীয়া ভাষাৰ প্ৰয়োগৰ আৱশ্যকতাৰ বিষয়ে কৈ আদৰণি জনায়। সভাত দীননাথ বৰুৱাই "বৈজ্ঞানিক গৱেষণাৰ ভেটিত চাহ শিল্প" আৰু ধীৰেন্দ্ৰনাথ বৰুৱাই "ফলিত বিজ্ঞান" নামৰ প্ৰবন্ধ পাঠ কৰে। সভাপতিয়ে বিজ্ঞানৰ ক্ৰমবিকাশ আৰু অসমীয়া সাহিত্যত বিজ্ঞানৰ আৱশ্যকতাৰ বিষয়ে বহলাই আলোচনা কৰে। সভাপতিৰ ভাষণৰ পিছতেই সভাৰ সামৰণি পৰে।

## দ্বিতীয় মুকলি অধিৱেশন

১ জানুৱাৰি বিয়লি ১-৩০ বজাৰ পৰা দ্বিতীয় মুকলি অধিৱেশন অনুষ্ঠিত হয়।

---

১৫। সেই সময়ৰ প্ৰধান সম্পাদক অতুল চন্দ্ৰ হাজৰিকাৰ মতে— "অভিভাষণখন সভাঘৰৰ প্ৰত্যেকেই মনোযোগ দি শুনিছিল আৰু ইয়াৰ প্ৰতিটো বাক্যই আছিল মৰ্মস্পৰ্শী।"

বতৰ ফৰকাল হোৱাত জন সমাৱেশ আগদিনাৰ তুলনাত অধিক হয়। দৰ্পনাথ শৰ্মাৰ পৰিচালনাত যোৰহাট সংগীত বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ গীত আৰু ৰাধানাথ ফুকন ৰচিত "কিয়নো পাহৰা অসমীয়া হেৰা" গীত পৰিৱেশন বৰ আকৰ্ষণীয় হৈছিল।

সভাত পণ্ডিত নাৰায়ণ দেৱমিশ্ৰ, লক্ষেশ্বৰ শৰ্মা বৰুৱাই ভাষণ দিয়ে। তদুপৰি কাছাৰৰ প্ৰতিনিধি মুক্ত সিঙে কাছাৰ জিলাৰ থলুৱা লোকসকলৰ দুখ-দুৰ্দশাৰ কথা কয়। এনে মৰ্মস্পৰ্শী বক্তৃতাৰ প্ৰতি সমবেদনা জনাই বেঙেনাবাৰীৰ নীলকান্ত বৰুৱা আৰু বৰপেটাৰ অনন্তৰাম দাসে "কাছাৰ সাহায্য পুঁজি"-ত ২০০.০০ টকাকৈ দান আগবঢ়ায়। তিনিচুকীয়া সাহিত্য সভাৰ হৈ উপেন্দ্ৰনাথ দত্তই ১০০.০০ টকাৰ প্ৰতিশ্ৰুতি দিয়ে। ৰাধানাথ হাজৰিকাই তেখেতৰ পিতৃৰ স্মৃতিত "প্ৰাকবৈষ্ণৱ যুগৰ সমাজ আৰু সংস্কৃতি" ৰচনাৰ বাবে পুৰস্কাৰ ঘোষণা কৰে।

গুৱাহাটীৰ শৈলেন্দ্ৰনাথ ফুকনে পৰৱৰ্তী অধিৱেশন গুৱাহাটীলৈ নিমন্ত্ৰণ কৰে।

সভাত মুঠ সোতৰটা প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। সভানেত্ৰীয়ে সামৰণী ভাষণত যোৰহটীয়া ৰাইজক কৃতজ্ঞতা জ্ঞাপন কৰে। অভ্যৰ্থনা সমিতিৰ পক্ষৰ পৰা কৰুণাধৰ বৰুৱাই আৰু প্ৰতিনিধিৰ হৈ প্ৰেমধৰ ৰাজখোৱাই শলাগ জ্ঞাপন কৰে। জাতীয় সংগীতেৰে সভাৰ কাৰ্যসূচী সামৰা হয়। সন্ধ্যা ৬-৩০ বজাৰ পৰা সভাৰ পক্ষৰ প্ৰাচ্যবাণী সংঘৰ সহযোগত স্থানীয় সত্ৰৰ শিল্পীসকলে ৰামবিজয় অংকীয়া ভাওনা প্ৰদৰ্শন কৰে।

## কবি সন্মিলন

এই অধিৱেশনত বাণী সন্মেলনৰ পক্ষৰ পৰা কবি আনন্দ চন্দ্ৰ বৰুৱাই ১ জানুৱাৰি সন্ধ্যা আৰু ২ জানুৱাৰি পুৱা কবি সন্মিলনৰ আয়োজন কৰিছিল।

## নতুন কাৰ্যনিৰ্বাহক সমিতি

১। সভানেত্ৰী : নলিনীবালা দেৱী
২। প্ৰধান সম্পাদক : অতুল চন্দ্ৰ হাজৰিকা
৩। কোষাধ্যক্ষ : সত্যেন্দ্ৰনাথ শৰ্মা
৪। পত্ৰিকা সম্পাদক : প্ৰেমধৰ ৰাজখোৱা
৫। অশ্বিনীচৰণ চৌধুৰী (ডিব্ৰুগড়)
৬। শিৱপ্ৰসাদ বৰুৱা (সাপেখাটী)
৭। পৰাগধৰ চলিহা (শিৱসাগৰ)
৮। মিত্ৰদেৱ মহন্ত (যোৰহাট)
৯। যতীন্দ্ৰনাথ গোস্বামী (যোৰহাট)



১০। আনন্দ চন্দ্ৰ বৰুৱা (যোৰহাট)
১১। কৰুণাধৰ বৰুৱা (যোৰহাট)
১২। চৈয়দ আব্দুল মালিক (যোৰহাট)
১৩। ৰত্নকান্ত বৰকাকতী (নগাঁও)
১৪। ভবানন্দ ৰাজখোৱা (মঙলদৈ)
১৫। হেমকান্ত বৰুৱা (গুৱাহাটী)
১৬। মহেশ্বৰ নেওগ (গুৱাহাটী)
১৭। ৰজনীকান্ত দেৱশৰ্মা (গুৱাহাটী)
১৮। প্ৰফুল্ল গোস্বামী (নলবাৰী)
১৯। শ্ৰীৰামচন্দ্ৰ দাস (বৰপেটা)
২০। দেবেন্দ্ৰ চন্দ্ৰ দাস (গোৱালপাৰা)
২১। বিশ্বনাথ ৰাজবংশী (কাছাৰ)

সেইদিনাৰ সভাত দৰ্পনাথ শৰ্মাদেৱৰ পৰিচালনাত যোৰহাট সংগীত বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলে গোৱা গীতবোৰ বিশেষকৈ ৰাধানাথ ফুকন ডাঙৰীয়াৰ ৰচিত "কিয়নো পাহৰা অসমীয়া হেৰা" গীতটি অতি আকৰ্ষণীয় হৈছিল।

উপস্থিত সমজুৱাৰ ফালৰ পৰা পণ্ডিত নাৰায়ণ চন্দ্ৰ মিশ্ৰদেৱ আৰু লক্ষেশ্বৰ শৰ্মাই একাষাৰ কয়।

## বৰ্ষটোৰ কাম

২/১/৫৫ তাৰিখে চন্দ্ৰকান্ত সন্দিকৈ ভৱনত প্ৰথমখন কাৰ্যনিৰ্বাহক সমিতিত যতীন্দ্ৰনাথ গোস্বামীক সভাৰ সহকাৰী সম্পাদকৰূপে মনোনীত কৰা হয়।

১। অসম সাহিত্য সভাৰ পুথিভঁৰালৰ আঁচনি এখন যুগুত কৰিবলৈ পাঁচজনীয়া এখন সমিতি গঠন। এই সমিতিৰ আহ্বায়ক ছৈয়দ আব্দুল মালিক। মালিকে ১৩/৩/৫৫ আৰু ১৫/৩/৫৫ তাৰিখে হোৱা কাৰ্যনিৰ্বাহক সভাত আঁচনি দাখিল কৰে। আঁচনিখন সভাই গ্ৰহণ কৰে আৰু পৰীক্ষা কৰিবলৈ ৪ জনক দায়িত্ব দিয়ে। সেইসকল হ'ল— সূৰ্যকুমাৰ ভূঞা (সভাপতি), মহেশ্বৰ নেওগ (আহ্বায়ক), নীলমণি ফুকন আৰু হেম বৰুৱা (সদস্য)।

২। ৰাধাকান্ত সন্দিকৈ আৰু শৰৎচন্দ্ৰ গোস্বামীৰ সোঁৱৰণী সমিতি এখন গঠন কৰা হয়। (১) ৰাধানাথ সন্দিকৈ সোঁৱৰণী সমিতিৰ সদস্যসকল— সূৰ্যকুমাৰ ভূঞা (সভাপতি), অতুল চন্দ্ৰ হাজৰিকা (সম্পাদক) আৰু দণ্ডেশ্বৰ গগৈ। (২) শৰৎ চন্দ্ৰ গোস্বামী সোঁৱৰণী সমিতি, মিত্ৰদেৱ মহন্ত (সভাপতি), চৈয়দ আব্দুল মালিক (সম্পাদক) আৰু নীলমণি ফুকন, কৰুণাধৰ বৰুৱা (সদস্য)।

৩। সীমা নিৰ্ধাৰণ আয়োগক সাক্ষাৎ দিবলৈ সঁজাতী দল গঠন (১) নলিনীবালা দেৱী, (২) নীলমণি ফুকন, (৩) অতুলচন্দ্ৰ হাজৰিকা, (৪) মহেশ্বৰ নেওগ, (৫) সত্যেন্দ্ৰনাথ শৰ্মা, (৬) বিশ্বনাথ ৰাজবংশী, (৭) পৰাগধৰ চলিহা, (৮) হেমকান্ত বৰুৱা (উপদেষ্টা)। স্মাৰক পত্ৰ যুগুত কৰিবলৈ মহেশ্বৰ নেওগ আৰু সত্যেন্দ্ৰনাথ শৰ্মাক দায়িত্ব দিয়া হয়। আয়োগৰ সদস্যসকল আছিল—হৃদয়নাথ কুঞ্জৰু, চৰ্দাৰ পানিকৰ, ফজল আলী। ১৯৫৫ চনৰ ১০ মে' তাৰিখে পুস্তিকাৰ আকাৰত গুৱাহাটী আৱৰ্ত ভৱনত স্মাৰক পত্ৰ দিয়ে। ইয়াৰ ফলত গোৱালপাৰা অসমত থাকিল কিন্তু কোচ বিহাৰ অসমৰ পৰা আঁতৰিল।

৪। "জিকিৰ আৰু জাৰি" গীতসমূহ সংগ্ৰহ কৰি দিবৰ কাৰণে চৈয়দ আব্দুল মালিকক দায়িত্ব দিয়া হয়।

৫। সভাৰ মুকলি অধিৱেশনৰ প্ৰস্তাৱ অনুসৰি পূৰ্ণানন্দ ন্যাস সমিতি গঠন কৰিবলৈ সিদ্ধান্ত কৰা হয়। দাতা- ৰাধানাথ হাজৰিকা।

৬। চন্দ্ৰকান্ত মেম'ৰিয়েল ন্যাস পুঁজি আৰু কমলা দেৱী ন্যাস পুঁজিৰ ধন বেংকে মোকলাই দিয়াত সভাই সন্তোষ প্ৰকাশ কৰে।

৭। আনন্দৰাম ঢেকীয়াল ফুকন বঁটা, হেমচন্দ্ৰ বৰুৱা বঁটা, গুণাভিৰাম বৰুৱা বঁটা, আনন্দৰাম বৰুৱা বঁটা- ২০০.০০ টকাকৈ দিবলৈ ঘোষণা কৰা হয়।

৮। অসম সাহিত্য সভা বাৰ্ষিকী আৰু সভাৰ সভাপতিসকলৰ অভিভাষণৰ একত্ৰ সংকলন 'ভাষণাৱলী" প্ৰথম খণ্ডৰ প্ৰকাশ এই বৰ্ষতে হয়। তেতিয়াৰ পৰা গ্ৰন্থকাৰে ভাষণাৱলী প্ৰকাশৰ ব্যৱস্থা সভাই কৰি আহিছে।

৯। খ্যাতনামা মহিলা কবি ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ 'কাব্যভাৰতী' উপাধি প্ৰদান কৰিবলৈ লোৱা প্ৰস্তাৱমৰ্মে এই বৰ্ষত উপাধি প্ৰদান কৰা হয়।

১০। গোৱালপাৰাত বহা পশ্চিমবংগ ৰাজনৈতিক সন্মিলনত বক্তৃতা প্ৰসংগত সাংসদ দেৱকান্ত বৰুৱাই "বঙালী ভাষা পূব ভাৰতৰ Lingua fronca" বুলি কোৱাত সভাই আপত্তি দৰ্শায়।

১১। বুৰঞ্জীমূলক প্ৰবন্ধপঞ্জী যুগুতাবৰ কাৰণে অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে সভাক ৫০০.০০ টকা অনুদান দিয়ে। সেই টকাৰে সূৰ্যকুমাৰ সম্পাদনাত 'বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা' সভাই প্ৰকাশ কৰে।

১৩। এই বৰ্ষতে গুৱাহাটী সৰিতা সভাই জ্ঞানদাভিৰাম বৰুৱা, দুৰ্গেশ্বৰ শৰ্মা, ৰঘুনাথ চৌধাৰি, অম্বিকাগিৰি ৰায়চৌধুৰী, সূৰ্যকুমাৰ ভূঞা আৰু ধৰ্মেশ্বৰী দেৱী বৰুৱানী সম্বৰ্ধনা জনায়।



## নলিনীবালা দেৱী

নলিনীবালা দেৱী (জন্ম ২৩ মাৰ্চ, ১৮৯৭, মৃত্যু ২৪ ডিচেম্বৰ, ১৯৭৭), কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ প্ৰথম সন্তান। স্ত্ৰী শিক্ষাৰ বাবে সেই সময়ত সুযোগ নাছিল কাৰণে গৃহ শিক্ষকৰ যোগেদি শিক্ষা লাভ কৰে। পিতৃ নবীনচন্দ্ৰ বৰদলৈয়ে নিজে গীত বাদ্যাদি জানিছিল আৰু সন্তানকো শিকাইছিল। আঠ বছৰ বয়সতেই সংস্কৃত শ্লোক, ৰামায়ণ, মহাভাৰত, কীৰ্তন, নামঘোষা, বৰগীত আদি আবৃত্তি কৰিছিল। লাহে লাহে বোৱা-কটাটো শিপিনী হ'ল। স্বামীৰ বিয়োগ (১৯১৭), পিতৃ বিয়োগ (১৯৩৫) নিজৰ পাঁচোটা সন্তানৰ তিনিটি নিচেই কম বয়সতে মৃত্যু, এফালে বৈধব্যৰ যন্ত্ৰণা আৰু আনফালে মাতৃ হৃদয়ৰ আৰ্তনাদ— এনে অৱস্থাত নলিনীবালা দেৱীয়ে তদগত চিত্তেৰে সাহিত্য সাধনাত আত্মনিয়োগ কৰে। *সন্ধিয়াৰ সুৰ* (১৯২৮), *সপোনৰ সুৰ* (১৯৪৮), *পৰশমণি* (১৯৫৫), *যুগদেৱতা* (১৯৫৮), *জাগৃতি* (১৯৬২), *অলকানন্দা* (১৯৬৪), *অন্তিম সুৰ* (১৯৭৭) উল্লেখযোগ্য কাব্য। অতীন্দ্ৰিয়বাদীৰূপে পৰিচিত নলিনীবালা দেৱীৰ "... ভক্তি আৰু আত্মসমৰ্পণ যেন এক ৰহস্যৰ মাজত সোমাই অতীন্দ্ৰিয়বাদী হৈ পৰিছে। প্ৰকৃতিৰ সৌন্দৰ্যত বিহগৰ আকুল তানত, মুঠতে সুন্দৰী প্ৰকৃতিৰ প্ৰতি অংগতে কবিয়ে অবিনশ্বৰ আত্মাৰ অনন্ত জীৱনৰ চিন দেখা পাইছে।" প্ৰবন্ধপুথি *শান্তিপথ* (১৯৭১), শিশু নাটিকা - *শেষ পূজা, প্ৰহ্লাদ* (১৯৫৮), *পাৰিজাত অভিষেক* আৰু *মীৰাবাঈ* (১৯৬৮), জীৱনী গ্ৰন্থ - *স্মৃতিতীৰ্থ* (১৯৪৮), *বিশ্বদীপা* (১৯৬১), *ছৰ্দাৰ বল্লভ ভাই পেটেল* (১৯৬৬), আত্মজীৱনী *এৰি অহা দিনবোৰ* (১৯৭৬)। *অলকানন্দা* কাব্যগ্ৰন্থৰ বাবে সাহিত্য অকাদেমি বঁটা (১৯৬৮) লাভ কৰে। ১৯৬৪ চনৰ সৰ্বভাৰতীয় কবি সন্মিলনৰ তেখেত সভানেত্ৰী আছিল। ১৯৫৮ চনত পদ্মশ্ৰী, নগাৱাৰীৰ সংস্কৃত সঞ্জীৱনী সভাৰ কাব্যভাৰতী (১৯৫৭) সন্মানৰ উপৰি বিশ্ব হিন্দী সন্মিলনেও সন্মান জনাইছিল।

## অভিভাষণৰ সুবচন

*সাহিত্য সাধনা জীৱনৰ পৱিত্ৰ জ্ঞান যজ্ঞ। সত্যৰ পোহৰত সমুজ্জ্বল সাহিত্য যজ্ঞৰ হোতাসকলৰ পৱিত্ৰ নিষ্পাপ হিয়াত ঐশ্বৰিক শক্তিয়ে সৃষ্টিৰ প্ৰেৰণা যোগায়। সত্যৰ নীৰৱ ইংগিতত প্ৰতিফলিত হয় সাহিত্যিকৰ ধ্যানী মনোৰাজ্যত প্ৰেৰণাৰ প্ৰকাশৰ আলোক ৰশ্মি। দ্বিধাহীন গ্লানিমুক্ত জ্ঞানৰ উদাৰ বেদীত সত্যৰ বিশুদ্ধ আলোকে স্থিতি লাভ কৰে। সাধনা প্ৰস্তুত সাহিত্যসেৱীৰ মনোৰাজ্যত নৱসৃষ্টিৰ নতুন প্ৰেৰণা নৱৰূপে ৰূপায়িত হৈ উঠে। সাহিত্যৰ পোহৰেই জনসমাজক অজ্ঞানতাৰ এন্ধাৰৰ পৰা জ্ঞানময় আলোক ৰাজ্যৰ সন্ধান দিবলৈ সমৰ্থ হয়। আদৰ্শ ভাৰত ৰচনাকাৰী অতীতৰ সাধক*

*সাহিত্য-নিৰ্মাণকাৰীসকলৰ জীৱন সাধনাৰ অপাৰ্থিৱ জেউতিৰ সত্যৰ সুবিমল ৰেখাবোৰে আজিও জীৱনত জেউতি চৰাই আছে।*

*　　*　　*

*প্ৰকৃত সৌন্দৰ্য ৰস কামনাবিহীন স্বতঃস্ফূৰ্ত অনুভৱনীয়। "ৰসো বৈ সঃ" উপনিষদৰ বাণী মানৱ চিত্তৰ এয়ে মহাৰস, আত্মাৰ আহাৰ। যুগ যুগান্তৰ ধৰি ক্ষুধাতুৰ মানৱ আত্মাই কৰ্মৰ আৱৰ্তত ঘূৰি ফুৰিছে এই মহাৰসৰ সন্ধানত। এয়ে অহৈতুকী প্ৰেমৰ স্বৰূপ অচঞ্চল ধ্যানত সুন্দৰৰ আৰাধনা পৰিস্ফূট হৈ উঠে। ধীৰ স্থিৰ প্ৰশান্ত প্ৰাণত এই ৰসে স্থিতি লাভ কৰে। দীপ্তিবান তপস্যাৰত সাধকেই পায় এই মহাৰসৰ আস্বাদ। সাধকৰ দিব্য অনুভূতিৰ প্ৰেৰণাত দৃশ্যমান জাগতিক সৌন্দৰ্য অন্তৰৰ ৰূপত ৰূপায়িত হৈ উঠে। কবি চিত্তই পায় এই ৰসৰ পৰশত অন্তৰত সৌন্দৰ্যময় কল্পনা শক্তি। ছন্দ আৰু ভাবৰ ললিত ভংগীয়ে কাব্য সৃষ্টিত প্ৰাণ প্ৰতিষ্ঠা কৰে। এই ভিত্তিত ৰচিত হৈ উঠিছে শত শত বিশ্ব সাহিত্য— যি সাহিত্যৰ ৰসত পৃথিৱী অনুৰঞ্জিত।*

*　　*　　*

*অকল কথাৰ মালাই কবিতা নহয়। কবিতা মানৱৰ মৌন হিয়াৰ ৰেখা বেদনাৰ অনুভূতিৰ মূৰ্ত বিকাশ। আদিৰস পূৰ্ণ কাব্য সাহিত্য যিবিলাকে বিশ্ব সাহিত্যত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছে এনেবোৰ মানৱ জীৱনৰ সুখ দুখৰ ইতিহাস চৰিত্ৰৰ অভিব্যক্তিৰ মাজতো অন্তৰ্দৃষ্টি সুপ্ত অনুভূতি লুকাই থাকে। মানৱ জীৱনৰ সহজ সৰল ভংগীৰ মাজেদি ফুটি উঠে সৰল হিয়াৰ অস্ফুট মৰ্মবাণী— মানৱ অৱয়বৰ ঢাকনিৰ তলত এটি পৰিপূৰ্ণ আত্মাৰ আকৃতি। সমাজ সমস্যাৰ মাজেদি প্ৰপীড়িত মানৱ আত্মাৰ মুক্তিৰ ক্ৰন্দন। সমাজ বন্ধনৰ সকলো বাধা নিষেধৰ মাজেদি ফুটি উঠা আত্মাৰ প্ৰকাশ। মুক মৌন নিপীড়িত লাঞ্ছিত জীৱনৰ গোপন ভয়াৰ্ত বেদনাৰ ৰূপ প্ৰকাশিত কৰে। সুন্দৰ সাহিত্যই এনে এটি সুগভীৰ অন্তৰ্দৃষ্টিভংগীৰ প্ৰভাৱ বিস্তাৰ কৰি বিশ্ব সাহিত্যত ৰূপ দিবলৈ সক্ষম হয়।*

*　　*　　*

*সংগীতৰ সংগী নৃত্যকলা। ভাব প্ৰকাশৰ ভংগীয়েই নৃত্য। ছন্দৰ গতি আৰু তালে নৃত্যৰ ভাব বিকাশত ৰূপ দিয়ে। সত্য প্ৰকাশৰ মৌন ভংগীয়েই নৃত্য-মানৱৰ সৌন্দৰ্যবোধৰ চৰম বিকাশ। ললিত কলাৰ মনোৰম বিকাশৰ অভিব্যক্তি মাথোন। সৌন্দৰ্য-প্ৰয়াসী মানৱ আত্মা যেতিয়া সৃজনৰ অনুপ্ৰেৰণাত ব্যাকুল হৈ উঠে, তেতিয়াই অন্তৰ নিহিত শিল্পী মানৱজনে নিজৰ মধুৰ অনুভূতিৰ ৰূপ প্ৰকাশ কৰিবলৈ নানা পথ আৱিষ্কাৰ কৰি পেলায়। নিজৰ অন্তৰৰ সুন্দৰ মানৱটিয়ে অন্তৰ সৌন্দৰ্যকে প্ৰকাশ কৰিবলৈ বিচাৰে ৰেখাৰ মাজেৰে। এয়ে শিল্পী প্ৰাণৰ স্বৰূপ। একো একোটি জাতিৰ মজ্জাগত সংস্কৃতিৰ ছাপ ফুটি উঠে ললিত কলাৰ যোগেৰে। যুগ-যুগান্তৰৰ পৰা বৈ*



*অহা প্ৰতি মানৱৰ অৱবাহিকা ৰক্তসোঁতত লুকাই থকা সুপ্ত সংস্কৃতিৰ জীৱন্ত প্ৰকাশ প্ৰকাশিত হ'বলৈ বিচাৰে ললিত কলাৰ যোগেৰে। ললিত কলাৰ পৰশত সুপ্ত সিৰাৰ ৰক্তবীজবোৰ চঞ্চল হৈ উঠে। আত্মপ্ৰকাশৰ বাট বিচাৰি ব্যাকুল হৈ উঠে। প্ৰাণৰ এই চঞ্চল তৰঙ্গই সুন্দৰতম সৃষ্টিৰ প্ৰধান উপাদান। কোন পাহৰণি অতীতৰ পুণ্যময় ভাৰতৰ তপোবনতেই এই ললিত কলাৰ বিজ্ঞানে প্ৰতিষ্ঠা লাভ কৰে। "গান্ধৰ্ব" বেদৰ সপ্ত সুৰৰ বীণা ঝংকাৰত ত্ৰিদিবত কঁপনি তুলিছিল সামবেদৰ সংগীতৰ সুৰে। ললিত কলাৰ সাধকে পৰিকল্পনা কৰিছিল বীণাপাণি বাণী দেৱীৰ হংসবাহিনী শুভ্ৰাভৰণা শুক্ৰৰূপ। সেইদিনা বীণাৰ ঝংকাৰত বাণী কাননত সাহিত্য কলাৰ আৰতি জ্বলিছিল এই ভাৰতৰ পুণ্য তপোবনতহে।*

*　　*　　*

*শৰীৰ বিনাশী। তপস্যাময় ধ্যান তৰঙ্গ অবিনাশী। মানুহৰ ধ্যানময় জাগ্ৰত শক্তিৰ তৰঙ্গ যুগ যুগান্তৰৰ মহাকাশত চিৰকাল ধ্বনিত হৈ আছে আৰু যুগযুগান্তৰৰ ধ্বনিত হৈ থাকিব। বিনাশী জড়দেহ ত্যাগী অতীতৰ মণিষীসকলৰ ত্যাগ যজ্ঞৰ হোমাহুতি ধ্যান সমাধিৰ তৰঙ্গ প্ৰেৰণা।*



# চতুৰ্বিংশ অধিৱেশন
## গুৱাহাটী
## ২৬ আৰু ২৭ ডিচেম্বৰ, ১৯৫৫

গুৱাহাটীৰ হেদায়েটপুৰত থকা অসম কংগ্ৰেছ ভৱনৰ প্ৰাংগণত সুসজ্জিত সভামণ্ডপত এই অধিৱেশন অনুষ্ঠিত হয়। সভাত সভাপতিত্ব কৰে যতীন্দ্ৰনাথ দুৱৰাই।

২৫ ডিচেম্বৰ তাৰিখে পুৱা ৮ বজাৰ পৰা ১ বজালৈ আৰু বিয়লি ২ বজাৰ পৰা কুমাৰ ভাস্কৰ নাট্য মন্দিৰত বিষয় বাছনী সভা অনুষ্ঠিত হয়। পুৱাৰ ভাগত যতীন্দ্ৰনাথ দুৱৰা আৰু বিয়লি ত্ৰৈলোক্যনাথ গোস্বামীৰ সভাপতিত্বত। বিষয় বাছনী সভা সুকলমে পৰিচালিত আৰু সু-সম্পন্ন হয়।

মণিপুৰ, কহিমাকে ধৰি শাখা সভাৰ সংখ্যাটো ৭৮ লৈ বৃদ্ধি হয়। আৰু সভ্যভৰ্তি বৰঙণি ২০০৩/- টকা সংগ্ৰহ হয়।[২০] প্ৰতিবেদনত অধিৱেশনত যোগ দিয়া শাখাৰ সংখ্যা ৬৪ খন আৰু আজীৱন সভা হৰিপ্ৰসাদ বৰুৱা আৰু অৰবিন্দ গগৈ বৰুৱা আৰু অভ্যৰ্থনা সমিতিৰ হলিৰাম ডেকা, ভুবনেশ্বৰ বৰুৱা আৰু বিপিনচন্দ্ৰ গোস্বামী উপস্থিত থাকে। সভ্যৰ তালিকা উল্লেখ কৰা নাই।

### প্ৰদৰ্শনী

২৬ ডিচেম্বৰত পুৱা ৮ বজাত সভামণ্ডপত কালীনাথ শৰ্মাৰ পৰিচালনাত নামকীৰ্তন হয়। ইয়াৰ পিছতেই প্ৰদৰ্শনীৰ দ্বাৰা উদ্‌ঘাটন কৰে প্ৰাক্তন সভাপতি নীলমণি ফুকনে। প্ৰদৰ্শনীত সাঁচি পতীয়া পুথি, ছপাপুথি, কুটিৰ শিল্প আদি প্ৰদৰ্শন কৰা হৈছিল। প্ৰদীপ চলিহাই কেবাখনো দুস্প্ৰাপ্য পুথি, সাংস্কৃতিক বস্তু প্ৰদৰ্শন কৰিছিল।

### প্ৰথম মুকলি অধিৱেশন

২৬ ডিচেম্বৰ তাৰিখে বিয়লি ১-৩০ বজাৰ পৰা প্ৰথম মুকলি অধিৱেশন বহে। অধিৱেশনত অসমৰ সেই সময়ৰ লোকসকল, প্ৰবীণ সাহিত্যিকসকলৰ লগতে

২০। ৭৮ খন শাখা সভাৰ মুঠ ১৩৯ জন প্ৰতিনিধি উপস্থিত আছিল। ইয়াৰ ভিতৰত ডিমৌ সাহিত্য সভা, অভয়াপুৰী সাহিত্য সভা, বিহপুৰীয়া সাহিত্য সভা, নগাঁও সাহিত্য সভাৰ প্ৰতিনিধি উপস্থিত নাছিল।



গুৱাহাটীৰ পুৰুষ, মহিলা, ছাত্ৰ-ছাত্ৰী, প্ৰতিনিধিৰে সভা মণ্ডপ ঠাহ খাই পৰিছিল। প্ৰাক্তন সভাপতি সূৰ্যকুমাৰ ভূঞা, নলিনীবালা দেৱী, অম্বিকাগিৰী ৰায়চৌধুৰী, নীলমণি ফুকন আদিয়ে মঞ্চত আসন গ্ৰহণ কৰিছিল। সভাপতিৰ কাষতে সাহিত্য অকাদেমিৰ সচিব প্ৰভাৰকৰ মাচুৱে আসন গ্ৰহণ কৰে। আৰম্ভণিতে মুণিকুল আশ্ৰমৰ ছাত্ৰ খেমৰাজ উপাধ্যায়ে মংগলাচৰণ গায়। ইয়াৰ পিচত সভাপতি যতীন্দ্ৰনাথ দুৱৰাক আনুষ্ঠানিকভাৱে সভাপতিৰূপে বৰণ কৰে। নাৰায়ণচন্দ্ৰ বেজবৰুৱাৰ পৰিচালনাত জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'আই পূজাৰ বেলি হ'ল' গীতটি পাহাৰ-ভৈয়ামৰ শিল্পীসকলে পৰিৱেশন কৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি হলিৰাম ডেকাই আদৰণী অভিভাষণ পাঠ কৰে। প্ৰাক্তন সভানেত্ৰী নলিনীবালা দেৱীয়ে এটি স্বৰচিত কবিতা পাঠ কৰে। কাব্যভাৰতী ধৰ্মেশ্বৰীদেৱী বৰুৱানীয়ে লিখা এটা কবিতা পাঠ কৰে পৰাগধৰ চলিহায়। প্ৰধান সম্পাদক অতুল চন্দ্ৰ হাজৰিকাৰ হৈ যতীন্দ্ৰনাথ গোস্বামীয়ে বছৰেকীয়া প্ৰতিৱেদন পাঠ কৰে আৰু সভাই গ্ৰহণ কৰে। ইয়াৰ পিচতেই বীৰেন দত্তৰ পৰিচালনাত এটি সমৱেত সংগীত ছাত্ৰসকলে পৰিৱেশন কৰে।

সাহিত্য অকাদেমিৰ সচিব প্ৰভাকৰ মাচুৱে হিন্দীত এটি সাৰুৱা ভাষণ দিয়ে। ভাষণৰ পিচতেই সভাপতি যতীন্দ্ৰনাথ দুৱৰাই সুদীৰ্ঘ আৰু সুললিত ভাষাৰে অভিভাষণ পাঠ কৰে। পুৰুষোত্তম দাসৰ পৰিচালনাত এটি সমৱেত সংগীত পৰিৱেশনৰ অনন্ত প্ৰথম দিনাৰ সভাৰ সামৰণি পৰে।

### সংগীত সন্ধিয়া

সন্ধ্যা ৬ বজাৰ পৰা সভা মণ্ডপত ক্ষিৰোদ বিষয়াৰ পৰিচালনাত এটি সমৱেত সংগীত পৰিৱেশনৰ পাচত লক্ষ্যধৰ চৌধুৰীয়ে মিত্ৰদেৱ মহন্তক সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ অনুৰোধ কৰে। সভাপতিৰ ভাষণৰ পাছতেই সাংস্কৃতিক সন্ধ্যাৰ কাৰ্যসূচী আৰম্ভ হয়। নগা ডেকা তাজেন আও আৰু তেওঁৰ সংগীবৃন্দই নগা নৃত্য প্ৰদৰ্শন কৰে। বৰপেটাৰ দয়াল সূত্ৰধাৰ আৰু তেওঁৰ সংগীবৃন্দই বৰগীত পৰিবেশন কৰে। অৰুণা দাসে কথক নৃত্য প্ৰদৰ্শনৰ পিচত প্ৰবীণ ফুকনৰ 'মণিৰাম দেৱান' নাটক অভিনয় হয়।

## দ্বিতীয় দিনৰ কাৰ্যসূচী
### ২৭ ডিচেম্বৰ, ১৯৫৫

### বিজ্ঞান সন্মিলন

২৭ ডিচেম্বৰ তাৰিখে পুৱা ৮ বজাত সভা মণ্ডপতে ৰোহিনী কুমাৰ বৰুৱাৰ সভাপতিত্বত বিজ্ঞান শাখাৰ অধিৱেশন আৰম্ভ হয়। এই শাখাৰ সম্পাদক প্ৰসন্নকুমাৰ

গোস্বামীয়ে বিজ্ঞান সন্মিলনৰ বিষয়ে গুৰুত্বপূৰ্ণ ভাষণ দিয়ে। সভাত 'ব্ৰহ্মপুত্ৰ' বিষয়ে প্ৰবন্ধ পাঠ কৰে হৰিপ্ৰসাদ দাসে। খাদ্যপ্ৰাণ সম্পৰ্কেও এটা প্ৰবন্ধ পাঠ কৰিছিল আনোৱাৰ উদ্দিন শইকীয়ায়। হৰিদেৱ গোস্বামীয়ে শক্তিৰ অভ্যুদয় শীৰ্ষক ৰচনা পাঠ কৰে।

## দ্বিতীয় মুকলি অধিৱেশন

দুপৰীয়া ১ বজাৰ পৰা দ্বিতীয় মুকলি অধিৱেশন আৰম্ভ হয়। বেজবৰুৱাৰ 'আমি অসমীয়া নহওঁ দুখীয়া' সমৱেত সংগীতেৰে কাৰ্যসূচী আৰম্ভ হয়। এই সভাতে ছিলিঙ্গৰ ফণিধৰ শৰ্মাক জনজাতীয় গ্ৰন্থৰ বাবে ৫০০.০০ টকাৰ বঁটা প্ৰদান কৰা হয়। হৰিনাৰায়ণ দত্ত বৰুৱাই সম্পাদনা কৰা 'অসমীয়া মহাভাৰত' আৰু অসম সাহিত্য সভাৰ 'ভাষণাৱলী' আনুষ্ঠানিকভাৱে উন্মোচন কৰা হয়।

নলিনীবালাদেৱীয়ে তেখেতৰ কাৰ্যকালৰ পৰিচয়সূচক এটি প্ৰবন্ধ পাঠ কৰাৰ পিচত অম্বিকাগিৰি ৰায়চৌধুৰী আৰু মহেন্দ্ৰ বৰাই স্বৰচিত কবিতা পাঠ কৰে। সভাত নিয়মাৱলী সংশোধনী প্ৰস্তাৱসমূহ আৰু সাধাৰণ প্ৰস্তাৱসমূহ পাঠ কৰা হয়। হাত চাপৰিৰে সকলোৱে সমৰ্থন জনায়।

ইয়াৰ পিচত কাৰ্যনিৰ্বাহক সমিতিখন সভাই অনুমোদন কৰে[২১]

যতীন্দ্ৰনাথ দুৱৰা — সভাপতি

মিত্ৰদেৱ মহন্ত — সহকাৰী সভাপতি

অতুলচন্দ্ৰ হাজৰিকা — প্ৰধান সম্পাদক

সত্যেন্দ্ৰনাথ শৰ্মা — ধনভঁৰালি

ৰজনীকান্ত দেৱশৰ্মা — পত্ৰিকা সম্পাদক

যতীন্দ্ৰ নাথ গোস্বামী— সহকাৰী সম্পাদক

সুপ্ৰভা গোস্বামী, প্ৰথমনাথ চক্ৰৱৰ্তী, সোমেশ্বৰ শৰ্মা, ৰত্নকান্ত বৰকাকতী, বিনন্দচন্দ্ৰ বৰুৱা, ভৱানন্দ ৰাজখোৱা, প্ৰেমধৰ ৰাজখোৱা, বিশ্বনাৰায়ণ শাস্ত্ৰী, বিশ্বনাথ ৰাজবংশী, কৰুণাকান্ত বৰুৱা, হেম বৰুৱা, ত্ৰৈলোক্যনাথ গোস্বামী, পৰাগধৰ চলিহা, আব্দুল মালিক - এইসকল সদস্য।

পৰৱৰ্তী অধিৱেশন প্ৰমথ নাথ চক্ৰৱৰ্তীয়ে ধুবুৰীলৈ নিমন্ত্ৰণ কৰে। উপস্থিত সকলে হৰ্ষধ্বনিৰে সমৰ্থন জনায়। ইয়াৰ পিচতেই সভাপতি দুৱৰাই সাৰগৰ্ভ ভাষণ আগবঢ়ায় আৰু মাজে মাজে অসমীয়া বঙলা কবিতাও আবৃত্তি কৰে। অভ্যৰ্থনা সমিতিৰ ফালৰ পৰা হলিৰাম ডেকাই আৰু প্ৰতিনিধিৰ হৈ বিনন্দ চন্দ্ৰ বৰুৱাই শলাগ

২১। এই অধিৱেশনত পোন প্ৰথমবাৰৰ বাবে সহকাৰী সভাপতিৰূপে মিত্ৰদেৱ মহন্তক মনোনীত কৰে।



জ্ঞাপন কৰে। সভাৰ মাজে মাজে নাৰায়ণ চন্দ্ৰ বেজবৰুৱা আৰু পুৰুষোত্তম দাসৰ পৰিচালনাত নৃত্য-গীত প্ৰদৰ্শন কৰা হয়। দ্বিতীয় মুকলি অধিৱেশনৰ সামৰণি পৰে।

## বুৰঞ্জী সন্মিলন

সন্ধ্যা ৬ বজাত বিৰিঞ্চিকুমাৰ বৰুৱাৰ সভাপতিত্বত বুৰঞ্জী সন্মিলন অনুষ্ঠিত হয়। বুৰঞ্জী সন্মিলনৰ সম্পাদক ফণি তালুকদাৰৰ পৰিচয়সূচক ভাষণৰ পিচত সভাপতিয়ে গৱেষণামূলক দীঘলীয়া ভাষণ পাঠ কৰে। সভাত বিশ্ব নাৰায়ণ শাস্ত্ৰী, লীলা গগৈ, ৰমেশ চন্দ্ৰ বৰকাকতীৰ প্ৰবন্ধ ক্ৰমে — 'কুমাৰিল ভট্ট', 'অসমীয়া বুৰঞ্জী সাহিত্য', 'আহোম ৰাজ্য বিপ্লৱৰ সমাধিত স্বৰ্গদেৱ গদাধৰ সিংহ' পঠিত বুলি ধৰা হয়।

## সংগীত সন্ধিয়া

বুৰঞ্জী সন্মিলনৰ অন্তত বিশাল জনসমাৱেশত সাংস্কৃতিক সন্ধিয়াৰ কাৰ্যসূচী আৰম্ভ হয়। সংগীত শাখাৰ সভাপতি মিত্ৰদেৱ মহন্তই সংগীত আৰু অভিনয় সম্পৰ্কে এটি ভাষণ দিয়ে।

ইয়াৰ পিচতে ছাত্ৰীসকলে 'ঊষা পৰিণয়' নৃত্য নাটিকা পৰিৱেশন কৰে। নিশা ১১ বজাত 'অ' মোৰ আপোনাৰ দেশে' জাতীয় সংগীতেৰে সভাৰ সামৰণি পৰে।

## প্ৰস্তাৱ

মুকলি অধিৱেশনত গৃহীত প্ৰস্তাৱৰ তলত দুটামান উল্লেখ কৰা হ'ল —

১) অসমীয়া ভাষাৰ লিপি পৰিবৰ্তনৰ বিৰোধিতা।

২) উত্তৰ-পূব সীমান্ত অঞ্চলৰ ভাষানীতিৰ বিৰোধিতা।

৩) অসম সাহিত্য সভাৰ ৩ জন প্ৰতিনিধি, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৩জন আৰু অসম চৰকাৰৰ তিনিজন প্ৰতিনিধিৰে অসমীয়া আখৰ জোঁটনি উপ-সমিতি গঠন।

## বৰ্ষটোৰ কাম-কাজ

প্ৰথম কাৰ্য নিৰ্বাহক সমিতিত গুৱাহাটী কাৰ্যালয়ৰ বাবে হৰিচন্দ্ৰ ভট্টাচাৰ্যক সহকাৰী সম্পাদক মনোনীত কৰা হয়। পত্ৰিকা সম্পাদনা সমিতি গঠন, সভাৰ গুৱাহাটীত অনুষ্ঠিত বাৰ্ষিক অধিৱেশনৰ বাৰ্ষিকী প্ৰকাশৰ বাবে মহেশ্বৰ নেওগে ২০০.০০ টকা আগবঢ়ায়।

নেফা সম্পৰ্কীয় প্ৰস্তাৱটো কাৰ্যকৰী কৰিবলৈ পৰাগধৰ চলিহাক দায়িত্ব অৰ্পণ কৰিছিল। কেন্দ্ৰীয় গৃহমন্ত্ৰী গোবিন্দ বল্লভ পণ্ট অসমলৈ অহাত আৰ্বত ভৱনত স্মাৰক পত্ৰ সভাই দাখিল কৰে। স্মাৰক পত্ৰত চহী কৰিছিল - নলিনীবালা দেৱী, হেম বৰুৱা, সত্যেন্দ্ৰনাথ শৰ্মা, হৰেন্দ্ৰ নাথ বৰুৱা, মহেশ্বৰ নেওগ, বেণুধৰ শৰ্মা, পৰাগধৰ চলিহা,

যতীন্দ্ৰনাথ গোস্বামী আৰু অতুলচন্দ্ৰ হাজৰিকাই। পৰিশিষ্টত পৰাগধৰ চলিহাই দিয়া চিঠিৰ নকলো দিয়া হ'ল। তদুপৰি তাৰিখে ৯/৬/৫৬ নেফাত অসমীয়া ভাষা দিৱস পালন কৰি জনমত গঠন কৰা হয়।[২২]

## গোহাৰি

## ৰাধাকান্ত সন্দিকৈ স্মৃতি-ভৱন

*স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই স্বহস্তৰে কৰা বিভিন্ন দানত শিক্ষা, সাহিত্য আৰু ঐতিহাসিক গৱেষণাৰ ক্ষেত্ৰত অসম দেশ আৰু অসমবাসী কি পৰিমাণে উপকৃত সেই কথা অবিৰতভাৱে কোৱাৰ আৱশ্যক নকৰে। অসমৰ সাহিত্য সভাৰ পুথি-ভঁৰাল স্বৰূপে ব্যৱহাৰ হ'ব লগীয়া আৰু এই দেশলৈ অহা-সন্মানিত অতিথিসকলৰ কাৰণেও থকা-মেলাৰ উপযুক্তভাৱে ব্যৱস্থা ৰাখি অসম সাহিত্য সভাৰ হাউলীতে আৰু ন ঘৰ সজোৱাৰ অভিপ্ৰায় এটি সন্দিকৈ ডাঙৰীয়াৰ আছিল; কিন্তু তেখেতৰ জীৱন কালত সেই অভিপ্ৰায় অসম্পূৰ্ণ থাকিল।*

*অসম সাহিত্য সভাই সন্দিকৈ ডাঙৰীয়াৰ স্মৃতি ৰক্ষাৰ্থে ৰাধাকান্ত সন্দিকৈ ভৱন স্মৃতি-ভৱন নামেৰে এটি ঘৰ সজোৱাৰ সংকল্প কৰি 'ৰাধাকান্ত সন্দিকৈ ভৱন আৰু পুথি-ভঁৰাল কমিটি' গঠন কৰি সেই উদ্দেশ্য পূৰণৰ বাবে যত্ন কৰিছে। সেই সমিতিয়ে ইতিমধ্যে কাম হাতত লৈছে।*

*স্মৃতি ভৱন সমিতিৰ হিচাপমতে সন্দিকৈ ডাঙৰীয়াৰ অভিলাষৰ আৰ্হিৰে এই কাম সমাধা কৰিবলৈ অন্ততঃ পঞ্চাশ হাজাৰ টকাৰ আৱশ্যক, আৰু সন্দিকৈ ডাঙৰীয়াৰ গুণ-মুগ্ধসকলৰপৰা এই অৰ্থ সংগ্ৰহ হ'ব বুলিও সমিতিয়ে আশা কৰে।*

*এই সজ কাৰ্যত সকলো অসমবাসীৰপৰা সমিতিয়ে সহায়, সহযোগ আৰু সহানুভূতি পাব বুলি আশা কৰি এই গোহাৰি পঠোৱা হ'ল। ইতি, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট, ১০/৪/৫৫*

*যতীন্দ্ৰ নাথ দুৱৰা, সভাপতি*
*অতুলচন্দ্ৰ হাজৰিকা*
*প্ৰধান সম্পাদক*
*অসম সাহিত্য সভাৰ হৈ —*

*দেৱেশ্বৰ শৰ্মা, সম্পাদক*
*যতীন্দ্ৰনাথ গোস্বামী*
*ৰাধাকান্ত সন্দিকৈ স্মৃতি সদনৰ হৈ*

২২। নেফাত ভাষা দিৱস পাতিবৰ কাৰণে সভাই দিয়া বিজ্ঞপ্তিৰ পূৰ্ণ পাঠ। পৰিশিষ্ট চাওক।



*[সকলো দান যেন কৰুণাধৰ বৰুৱা, ধন-ভৰালী আৰু চিঠি-পত্ৰ যতীন্দ্ৰনাথ গোস্বামী, সম্পাদক, ৰাধাকান্ত সন্দিকৈ স্মৃতি-পুঁজি, 'চন্দ্ৰকান্ত সন্দিকৈ ভৱন', যোৰহাট, এই ঠিকনাত পঠায়।]*

## দুৱৰা সম্পৰ্কত বিৰূপ মন্তব্য

ৰামধেনুৰ ৯ম বছৰ ৯ ম সংখ্যা (পুহ)-ত মহেন্দ্ৰ বৰাই লিখা এটি প্ৰবন্ধই সভাত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। সভাপতি যতীন্দ্ৰনাথ দুৱৰাৰ সম্পৰ্কত বিৰূপ মন্তব্য কৰাত লেখক, প্ৰকাশক আৰু সম্পাদকৰ ওপৰত মোকৰ্দমা তৰিবলৈ সভাই সিদ্ধান্ত কৰে। এই কথা অৱগত হৈ দুৱৰাদেৱে সভালৈ এখন পত্ৰ লিখে। পত্ৰখনৰ মূল্যৰ প্ৰতি লক্ষ্য ৰাখি ইয়াত আংশিক উদ্ধৃত কৰা হ'ল — 'আজি বহুত দিনৰ পৰা মোৰ এটা কথা মনত খেলাইছেঃ কথাটো হৈছে এই — অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে মোৰ সন্মান ৰক্ষাৰ্থে আইনৰ আশ্ৰয় ল'ব খোজাত মই সমিতিৰ শলাগ লৈছোঁ। কিন্তু কাৰো বিৰুদ্ধে মোৰ নিজা অভিযোগ একোৱে নাই। কোনোবাই যদি কিবা সন্মান হানীকৰ কথাও লিখিছে সেই বাবেও মোৰ দুখ নাই। তেওঁলোকক মই এতিয়াও আগৰ দৰেই বন্ধুতৰ মাজেদিয়ে নিজৰ কৰি ল'বলৈ বিচাৰোঁ আৰু মনতে সেইদৰে কৰিয়ে আছোঁ। আমাৰ ভাতৃস্থানীয় এদল সাহিত্যিকৰ বিৰুদ্ধে আইনৰ আশ্ৰয় লৈ নিজৰ ভিতৰতে তিক্ততাৰ সৃষ্টি কৰাৰ মই পক্ষপাতী নহওঁ। এমুঠি অসমীয়া সাহিত্যিকৰ মাজত বাদ-বিসম্বাদৰ সূত্ৰপাত কৰাও মোৰ উদ্দেশ্য নহয়। মই বিচাৰোঁ অসমীয়া আৰু অসমীয়া ভাষাৰ উন্নতি। সেয়ে যেনেকৈ পাৰে মাতৃভাষাৰ বেদীত ফুল-বেলপাত দি মনৰ আনন্দৰে যোড়শোপচাৰে পূজা কৰি নিজৰ মাতৃভাষাৰ উন্নতি বিধান কৰক, কাৰণ স্বদেশ আৰু স্বজাতিৰ উন্নতি আৰু মংগল বিধানৰ সিংহ দুৱাৰ হৈছে মাতৃভাষা।'

## সম্প্ৰীতিমূলক গ্ৰন্থ

পাহাৰ ভৈয়ামৰ সম্প্ৰীতিসূচক গ্ৰন্থ প্ৰকাশৰ কাৰণে পৰাগধৰ চলিহা, হেম বৰুৱা, সত্যেন্দ্ৰনাথ শৰ্মা, প্ৰধান সম্পাদক আৰু সভাপতিক লৈ এখন সমিতি গঠন কৰা হয়। এই সমিতিত মিত্ৰদেৱ মহন্ত আৰু চৈয়দ আব্দুল মালিকক অন্তৰ্ভুক্ত কৰি সাত জনীয়া উপসমিতিখন গঠন কৰে। প্ৰাক্তন সভাপতি নীলমণি ফুকনক কাছাৰ জিলা ভ্ৰমণ কৰি এটি টোকা সভাত দাখিল কৰিবলৈ অনুৰোধ জনায় আৰু ২০০.০০ টকা মঞ্জুৰ কৰে।

অসমীয়া ভাষা শিকিবলৈ আগ্ৰহ কৰা পাহাৰ আৰু ভৈয়ামৰ জনজাতিৰ বাবে অসমীয়া-খাছীয়া, অসমীয়া-গাৰো, অসমীয়া-লুচাই, অসমীয়া- বাঙালী, অসমীয়া-হিন্দীৰ এখনি গ্ৰন্থ প্ৰকাশ কৰিবৰ বাবে সভাই সিদ্ধান্ত কৰি বিনন্দ চন্দ্ৰ বৰুৱা, নিৰ্মলেশ্বৰ

শৰ্মা আৰু বিশ্বনাৰায়ণ শাস্ত্ৰীক আহ্বায়ক স্বৰূপে লৈ এখন প্ৰকাশন সমিতি গঠন কৰি দিয়ে। জনগোষ্ঠী সমন্বয়ৰ এটি অধ্যায়ত এই বিষয়ে বহলাই আলোচনা কৰা হৈছে।

## চতুৰ্বিংশ অধিৰেশন

**অভ্যৰ্থনা সমিতি ঃ**

পৃষ্ঠপোষক ঃ ডাঃ ভুৱনেশ্বৰ বৰুৱা
নলিনীবালা দেৱী
ৰঘুনাথ চৌধাৰী
ডঃ সূৰ্যকুমাৰ ভূঞা

সভাপতি ঃ হলিৰাম ডেকা

সহকাৰী সম্পাদক ঃ ৰাধাগোবিন্দ বৰুৱা
হৰমোহন দাস
ডাঃ কনক চন্দ্ৰ বৰুৱা

সম্পাদক ঃ ডঃ মহেশ্বৰ নেওগ আৰু প্ৰবীন ফুকন

সহকাৰী সম্পাদক ঃ ফণী তালুকদাৰ
বীৰেন গোস্বামী

ধনভঁৰালী ঃ শান্তিৰূপা লহকৰ

শাখা সভাৰ (সন্মিলন) সম্পাদক ঃ

বুৰঞ্জী ঃ ফণী তালুকদাৰ
বিজ্ঞান ঃ ডঃ প্ৰসন্ন গোস্বামী
সংস্কৃত ঃ লক্ষ্যধৰ চৌধুৰী
প্ৰদৰ্শনী ঃ প্ৰেমধৰ চৌধুৰী

## যতীন্দ্ৰনাথ দুৱৰা

যতীন্দ্ৰনাথ দুৱৰা (জন্ম ৪ মাৰ্চ, ১৮৯২, মৃত্যু ৫ জুলাই, ১৯৬৮)-ই শিৱসাগৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ স্কটিছ চাৰ্চ্চ কলেজৰ পৰা বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ আইন পঢ়ে। ডিব্ৰুগড়ৰ জৰ্জ ইনষ্টিটিউছনত শিক্ষকতা কৰি (১৯১৮-১৯২১) কলিকতা বিশ্ববিদ্যালয়ৰ এম এ শ্ৰেণী (১৯৩৩-৪৭)-ত উত্তীৰ্ণ হৈ ডিব্ৰুগড়ৰ ডি এইচ এছ কে কলেজৰ (১৯৫৮-৬১) শিক্ষকতা কৰিছিল।

দুৱৰা অসমীয়া ৰোমান্টিক কবিতাৰ দ্বিতীয় স্তৰ অৰ্থাৎ বাঁহী যুগৰ শ্ৰেষ্ঠ কবি। মহেশ্বৰ নেওগে কৈছে — "... এওঁতেই ৰোমান্টিক কবিতাৰ সংগীত আৰু কোমলতাই মধুৰতম ৰূপ লয়। দুৱৰাই অধ্যয়ন আৰু আস্বাদনৰ দ্বাৰাই অসমীয়া কবিতাত প্ৰভাৱৰ পৰিধি বিস্তৃত কৰিলে, ইংলণ্ডৰ প্ৰায় ৰোমান্টিক কবি গ্ৰে, ৰোমান্টিক শ্বেলী, নব্য ৰোমন্টিক টেনিছন, জাৰ্মাণ কবি হেনৰিখ হাইন, কথা কবিতাৰ ৰুচ কবি টুৰ্গেনেভ, পাৰস্যৰ মহাকবি উমৰ খায়য়াম আৰু হাফেজ সকলোৰে প্ৰতিভাৰ জেউতি তেওঁ মন-মগজুত প্ৰতিফলিত হৈছে আৰু সকলো বায়ুৰ হেঁচাত তেওঁৰ অনুভূতিৰ ত্ৰয়'লিয়ান বীনত ক্ৰন্দন ধ্বনি উঠিছে।" *ওমৰ তীৰ্থ* (১৯২৫), *কথা কবিতা* (১৯৩৩), *আপোন সুৰ* (১৯৩৮), *বনফুল* (১৯৫২), *মিলনৰ সুৰ* (১৯৫৮), আৰু *মৰমৰ সুৰ* (১৯৭৬), দুৱৰাৰ কাব্য। *বনফুল* কবিতা পুথিৰ বাবে ১৯৫৩ চনত সাহিত্য অকাদেমি বঁটা লাভ কৰে। আইভান টুৰ্গেনেভৰ আৰ্হিত কথা কবিতা ৰচনা কৰিছিল। অসমীয়া সংগীত মালাত তেখেতৰ ১২ টা গীত সন্নিবিষ্ট হৈছে। *সাহিত্যত হাস্য ৰস, চুটি গল্প, উপন্যাস, উপন্যাসৰ ধাৰা* উল্লেখযোগ্য প্ৰবন্ধ। *মহাপুৰুষ শংকৰদেৱ, ওমৰ খায়াম, কবি হাফেজ* উল্লেখযোগ্য জীৱনী। *ডাংবৰলাৰ কেঁচুৰা* তেওঁৰ একমাত্ৰ গল্প।



## অভিভাষণৰ সুবচন

*মানুহে নিজকে যিমান স্বাধীন বুলি ভাবে, প্ৰকৃততে সিমান নহয়। এফালে তেওঁ যেনে এজন মানুহ-বিশেষ, আনফালে তেওঁ জাতীয় ভাব, কল্পনা আৰু নানা সাময়িক-পাৰিপাৰ্শ্বিক ভাব-ধাৰাৰ অধীন। তেওঁৰ গাত এই কাৰণেই অতীত, বৰ্তমান, ভৱিষ্যতৰ চিন পোৱা যায়। মানুহৰ পশু-প্ৰকৃতিৰ বাহিৰেও বিচাৰ-বুদ্ধি আৰু অনুভূতিও আছে। তেওঁ আনৰ মাজত নিজক প্ৰকাশ কৰিবলৈ বিচাৰে, আৰু এই কাৰণেই তেওঁ লগ বিচাৰে আৰু তাৰ মাজেদি তেওঁ আত্মপ্ৰকাশ কৰিবলৈ চেষ্টা কৰে। মানুহে মাথোন নিজক লৈ বিব্ৰত নহয়। সেই কাৰণেই তেওঁ বন্ধু-বান্ধৱ, তেওঁৰ দেশ, জাতি আৰু আত্মীয়-স্বজন আৰু প্ৰকৃতিক উপেক্ষা কৰি চলিব নোৱাৰে। নিজৰ ভোক-পিয়াহৰ সমাধান কৰি অঁতায় মানে এখন কাল্পনিক জগতৰ মোহে আহি তেওঁক আবৰি ধৰে। কাৰণ তেওঁৰ বাস্তৱ জগতত নিজৰ অপূৰ্ণতাৰ অংশক পৰিপূৰ্ণভাৱে পায়। তেওঁৰ নোপোৱাখিনিৰ অংশই কল্পনা-জগতত নিজৰ অপূৰ্ণতাৰ অংশক পৰিপূৰ্ণভাৱে পায়। তেওঁৰ নোপোৱাখিনিৰ অংশই কল্পনা-জগতত মূৰ্তিমান হৈ উঠে। সাহিত্যত সেইদৰে মানুহৰ সপোনে সফলতাৰ পূৰ্ণ প্ৰকাশ পায়। কাৰণ মানুহৰ স্বভাৱতে ৰূপ-বিলাসী স্ৰষ্টা। আৰু সেই কাৰণেই নিজৰ কল্পনাক ৰূপ দি প্ৰকাশ কৰিবলৈ কামনা কৰে। সেই কাৰণেই আত্ম প্ৰকাশৰ ইচ্ছা আৰু লগে লগে পাৰিপাৰ্শ্বিক জগতৰ লগত সংযোগ ৰাখি কল্পনা-জগতত বিহাৰ কৰাৰ ইচ্ছাই মূৰ্ত্তিমান হৈ মানুহৰ সাহিত্য-জগতৰ ইন্ধন যোগায়। লগে লগে জগতৰ মাজেদি মূৰ্তিমান হৈ উঠে।*

* * *

*কবি বা সাহিত্যিকৰ উদ্দেশ্য সৃষ্টি। কবিয়ে কবিতাত কোনো জ্ঞানৰ বিষয় প্ৰমাণ*

কৰিবলৈ নেযায়। তেওঁৰ অন্তদৃষ্টিৰে যিটো দেখিছে, তাকেই মাথোন মূৰ্তিমান কৰি জগতত প্ৰকাশ কৰিব। তেওঁৰ বিচাৰ, তৰ্ক, বিশ্লেষণ নাই। তেওঁৰ সত্যক পূৰ্ণতা দি প্ৰকাশ কৰিব, তাক যুক্তি, তৰ্ক বা বিশ্লেষণেৰে সঙ্কীৰ্ণ কৰিবলৈ নাই। তেওঁ অন্তৰাত্মাই সহজে অভিনৱতাৰ সৃষ্টি কৰে। তেওঁৰ অন্তৰৰ উৎসৰ পৰা একো একোটি মূল ভাৱ উঠে। তাকে তেওঁ সাকাৰ কৰি জগতৰ আগত দাঙি ধৰে। এই যুগৰ কবিতা বা সাহিত্যবিলাকত ঈশ্বৰৰ সৃষ্ট বস্তুৰ প্ৰতি প্ৰেম অকল মানুহতেই সীমাৱদ্ধ নহয়, পশু-পক্ষী, কীট-পতঙ্গ ইত্যাদিতো বিয়পি পৰিছে।

*            *            *

জগতৰ হৈ থকা ঘটনাবিলাকে মনৰ মাজত যি ভাবৰ উদয় কৰে আনৰ মন মুহিব পৰা শক্তিৰে সৈতে সেই ভাবৰ বিকাশেই সাহিত্য। মন আৰু কল্পনাই তাৰ সৃষ্টিকৰ্তা। ভাব তাৰ অঙ্গ, মানৱ-সমাজেই তাৰ প্ৰকাশৰ স্থল। সাহিত্যৰ মধুময় ৰসে মানৱ-সমাজক মোহিত কৰি থয় - এই সাহিত্যৰ মুধৰসেই ধনী, দুখীয়া সকলোৰে মন মোহাই তেওঁলোকৰ কল্পনাত এখনি অনিন্দ্য-সুন্দৰ ৰাজ্য সৃষ্টি কৰি তেওঁলোকৰ মনত আনন্দ দিয়াৰ লগে লগে আনৰ মনতো আনন্দ দিবলৈ সমৰ্থ হয়।

*            *            *

সাহিত্যৰ বুকুত কবিতা এপাহি অনুপম ফুল — ইয়াৰ সৌৰভে জগতক মোহিত কৰি থৈছে। কোন এক অতীত যুগৰপৰা সুৰুযৰ সোণোৱালী কিৰণত চিকমিকোৱা তমসা নৈৰ পাৰত ধেমালি কৰি থকা কৌঞ্চ পখী এহালিৰ এটি ব্যাধৰ কাঁড়েৰে নিধনত বাল্মীকি মুনিৰ মুখেদি শ্লোক ছন্দেৰে

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ কৌঞ্চমিথুনাদেকমৱধীঃ কাম-মোহিতম্।।

*            *            *

ওলাইছিল ক'ব নোৱাৰোঁ —

শ্লোকে শ্লোকে ভৰি গ'ল গোটেই ভুৱন
নামি আহে মন্দাকিনী-ধাৰা,
মানৱ দেৱতা কৰি নমালে সৰগ,
বই ধীৰে শান্তিৰ নিজৰা।

জগতৰ শত পৰিৱৰ্তনলৈ পিঠি দি এই শ্লোকে আজিলৈকে তাৰ ভাৱৰ সৌন্দৰ্য সজীৱ কৰি ৰাখিছে। কবিতা ছন্দোময় হোৱাৰ কাৰণেই মানুহে তাক মনত ৰখাবলৈ উজু পায় — আৰু সেই কাৰণেই আগৰ পুথিবিলাক প্ৰায় ভাগেই কবিতাৰে লিখা। কবিতাই আমাৰ মন আনন্দ ৰসেৰে আপ্লুত কৰি থয়। কবিতাৰ এই চিৰমধুৰতাৰ কাৰণেই জগতত ই আজি ইমান আদৰণীয়। বহুত দিনৰ আগয়ে লিখা কালিদাসৰ



শকুন্তলা, মেঘদূত আজিলৈকে পুৰণি হোৱা নাই। সকলোৱে তাক হেঁপাহেৰে পঢ়ে। সকলোৱেই তাত আনন্দ পায়। মধুৰতা আৰু সৌন্দৰ্য্য উপভোগ কৰিব পৰা যায়। কবিতাই কল্পনা ৰাজ্যত ফুৰাই, পাৰিজাত ফুল ফুলি থকা নন্দন কাননৰ দাঁতিয়েদি বৈ যোৱা মন্দাকিনীৰ তীৰৰ অপ্সৰাসকলৰ সুমধুৰ সঙ্গীত-পৰিপূৰ্ণ স্বৰ্গৰ অপূৰ্ব শোৱা দেখুৱাই, মন আনন্দেৰে প্ৰফুল্লিত কৰি, পুনৰ মৰতলৈ নমাই মেঘৰ গাজনিৰে সৈতে ভীষণ ধুমুহা-পূৰ্ণ প্ৰকৃতিৰ ভয়ঙ্কৰ মূৰ্তি আগত তুলি ধৰি ভয় লগোৱাই, হৃদয়-বিদাৰক মৃত্যুৰ ছবিৰ কাষেদি লৈ গৈ, প্ৰাণত শোকৰ বেগ উথলাই, শৰতৰ নিৰ্মল জোনাক সৰগৰ তলেদি আনি বসন্তৰ কুঁহি কুঁহি নতুন ফুল-পাতেৰে জক্‌মকোৱা, গছ-লতাৰে সু-সজ্জিত প্ৰকৃতিৰ বিতোপন মনমোহা ৰূপেৰে হৃদয়ক বিস্ময়েৰে বুৱাই, নিৰ্জ্জীৱ মনৰ ভাৱ সজীৱ কৰি মৰমৰ প্ৰাণত শান্তিয়নী পানী ছটিয়াই দিয়ে।

*            *            *

কোনো এটা নতুন ধাৰা সাহিত্যৰ মাজেদি বোৱাবলৈ হ'লে সময়, সমাজ আৰু মানুহৰ ৰীতি-নীতিলৈকো মন কৰা উচিত। বিদেশী সাহিত্যৰ ধাৰা আমাৰ সাহিত্যৰ মাজেদি বোৱাবলৈ হ'লে আমাৰ সমাজৰ ৰীতি-নীতি আদিলৈ মন কৰি যতদূৰ সম্ভৱ তাক আপোন বোলেৰে বোলাই নিজৰ কৰি সমাজৰ মাজেদি চলাবলৈ চেষ্টা কৰা উচিত। কোনো এটা নীতি-সদায় একেদৰে একেৰাহে চলি নেথাকে। সমাজ পৰিৱৰ্তনশীল। যুগৰ পৰিবৰ্তনৰ লগে লগে সমাজৰো পৰিৱৰ্তন হ'বই আৰু তাৰ লগে লগে দেশৰ সাহিত্যতো নতুন ধাৰা সোমাবহি। তেতিয়া তাক আমি আৱশ্যক হ'লে অলপ সাল-সলনি কৰি ল'ব লাগিব — কালক্ৰমে সিও পুৰণি হৈ যাব। তাৰ ঠাইত নতুন আহিব। এনেদৰেই সাহিত্যৰ ৰোঁৱতী সুঁতি সমাজৰ মাজলৈ বৈ থাকিব।

*            *            *

যেতিয়ালৈকে জাতীয় সাহিত্যই বিশ্বৰ আন সাহিত্যৰ নানা বস্তু লৈ তাক জীণ নিয়াব নোৱাৰি যজ্ঞভুক অগ্নিৰ দৰে ৰুগ্ন হৈ থাকে তেতিয়ালৈকে সি বিশ্ব সাহিত্যৰ সুখ স্পৰ্শ পাইছে বুলি ক'ব নোৱাৰি।

*            *            *

সাম্প্ৰতিক কবিতাৰ প্ৰকাশ ভংগী আৰু ভাব সংগতি লৈ সকলো পাঠকেই বিমোৰত পৰে। এই কবিতা পঢ়োতে মনটোক ইমান বেছিকৈ বাউসিত ধৰি জোকাৰি দিবলগীয়া হয় যে কল-খোৱা ধাতুৰেই বাজ হ'বলগীয়া হয়; অথচ কৰিব ভাবৰ সংগতি বা বিসংগতিৰ লগত মনৰ ভাল পৰিচয় নঘটে। আমাৰ বোধেৰে এনে প্ৰকাশ অসংগত বা অসংযত চিন্তাৰে পৰিচয় হৈ থাকে বুলি ভয় হয়। ইয়াৰ পৰা নতুন কবিসকলক ভাবৰ আৰু প্ৰকাশৰ অসংযম শিকোৱাহে হয়। তাৰ ফল কি হ'ব পাৰে, অসমীয়া আলোচনীৰ পাতে পাতে।

* * *

বাহিৰৰ জগতৰ চিন্তাক আমাৰ কবিতাত ঠাই দিয়াত আমাৰ কোনো আপত্তি নাই। কাৰণ সেইটো যদি পাপ হয় সেই পাপত ময়ো বৰ বেছিকৈ পাপী হ'ব লাগিব। বনগীতৰেপৰা শ্বেলীলৈকে, ওমৰ খায়মৰপৰা জাৰ্মাণ কবি হাইনলৈকে সকলোৰে ফুলনিতে মই বিচৰণ কৰিছোঁ। কিন্তু যদি ক'ৰবাৰ পৰা এটি তলসৰা ফুল আনিছোঁ, তাক মোৰ প্ৰাণেৰে ৰহণাই তুলিবৰ বাবে যত্ন কৰিছোঁ। এই যত্ন সফল হৈছে, বিফল হৈছে, যি অৱশ্যে আপোনালোকৰ বিচাৰৰ বিষয়, মোৰ নহয়। কিন্তু মোৰ উপলব্ধি - বাহিৰৰ চিন্তাধাৰাক আমাৰ সমাজত চিনাকি কৰি তুলিবলৈ হ'লে সহজ পন্থা অৱলম্বন কৰাই বাঞ্ছনীয় বুলি মোৰ মনত ভাব হয়। সেই যত্ন সফল হৈছে, বিফল হৈছে, সি অৱশ্যে আপোনালোকৰ বিচাৰৰ বিষয়, মোৰ নহয়। সেই চিন্তাক দুৰূহ কৰি কটুৰ ৰূপ দিয়াত কাৰ কি উদ্দেশ্য সাধিত হ'ব পাৰে, মই বুজিব নোৱাৰোঁ। অনেক সময়তে এই কবিতাবোৰত অনুকৰণৰ চাব পৰি থাকে। এই কথাই এই ভাব সূচায় — সাম্প্ৰতিক কবিতাত অনুকৰণশীলতা আৰু পৰীক্ষাৰ স্তৰৰ ওপৰ নাই উঠা।

* * *

ছন্দৰ ফালৰপৰা সাম্প্ৰতিক কবিতাত কি লাগিছে, মই নিজেই বুলিব পৰা নাই। কোনো আধুনিক কবিয়ে ক'ব, সাম্প্ৰতিক অসমীয়া কবিতাত ছন্দ বা সংগীত দিয়া তেওঁলোকৰ উদ্দেশ্য নহয়। কাৰণ, সেইবোৰ যদি কবিতাতে দিব লগা হ'ল, চেতাৰৰ গুঞ্জন, তবলাৰ লহৰ আৰু বাঁহীৰ লহৰীয়ে কি জগৰ লগালে? এনে উক্তি জগতৰ কোনো কবিতাৰ সমালোচকে কৰিছেনে নাই, বিশেষ খবৰ আমাৰ নাই। কিন্তু আদিম কালৰেপৰা সংগীত আৰু কবিতা নলে-গলে লগা বন্ধুৰ দৰে বা কেতিয়াবা অভিন্ন, আদিম জীৱনৰ ধৰ্ম বা যাদুবিদ্যাৰ লগতেই কবিতাৰ জন্ম ছন্দত।

* * *

আমাৰ সাহিত্য আলোচনী-প্ৰাণ। সকলো ধাৰাৰ সাহিত্যৰ বিচাৰ হয় কেৱল আলোচনীৰ বিচাৰ কৰিলেহে। গল্প বিষয়তো একেটা কথাই খাটে।

* * *

আমাৰ ভাষা বৈজ্ঞানিকৰ ভূ-স্বৰ্গ বুলি কোৱা হয়। ইয়াত যিমানবোৰ ভাষা-উপভাষা বৰ্তমান, পৃথিৱীৰ আন কোনো এনে কম ঠাইত সিমানবোৰ আছেনে নাই, সন্দেহ। এই ভাষাবোৰৰ পদ্ধতিগত কোনো অধ্যয়ন এতিয়ালৈকে হোৱা নাই। ইয়াৰ ভিতৰত প্ৰমুখ্য, ৰাজ্যৰ শতকৰা ৫৫ জনৰ ভাষা অসমীয়াৰ অধ্যয়ন ডক্টৰ বাণীকান্ত কাকতিয়ে আৰম্ভ কৰি থৈ গৈছে। তেখেতৰ অনুপ্ৰেৰণাতে ঘাইকৈ অসমীয়া ভাষাৰ শাখাৰ চৰ্চা আৰু জনজাতীয় ভাষাৰ চৰ্চা গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৰীয়তে আৰম্ভ হৈছে। ই এটি সুখৰ সঙ্কেত। বিশেষকৈ জনজাতীয় ভাষা আৰু সংস্কৃতিৰ চৰ্চাৰ পৰা অসমৰ বিভিন্ন শ্ৰেণীৰ লোকৰ মাজত জনা-জনি, বুজা-বুজি বাঢ়িব যে, ই নিশ্চয়। অসম চৰকাৰেও এই বিষয়ত বৃত্তি আদি দি উপযুক্ত কামকে কৰিছে। আমি আশা কৰোঁ, চৰকাৰে একেলগে কেইবাটিও বৃত্তি দি কেইবাটিও জনজাতীয় ভাষাৰ অধ্যয়ন গৱেষণা আশু-ফলপ্ৰদ কৰি তুলিব। গুৱাহাটী বিশ্ববিদ্যালয়ত ভাষা-তত্ত্বৰ বিশেষ পঠন-পাঠনৰ ব্যৱস্থা আছে যেতিয়া, উপযুক্ত গৱেষকৰ অভাৱ নহ'ব বুলি আমাৰ বিশ্বাস।



* * *

আমি আমাৰ নিজ ভাষা আৰু সাহিত্যক সুস্থ-ডাঙৰ কৰিবলৈ বিচাৰোঁ। কিন্তু দেশৰ আৰু ভাষা-সাহিত্যৰ আশা-ভৰসাৰ স্থল ল'ৰা-ছোৱালীহঁতক কি কিতাপ পঢ়িবলৈ দিও, ভাবি চাইছোঁনে? তলৰ শ্ৰেণীৰ এখন অসমীয়া সাহিত্যৰ পাঠ মেলি চাওক অসমীয়া জতুৱা গঢ়ৰ কোনো পৰিচয় নাই। শব্দাৱলী অনেক সময়তে খিচুৰী। আখৰ-জোঁটনিৰ কোনো স্থিৰতা নাই। আমি টেক্স্ট বুক কমিটিক সুধিব পাৰোনে, ল'ৰাহঁতৰ ভাষা জ্ঞানসমূহ লোপ পোৱাই কি শিক্ষা বিতৰণ কৰিবলৈ ওলাইছে?

* * *

অসম সাহিত্য সভাৰ যোগেদিয়ে নানা তৰহৰ সৰু সৰু পুথি সহজ সুৱলা ভাষাত ৰচনা কৰি গাৱেঁ-ভূঁয়ে বিলাই দেশ-বিদেশৰ বাতৰি তেওঁলোকক জনাই তেওঁলোকৰ মন সুস্থ সবল কৰি ৰখাৰ বাহিৰেও জাতিৰে সৈতে চিনাকি কৰি দিবৰ সুবিধা কৰি দিয়ক। স্বাস্থ্য সম্বন্ধেও এনে পুথি ৰচনা কৰি তেওঁলোকৰ স্বাস্থ্য ভালে ৰাখিবৰ উপায় জনাই, লগে লগে জনশিক্ষাৰ বাট তেওঁলোকক মুকলি কৰি দিয়ক। মোৰ এই দেশ ভাল, মোৰ দেশ সোণৰ অসম বুলি ভাবি থাকিলেই নচলিব। সেই সোণৰ অসমৰ কেইজনে শিক্ষাৰ পোহৰ পাইছে, শঙ্কৰ-মাধৱৰ দেশৰ কেইজনে লেখিব পঢ়িব জানে, এই সকলো বিষয়ে চিন্তা কৰি তেওঁলোকে সহজে চলিব পৰা বাটেদি তেওঁলোকৰ মাজত শিক্ষা বিস্তাৰ কৰি তেওঁলোকৰ মন মুকলি কৰি অসমৰ চাৰিওফালে সকলোকে সমানে সামৰিব পৰা কৰি দিয়ক। এই কাম অসম সাহিত্য সভাই সুচাৰুৰূপে সমাধা কৰিব পাৰিব। স্বাস্থ্য সম্বন্ধেও সাধাৰণে বুলিব পৰা আৰু চলিব পৰা সহজ ভাষাত লিখা পুথি তেওঁলোকৰ মাজত বিলাই যাতে তেওঁলোকে নিজে নিজে স্বাস্থ্য সম্বন্ধে সচেতন হ'ব পাৰে, তাৰ উপায় কৰি দিয়ক। আমি যদি জনজাতীয় লোকসকলক কোনো ক্ষেত্ৰত আকৰ্ষণ কৰিব পৰা নাই, বুজিব লাগিব, আমাৰো কোনোবখিনিত দোষ আছে। তেওঁলোকৰ ভাষা, তেওঁলোকৰ লোক-সংস্কৃতি, তেওঁলোকৰ মৌখিক সাহিত্য অধ্যয়ন কৰি তেওঁলোকৰ বুকুৰ কাষ চাপিবলৈ আমি শিকিব লাগিব। মুঠতে, মৰম, ত্যাগ আৰু বুজা-বুজিৰ ভাব নহ'লে তেওঁলোকক আমাৰ মাজলৈ আনিব নোৱাৰি।



# পঞ্চবিংশ অধিৱেশন

## ধুবুৰী

## ২৭ আৰু ২৮ ডিচেম্বৰ, ১৯৫৬

### প্ৰাক্‌কথন

*বছৰ লেখেৰে অসম সাহিত্য সভাৰ জন্ম ৩৯ বছৰ হ'ল। কিন্তু অধিৱেশনৰ গননাত ২৫ বছৰ অৰ্থাৎ ৰূপালী জয়ন্তী। গতিকে ৰূপালী জয়ন্তী অধিৱেশনৰ সম্পৰ্কত অতুল চন্দ্ৰ হাজৰিকাই কৈছে - 'বাজিল দুবাৰ 'বেণু' ধুবুনী ঘাটত' জননী জলনিধিজা লোহিত্য তীৰত।' প্ৰথমবাৰ বেণু বজাইছিল ১৯২৬ চনৰ ২৯ আৰু ৩০ ডিচেম্বৰত বেণুধৰ ৰাজখোৱাই, দ্বিতীয়বাৰ বেণু বজালে বুৰঞ্জীৰ মঠীয়া বেণুধৰ শৰ্মাই। প্ৰান্তবাসী ৰাইজৰ উলহ মালহৰ মাজত সম্পন্ন সু-সম্পন্ন হ'ল পঞ্চবিংশ অধিৱেশন। মুলান চাহাবৰ ভৱিষৎবাণী অসাৰ্থক প্ৰতিপন্ন কৰি পশ্চিম অসমৰ দ্বাৰৰক্ষী ধুবুৰীৰ স্মৃতি পূজাৰ বেদী উপচি পৰিল ফুল, বেলপাত দূৰ্বাক্ষতেৰে। ধুবুৰীৰ অধিৱেশন সভাত বুৰঞ্জীত কেইবাটাও দিশত অভিলেখ স্থাপন কৰিছিল। অধিৱেশন ধুবুৰীৰ ৰাইজে অতি আন্তৰিকতাৰে পাতিলে। প্ৰতিনিধি আৰু অসমৰ বিভিন্ন ঠাইৰ দৰ্শকক ৰে'লষ্টেশ্বনত সকলোৰে আদৰণি জনাইছিল।*

প্ৰতিনিধি বাহৰৰ দায়িত্বত আছিল ধুবুৰী চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষক দেৱ দত্ত গোস্বামী। সভাপতি প্ৰমুখ্যে বিষয়ববীয়া প্ৰতিনিধি সকলোৰে বাবে ভাগে ভাগে বাহৰ পাতি আলপৈচান ধৰিবলৈ প্ৰত্যেক বাহৰত স্বেচ্ছাসেৱক নিয়োগ কৰিছিল। ধুবুৰীৰ এই অধিৱেশনত তোৰণে অভিলেখ সৃষ্টি কৰিলে। সভাপতিৰ বিশেষ তোৰণ, নিৰ্মাণ কৰা হৈছিল। তোৰণৰ নাম আছিল আনন্দ চন্দ্ৰ আগৰৱালা তোৰণ, বাণীকান্ত কাকতি তোৰণ, প্ৰতিনিধি বৰ্গৰ তোৰণ দুখন নামকৰণ কৰা হৈছিল কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ তোৰণ, ৰসৰাজ বেজবৰুৱা তোৰণ। সভাপতি বাহৰৰ তোৰণখনৰ নাম আছিল সিংহদত্ত তোৰণ।

২৬ ডিচেম্বৰ তাৰিখে ধুবুৰী ৰে'ল ষ্টেশ্বনৰ পৰা সভাপতি বেণুধৰ শৰ্মাক আৰু প্ৰতিনিধি বৰ্গক বিপুল জনতাই আদৰণি জনায়। অভ্যৰ্থনা সমিতিৰ বিষয়ববীয়া সকল, বিশিষ্ট নাগৰিক শ শ স্বেচ্ছাসেৱক-স্বেচ্ছাসেৱিকা হাজাৰ হাজাৰ নাগৰিক শাৰী পাতি



ৰৈ সভাপতিক জাউৰিয়ে হাত চাপৰি আৰু হৰ্ষধ্বনিৰে ওলগ জনায়। ঢোল, শংখ, উৰুলি, বেণু সমস্বৰে ধ্বনিত হয়। ইয়াৰ পিছত সভাপতিক লৈ নগৰ পৰিভ্ৰমণ কৰে। সভাপতিক দেখুওৱা এই শ্ৰদ্ধাত বেণুধৰ শৰ্মা আৱেগিক হয় আৰু চকুলো ওলায়।

২৬ ডিচেম্বৰ তাৰিখে আবেলি তিনি বজাত চৰকাৰী উচ্চ ইংৰাজী স্কুলৰ প্ৰাংগনত সন্ধ্যা ৭ বজাত ধুবুৰী অসম সংঘ ভৱনত বেণুধৰ শৰ্মাৰ সভাপতিত্বত বিষয় বাছনী সভা অনুষ্ঠিত হয়। এই সভাত সভাৰ আনুষ্ঠানিক কাৰ্যসূচী সুকলমে সম্পন্ন হয়। প্ৰধান সম্পাদকৰ বাবে পৰাগধৰ চলিহা আৰু গিৰিধৰ শৰ্মাৰ নাম প্ৰস্তাৱ হয়। শেষত পৰাগধৰ চলিহা প্ৰধান সম্পাদক নিৰ্বাচিত হয়।

### প্ৰদৰ্শনী

সেই দিনাই বিয়লি চাৰি বজাত গৌৰীপুৰ ময়দানৰ বিৰাট সভা মণ্ডপৰ কাষতে পৰিপাটিকৈ সজোৱা প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন কৰে হৰিপ্ৰসাদ গোৰ্খাৰায়ে। প্ৰদৰ্শনীত ৰাজ্য চৰকাৰে সহযোগ কৰে, বিবিধ অনুষ্ঠানে শিক্ষা, কৃষি, হাতৰ কাম আদিৰ প্ৰদৰ্শন কৰিছিল। প্ৰদৰ্শনীতো জনসমাবেশ আশানুৰূপ হৈছিল।

### বুৰঞ্জী সন্মিলন

বুৰঞ্জী সন্মিলন আৰম্ভ হয় 'আজি বন্দো কি ছন্দৰে' গীতৰে। নীলমণি ফুকনৰ প্ৰস্তাৱ আৰু ৰবীন্দ্ৰনাথ গোস্বামীয়ে সমৰ্থন জনোৱা প্ৰস্তাৱ মৰ্মে সেই সময়ৰ স্বাস্থ্য মন্ত্ৰী ৰূপনাথ ব্ৰহ্মাই সভাপতিৰ আসন গ্ৰহণ কৰে। শিৱসাগৰৰ ভুৱনচন্দ্ৰ সন্দিকৈয়ে 'অতীত অসমৰ কুটীৰ শিল্প আৰু খনিজ পদাৰ্থৰ স্থান' প্ৰবন্ধ পাঠ কৰে। বঙাইগাঁৱৰ যোগেন্দ্ৰনাথ চৰকাৰে 'অসমৰ জয়গান' নামৰ এটি কবিতা পাঠ কৰে। 'অসমৰ ইতিহাসত খোদিত লিপিৰ স্থান' নামৰ প্ৰেমধৰ চৌধুৰীয়ে লিখা প্ৰবন্ধ পাঠ কৰে কমলেশ্বৰ বৰাই। সভাত হৰকান্ত দাস আৰু চণ্ডীচৰণ বৰাই ভাষণ দিয়ে। হৰিপ্ৰসাদ চক্ৰবৰ্তীৰ 'পৌৰাণিক অসমৰ ভৌগলিক বিৱৰণ' প্ৰবন্ধ পঠিত বুলি ধৰা হয়। বুৰঞ্জী শাখাৰ সম্পাদক কমলেশ্বৰ বৰাই শলাগ জ্ঞাপন কৰে আৰু বুৰঞ্জী সন্মিলন সমাপ্ত হয়।

### প্ৰথম মুকলি অধিৱেশন

বিয়লি ২ বজাৰ পৰা মূল অধিৱেশন আৰম্ভ হয়। সভাত পুৰুষ-মহিলা ছাত্ৰ-ছাত্ৰী, ধুবুৰীৰ জাতি ধৰ্ম-বৰ্ণ-ভাষা নিৰ্বিশেষে সকলোৱে যোগ দিয়ে। মিত্ৰদেৱ মহন্তই ঘোষা পাঠ কৰে আৰু এটি আৰম্ভণী গীতৰে সভাৰ কাম আৰম্ভ হয়। সভা উদ্বোধন কৰে সীতানাথ ব্ৰহ্মচৌধুৰীয়ে।[২৩] প্ৰমথ নাথ চক্ৰবৰ্তীৰ প্ৰস্তাৱ আৰু অতুল চন্দ্ৰ

২৩। এই বৰ্ষৰ পৰাই সভাৰ উদ্বোধনৰ নিয়ম হ'ল।

হাজৰিকা আৰু দীনেশ ৰঞ্জন সৰকাৰৰ সমৰ্থন অনুযায়ী বেণুধৰ শৰ্মাই সভাপতিৰ আসন গ্ৰহণ কৰে। সভালৈ শুভেচ্ছা জ্ঞাপন কৰা বাণী পাঠৰ অন্তত অভ্যৰ্থনা সমিতিৰ সভাপতি প্ৰমথনাথ চক্ৰৱৰ্তীয়ে আদৰণী ভাষণ পাঠ কৰে।

ভাষণৰ অন্তত কাব্য ভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানী ৰচিত 'পূজা বন্দনা' নামৰ কবিতা পাঠ কৰে ললিতা ফুকননীয়ে, নলিনী বালা দেৱীৰ কবিতা 'আইৰ পূজা' পাঠ কৰে দলী তালুকদাৰে। বৰপেটাৰ শংকৰী কলা সংঘৰ শিল্পীয়ে বৰগীত পৰিৱেশন কৰে। ইয়াৰ পিচতেই সভাপতিয়ে প্ৰায় ডেৰঘন্টা শুৱলা ভাষণ প্ৰদান কৰে। ইয়াৰ পিচত 'অ' মোৰ আপোনাৰ দেশ' গীতেৰে প্ৰথম দিনৰ কাৰ্যসূচী সামৰণি পৰে।

## বিজ্ঞান প্ৰদৰ্শনী

সেই দিনাই বিয়লি ৫ বজাত বিজ্ঞান প্ৰদৰ্শনী মুকলি কৰে এই শাখাৰ সভাপতি লক্ষ্মীনাথ দাসে। প্ৰদৰ্শনী পৰৱৰ্তী দিনাও খুলি ৰখাৰ ব্যৱস্থা কৰা হয়।

## বিজ্ঞান শাখাৰ অধিৱেশন

২৮ ডিচেম্বৰ পুৱা ৮-৩০ বজাত 'দীপ শিখা ফালি পোহৰ বিচাৰি' গীতেৰে বিজ্ঞান শাখাৰ অধিৱেশন আৰম্ভ হয়। অতুল চন্দ্ৰ হাজৰিকাৰ প্ৰস্তাৱ আৰু মহেশচন্দ্ৰ হাজৰিকাই সমৰ্থন কৰা মতে নীৰৱ বিজ্ঞানী লক্ষীনাথ দাসে সভাপতিৰ আসন গ্ৰহণ কৰে। সভাত দণ্ডিৰাম কলিতাই কায়থেলী অংক উদাহৰণৰ সৈতে আৰ্হি দেখুৱায়। ইয়াৰ পিচতেই সভাপতিয়ে অভিভাষণ পাঠ কৰে।

এটি সমৱেত সংগীত গোৱাৰ পিচত তাৰিণী কান্ত গোস্বামীয়ে 'উদ্ভিদৰ ৰহস্য' নামে এটি প্ৰবন্ধ পাঠ কৰে। সম্পাদক সুধীৰ চন্দ্ৰ দাসে শলাগ জ্ঞাপন কৰাৰ পিচত সভাৰ সামৰণি পৰে।

## দ্বিতীয় মুকলি অধিৱেশন

মিত্ৰদেৱ মহন্তই নামঘোষা গোৱাৰ পিচত 'বন্দে মাতৰম' গীত সমৱেত কণ্ঠত পৰিৱেশন কৰে। প্ৰধান সম্পাদক অতুল চন্দ্ৰ হাজৰিকাৰ বাৰ্ষিক প্ৰতিবেদন পাঠ কৰে যতীন্দ্ৰনাথ গোস্বামীয়ে। প্ৰতিবেদনৰ পিচতে শুভাশিস বাণী পাঠ কৰাৰ অন্তত নীলমণি ফুকনে ভাষণ দিয়ে। ফণী তালুকদাৰে 'নজনা সিমুঠি' নামৰ এটি কবিতা পাঠ কৰে। স্থানীয় কবি মকবুল আলীয়েও 'হুঁচিয়াৰ' নামৰ এটি কবিতা পাঠ কৰে। ইয়াৰ পিচত ৮ টা প্ৰস্তাৱ গ্ৰহণ কৰা হয়। নেফাত অসমীয়া ভাষা প্ৰৱৰ্তন, প্ৰাচীন পুথিৰ সংৰক্ষণ আৰু প্ৰকাশ, ভাৰতৰ সকলো প্ৰেক্ষাগৃহত News reel আৰু তথ্যচিত্ৰত অসমীয়া ভাষাক স্থান দিয়া, নেফাত শিক্ষানুষ্ঠান স্থাপন, ইত্যাদি। সভাত মিত্ৰদেৱ মহন্ত, ৰূপচাঁদ



বৰ্মন, ৰাজকমল চাহীয়ে দুআষাৰ কয়। ডিগবৈৰ মেৰাজ হুছেইনে NCC আৰু স্বেচ্ছাসেৱক সকলৈ এটি বঁটা আগবঢ়ায়। ৰামচন্দ্ৰ দাসে এটি লোক গীত গায়। মবিনা খাতুন আৰু মোমেৰ আলীয়ে এটি ভাৱাইয়া গীত গায়। জয় নাৰায়ণ ব্ৰহ্মই বড়ো বাদ্য ছেৰজা বজায় আৰু সংগীসকলে বড়োগীত গায়। ইয়াৰ পিছত মহাদেৱ শৰ্মা, মিত্ৰদেৱ মহন্ত, ৰূপচাঁদ বৰ্মণ, ৰামকমল চাঁহিয়ে দুআষাৰ কয়।

## নতুন কাৰ্যনিৰ্বাহক সভাপতি

| | |
|---|---|
| সভাপতি | - বেণুধৰ শৰ্মা |
| প্ৰধান সম্পাদক | - পৰাগধৰ চলিহা |
| উপ-সভাপতি | - অতুল চন্দ্ৰ হাজৰিকা[২৪] |
| প্ৰফুল্লচন্দ্ৰ বৰুৱা | - ধন ভঁৰালী |
| সত্যেন্দ্ৰনাথ শৰ্মা | - পত্ৰিকা সম্পাদক |

নিমাইপদ বৰুৱা, চাহাবুদ্দিন আহমদ, মিত্ৰদেৱ মহন্ত, যতীন্দ্ৰ নাথ গোস্বামী, বিনন্দ চন্দ্ৰ বৰুৱা, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, ফণী তালুকদাৰ, সদা মড়ল, প্ৰেমধৰ ৰাজখোৱা, ভৱানন্দ ৰাজখোৱা, জগত চন্দ্ৰ শৰ্মা, বুধীন্দ্ৰনাথ ৰাজ খনিকৰ, বিশ্বনাৰায়ণ শাস্ত্ৰী, ব্ৰজেন্দ্ৰ নাথ বৰপূজাৰী, শ্ৰীমান প্ৰফুল্ল গোস্বামী আদি সদস্য।

## সংগীত সন্মিলন

মূল মণ্ডপৰ তথা মঞ্চত প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ পৌৰোহিত্যত এই সন্মিলন অনুষ্ঠিত হয়। দুয়োদিনৰ সাংস্কৃতিক সন্মিলনত ২৫ গছকৈ বন্তি জ্বলোৱা হৈছিল। সন্মিলনত সমগ্ৰ অসমৰ ২৮ জন শিল্পীৰ সমৱেত হোৱা গোৱালপাৰাৰ বড়োসকলৰ বিবিধ নৃত্য, গৌৰীপুৰৰ শিল্পীসকলৰ লোকনৃত্য, ভাৱাইয়াগীত, ৰাভাগীত আৰু নৃত্য, উচ্চাংগ নৃত্য, বৈষ্ণৱী গীত পদ নৃত্য, বড়োসকলৰ দাও থৈ লঙ নাই,[২৫] ছৌথৌলি,[২৬] খাফ্রি
চিপা লাই, লোক নৃত্য সতীশ বসুমতাৰীৰ পৰিচালনাত প্ৰাণ পাই উঠে।

গৌৰীপুৰৰ শিল্পীদলৰ নৃত্য গীতপৰিচালনা কৰিছিল ৰবীন অধিকাৰী আৰু অৰুণা অধিকাৰীয়ে।

---

২৪। প্ৰথম বাৰৰ বাবে 'উপ-সভাপতি' ব্যৱহাৰ। ইয়াৰ আগত 'সহায়ক সভাপতি'-হে আছিল।
২৫। দাও-চৰাই, থৈ-ৰক্ত, লঙনাই-পান কৰা, এঘাৰজনী ছোৱালীয়ে তিনি শাৰী হৈ মাজৰ শাৰীত তিনিজনী, হাতত চৰাইৰ তেজ থকা একোটা বাটি লৈ চুলি মেলি দুটা মাদল, দুটা চিফুং এটা ছেৰজা আৰু বিনিৰ ডালৰত নাচে। আৰাধ্য দেৱতাৰ উপাসকৰ পূৰ্বে এই নৃত্য অনুষ্ঠিত হয়।
২৬। ছঙ্গৌল - এঘাৰজনী নাচনীৰ বাদ্যৰ তালে তালে দুই হাতে তৰোৱাল লৈ নাচে।

বৰপেটাৰ শংকৰী কলা সংঘৰ দশৰতাৰনৃত্য, ছিলং কলা পৰিষদৰ জ্ঞানদা কাকতিৰ বনগীত, আধুনিক গীত, কৃষ্ণ মূৰ্তি হাজৰিকাৰ ইন্দ্ৰনৃত্য, কল্পনা দাসৰ কথক, শ্ৰীমন্ত শংকৰ চ'ৰাৰ চুটকল আৰু যামদানি নৃত্য উল্লেখযোগ্য। টিহুৰ পুৰৱী সংঘৰ বহুৱা নৃত্য, ধুবুৰী মইনা পাৰিজাতৰ গোধন নৃত্য, উল্লেখযোগ্য। এই সাংস্কৃতিক অনুষ্ঠানৰ ঘাই লোক জন হৈছে সাংস্কৃতিক সম্পাদক পিয়ূষ দাস। সমগ্ৰ অসমৰ শিল্পীৰ সহযোগত এই অনুষ্ঠানে প্ৰতিনিধিকে মুখ্য কৰি সমগ্ৰ অসমবাসীৰ মানসপটত মধুৰ স্মৃতি বাহক হৈ ৰ'ল।

২৯ ডিচেম্বৰ বিদায় মুহূৰ্তৰ বিষয়ে কাৰ্য বিৱৰণিত অতুল চন্দ্ৰ হাজৰিকাই কৈছে— '... প্ৰতিনিধি আৰু দৰ্শকসকলক বিদায় দিবলৈ পুনৰ ধুবুৰী ৰে'ল ষ্টেশ্বন লোকাৰণ্য হৈ পৰে।

... ৰে'ল এবাৰ লগে লগে সকলোৰে চকুচলচলীয়া হৈ উঠিছিল। এই বিদায় দৃশ্য ইমান কৰুণ হৈছিল যে তাক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰি।

মীৰ্জা (পলাশবাৰী) অধিৱেশনৰ আগলি বতৰা ধুবুৰীয়ে দিবলৈ সক্ষম হ'ল। বীৰ পূজাৰ ধুবুৰীৰ বেদীয়ে সভাপতি আৰু প্ৰতিনিধি বৰ্গক আৱেগ বিহ্বল কৰি তুলিছিল। এনে আদৰ-সম্ভাষণৰ তুলনা নাই বুলি প্ৰতিনিধিসকলে কোৱা-কুই কৰিছিল। এনেকৈয়ে ধুবুৰীত মাতৃ পূজাৰ মহা উৎসৱ সফল হৈছিল।

## বছৰটোৰ উল্লেখযোগ্য কাৰ্যসূচী

ধুবুৰীত ২৯/১২/৫৬ তাৰিখে বহা কাৰ্যনিৰ্বাহক সমিতিয়ে যতীন্দ্ৰনাথ গোস্বামীক সহকাৰী সম্পাদক মনোনীত কৰে।

ধুবুৰীত অনুষ্ঠিত অধিৱেশনৰ প্ৰস্তাৱ যথা স্থানলৈ পঠিয়াই কেন্দ্ৰীয় চৰকাৰ, ৰাজ্য চৰকাৰ, সাহিত্য অকাদেমিৰে যোগাযোগ কৰে। ডকুমেন্টৰীত অসমীয়া ভাষা, দ্বিতীয় পঞ্চবাৰ্ষিক পৰিকল্পনা প্ৰচাৰৰ বাবে অসমীয়া ভাষা ব্যৱহাৰ কৰিবলৈ চৰকাৰ সন্মত হয়।

ইউনেস্ক অধিৱেশনৰ যোগ দি অহা শিৱপ্ৰসাদ বৰুৱাই Brouchure on the Assamese Literature and Cluture পুথি প্ৰকাশ কৰাত সভাই ২০০.০০ টকাৰ এটা অনুদান আগবঢ়ায়।

নেফাত সম্প্ৰীতি স্থাপন, নিখিল ভাৰত কংগ্ৰেছ অধিৱেশনত প্ৰদৰ্শনী, কাছাৰ গোৱালপাৰাত অসমীয়া শিক্ষা আৰু সংগঠনত গুৰুত্ব দিয়ে। কিন্তু কংগ্ৰেছ অধিৱেশনত প্ৰদৰ্শনী পাতিবলৈ চৰকাৰৰ পৰা আৰ্থিক সহায্য নোপোৱাত প্ৰদৰ্শনী অনুষ্ঠিত নহ'ল। ইয়াৰ সলনি পুথি চ'ৰা পাতিবলৈ স্থিৰ কৰা হয়।

পুথি চ'ৰাৰ পুথি সংগ্ৰহৰ বাবে সভাৰ পক্ষৰ পৰা তলত দিয়া সদস্যসকলক দায়িত্ব অৰ্পণ কৰা হয় —



১। মাজুলী আৰু উত্তৰলক্ষীমপুৰ - বিশ্বনাৰায়ণ শাস্ত্ৰী।

২। যোৰহাটৰ মিত্ৰদেৱ মহন্ত আৰু ব্ৰজেন্দ্ৰচন্দ্ৰ বৰপূজাৰী, বিনন্দ চন্দ্ৰ বৰুৱা।

৩। কাছাৰৰ - বিশ্বনাথ ৰাজবংশী।

৪। কামৰূপ - প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, ৰামচন্দ্ৰ দাস, দণ্ডিৰাম দত্ত

৫। শিৱসাগৰৰ - পৰাগ চলিহা, লীলা গগৈ আৰু বুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰ।

৬। ছিলং - বীৰেন তালুকদাৰ

৭। তেজু - গজেন বৰুৱা

পুথি চ'ৰাৰ বাবে সম্পাদক ৰূপে তীৰ্থনাথ শৰ্মা আৰু সদস্য - অতুল হাজৰিকা, প্ৰমোদ ভট্টাচাৰ্য, বেণুধৰ শৰ্মা, পৰাগধৰ চলিহাক মনোনীত কৰে।

এই বৰ্ষত প্ৰথম বাৰৰ বাবে প্ৰকাশন সমিতি গঠন কৰা হয়। সমিতিৰ প্ৰথম সদস্যসকল হ'ল — বেণুধৰ শৰ্মা, সভাপতি, অতুল চন্দ্ৰ হাজৰিকা, মহেশ্বৰ নেওগ, যতীন্দ্ৰ নাথ গোস্বামী, মিত্ৰদেৱ মহন্ত, পৰাগধৰ চহিলা।

বৰ্ষত ছপা কৰিবলৈ সিদ্ধান্ত লোৱা গ্ৰন্থসমূহ হ'ল[২৭]–

The outlook on NEFA, Paragdhar Chaliha

This is Assam - Biswanarayan Sastri, Promod ch. Bhatta.

অসম গৌৰৱ ঃ সীমন্তৰ সন্দেভ - পৰাগধৰ চলিহা

The outlook on NEFA আৰু This is Assame ক্ৰমে ৫৫০০ সংখ্যক আৰু ২২০০ সংখ্যক ছপাই কংগ্ৰেছ অধিৱেশনত বিনামূল্যে বিতৰণ কৰা হৈছিল। (প্ৰতিনিধি, সাংবাদিক, বাতৰি কাকত আদি) তদুপৰি সাংসদ, ৰাজ চৰকাৰলৈও পঠিওৱা হৈছিল।

ভাষণাৱলী ঃ দ্বিতীয় খণ্ড

তদুপৰি This is Assam-ৰ 'অসম নিৰুপমা' প্ৰকাশ কৰিবলৈ সিদ্ধান্ত কৰিছিল যদিও গ্ৰন্থখন প্ৰকাশ নহ'ল।

মোককচাঙৰ মহেন্দ্ৰ সভাপণ্ডিতে ৰচনা কৰা 'নীলচলপাঠ' ছপা হৈ ওলায়। যোৰহাটত ডুপ্লিকেটিনং মেশ্বিন ক্ৰয়, টেলিফোনৰ সংযোগৰ ব্যয় মঞ্জুৰ।[২৮]

নেফাৰ লগত সম্প্ৰীতিৰ বাবে অতি গুৰুত্বপূৰ্ণ আঁচনি লোৱা দেখা যায়।

১) দিল্লীলৈ সজাতিদল পঠিয়াবৰ কাৰণে ১০০০.০০ টকা ধাৰ্য।

২) সীমান্তলৈ শুভেচ্ছামূলক দল প্ৰেৰণৰ বাবে ১০০০.০০ টকা ধাৰ্য।

---

২৭। জাতীয় কংগ্ৰেছ অধিৱেশন উপলক্ষে সভাৰ প্ৰকাশন।

২৮। সম্প্ৰতি অপ্ৰয়োজনীয় বুলি বিবেচিত হোৱা ডুপ্লিকেটিং মেচিনটো এই বৰ্ষতে ক্ৰয় কৰা হয়। বৰ্তমানৰ টেলিফোনটো দান কৰিছিল যোৰহাটত অনুষ্ঠিত সংগীত সন্মিলনৰ অভ্যৰ্থনা সমিতিয়ে ডুপ্লিকেটিং মেচিনটোৰ সেই সময়ত মূল্য আছিল ৮৯৫.০০ টকা।

৩) সীমা অঞ্চলক সামৰি পুস্তিকা প্ৰকাশ।
৪) ভৈয়ামৰ ডেকাক জনজাতীয় ভাষা শিকাত আগ্ৰহ বৃদ্ধিৰ বাবে চেষ্টা।
৫) জনজাতীয় পুথি প্ৰকাশৰ বাবে ২৫০০.০০ টকা ধাৰ্য।
৬) সীমান্ত অঞ্চলৰ লোক সাহিত্য সংগ্ৰহ আৰু প্ৰকাশৰ বাবে ৩৫০০.০০ টকা ধাৰ্য।
৭) চন্দ্ৰকান্ত সন্দিকৈ ভৱনত জন জাতীয় লোকৰ সাংস্কৃতিক সম্পদ সংৰক্ষণৰ কাৰণে ১৫,০০০.০০ টকা ধাৰ্য কৰা হৈছিল।
৮) কাছাৰ জিলালৈ অসমৰ পৰা ৪ জন শিক্ষক পঠিয়াইছিল। ইয়াৰ বাবে ব্যয় হৈছিল ৪,৬০০.০০ টকা।
৯) সাহিত্য সভাই কাছাৰত স্থাপন কৰা ছটা পুথি ভঁৰালৰ বাবে ৩০০০.০০ টকা অনুদান।
১০) শিলচৰ আৰু হাইলাকান্দি সাহিত্য সভালৈ ৮০০.০০ টকাৰ সাহায্য।
১১) কৰিমগঞ্জ, গড়েৰ ভিতৰ, বদৰপুৰ আৰু জাপিৰবন্দ শাখা সাহিত্য সভালৈ ৮০০.০০ টকাৰ সাহায্য।
১২) শিলচৰ শংকৰ নাট্য সন্মিলনলৈ ২৫০.০০ টকাৰ সাহায্য।
১৩) গোৱালপাৰা জিলাৰ ৬ টা পুথি ভঁৰাললৈ ৩০০০.০০ টকা।
১৪) গোৱালপাৰা লোক সাহিত্য সংগ্ৰহৰ বাবে ২০০০.০০ টকা।
১৫) কাছাৰ আৰু গোৱালপাৰাত ছাত্ৰৰ মাজত বিনামূলীয়া পুথি বিতৰণৰ বাবে ৫০০০.০০ টকা।
১৬) নেফাৰ লগত সম্পৰ্ক সুদৃঢ় কৰি ৰাখিবৰ বাবে মাৰ্ঘেৰিটা, উত্তৰ লক্ষীমপুৰ সাহিত্য সভাক শক্তিশালী কৰাত গুৰুত্ব।

## সাংগঠনিক দিশ

অতুল চন্দ্ৰ হাজৰিকাৰ প্ৰধান সম্পাদকৰ কালছোৱাত সভাৰ সাংগঠনিক স্থিতি অধিক সবল হয়। শাখা সভাসমূহ জীৱন্ত আৰু শক্তিশালী হয়। প্ৰতিখন শাখাই বাৰ্ষিক অধিৱেশন মহা সমাৰোহেৰে পাতিছিল। আলোচনা-চক্ৰ, গ্ৰন্থ প্ৰকাশ, তিনিচুকীয়া সাহিত্য সভাই নিজৰ ভৱন নিৰ্মাণৰ আঁচনি লোৱা, সাহিত্যিক সম্বৰ্ধনা, স্মৃতি দিসব পালন আদি কৰি আহিছিল। এই বৰ্যতো সভাৰ সাংগঠনিক দিশ অধিক সবল কৰিবৰ বাবে যত্ন কৰা দেখা যায়। তদুপৰি মণিপুৰত ভবানন্দ ৰাজখোৱাৰ উদ্যোগত এখন শাখা স্থাপিত হয় ১৬/৭/৫৫ তাৰিখে। এই শাখাৰ যোগেদি মণিপুৰত শংকৰদেৱৰ তিথি পালন কৰা হয়। শাখা সভাৰ পুথিভঁৰালৰ বাবে সভাৰ পক্ষৰ পৰা ওঠৰখন



কিতাপো দিয়া হৈছিল। তেনেকৈ যোৰহাটৰ ব্ৰজেন বৰপূজাৰীয়ে চাৰিখন, কৃষ্ণ প্ৰসাদ বৰঠাকুৰে চাৰিখন, প্ৰেমধৰ ৰাজখোৱাই যোল্লখন পুথি দান স্বৰূপে দিয়ে।

শাখাসমূহ সক্ৰিয় কৰা নতুন শাখা স্থাপন কৰিবৰ কাৰণে তলত দিয়া সকলৰ সংগঠকৰ দায়িত্ব দিয়া হয় —

কামৰূপ- গোৱালপাৰা-বেণুধৰ শৰ্মা[২৯] প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য।

দৰং - লক্ষীমপুৰ - বিশ্বনাৰায়ণ শাস্ত্ৰী, ভৱানন্দ ৰাজখোৱা, কাছাৰ - যতীন্দ্ৰনাথ গোস্বামী, বিনন্দ চন্দ্ৰ বৰুৱা, মাৰ্ঘেৰিটা, উত্তৰ লক্ষীমপুৰ - পৰাগধৰ চলিহা।

এই সকলে সভাৰ সংগঠনত সহায় কৰে। তদুপৰি কাছাৰৰ তাৰাপুৰ, জাপিৰবন্দ, উদাৰবন্দ আৰু আন আন ঠাইত ভ্ৰমণ কৰি সংগঠকসকলে জাতীয় চৈতন্যৰ পৰিচয় দিবলৈ সক্ষম হৈছিল।

সংগঠনৰ বাবে ১৯৫৮ চনৰ ৪ আৰু ১৫ মাৰ্চ তাৰিখে শিলচৰ সাহিত্য সভা ভৱনত সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশনো অনুষ্ঠিত হৈছিল।

## শিলচৰত অনুষ্ঠিত কাৰ্যনিৰ্বাহক সমিতি

শিলচৰত অসম সাহিত্য সভা ভৱন সম্পূৰ্ণ হয়। ভৱন নিৰ্মাণৰ ঘাই উদগাতা আছিল ধৰণীধৰ চৌধুৰী, ভোলানাথ শৰ্মা, কুসুম ফুকন আদি সেই সময়ৰ শিলচৰবাসীসকল। হৰেশচন্দ্ৰ ভট্টাচাৰ্য আৰু বিশ্বনাথ ৰাজবংশীৰ আহোপুৰুষাৰ্থতেই ভৱনটিৰ জন্ম। কাৰ্যনিৰ্বাহক সভাৰ অন্তত হোৱা প্ৰীতি সন্মিলন সৰুসুৱা সভাৰ অধিৱেশনেই হৈছিল। তাত থকা বাঙালীসকলৰ লগতো মধুৰ আলাপ হৈছিল। শিলচৰ সাহিত্য সভা ভৱনৰ লগতে অসমীয়া মাধ্যমৰ পঢ়াশালি এখনো আছে।

২৯। বেণুধৰ শৰ্মাক পূৰ্বতেও সংগঠকৰূপে দায়িত্ব দিয়া হৈছিল। সেই কথা আগতে উল্লেখ কৰা হৈছে। কিন্তু সভাৰ সভাপতিৰূপেও তেখেতে অসমৰ বিবিধ ঠাইত ফুৰি সংগঠনৰ কামত ওতপ্ৰোতভাৱে জড়িত হৈ পৰে।

## বেণুধৰ শৰ্মা

বেণুধৰ শৰ্মা (জন্ম ১৬ নবেম্বৰ, ১৮৯৪, মৃত্যু ২৬ ফেব্ৰুৱাৰি, ১৯৮১)। ১৯০১ চনত বিদ্যাৰম্ভ হয় আৰু চমাৰ গাঁৱৰ পঢ়াশালিত ভৰ্তি হয়। শিৱসাগৰ চৰকাৰী হাইস্কুলত পঢ়ি প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯১৬ চনত কলিকতাৰ বংগবাসী কলেজত আই-এ পাছ কৰে। অসহযোগ আন্দোলনৰ প্ৰভাৱত বি এ পৰীক্ষা নিদিয়াকৈ ঘূৰি আহে আৰু আন্দোলনত নামি পৰে। ১৯২১ চনত এলাহবাদ নেশ্বনেল কলেজৰপৰা বি.এ. পৰীক্ষাৰ ডিপ্লোমা লয়।

উষা, বাঁহী, আলোচনী, আৱাহন, চেতনা মিলন, জয়ন্তী ৰামধেনু, মণিদীপ আদি কাকতত বিবিধ বিষয়ৰ লেখা প্ৰকাশ পায়। শৰ্মাৰ *মণিৰাম দেৱান* (১৯৫০), *সাতাৰন্ন ছাল বা স্বাধীনতাৰ প্ৰথম যুদ্ধ* (১৯৫৭), *দুৰবীণ* (১৯৫৯), *Babalion of Eighteen Sixty Seven vis a vis Assam* (১৯৫৭), *কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত* (১৯৫৯), *দূণৰি* (১৯৬৩), *অৰ্ঘাৱলী* (১৯৬৪), *দক্ষিণপাট সত্ৰৰ বুৰঞ্জী* (১৯৬৬), *ফুলচন্দন* (১৯৬৯), *হেমচন্দ্ৰ গোস্বামী* (১৯৭২), *গংগা গোবিন্দ ফুকন* (১৯৫০), উল্লেখযোগ্য গ্ৰন্থ। *বাংপতা* (১৯৪৩), *লাতুমণি* (১৯৬১), শিশু সাহিত্য। *ৰবিনছন্ ক্ৰুছ'* (১৯১৮), *মংগলতীৰ কণ্ঠীমালা* (১৯৪৬), *বংগমুৱা নৌ যাত্ৰাৰ আপদীয়া কাহিনী* (১৯৫৫), *মৰমৰ কাৰেং* (১৯৫৯), অনূদিত গ্ৰন্থ। *মৰমৰ কাৰেং* (১৯৫৯) চুটিগল্পৰ সংকলন। Dr Weds-ৰ *An Account of Assam* (১৯৭২), *হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী* (১৯৭২) সম্পাদিত গ্ৰন্থ। শৰ্মাৰ পৰলোক গমনৰ পিচত বেনুধৰ শৰ্মা স্মাৰক ন্যাসৰ হৈ পুত্ৰ অজিত কুমাৰ শৰ্মাই প্ৰকাশ কৰা চাৰিটা খণ্ডৰ ৰচনাৱলীত শৰ্মাৰ *মজিয়াৰ পৰা মেজলৈ* (আত্মজীৱনী), *টোকোৰা বাঁহৰ কুটা*, বিবিধ প্ৰবন্ধৰ চাৰিটা খণ্ডত প্ৰকাশ হৈছিল। *কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত* গ্ৰন্থৰ বাবে ১৯৬৩ চনত সাহিত্য অকাদেমি বঁটা লাভ কৰিছিল।

## অভিভাষণৰ সুবচন

*কঠোৰ ব্ৰহ্মচৰ্য ব্ৰত পালন কৰিব পাৰে যি, সাহিত্যও জীৱন্ত কৰিব পাৰে সিহে। 'ৰসাত্মকং বাক্যং'। ৰস-সাহিত্য প্ৰাণৱন্ত কৰা গুণটিক স্বাস্থ্য বুলি ক'লে বঢ়াই কোৱা নহয়। সাহিত্যৰ স্বাস্থ্য যাতে নিৰোগী, নিঘুণী, সুস্থ আৰু সবল হয় তাৰ নিমিত্তে নিৰন্তৰ দৃষ্টি ৰখা কৰ্তব্য। ধৰ্ম্মসাধনৰ প্ৰধান আৰু প্ৰথম চেষ্টা শৰীৰ ৰক্ষা। স্বাস্থ্যলৈ আওকাণ কৰিলে বাহ ৰোগে লয়। সাহিত্যৰ স্বাস্থ্যলৈ সেইদৰে আওহেলা কৰিল কুনীতি, কুৰুচি আৰু কু-আদৰ্শই সাহিত্যত ঘুণে ধৰে। সাহিত্যৰ সমল 'ভজুৱা' অৰ্থাৎ ভেজাল আৰু ঘুণ-গুৱিবিশিষ্ট হ'লেও প্ৰকৃত মনুষ্যত্ব লাভ কৰিব নোৱাৰি। সাহিত্যতো ব্ৰহ্মচৰ্য ৰূপ সাধনা লাগে। তেহে, জাতি এটিক সাহেপিতে গদাধৰ কৰিব পাৰি। যি জাতি মৰণ-পথৰ পথিক, সেই জাতিৰ ভাব-সম্পদ জড় বা জগা-কাঠ, আশা-আকাঙ্খা নিস্পন্দ, কাৰ্যপদ্ধতি পাচবলদিয়া আৰু উৎসাহ-উদ্দীপনাও ফুলজাৰী সদৃশ — ক্ষন্তেক জ্বলিয়েই নুমাই থাকে। অচিৰেই তেনে জাতিৰ পতন অৱশ্যম্ভাৱী।*



* * *

*সাহিত্যত ব্ৰহ্মচৰ্য ধৰ্ম ধৰিব পাৰিলে হে বহি জগতৰ সকলো বিজতৰীয়া বীজাণুক ধ্বংস কৰি আপোন জাতলৈ তুলি ল'ব পাৰি। 'ঢাল নাই তৰোৱাল নাই, নিধিৰাম চৰ্দ্দাৰ' হৈ যুদ্ধক্ষেত্ৰত বীৰত্ব দেখুওৱা যেনে, লাচিতৰ সন্তান হ'লেও ব্ৰহ্মচৰ্যৰ মুৰ খাই মোগল মাৰিবলৈ যোৱাও তেনে। গতিকেই ব্ৰহ্মচৰ্য ধৰ্মটিক সাহিত্যৰ ভিতৰ-কাৰেঙত দীপলিপ কুঁৱৰীকৈ আবুৰত ৰাখিব লাগিব।*

* * *

*ভাষাই অসমীয়া ভাবৰ বাহন। এই ভাবৰেই প্ৰতিবিম্ব অসমীয়া সাহিত্য। অসমীয়া সাহিত্য অসমীয়া জাতিৰ প্ৰতীক। জাতীয় ধৰ্মশূণ্য সাহিত্য, সেই দেখি, এটা জঁকা মাথোন- সি কাকো অনুপ্ৰাণিত কৰিব নোৱাৰে।*

* * *

*ঐতিহ্যভ্ৰষ্টৰ ভয়ত পুৰণি সোঁতাটোতে কোঢ়ামুঠীয়াকৈ খামোচ মাৰি ধৰি থাকিলেও, গতিশীল জগতত দুৰ্গতি হোৱা ধ্ৰুৱনিশ্চয়। চাক্ষুষ প্ৰকৃতিৰ লগত সম্বন্ধ ৰাখি সময়ৰ সোঁতত চলা যেন সুবিজ্ঞতাৰ পৰিচায়ক — দীকছৌ বাটৰ অজীৰ্ণ কল্পনাৰে নগ্ন আদৰ্শ পূজা কৰাও তেনে ভয়ঙ্কৰ অভিজ্ঞতাৰ চিন। জাতীয় সাহিত্যৰ সিংহ-দুৱাৰত মাতৃভাষাৰ বিজয়-বৈজয়ন্তী উৰুৱাবলৈ হ'লে এনেবোৰ দোধোৰমুৰীয়া ব্যৱধানত সাকোঁ পাৰিব লাগিব শিলৰ — শিঙীমুৰী জোৱা দি নহয়। সেই সাঁকোকে পাৰিব পাৰে জাতীয়তাৰ দায়িত্ববোধ থকা নিৰ্ভীক, নিঃস্বাৰ্থ আৰু নিষ্কলঙ্ক চৰিত্ৰৰ একনিষ্ঠ সাহিত্যসেৱীয়েহে। শ্ৰোতা বক্তাৰ যি সম্বন্ধ, সাহিত্যসেৱী আৰু অনুৰাগীৰো সেই সম্বন্ধ। সেই গুণে, কাল আৰু ব্যৱধানৰ সমতা ৰক্ষা নকৰা-কৰাত সাহিত্যসেৱী আৰু অনুৰাগী উভয়েই সমানে পাপ-পূণ্যৰ ভাগী। জীৱন্ত আৰু বলৱন্ত সাহিত্যই সমতা ৰক্ষা কৰাৰ প্ৰধান কৱচ।*

* * *

*যি জাতিয়ে মহৎ লোকৰ সন্মান কৰিব নেজানে বা কৰিবলৈ নিশিকে, সেই জাতিৰ মাজত কেতিয়াও মহৎ লোক আৰ্বিভাৱ হ'ব নোৱাৰে। অন্তৰীক্ষত থকাজনক বিচাৰি আমি হাবাথুৰি খাওঁহক; অথচ যিজনে আমাৰ চকুৰ আগতে প্ৰত্যক্ষভাৱে জীৱন-মৰণ পণ কৰি জাতিটোক ৰক্ষা কৰিলে, সেইজনক স্মৰণ কৰাটো কৰ্তব্য বুলি নধৰোঁ।*

* * *

*অসমীয়া পাঠ্য-পুথিসমূহৰ ভাষা-বেমেজালি সম্পৰ্কে অভিযোগৰ অন্ত নাই। অভিযোগবোৰ নিয়ন্ত্ৰিত ভাৱে উত্থাপন কৰি নিৰ্দিষ্ট পথত পেলাব পাৰিলেই সিহঁতে আপোনা আপুনি বাট ল'ব। পাঠ্য-পুথিত থকা ভুল ভ্ৰান্তিবোৰ দেখুৱাই ভালেমান বাতৰি-কাকতত চিঠি প্ৰবন্ধ লেখে।*

* * *

*কিন্তু সেইবোৰ পঢ়ে কোনে? সকলো অৰণ্যত ৰোদন। হিমালয়ত বহা তপস্বীসকলে যদি, প্ৰত্যেকটো মহৰ কামোৰতে, পিঠিত থপৰিয়াবলৈ হয়, তেন্তে তপস্যাৰ মূল্য থাকিল ক'ত? গতিকে, তপস্যাৰতসকলৰ তপস্যা নেভাঙি আমাৰ সভাৰ সভ্যসকলেই ভাষাৰ দোষবোৰ সংগ্ৰহ কৰি দিলে বা আঙুলীয়াই দিলে সাহিত্যসভাই আনুষ্ঠানিক ভাৱে তাৰ প্ৰতিকাৰৰ ব্যৱস্থা হাতত ল'ব পাৰে।*

* * *

*গ্ৰন্থালয় বিভাগৰ কৰ্তৃপক্ষসকলে এইটোও জনা উচিত যে সজ-সাহিত্য-বাচনিও এক, কিতাপবেচা দোকানৰ স্বাৰ্থও এক। দোকানৰ উদ্দেশ্য ধনঘটা আৰু গ্ৰন্থালয়ৰ উদ্দেশ্য জ্ঞান বিস্তাৰ কৰা। সেইদেখি, কৰ্তৃপক্ষই পোনে-পোনেই পুথিভঁৰালক অসমীয়া কিতাপ যোগাবলৈ আদেশ নিদি, নিজে সমাজৰ উপযোগী বিশুদ্ধ সাহিত্য পুথি বাছি বাছনিমতে সেইবোৰ পঠিয়াবলৈ নিৰ্দেশ দিয়াটোকহে সকলোৱে কামনা কৰে। নহ'লে, শিয়ালৰ কানত মঙহৰ ভাব দিয়া হয় মাথোন। তেনে ব্যৱস্থাৰদ্বাৰাই কোনো এক ব্যৱসায়ী চহকী হয় সঁচা, সাধাৰণ পাঠক শ্ৰেণী হ'লে তেনেই দুখীয়া হৈয়ে থাকে।*

* * *

*অসমৰ মাটি আৰু জলবায়ুত জন্ম হোৱা বাদ্যযন্ত্ৰৰে সমলয় এটি উদ্ভাৱন কৰিব নোৱাৰি নে? চিফুং বাঁহীৰেপৰা আৰম্ভ কৰি টকা-পেঁপা-গগনা-সুতুলি-শিঙা-বীণালৈকে যিমান গীতমাত-গোৱা বাজনা আছে, সেই আটাইবোৰেৰে মাত মিলাই নিতুনকৈ সঙ্গীত কিছুমান ৰচিবৰ দিন হৈছে। অৱশ্যে, নাই বুলিলে সাপতো বিষ নাই। ভাৰতৰ নামত উদ্বাউল হৈ অসমীয়াত্ব বিসৰ্জন দিলে, অৱশ্যে আমাৰ মাত মাতিবলৈ ঠাই নাই। সেই বুলি, আমাৰ প্ৰাণত নলগা, গাজত নবহা, গান একোটা এশবাৰ গাই ফুৰিলেও আমাৰ গা নুঠে। অসমৰ শতকৰা ৯০ জনেও যেতিয়া ভাৰতবৰ্ষৰ স্বৰূপ দৰ্শন কৰিবলৈ সমৰ্থ হোৱা নাই, তেনেস্থলত পোন প্ৰথমেই অসমীয়া তালমান-সুৰ-সঞ্চাৰেৰেই অসমীয়া ভাষাৰে গীত ৰচনা কৰি সংগীতলৈ ধাউতি বঢ়োৱা যুগুত।*

* * *

*অসম সাহিত্য সভাৰ নাম কিন্তু অসমীয়া নহয়, অসম হে। গতিকে, অসমেই যাৰ মাতৃভূমি আৰু অসমৰ অন্নেৰেই যি লালিত-পালিত সেই সকলোলৈকে অসম সাহিত্য-সভাৰ দুৱাৰ মুকলি। অসম প্ৰদেশৰ হিতাকাঙ্খী মাত্ৰেই ইয়াত ভুক্ত হৈ মুক্তভাৱে অসমীয়া ভাষাৰ 'মধুচক্ৰ' ৰচনা কৰিব পাৰে।* ❖ ❖ ❖

# ষড়বিংশ অধিৱেশন
## তিনিচুকীয়া
## ২০ আৰু ২১ এপ্ৰিল, ১৯৫৮

উজনি অসমৰ বাণিজ্য নগৰী তিনিচুকীয়া চহৰত ২০ আৰু ২১ এপ্ৰিল, ১৯৫৮ তাৰিখে সমাৰোহেৰে ষড়বিংশ অধিৱেশন অনুষ্ঠিত হয়। অধিৱেশন উপলক্ষে তিনিচুকীয়াত উৎসৱ মুখৰ পৰিৱেশ সৃষ্টি হয়। কচুজান ময়দানত আহল-বহলকৈ মণ্ডপ নিৰ্মাণ কৰা হয়। মণ্ডপৰ এমুৰত ধুনীয়া মঞ্চ সজ্জা হৈছিল। কেওফালে ৰেহ লগাই প্ৰাক্তন সভাপতি সকলৰ ছবি শৃংখলিত ভাৱে সজোৱা হৈছিল।

মূল মণ্ডপৰ বিশাল তোৰণ আছিল আকৰ্ষণীয়। সভামণ্ডপৰ লগতে বৃত্তাকাৰে প্ৰদৰ্শনী মণ্ডপো নিৰ্মাণ কৰে। তাতো তোৰণ দিয়া হৈছিল। তিনিচুকীয়াৰ ৰাইজ আৰু ওচৰ পাজৰৰ ৰাইজৰ সমাগমৰ লগতে প্ৰতিনিধি, অসমৰ বিভিন্ন ঠাইৰ পৰা অহা অতিথি গণ্যমান্য লোকসকলে তিনিচুকীয়াত সমৱেত হ'ল। সভাপতি আছিল পদ্মধৰ চলিহা।

১৮ এপ্ৰিল তাৰিখে প্ৰতিনিধি শিৰৰ মুকলি[৩০] কৰা হয়। সেইদিনাই দুপৰীয়া কাৰ্যনিৰ্বাহকৰ সমিতিৰ অধিৱেশন হয়। বেণুধৰ শৰ্মাই সভাপতিৰ আসন গ্ৰহণ কৰে। প্ৰতিৱেদন পাঠ, নিয়মাৱলী সংশোধনী প্ৰস্তাৱ, সাধাৰণ প্ৰস্তাৱ বিষয়-বাছনী সভাত উত্থাপন কৰিবলৈ সমিতিয়ে অনুমোদন জনায়।

### বিষয় বাছনী সভা

১৯ এপ্ৰিল তাৰিখে পুৱা ৮.৩০ বজাত চেনাইৰাম উচ্চ ইংৰাজী বিদ্যালয়ত বিষয়বাছনী সভা বহে। সভাত সভাপতিত্ব কৰে নৱনিৰ্বাচিত সভাপতি পদ্মধৰ চলিহাই। কিন্তু অসুস্থতাৰ কাৰণে সভা পৰিচালনাৰ দায়িত্ব দিয়ে অতুলচন্দ্ৰ হাজৰিকাক। এই অধিৱেশনত প্ৰায় ৩০০ প্ৰতিনিধি সমৱেত হৈছিল।

বৰ্ষটোৰ সকলো কাৰিকৰী কামৰ সৌহাদ্যপূৰ্ণভাৱে আলোচনা কৰি শেষ কৰাত আৰু কাৰ্যনিৰ্বাহক সমিতিৰ যোগে তথা প্ৰস্তাৱ নিয়মাৱলী সংশোধনি সুকলমে সম্পন্ন

৩০। অনুষ্ঠানিকভাৱে প্ৰথমবাৰৰ বাবে প্ৰতিনিধি শিৰিৰ মুকলি কৰা হয়। কোনে কৰিছিল তাৰ তথ্য পোৱা নহ'ল।

হয়। নিয়মাৱলী সংশোধনৰ দফাবোৰ চাই চিতি দিবৰ বাবে এখন উপ সমিতি গঠন কৰি দিয়ে। পৰৱৰ্তী বৰ্ষৰ বিষয়ববীয়া নিৰ্বাচনেৰে বিষয়-বাছনী সভা অন্ত পৰে।

## প্ৰদৰ্শনী

১৯ এপ্ৰিল তাৰিখে কচুজানৰ মূল সভামণ্ডপৰ কাষতে দিয়া মণ্ডপত প্ৰদৰ্শনী অনুষ্ঠিত হয়। তেতিয়াৰ বিত্ত মন্ত্ৰী দেৱেশ্বৰ শৰ্মাই প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন কৰে। আনহাতে সেইদিনাই অতুলচন্দ্ৰ হাজৰিকাৰ সভাপতিত্বত পুনৰ বিষয় বাছনী সভা বহে। প্ৰদৰ্শনীত চৰকাৰৰ প্ৰায়বিলাক বিভাগৰ উপৰি পুৰণি পুথি, পুৰণি সাজপাৰ, আ-অলংকাৰ প্ৰদৰ্শিত হৈছিল। প্ৰদৰ্শনীৰ পৰিচালনা আৰু সাজ-সজ্জা নিখুঁট হৈছিল।

## প্ৰথম মুকলি সভা

২০ এপ্ৰিল দেওবাৰে ১২-৩০ বজাত মুকলি অধিৱেশন অনুষ্ঠিত হয়। এটি সমবেত সংগীত আৰু মংগলাচৰণেৰে সভাৰ কাম আৰম্ভ হয়। সভাপতি পদ্মধৰ চলিহাক সদলে বলে হৰ্ষধ্বনিৰ মাজত মঞ্চলৈ আগবঢ়াই নিয়ে। সভামণ্ডপত বিপুল জনসমাৱেশ হয়। সেই সময়ৰ অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি মহেন্দ্ৰ মোহন চৌধুৰীয়ে মুকলি সভা উদ্বোধন কৰে। আনুষ্ঠানিকভাৱে সভাপতিয়ে আসন গ্ৰহণ কৰাৰ পিচত অভ্যৰ্থনা সমিতিৰ সভাপতি সোমেশ্বৰ বৰুৱাৰ হৈ কাৰ্যকৰী সভাপতি যদুনাথ ভূএগ্ৰাই আদৰণী ভাষণ পাঠ কৰে। ইয়াৰ পিচতেই সভাপতি চলিহাই অভিভাষণ পাঠ কৰে। সভাৰ মাজে মাজে গীত আদি পৰিৱেশন কৰে। সেইদিনা সময়ৰ অভাৱত প্ৰধান সম্পাদকৰ প্ৰতিৱেদন পাঠ কৰিব পৰা নহ'ল।

## আলোচনা-চক্ৰ

মুকলি সভাৰ অলপ পিচতেই আলোচনা-চক্ৰ অনুষ্ঠিত হয়। আলোচনা-চক্ৰত সভাপতিৰ আসন গ্ৰহণ কৰে হলিৰাম ডেকাই। আলোচনা-চক্ৰৰ উদ্দেশ্য ব্যাখ্যা কৰে প্ৰধান সম্পাদক পৰাগধৰ চলিহাই। মিত্ৰদেৱ মহন্ত আৰু অতুলচন্দ্ৰ হাজৰিকাই নাটক, চন্দ্ৰপ্ৰসাদ শইকীয়া আৰু নকুলচন্দ্ৰ ভূঞাই চুটিগল্প, নিৰ্মল প্ৰভা বৰদলৈ আৰু অম্বেশ্বৰ চেতীয়া ফুকনে কবিতা আবৃত্তি কৰে। উপন্যাসৰ বিষয়ে প্ৰবন্ধ পাঠ কৰে দীননাথ শৰ্মাই। ভৱানন্দ ৰাজখোৱাই কবিতা আবৃত্তি কৰাৰ পিচত লীলা গগৈয়ে শলাগ জ্ঞাপন কৰে। ইমানতে আলোচনা চক্ৰৰ সামৰণি পৰে।[৩১]

## সাংস্কৃতিক সন্মিলন

সাংস্কৃতিক সন্মিলনত পৌৰোহিত্য কৰে বিষ্ণু প্ৰসাদ ৰাভাই। ৰাভাই বক্তৃতা

৩১। আলোচনা-চক্ৰ প্ৰথমবাৰৰ বাবে অনুষ্ঠিত হয়।



দিওঁতে লিখি অনা প্ৰবন্ধটোৰ পৃষ্ঠা পঢ়ি পাচিত পেলাই দিয়ে এখিলা এখিলাকৈ। এই সম্পদ উদ্ধাৰ নহ'ল। সকলো নষ্ট হৈ গ'ল। ইয়াৰ পিচতে ওৰে ৰাতি সাংস্কৃতিক সন্ধ্যাৰ কাৰ্যসূচী চলি থাকে।

## বিজ্ঞান সন্মিলন

২১ এপ্ৰিল পুৱা ৯ বজাৰ পৰা হৰিপ্ৰসাদ বৰুৱাৰ সভাপতিত্বত বিজ্ঞান সন্মিলন আৰম্ভ হয়। সভাপতিয়ে এটি সাৰগৰ্ভ ভাষণ প্ৰদান কৰে। সন্মিলনত ৰাজমোহন নাথে ভাষণ আগবঢ়ায়। দণ্ডিৰাম দত্তই কায়েথেলী অংকৰ বিষয়ে আলোচনা কৰে। বক্তৃতাতৰ মাজে মাজে দুই-এটা গীত পৰিৱেশন কৰা হৈছিল। 'অ' মোৰ আপোনাৰ দেশ' গীতেৰে সভাৰ সামৰণি পৰে।

## বুৰঞ্জী সন্মিলন

সেই দিনাই বিজ্ঞান সন্মিলনৰ পিচতে বুৰঞ্জী সন্মিলন অনুষ্ঠিত হয়। সভাপতিৰ আসন গ্ৰহণ কৰে ৰাজমোহন নাথে। এটি সমবেত সংগীতেৰে অধিৱেশন আৰম্ভ হয়। সভাত কৃষ্ণপ্ৰসাদ বৰঠাকুৰে 'কাশ্মীৰ কেশৰী' নামৰ এটি কবিতা পাঠ কৰে। ৰমেশ বৰকাকতীয়ে 'দেশ উদ্ধাৰত অসমীয়াৰ দেশপ্ৰেম' নামৰ এটা প্ৰবন্ধ পাঠ কৰে। লীলা গগৈয়ে 'অসমত টাই জাতি' প্ৰবন্ধ পঢ়ে। ইয়াৰ পিচত শলাগ জ্ঞাপন আৰু সভাৰ সামৰণি ঘোষণা কৰে।

## দ্বিতীয় মুকলি অধিৱেশন
### ২১ এপ্ৰিল, সোমবাৰ

দেশভক্ত তৰুণ ৰাম ফুকন ৰচিত এটি স্তোত্ৰ ললিতা ফুকননীয়ে পাঠ কৰাৰ পিচত সমৱেত সংগীতেৰে সভাৰ কাৰ্য আৰম্ভ হয়। সম্পাদকৰ প্ৰতিৱেদন পাঠৰ পিচতেই এঘাৰটা প্ৰস্তাৱ পাঠ কৰা হয়। নিয়মাৱলী সংশোধনী প্ৰস্তাৱসমূহ উত্থাপন কৰে আৰু সভাই গ্ৰহণ কৰে। শিশু শংকৰ গগৈয়ে টোকাৰী গীত গাই শ্ৰোতামণ্ডলীক মুগ্ধ কৰে। সভাত তিনিচুকীয়াৰ অভ্যৰ্থনা সমিতিলৈ কিতাপৰ টোপোলা সভাই আগবঢ়ায়। সভাত নীলমণি ফুকনে সভাৰ আৰ্থিক অৱস্থা টনকীয়াল কৰিবলৈ ৰাইজৰ সহায় বিচৰাত হৰিহৰ চৌধৰীয়ে এহেজাৰ টকা সভাৰ পুঁজিলৈ আগবঢ়ায়। কনকচন্দ্ৰ শৰ্মাই আজীৱন সভ্য হ'বৰ নিমিত্তে প্ৰতিশ্ৰুতি দিয়ে আৰু আধা বৰঙণি ৫০.০০ টকা আগবঢ়ায় দিয়ে।

পৰৱৰ্তী সন্মিলন জগত চন্দ্ৰ শৰ্মাই নগাঁৱলৈ নিমন্ত্ৰণ জনায়। ইয়াৰ পিচতেই

সভাপতিয়ে সভাৰ শ্ৰীবৃদ্ধিৰ কাৰণে সকলোৰে সহায়-সহযোগ কামনা কৰে। ইয়াৰ পিচত বেণুধৰ শৰ্মাই শলাগ জ্ঞাপন কৰে। অভ্যৰ্থনা সমিতি আৰু প্ৰতিনিধি পক্ষৰ পৰা শলাগ জনোৱাৰ পিচত 'অ মোৰ আপোনাৰ দেশ' গীতেৰে সভাৰ সামৰণি পৰে।

## এই বৰ্ষৰ কাৰ্যনিৰ্বাহক সমিতি

পদ্মধৰ চলিহা - সভাপতি
অতুল চন্দ্ৰ হাজৰিকা - উপ-সভাপতি
নকুল চন্দ্ৰ ভূঞা - ধন ভঁৰালী
বিনন্দ চন্দ্ৰ বৰুৱা - প্ৰধান সম্পাদক
সত্যেন্দ্ৰনাথ শৰ্মা - পত্ৰিকা সম্পাদক
যতীন্দ্ৰনাথ গোস্বামী - সহকাৰী সম্পাদক

বেণুধৰ শৰ্মা, মিত্ৰদেৱ মহন্ত, বিশ্বনাৰায়ণ শাস্ত্ৰী, লীলা গগৈ, প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, নিৰ্মল প্ৰভা বৰদলৈ, বিশ্বনাথ ৰাজবংশী, আব্দুল মালিক, অনন্ত কুমাৰ দাস, জগত চন্দ্ৰ শৰ্মা, ভৱানন্দ ৰাজখোৱা, পৰাগধৰ চলিহা, প্ৰফুল্ল চন্দ্ৰ বৰুৱা, ব্ৰজেন্দ্ৰনাথ বৰপূজাৰী, যোগেন্দ্ৰনাথ শৰ্মা আদি সদস্য।

## ষড়বিংশ অধিৱেশনৰ প্ৰস্তাৱৰ সম্পাদিত ৰূপ

প্ৰাচীন কীৰ্তিচিহ্ন ৰক্ষণা-বেক্ষণ, 'অসম সাহিত্য সভা দিৱস' পালন, অসমীয়া ভাষাত বিশ্বকোষ প্ৰণয়ন, আকাশবাণী গুৱাহাটী কেন্দ্ৰই অসমীয়া ভাষাৰ মৰ্যাদা হানি কৰাৰ প্ৰতিবাদ, জনগোষ্ঠী, চাহজনগোষ্ঠীৰ গীত মাত, শ্ৰমিক কৰ্মচাৰীৰ বিষয়ে আকাশবাণীত আচুতীয়া প্ৰচাৰৰ ব্যৱস্থা, পাঠ্যপুথি বাছনী সভাপতিয়ে পাঠ্যপুথিৰ বিশুদ্ধতা ৰক্ষা কৰা, নগাভূমি সৃষ্টিত অসন্তুষ্টি, চৰকাৰৰ নথিপত্ৰত অসমীয়া ভাষাৰ বিকৃত ৰূপ, ৰেলৱে বৰ্ডৰ অধীনৰ বিদ্যালয়ত অসমীয়া ভাষা শিক্ষাৰ ব্যৱস্থা, ইত্যাদি। তদুপৰি সভাৰ পক্ষৰ পৰা অসমৰ বিভিন্ন অঞ্চলত সিঁচৰতি হৈ থকা দ'ল, দেৱালয়, সত্ৰ, দুৰ্গ আদিৰ বিষয়ক গ্ৰন্থ প্ৰকাশৰ বাবে সভাই লোৱা আঁচনি উল্লেখযোগ্য। প্ৰস্তাৱসমূহ পৰিশিষ্টত দিয়া হৈছে।

## অসম প্ৰকাশন পৰিষদ

সভাৰ দাবী মৰ্মেই এই বৰ্ষত অসম প্ৰকাশন পৰিষদৰ আনুষ্ঠানিকভাৱে কাম কাজ আৰম্ভ হয়। অসম সাহিত্য সভাই বিশ্বকোষ প্ৰণয়নৰ এখন আঁচনি কৰি এখন উপসমিতি গঠন কৰে। সদস্য সকল হ'ল — বিশ্বনাৰায়ণ শাস্ত্ৰী, চৈয়দ আব্দুল মালিক আৰু যতীন্দ্ৰনাথ গোস্বামী। চৰকাৰলৈ আঁচনি পঠিওঁৱাত অসম প্ৰকাশন পৰিষদৰ যোগেদি বিশ্বকোষ প্ৰকাশ হ'ব বুলি চৰকাৰে জনায়।[৩২]



## অসম সাহিত্য সভা দিৱস

এই বৰ্ষতে পোন প্ৰথম বাৰৰ বাবে ৯ ছেপ্টেম্বৰ দিনটো অসম সাহিত্য সভা দিৱস ৰূপে সমগ্ৰ অসমত উলাহ মালহেৰে পালন কৰা হয়। পৰৱৰ্তী পৰ্যায়ত এয়ে অসম সাহিত্য সভা সপ্তাহলৈ ৰূপান্তৰ হয়।

## সম্বৰ্ধনা

এই বৰ্ষতে অসম কংগ্ৰেছ সভাপতিয়ে গুৱাহাটীত পদ্ম চলিহা আৰু জীৱিত প্ৰাক্তন সভাপতিসকলক ৰাজহুৱা সম্বৰ্ধনা জনায়।

## আকাশবাণী গুৱাহাটী কেন্দ্ৰ

সভাৰ দাবী অনুসৰি চাহ বাগিচাৰ কাৰ্যসূচীত হিন্দীৰ সলনি অসমীয়া ভাষা ব্যৱহাৰ কৰিবলৈ আকাশবাণী সন্মত হয় আৰু তেতিয়াৰ পৰা এই কাৰ্যসূচী প্ৰচলিত হৈছে।

## হৰিহৰ চৌধুৰী বঁটা

ডুমডুমাৰ হৰিহৰ চৌধুৰীয়ে নেফাৰ ছাত্ৰসকলৰ ভিতৰত পাৰদৰ্শিতা দেখুওৱা ছাত্ৰক বছৰত একোটা পুৰস্কাৰ দিবৰ কাৰণে এহেজাৰ টকা আগবঢ়ায়। সেই বঁটা সভাত এতিয়াও আছে। ইয়াৰ প্ৰথম বঁটা পাইছিল ১৯৬১ চনৰ প্ৰৱেশিকা পৰীক্ষাত অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ পাই উত্তীৰ্ণ হোৱা পাছিঘাট হাইস্কুলৰ ছাত্ৰ টনমি কায়েক নামৰ ছাত্ৰজনে।

## পদ্মধৰ চলিহা

পদ্মধৰ চলিহা (জন্ম ১৮৯৫, শাওন, মৃত্যু ১২ জুন ১৯৬৯) কটন কলেজৰ পৰা আই এ পৰীক্ষাত উত্তীৰ্ণ হৈ, কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা ইংৰাজীত অনাৰ্ছ লৈ বি এ পাছ কৰে ১৯১১ চনত। ১৯১৬ চনত ইংৰাজীত এম এ পাছ কৰি গুৱাহাটীৰ আৰ্য কলেজৰ পৰা ১৯২০ চনত বি এল ডিগ্ৰী লাভ কৰে। প্ৰথমে শিৱসাগৰত ওকালতি আৰম্ভ কৰে আৰু পিছত ই এ চি হয়। তাৰ পৰা চাকৰি এৰি শিৱসাগৰত শিৱসাগৰ কলেজ লগতে আৰু প্ৰতিষ্ঠাপক অধ্যক্ষ ৰূপে অৱসৰ লয়। ১৯২১ চনৰ অসহযোগ আন্দোলন আৰু বিয়াল্লিছৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি কাৰাবাস খাটিছিল।

---

৩২। পৰৱৰ্তী কালত ৰজনীকান্ত দেৱশৰ্মাৰ সম্পাদনাত বিশ্বকোষৰ এটা খণ্ড প্ৰকাশ হয়।

চলিহা নাট্যকাৰ, অভিনেতা গীতিকাৰ, কবি আৰু সাংবাদিক, শিক্ষাবিদ। বাঁহী আলোচনী, ঊষা আদি পত্রিকাত গীত আৰু প্রবন্ধ প্রকাশ হয়। গীতৰ পুথি *ফুলনি* (১৯১৫), *স্বৰাজ সংগীত* (১৯২১), *গীত লহৰী* (১৯২৩) আৰু কবিতাৰ পুথি *শৰাই* (১৯২৮), *পদুমণি* (১৯৬৬), অনুবাদ নাটক *অমৰলীলা* (১৯১৯), ধেমেলীয়া নাট *নিমন্ত্রণ* (১৯১৭), *কেনে মজা* (১৯২০) উল্লেখযোগ্য। *Sahityarathi of Assam* (১৯৫৪), *মহাবীৰ লাচিত বৰফুকন* (১৯৫৫), *অসমীয়া সাহিত্যলৈ ৰংপুৰৰ বৰঙণি* (১৯৫৬), *ৰংপুৰে কথা কয়* (১৯৫৬) গদ্য পুথি। আত্মজীৱনী *জীৱনবীণৰ সুৰ* (১৯৬৩) চলিহাৰ অসমীয়া সাহিত্যলৈ অৱদান। সিংহ দত্ত দেৱ অধিকাৰীৰ লগত যুটীয়াভাৱে *অৰ্ঘ্য* (১৯২৮) সম্পাদনা, সাদিনীয়া আৰু তিনিদিনীয়া অসমীয়াৰ সম্পাদক বেজবৰুৱাৰ *'বাঁহী'*ৰ সহকাৰী সম্পাদকৰ দায়িত্বও পালন কৰিছিল। জীৱনৰ বিয়লিবেলা *অসম জেউতি* নামৰ সাদিনীয়া কাকতৰ সম্পাদকৰ দায়িত্বও পালন কৰিছিল। অপ্রকাশিত পুথি *দীপিকাছন্দ* আৰু *উৰুলী*।

## অভিভাষণৰ সুবচন

*গীত কবিতা কাব্যৰপৰা বেলেগ নহয়। তাৰে অংগ মাথোন। কবিত্ব বিহীন গীতৰ সাৰ্থকতা ক'ত? ভাব, ভাষা আৰু সুৰ সামঞ্জস্য ঘটিলেহে সুন্দৰ গীত হয়। গায়ক-গায়িকাসকল দৰাচলতে সংগীতৰ সমালোচক-সমালোচিকা । কোনো গীতৰ সমগ্ৰ ভাবধাৰা আৰু প্ৰত্যেকটি শব্দ সাম্যকৰূপে হৃদয়ংগম কৰি দহজনৰ হৃদয়গ্ৰাহী কৰি প্ৰকাশ কৰিব বা কৰ্ণকুহৰেদি অন্তৰৰ অন্তঃস্থল স্পৰ্শ কৰিব পৰাত হে সুগায়ক বা সুগায়িকাৰ কৃতিত্ব। সুখৰ বিষয়, বৰ্তমান কালত শাস্ত্ৰীয় সংগীত, আধুনিক গীত, লোক-গীত আৰু ভিন ভিন ধৰণৰ নৃত্য ইত্যাদিৰ অনুশীলন, গৱেষণা চৰ্চাৰ প্ৰতি দেশহিতৈষী লোকসকলৰ ধাউতি ক্ৰমে বাঢ়ি আহিছে। সংগীত নাটক অকাদেমি, অসমৰ সংগীত বিদ্যালয়সমূহ, শংকৰদেৱ সমাজ, শংকৰ সংঘ আদি সাংস্কৃতিক অনুষ্ঠান প্ৰতিষ্ঠিত হৈ অভিযানত বিস্তৰ সহায়তা কৰিছে।*

* * *

*লক্ষ্মীনাথ বেজবৰুৱাৰ অন্তৰ্ধ্যানৰ লগে লগে অসমীয়া জাতিয়ে যেন এবাৰো প্ৰাণ হাঁহিবলৈ নোপোৱা হ'ল এনে অনুমান হয়। এজন ইংৰাজ লিখকে কৈছে যিটো দিন আমি এটিবাৰো প্ৰাণভৰি হঁহা নাই সেই দিনটো অথলে গ'ল বুলি লাগে। হাঁহি-কান্দোন, হৰ্ষ-বিষাদ, জয়পৰাজয়, আশা-নিৰাশা এই লৈয়ে মানৱৰ সংসাৰী জীৱন। হাস্যৰসৰ অৱতাৰণা কৰি ৰাইজক আমোদ দিয়াৰ আৰু যুদ্ধ বা শোক লগা ঘটনাৰ বৰ্ণনা পৰা উদ্ভৱ হোৱা আবেগৰ তীব্ৰতা লাঘৱ কৰাৰ সুন্দৰ ব্যৱস্থা কৰি থৈ গৈছে। কৃপাবৰ লক্ষ্মীনাথে অসমীয়া আৱৰ্জনা, ভণ্ডামি, কুসংস্কাৰ, অবিশ্বাস, মিছা অভিমান*



*আদি কৰি সমাজৰ সংস্কাৰ সাধন কৰিবৰ উদ্দেশ্যে চুটি গল্প, ব্যংগ-ৰচনা, আখ্যান আদি ৰচিছিল। ৰেডিও, চিনেমা, পুথিভঁৰাল, প্ৰদৰ্শনী আদি জৰিয়তেও অসমীয়া সংগীত, নাট সকলোৰে সমুচিত আদৰ আৰু বহুল প্ৰচাৰ বঢ়োৱাৰ নিতান্তই আৱশ্যক হৈছে। ভাৰতীয় সংগীত নাটক অকাদেমিয়ে ভাৰতৰ ভিন ভিন সাহিত্যৰ উৎকৰ্ষৰ বাবে পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰাটো সমীচীন হৈছে। কিন্তু বিচাৰকসকলৰ নিৰপেক্ষতা, যোগ্যতা আৰু অভিজ্ঞতাৰ বিষয়ে বৰ্তমানতকৈ অধিক মনোযোগ দিয়াটো নিতান্ত বাঞ্ছনীয়। অল ইণ্ডিয়া ৰেডিঅ'ই অসমীয়া নাট-গীত আদি প্ৰচাৰ কৰাৰ ব্যৱস্থা কৰা বাবে শলাগৰ পাত্ৰ। কিন্তু বিষয় শিল্পীসকলৰ বাছনি অতি সাৱধানে কৰা উচিত আৰু অসমীয়া উচ্চাৰণ, অসমীয়া ভাষাৰ জতুৱা ঠাচ আদিৰ যাতে বিকৃতি বা ব্যভিচাৰ নঘটে তাৰ প্ৰতি লক্ষ্য ৰখাটোও ৰেডিঅ' কৰ্তৃপক্ষৰ কৰ্তব্য।*

* * *

*বাতৰি কাকত আৰু আলোচনীত সাহিত্যৰ প্ৰচাৰ আৰু পঢ়ুৱৈ সমাজৰ সংখ্যা বঢ়োৱাৰ লগে লগে জনমত গঠন আৰু জ্ঞানৰ পৰিধি বিস্তাৰ কাৰণে নিতান্ত লাগতিয়াল।*

* * *

*অসমত তেল শোধনাগাৰ স্থাপনৰ দৃঢ় দাবী কৰোঁতে যেনেকৈ অসমবাসী অসমীয়া, পৰ্বতীয়া, ভৈয়ামীয়া, চৰকাৰী, বেচৰকাৰী, পুৰুষ-মহিলা সকলো সংঘবদ্ধ হৈ বিৰাট জাগৰণ সৃষ্টি কৰি খলকণি লগাইছিল আৰু তাৰেই ফলত প্ৰবল জনমতৰ প্ৰভাৱ উপলব্ধি কৰি কেন্দ্ৰীয় চৰকাৰে অসমতো তেল শোধনাগাৰ স্থাপন কৰাৰ সিদ্ধান্তত উপনীত হ'লগৈ, সেইদৰে আমাৰ মাতৃভূমি আৰু মাতৃভাষা গৌৰৱ-মৰ্য্যাদা ৰক্ষাৰ অৰ্থে জাতিৰ সৰ্বাংগীণ উন্নতি আৰু মঙ্গলৰ নিমিত্তে সকলোৰে একতাৰ ডোলেৰে বান্ধখাই আশাশুধীয়া আৰু নেৰানেপেৰাভাৱে সমূহীয়া চেষ্টা চলালে জাতিৰ ন্যায্য প্ৰাপ্যৰ দাবী এদিন নহয় এদিন নোহোৱাকৈ নাথাকে। অসমত বৃহৎ আৰু ক্ষুদ্ৰ শিল্প, কুটীৰ শিল্প প্ৰতিষ্ঠিত হলেহে সামাজিক জীৱন বৈচিত্ৰময় হৈ সাহিত্যৰৰ অলেখ সমল যোগাব।*

* * *

*টাই-ভাষা, টাই-সংস্কৃতি, বড়ো-ভাষা, বড়ো-সংস্কৃতি আৰু জনজাতীয় ভাষা-দোৱান কৃষ্টি আদিৰ গৱেষণা, অনুসন্ধান আৰু পুনৰুদ্ধাৰনৰ কাৰণে প্ৰৱল আন্দোলন চলিছে। সেই আন্দোলনত আমাৰ সম্পূৰ্ণ সহানুভূতি আছে। জনজাতীয় সাহিত্য, কৃষ্টি আদিত যি বহুমূলীয়া বা সজুলি পোৱা যায় সি সদৌ অসমীয়া জাতিৰ উমৈহতীয়া সাহিত্য আৰু সংস্কৃতিৰ লেখত লবলগীয়া বৰঙণি যোগাব। কিন্তু অনৈক্য বা ভেদাভেদৰ সৃষ্টি নকৰি নাইবা চেদেলি-ভেদেলি কৰা মনোবৃত্তি পোষণ নকৰি*

*সকলোৰে সদৌ অসমীয়া জাতিৰ মহৎ স্বাৰ্থৰ হকে একমাত্ৰ অসমীয়া ভাষাকে মাতৃভাষা বুলি গ্ৰহণ কৰি আৰু অসমীয়া সংস্কৃতিকে হেঁপাহেৰে আকোঁৱালি ধৰি তাৰ সমৃদ্ধি আৰু পৰিপুষ্টি সাধনৰ যত্ন কৰিলেহে দেশৰ আৰু জাতিৰৰ মঙ্গল।*

* * *

*অসমীয়া পুথি প্ৰকাশ, অসমীয়া ভাষা সাহিত্যৰ বহুল প্ৰচাৰ, গৱেষণা আৰু অনুসন্ধান কাৰ্য আদিৰ সুচলৰ অৰ্থে অসম সাহিত্য সভালৈ অসম ৰাজ্যিক চৰকাৰৰ অনুদান টকাৰ পৰিমাণে বৃদ্ধি কৰাৰ নিতান্ত প্ৰয়োজন হৈছে।*

* * *

*যদি আমি সঁচাকৈয়ে জ্ঞানপিপাসু আৰু ৰসগ্ৰাহী হওঁ, তেন্তে প্ৰত্যেকৰ চুচুৰীয়াকৈ হ'লেও একোটি ঘৰুৱা পুথিভঁৰাল (Home Library) ৰখা নিতান্ত প্ৰয়োজনীয় বুলি মই ভাবোঁ, ধানৰ ভঁৰাল আৰু ধনৰ মোনা ডাঙৰ হ'লেও জ্ঞানৰ ভঁৰাল থাকিলে প্ৰকৃত শিক্ষিত বা মাৰ্জিত ৰুচিসম্পন্ন লোক (cultured person)) বুলি উন্নত গণ্য নহয়। প্ৰত্যেক শিক্ষানুষ্ঠান, শাখা সাহিত্য সভা আৰু সাংস্কৃতিক অনুষ্ঠানে অন্ততঃ বাছকবনীয়া কিতাপৰ পুথিভঁৰাল ৰখাটো বাধ্যতামূলক হোৱা উচিত।*

* * *

*অসম সাহিত্য সভাৰ তৰফৰ যথেষ্ট সংখ্যক সদস্য পুথি বছা কমিটিত থাকিলেহে এই ক্ষেত্ৰত সুফল লাভ কৰাৰ সম্ভাৱনা থাকে। পুথি বছা কমিটিৰ আমূল পৰিৱৰ্তন আৰু সৰ্বাঙ্গীন সংস্কাৰৰ আৱশ্যকতা অনুভৱ কৰোঁ।*



# সপ্তবিংশ অধিৱেশন
## নগাঁও
## ১৭-২০ এপ্ৰিল ১৯৫৯

১৯৫৯ চনৰ ১৭, ১৮, ১৯ আৰু ২০ এপ্ৰিল তাৰিখে নগাঁও চহৰৰ নেহৰু বালিত সাহিত্য নগৰত সপ্তবিংশ অধিৱেশন অতুলচন্দ্ৰ হাজৰিকাৰ সভাপতিত্বত অনুষ্ঠিত হয়।[৩৩] মুকলি সভা আৰু সাংস্কৃতিক অনুষ্ঠানৰ বাবে বৰ ডাঙৰকৈ মণ্ডপ সাজ-সজ্জাৰে নিৰ্মাণ কৰিছিল। চৰকাৰী হাইস্কুল আৰু ছাত্ৰী বিদ্যালয়ত প্ৰতিনিধিক থকাৰ ব্যৱস্থা কৰা হৈছিল। ২৫০ জনমান প্ৰতিনিধিয়ে যোগ দিছিল। প্ৰতিনিধি সকল ১৬ তাৰিখৰ পৰাই আহিবলৈ আৰম্ভ কৰে।

১৭ তাৰিখে বিয়লি ২ বজাত কাৰ্য নিৰ্বাহকৰ অন্তিমখন বৈঠক বহে। বৈঠকত প্ৰধান সম্পাদকৰ বছৰেকীয়া প্ৰতিৱেদন গ্ৰহণ, বিষয়-বাছনী সভাত উত্থাপন কৰিবলগীয়া প্ৰস্তাৱৰ অনুমোদন আদি কাৰিকৰী আলোচনাৰে সেইদিনাৰ কাৰ্যসূচী সামৰে যদিও পিচদিনা অৰ্থাৎ ১৮ এপ্ৰিল তাৰিখেও কাৰ্যনিৰ্বাহ সভা অনুষ্ঠিত হয়।

### প্ৰদৰ্শনী

সুসজ্জিত তোৰণৰ সৈতে নিৰ্মিত প্ৰদৰ্শনী থলীত প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন কৰে প্ৰাক্তন সভাপতি সূৰ্যকুমাৰ ভূঞাই। প্ৰদৰ্শনীৰ অধিকাংশকতে কিতাপৰ বিপনী আছিল। কৃষ্ণনগৰৰ পৰা অনা পুতলা আৰু প্ৰদৰ্শনী থলীৰ সোঁমাজত মাটিৰে নিৰ্মাণ কৰা অসমৰ মেপখনে সকলোকে আকৰ্ষণ কৰিছিল।

সেই সময়ৰ মিকিৰ পাহাৰৰ (বৰ্তমান কাৰ্বি আলং) প্ৰদৰ্শিত বস্তু আকৰ্ষণীয় হৈছিল। প্ৰাচীন সম্পদ, সাঁচি পাতৰ পুথিও প্ৰদৰ্শিত হৈছিল। চৰকাৰী প্ৰচাৰ বিভাগেও প্ৰদৰ্শনীত যোগ দিছিল। প্ৰদৰ্শনীৰ থলীত বিভিন্ন জননেতা আৰু সাহিত্যিক সকলৰ প্ৰতিকৃতিয়ে প্ৰদৰ্শনী থলীৰ সৌন্দৰ্য বৃদ্ধি কৰিছিল।

---

৩৩। চাৰিদিনীয়া কাৰ্যসূচীৰে অধিৱেশন প্ৰথম অনুষ্ঠিত হয়।

## সাংস্কৃতিক অনুষ্ঠান

১৭ এপ্ৰিল তাৰিখে বিদায়ী সভাপতি পদ্মধৰ চলিহাই সাংস্কৃতিক অনুষ্ঠান উদ্বোধন কৰে। অনুষ্ঠানত অসমৰ বিভিন্ন ঠাইৰ শিল্পীসকলে গীতনৃত্য আদি পৰিৱেশন কৰে। শিৱসাগৰৰ দীপালী বৰঠাকুৰৰ গীতে সকলোকে মুগ্ধ কৰে।

## আলোচনা-চক্ৰ

১৮ এপ্ৰিল শনিবাৰে পুৱা অনুষ্ঠিত কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশনৰ অন্তত বিয়লি আলোচনা চক্ৰ-অনুষ্ঠিত হয়। আলোচনাচক্ৰত সভাপতিত্ব কৰে মহেশ্বৰ নেওগে। চুটিগল্প, হিন্দী কাব্য, কবিতা আৰু নাটক সম্পৰ্কে মহিচন্দ্ৰ বৰা, চৈয়দ আব্দুল মালিক, চন্দ্ৰফুকন, অৰনীন্দ্ৰ বৰা, নিৰ্মলপ্ৰভা বৰদলৈয়ে আদিয়ে আলোচনাত অংশ লয়। মহেশ্বৰ নেওগে তাৎপৰ্যপূৰ্ণভাৱে এটি সাৰগৰ্ভ বক্তৃতা দি সকলোকে মোহিত কৰে।

## কবি সন্মিলন

যজ্ঞেশ্বৰ শৰ্মাৰ সভাপতিত্বত ১৮ এপ্ৰিল সোমবাৰে পুৱা কবি সন্মিলন আৰম্ভ হয়।[৩৪] প্ৰথমেই কবি আনন্দচন্দ্ৰ বৰুৱাই বিনন্দচন্দ্ৰ বৰুৱা ৰচিত 'শান্তি সঞ্চাৰ' কবিতা আবৃত্তি কৰি কবিসন্মিলনৰ শুভ আৰম্ভণি কৰে।

সন্মিলনত উপস্থিত কবিসকল হ'ল — নলিনীবালা দেৱী, ললিতা ফুকন, পদ্মধৰ চলিহা, লক্ষেশ্বৰ শৰ্মা বৰুৱা, বিনন্দচন্দ্ৰ বৰুৱা, ফনীতালুকদাৰ, ভবানন্দ ৰাজখোৱা, নিৰ্মল প্ৰভা বৰদলৈ, ভুৱন ফুকন, চৈয়দ আব্দুল মালিক আদি। এইসকলে কবিতা পাঠ কৰিছিল। শেষত সভাপতি শৰ্মাই এটি সাৰুৱা ভাষণ প্ৰদান কৰে।

## বিষয় বাছনী সভা

১৮ এপ্ৰিল তাৰিখে নগাঁও জিলা পুথিভঁৰালৰ নৱনিৰ্মিত ভৱনত বিষয় বাছনী সভা বহে। প্ৰধান সম্পাদক বিনন্দচন্দ্ৰ বৰুৱাৰ প্ৰস্তাৱ মৰ্মে নৱনিৰ্বাচিত সভাপতি অতুলচন্দ্ৰ হাজৰিকাই সভাপতিৰ আসন গ্ৰহণ কৰে। প্ৰতিনিধিসকলৰ পৰিচয় পৰ্বৰ পিচতেই প্ৰধান সম্পাদকে প্ৰতিবেদন পাঠ কৰে। কিন্তু সভাঘৰত বক্তব্য শুনাত বিজুতি হোৱাৰ বাবে আধাতেই সামৰি পৰৱৰ্তী দিনটোত পুনৰ বৈঠক হ'ব বুলি জনোৱা হয়।

৩৪. ষড়বিংশ অধিৱেশনত আনন্দ চন্দ্ৰ বৰুৱাই যোৰহাট বাণী সম্মেলনৰ সহযোগত কবিতাৰ সন্মিলন অনুষ্ঠিত কৰিছিল। সভাৰ বাৰ্ষিক অধিৱেশনত এই বাৰেই প্ৰথম কবিসন্মিলন অনুষ্ঠিত হয়। এইখন কবিসন্মিলনৰে ঘাই উদগাতা আছিল আনন্দচন্দ্ৰ বৰুৱা। কবি সন্মিলনলৈ পঠিওৱা কবিতা আৰু বাণী পাঠ কৰা হয়। কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানী, যতীন্দ্ৰনাথ দুৱৰা, অম্বিকাগিৰি ৰায়চৌধুৰী, পাৰ্বতিপ্ৰসাদ বৰুৱা, কমলেশ্বৰ চলিহা এই সকলে বাণী আৰু কবিতা পঠিয়াইছিল।



১৯ তাৰিখে পুৱা ৮ বজাত নগাঁও কলেজৰ লোকপ্ৰিয় বৰদলৈ হলত বিষয় বাছনী সভা বহে। ৰামচন্দ্ৰ দাসৰ এটি বৰগীতেৰে সভাৰ কাম আৰম্ভ হয়। ইয়াৰ পিচত সম্পাদকীয় প্ৰতিবেদন পাঠ আৰু গ্ৰহণ। সহকাৰী সম্পাদক যতীন্দ্ৰনাথ গোস্বামীয়ে ৯ ছেপ্টেম্বৰৰ অসম সাহিত্য সভা দিৱসৰ হিচাপ দাখিল কৰে, সমিতিয়ে গ্ৰহণ কৰে। আলোচনাৰ অন্তত ৯ টা প্ৰস্তাৱ সভাই গ্ৰহণ কৰে।

## বুৰঞ্জী সন্মিলন

১৯ এপ্ৰিল দেওবাৰ সন্ধ্যা বুৰঞ্জী শাখাৰ অধিৱেশন আৰম্ভ হয়। সভাপতিৰ আসন গ্ৰহণ কৰে পদ্মধৰ গগৈয়ে। বুৰঞ্জী শাখাৰ সম্পাদক আব্দুল হাইৰ এটি ভাষণেৰে সভাৰ কামৰ আৰম্ভণ হয়। ইয়াৰ পিচতেই সভাপতি গগৈয়ে ভাষণ প্ৰদান কৰে ভাষণখন ছপা কৰি বিলাই দিয়া হৈছিল।

## প্ৰথম মুকলি অধিৱেশন

আটকধুনীয়াকৈ সজোৱা মূল সভা মণ্ডপত ১৯ এপ্ৰিল দেওবাৰে বুৰঞ্জী সন্মিলনৰ পিচতেই দুপৰীয়া এক বজাত প্ৰথম মুকলি অধিৱেশন অতুলচন্দ্ৰ হাজৰিকাৰৰ সভাপতিত্ব অনুষ্টিত হয়। মঞ্চত সভাপতিৰ লগতে নীলমণি ফুকন, বেণুধৰ শৰ্মা, পদ্মধৰ চলিহা, নলিনীবালা দেৱী আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি প্ৰমুখ্যে বিষয়ববীয়াসকল বহিছিল। মুগাৰ ৰিহামেখেলা পিন্ধা স্বেচ্ছাসেৱিকা, স্বেচ্ছা সেৱক আৰু গায়ন-বায়নেৰে শোভাযাত্ৰা কৰি সভাপতিক লৈ নগৰ পৰিভ্ৰমণ কৰি মূল মণ্ডপৰ তোৰণৰ সন্মুখত উপস্থিত হোৱাৰ লগে লগে ৰাইজে হৰ্ষধনিৰে সম্ভাষণ জ্ঞাপন কৰে। কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকল অভ্যৰ্থনা সমিতিৰ সদস্যসকলে সভাপতিক মঞ্চলৈ আগবঢ়াই আনে। মঞ্চত সভাপতি প্ৰমুখ্যে অতিথিসকল বহাৰ লগে লগে বেজবৰুৱাৰ আমি অসমীয়া নহওঁ দুখীয়া, গীতটি এদল স্বেচ্ছাসেৱক, স্বেচ্ছাসেৱিকাই গাই সভা আৰম্ভ কৰে। সভা উদ্বোধন কৰে ৰত্নকান্ত বৰকাকতীয়ে। ইয়াৰ পিছতেই বিদায়ী সভাপতি পদ্মধৰ চলিহাৰ প্ৰস্তাৱ আৰু প্ৰাক্তন সভাপতি বেণুধৰ শৰ্মাই সমৰ্থন জনোৱাৰ পিচত সভাপতি অতুলচন্দ্ৰ হাজৰিকা সভাপতিত্ব কৰে। ইয়াৰ পিচত অভ্যৰ্থনা সমিতিৰ সভাপতি মহীচন্দ্ৰ বৰাই আদৰণী ভাষণ পাঠ কৰে। অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণৰ পিচতেই সভাপতি হাজৰিকাই ১২৮ পৃষ্ঠাৰ অভিভাষণ পাঠ কৰে।[৩৫] অভিভাষণৰ পিচতেই দুই-এটা গীত পৰিৱেশিত হৈছিল।

৩৫. সভাপতি সম্পূৰ্ণ ভাষণ নপঢ়ি গুৰুত্বপূৰ্ণখিনিহে পাঠ কৰে। এই ব্যৱস্থাও সভাত নতুন বুলি কাৰ্যবিৱৰণীত উল্লেখ কৰা হৈছে।

প্ৰধান সম্পাদক বিনন্দচন্দ্ৰ বৰুৱাই বছৰেকীয়া প্ৰতিবেদন পাঠ কৰে বছৰটোৰ কাম-কাজৰ খতিয়ান দাঙি ধৰে। ইয়াৰ পিচতেই প্ৰথম মুকলি অধিৱেশনৰ সামৰণি হয়।

## বিজ্ঞান সন্মিলন

সেই দিনাই সন্ধ্যা সভা মণ্ডপত বিজ্ঞান সন্মিলন অনুষ্ঠিত হয়। এই অধিৱেশনৰ সভাপতি আছিল পৰনচন্দ্ৰ মহন্ত। বিজ্ঞান শাখাৰ সম্পাদক বুদ্ধেশ্বৰ গোহাঁইৰ ভাষণৰ পিচতেই সভাপতিয়ে বিজ্ঞানৰ বিবিধ গৱেষণামূলক বিষয় সহজ সৰল ভাষাৰে ব্যাখ্যা কৰি অভিভাষণ পাঠ কৰে।

এই অধিৱেশনত জটিল বিষয় আলোচনা হৈছিল যদিও শ্ৰোতাৰ সংখ্যা যথেষ্ট আছিল। ৰাইজৰ সমাগম আৰু প্ৰতিনিধিৰ উৎসাহ বিজ্ঞান সন্মিলনক জীৱন্ত কৰি তুলিছিল।

সাংস্কৃতিক সন্ধিয়াৰ কাৰ্যসূচীৰে সেই দিনাৰ সভাৰ কামৰ সামৰণি পৰে।

## দ্বিতীয় মুকলি অধিৱেশন
## ২০ এপ্ৰিল ১৯৫৯

এটি আৰম্ভণী গীতেৰে মূল সভা আৰম্ভ হয়। শিলচৰৰ প্ৰতিনিধি হৰেশ্বৰ ভট্টাচাৰ্যই এটি সংস্কৃত শ্লোকেৰে মংগলাচৰণ কৰে।

বিষয় বাছনী সভাৰ যোগেদি অহা প্ৰস্তাৱ পাঠ কৰা হয়। নিয়মাৱলী সংশোধনৰ কাৰণে গঠন কৰা উপসভাপতিৰ সদস্য সকলৰ নাম ঘোষণা কৰা হয়- ১) সভাপতি ২) প্ৰধান সম্পাদক ৩) ত্ৰৈলোক্যনাথ গোস্বামী ৪) শ্ৰীমান প্ৰফুল্ল গোস্বামী ৫) বিনন্দচন্দ্ৰ বৰুৱা ৬) মহেশ্বৰ নেওগ ৭) যতীন্দ্ৰ নাথ গোস্বামী।

ইয়াৰ পিচত এটি বৰগীত পৰিৱেশন কৰে, বাণীসমূহ পাঠ আৰু সমজুৱাই দুআষাৰ কয়। সভাপতি অনুৰোধ মৰ্মে নেফাৰ পৰা অহা টাগাং টাকিয়ে নেফাৰ ভাষা সমস্যাই অসমীয়া আৰু নেফা বাসীৰ মাজত যে বিভেদ স্থান কৰিব সেই কথা দৃঢ়তাৰে কয়। টাকিৰ লগত অহা আন তিনিজন নেফাৰ ছাত্ৰৰ সভাত পৰিচয় কৰি দিয়ে। সভাত নলিনীবালা দেৱী, শুকদেৱ গোস্বামী, খগেন বৰা, আনন্দচন্দ্ৰ বৰুৱা, ললিত খাৰঘৰীয়া আদিয়ে দুআষাৰ কয়। ৰোমেশ্বৰ গোহাঁই ব্ৰহ্মপুত্ৰৰ ওপৰত দিয়া দলংখন কলিয়া ভোমোৰা দলং হ'ব লাগে বুলি বক্তৃতা দিয়ে।

বিদায়ী সভাপতি পদ্মধৰ চলিহাই কাৰ্যনিৰ্বাহক সমিতিৰ হৈ পদত্যাগ কৰে আৰু বিদায়ী প্ৰধান সম্পাদক বিনন্দচন্দ্ৰ বৰুৱাই নতুন কাৰ্যনিৰ্বাহক সমিতিৰ নাম ঘোষণা কৰে।

সভাপতি - অতুল হাজৰিকা,
উপ-সভাপতি - বিনন্দ চন্দ্ৰ বৰুৱা



প্ৰধান সম্পাদক - যতীন্দ্ৰনাথ গোস্বামী
ধনভঁৰালী - নকুলচন্দ্ৰ ভূঞা
পত্ৰিকা সম্পাদক - সত্যেন্দ্ৰনাথ শৰ্মা
সহকাৰী সম্পাদক - হৰিপ্ৰসাদ নেওগ

সদস্য - ললিত চন্দ্ৰ বৰা, চৈয়দ আব্দুল মালিক, লীলা গগৈ,বুদ্ধীন্দ্ৰনাথ ৰাজখনিকৰ, লক্ষহীৰা দাস, কৃষ্ণপ্ৰসাদ বৰুৱা, হৰেশচন্দ্ৰ ভট্টাচাৰ্য, যোগেন্দ্ৰ নাথ গোস্বামী, মহেশ্বৰ নেওগ, প্ৰমোদনাথ দত্ত, ত্ৰৈলোক্য নাথ গোস্বমী, মহেশ্বৰ নেওগ, প্ৰমোদ ভট্টাচাৰ্য, নৰেন্দ্ৰনাথ শৰ্মা, ভবানন্দ ৰাজখোৱা, মহেশচন্দ্ৰ দেৱগোস্বামী, এই অধিৱেশনত অভ্যৰ্থনা সমিতিয়ে দুখন গ্ৰন্থ প্ৰকাশ কৰে। সতীৰ্থ নামেৰে এখন পত্ৰিকা প্ৰকাশ হয়। ইয়াৰ উপৰি নিবন্ধাৱলী নামৰ এখন গ্ৰন্থও প্ৰকাশ কৰে।

পৰৱৰ্তী অধিৱেশন মহাদেৱ শৰ্মাই তেজপুৰলৈ নিমন্ত্ৰণ জনায়।[৩৬] সভাপতিৰ সামৰণি ভাষণৰ পিচত অভ্যৰ্থনা সমিতিৰ হৈ মহেশ চন্দ্ৰ দেৱগোস্বামীয়ে শলাগ জ্ঞাপন কৰে। মহাদেৱ শৰ্মাই প্ৰতিনিধিৰ হৈ শলাগ জাননী দিয়ে। জাতীয় সংগীতেৰে সভাৰ সামৰণি পৰে।

## সাংস্কৃতিক সন্ধ্যা

নগাঁওৰ জাজৰি ৰাইজে অংকীয়া ৰুক্মিণীহৰণ নাটৰ অভিনয় কৰে। নানা গীত নৃত্যও পৰিৱেশন কৰে।

## প্ৰস্তাৱসমূহ

বছৰত ২৫,০০০.০০ টকাৰ অনুদান দিবৰ কাৰণে চৰকাৰক দাবী জনোৱা, জনজাতীয় অঞ্চলত শিক্ষাৰ মাধ্যম অসমীয়া কৰা, আনন্দৰাম ঢেকীয়ালফুকনৰ মৃত্যু শতবাৰ্ষিকী আৰু স্মৃতি ক্ষেত্ৰৰ বাবে যত্ন, পাঠ্যপুথিৰে মুখ্য কৰি সকলো গ্ৰন্থৰ বিক্ৰী কৰ প্ৰত্যাহাৰ, বহ্মপুত্ৰৰ ওপৰত নিৰ্মাণ কৰা দলং খনৰ নামকৰণ, অনাঅসমীয়া বিদ্যালয়ত অসমীয়া ভাষা শিকোৱা কাৰণে চৰকাৰৰ ওচৰত দাবী উত্থাপন, অসম ৰাজ্যিক ভাষাৰূপে অসমীয়া ভাষাক স্বীকৃতিৰ দাবী।

## শৰাই ঘাট দলং

নগাঁৱত অনুষ্ঠিত সপ্তবিংশ সন্মিলনৰ ৭ম প্ৰস্তাৱত ব্ৰহ্মপুত্ৰ নদীৰ ওপৰত নৱনিৰ্মিত দলংখন শৰাইঘাট দলং হ'ব লাগে বুলি প্ৰস্তাৱ হৈছিল। বিষয় বাছনী সভাত

৩৬. বিশেষ কাৰণত পৰৱৰ্তী অধিৱেশন মীৰ্জা পলাশবাৰীতে অনুষ্ঠিত হ'ল। এই সম্পৰ্কত অতুলচন্দ্ৰ হাজৰিকাই কৈছে - সকীয়াই দিয়া সত্ত্বেও দেখোন তেজপুৰ কাটি-কুটা নকৰে।

দলংখনৰ নামক লৈ বিবিধ আলোচনা হৈছিল। আলোচনা ৰাতি ১২ বজালৈকে চলিছিল। নামটো অনুমোদন কৰাত চৰকাৰে কেবা বছৰো ল'লে। ১৯৬৩ চনত প্ৰধান সম্পাদক মহেশ্বৰ নেওগে যুঁজিহে শৰাইঘাট দলং নামকৰণত অনুমোদন পালে।

## আনন্দৰাম ঢেকিয়াল ফুকনৰ জন্ম শতবাৰ্ষিকী

'সিদিনা তোমাৰ ঢেকীয়াল ফুকনে
উনত্ৰিশ বছৰীয়া ডেকা।
অসমৰ হকে যিদিনা কৰিলে
যি কীৰ্তি ৰাখিলে লেখা।'
— বেজবৰুৱা

এই অধিৱেশনত আধুনিক অসমৰ যুগনিৰ্মাতা আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যুশতবৰ্ষ উদযাপন কৰিবৰ বাবে প্ৰস্তাৱ গ্ৰহণ কৰা হয়। প্ৰস্তাৱ মৰ্মে ন জুন তাৰিখে শতবৰ্ষ উদযাপনৰ কাৰণে সিদ্ধান্ত কৰা হয় আৰু তেখেতে ইহলীলা সম্বৰণ কৰা স্থানত এটি স্মৃতি সৌধ সম্পৰ্কত নিৰ্মাণৰ প্ৰস্তাৱ পোৱা হৈছিল। স্মৃতি সৌধ সম্পাদকত বেণুধৰ শৰ্মাই কৈছিল—

*'যি সময়ত মোমাই মৰক' আগে ভূতে পাওক পাচে অসমৰ কৰ্ণেল জেনকিনছ পৰ্যন্ত বৃটিছ ভাগ্য বিধাতাসকল অসমীয়া ভাষাক যমালয়লৈ পঠিয়াব খুজিছিল সেই সময়ত যিগৰাকী পুৰুষে পাদুৰীসকলক সাৰথি কৰি গ্ৰাহ-গজেন্দ্ৰ ৰূপ অসমীয়া বঙ্গালাৰ যুদ্ধত প্ৰবৃত্ত হৈ অসমীয়া ভাষাৰ বিজয় ধ্বজা পুতিলে আৰু যি গৰাকী দূৰদৰ্শী লোকে আন্তৰ্জাতিক সাহিত্য সৌৰভ আহৰণ কৰি জাতি আৰু জাতিৰ সাহিত্যৰ সম্পদ সৌষ্ঠৱ বঢ়াই থাকিবলৈ জোৰবন্তি একুৰা জ্বলাই থৈ গ'ল সেই গৰাকী অসমীয়া ভাষাৰ যুগ প্ৰৱৰ্তক অসমী প্ৰতিভাশালী মহৎ পুৰুষ আনন্দৰাম ঢেকিয়ালফুকনৰ স্মৃতি স্তম্ভ এটি আজিলৈকে নিৰ্মিত নহ'ল।*[৩৭]

যদিও ন জুন তাৰিখে শতবাৰ্ষিকী পাতিবলৈ প্ৰস্তাৱ লৈছিল ১৬ জুন তাৰিখেহে সমগ্ৰ অসমৰ শতবাৰ্ষিকী পালন কৰা হৈছিল। এই অনুষ্ঠান কেন্দ্ৰীয় ভাৱে যোৰহাটত পতা হৈছিল। আলোচনা চক্ৰ সমদল, যাত্ৰা, দীপান্বিতা মূল অধিৱেশন পতা হৈছিল। যোৰহাটৰ স্মৃতি চাৰণ সভাত পৌৰোহিত্য কৰিছিল দেৱানন্দ ভঁৰালীয়ে। উৎসৱ উপলক্ষে আনন্দৰাম ঢেকিয়াল ফুকনৰ A Few Remarkes on the Assamese Language in Vernecular Education in Assam (1853) ইংৰাজী গ্ৰন্থৰ মহেশ্বৰ নেওগ

৩৭. যতীন্দ্ৰ নাথ গোস্বামী সম্পা. আনন্দৰাম ঢেকিয়াল ফুকন ১৯৫৯ পৃ ৩২



অনূদিত 'অসমীয়া ভাষা' পুথিৰ আকাৰত সভাই প্ৰকাশ কৰে। ইতিমধ্যে নন্দ তালুকদাৰে ঢেকীয়াল ফুকনৰ ৰচনাৱলীও উলিয়ায়। তাৰ বাবে সভাই তালুকদাৰক ধন্যবাদ জনায়। এই উপলক্ষে দেৰগাঁও সাহিত্য সভাৰ লক্ষ্মী গোস্বামীয়ে ১৬ জুনৰ দিনা অৰ্দ্ধছুটী দিবলৈ সেই সময়ৰ মুখ্য মন্ত্ৰী বিমলা প্ৰসাদ চলিহাক অনুৰোধ কৰে যদিও ছুটী মঞ্জুৰ নহ'ল ঢেকিয়াল ফুকনৰ তৈলচিত্ৰখন চন্দ্ৰকান্ত সন্দিকৈ ভৱনত সংৰক্ষিত হৈছে। সেইখন শতবাৰ্ষিকী উপলক্ষে সুৰেন্দ্ৰ নাথ বৰদলৈয়ে অংকন কৰে।

## পুথিৰ ওপৰত বিক্ৰী কৰ ৰেহাই

সভাৰ ষড়বিংশ অধিৱেশনৰ প্ৰস্তাৱ মৰ্মে অসম চৰকাৰৰ পাঠ্যপুথি আৰু সকলো কিতাপ-পত্ৰৰ ওপৰতে বিক্ৰীকৰ অনতি পলমে উঠাই দিবলৈ জনোৱা দাবীৰ প্ৰতি সহাঁৰি দি ১৯৫৯ চনৰ ১ অক্টোবৰৰ পৰা অসমৰ সকলো পুথি আৰু আলোচনীৰ বাতৰি কাকতৰ ওপৰত বিক্ৰী কৰ ৰেহাই দিয়ে।[৩৮]

## স্মৃতি দিৱস

এতিয়ালৈকে পোৱা তথ্যমতে সভাই শৰৎচন্দ্ৰ গোস্বামী (৯ জানুৱাৰি), ৰাধাকান্ত সন্দিকৈ (২৬ জানুৱাৰি), নবীচন্দ্ৰ বৰদলৈ (২৬ ফেব্ৰুৱাৰি), চন্দ্ৰকুমাৰ আগৰৱালা (২ মাৰ্চ), লক্ষ্মীনাথ বেজবৰুৱা (২৬ মাৰ্চ) এই দিনকেইটা সভাই কেন্দ্ৰীয়ভাৱে পালন কৰাৰ উপৰি শাখা সভাসমূহেও স্থানীয়ভাৱে কাৰ্যসূচী যুগুত কৰি পালন কৰে।[৩৯]

## ৰাধাকান্ত সন্দিকৈৰ প্ৰতিমূৰ্তি

অসম সাহিত্য সভাৰ দ্বাবিংশ অধিৱেশনৰ তৃতীয় প্ৰস্তাৱ মৰ্মে ৰাধাকান্ত সন্দিকৈ স্মৃতি ৰক্ষা সম্বন্ধে এটি ব্ৰঞ্জৰ প্ৰতিমূৰ্তি নিৰ্মাণ কৰিবৰ কাৰণে ভাৰত বিখ্যাত ভাস্কৰ দেৱীপ্ৰসাদ ৰায় চৌধুৰীৰ আনুষ্ঠানিকভাৱে অৰ্পণ কৰে। ১৯৬০ চনৰ ডিচেম্বৰ মাহৰ ভিতৰতে এই কাম সম্পূৰ্ণ হ'ব। প্ৰতিমূৰ্তি উন্মোচনী অনুষ্ঠানৰ বিষয়ে পৰৱৰ্তী অধ্যায়ত বিৱৰণ দিয়া হৈছে।

## নেফাত শিক্ষাৰ মাধ্যম

বহু যুঁজবাগৰৰ অন্তত নেফাৰ প্ৰশাসনে শিক্ষানীতি সম্পৰ্কে ৫/১১/৫৯ তাৰিখে

৩৮. এই ব্যৱস্থা এতিয়াও চলি আছে অৱশ্যে কাগজ আৰু আন লেখন সামগ্ৰীত বিক্ৰী কৰ আৰোপ কৰা হৈছে।

৩৯. সুৰেন্দ্ৰ নাথ বৰদলৈয়ে ৰাধাকান্ত সন্দিকৈৰ অইল পেইন্টিং অংকন কৰিছিল। চন্দ্ৰকান্ত সন্দিকৈ ভৱনত এইখন চিত্ৰও ধুনীয়া হৈ এতিয়াও জিলিকি আছে।

সভাক জনায় যে অহাবছৰ পাঠ্যক্ৰম আৰম্ভ হোৱা সময়ৰ পৰা সম্ভৱপৰ ক্ষেত্ৰত প্ৰাথমিক শ্ৰেণীসমূহত জনজাতীয় ছাত্ৰ-ছাত্ৰীসকলৰ কথিত ভাষাত আৰু সেইটো সম্ভৱ নহলে অসমীয়াও শিক্ষাদানৰ ব্যৱস্থা কৰা হ'ব। চিঠিৰ পাঠ —

**Ref. D.O No. N.G.O.48159-5/11/59**

Except in the primary classes where the mother tangue should, wherever possile, be the madium, madium of instruction will be Assamses from the next school session. Assamese will be the madium even in primary classes too which text books in tribal language are not yet available. Tribal text books will of course be in the Assamese script. In class ix and x Mathamatics and Science will be taught in English, the remaining subjects continuing be taught in Assame[৪০] সভাই এই প্ৰস্তাৱত সন্তোষ প্ৰকাশ কৰে আৰু অসমীয়া শিক্ষক নিয়োগৰ কাৰণে এডুকেশ্বন ডিৰেক্টৰৰ লগত সাক্ষাৎ কৰে। আৰু পৰামৰ্শ দিয়ে —

১) অসমীয়া মাধ্যম হোৱা হেতুকে অসমৰ আন স্কুলসমূহৰ দৰে সীমান্ত অঞ্চলতো প্ৰশিক্ষণ নোহোৱা গ্ৰেজুৱেট নিয়োগ কৰি পিচতো আৱশ্যক মতে প্ৰশিক্ষণৰ দিহা কৰিব লাগে।
২) সীমান্ত জনজাতীয় ভাষা সমূহৰ কাৰণে অসমীয়া হৰফ ল'ব লাগে আৰু
৩) জনজাতীয় লোকসকলে বিচৰামতে অধিকতৰ সংখ্যাত অসমীয়া শিক্ষক নিয়োগ কৰি ছাত্ৰসকলৰ মাজৰ পৰা সকলোধৰণৰ সন্দেহৰ ভাৰ আঁতৰ কৰিব লাগে।

ইয়াৰ উপৰি এটি সজাতিৰ দলে অৰ্থাৎ সভাৰ সভাপতি, প্ৰধান সম্পাদক, হৰেন্দ্ৰনাথ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা, নৰেন্দ্ৰনাথ শৰ্মাকে গঠিত দলে ২৯ মে', ১৯৬১ চনত প্ৰধান মন্ত্ৰী নেহৰুক লগ ধৰি নিৱেদন জনায়।

## ৰাজ্যিক ভাষা

১৯৬০ ভিতৰতে অসমীয়া ভাষাৰ ৰাজ্যিক ভাষাৰূপে ঘোষণা কৰিবলৈ ৩০/৫/৫৯, ১৪/৬/৫৯, ৭/১১/৫৯ তাৰিখে মুখ্য মন্ত্ৰীক সাক্ষাৎ। ১২/৫/৫৯ তাৰিখে ৰাজ্যজুৰি ৰাজ্যিক ভাষা দিৱস ৰূপে পালন কৰে। সভাই 'ৰাজ্যিক ভাষা অসমীয়া' শীষক এখন পুস্তিকা প্ৰকাশ কৰি অসম মন্ত্ৰী সভাৰ সকলো সদস্য, বিধান সভাৰ অধ্যক্ষ, উপাধ্যক্ষ আৰু বিধায়কসকলৰ মাজত বিতৰণ কৰে। এই বিষয়ে আগতে উল্লেখ কৰি অহা হৈছে।

৪০. পৰৱৰ্তী সময়ত ইংৰাজী আৰু হিন্দী মাধ্যম হ'ল।



## সংগঠন

এই বৰ্ষত ৪২ খন নতুন শাখা গঠন হয় আৰু মুঠ শাখাৰ সংখ্যাটোৱে ১৩৫ স্পৰ্শ কৰেগৈ। ১৯৫৯ চনত স্বীকৃত আৰু শাখাসভাৰ আৰম্ভণি ৩৩১৮-৬২ নয়া পইচা সংগৃহীত হয়। শাখা সমূহে নিজৰ বৰীয়াকৈ গ্ৰন্থাদি প্ৰকাশ কৰিছে। ডুমডুমা সাহিত্য সভাই এই বছৰতে 'স্মৃতি গ্ৰন্থ' নামৰ এটি বিশেষ সংখ্যা আৰু 'মিচিং পাঠ' যুগুতাই প্ৰকাশ কৰে।

## সাহিত্য সভাৰ সপ্তাহ

এই বৰ্ষৰ পৰাই সভাই সপ্তাহ জোৰা কাৰ্যসূচীৰে সাহিত্য সভা সপ্তাহ পালন কৰে।[৪১] ৯ ছেপ্টেম্বৰৰ পৰা ১৫ ছেপ্টেম্বৰলৈ পতাকা দিৱস, স্মৃতি তৰ্পণ দিৱস, সাহিত্য দিৱস, ৰাজ্যিক ভাষা দিৱস, নেফা দিৱস, সম্প্ৰীতি দিৱসৰে এই সপ্তাহ জোৰা কাৰ্যসূচী পালন কৰে।

## সভাৰ প্ৰকাশন

এই বৰ্ষৰ ৰাজ্যিক ভাষাৰ স্বীকৃতিৰ বাবে যত্নৰ বাবে উল্লেখযোগ্য কেইখন মান গ্ৰন্থহে প্ৰকাশ হয়। ইয়াৰ ভিতৰত উল্লেখযোগ্য আনন্দৰাম ঢেকিয়াল ফুকন, অসমীয়া ভাষা, পৱিত্ৰ অসম, অসমীয়া লোকগীতি সংগ্ৰহ, চাহবাগিচাৰৰ বনুৱা, মোৰজীৱন সোঁৱৰণ, ভাষাৱলী ৩য় ভাগ আদি। উদয়াচলৰ সাধুৰ বাবে লুম্বেৰদাইক ১৫০.০০ টকা পুৰস্কাৰ সভাই দিয়ে। কামিনীকান্ত যন্ত্ৰস্থ বুলি জনোৱা হয়। তদুপৰি এখন গ্ৰন্থ প্ৰকাশৰ বাবে সাহিত্য সভাৰ পৰা লোৱা টকা ঘুৰাই দিব নোৱৰাত সভাৰ এজন সদস্যৰ বিৰুদ্ধে ন্যায়লয়ৰ কাষ চাপিবলগীয়া হৈছিল।

## চৰকাৰী সাহায্য

অসমীয়া প্ৰচাৰ বাবে ১৯৫৯-৬০ চনত চৰকাৰে ১০.০০০ টকাৰ অনুদান দিয়ে আৰু কেন্দ্ৰীয় চৰকাৰৰ দিয়া আঁচনিৰ ২৪,০০০ টকাৰ ন হাজাৰ টকা দিবলৈ আগ্ৰহ প্ৰকাশ কৰে। অৱশ্যে সভাৰ পৰা ৯ হাজাৰ আৰু ৰাজ্য চৰকাৰৰ পৰা ৬ হাজাৰ দিলে কেন্দ্ৰীয় চৰকাৰে ৯০০০ টকা দিলেই হ'ব বুলিও জনোৱা হয়।

৪১. ইয়াৰ আগতে ৯ ছেপ্টেম্বৰৰ দিৱস হিচাপে পালন কৰা হৈছিল। এই ৯ ছেপ্টেম্বৰত সভাত প্ৰথমবাৰৰ বাবে প্ৰতীকসহ পতাকা উত্তোলন কৰা হয়। এই বিষয়ে বহলাই লিখা হৈছে।

## অতুলচন্দ্ৰ হাজৰিকা

সপ্তবিংশ অধিৱেশনৰ সভাপতি অতুলচন্দ্ৰ হাজৰিকা (জন্ম - ভাদ মাহৰ কৃষ্ণা তৃতীয়া ১৯০৩ মৃত্যু ৬ জুন ১৯৮৬) নাট্যকাৰ কবি আৰু শিশু সাহিত্যিক। কলেজিয়েট স্কুলৰ পৰা ১৯২৩ চনত প্ৰৱেশিকা পৰীক্ষা উত্তীৰ্ণ হৈ কটন কলেজত পঢ়ে। ১৯২৫ চনত আই এছ চি ১৯২৮ চনত বি.এ. পৰীক্ষাত উত্তীৰ্ণ হয়, ১৯৩৫ চনত বি এল, ১৯৪১ চনত বি.টি. আৰু ১৯৪৩ চনত এম.এ. পাছ কৰে। কটন কলেজত অসমীয়া বিভাগৰ মূৰব্বী ৰূপে ১৯৬১ চনত অৱসৰ লয়। ছাত্ৰ অৱস্থাৰ পৰা সাহিত্য চৰ্চাত মনোনিৱেশ কৰে। অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ মিলনৰ সম্পাদকৰ দায়িত্ব পালন কৰিছিল। বঙলা নাটকৰ অনুবাদ অসমৰ মঞ্চৰ পৰা আঁতৰোৱাত হাজৰিকাই অসমৰ নাট্য মঞ্চৰ ওখ আসনত অধিষ্ঠিত হয়। একুৰিৰো অধিক পৌৰাণিক, বুৰঞ্জী মুলক নাটকৰ উদ্ভাসিত সংলাপ হাজৰিকাৰ নাটকৰ প্ৰধান বৈশিষ্ট্যৰূপে ধৰা দিয়ে। "নানা কথা বস্তুৰে হাজৰিকাই অসমীয়া মঞ্চক পাদপ্ৰদীপেৰে উজ্জ্বল কৰি আহিছে, অসমীয়া দৰ্শকৰ আগত ইতিহাস আৰু জগতৰ শ্ৰেষ্ঠ নাট্যকাৰ সকলৰ মনীষাৰ মিঠা পৰিচয় ঘটিছে।[৪২] *বেউলা*, *কনৌজকুঁৱৰী* (১৯৩৩), *নন্দ দুলাল*, *চম্পাৱতী* (১৯৫৩), *কলাক্ষেত্ৰ* (১৯৩৬), *শ্ৰীৰামচন্দ্ৰ* (১৯৬৭), *সাৱিত্ৰী*, *নৰকাৰসুৰ*, *মৰ্জিয়ানা* (১৯৩৯), *শকুন্তলা* (১৯৪০), *ছত্ৰপতি শিৱাজী* (১৯৪৮), *টিকেন্দ্ৰজিৎ* (১৯৫৯) উল্লেখযোগ্য নাটক।

*দীপাৱলী* (১৯৩৮), *কৌমুদী* (১৯৩৯), *তপোৱন* (১৯৫৫), *বাংঢালী* (১৯৭১), কাব্য, *ৰণঝংকাৰ* (১৯৬২), *জয়তুজননী ৰক্তজৱা* (১৯৬৩), গীতৰ পুথি, *ৰুনুকজুনুক* (১৯৫৩), *মাণিকী মধুৰী* (১৯৪৮), *ফেহুঁজালি* (১৯৭৪), শিশু কবিতাৰ পুথি, *নীলাচৰাই* (১৯৫৬), শিশুৰ বাবে লিখা উপন্যাস - *কথাকীৰ্তন* (১৯৪৫), *ক খ দশম* (১৯৪৬) *অংকীয়া নাটকৰ সাধু* (১৯৫০), *ৰামায়ণৰ ৰহঘৰা* (১৯৫৬), *ভাৰত জেউতি* (১৯৫৭), *গ্ৰীচৰ সাধু* (১৯৬৭), *এণ্ডাৰচনৰ সাধু* (১৯৬১), *ঈছপৰ সাধু*, *ল'ৰাৰ জাতক*, শিশুৰ কথা *আনন্দ মঠ*, *দিগ্বিজয়ী সাহিত্য* অনূদিত উপন্যাস। অসম সাহিত্য সভাৰ সাহিত্য ভাষণাৱলীৰ প্ৰথম আৰু দ্বিতীয় ভাগ, বেজবৰুৱা গ্ৰন্থাৱলীকে লৈ ২৯ খন গ্ৰন্থ সংকলন সম্পাদনা কৰে। মঞ্চলেখা গ্ৰন্থৰ বাবে ১৯৬৯ চনত সাহিত্য অকাদেমি বঁটা লাভ কৰে। ১৯৮২ চনত অসম সাহিত্য সভাই হাজৰিকাক সাহিত্যাচাৰ্য উপাধিৰে বৰণ কৰে। ১৯৭১ তেখেতে পদ্মশ্ৰী সন্মান লাভ কৰে। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক, ১৯৫৩-৫৪, ১৯৫৪-৫৫, ১৯৫৫-৫৬ উপ-সভাপতি আৰু সপ্তবিংশ অধিৱেশনৰ সভাপতি পদ অলংকৃত কৰিছিল।[৪৩]

৪২. মহেশ্বৰ নেওগ ঃ অসমীয়া সাহিত্যৰূপ ৰেখা, ২০১৩, পৃ. ২৯৪

৪৩. যোগেন্দ্ৰনাৰয়ান ভূএ্য়া, বিশ্বকোষ, চতুৰ্থখণ্ড।



## অভিভাষণৰ সুবচন

*অসমীয়া ভাষাই আমাৰ এই সাদৰী মাতৃভাষা। ৰাজ্যভাষা নহলেও এই ভাষা অসমৰ ৰাইজৰ প্ৰাণৰ ভাষা, সাতামপুৰুষীয়া ভাষা, মান্ধাতাৰ আমোলৰ ভাষা। এই ভাষা একেদিনে গজা নাই, কোনো ঠাইৰ পৰা উৰি আহি গিৰিহঁতক আলহীৰ শাৰীত বহুৱাই এই ভাষাই ৰাজপাত খাবলৈকো বিচৰা নাই, থলুৱা আন কোনো জনজাতীয় ভাষাৰ প্ৰতিও ইয়াৰ অকণো বিদ্বেষ ভাব নাই। অসমৰ মাজ বুকুৰেদি বৈ যোৱা বৰ লুইতৰ সমান গভীৰ, প্ৰশান্ত আৰু প্ৰাচীন এই অসমীয়া ভাষা। অসমৰ যে ই সৰ্বপ্ৰধান ভাষা সেই বিষয়ে সন্দেহৰ অৱকাশ নাই। তথাপি আজিলৈকে ই যে নিজৰ ওপজা ঠাইত ৰাজ্যভাষাৰূপে স্বীকৃতি পোৱা নাই সেইটোহে দুখৰ কথা।*

* * *

*এখন নন্দন বদন ৰমক-জমক দেশ হিচাপে অসমক গঢ়ি তুলিবলৈ হ'লে পৰ্বত-ভৈয়ামৰ নীতি নিতান্ত আৱশ্যক। অলেখ জনজাতীয় জাতি-উপজাতিয়ে পৰ্বতে-ভৈয়ামে, অসমৰ সকলো ঠাইতে কেনেদৰে বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰপৰ বসবাস কৰি আছে সেই কথাৰ বহল ব্যাখ্যা দিব নালাগে। উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতীয়সকলৰ উপৰি খাছীয়া, জয়ন্তীয়া, গাৰো, নগা আদি ভাই-ভনীসকলে আমাৰ চুবুৰীয়া আৰু লগৰীয়া স্বৰূপে অনাদি কালৰে পৰা আছে। ইয়াৰ উপৰি বড়ো, কছাৰী, মিকিৰ, লালুং আদি প্ৰাচীন জাতিবিলাকৰো আমাৰ অসম দেশেই জন্মভূমি। একে আকাশ, একে বতাহ, একে জলবায়ু আৰু একে প্ৰাকৃতিক পৰিৱেশ আমাৰ সকলোৰে সাঁচতীয়া সম্পত্তি। চিৰকালে আমি একেখন ঘৰৰ একোটা পৰিয়ালৰ ভাই-ককাইৰ দৰে মিলা-প্ৰীতিৰে বাস কৰি সহ-অৱস্থান কৰিছিলোঁ। এই মিলা-প্ৰীতিৰ কথা কাকতে-কলমে দীঘলীয়া চিঠিবোৰত এতিয়াও পঢ়িবলৈ পোৱা যায়। বুৰঞ্জীয়ে ৰিঙিয়াই এই কথা সাক্ষী দিব লাগিছে।*

* * *

*মিকিৰ কাছাৰী বড়ো*
*আবৰ মিছিমি গাৰো,*
*খাছীয়া, জয়ন্তীয়া, মিৰি, নগা,*
*জনমে-মৰণে মোৰ সতে লগা ভগা*
*আৰু কোন ক'ত আছা*
*আই মোৰ অসমীৰ*
*স্তনপায়ী সাতাম-পুৰুষীয়া*
*ল'ৰা-ডেকা - বুঢ়া*
*কোনো ক'তো আজি পাছ পৰি নেথাকিবা।*

আঁহা, আহাঁ, আহাঁ
সকলোকে আদৰি মাতিছোঁ।
সেৱাৰে আদৰি মাতিছোঁ
সেৱাৰ শৰাইখনি
সকলোৰে বাবে মই সজাই ৰাখিছোঁ।
আমাৰ এই বিহুতলী যাউতিযুগীয়া
সকলোৰে উমৈহতীয়া।
সকলোটি মিলি
আঁহা, নাচোঁ, গাঁও, হাঁহো প্ৰাণখুলি,
পৰ্বতৰ আঁৰে আঁৰে -
লুইতৰ পাৰে পাৰে
আনন্দত, উলাহত উঠক উথলি
অসমৰ এই বিহুতলী।
টকা পেপা ঢোল গগণা
চিফুং বাঁহী বৰকাঁহ জয়ঢাক, নাগেৰা
আৰু কাৰ কি আছে জাতীয় বাজনা
সকলোবোৰ গোটাই জাতীয় বাজনা
সকলোবোৰ গোটাই আনা
তাৰে আমি সমস্বৰে তোলোঁ ঐক্যতান-
জাতি, ধৰ্ম, খেল ব্যৱধান
হব অৱসান
বিহুতলী মুখৰিত কৰি
আই মোৰ অসমীৰ গাওঁ জয়গান।
নাই মোৰ সঙ্কীৰ্ণতা
মনত পংকিলতা
তুমি ভাই যেয়েকি নোহোৱা
ভগনীয়া, উৰণীয়া, পমুৱা, চৰুৱা
অসম মাতৃক যদি আই বুলি মাতা,
মোৰ সতে একেলগে বিয়া বিহু পাতা,
তেন্তে তোমালোকো আঁহা -
ভাই বুলি, ভনী বুলি, লওঁ আঁকোৱালী
সকলোৰে বাবে বহল ই বিহুতলী।



আমাৰ সংস্কৃতি
মাণিক-মুকুতা ভৰা সৰগী বিভূতি
নিজৰ বুলি লোৱা সাৰটি,
আকৌ এবাৰ নতুন জীৱন গঢ়া-
সোণৰ অসম হ'ক ধনে-ধানে ভৰা।

*    *    *

অসমীয়া ৰাইজৰ জকাইচুকীয়া মনোবৃত্তি বহল নহলে জাতিৰ কেতিয়াও কল্যাণ হ'ব নোৱাৰে। আমাৰ সত্ৰবোৰৰো দুৱাৰ মেল খাবৰ সময় কেতিয়াবাই হ'ল। শংকৰী-সভাবোৰে কাছাৰ, গোৱালপাৰাৰ ফালেও গৈ মহাপুৰুষৰ ধৰ্মৰ বাণীৰে লগে লগে অসমীয়া জাতিৰ প্ৰাণৰ বাণীও বিলাব লাগে। কিন্তু কাৰ্যত আমি কি কৰিছোঁ দেখিছেই। বৰ বৰ বক্তৃতাৰ ফুলজাৰী নাইবা বাতৰি-কাকতত দুই এখন চিঠি লিখিয়েই অসমীয়া ভাষা-সাহিত্যৰ উদ্ধাৰ কৰিব খুজিছোঁ। কেৱল কাছাৰকে নহয়, গোটেই অসম দেশখনকে যে অনা -অসমীয়া ভাষা কৃষ্টিয়ে গিলি পেলাবৰ উপক্ৰম হৈছে সেই কথাও কাৰোবাক চকুত আঙুলি দি দেখুৱাই দিব লাগিব নে? 'কাল অজগৰে লৈল যায় টানি, ৰাখা ৰাখা প্ৰভু সাৰংগপাণি' বুলি মনক প্ৰবোধ দিলে নহ'ব। আমাৰ ৰাইজ শহাকণীয়া আৰু শেনচকুৱা হৈ আগবাঢ়িব লাগিব। নিজৰ অঞ্চলতে ক'ত কি অথন্তৰ ঘটিছে, ক'ত কি কোৰোণ ধৰিছে, সেইবোৰৰ বুজবাজ লৈ প্ৰতিকাৰৰ বাবে সাজু হ'ব লাগিব। নহলে ঘৰৰ ভিতৰৰ এমুঠি মানুহৰ মাজতে একোটা সৰু কথাতে বাদ-বিসংবাদ সৃষ্টি কৰি ৰৌজাল বৌজাল কৰি থাকিলে ভাষা সাহিত্য নৰয়, জাতি ৰক্ষা নপৰে। তাৰাপুৰলৈ ওলাওক, হাইলাকান্দি বদৰপুৰলৈ ওলাওক। নিজ চকুৰে এবাৰ চাই আহক দীনহীনা অসম-জননীৰ স্বৰূপ। তেতিয়াহে বুজি পাব মৰ্মবেদনা কোনখিনিত।

*    *    *

জ্যোতিপ্ৰসাদৰ নিচিনা বহুগুণী শিল্পী হবলৈ আশা কৰাটো ভুল । আৰ ছিগা চুলি তাৰ ছিগা চুলি মাৰি যাঁও নেঘেৰী খোপাৰ নিচিনাকৈ বঙলা হিন্দী আদি ছবিৰ কাহিনীবোৰৰ টুকুৰবোৰ যোগ দিলেই ভাল অসমীয়া কাহিনী এটা হ'ব নোৱাৰে। দুই এক ক্ষেত্ৰত এনে হোৱা দেখি আমি এই কথা কৈছোঁ। কণা হাঁহক পতান দি আভুৱা ভৰাৰ নিচিনাকৈ দুৰ্বল কাহিনী এটা সৃষ্টি কৰি অসমীয়া দৰ্শকক সন্তোষ দিব খোজা প্ৰচেষ্টাও দুই এঠাইত দেখা যায়।

অনাতাঁৰ কেন্দ্ৰৰ অধীনতে এটি সংৰক্ষণ, গৱেষণা আৰু আলোচনা চক্ৰ স্থাপন কৰি আমাৰ গাঁৱে-ভূঞে, সত্ৰই-মন্দিৰে, পৰ্বত-ভৈয়ামে সিঁচৰতি হৈ থকা গীত-পদবোৰ, নৈ-নিজৰা, হাবি-বননিত কমোৱা তুলাৰ দৰে উৰি লেৰেলি যাবলৈ ধৰা এৰা-বাটৰ সুৰবোৰ ধৰি থ'বলৈ ব্যৱস্থা হাতত ল'ব লাগে। আদিৰে পৰা গ্ৰামোফনত

আজিলৈকে প্ৰচাৰিত হোৱা সকলোবোৰ ৰেকৰ্ড আৰু নাটিকাবোৰ দুষ্প্ৰাপ্য হ'লেও গোটাই-মেলি আমি সংৰক্ষণ কৰাৰ উপৰি মাজে মাজে সময়ে বজাই আপুৰুগীয়া সম্পদৰ ভাগ ল'বলৈ অনাতাঁৰ শ্ৰোতাক সুবিধা দিব লাগে। দোকানে-পোহৰে কাণৰ কাষতে বাজি থকা ৰেকৰ্ড কেইখনহে বৰ্তমানে আমাৰ অনাতাঁৰ ভঁৰালত আছে যেন অনুমান হয়।

* * *

অনাতাঁৰ-কেন্দ্ৰই অসমীয়া নাটক ৰচনা আৰু প্ৰচাৰৰ বিষয়তো শিল্পীসকলক উৎসাহ উদ্দীপনা যোগাইছে। আমি ভাবোঁ তাৰ ফলত এঘাৰ বছৰৰ ভিতৰত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ যোগেদি প্ৰায় এহেজাৰ অসমীয়া নাটক, ৰূপক আদি প্ৰচাৰিত হৈছে।

* * *

অসমীয়া হিন্দু-মুছলমানৰ সম্পৰ্ক অতীজৰ পৰাই অতি মধুৰ আৰু আদৰ্শস্থানীয়। হাজোৰ হয়গ্ৰীৱ মাধৱ, কেদাৰৰ ওচৰাওচৰিকৈ মুছলমানসকলৰ পবিত্ৰ তীৰ্থ পোৱামক্কা অসমৰ বুকুত অদ্যপি বিদ্যামান। ভাৰতৰ আন ৰাজ্যত যিজন মুছলমান পাটচাহ ঔৰংজেবে হিন্দুসকলৰ ওপৰত জিজিয়া কৰ বহুৱাইছিল সেইজন সম্ৰাটেই অসমৰ উমানন্দ দেৱালয়ক মাটি দান কৰি হিন্দুধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল। আমাৰ এই সাতাম পুৰুষীয়া মিলা-প্ৰীতিৰ ডোলডাল আজি পুনৰ দৃঢ়তৰ কৰিবৰ আৱশ্যক হৈছে। কীৰ্তিৰ সমাধিক্ষেত্ৰৰ পূণ্যভূমি এই অসম দেশ। ইয়াৰ শিলৰ বুকুত, অটব্য হাবিৰ মাজত নৈৰ বালিচন্দাত, য'তে য'তে বুৰঞ্জীৰ কিমান কীৰ্তি-কাহিনী পোত গৈ আছে, তাৰ হিচাপ কোনে ৰাখিছে? আমাৰ ককা, আজো-ককাৰ কিমানবোৰ পৱিত্ৰ পুৰণি কাহিনী পাহৰা ৰাক্ষসীয়ে গিলি খালে, সেই বিষয়ে আজি আমাক কোনে ক'ব? অসমৰ প্ৰতিখন নগৰ প্ৰতিখন গাঁৱেই ক'বলগীয়া পুৰণি নিজা কথা আছে। পূত-পৱিত্ৰ এই দেশৰ প্ৰতি চপৰা মাটিয়েই নিজৰ জীৱন-বুৰঞ্জী শুনাব পাৰে। তাৰ নিমিত্তে লাগে উপযুক্ত গায়ক, উপযুক্ত শুনোতা। দুখৰ বিষয় আমাৰ মাজত দুয়োটাৰে অভাৱে।

* * *

সাহিত্য মানৱ মনৰ দাপোন। মানৱ সমাজ আৰু বাহ্যিক প্ৰকৃতিৰ প্ৰভাৱত মানৱ মনত হোৱা প্ৰতিক্ৰিয়া প্ৰকাশ পায় সাহিত্যৰ মাজেদি। তথাপি একোটা বিশেষ পৰিৱেশৰ মাজেদি একোজন সাহিত্যিকৰ সাহিত্যই গঢ় লয়। পুস্তকলব্ধ জ্ঞানতকৈ ব্যক্তিগত উপলব্ধিৰ মূল্য বেছি। তেনেকৈ প্ৰথমটোৰ ভেটিত ৰচনা কৰা সাহিত্যতকৈ পাছৰটোৰ ভেটিত ৰচনা কৰা সাহিত্য বেছি মৰ্মস্পৰ্শী আৰু মনোগ্ৰাহী হয়। বহিঃপ্ৰকৃতিৰ বিভিন্ন বিকাশৰ পাছফালে থকা মূল সত্য এটা। উপলব্ধিৰ গভীৰতা যিমানেই বেছি হয়, সিমানেই এই মূল সত্যৰ ফালে যাব পাৰি। আনফালে মানৱ-সমাজ গঢ়ি উঠে মানৱ মনক ভেটি কৰি।



* * *

কবিতাৰ ৰসৰ সঞ্চাৰ হ'ব লাগিব। ৰস অনুভূতিৰ বস্তু। কেৱল বুদ্ধিৰ চতুৰতাৰে ৰসৰ সৃষ্টি কৰিব নোৱাৰি? ৰস সৃষ্টি কৰিবলৈ উপলব্ধিৰ গভীৰতাৰ আৱশ্যক। গভীৰ উপলব্ধিৰেহে আনৰ প্ৰাণ স্পৰ্শ কৰিব পাৰি। সেয়ে নহ'লে সহজে নুবুজা কেইটামান শব্দ লগ লগাই তাকে কবিতা নাম দি প্ৰকাশ কৰিলেই সেইটো কবিতা হ'ল বুলি ক'ব নোৱাৰি।

* * *

সাহিত্যিক জাতিৰ খনিকৰ। জাতি গঠন কৰাত, জাতীয় চৰিত্ৰ গঢ়ি তোলাত সাহিতি যথেষ্ট বৰঙণি যোগাব পাৰে, যোগোৱা উচিতো। একমাত্ৰ ৰস সৃষ্টি কৰাই সাহিত্যিকৰ উদ্দেশ্য নহয়।

* * *

সাহিত্যৰ সৰ্বাংগীন উন্নতিৰ বাবে মৌলিক গ্ৰন্থৰ উপৰি প্ৰচুৰ পৰিমাণে অনুবাদৰ আশ্ৰয় ল'ব লাগিব। আমাৰ পুৰণি সাহিত্যৰ বহুখিনিয়েই অনুবাদৰ যোগেদি লাভ কৰা হৈছিল। বৰ্তমানে ৰাষ্ট্ৰভাষা হিন্দী, আনকি চহকী বংগ-ভাষায়ো পৃথিৱীৰ বাহুকবনীয়া গ্ৰন্থসমূহ অনুবাদ নিজ নিজ ভাষাৰ অন্তৰ্ভুক্ত কৰিছে। অনুবাদ কৰা সহজ বুলি ধৰিব নেলাগে।

* * *

অসম সাহিত্য সভা- বুলিলে কেৱল সম্পাদক, সভাপতি আৰু কাৰ্যনিৰ্বাহক সভাৰে মূল সভাখনেই নহয়, যোৰহাটত থকা চন্দ্ৰকান্ত-ভৱনটোৱেই নহয়, সমগ্ৰ অসমতে বিস্তাৰিত থকা শাখাবোৰেইহে ইয়াৰ জীৱনী শক্তিৰ প্ৰকৃত উৎস। বৰগছৰ শাখা প্ৰশাখাৰ দৰে ই যে কেৱল গছজোপাৰ শোভা বৰ্দ্ধনহে কৰে এনে নহয় জীৱন ধাৰণতো সহায় কৰে। ডাল-পাত নোহোৱা লঠা গঠৰ মূল্য একে নাই। এই কথা অসমৰ গাঁৱে-নগৰে চাৰিওফালে বিহু-সন্মিলনী, শংকৰদেৱৰ সোঁৱৰণী সভা আৰু বাহিৰতো কলিকতা, দিল্লী, লক্ষ্ণৌ, মাদ্ৰাজ আদি বহু দূৰণিবটীয়া ঠাইত অসম সংঘ সাংস্কৃতিক অনুষ্ঠানৰ সৃষ্টি হৈছে। পূৰ্ণাঙ্গ শাখা-সভা হ'ব নোৱাৰিলেও এইবোৰ স্বীকৃত স্বৰূপে অসম সাহিত্য-সভাৰ অংগত পৰিণত হ'লে মূল এটি কেন্দ্ৰীয় অনুষ্ঠানৰ যোগেদি সভাবোৰৰ মাজত এক যোগসূত্ৰ স্থাপিত হ'ব পাৰে।

* * *

পূজা আহিছে, অসম সংস্কৃতি বিনাই কান্দিছে,
চানাই বাজিছে, কালী ঢোল, খোলে টুপাই বুৰ মাৰিছে।
ওজা-পালীয়ে হাড়ৰ মাজত জীউটো ৰাখিছে,
খুলীয়া গ'ল, ভাৱৰীয়া গ'ল, অনাদৰত মৰিছে,

*যাত্ৰাৰ দলে ফাত্ৰাৰ দলক আঁকোৱালি ধৰিছে।*
*নগৰীয়া দলে সংস্কৃতি বেহাই নিজকে ঠগিছে,*
*কাউৰৰীৰ দৰে ম'ৰাপাখি পিন্ধি ধুনপেঁচ মাৰিছে।*
*'কেৰিকেচাৰে'ৰে মহাপুৰুষৰ ভাওনা পাতিছে,*
*'মাইক'ৰ যোগে গায়িকাই বহি নাটৰ গীত জুৰিছে।*
*সূত্ৰধাৰে আহি সূত্ৰ হেৰুৱাই খপজপ কৰিছে,*
*একেটা খোলত হায় হায় বোলত বিননিহে উঠিছে।*
*কীৰ্তনৰ পদ আভজা সুৰত আতৈয়ে পঢ়িছে,*
*জীয়াৰী-বোৱাৰী হাৰমোনিয়ামত বিয়ানাম জুৰিছে।*
*বিহুৰ নামত কঁকাল ঘূৰাই বহুৱালি পাতিছে,*
*সমজুৱাজনে বৌক ককাই বুলি তাতে মৌ হুপিছে।*
*বৰগীতবোৰেও সৰু হৈ যেন ত্ৰাহি ত্ৰাহি কৰিছে,*
*যাৰ যেনে ইচ্ছা, সেই বাটেদিয়ে হালৰ গৰু টানিছে।*
*সহ-অভিনয়ে ইকুল সিকুল দুইকুল নাশিছে,*
*পুৰণিও গ'ল, নতুনো নহ'ল, বিমোৰত পৰিছে।*
*চিনেমাৰ গানে, হিন্দী-বচনে খিচিৰী ৰান্ধিছে,*
*নতুন যুগত ডেকা-গাভৰুৱে 'ফেষ্টিভেল' পাতিছে।*
*দুৰ্গা দেৱী আহি দুৰ্গতিনাশিনী তাকেই চাইছে,*
*ভোদা দেখা পাই আমাৰ মূৰত দুৰ্গতিহে জাপিছে।*

* * *

*বীৰ-পূজা জীয়া জাতিৰ লক্ষণ। দুখৰ বিষয় আমি অসমীয়াবিলাক এতিয়াও এই বিষয়ত পাছ পৰি আছোঁ। এতিয়াও আমাৰ দেশৰ স্বৰ্গগত গুণী-জ্ঞানী লোকসকলক যথাযথভাৱে সুৱৰিবলৈ আমি শিকা নাই। আমাৰ দেশৰ অনেক কীৰ্তিমন্ত পুৰুষৰ ভৰিৰ খোজ সময়-বালিত একেবাৰে মচ খাই নাইকিয়া হৈ গৈছে। এইটো বৰ পৰিতাপৰ বিষয়। অতীজত আমি কিন্তু আমাৰ পূৰ্বপুৰুষসকলৰ প্ৰতি এনে অকৃতজ্ঞ নাছিলোঁ। মহাপুৰুষ ধৰ্মগুৰুসকলৰ আজিলৈকে তিথি-পালনেই তাৰ প্ৰমাণ।*



# অষ্টবিংশ অধিৰেশন
## পলাশবাৰী (মীৰ্জা)
## ২৭, ২৮, আৰু ২৯ অক্টোবৰ ১৯৬০

ত্ৰৈলোক্যনাথ গোস্বামীৰ সভাপতিত্বত মহাসমাৰোহেৰে অষ্টবিংশ অধিৰেশন পলাশবাৰীত অনুষ্ঠিত হয়। প্ৰথম অৱস্থাত এই অধিৰেশন তেজপুৰত হোৱাৰ সিদ্ধান্ত হৈছিল যদিও তেজপুৰে পাতিব নোৱৰাত পলাশবাৰীলৈ নিমন্ত্ৰণ কৰে। পলাশবাৰী অধিৰেশন ঘাই উদ্যোক্তা প্ৰাক্তন বিধায়ক, শিক্ষাবিদ অৱলাকান্ত গোস্বামী। অৱলাকান্ত গোস্বামীৰ আশাসুধীয়া চেষ্টাত পলাশবাৰী জনতাৰে সৱলা হ'ল। এখেতৰ ঘাই সাৰথি আছিল ভৰত কলিতা, অমৰেন্দ্ৰ বৰুৱা সূৰ্য্যকুমাৰ মজুমদাৰ আদি। ২৬ অক্টোবৰতেই প্ৰতিনিধি শিবিৰ মুকলি হয়। সেই দিনা সন্ধ্যা ৬-৩০ বজা আৰু পুৱা ৯ বজাত সভাৰ ১৯৫৮-৫৯ বৰ্ষৰ অন্তিম কাৰ্যনিবাহক সভা অনুষ্ঠিত হয়।

### পতাকা উত্তোলন

২৭ তাৰিখে পুৱা ৮-৩০ বজাত সভামণ্ডপৰ সমুখৰ পূব ফালে সুসজ্জিত বেদীত বিদায়ী সভাপতি অতুল চন্দ্ৰ হাজৰিকাই আনুষ্ঠানিকভাৱে পতাকা উত্তোলন কৰি সভাৰ শুভ আৰম্ভণ কৰে।[৪৪] পতাকা উত্তোলিত হৈছিল বেজবৰুৱাৰ অসম সংগীতেৰে। পতাকা অভিবাদনত পলাশবাৰীৰ স্কাউটৰ দলে কুচ কাৱাজ প্ৰদৰ্শন কৰে।

### প্ৰদৰ্শনী

২৭ তাৰিখ দিনৰ ১২ -৩০ বজাত আৱেগময়ী ভাষণেৰে প্ৰদৰ্শনী দ্বাৰ উদ্‌ঘাটন কৰে প্ৰাক্তন সভাপতি নীলমণি ফুকনে। সভাৰ প্ৰতীকেৰে প্ৰদৰ্শনী তোৰণ সজা হৈছিল। অসমৰ খ্যাতনামা শিল্পী সাহিত্যিকৰ বাণী আৰু প্ৰতিকৃতি আকৰ্ষণীয়কৈ সজাই

৪৪। বাৰ্ষিক অধিৰেশনত পতাকা উত্তোলনৰ লিখিত পৰম্পৰাৰ নিৰন্তৰ সাক্ষী হৈ ৰ'ল পলাশবাৰী অধিৰেশন। অৱশ্যে অকল পতাকা উত্তোলনেৰেই নহয়, কেইবাটা গুৰুত্বপূৰ্ণ বিষয়ত সভাৰ অধিৰেশনসমূহৰ অগ্ৰগণ্য নহ'লেও পলাশবাৰী প্ৰথম শাৰীত বহিবৰ গণ্য। এই সম্পৰ্কে বিৱৰণ পৰৱৰ্তী আলোচনাত দিয়া হৈছে।

তোলা হৈছিল। এই দায়িত্ব পালন কৰিছিল যুগল দাস আৰু কমল চৌধুৰীয়ে। অসম চৰকাৰৰ প্ৰচাৰ বিভাগেও সহযোগ কৰিছিল। অসম চৰকাৰৰ প্ৰকাশন নিগম আৰু পুথি বছা সমিতিয়ে অংশ গ্ৰহণ কৰিছিল। নলবাৰীৰ আৰ্ট স্কুলৰ চিত্ৰ প্ৰদৰ্শনীয়ে দৰ্শকক নান্দনিক আনন্দ দিছিল। অসম সাহিত্য সভাৰ পুথি চ'ৰাত অভিলেখ সংখ্যক গ্ৰন্থ বিক্ৰী হৈছিল। ৮০০.০০ টকাৰো অধিক কিতাপ বিক্ৰী হৈছিল।

## বিষয় বাছনী সভা

২৭ তাৰিখে দিনৰ ১ বজাত বিষয় বাছনী সভাৰ প্ৰথম বৈঠক ত্ৰৈলোক্যনাথ গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত হয়। ইয়াৰ পিছতো পুনৰ দুখন বৈঠক হয়। সভাত কাৰ্যনিৰ্বাহক সমিতিৰ যোগেদি অহা প্ৰস্তাৱ আৰু নিয়মাৱলী সংশোধনী প্ৰস্তাৱ সমূহ আলোচনাৰ অন্তত গ্ৰহণ কৰা হয়। আৰু কাৰ্যনিৰ্বাহকত উত্থাপিত অধিৱেশনৰ কাৰ্যসূচীত অনুমোদন কৰা হয়। এই সভাত প্ৰতিনিধিৰ উপস্থিতি উৎসাহজনক আছিল। তদুপৰি চাহবনুৱা, কাছাৰ, মণিপুৰৰ প্ৰতিনিধিয়েও যোগ দিয়ে।

## আলোচনা-চক্ৰ

২৮ তাৰিখে পুৱা ৯ বজাত তীৰ্থনাথ শৰ্মাৰ সভাপতিত্বত আলোচনা-চক্ৰ অনুষ্ঠিত হয়। শিক্ষা উপমন্ত্ৰী ৰাধিকাৰাম দাসে আলোচনাচক্ৰ উদ্বোধন কৰে। খনীন্দ্ৰচন্দ্ৰ বৰুৱাই 'অসমৰ লোকগগনা' শীৰ্ষক এটা প্ৰবন্ধ পাঠ কৰে। সভাত বেণুধৰ শৰ্মাই অসমৰ প্ৰাচীনতাত কোচবিহাৰৰ স্থান আৰু ৰাজ্যিক ভাষা সম্পৰ্কে বক্তৃতা দিয়ে অম্বিকাচৰণ চৰকাৰে (চৌধুৰী)। 'কোচ জাতিৰ ইতিবৃত্ত' প্ৰবন্ধ, সৰোজ দত্তই 'বিজ্ঞান সাহিত্য' সম্পৰ্কে প্ৰবন্ধ পাঠ কৰে। সত্যেন্দ্ৰনাথ শৰ্মাই শিশু সাহিত্যৰ উপযোগীতা ৰচনা পদ্ধতি আৰু ক্ৰমবিকাশ সম্পৰ্কে এটি বক্তৃতা দিয়ে। নিৰ্মল প্ৰভা বৰদলৈয়ে শিশু সাহিত্য শীৰ্ষক বক্তৃতা দিয়ে। ইয়াৰ পিছতেই সভাপতিৰ ভাষণ আৰু আলোচনা চক্ৰৰ সামৰণি ঘোষণা কৰা হয়।

## প্ৰথম মুকলি অধিৱেশন
## ২৮ অক্টোবৰ, ১৯৬০

দিনৰ ১-৩০ বজাত মুকলি অধিৱেশন আৰম্ভ হয়। সভাপতি ত্ৰৈলোক্যনাথ গোস্বামীক নতুন পলাশবাৰীৰ পৰা এক বিশাল সমদলৰে সভামণ্ডপলৈ আগবঢ়াই আনে। এটি আৰম্ভণী গীতেৰে সভা আৰম্ভ হয়। প্ৰাক্তন সভাপতি ৰঘুনাথ চৌধাৰীক সভা উদ্বোধন কৰিবলৈ মহেশ্বৰ নেওগে আহবান জনায়। উদ্বোধনী ভাষণত চৌধাৰীয়ে পলাশবাৰী অধিৱেশনৰৰ গুৰুত্ব উপলব্ধি কৰি এই অধিৱেশনক ঐতিহাসিক



অধিৱেশন বুলি অভিহিত কৰে। প্ৰধান সম্পাদক যতীন্দ্ৰ নাথ গোস্বামীয়ে মঞ্চত আসন গ্ৰহণ কৰা প্ৰাক্তন সভাপতি সকলক চিনাকী কৰি দিয়ে। বিদায়ী সভাপতি অতুলচন্দ্ৰ হাজৰিকাই নৱনিৰ্বাচিত সভাপতি ত্ৰৈলোক্যনাথ গোস্বামীক সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ অনুৰোধ কৰে। আদৰণী সমিতিৰ সম্পাদক দেৱেন্দ্ৰনাথ চৌধুৰীয়ে মাল্যদান কৰে। আদৰণী সমিতিৰ সভাপতি অৱলাকান্ত গোস্বামীয়ে আদৰণী ভাষণ পাঠ কৰে। ইয়াৰ পিচত সাহিত্য অকাদেমিৰ সহকাৰী সচিব কে এম মুন্সী, ৰাজ্যপাল বিষ্ণুৰাম মেধি, প্ৰাক্তন সভাপতি যতীন্দ্ৰ নাথ দুৱৰা, কেন্দ্ৰীয় চৰকাৰৰ সংসদীয় সচিব যোগেন হাজৰিকা, শৰৎচন্দ্ৰ সিংহ, মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা, বিত্তমন্ত্ৰী ফখৰুদ্দীন আলি আহমদ, বিধান সভাৰ অধ্যক্ষ মহেন্দ্ৰ মোহন চৌধুৰী, দীননাথ শৰ্মা, দক্ষিণ পাটীয় সত্ৰাধিকাৰ, মিত্ৰদেৱ মহন্ত - এইসকলৰ বাণী সহকাৰী সম্পাদক হৰিপ্ৰসাদ নেওগে পাঠ কৰে। সভাৰ প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামীয়ে প্ৰতিবেদন পাঠ কৰে।

লক্ষহীৰা দাসে এটি বৰগীত গোৱাৰ পাচত সভাপতিয়ে অভিভাষণ পাঠ কৰে। ইয়াৰ পাচত সভাৰ সামৰণি পৰে।

## সাংস্কৃতিক অনুষ্ঠান

অধিৱেশনৰ তিনিওদিনেই অৰ্থাৎ ২৭, ২৮ আৰু ২৯ অক্টোবৰ তাৰিখে সন্ধিয়া সাংস্কৃতিক অনুষ্ঠানৰ আয়োজন হয়। ২৭ তাৰিখে সন্ধ্যা হোৱা অনুষ্ঠানত সভাপতিত্ব কৰে ধুবুৰী গোবিন্দ চক্ৰৱৰ্তীয়ে। সেই দিনাৰ মুখ্য অতিথি বিষ্ণুপ্ৰসাদ ৰাভাই পাহাৰ ভৈয়াম সমন্বয়ত গুৰুত্ব দি বক্তৃতা প্ৰদানকৰে। বিশিষ্ট অতিথি সুন্দৰ বৰদলৈয়ে ভাষণ দিয়ে। কেয়ো দিনৰ কাৰ্যসূচীত স্থানীয় শিল্পীৰ উপৰি গুৱাহাটী, উত্তৰ গুৱাহাটী, গুৱালকুচি, নলবাৰী, পাঠশালা পাণ্ডু, বৰপেটাৰ শিল্পী সকলেও সহযোগ কৰে। দক্ষিণ কোলৰ থলুৱা গীত-নৃত্য উপভোগ্য হৈছিল। মমতা দাসৰ চৈতালি নাম, ৰত্ন তালুকদাৰ পৰিচালিত দেৱদাসী নৃত্য, নৰহৰি বুঢ়া ভকতৰ সূত্ৰধাৰী নৃত্য, ভোৰতাল নৃত্য, দশৰতাৰ নৃত্য, বৰগীত, প্ৰভাত শৰ্মাৰ খোল বাদ্য, মৃদুলা দাসৰ বৰগীত, কল্পনা দাসৰ ভাৰত নৃত্যম, খগেন শইকীয়াৰ পৰিচালনাত স্যমন্ত হৰণ, পলাশবাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰৰ নৃত্য নাটিকা, একাংকিকা নাট 'মায়াজাল', বীৰেন দত্তৰ আধুনিক গীত আদিয়ে হাজাৰ হাজাৰ দৰ্শকক মুগ্ধ কৰিছিল। সাংস্কৃতিক অনুষ্ঠানৰ শেষৰ দিনত প্ৰায় ত্ৰিছ হাজাৰ দৰ্শক সমৱেত হৈছিল।

## কবি সন্মিলন

## ২৯ অক্টোবৰ

পুৱা ৮-৩০ বজাত নলিনীবালা দেৱীৰ সভাপতিত্বত ন-পুৰণি কবিৰ এখন সন্মিলন অনুষ্ঠিত হয়। বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱাই সকলোকে আদৰণি জনায়। কবিসন্মিলন উদ্বোধন কৰে ধ্বনিকবি বিনন্দচন্দ্ৰ বৰুৱায়। নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা, পদ্মধৰ চলিহা, আনন্দচন্দ্ৰ বৰুৱা, হোমেন বৰগোহাঞি, ধ্বনিকবি বিনন্দচন্দ্ৰ বৰুৱা, পূৰ্ণ মজুমদাৰ, জামিৰুদ্দিন আহমদ, যজ্ঞোৰাম গগৈ, ইব্ৰাহিম আলি, চম্পাৰাম নাথ, যোগেন্দ্ৰ চন্দ্ৰ দৰবাৰ, ৰবীন্দ্ৰনাথ ত্ৰিবেদী, নিৰ্মলপ্ৰভা বৰদলৈ, লক্ষহীৰা দাস, ফাতেমা খাতুন, এইসকলে স্বৰচিত কবিতা পাঠ কৰে। সভাপতিৰ ভাষণৰ পিচতেই সন্মিলনৰ সামৰণি পৰে।

## দ্বিতীয় মুকলি অধিৱেশন

## ২৯ অক্টোবৰ শনিবাৰ

দিনৰ ১-৩০ বজাত বেজবৰুৱাৰ 'আমি অসমীয়া' গীতেৰে সভাৰ কাৰ্যসূচী আৰম্ভ হয়। অধিৱেশনত মুঠ আঠোটা প্ৰস্তাৱ গৃহীত হয়। নিয়মাৱলী সংশোধনী প্ৰস্তাৱ সভাত উত্থাপন কৰে হৰিপ্ৰসাদ নেওগে আৰু সভাত গৃহীত হয়। সভাত প্ৰাক্তন সভাপতি পদ্মধৰ চলিহা, প্ৰমথনাথ চক্ৰৱৰ্তী, কৃষ্ণ পাটনায়ক, তীৰ্থনাথ শৰ্মা, প্ৰাক্তন সভাপতি বেণুধৰ শৰ্মা, বিদায়ী সভাপতি অতুলচন্দ্ৰ হাজৰিকা, ৰঘুৱা তাঁতী, কামাখ্যা নাথ শাস্ত্ৰী, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, বিশ্বনাৰায়ন শাস্ত্ৰী, প্ৰাক্তন সভাপতি নীলমণি ফুকনে বক্তৃতা দিয়ে।

ইয়াৰ পিচত কাৰ্য্যনিৰ্বাহক সমিতিৰ হৈ যতীন্দ্ৰনাথ গোস্বামীয়ে পদত্যাগ কৰে আৰু বিদায়ী সভাপতিয়ে নতুন কাৰ্যনিৰ্বাহক সমিতিৰ নাম ঘোষণা কৰে। সভাপতিয়ে চমু মন্তব্য আগবঢ়ায়। আদৰণী সমিতিৰ উপসভাপতি দেৱেন চৌধুৰীয়ে শলাগৰ শৰাই আগবঢ়ায়। প্ৰতিনিধিৰ ফালৰ পৰা আনন্দচন্দ্ৰ বৰুৱাই শলাগ জাননী দিয়ে। ইয়াৰ পিচত 'অ' মোৰ আপোনাৰ দেশ' জাতীয় সংগীতেৰে সভাৰ সামৰণি পৰে। সন্ধ্যা প্ৰায় ত্ৰিছ হাজাৰ দৰ্শকৰ উপস্থিতি সাংস্কৃতিক সমাৰোহ অনুষ্ঠিত হয়।[৪৫]

## প্ৰস্তাৱসমূহ

১) যিহেতু যোৱা ২৮/১০/৬০ তাৰিখে অসম বিধান সভাই যি চৰকাৰী ভাষা বিল গ্ৰহণ কৰিছে, সেই বিলত সন্নিবিষ্ট ৰাজ্যভাষা সম্পৰ্কীয় ব্যৱস্থাত আপাতদৃষ্টিত যদিও অসমীয়া ভাষাকেহে ৰাজ্যিক চৰকাৰী ভাষা বুলি কোৱা হৈছে তথাপি ইয়াক—

৪৫. এই বৰ্ষৰ সংশোধন অনুযায়ী ২৬ দফাৰ পিছৰ সন্মিলনলৈকে থাকিব ইয়াৰ সলনি দুবছৰীয়া হ'ব। ইয়াৰ ফলত কাৰ্য নিৰ্বাহক সমিতিৰ কাৰ্যকাল দুবছৰীয়া হ'ল।



(ক) অসমৰ চৰকাৰৰ সচিবালয় আৰু বিভাগীয় বৰমুৰীয়াৰ কাৰ্য্যালয়ত বৰ্তমান অসমীয়া আৰু ইংৰাজী ভাষা আৰু পিছত অসমীয়া আৰু হিন্দী প্ৰচলন কৰাৰ ব্যৱস্থা কৰা হৈছে, আৰু যিহেতু —

(খ) স্বায়ত্ত শাসিত পৰ্বতীয়া জিলা কেইখনত জিলা বা আঞ্চলিক পৰিষদৰ উপস্থিত সভ্যসকলৰ ২/৩ অংশই গ্ৰহণ কৰিলেহে অসমীয়া ভাষা বুলি পৰিগণিত হোৱাৰ ব্যৱস্থা কৰিছে, আৰু যিহেতু —

(গ) কাছাৰ জিলাত সকলো থলুৱা অসমীয়া, মণিপুৰীয়া, চাহ বনুৱা আৰু নেপালী লোকে আৰু মুছলমান সকলৰ এটা বুজন অংশই একমাত্ৰ অসমীয়া ভাষাকে অসমৰ ৰাজ্যিক চৰকাৰী ভাষাৰূপে দাবী কৰিছে, অথচ কাছাৰ জিলাৰ মহকুমা পৰিষদৰ আৰু পৌৰসভাৰ সদস্যসকলৰ যুটীয়া বৈঠকত উপস্থিত থকা ২/৩ অংশই ৰাজ্যিক ভাষা চলাৰ সপক্ষে ভোট দানৰ যোগে সিদ্ধান্ত কৰিলেহে অসমীয়া ভাষা সেই সেই অঞ্চলত ৰাজ্য ভাষা হোৱাৰ ব্যৱস্থা কৰিছে, গতিকে অসম সাহিত্য সভাই দৃঢ় অভিমত প্ৰকাশ কৰে যে বিলত সন্নিবিষ্ট হোৱা ব্যৱস্থাবোৰৰ যোগে চৰকাৰে একমাত্ৰ অসমীয়া ভাষাকে সদৌ অসমতে ৰাজ্যিক চৰকাৰী ভাষাৰূপে পাবৰ কাৰণে অসম সাহিত্য সভাই কৰি অহা দাবী সম্পূৰ্ণৰূপে মানি লোৱা নাই।

গতিকে অসম সাহিত্য সভাই প্ৰস্তাৱ কৰে যে চৰকাৰৰ সচিবালয় আৰু বিভাগীয় বৰমূৰীয়াসকলৰ কাৰ্য্যালয় প্ৰমুখ্যে ৰাজ্যিক কামৰ সকলো পৰ্য্যায়তে আৰু অসমৰ সকলো জিলাতে বৰ্তমান অসমীয়া আৰু ইংৰাজী ভাষা আৰু ইংৰাজী ভাষা প্ৰশাসনীয় ক্ষেত্ৰৰ পৰা উঠি গ'লে একমাত্ৰ অসমীয়া ভাষাকেই চৰকাৰী ভাষাৰূপে ব্যৱহাৰৰ ব্যৱস্থা কৰিব লাগে।

২) স্বাধীনতা লাভৰ পিছত আঞ্চলিক ভাষাসমূহৰ উন্নতি সাধন কল্পে আৰু বৰ্তমান ইংৰাজী মাধ্যমেৰে শিক্ষাদানৰ ব্যৱস্থাত হোৱা শিক্ষাৰ্থী সকলৰ অসুবিধা দূৰ কৰাৰ অৰ্থে আজিৰ সভাই প্ৰস্তাৱ কৰে যে স্নাতক মহলালৈকে অসমীয়াক শিক্ষাৰ বিকল্প মাধ্যম হিচাপে প্ৰৱৰ্তন কৰিবলৈ গুৱাহাটী বিশ্ববিদ্যালয়ক অনুৰোধ কৰা হওক।

প্ৰস্তাৱক - গোবিন্দ চন্দ্ৰ পৈৰা

সমৰ্থক - চৈয়দ মেৰাছ হুছেইন

৩) কাছাৰ জিলা আৰু পাৰ্বত্য জিলাসমূহৰ অসমীয়া ভাষা শিক্ষাৰ প্ৰতি আগ্ৰহশীল লোক সকলৰ শিক্ষকৰ অভাৱত অসমীয়া শিকাত হোৱা অসুবিধাসমূহলৈ লক্ষ্য ৰাখি এই জিলাসমূহৰ কাৰণে অসমীয়া প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰি উক্ত জিলাসমূহৰ অধিবাসীসকলক অসমীয়া শিকাৰ সুবিধা দিবৰ কাৰণে অসম সাহিত্য সভাই চৰকাৰক টানি অনুৰোধ জনায়।

প্ৰস্তাৱক - ৰমণ সিংহ মণিপুৰী
সমৰ্থক - মহেন্দ্ৰ নাথ সভাপণ্ডিত

৪) চাহ বাগিচাৰ বনুৱাৰ মাজৰ পৰা অহা ছাত্ৰ-ছাত্ৰীসকলৰ অসমীয়া ভাষা জ্ঞানৰ মান-দণ্ডলৈ লক্ষ্য ৰাখি অসম সাহিত্য সভাই গুৱাহাটী বিশ্ববিদ্যালয়ক অনুৰোধ কৰে যে, অন্ততঃ প্ৰৱেশিকা পৰীক্ষাত সৰ্বনিম্ন উত্তীৰ্ণ নম্বৰ শতকাৰ ত্ৰিশ (৩০) লৈ নমোৱা হওক।

প্ৰস্তাৱক - ছত্ৰ গোপাল কৰ্মকাৰ
সমৰ্থক - তিলক কাকতি

৫) অলপতে অসম চাহকোম্পানীয়ে তেওঁলোকৰ অনা-অসমীয়া এচিষ্টেন্ট মেনেজাৰ সকলৰ মাজত অসমীয়া ভাষা শিক্ষাৰ কাৰণে এখন বিজ্ঞপ্তি প্ৰচাৰ কৰিছে আৰু অসমীয়া ভাষা শিক্ষাত কৃতিত্ব অৰ্জ্জন কৰা সকলক পুৰস্কৃত কৰিছে। অসম সাহিত্য সভাই অনা-অসমীয়া ভাষীসকলৰ মাজত অসমীয়া ভাষা প্ৰচাৰত এনে আগ্ৰহ আৰু প্ৰচেষ্টাৰ শলাগ লয় আৰু অন্যান উদ্যোগসমূহেও এই আদৰ্শ ল'ব বুলি আশা প্ৰকাশ কৰে।

প্ৰস্তাৱক - আনন্দ চন্দ্ৰ বৰুৱা
সমৰ্থক - হৰেশ্বৰ বৰ্মন

## কাৰ্যনিৰ্বাহক সমিতি
## ১৯৬০—৬১, ১৯৬১—৬২

| | |
|---|---|
| ১) ত্ৰৈলোক্য নাথ গোস্বামী | সভাপতি |
| ২) বিনন্দ চন্দ্ৰ বৰুৱা | উপ-সভাপতি |
| ৩) মহেশ্বৰ নেওগ | প্ৰধান সম্পাদক |
| ৪) হৰিপ্ৰসাদ নেওগ | সহকাৰী সম্পাদক |
| ৫) সত্যেন্দ্ৰ নাথ শৰ্মা | পত্ৰিকা সম্পাদক |
| ৬) নৰেন্দ্ৰ নাথ শৰ্মা | ধনভঁৰালী |

সভ্যসকল ঃ
৭) যতীন্দ্ৰ নাথ গোস্বামী
৮) আব্দুল মালিক
৯) মহেশচন্দ্ৰদেৱ গোস্বামী
১০) খনীন্দ্ৰ চন্দ্ৰ বৰুৱা
১১) চন্দ্ৰসিং টেৰণ
১২) উমাকান্ত শৰ্মা



১৩) গোবিন্দ পৈৰা
১৪) লক্ষ্যহীৰা দাস
১৫) লীলা গগৈ
১৬) ভৱানন্দ ৰাজখোৱা
১৭) গোবিন্দ চক্ৰৱৰ্তী
১৮) ৰঘুৰা তাঁতী
১৯) বিশ্বনাথ ৰাজবংশী
২০) মেদিনীকান্ত ঠাকুৰীয়া
২১) ধৰ্মকান্ত গোঁহাই

## দুটা বৰ্ষৰ উল্লেখযোগ্য কাম

### ৰাধাকান্ত সন্দিকৈ গৱেষণা গ্ৰন্থাগাৰ আৰু বক্তৃতা মঞ্চৰ ভেটি স্থাপন

১৯৬০ চনৰ ৩০ ডিচেম্বৰ তাৰিখে পুৱা ৮-৩০ বজাত অসম সাহিত্য সভাৰ সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীয়ে পতাকা উত্তোলন কৰি এই কাৰ্যসূচীৰ শুভাৰম্ভ কৰে। পুৱা ৯ বজাত হেৰম্বপ্ৰসাদ বৰুৱাই চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ পূবফালৰ চৌহদৰ ভিতৰত ৰাধাকান্ত সন্দিকৈৰ নামত নিৰ্মাণ কৰিবলগীয়া গৱেষণাগাৰ আৰু বক্তৃতা মঞ্চৰ আধাৰ শিলা স্থাপন কৰে।

### ৰাধাকান্ত সন্দিকৈ আৱক্ষ মূৰ্তি স্থাপন

১৯৬০ চনৰ ৩০ ডিচেম্বৰ বিয়লি ২ বজাত সভাৰ দ্বাবিংশ অধিৱেশনৰ তৃতীয় প্ৰস্তাৱমৰ্মে ভাৰতখ্যাত ভাস্কৰ দেৱীপ্ৰসাদ ৰায়চৌধুৰীয়ে নিৰ্মাণ কৰা আৱক্ষমূৰ্তি উন্মোচনী অনুষ্ঠান আৰম্ভ হয়। চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ প্ৰাংগনত বহা সভাত সভাপতিত্ব কৰে সূৰ্যকুমাৰ ভূঞাই। আৰম্ভণিতে প্ৰধান সম্পাদক মহেশ্বৰ নেওগে সন্দিকৈৰ স্মৃতি ৰক্ষাৰ প্ৰয়োজনীয়তাৰ বিষয়ে অৱগত কৰে। মূৰ্তি উন্মোচন আগেয়ে মূৰ্তি উন্মোচন সমিতিৰ সম্পাদক যতীন্দ্ৰনাথ গোস্বামীয়ে শুভেচ্ছা বাণী পাঠ কৰে। ইয়াৰ পিচত অসমৰ ৰাজ্যপাল বিষ্ণু সহায়ে এটি ভাষণ প্ৰদান কৰে।[46]

৪৬। ভাষণ প্ৰসংগত ৰাজ্যপাল গৰাকীয়ে কয় “... তেওঁ আনলোকৰ দৰে অৰ্থ উপাৰ্জন কৰি ব্যক্তিগত আৰু পাৰিবাৰিক সুখ সম্ভোগৰ বিষয়ে চিন্তা নকৰি দেশৰ কাৰণে মুকলি হাতেৰে দান দি গৈছিল। একোজন মহান ব্যক্তিৰ দানে একোটা জাতিৰ উন্নত আৰু সমৃদ্ধিশালী কৰি তোলে। সন্দিকৈ ডাঙৰীয়াই অসম সাহিত্য সভা আৰু বিভিন্ন অনুষ্ঠানলৈ আগবঢ়োৱাৰ দানে অসমৰ অগ্ৰগতিত নিশ্চয় প্ৰৱলভাৱে উচ্ছ্বহিত কৰিছিলি। এনে একোজন মহান ব্যক্তিৰ স্মৃতি সগৌৰৱে ৰক্ষা কৰাৰ প্ৰচেষ্টাৰ বাবে অসম ৰাইজ ধন্যবাদৰ পাত্ৰ।” (পত্ৰিকা, ঊনবিংশ সংখ্যা, পৃ ৭২-৭৩)

ৰাজ্যপালে চন্দ্ৰকান্ত সন্দিকৈ ভৱনত প্ৰৱেশ কৰি ভৱনৰ উত্তৰ ফালৰ কোঠাত সজ্জিত মূৰ্তি উন্মোচন কৰে।[৪৭]



আৱক্ষ মূৰ্তিৰ ছবি



ৰাজ্যপালৰ ভাষণৰ ছবি

*[ এই খিনিতে কৈ থও মূৰ্তিৰ মূল্য আছিল ৭৫০০.০০ টকা। এই ব্যয় কৃষ্ণকান্ত সন্দিকৈয়ে বহন কৰিছিল অথচ চন্দ্ৰকান্ত সন্দিকৈ ভৱনলৈ তেখেত এবাৰহে গৈছিল। তৎসত্ত্বেও ভৱনৰ সকলো কথা আনতকৈ কৃষ্ণকান্ত সন্দিকৈয়ে বেচিকৈয়ে জানিছিল। ভৱনৰ ডাঁৱৰ বাতৰি ডাঁৱে দিছিল সভাৰ চকীদাৰ প্ৰমোদ হাজৰিকাই। মূৰ্তি উন্মোচন অনুষ্ঠানলৈ তেখেত অহা নাছিল তথাপি নকুলচন্দ্ৰ ভূএগ্ৰাক সুধিছিল দেউতাৰ নাকটো বাৰু অকমান বেঁকা হৈছেনেকি? তেতিয়া ভূএগ্ৰাই ক'লে তুমি কেনেকৈ জানিলা? তোমালোকতকৈ দেউতাৰ কাষত থকা নন্দ বা পূৰ্ণ থাকে সিহে কৈছে। উল্লেখযোগ্য যে এই ভাস্কৰ ভাৰতৰ অন্যতম শ্ৰেষ্ঠ ভাস্কৰৰূপে পৰিগণিত।]*

৪৭। মূৰ্তি উন্মোচনী অনুষ্ঠানৰ সভাপতিৰ ভাষণ আৰু প্ৰধান সম্পাদকৰ প্ৰতিবেদন পৰিশিষ্টত দিয়া হৈছে।



## ৰঘুনাথ চৌধাৰীক সম্বৰ্ধনা

২০ জানুৱাৰি সন্ধ্যা ৫ বজাত অসম সাহিত্য সভাই ৰঘুনাথ চৌধাৰীক ৮৩ বছৰীয়া জন্ম তিথি উপলক্ষে কটন কলেজৰ চুডমাৰ্ছন হলত হলিৰাম ডেকাৰ সভাপতিত্বত অনুষ্ঠিত সভাত ৰাজহুৱা সম্বৰ্ধনা জনায়। অসমৰ সাহিত্য সভা, গুৱাহাটী সাহিত্য সভা, অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিয়ে মাল্যদান কৰে। চন্দ্ৰপ্ৰভা শইকীয়াই এখন অভিনন্দন পত্ৰ আৰু গামোচাৰে সম্বৰ্ধনা জনায়।

*কমলেশ্বৰ চলিহাই ৰচনা কৰা 'কবি চৌধাৰী আৰু চোধাৰীদেৱৰ কবিতা' নামৰ ৮৬ পৃষ্ঠাৰ এখন পুথি চৌধাৰীদেৱৰ হাতত অৰ্পণ কৰে।*

*তীৰ্থ নাথ শৰ্মাই কবি প্ৰশস্তি দাঙি ধৰে। অতুল চন্দ্ৰ হাজৰিকাই বক্তব্য উত্থাপন কৰে। সভাপতিৰ অভিভাষণৰ পিচতেই কবিয়ে সম্বৰ্ধনাৰ উত্তৰ দিয়ে।[৪৮]*

*"পৃথিৱীক যিয়েই ৰঞ্জিত কৰে অৰ্থাৎ সজীৱ কৰি ৰাখে, সিয়ে কবি। মই ভবা নাছিলোঁ যে ময়ো এদিন এনে কবি আখ্যা লাভ কৰিব পাৰিম। মই ভাবো তাকেই অলপ গভীৰ ভাবে চিন্তা কৰিহে লিখোঁ। বিশ্ব প্ৰকৃতিৰ ৰমণীয় কমনীয় ছবিখনেই মোক আকৃষ্ট আৰু অভিভূত কৰে। উল্লেখযোগ্য নতুন অসমৰ এই আদৰ্শ সিয়ে মোৰ অন্তৰত অনুভূতি সজাগ কৰিব দিয়ে। মই জীৱনত যন্ত্ৰণাও বহু ভোগ কৰিছোঁ। লিখাতকৈ, মই অলপ ভাবোঁ বেছিকৈ। দেশৰ জাতিৰ চিন্তা সদায় মোৰ অন্তৰত সজাগ হৈ থাকে। মোক কবি আখ্যা দিলেও মই প্ৰকৃত কবি নহওঁ। কালিদাসহে বিশ্বৰ একমাত্ৰ কবি। মই সেয়েহে কালিদাসক অকল শ্ৰদ্ধাই নকৰো কালিদাসে মোক প্ৰেৰণাও যোগায়। মোৰ জীৱনত আক্ষেপ-মই তেনে কবি হ'ব নোৱাৰিলোঁ। কবি কালিদাস তথা শ্ৰীশঙ্কৰদেৱৰ এধান মান শক্তি পালেও মোৰ জীৱন সাৰ্থক হ'লহেঁতেন। যিখন সংসাৰৰ মনোৰম ছবি মই দিনে ৰাতি দেখি আছোঁ, সেই সংসাৰৰ মানৱ সমাজেও মোক মৰম শ্ৰদ্ধাৰ চকুৰে চায়। সেয়েহে কবিৰ ভাষাৰে কওঁ 'মৰিতে চাহিনা আমি সুন্দৰ ভুবনে'। এইখনেই মোৰ স্বৰ্গপুৰী। যদিও মই 'কেতেকী' আৰু 'দহিকতৰা' লিখিলোঁ, তথাপি এখন ডাঙৰ কাব্য ৰচনা কৰিবৰ তৃষ্ণা মোৰ ৰৈ গ'ল। ইয়ে মোৰ জীৱন অসম্পূৰ্ণ কৰি ৰাখিলে। যেতিয়া মোৰ অন্তৰ দুখ-বেজাৰে জুমুৰি দি ধৰে, তেতিয়া মই প্ৰকৃতি-ৰাজ্যত বিচৰণ কৰি শান্তি লাভ কৰোঁ। এতিয়া মোৰ লিখা-পঢ়া বন্ধ হ'লেও সমাজৰ কামৰ বাবে মোৰ অন্তৰত প্ৰেৰণাৰ উৎস শেষ নহয়। মোৰ অন্তৰৰ চাৰি আঙুল বহল হিয়াখনেৰে যে আপোনালোকৰ ইমান মৰম চেনেহ কিদৰে সামৰি লওঁ ক'ব পৰা নাই।*

৪৮। পৰিশিষ্টত প্ৰধান সম্পাদ মহেশ্বৰনেওগৰ ভাষণ সন্নিৱিষ্ট হৈছে।

এই বৰ্ষতেই মিত্ৰদেৱ মহন্ত ভাৰত সংগীত নাটক অকাদেমিৰ দ্বাৰা নাট্যকাৰ আৰু অভিনেতাৰূপে পুৰস্কৃত হয়।

বেণুধৰ শৰ্মাই 'কংগ্ৰেছৰ কাচিয়লি ৰ'দত' গ্ৰন্থখনৰ বাবে (১৯৫৮-৬০) সাহিত্য অকাদেমিয়ে পুৰস্কৃত কৰে। সভাই দুয়োকে সম্বৰ্ধনা জ্ঞাপন কৰে।

## অন্যান্য

১) অসমৰ প্ৰশাসনীয় ভাষা অধিনিয়ম-সংশ্লিষ্ট অভিনৱ পৰিস্থিতিৰ বিষয়ে ৪ জুন, ১৯৬১ তাৰিখে সেই সময়ৰ স্বৰাষ্ট্ৰ মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীক সাক্ষাৎ কৰি পত্ৰ দিয়ে। আৰু শাস্ত্ৰী সূত্ৰৰ বিৰোধিতা কৰে।[৪৯]

২) সভাৰ কাৰ্যসূচী ৰূপায়নৰ কাৰণে পুঁজি সংগ্ৰহ কৰিবলৈ সমিতি গঠন কৰা হয়। গুৱাহাটীৰ সমিতি গঠিত হ'ল তলত দিয়া সকলকলৈ — দেৱেন্দ্ৰ নাথ শৰ্মা, ৰঘুনাথ চৌধাৰী, ইন্দ্ৰকমল বেজবৰুৱা, বাহাৰুল ইছলাম, অতুলচন্দ্ৰ হাজৰিকা (সভাপতি), নৰেন্দ্ৰনাথ শৰ্মা (আহবায়ক) যোৰহাট - ৰাধানাথ হাজৰিকা, ত্ৰৈলোক্য নাথ বৰা, দেৱপ্ৰসাদ বৰুৱা। এই দুয়োখন সমিতি পুঁজি সংগ্ৰহত আগবাঢ়িছিল। উল্লেখযোগ্য 'নতুন অসমীয়া'-ত নতুনকৈ অসম সাহিত্য সভা পুঁজি তোলা হৈছিল আৰু দাতাসকলৰ নাম বাতৰি কাকতত ছপাবলৈ সিদ্ধান্ত কৰিছিল। তদুপৰি ২০০১-০৩ বৰ্ষত সভাৰ বিশ্বকোষৰ পুঁজি সংগ্ৰহত একে জাতীয় দায়িত্ব পালন কৰিছিল 'আমাৰ অসম' দৈনিক কাকতে।

---

৪৯। অসম ৰাজ্যিক ভাষা আইনত আঁসোৱাহ আছিল যদিও সময়ৰ পৰিস্থিতিলৈ লক্ষ ৰাখি সভাই সেই আইন সাময়িকভাৱে গ্ৰহণ কৰিছিল। কিন্তু কাছাৰ গণ সংগ্ৰাম সমিতি আৰু কংগ্ৰেছ ভাষা আন্দোলন সমিতিয়ে বঙলা ভাষাৰ দ্বিতীয় চৰকাৰী ভাষা হিচাপে স্বীকৃতি দিবলৈ দাবী জনাইছিল। কিন্তু কাছাৰৰ জনমত এমুঠি সংখ্যা লঘুৰ দাবী ততাতৈয়াকৈ মানি লোৱাৰ সিদ্ধান্তই যে সমস্যা জটিল কৰিব সেই কথা সভাই যুক্তিৰে পতিয়ন নিয়াবলৈ চেষ্টা কৰিছিল। ১৯ মে' আৰু ১৯ জুন তাৰিখে শিলচৰ আৰু হাইলাকান্দিত পুলিচে জনতাৰ ওপৰত গুলিচালনা কৰে। সভাই এই কথা স্পষ্ট কৰি দিয়ে 'কাছাৰ বিপুল-সংখ্যক জনসাধাৰণৰ ভাষা আইনৰ প্ৰতি আনুগত্য আৰু অসমীয়া ভাষাৰ স্বীকৃতিৰ লগত বংগ ভাষা-ভাষীৰ এইবোৰ অন্যায় দাবীৰ সংঘৰ্ষৰ ফলতে কাছাৰত অশান্তি আৰু অস্থিৰতা সৃষ্টি হৈছে বুলি সভাই স্পষ্ট ভাৱে বুজিব পাৰিছে। তদুপৰি অসমৰ ৰাজ্যিক ভাষা সমস্যাটো অসমৰ আভ্যন্তৰীণ সমস্যা।
অসমৰ বসবাসী ভাষাগত সংখ্যা লুঘুৰ স্বাৰ্থৰক্ষাৰ সমস্যা অসম চৰকাৰ আৰু অসমৰ বাইজৰ সমস্যা'। তদুপৰি সভাই বহুভাষী ৰাজ্য সৃষ্টিৰ পৰিকল্পনাৰে তেতিয়াৰ বংগদেশৰ মুখ্যমন্ত্ৰী বিধানচন্দ্ৰ ৰায়াৰ প্ৰস্তাৱৰো বিৰোধিতা কৰে। সেয়ে ভাৰবৰ্ষৰ স্বৰাষ্ট্ৰ মন্ত্ৰীক সাক্ষাৎ কৰিবৰ কাৰণে সজাতি দল পঠিয়াবলৈ সিদ্ধান্ত কৰে আৰু ৩০০০.০০ টকা মঞ্জুৰ কৰে।

১৩ ছেপ্টেম্বৰ ১৯৬১ তাৰিখে নতুন দিল্লীত হৰেন্দ্ৰনাথ বৰুৱা, নৰেন্দ্ৰ নাথ শৰ্মা আৰু



## পতাকা উত্তোলন বিধি

প্ৰথমবাৰৰ বাবে সভাই পতাকা উত্তোলনৰ নিয়ম প্ৰস্তুত কৰে আৰু কাৰ্যনিৰ্বাহক সমিতিয়ে অনুমোদন জনায়। পতাকা উত্তোলন বিধি প্ৰস্তুত কৰে সভাপতি, প্ৰধান সম্পাদক আৰু অতুল চন্দ্ৰ হাজৰিকায়।

## অসম সাহিত্য সভাৰ পতাকা উত্তোলন বিধি

১) মূল সভা, শাখা সভা আৰু স্বীকৃত সভাৰ বছৰেকীয়া অধিৱেশন, এই সভাসমূহৰ আৰু (মূল সভাই নিৰ্দ্দেশ বা পৰামৰ্শ দিয়ামতে) কোনো মনীষীৰ জয়ন্তী, শতবাৰ্ষিকী আদি দিৱৰ উপলক্ষ্যতহে পতাকা উত্তোলনৰ সমাৰোহ হ'ব পাৰিব।

২) পতাকা উত্তোলনৰ এই ক্ৰম হ'ব —

ক) খোল আৰু তাল বাদ্য বাজনাৰ তাললিপি প্ৰস্তুত কৰি সময়ত অসম সাহিত্য সভা পত্ৰিকাৰ যোগেদি প্ৰকাশ কৰা হ'ব; ইয়াৰ পৰিৱৰ্তে গুৰুঘাতৰ গম্ভীৰ শব্দেৰেও কাৰ্য আৰম্ভ কৰিব পাৰে; কিন্তু বাজনা দুই মিনিটৰ অধিক হ'ব নালাগে।

খ) মূল সভা, নহ'লে শাখা সভা বা স্বীকৃত সভাৰ বিদায়ী সভাপতি (নতুন সভাপতি নিৰ্বাচিত হৈ থাকিলে) বা বৰ্তমান সভাপতি বা অভ্যৰ্থনা সমিতিৰ সভাপতিক, স্বেচ্ছাসেৱক বাহিনী থাকিলে তাৰ অধিনায়কক সভাৰ সম্পাদকে অভিবাদন জনাই পতাকা উত্তোলন কৰিবলৈ অনুৰোধ জনাব।

গ) পতাকা উত্তোলন কৰাৰ লগে লগে লক্ষ্মীনাথ বেজবৰুৱাৰ 'অসম-সংগীত'ৰ প্ৰথম ষ্টাঞ্জাটোৰ শাৰীবোৰ এফালৰ পৰা এবাৰকৈ সকলোৱে গাব। গীত গাওঁতে সকলোৱে কপাললৈ দুই হাত তুলি প্ৰণাম কৰি গীতৰ শেষলৈকে তেনেকৈয়ে ৰ'ব। তানপুৰা বা ক্লেৰিয়নেট ব্যৱহাৰ কৰিব পাৰে; আৰু খোলৰ বেৱাত বা তবলা বাদ্যত

---

প্ৰধান সম্পাদকেৰে গঠিত তিনিজনীয়া দলে স্বৰাষ্ট্ৰ মন্ত্ৰীক সাক্ষাৎ কৰে। সেই সময়ত অসমৰ সংসদীয় সদস্য প্ৰফুল্ল বৰুৱা, যোগেন্দ্ৰ নাথ হাজৰিকায়ো সহযোগ কৰে। দিল্লীৰ পৰা আহি অসমৰ মুখ্যমন্ত্ৰী আৰু বিত্তমন্ত্ৰীক প্ৰধান সম্পাদকে সাক্ষাৎ কৰি দিল্লীৰ আলোচনাৰ কথা অৱগত কৰে। আনহাতে ৯ ছেপ্টেম্বৰ তাৰিখে নলীনিবালা দেৱী, অতুল চন্দ্ৰ হাজৰিকা, নৰেন্দ্ৰনাথ শৰ্মা আৰু প্ৰধানসম্পাদকৰে গঠিত এটি দলে অসমৰ প্ৰদেশ কংগ্ৰেছ কমিতিৰ কাৰ্য পৰিচালনাৰ ওচৰত এখন স্মাৰক পত্ৰ দিয়ে। স্মাৰক পত্ৰৰ দ্বিতীয়খন প্ৰতিলিপিত পৰিশিষ্ঠত দিয়া হৈছে। অসম ৰাজ্যিক ভাষা আইনৰ পঞ্চম ছেদটো সংশোধন কৰিবলৈ বদ্ধপৰিকৰ হোৱাত সভাই কৰা উক্ত প্ৰতিবাদে আংশিকভাৱে হ'লেও সমস্যা সমাধান হ'ল। ইয়াৰ ফলত কাছাৰত অসমীয়া ভাষা আংশিকভাৱে হ'লেও প্ৰৱেশ হ'ল। সাত অক্টোবৰ ১৯৬১ চন অসম শাসকীয় ভাষা সংশোধনী বিল গৃহীত হ'ল।

মেলা হাতেৰে তাল ৰাখি যাব পাৰে। গীতৰ এটি আৰ্হি স্বৰলিপি প্ৰকাশ কৰিবলৈ যত্ন কৰা হ'ব। গীত শেষ হোৱাৰ লগে লগে সকলোৰে হাত নমাই সহজভাৱে থিয় দি ৰ'ব। পতাকা উত্তোলয়িতাই ইচ্ছা কৰিলে চমু ভাষণ এটি দিব।

৩) দুপৰীয়াৰ আগতে পতাকা উত্তোলন কৰিব লাগিব আৰু সূৰ্যাস্তৰ আগে আগে পতাকা নমাই ৰাখিব লাগিব।

## অসম সাহিত্য সভাৰ প্ৰকাশনৰ বিক্ৰীৰ এজেন্ট-নিয়োগৰ নিয়মাৱলী

অসম সাহিত্য সভাৰ প্ৰকাশিত পুথিৰ বিক্ৰীৰ অৰ্থে স্থায়ী এজেন্ট নিয়োগ কৰা সম্পৰ্কে নিয়ম-প্ৰণালী নিৰ্দ্ধাৰণ কৰিবলৈ গঠিত হোৱা উপসমিতিৰ সভাত অতুলচন্দ্ৰ হাজৰিকা, নৰেন্দ্ৰনাথ শৰ্মা আৰু ড° মহেশ্বৰ নেওগ উপস্থিত হৈ ঠিক কৰা নিয়মাৱলী উত্থাপিত হয় আৰু আলোচনাৰ পাছত গৃহীত হয়।

সভাৰ প্ৰকাশন বিক্ৰীৰ যোগেদি পুঁজি টনকীয়াল কৰিবলৈ প্ৰকাশন অভিকৰ্তা নিয়োগৰ নিয়মাৱলী প্ৰস্তুত কৰে।

১) অসম সাহিত্য সভাৰ প্ৰকাশিত পুথিৰ বিক্ৰীৰ কাৰণে স্থায়ী এজেঞ্চি-প্ৰাৰ্থী পুথি-বিক্ৰীৰ প্ৰতিষ্ঠানে প্ৰথমতে নিব খোজা কিতাপৰ দামৰ শতকৰা দহ টকা (অন্যূন মুঠ এশ টকা) সভাৰ প্ৰধান সম্পাদকৰ হাতত জমা দি আৱেদন কৰিব। সেই আৱেদন প্ৰধান সম্পাদকে পৰীক্ষা কৰি কাৰ্য-নিৰ্বাহক সমিতিৰ অনুমোদনৰ সাপেক্ষে গ্ৰহণ কৰিব।

২) স্থায়ীভাৱে নিযুক্ত হোৱা এজেন্টে শতকাৰ ৩০ টকালৈকে কমিচন পাব পাৰিব। পুথি নিৰাপদে ৰখাৰ দায়িত্ব এজেন্টৰ।

৩) এজেন্টসকলে সভাৰ-পুথি-বিক্ৰীৰ এখন সুকীয়া খতিয়ান ৰাখিব লাগিব। তিনিমাহৰ মূৰে মূৰে এজেন্টে প্ৰধান সম্পাদকলৈ পুথি-বিক্ৰী আৰু ষ্টক দেখুৱাই একোটা হিচাপ পঠিয়াব লাগিব।

৪) অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে বা প্ৰধান সম্পাদকে নিজৰ নিযুক্ত লোকৰ দ্বাৰা আৱশ্যক বোধমতে এজেন্টসকলৰ পুথি-বিক্ৰীৰ খতিয়ান আৰু ষ্টক পৰ্যবেক্ষণ কৰিবৰ ক্ষমতা আৰু দায়িত্ব থাকিব।

৫) অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকে নিয়মিতভাৱে নিযুক্ত এজেন্টসকলৰ নামেৰে সভাৰ প্ৰকাশিত সম্পূৰ্ণ পুথিৰ বিজ্ঞাপন অসম সাহিত্য সভা পত্ৰিকাত প্ৰকাশ কৰিব। ইয়াৰ উপৰি সভাৰ আৰু এজেন্টসকলৰ নিজাভাৱে বিজ্ঞাপন আদি প্ৰকাশ কৰিবৰ ক্ষমতা থাকিব।

৬) বিশেষ উপলক্ষ্যত আৰু সভাৰ সভ্যসকলৰ প্ৰকাশিত পুথিসমূহ নিম্নীকৃত



মূল্যত বিক্ৰী কৰিবৰ ক্ষমতা অসম সাহিত্য সভাৰ থাকিব। সাধাৰণ ভাৱেও সভাই পুথিবোৰৰ বিক্ৰী চলাই থাকিব।

৭) অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে যেই কোনো এজেঞ্চি এমাহৰ জাননী দি বন্ধ কৰিব পাৰিব। এজেন্টসকলেও এমাহৰ জাননী দি হিচাপ- নিকাছ কৰি এজেঞ্চি ইস্তফা দিব পাৰিব।

## গুৱাহাটী কাৰ্যালয়

১৯ জুলাই ১৯৫৯ তাৰিখৰ কাৰ্যনিৰ্বাহক সমিতিৰ পঞ্চম প্ৰস্তাৱ মৰ্মে এটি স্থায়ী কাৰ্যালয় স্থাপনৰ কাৰণে এখন উপসমিতি গঠন কৰে। সভ্যসকল আছিল ৰঘুনাথ চৌধাৰী (সভাপতি) অতুলচন্দ্ৰ হাজৰিকা, ৰজনীকান্ত শৰ্মা, প্ৰফুল্ল দত্ত গোস্বামী আৰু হৰিনাথ শৰ্মা (আহবায়ক)

২৯ ডিচেম্বৰ ১৯৬০ তাৰিখে কাৰ্যনিৰ্বাহক সমিতিৰ নিদেৰ্শ অনুযায়ী উল্লিখিত সমিতিৰ সদস্য আৰু স্থানীয় কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য সহ দেৱেন্দ্ৰনাথ শৰ্মা আৰু প্ৰধান সম্পাদকক লৈ এখন কৰ্মপৰিষদ গঠন কৰে। ইয়াৰ আগতে ১৪/৩/৬১ তাৰিখে সভাৰ এক সজাতি দলে মুখ্য মন্ত্ৰীৰ লগত আলোচনা কৰে। ১৫ এপ্ৰিল তাৰিখে গঠিত কৰ্ম পৰিষদৰ সিদ্ধান্ত মৰ্মে ১৭ মে' তাৰিখে এখন সভাপাতি ১৮ মে' তাৰিখে উপায়ুক্তক দৰ্খাষ্ট দিয়ে। এই দৰ্খাষ্ট মতে — গুৱাহাটী জিলা গ্ৰন্থাগাৰ আৰু কামৰূপ অনুসন্ধান সমিতিৰ মাজত থকা ৩১৭৬ দাগৰ ১ বিঘা ২ কঠা ৪ লোচা মাটি অধিগ্ৰহণৰ ব্যৱস্থা কৰে। ১০ ফেব্ৰুৱাৰি ১৯৬২ তাৰিখে উক্ত দাগৰ মাটি অসম সাহিত্য সভাক ছমজাই দিয়ে। ইয়াৰ কিছু অংশ ৰে'লৰ কৰ্মচাৰীয়ে দখল কৰি থকাত দখল এৰি দিবলৈ অনুৰোধ কৰে। অৱশ্যে এটা ঘৰ নভঙাকৈ ৰাখি সভাক দিবৰ বাবে অনুৰোধ জনায়। চকীদাৰৰ বাবেই ঘৰটো ৰখা হৈছিল যদিও সম্প্ৰতি তাত নতুন ঘৰ সজা আৰম্ভ হৈছে।

মাটি হোৱাৰ পিছত ভৱন নিৰ্মাণৰ কাৰণে সভা আগবাঢ়ে। এই মাটিত সভাৰ কাৰ্যালয়, গ্ৰন্থাগাৰ, সভা মঞ্চ আলহীঘৰ নিৰ্মাণৰ আঁচনি লয়। এই আঁচনিৰ বাবে পাৰ্বতিপ্ৰসাদ বৰুৱাই ৫০,০০০,০০ টকাৰ দান তলত দিয়া চৰ্ত মৰ্মে আগবঢ়ায়।

১) উক্ত দানৰ প্ৰধান উদ্দেশ্য অসমৰ মুখপাতত অসম সাহিত্য সভাৰ এটি স্থায়ী আবাস নিৰ্মাণ আৰু দাতাৰ সাহিত্যনুৰাগী ককাইদেউ স্বৰ্গীয় ভগৱতী প্ৰসাদ বৰুৱাৰ স্মৃতি সংৰক্ষণ।

২) উক্ত দানেৰে নিৰ্মিত ঘৰটিৰ নাম 'ভগৱতী প্ৰসাদ বৰুৱাৰ ভৱন' হ'ব।

৩) উক্ত 'ভগৱতীপ্ৰসাদ বৰুৱা ভৱন'-ৰ নিৰ্মাণ আৰু ৰক্ষণাবেক্ষণৰ অৰ্থে তলত দিয়া ধৰণে এখনি ন্যাস সমিতি গঠিত হ'ব।

ক) দাতা বা তেওঁৰ দ্বাৰা নিৰ্বাচিত লোক।

খ) দাতাৰ বা তেওঁৰ উত্তৰাধিকাৰীৰ নিৰ্বাচিত লোক।

গ) অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ দ্বাৰা নিৰ্বাচিত গুৱাহাটীত থকা অসম সাহিত্য সভাৰ সভ্য - দুজন;

ঘ) ন্যাস সমিতিৰ সম্পাদক - এজন;

ন্যাস সমিতিৰ প্ৰথম কাৰ্যকাল (পাঁচ বছৰীয়া) হ'ব অসম সাহিত্য সভাৰ বৰ্তমান প্ৰধান সম্পাদক (কিন্তু পদেন নহয়) মহেশ্বৰ নেওগ ন্যাস সমিতিৰ সম্পাদক থাকিব।

ন্যাস সমিতিৰ প্ৰথম পাঁচ বছৰীয়া কাৰ্যকাল অন্ত পৰিলে ওপৰৰ (ক), (খ), (গ), (ঘ) পৰ্য্যায়ৰ সভ্যসকল নিৰ্বাচত হৈ ন্যাস সমিতিৰ সম্পাদক মনোনয়ন কৰিব।

ন্যাস সমিতিৰ সভ্যসকলৰ মাজৰ পৰা এজনক ন্যাস সমিতিয়ে ধনভঁৰালী ৰূপে নিৰ্বাচন কৰিব।

৪) ন্যাস সমিতিৰ কাৰ্যকাল পাঁচ-বছৰীয়া হ'ব।

৫) ন্যাস সমিতিৰ হাতত ন্যস্ত সকলো অৰ্থ ন্যাস সমিতিৰ নামত চলিত হিছাপ ৰূপে জমা থাকিব। সমিতিৰ জমা-খৰচৰ সুকীয়া হিছাপ থাকিব।

ন্যাস সমিতিৰ সম্পাদক আৰু ধনভঁৰালী যুটীয়া স্বাক্ষৰত বেংকৰ ধনৰ আদান-প্ৰদান হ'ব। অসম সাহিত্য সভাৰ হিচাপ পৰীক্ষকেই ন্যাস সমিতিৰো হিচাপ পৰীক্ষক হব।

৬) অসম সাহিত্য সভাই নিজৰ পুঁজিৰ পৰা বা সংগৃহীত দান কিম্বা চৰকাৰী অনুদানৰ পৰা উক্ত ভৱনৰ নিৰ্মাণ বা সম্প্ৰসাৰণৰ অৰ্থে ন্যাস সমিতিক ধন দিব পাৰিব।

৭) ন্যাস সমিতিয়ে দান গ্ৰহণ আৰু সম্পত্তি অৰ্জন কৰিব পাৰিব।

৮) উক্ত ভৱনটি বাহিৰৰ ৰূপ দাতাৰ অনুমোদন লৈ ন্যাস সমিতিয়ে নিৰূপণ কৰিব।

কাৰ্যনিৰ্বাহক সমিতিয়ে বৰুৱা ডাঙৰীয়াক সৰ্বান্তঃকৰণে ধন্যবাদ জনায় আৰু তেখেতে আগবঢ়োৱা দান গ্ৰহণ কৰি বৰুৱাক এই কথা পুৰ্নবিবেচনা কৰিবলৈ অনুৰোধ জনায় — (১) ন্যাস সমিতিৰ পৰিৱৰ্তে তেখেতে উল্লেখ কৰা চৰ্তমতে এখন গৃহ নিৰ্মাণ সমিতি হ'ব; গৃহ নিৰ্মাণ সমিতিয়ে নিৰ্মাণকাৰ্য সমাপ্ত কৰি অসম সাহিত্য সভাই ৰক্ষণাৰেক্ষণ আৰু সম্প্ৰসাৰণৰ যাবতীয় কাৰ্য্যৰ দায়িত্ব গ্ৰহণ কৰিব। ২) যদিহে শ্ৰীবৰুৱা ডাঙৰীয়াই এই ভৱনৰ ৰক্ষণাৰেক্ষণৰ অৰ্থে এটি অক্ষয় পুঁজিৰ ব্যৱস্থা কৰে, তেতিয়া হ'লে গৃহ-নিৰ্মাণ সমিতি ন্যাস সমিতিৰূপে স্থায়ীভাৱে থাকিব।

সমিতিলৈ অসম সাহিত্য সভাৰ সদস্য ৰূপে অতুলচন্দ্ৰ হাজৰিকা আৰু বিশ্বনাৰায়ণ শাস্ত্ৰীক মনোনয়ন কৰা হয়।



৫) গুৱাহাটীত অসম চৰকাৰৰ পৰা পোৱা মাটিত সভাৰ এটি গৱেষণা গ্ৰন্থাগাৰ নিৰ্মাণ কৰিবৰ অৰ্থে ৰঘুনাথ চৌধাৰী কবিৰত্নদেৰ (উজান বজাৰ, গুৱাহাটী) সদ্যহতে আগবঢ়োৱা ২০,০০০,০০ বিশ হেজাৰ টকাৰ দান আৰু তলত দিয়া চৰ্তসমূহৰ বিষয়ে আলোচনা কৰা হয়।

১) উদ্দেশ্য ঃ অসম কলা-সাহিত্য-সংস্কৃতিৰ বহল অধ্যয়ন আৰু গৱেষণাৰ কাৰণে এটি কেন্দ্ৰ স্থাপন।

২) নাম ঃ এই গৃহৰ নাম হ'ব 'ৰঘুনাথ চৌধাৰী গৱেষণা গ্ৰন্থাগাৰ'।

৩) ন্যাস সমিতি ঃ উক্ত গৃহ-নিৰ্মাণ আৰু ৰক্ষণাবেক্ষণ যাৱতীয় কাৰ্য-নিৰ্বাহৰ অৰ্থে তলত দিয়া ধৰণে অসম সাহিত্য সভাই এখনি ন্যাস সমিতি গঠন কৰিব —

ক) দাতা বা তেওঁৰ উত্তৰাধিকাৰী - এজন,

খ) দাতাৰ বা তেওঁৰ অবিহনে তেওঁৰ উত্তৰাধিকাৰৰ নিৰ্বচিত লোক - এজন।

গ) ঘ) অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ দ্বাৰা নিৰ্বাচিত গুৱাহাটীত থকা অসম সাহিত্য সভাৰ সভ্য - দুজন।

ঙ) ন্যাস সমিতিৰ সম্পাদক - এজন।

প্ৰকাশ থাকে যে প্ৰথম পাঁচ বছৰৰ কাৰণে মহেশ্বৰ নেওগ (অসম সাহিত্য সভাৰ সেই সময়ৰ প্ৰধান সম্পাদক; কিন্তু পদেন নহয়) ন্যাস সমিতিৰ সম্পাদক হ'ব।

৪) ন্যাস সমিতিয়ে সদস্যসকলৰ মাজৰ পৰা এজন ধনভঁৰালী নিৰ্বাচিত কৰিব।

৫) উক্ত ন্যাস সমিতিৰ কাৰ্যকাল পাঁচ বছৰীয়া হ'ব।

৬) উক্ত গৃহ নিৰ্মাণ আৰু ৰক্ষণাৰেক্ষণৰ সকলো খৰচ-পাতিৰ সুকীয়া হিচাপ থাকিব।

৭) ন্যাস সমিতিৰ হাতত ন্যস্ত সকলো অৰ্থ অসম কো-অপাৰেটিভ এপেক্স বেঙ্কৰ গুৱাহাটী শাখাত ন্যাস সমিতিৰৰ নামত জমা থাকিব। ন্যাস সমিতিৰ সম্পাদক আৰু ধনভঁৰালীৰ যুটীয়া চহীৰে বেঙ্কৰ হিচাপ পৰিচালনা হ'ব। অসম সাহিত্য সভাৰ হিচাপ পৰীক্ষকেই ন্যাস সমিতিৰো হিচাপ পৰীক্ষক হ'ব।

৮) ন্যাস সমিতিৰ দান-গ্ৰহণ আৰু সম্পত্তি অৰ্জন ক্ষমতা থাকিব।

কাৰ্যনিৰ্বাহক সমিতিয়ে ৰঘুনাথ চৌধাৰী ডাঙৰীয়াক সৰ্বান্তঃকৰণে ধন্যবাদ জনায় আৰু তেখেতে আগবঢ়োৱা দানটি গ্ৰহণ কৰি চৌধাৰীদেৱক এই সমিতিৰ পৰিৱৰ্তে তেখেতে উল্লেখ কৰা সৰ্তমতে এখন গৃহ-নিৰ্মাণ সমিতি গঠিত হ'ব। গৃহ নিৰ্মাণ সমিতিয়ে নিৰ্মাণ কাৰ্য সমাপ্ত কৰি অসম সাহিত্য সভাক ভৱনটি গতাই দিব আৰু অসম সাহিত্য সভাই ৰক্ষণাৰেক্ষণৰ আৰু সম্প্ৰসাৰণৰ যাৱতীয়া কাৰ্যৰ দায়িত্ব গ্ৰহণ কৰিব।

২) যদিহে চৌধাৰী ডাঙৰীয়াই এই ভৱনৰ ৰক্ষণাৱেক্ষণৰ অৰ্থে এটি অক্ষয় পুঁজিৰ ব্যৱস্থা কৰে তেতিয়া হ'লে গৃহ-নিৰ্মাণ সমিতি ন্যাস সমিতিৰূপে স্থায়ীভাৱে থাকিব।

সমিতিলৈ অসম সাহিত্য সভাৰ সদস্যস্বৰূপে অতুল চন্দ্ৰ হাজৰিকা আৰু নৰেন্দ্ৰ নাথ শৰ্মাক মনোনয়ন কৰা হয়।

৬) সিদ্ধান্ত কৰা হয় যে ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা দপ্তৰ ওচৰত ইতিমধ্যে দাখিল কৰা আঁচনি পৰিৱৰ্তন কৰি গৱেষণা গ্ৰন্থাগাৰ ধৰি মূল ভৱনটিৰ বাবে ১,২০,০০০.০০ টকাৰ এখন আঁচনি তৈয়াৰ কৰি উক্ত দপ্তৰক অনুদানৰ বাবে অনুৰোধ জনোৱা হওক।

মূল গৃহ-নিৰ্মাণ সমিতিৰ আগতীয়া কামৰ বাবে ৫০০.০০ টকা মঞ্জুৰ কৰা হ'ল; সময়ত মূল ভৱনৰৰ সমিতিয়ে এই টকা সাধাৰণ পুঁজিলৈ ঘূৰাই দিব।

ভাৰত চৰকাৰে সাংস্কৃতিক অনুষ্ঠানবোৰক গৃহ-নিৰ্মাণত সহায় কৰিবলৈ আঁচনি উলিয়াইছে। তালৈ লক্ষ্য ৰাখি গুৱাহাটী সাহিত্য সভাৰ গৃহ-নিৰ্মাণৰ এখন প্ৰাথমিক আঁচনি তৈয়াৰ কৰি ১৯৬১ চনৰ ২২ আগষ্ট তাৰিখে অসম চৰকাৰৰ শিক্ষা বিভাগৰ যোগে ভাৰত চৰকাৰলৈ পঠিয়ায়। আঁচনি প্ৰস্তুত কৰা কামত তিনিজন সুদক্ষ ইঞ্জিনিয়াৰে সহায় কৰে স্বৰ্গীয় ঘনকান্ত শৰ্মা, হেমকান্ত বৰা আৰু অমূল্যনাথ। বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা মন্ত্ৰালয়ে ২৩ মাৰ্চ তাৰিখে ২৬,০০০.০০ টকাৰ এটি অনুদান মঞ্জুৰ কৰে। ইতিমধ্যে ১৯ ফেব্ৰুৱাৰি তাৰিখে গীতিকবি আৰু সংগীত নেতা পাৰ্বতিপ্ৰসাদ বৰুৱাদেৱক তেখেতৰ সোণাৰিৰ সোণালী পামত লগ পাই পঞ্চাছ হেজাৰ টকাৰ এটি প্ৰতিশ্ৰুতি লাভ কৰে। তাৰপৰা ঘূৰি আহি আমাৰ পৰম শ্ৰদ্ধেয় কবি ৰঘুনাথ চৌধাৰী ডাঙৰীয়াক লগ পোৱাত তেখেতেও কুৰি হেজাৰ টকাৰ এটি দানৰ প্ৰতিশ্ৰুতি দিয়ে। বৰুৱাদেৱৰ দানৰ উদ্দেশ্য তেখেতৰ স্বৰ্গীয় ককাইদেৱেক ভগৱতীপ্ৰসাদ বৰুৱাৰ স্মৃতিৰক্ষা। চৌধাৰী ডাঙৰীয়াৰ দানৰ উদ্দেশ্য তেখেতৰ নামে এটি গৱেষণা গ্ৰন্থাগাৰ নিৰ্মাণ। সভাৰ কাৰ্য্যনিবাহক সমিতিয়ে ২৮ ফেব্ৰুৱাৰি তাৰিখে দুয়োটি দান পৰম সাদৰে গ্ৰহণ কৰে। এই দুয়োটি দানৰ প্ৰতিশ্ৰুতিৰে বল বান্ধি সাংস্কৃতিক পৰিক্ৰমাৰ মন্ত্ৰী অধ্যাপক হুমায়ুন কবীৰৰ কাষ চাপে অনুদান পঞ্চাছ হেজাৰ টকালৈ বঢ়াবলৈ। তেখেতে সভাৰ আৱেদন গ্ৰাহ্য কৰি চাৰি জুন তাৰিখে সন্মতিজ্ঞাপক পত্ৰ প্ৰেৰণ কৰে। ভাৰত চৰকাৰ আৰু দাতা পাৰ্বতিপ্ৰসাদ বৰুৱাৰপৰা অৰ্থদান আৰু দানৰ প্ৰথম কিস্তি পাঁচ হেজাৰকৈ ইতিমধ্যে সভাই লাভ কৰিলে।

পঞ্চাছ হেজাৰ টকাৰ অনুদান সাহায্য দিয়া বাবে ভাৰত চৰকাৰক আমাৰ ধন্যবাদ জ্ঞাপন কৰে। তাৰ লগতে ভগৱতীপ্ৰসাদ ভৱনৰ অৰ্থে পঞ্চাছ হেজাৰ টকাৰ দান আগবঢ়োৱা পাৰ্বতিপ্ৰসাদ বৰুৱালৈ আন্তৰিক শলাগৰ শৰাই আগবঢ়ায়।



৭ এপ্ৰিল, ১৯৬৩ তাৰিখে অসমৰ ৰাজ্যপাল বিষ্ণু সহায়ে ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ লাইখুঁটাৰ তলৰ শিলটি থাপনা কৰে আৰু ভৱনৰ অশোক কুঞ্জৰ অৰ্থে তিনিটি অশোকৰ পুলি ৰোপন কৰে। ভৱন-প্ৰতিষ্ঠা মন্ত্ৰটি বিশ্ববিশ্ৰুত ভাষাতাত্বিক পণ্ডিত ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ে দিছিল; তাৰ প্ৰথম শ্লোকটি দ্বাদশ শতিকাৰ কৰ্ণাটকী বৈয়াকৰণ নাগবৰ্মাৰ ৰচিত, পিছৰ দুটি শ্লোক অধ্যাপক চট্টোপাধ্যায়ৰ ৰচনা।

সৰ্বজ্ঞং তদহং ৱন্দে পৰং জ্যোতিস্তমোপহম্।
প্ৰবৃত্তা যন্মুখাদ্ দেৱী সৰ্ব ভাষাসৰস্বতী।।
আৰ্যৱাণীদুহিতেয়ং ভাষা প্ৰাগ্‌জ্যোতিষোদ্ভৱা।
মাতা নঃ কামৰূপিনী সদা স্যাৎ শ্ৰেয়সে নৃণাম্।
সভৈষাসমসাহিত্যসংস্কৃতিসংবিৱৰ্ধনী।
নৱীনং সদনমস্যা ৰক্ষতু তাং সদা মুদা।।

২ জানুৱাৰি, ১৯৬৫ তাৰিখে গুৱাহাটীত অনুষ্ঠিত অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনৰ উপলক্ষ্যৰ আলমতে সন্মিলনৰ সভাপতি অধ্যাপক ড° বাসুদেৱশৰণ অগ্ৰৱালে সমস্ত ভাৰতৰ পণ্ডিত আৰু অসমৰ সাহিত্যৰসিকলকৰ পৱিত্ৰ সমাৱেশত ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ দুৱাৰ মুকলি কৰে আৰু সামৰণিত স্বৰচিত তলত শ্লোক দুটিৰে কয় —

As I envisage the duty of both the people and goverment lies to such an organisation as the Sahitya Sabha, I hope and believe that they will fulfil their obligations especially towards programmes of publication and research. I hope Assam shall stand up with other similar organisations of the country.

(মই অসম সাহিত্য সভাৰ দৰে এটি অনুষ্ঠানৰ প্ৰতি ৰাইজ আৰু চৰকাৰৰ দায়িত্বৰ কথা মনত ৰাখি আশা কৰিছোঁ, বিশেষকৈ প্ৰকাশন আৰু অনুসন্ধানৰ বিষয়ত সেই দায়িত্ব পালন কৰিব বুলি আশা কৰিছোঁ, বিশ্বাস কৰিছোঁ। মই আৰু আশা কৰিছোঁ অসমে এই দেশৰ অন্য সমপৰ্য্যায়ৰ অনুষ্ঠানৰ লগত সমশীৰ্ষত থিয় দিব।)

সাহিত্য শ্ৰুতিমধুৰং বিশ্বৱাৰা চা সংস্কৃতি
কামৰূপস্য দেশস্য সায়তিঃ প্ৰথতাং সদা।
ভগৱতীপ্ৰসাদস্য ৱেশ্মেদং কীৰ্তিকাৰকম্।
শাৰদায়াঃ কৱীনাং চ সততং সন্নিধিং ব্ৰজেৎ।।

কাৰ্যনিৰ্বাহ সমিতিৰ লগত আলোচনা নকৰি কেৱল সভাপতিৰ অনুমোদন মতে ভৱনৰ দ্বাৰ উদ্‌ঘাটন কৰা বাবে কাৰ্যনিৰ্বাহক সমিতিয়ে অনিয়ম হৈছে বুলি অনুভৱ কৰাত প্ৰধান সম্পাদক মহেশ্বৰ নেওগে ক্ষমা বিচাৰে আৰু সমিতিয়ে বিষয়টো ইমানতে সামৰে।

## কহিমাৰ স্কুললৈ গ্ৰন্থ দান

১৯৬০ চনৰ ২৯ ডিচেম্বৰ তাৰিখে কহিমাৰ ক আৰু খ মানৰ বাবে গ্ৰন্থ দিবলৈ লোৱা সিদ্ধান্ত মৰ্মে গোবিন্দচন্দ্ৰ পৈৰাৰ যোগেদি ৪০০খন গ্ৰন্থ পঠিয়ায়। সভাই ইয়াৰে ২০০ খন স্কুল পৰিদৰ্শকৰ যোগে আৰু ২০০ খন পৈৰাৰ যোগেদি বিতৰণ কৰে।

## লোক পিয়ল

লোক পিয়লৰ সমস্যাতো সভাই মাতি আহিছে। সভাই চাহ বাগিচা, পাৰ্বত্য আৰু জনজাতীয় অঞ্চলসমূহত সমন্বয়ৰ সেতু নিৰ্মাণ কৰিবলৈ জন্মলগ্নৰে পৰা চেষ্টা কৰি আহিছে। ১৯৬১ চনৰ লোকগণনা সম্পৰ্কেও সভাই দৃঢ় স্থিতি গ্ৰহণ কৰিছিল। চৰকাৰৰ 'অসমীয়া গণনাকাৰীলৈ নিৰ্দেশাৱলী' — ৩৭ (খ) প্ৰশ্নৰ (অন্য ভাষা জানে) ব্যাখ্যাত can we with falicity in communicating with others ভুলকৈ ভাঙি 'আগলৈ লিখোঁতে স্পষ্টকৈ সকলো কথা বুজাব পাৰিব লাগিব' বুলি দিয়া কথালৈ দৃষ্টি আকৰ্ষণ কৰি সভাই অসমৰ লোকগণনাৰ অধীক্ষক আৰু মুখ্য মন্ত্ৰীক তাঁৰ বাৰ্তা দিয়ে। অধীক্ষকে তাঁৰ বাৰ্তা যোগে জনায় যে ইতিমধ্যে সংশোধনী পত্ৰ প্ৰকাশ হৈছে। সংশোধনীখন ডিচেম্বৰ মাহত দিয়া হৈছিল; কিন্তু প্ৰচাৰ হোৱা নাছিল বুলি শাখা সভাসমূহৰ পৰা সভা অৱগত হৈছিল। সভাই ৭ (ক) মাতৃভাষা আৰু ৭ (খ) অন্য কি ভাষা জানে? এই দুটা প্ৰশ্নৰ বিষয়ত অসমীয়া ভাষাৰ গণনাত অসমীয়া পক্ষত এতিয়াও কিছু ভুল বৈ যোৱাৰ সম্ভাৱনা দেখি উদ্বেগ প্ৰকাশ কৰে।

ভ্ৰমণ বানচৰ নামত এটাও পইচা নোলোৱাকৈ ডিব্ৰুগড়, নাহৰকটীয়া আদি ঠাইত ৰঘুৱা তাঁতীয়ে বনুৱাসকলৰ লগত সভাৰ সম্প্ৰীতি স্থাপনত সহায় কৰে। নাহৰকটীয়াৰ ধৰ্মকান্ত গোঁহাই, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা এই সকলে জনজাতীয় অঞ্চলত ভ্ৰমণ কৰে। সভাৰ প্ৰচাৰ পত্ৰ ৰাভা ভাষালৈ অনুবাদ কৰি গোৱালপাৰা সাহিত্য সভাই গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। সহকাৰী সম্পাদকে নগাঁও যোৰহাট, গোলাঘাট, নাহৰকটীয়া আদি ঠাইলৈ গৈ সম্প্ৰীতি দৃঢ় কৰে আৰু অসমীয়া ভাষাৰ ব্যাপক প্ৰচাৰ চলায়। শাখা সভাসমূহো এই বিষয়ত তৎপৰ হৈছিল। চৈয়দ আব্দুল মালিকে মুছলমান অধ্যুষিত অঞ্চলত প্ৰচাৰ চলাইছিল। নেপালী সম্প্ৰদায়ৰ মাজৰ পৰা চন্দ্ৰ বাহাদুৰ, চাহ বনুৱাৰ পিউস লাক্ৰাইত প্ৰচাৰ কাৰ্যত লিপ্ত হৈছিল। চাহবনুৱা জনজাতিসকলৰ অসমৰ পৰা আঁতৰাবৰ কাৰণে কৰা অপচেষ্টাত সভাই হাতে-কামে উদ্যোগ লৈছিল। ইয়াৰ ফলত ১৯৬১ চনত লোকপিয়লৰ ইতিবাচক ফল পোৱা হ'ল।



## জলযোগ

১৯১৭ চনৰ পৰা ১৯৬১ চনলৈকে সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ বৈঠকত জলযোগৰ ব্যৱস্থা বোধ হয় নাছিল। সেয়ে ২৫ জুন ১৯৬১ তাৰিখে গুৱাহাটীৰ জিলা গ্ৰন্থাগাৰত অনুষ্ঠিত কাৰ্যনিৰ্বাহক সমিতিৰ দ্বিতীয় বৈঠকত জলযোগৰ ব্যৱস্থাৰ বাবে প্ৰধান সম্পাদক মহেশ্বৰ নেওগে কয় — 'ভাৰতৰ ৰাষ্ট্ৰীয় অকাদেমিকে মুখ্য কৰি অনেক অনুষ্ঠানত (বিশেষকৈ দীঘলীয়া আলোচনা হৈ থাকিলে) অনুষ্ঠানৰ ফালৰ পৰা জলযোগৰ ব্যৱস্থা কৰা হয়। কিন্তু সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ বৈঠকত তেনে ব্যৱস্থা নোহোৱাটো অসুবিধাজনক হৈছে।' সমিতিয়ে বিষয়টো আলোচনা কৰে আৰু কাৰ্যনিৰ্বাহক সমিতিৰ বৈঠকত আৱশ্যক মতে সদস্যসকলৰ বাবে জলযোগৰ ব্যৱস্থা কৰা হ'ব বুলি সন্মতি দিয়ে। কিন্তু প্ৰতিখন কাৰ্যনিৰ্বাহক সমিতিৰ বৈঠকত জলযোগৰ শিতানত এটকাহে খৰছ কৰিব পাৰিব। সভাৰ এনে সিদ্ধান্তই সভাৰ দৰ্শন নিশ্চয় প্ৰতিফলিত কৰিব।

## চৰকাৰী অনুদান বৃদ্ধিৰ বাবে আৱেদন

২৯ ডিচেম্বৰ, ১৯৬০ চনৰ কাৰ্যনিৰ্বাহক সমিতিৰ সিদ্ধান্ত অনুসৰি বাৎসৰিক অনুদান ২৫,০০০.০০ টকা, সংস্কৃতি আৰু সমন্বয়ৰ বাবে ৩৭.০০০.০০ টকা, প্ৰকাশনৰ বাবে ১,১০০০০.০০ টকা ধাৰ্য কৰি ১০ জানুৱাৰি ১৯৬১ আৰু ১৪ মাৰ্চ ১৯৬১ তাৰিখে চৰকাৰক সাক্ষাৎ কৰে। মুখ্যমন্ত্ৰীয়ে প্ৰকাশনৰ এখন পঞ্চবাৰ্ষিক আঁচনি দিবলৈ কয়। সেই আঁচনি অসম প্ৰকাশন পৰিষদ আৰু আসাম একাডেমিৰ লগত পৰামৰ্শ কৰি পূৰ্বৰ ১,১০,০০০ টকাৰ সংখ্যাটো বৃদ্ধি কৰি ২,৭৮,০০০.০০ টকা কৰে। এই আঁচনি ২৭ এপ্ৰিল ১৯৬০ তাৰিখে দাখিল কৰে।[৫০]

## দিল্লী বিশ্ববিদ্যালয়ত অসমীয়া ভাষা

দিল্লী বিশ্ববিদ্যালয়ে ভাৰতীয় ভাষা সমূহৰ শিক্ষাৰ যি আয়োজন কৰিছে তেনেকৈ অসমীয়া ভাষাত শিক্ষাৰ ব্যৱস্থা কৰিবলৈ সভাই যোগাযোগ কৰে। ইয়াৰ ফলত দিল্লী বিশ্ববিদ্যালয়ত অসমীয়া শিক্ষাৰ ব্যৱস্থা সম্পৰ্কে ১৮ ছেপ্টেম্বৰ ১৯৬১ তাৰিখে মুখ্যমন্ত্ৰীয়ে এজন অসমীয়া বিষয়ৰ এজন অধ্যাপক নিযুক্তি দিবলৈ স্থিৰ কৰে।

## শিক্ষাৰ মাধ্যমৰ প্ৰাক্‌কথন

সভাৰ অষ্টবিংশ সন্মিলনৰ প্ৰস্তাৱ মৰ্মে স্নাতক পৰ্য্যায়লৈ শিক্ষাৰ মাধ্যম অসমীয়া হ'ব লাগে বুলি এই বৰ্ষত বিদ্যালয়ৰ কৰ্তৃপক্ষৰ ওচৰত নিৱেদন কৰা হৈছিল যদিও

৫০। এইখনেই সভাৰ সৰ্ববৃহৎ আঁচনি।

স্নাতক শ্ৰেণীলৈকে উপযুক্ত পাঠ্যপুথি প্ৰণয়নত গুৰুত্ব দিয়া হৈছিল। বিজ্ঞান, চিকিৎসা বিজ্ঞান আদিৰ পৰীক্ষাৰ মাধ্যম সলনি লৈও উপাচাৰ্য্যই সন্দেহ প্ৰকাশ কৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোৰ্টে বিষয়টো আলোচনা কৰি সিদ্ধান্ত লয় যে স্নাতক শ্ৰেণীলৈকে ব্যৱহাৰ কৰিব পৰা পাঠ্যপুথি প্ৰণয়নৰ কাম অবিলম্বে হাতত ল'ব লাগে। বিশ্ববিদ্যালয় অনুদান আয়োগে গোটেই বিষয়টো পৰ্যালোচনা কৰিছিল।

## সম্প্ৰীতিমূলক প্ৰচাৰ আৰু শিক্ষাদান আঁচনি

নানা অৱস্থাৰ মাজেদি শিলচৰত থকা তৰুণৰাম ফুকন মধ্য ইংৰাজী স্কুলখনি চলি আছিল। সেই বছৰত কাছাৰৰ অসমীয়া স্কুলৰ ভিতৰত দক্ষিণ মোহনপুৰ আৰু আলমখানি নামে ঠাইত দুখনি নিম্ন প্ৰাথমিক পঢ়াশালি চলাবলৈ লোৱা হৈছিল। প্ৰথমখনি হাইলাকান্দি সাহিত্য সভা আৰু দ্বিতীয়খনি নিলামবজাৰ সাহিত্য সভাৰ তৰফে পৰিচালিত হৈছিল। ইয়াৰ উপৰি খৈয়াজানী আদি অসমীয়া অঞ্চলৰ ছাত্ৰৰ ভিতৰগোল প্ৰাথমিক পঢ়াশালীলৈ 'জনমভূমি' আৰু 'অসম বাণী' কাকত পঠিওৱা হৈছিল। চৰকাৰৰ লগত আলোচনা কৰাৰ পিছত কাৰ্য-নিৰ্বাহক সমিতিয়ে নতুনকৈ প্ৰতিষ্ঠা কৰিব খোজা পঢ়াশালীৰ কাৰণে উপযুক্ত শিক্ষকৰ দিহা কৰি স্কুল বোৰ্ডৰ যোগে ৰাজ্যৰ শিক্ষাধিকাৰলৈ দৰ্খাস্ত কৰিবলৈ আৰু এনে দৰ্খাস্ত নকল অসম সাহিত্য সভালৈ পঠাবলৈ কাছাৰৰ শাখাসভাসমূহ আৰু অন্যান্য আৰু অন্যান্য লোকক পৰামৰ্শ দিয়ে।

কাছাৰত সেই বছৰত উদ্ভব হোৱা-সমস্যা আৰু ভাষা-আইন সম্পৰ্কীয় জটিলতাৰ সম্পৰ্কে অসম শাসকীয় ভাষা অধিনিয়মৰ বিষয়ে আলোচনা কৰোঁতে কৈ অহা হৈছে।

জনজাতীয় অঞ্চল আদিত প্ৰচলনৰ বাবে বিশেষ উপযোগী প্ৰাথমিক পাঠ্যৰ আৱশ্যকতা অনুভৱ কৰাত অতুল চন্দ্ৰ হাজৰিকাদেৰে তেখেতৰ 'মিঠাপাঠ' সভাক সম্পাদন কৰি উলিয়াই ল'বৰ ক্ষমতা দিয়ে। প্ৰথমতে এই পৰিৱৰ্তনকাৰ্যৰ দায়িত্ব পালনত বিশেষ অসুবিধা পোৱাত হাজৰিকাক তিনিজন বিজ্ঞ লোকৰ সহায়ত পুথিখন (দুভাগ) পৰিৱৰ্তন পৰিৱৰ্দ্ধনৰ ভাৰ দিয়া হৈছিল।

সম্প্ৰীতি চিন-স্বৰূপে নগাভূমি কহিমাৰ পঢ়াশালিৰ কাৰণে চাৰিশ খনি 'ল'ৰাপুথি' উপহাৰ পঠোৱা হয়। কহিমাৰ শিক্ষা কৰ্তৃপক্ষই শলাগেৰে এইখিনি প্ৰাপ্তি স্বীকাৰ কৰে।

যোৰহাট মিচিং ছাত্ৰসকলৰ পক্ষৰ পৰা 'অৰনৰী বিল্লাম' (শোৱণশিৰিৰ গীত) নামে এখনি তিনিমহীয়া অসমীয়া আলোচনী উলিয়াবৰ যত্ন কৰি অসম সাহিত্য সভাৰ সাহায্য বিচৰাত দুশ টকাৰ এটি সৰু অনুদান দিবলৈ স্থিৰ কৰে।

অসম সাহিত্য সভাৰ পৰা এখনি প্ৰচাৰ-পত্ৰ প্ৰকাশ কৰাৰ এখনি বহল আঁচনি সভাই লৈছিল।

বতৰে আগবাৰিষা পতা কাৰণে উত্তৰ-পূব সীমান্ত অঞ্চললৈ যাবলগীয়া



সন্দেশবাহী দলটি পঠিয়াব নোৱাৰিলে। এই বছৰৰ প্ৰাৰম্ভতে দলটিয়ে সকলো আশা আৰু উদ্দীপনাৰে লোহিত প্ৰান্ত অভিমুখে যাত্ৰা কৰে। কিন্তু চৈখোৱাঘাট-ধলা পায়ে লোহিত নৈৰ পানী ওফন্দি ঘাটৰ দুই পাৰে বুৰোৱা দেখি আৰু পাৰ-নাৱলৈ গাড়ী তুলিব নোৱাৰি সকলোটি ঘূৰিব লগীয়া হয়। টিৰাপ সীমান্তলৈ যাবলৈ তেতিয়ালৈকে চৰকাৰী অনুমতি নোপোৱা সত্বেও মাঘেৰিটালৈ যাবলৈ যত্ন কৰা হৈছিল যদিও বিফল মনোৰথ হৈ ঘৰলৈ ঘূৰিব লগীয়া হয়।

## ৰাধা কান্ত সন্দিকৈৰ জীৱনী

গোৱালপাৰা অধিৱেশনৰৰ আগতে প্ৰকাশ হোৱাকৈ ৰাধাকান্ত সন্দিকৈ এখনি জীৱনী প্ৰকাশৰ বাবে এজন দাতাই ব্যয় বহন কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰাত সভাই নকুলচন্দ্ৰ ভূঞাক এই দায়িত্ব দিয়ে। যথা সময়ত গ্ৰন্থখন প্ৰকাশ হয়।

### প্ৰকাশন

বৰ্ষটোত প্ৰকাশ কৰিবলৈ পোৱা গ্ৰন্থসমূহ হ'ল — বেজবৰুৱাৰ *মোৰ জীৱন সোঁৱৰণ, অসম জনজাতি, অসমৰ জনজাতীয় সাধু;*[৫১] বেণুধৰ ৰাজখোৱাৰ *অসমীয়া খণ্ডবাক্য কোষ*; অতুল চন্দ্ৰ হাজৰিকাৰ *মিঠাপাঠ*; কমলেশ্বৰ শৰ্মাৰ *কবিচৌধাৰী আৰু চৌধাৰীদেৱৰ কবিতা;* সত্যেন্দ্ৰ নাথ শৰ্মা সম্পাদিত *কাম কুমাৰ হৰণ, বিঘ্নেশ জন্মোদয়, শংখচূড় বধ* আদি।

তদুপৰি ভাষণাৱলী তৃতীয়খণ্ড (বুৰঞ্জী অধিৱেশন), *দানবীৰ ৰাধাকান্ত সন্দিকৈ* (হৰিপ্ৰসাদ নেওগ) *ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া* (নকুল চন্দ্ৰ ভূঞা) *মিকিৰ জনজাতিৰ* (লংকাম টেৰন) প্ৰকাশ হয়। তদুপৰি ইংৰাজীত Assamese Language Question পুস্তিকাও এই বৰ্ষতে প্ৰকাশ পায়। অধিকাংশ গ্ৰন্থ সভাৰ সভ্যৰবাবে হ্ৰাস মূল্যত দিয়া হৈছিল।[৫২]

## নেফা আৰু কাছাৰ জিলালৈ সজাতি দল

সভাই সম্প্ৰীতি বন্ধন দৃঢ় কৰিবলৈ এই বিবিধ কাৰ্যসূচী গ্ৰহণ কৰিছিল। সেই বিষয়ে বেলেগ অধ্যয়নত আলোচনা কৰা হৈছে।

---

৫১. কেন্দ্ৰীয় চৰকাৰে এই সাহিত্য কৰ্মৰ বাবে ৯০০০.০০ টকাৰ অনুদান সভাক দিয়ে।

৫২. সভাৰ এগৰাকী আজীৱন সভ্য আৰু প্ৰাক্তন সম্পাদকৰ পৰা ১৭৫০ টকা নি টকা ঘূৰাই নিদিয়াত আইনৰ আশ্ৰয় ল'বলগীয়া হয় আৰু সভাই ২ মে' ১৯৬১ তাৰিখে যোৰহাটৰ আদলতে ২,০২৮.৫০ টকাৰ এক তৰফা ডিক্ৰী পায়।

## অসমীয়া ভাষা জ্ঞান প্ৰমাণ-পত্ৰ পৰীক্ষা

ভাষা জ্ঞান পৰীক্ষাৰ ব্যৱস্থা কৰিবলৈ ১৯৬১ চনৰ ২৯ ডিচেম্বৰ তাৰিখে গোৱাল পাৰাত বহা কাৰ্যনিৰ্বাহক সমিতিত সিদ্ধান্ত কৰে আৰু নৰেন্দ্ৰনাথ শৰ্মা (আহবায়ক), বিশ্বনাৰায়ন শাস্ত্ৰী, লক্ষহীৰা দাস, অতুলচন্দ্ৰ হাজৰিকাক লৈ এখন সমিতি গঠন কৰি দিয়ে। সমিতিয়ে দিয়া প্ৰতিবেদনৰ ভিত্তিত অনা অসমীয়া ছাত্ৰ-ছাত্ৰীসকলৰ বাবে সহজে অসমীয়া ভাষা শিকিব পৰাকৈ এটা পৰীক্ষা পতাৰ সিদ্ধান্ত লয়। এখন নিয়মাৱলী আৰু পৰীক্ষা পৰিচালনাৰ বাবে এখন পৰীক্ষা-সংসদ গঠন কৰে। ইয়াৰ পাঠ্যক্ৰম প্ৰস্তুত কৰিবলৈ চৈয়দ আব্দুল মালিক, (পৰীক্ষা সচিব), অতুলচন্দ্ৰ হাজৰিকা (কোষাধ্যক্ষ) বিনন্দ চন্দ্ৰ বৰুৱা মহেশচন্দ্ৰ দেৱ গোস্বামী আৰু ইন্দ্ৰিৰা মিৰি, সভাপতি আৰু প্ৰধান সম্পাদক।[৫৩]

## আকাশবাণীৰ যোগেদি অসমীয়া ভাষা শিক্ষা

কাৰ্যনিৰ্বাহক সমিতিৰ ২৪-২৫ জুন আৰু ২০ ছেপ্টেম্বৰ ১৯৬০ অধিৱেশনৰ প্ৰস্তাৱ মৰ্মে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা অসমীয়া ভাষা শিক্ষাৰ কাৰ্যসূচী সম্পৰ্কে অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই কেন্দ্ৰীয় অঁনাতাৰ দপ্তৰৰ মন্ত্ৰী ডাঃ বি.ভি. কেস্কৰৰ লগত আলোচনা কৰাৰ পিছত ১২ অক্টোবৰ ১৯৬১ তাৰিখে মুখ্যমন্ত্ৰী আৰু গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ লগত সভাই আলোচনা কৰে আৰু অসমীয়াৰ লগতে দুই-এটা জনজাতীয় ভাষাত শিক্ষাৰ ব্যৱস্থা কৰিব বুলি আশ্বাস দিয়ে।

## বৰ্ষটোত কাৰ্য্য-নিৰ্বাহক সমিতিৰ অধিৱেশনসমূহ

১৯৬০ চনৰ ২৯ অক্টোবৰ দিনা দিনৰ বেলা বহা অসম সাহিত্য সভাৰ মুকলি অধিৱেশনত নিৰ্বাচিত কাৰ্য-নিৰ্বাহক সমিতিৰ এখনি প্ৰাথমিক অধিৱেশনত সিদিনা সন্ধিয়াতে অনুষ্ঠিত হয়। ২৮ ডিচেম্বৰ তাৰিখে নতুন প্ৰধান সম্পাদকে কাৰ্যভাৰ গ্ৰহণ কৰে। ২৯ ডিচেম্বৰ তাৰিখে সমিতিৰ প্ৰথম অধিৱেশন চন্দ্ৰকান্ত সন্দিকৈ ভৱনত অনুষ্ঠিত হয়। এই অধিৱেশনত পঁচিছটি বিভিন্ন বিষয়ৰ আলোচনা আৰু সিদ্ধান্ত গ্ৰহণ হয়। ১৯৬১ চনৰ ২৪ আৰু ২৫ জুন তাৰিখে গুৱাহাটীৰ জিলা গ্ৰন্থাগাৰত সমিতিৰ দ্বিতীয় অধিৱেশন বহে। 'শাস্ত্ৰীসূত্ৰ' আলোচনা কৰা এই অধিৱেশনৰ গুৰুত্বপূৰ্ণ বিষয় আছিল। বৈঠকত ৫৬ টি বিষয়ৰ আলোচনা আৰু সিদ্ধান্ত গ্ৰহণ হয়। সমিতিৰ তৃতীয় অধিৱেশন গুৱাহাটী ২০ ছেপ্টেম্বৰ তাৰিখে বহে। এই বৈঠকত ৩৭ টি বিষয়ৰৰ আলোচনা আৰু সিদ্ধান্ত গ্ৰহণ হয়। চতুৰ্থ অধিৱেশন গোৱালপাৰাত ২৯-৩০ অক্টোবৰ

৫৩. ভাষা জ্ঞান পৰীক্ষা সম্পৰ্কে বেলেগ অধ্যায়ত আলোচনা কৰা হৈছে।



তাৰিখে বহে আৰু পঁচিছটি বিষয়ৰ আলোচনা আৰু সিদ্ধান্ত কৰে। বছৰৰ মাজ ভাগত অসম সাহিত্য সভা পত্ৰিকাৰ সম্পাদক ডক্টৰ সতেন্দ্ৰ নাথ শৰ্মাই শাৰীৰিক অসুস্থতাবশতঃ পদত্যাগ কৰাত যতীন্দ্ৰনাথ গোস্বামী বিংশ বছৰৰ পৰা পত্ৰিকাৰ সম্পাদক নিযুক্ত হয় আৰু বিশ্বনাৰায়াণ শাস্ত্ৰীক কাৰ্যনিবাৰ্হক সমিতিত নতুন সদস্যৰূপে নিৰ্বাচন কৰা হয়। সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ আন এগৰাকী সদস্য বিশ্বনাথ ৰাজবংশীৰ মৃত্যুত বিপিনচন্দ্ৰ ৰাজবংশী সদস্য নিৰ্বাচিন হয়।

## পলাশবাৰী (মিৰ্জা) অধিৱেশন

পলাশবাৰীতেই অসম সাহিত্য সভাৰ সম্প্ৰসাৰণ পৰ্ব আৰু জনমুখী পৰ্বৰ আৰম্ভণি। সভাৰ কাৰ্যসূচী হ'ল বহুমুখী। কাম-কাজো আগতকৈ বহুত বাঢ়িল। পলাশবাৰীতেই গাঁও আৰু নগৰৰ ব্যৱধান আঁতৰিল। ইয়াৰ আগতে গাঁৱৰ ৰাইজে সভাৰ অধিৱেশন পাতিবলৈ ভয় কৰিছিল। সাহিত্য সভাৰ সাহিত্য প্ৰেমীৰ ভিৰ হৈছিল। গাঁৱে-ভূঞে সকলো হাত উজাৰি দি পলাশবাৰী প্ৰজাসূয় যজ্ঞ অনুষ্ঠিত কৰিলে। হিল-দল ভাঙি অধিৱেশন সফল কৰিবলৈ সকলো ওলাই আহিল। সেই জনতাৰ পৰাই সভাই প্ৰাণ শক্তিও আহৰণ কৰিলে। পলাশবাৰী অধিৱেশন গ্ৰন্থপ্ৰেমী সমাগম বৃদ্ধি হ'ল। তেতিয়াৰ পৰাই সভাৰ প্ৰদৰ্শনীত গ্ৰন্থবিক্ৰীৰ অভিলেখ সৃষ্টি হৈছিল।

## বিত্তীয় পৰিচালনা

অসম সাহিত্য বিত্তীয় সভাৰ পৰিচালনাৰ বিষয়ে নিয়মাৱলীত কেইবাটিও পৰিষ্কাৰ বিধি বান্ধি দিয়া আছে; কিন্তু কাৰ্য্যালয়ৰ অনুষ্টুপীয়া ৰূপৰ কাৰণেই হওক বা প্ৰধান সম্পাদকৰ কাৰ্যকাল চমু হোৱাত এই বিষয়ে চিন্তা কৰি ব্যৱস্থা ল'বৰ আৱশ্যকীয় সময়ৰ অভাৱৰ কাৰণেই হওক, খতিয়ান, ষ্টক বহী আৰু প্ৰত্যেক অক্ষয় পুঁজি আৰু দান পুঁজিৰ কেন্দ্ৰীয় কাৰ্য্যালয়ত হিচাপ ৰখা আদি কাৰ্য ১৯৬০-৬১ বিত্তীয় বছৰলৈকে হোৱা নাছিল। হিচাপ-পৰীক্ষসকলৰ দুই-এজনে এই বিষয়লৈ আঙুলিয়াই দেখুৱাইছিল যদিও প্ৰতি প্ৰধান সম্পাদকৰ কাৰ্যকালৰ প্ৰায় শেষতহে হিচাপ পৰীক্ষাৰ কাম হোৱাত বিষয়টো কাৰ্য্যকৰী কৰাত বৃহৎ অসুবিধা হৈছিল। সেই বছৰ সভাৰ এজন কাৰ্য্যালয় সচিব নিযুক্ত হোৱাত হিচাপ ৰখাৰ কামটো সিজন কৰ্মচাৰীৰ দায়িত্বলৈ নিয়া হ'ল। নহ'লে প্ৰধান সম্পাদকে হিচাপ, বিজ্ঞান, শিক্ষা সকলো কাৰ্য সম্পাদন কৰাত সংগতি ৰক্ষা কৰা টান হয় বা কেতিয়াবা এই বিষয়ত বিভ্ৰাটৰ সৃষ্টি হোৱাৰো সম্ভাৱনা থৈ যায়।

এই বছৰ পৰা (১৯৬১-৬২) সভাৰ হিচাপ বিজ্ঞানসন্মত কৰি ৰাখিবলৈ যত্ন কৰা দেখা যায়, আৰু সেইমতেই আয়-ব্যয় প্ৰস্তুত কৰা এতিয়ালৈকে সভাৰ হিচাপ-

বহীত নেদেখুৱা আচুতীয়া পুঁজিসমূহ আয়-ব্যয়ৰ ভিতৰলৈ অনা হ'ল; সাধাৰণ আৰু অক্ষয় পুঁজি তাত ভাগ কৰি দেখুওৱা হৈছে; খতিয়ান পদ্ধতিও প্ৰয়োগ কৰা হৈছে। এইবিলাকৰ পৰা প্ৰধান সম্পাদকৰ কাৰ্যালয় আৰু কেন্দ্ৰীয় কাৰ্যালয়ৰো কাম যথেষ্ট বাঢ়িছে আৰু সেইবাবেই লাহে লাহে অধিক কৰ্মচাৰীৰো আৱশ্যকতা হ'ব। কিন্তু বিপদ অহাৰ আগতে সভাই অৱস্থানুৰূপ ব্যৱস্থা লোৱা বাঞ্ছনীয় বুলি ভাবে।

ছপা আদি কাম দিয়া সময়ত দৰ-পত্ৰ বিচৰা পদ্ধতি এই বছৰৰ পৰাই প্ৰথম আৰম্ভ হয়।



## ত্ৰৈলোক্যনাথ গোস্বামী

(জন্ম - ১৯০৬; মৃত্যু - ২ ফেব্ৰুৱাৰি, ১৯৮৮) ঃ এজন সৃষ্টিধৰ্মী সাহিত্যিক আৰু সমালোচক। *বাঁহী, আৱাহন, ৰামধেনু* আদি বিভিন্ন আলোচনীত এওঁৰ গল্প আৰু প্ৰবন্ধ প্ৰকাশ পায়। *অৰুণা* (১৯৪২), *মৰীচিকা* (১৯৪৮), *শিল্পীৰ জন্ম* (১৯৫৮), আৰু *জীৱনৰ জীয়া জুই* (১৯৭০) গোস্বামীৰ গল্পৰ সংকলন। *সাহিত্য আলোচনা* (১৯৬১), *আধুনিক গল্প সাহিত্য* (১৯৬৫), *ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ* (১৯৭০), *সাহিত্য কলা আৰু তাৰ বিচাৰ* (১৯৭২), *নন্দনতত্ত্ব ঃ প্ৰাচ্য আৰু পাশ্চাত্য* (১৯৮০), এওঁৰ উল্লেখযোগ্য সাহিত্য-সমালোচনামূলক গ্ৰন্থ। *আধুনিক গল্প সাহিত্য* গ্ৰন্থখনৰ বাবে তেওঁ সাহিত্য অকাদেমি বঁটা (১৯৬৭) লাভ কৰে। গোস্বামীৰ *জীয়া মানুহ* এখন ব্যংগাত্মক উপন্যাস। *চিন্তা-তৰংগ* ভিন্নধৰ্মী ৰচনাৰ সংকলন আৰু *অতীতৰ কথা* (১৯৮৯) আত্মজীৱনী। ত্ৰৈলোক্যনাথ গোস্বামীয়ে অসম সাহিত্য সভাৰ অষ্টবিংশ (পলাশবাৰী, ১৯৬০) আৰু ঊনত্ৰিংশ সন্মিলনত (গোৱালপাৰা, ১৯৬১) সভাপতিত্ব কৰিছিল।

দৰ্শনত অনাৰ্ছ লৈ কটনৰ পৰা স্নাতক হোৱা গোস্বামীয়ে ইংৰাজী সাহিত্যত এম.এ. ডিগ্ৰি লৈ পাছত বি.এল. পৰীক্ষাতো উত্তীৰ্ণ হৈছিল। নলবাৰী গৰ্ডন হাইস্কুল, যোৰহাট আৰু ধুবুৰী চৰকাৰী হাইস্কুল, কটন কলেজ আৰু শ্ৰীহট্টৰ মুৰাৰিচাঁদ কলেজত অস্থায়ীভাৱে শিক্ষকতা আৰু অধ্যাপনা কৰা গোস্বামীয়ে আৰম্ভণিতে কলিকতাৰ অক্সফৰ্ড ইউনিভাৰ্ছিটি প্ৰেছত সহকাৰী পৰিচালক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। পাছত নলবাৰী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ (১৯৪৫—১৯৬৮) হিচাপে গোস্বামীয়ে অৱসৰ লয়।

## অভিভাষণৰ সুবচন

*মানুহৰ জীৱন চঞ্চল আৰু গতিশীল নৈৰ সোঁতৰ দৰে জীৱন-প্ৰবাহ বৈ আছে জীৱনত লাভ কৰা নানান অভিজ্ঞতাবোৰো এটা এটাকৈ জীৱনলৈ নাহে কিন্তু সময় এটা অভিজ্ঞতা ৰূপ দিব লাগিলে মনেৰে সেইবোৰ সুসংগঠিত কৰি ল'ব লাগে; মানসিক সংগঠনৰ লগে লগে সি প্ৰকাশক্ষম হয়। মূল অভিজ্ঞতা আৰু তাৰ প্ৰকাশৰ মাজত এটা পাৰস্পৰিক সম্বন্ধ আছে। এই সম্বন্ধৰ কাৰণে অভিজ্ঞতা আৰু প্ৰকাশ-চেষ্টা পাৰস্পৰিক সহায়ক হৈ আছে। পৰস্পৰে পৰস্পৰক নিয়ন্ত্ৰিত কৰি শব্দাদিৰ সহায়ত বাহিক ৰূপ পৰিগ্ৰহণ কৰে। এই ৰূপেই হ'ল কাব্য, নাটক, উপন্যাস, চুটিগল্প আদি বিবিধ ৰচনা।*

* * *

প্ৰাচীন কালৰে পৰা এটা মত প্ৰচলিত হৈ আছে যে কাব্য স্বতঃস্ফূৰ্ত। এই মতৰ ভিতৰত এটা সত্য লুকাই আছে। এই সত্য হ'ল, প্ৰতিভা নহ'লে কাব্য-সৃষ্টি সম্ভৱ নহয়। কিয় স্বতঃস্ফূৰ্ত ভাবাবেগৰ সমষ্টিয়ে কাব্য আৰু কবিৰ ব্যক্তিত্ব কাব্য-সৃষ্টিৰ সময়ত সদায় নিষ্ক্ৰিয়; এই কথা সঁচা হ'ব নোৱাৰে। কবিৰ মানসিক ক্ষেত্ৰত কোনো এটি অনুভূতি জাগি উঠিব পাৰে; কিন্তু এই মানসিক অৱস্থাই বাহিক ৰূপ পাব লাগিলে কবিৰ সক্ৰিয় চেষ্টা ব্যতিৰেকে ৰূপ গ্ৰহণৰ যোগ্যতা মানসিক অৱস্থাৰ নাই। সমগ্ৰ ৰামায়ণ ৰচনা কৰোঁতে স্বয়ং বাল্মীকি নিষ্ক্ৰিয় হৈ আছিল অনুষ্টুভ ছন্দৰ সোঁত বাল্মীকিৰ মুখেদি আপোনা-আপুনিয়ে ওলাই আহিছিল এই কল্পনা অলীক নহ'লেও অলৌকিক। 'ঋতু সংহাৰম' ৰচনাৰ সময়ত ছয় ঋতুৰ বৰ্ণনাৰ মাজেদি কালিদাসৰ সচেষ্ট ৰচনাৰশৈলীহে প্ৰকট হৈ উঠিছে। আজি আধুনিক যুগত উন্নত বাকৰ মাধ্যমেৰে অভিজ্ঞতা প্ৰকাশৰৰ চেষ্টা সদায় সুপষ্ট।

* * *

নতুন সৃষ্টি কৰিব খুজিলে আধুনিক যুগৰ যিবোৰ চিন্তাধাৰাই জগতৰ ওপৰত প্ৰভাৱ পাইছে আৰু জীৱনৰ সমস্যাবোৰক নতুন দৃষ্টিকোণৰ পৰা চাবলৈ শিকাইছে সেইবোৰক প্ৰকাশ কৰিব নোৱাৰি। পদাৰ্থ-বিজ্ঞানৰ অভূতপূৰ্ব উন্নতিৰ লগতে জীৱ-বিজ্ঞান, মনোবিজ্ঞান, দৰ্শনৰ নতুন নতুন মতবাদৰ সৃষ্টি হৈছে। আজিৰ যুগত সাহিত্যিকৰ মানসিক প্ৰসাৰতাৰ সফলতা বহলাই কোৱাৰ প্ৰয়োজন নাই। দৰ্শন আৰু বিজ্ঞানৰ এই মতবাদবোৰক উলাই কৰি আধুনিক যুগত সাহিত্য-সৃষ্টি এক প্ৰকাৰ অসম্ভৱ। এইটো অৱশ্যে সঁচা কথা যে সাহিত্যৰ প্ৰকাশিত জীৱনৰ আলোচনা আধুনিক বৈজ্ঞানিক চিন্তাধাৰাৰ ওপৰত প্ৰতিষ্ঠিত। মানৱ সমাজত দিনে দিনে জটিল হৈ অহাৰ লগে লগে ব্যক্তি-জীৱনো জটিল হৈ পৰিছে। জটিল সমাজৰ মাজত ব্যক্তিৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ছবি তুলি ধৰিব লাগিলে সূক্ষ্মভাৱ আৰু অনুভূতিৰ প্ৰকাশিত হ'ব লাগে। আমাৰ আগৰ সাহিত্যিকসকলৰ আগত স্থূল সমস্যা আছিল বাবে জৈৱিক আশা-আকাংক্ষাৰ স্থূল ৰূপ মূৰ্তিমন্ত কৰি তুলিবলৈ তেওঁলোক যত্নপৰ হৈছিল। এই ক্ষেত্ৰত তেওঁলোকে যি যোগ্যতাৰ পৰিচয় দিছে সেই যোগ্যতাৰ পৰিচয় দিয়া আধুনিক যুগত বেছি সুস্পষ্ট হৈছে। লগে লগে ৰচনাশৈলী আৰু উপমাদি অলংকাৰৰ প্ৰয়োজন স্বতন্ত্ৰতা পৰিলক্ষিত হৈছে।

* * *

আমাৰ দেশৰ কোনো প্ৰাদেশিক সাহিত্যত লেখকৰ চিন্তাধাৰা পাঠকৰ গ্ৰহণ ক্ষমতা আগবাঢ়ি গৈছে। আধুনিক শিক্ষাত শিক্ষিত ভালেমান লেখকে পাশ্চাত্য প্ৰভাৱৰ ফলত সাহিত্য ৰচনা কৰিছে সি সাধাৰণ পাঠকৰ অন্তৰত ৰস সৃষ্টি কিবা সামাজিক মূল্য আছে নে নাই এই প্ৰশ্নৰ মীমাংসাত মতভেদ আছে। সাহিত্য মনৰো



এটা স্বাতন্ত্ৰ্য আছে; কিন্তু এই স্বাতন্ত্ৰ্য সংস্কাৰৰ চাৰি সীমাৰ মাজত ঘূৰি ফুৰা স্বতন্ত্ৰ মুক্ত পখীৰ দৰে আকাশে-বতাশে উৰি ফুৰা স্বাতন্ত্ৰ্য নহয়।

* * *

ৰূপ দিয়েই সাহিত্যিক সন্তুষ্ট হ'ব নোৱাৰে। নিজৰ অভিজ্ঞতাক ৰূপ দিয়াত এটা নিশ্চয় আনন্দ আছে; কিন্তু এই আনন্দ লাভৰ পাছতো আনে যাতে এই অভিজ্ঞতা উপলব্ধি কৰে তাৰ দায়িত্ব আছে। ইয়াতেই এটা জটিল প্ৰশ্নৰ উদ্ভৱ হয়। এপিনে সাহিত্যিকৰ সৃষ্টিকাৰ্মৰ মাজত নিজৰ ব্যক্তিগত উপলব্ধিৰ ৰূপ দিব খোজে আৰু আনপিনে নিজৰ ব্যক্তিগত বৈশিষ্ট্যৰ প্ৰকাশৰ সহায়ত আনৰ অন্তৰত ৰসৰ সঞ্চাৰো কৰিব বিচাৰে। এইটো জানো সম্ভৱপৰ?

* * *

সাহিত্যিকৰ উপলব্ধি এক মানসিক অৱস্থা। শব্দাদিৰ মাধ্যমেৰে এই অৱস্থাই বাহিক ৰূপ পায়। ৰূপদানক সময়ত সমাজৰ গ্ৰহণ ক্ষমতাৰ প্ৰতি সাহিত্যিকে চকু ৰাখে আৰু এই সময়তে সামাজিক নানান আদৰ্শৰ প্ৰভাৱো তেওঁৰ লেখাৰ ওপৰত পৰে। নৈতিক বা আধ্যাত্মিক আদৰ্শ দাঙি ধৰা সাহিত্যকৰ উদ্দেশ্য নহয়; কিন্তু তেওঁ নৈতিক বা আধ্যাত্মিক আদৰ্শৰ প্ৰভাৱ মুক্তও নহয়। সাহিত্যিকৰ নিজা জীৱন-দৰ্শন আছে। এই জীৱন-দৰ্শনৰ আদৰ্শ প্ৰভাৱেৰে প্ৰভাৱান্বিত হৈ সাহিত্যিকৰ উপলব্ধিয়ে ৰূপ পায়।

* * *

বিজ্ঞানৰ ক্ষিপ্ৰ উন্নতিৰ ফলত আমি বিংশ শতিকাৰ মানুহ যেন এক সন্ধিক্ষণত উপনীত হৈছোঁ। ভৌতিকবাদৰ নানান প্ৰলোভন আৰু আদৰ্শবাদৰ উদাসীনতাৰ মাজত বিংশ শতিকাৰ মানৱ সংশয়বাদী হৈ পৰিছে। প্ৰাচীন কালৰে পৰা নিত্য সত্য বুলি গ্ৰহণ কৰা অনেক আদৰ্শৰ ওপৰত ব্যক্তি আস্থাহীন হৈ পৰিছে অথচ সেইবোৰৰ ঠাইত নতুন আদৰ্শও গঢ়ি উঠা নাই।

  

# ঊনত্ৰিংশ অধিৱেশন

## গোৱালপাৰা

## ৩১ অক্টোবৰ আৰু ১ নবেম্বৰ ১৯৬১

গোৱালপাৰাত এইখন তৃতীয় অধিৱেশন। ১৯৬১ চনৰ ১৮ ফেব্ৰুৱাৰি তাৰিখে কৰুনাকান্ত বৰুৱাৰ সভাপতিত্বত ঊনত্ৰিংশ অধিৱেশনৰ বাবে অভ্যৰ্থনা সমিতি গঠিত হয়। অভ্যৰ্থনা সমিতিৰ সভাপতিৰ দায়িত্ব দিয়া হয় খগেন্দ্ৰনাথ নাথক; সম্পাদকৰ দায়িত্ব হৰিপ্ৰসাদ গোস্বামীক দিয়া হয়। উপসভাপতি ভৱেন্দ্ৰনাৰায়ণ সিংহ আৰু নজৰুল হক। অভ্যৰ্থনা সমিতিয়ে ৯ মে', ১৯৬১ তাৰিখৰ সভাত ২২, ২৩, আৰু ২৪ অক্টোবৰত অধিৱেশন পাতিবলৈ স্থিৰ কৰে। এই অধিৱেশনৰ বুৰঞ্জী আৰু সংগীত অধিৱেশনৰ বাবে সভাপতি নিৰ্বাচন সম্পৰ্কীয় ৬ ছেপ্টেম্বৰ, ১৯৬১ তাৰিখে সভাক অৱগত কৰে। সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ ২০ ছেপ্টেম্বৰ, ১৯৬১ তাৰিখৰ বৈঠকত বুৰঞ্জী শাখাৰ কাৰণে নীলিমা বৰুৱা আৰু পাৰ্বতিপ্ৰসাদ বৰুৱাৰ নাম অনুমোদন কৰে। মূল অধিৱেশন উদ্বোধন কৰিবলৈ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুক আমন্ত্ৰণ জনাবলৈ স্থিৰ কৰে; নেহৰু অপৰাগ হ'লে সৰ্বপল্লী ৰাধাকৃষ্ণণৰ নাম স্থিৰ কৰে। প্ৰদৰ্শনী উদ্বোধকৰ দায়িত্ব অভ্যৰ্থনা সমিতিক দিয়ে। অৱশ্যে ২/৯/৬১ তাৰিখে গোৱালপাৰা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মণিকান্ত দাসে অভ্যৰ্থনা সমিতি গঠনত আপত্তি দৰ্শাইছিল যদিও সন্মিলিতভাৱে সেই সমস্যাও সাধন হ'ল। কাৰ্যনিৰ্বাহক সমিতিয়ে নেফাৰ জনজাতীয় প্ৰতিনিধিৰূপে টিৰাপ, লোহিত আৰু ছিয়াং সীমান্তৰ মুঠ ছ-জন জনজাতীয় লোকক নিমন্ত্ৰণ কৰিবলৈ সিদ্ধান্ত কৰিছিল।

**এই অধিৱেশনৰ কেবাটাও তাৎপৰ্য আছে —**

১) এইখন গোৱালপাৰাত অনুষ্ঠিত তৃতীয় সন্মিলন।

২) গোৱালপাৰাত অনুষ্ঠিত প্ৰথম অধিৱেশনৰ সভাপতি তৃতীয় অধিৱেশনৰ আগে আগে পৰলোক প্ৰাপ্ত হয়।

৩) ১৮৭৩ চনত অসমীয়া ভাষা অসমৰ আদালত আৰু পঢ়াশালিত ব্যৱহাৰ অধিকাৰ পোৱা সময়ত গোৱালপাৰা বঞ্চিত হোৱা। ইফালে প্ৰতিৱেশী ৰাজ্য গোৱালপাৰাক লৈ টনা-আজোৰা আছিলেই। তৎসত্বেও তৃতীয় বাৰৰ বাবে গোৱালপাৰাত আড়ম্বৰ পূৰ্ণ অধিৱেশন অনুষ্ঠিত হ'ল।



চৰকাৰী হাইস্কুলৰ চৌহদত মণ্ডপ নিৰ্মিত হৈছিল। তিনিগৰাকী গোৱালপাৰা তথা অসম সন্তান অমৃতভূষণ দেৱঅধিকাৰী তোৰণ, প্ৰসন্ন ঘোষ তোৰণ, নগেন্দ্ৰনাৰায়ণ চৌধুৰী তোৰণ নামকৰণেৰে তিনিখন সুসজ্জিত তোৰণ নিৰ্মাণ কৰিছিল গোৱালপাৰা বাসীয়ে।

৩০ অক্টোবৰ তাৰিখেই অসমৰ বিভিন্ন স্থানৰ পৰা অহা দৰ্শক-প্ৰতিনিধিৰে গোৱালপাৰা উখল-মাখল হয়। সন্ধ্যা ৬ বজাত গোৱালপাৰা চৰকাৰী হাইস্কুলত ত্ৰৈলোক্য নাথ গোস্বামীৰ সভাপতিত্বত বিষয় বাছনি সভা বহে। পিছদিনাও পুৱা ৭ বজাত এই অধিৱেশন অনুষ্ঠিত হৈছিল।

৩১ অক্টোবৰ পুৱা ৮ বজাত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ 'অসম সংগীতে'ৰে গগণ-পৱন মুখৰিত কৰি ৰাইজৰ মাজত সন্মিলন মণ্ডপৰ সন্মুখৰ পথাৰত সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীয়ে সভাৰ পতাকা উত্তোলন কৰি এটি ভাষণ দিয়ে। পুৱা দহ বজাত ৰূপনাথ ব্ৰহ্মাই মংগল ধ্বনি আৰু উৰুলি ধ্বনিৰ মাজত প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন কৰে। প্ৰদৰ্শনীৰ ৭৫ টা কোঠা সুৰুচিসম্পন্ন ভাৱে সজোৱা হৈছিল। চৰকাৰী-বেচকাৰী ২২ টা প্ৰতিষ্ঠানে সামগ্ৰী প্ৰদৰ্শন কৰে। ব্ৰহ্মাই কোঠাসমূহত সোমাই এটি কোঠাৰ পৰা এটি সাৰগৰ্ভ ভাষণ দিয়ে।

### প্ৰথম মুকলি অধিৱেশন

বিয়লি দুই বজাৰ লগে লগে সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীক এটি সমদলেৰে আগবঢ়াই আনি মণ্ডপৰ সন্মুখ পোৱাৰ লগে লগে বড়ো নৃত্য-গীতৰ শিল্পীসকলে নৃত্য-গীতেৰে মঞ্চলৈ আগবঢ়াই আনে। ইয়াৰ পিছত অম্বিকাগিৰি ৰায় চৌধুৰীৰ 'আজি বন্দো কি ছন্দৰে' গীতেৰ সভাৰ আৰম্ভণি হয়। ইয়াৰ পিছত সেই সময়ৰ বিধান সভাৰ অধ্যক্ষ মহেন্দ্ৰমোহন চৌধুৰীয়ে সভা উদ্বোধন কৰে। পিছত অতুলচন্দ্ৰ হাজৰিকাৰ প্ৰস্তাৱ আৰু আদৰণী সমিতিৰ সভাপতি খগেন্দ্ৰনাথ নাথৰ সমৰ্থন অনুযায়ী ত্ৰৈলোক্য নাথ গোস্বামীয়ে সভাপতিৰ আসন গ্ৰহণ কৰে আৰু বিপুল হৰ্ষধ্বনিৰে মাজত মাল্য প্ৰদান কৰে। ইয়াৰ পিচতেই সভাৰ প্ৰাক্তন সভাপতি চন্দ্ৰধৰ বৰুৱাৰ মৃত্যুত শোক প্ৰস্তাৱ গ্ৰহণ কৰে।

সভাত প্ৰাক্তন সভাপতি নীলমণি ফুকন আৰু বেণুধৰ শৰ্মা, প্ৰাক্তন শাখা সভাপতি ৰূপনাথ ব্ৰহ্ম, প্ৰফুল্লচন্দ্ৰ বৰুৱা, গোবিন্দচন্দ্ৰ চক্ৰৱৰ্তী, উপ-সভাপতি বিনন্দচন্দ্ৰ বৰুৱা, নেফাৰ প্ৰতিনিধি ছাত্ৰ অদাং লেগ আৰু পাংকং লাংকমক প্ৰধান সম্পাদক মহেশ্বৰ নেওগে চিনাকি কৰি দিয়ে। অভ্যৰ্থনা সমিতিৰ সভাপতি খগেন্দ্ৰনাথ নাথে আদৰণীৰ ভাষণ পাঠ কৰে। ইয়াৰ পিছতেই সন্মিলনৰ আশিস বচন পাঠ কৰে।*

* The Sabha could well be proud of its excellent work since its establish-

সভাপতিয়ে তেখেতৰ সুদীৰ্ঘ ভাষণ পাঠৰ অন্তত প্ৰধান সম্পাদকে প্ৰতিবেদন পাঠ কৰে আৰু গৃহীত হয়। 'অ' মোৰ আপোনাৰ দেশ' গীতেৰে প্ৰথম মুকলি অধিৱেশনৰ সামৰণি পৰে।

## সাংস্কৃতিক সন্ধ্যা

সেইদিনই সন্ধ্যা ৬ বজাত সংগীত অধিৱেশন অনুষ্ঠিত হয়। নলিনীবালা দেৱী ৰচিত তেতিয়া অপ্ৰকাশিত 'ৰঞ্জিত আজি' গীতেৰে অধিৱেশন আৰম্ভ হয়। ইয়াৰ পিচত প্ৰধান সম্পাদকৰ প্ৰস্তাৱ আৰু অভ্যৰ্থনা সমিতিৰ সম্পাদক হৰিপ্ৰসাদ গোস্বামীৰ সমৰ্থনত পাৰ্বতিপ্ৰসাদ বৰুৱাই সভাপতিৰ আসন গ্ৰহণ কৰে। অভ্যৰ্থনা ভাষণ পাঠ কৰাৰ পিছত এটি গীত পৰিৱেশন আৰু তাৰ পিচতেই সভাপতিয়ে ভাষণ নিজে প্ৰদান নকৰি নৰেন্দ্ৰ শৰ্মাক পাঠ কৰিবলৈ দিয়ে। অভ্যৰ্থনা সমিতিৰ সাংস্কৃতিক বিভাগৰ সম্পাদক ৰাজেন মজুমদাৰে শলাগ জ্ঞাপন কৰে আৰু অধিৱেশনৰ সামৰণি পৰে।

ইয়াৰ পিচত সন্ধ্যা ৭ বজাৰ পৰা সাংস্কৃতিক কাৰ্যসূচী আৰম্ভ হয়।

---

ment in 1917. I congratulate the Sabha on its holding a position as the premier literary and cultural organisation of the people of Assam. It is my good fortune that some distingushed literary men in Assam are my close friends. To them and to others in the State who are devoted to the promotion of the laudable objects of the Sabha. I send my heartiest felicitations on the occasion of the Conference and I wish the Sabha many more decades of its meritorious work in the field of Assamese literature and culture.

— ইতিহাসবিদ নীলকণ্ঠ শাস্ত্ৰী

* * *

It gives me a great pleasure to record my appreciation of the excellent work done by your organization in the literary and cultural fields in Asam over the past four decades and more. In the present-day context when we are faced with the problem of national integration, the role of organizations like yours is very imoprtant, and I am sure the deliberations of the forthcoming session will help contribute to the generation of the spirit of oneness of Indian people and their great culture...

I hope the Sabha will maintain and develop its tempo of fruitful activity in the literary and cultural fields of Asam.

— ভাষাতত্ত্ববিদ এছ. এম. কাৰ্ত্ৰে

The Assam language, as one of the national languages of India, should develop so as to be expressive of modern concept and thoughts at all levels. At the same time it must keep in close touch with Hindi and English.

— ডক্টৰ কানাই লাল মুন্সী

The intellectual growth of India depends largely on the growth of the regional languages, and it is, therefore, of the utmost importance that every help



## বুৰঞ্জী সন্মিলন

১ নৱেম্বৰ পুৱা ৮ বজাত কীৰ্তিনাথ বৰদলৈ ৰচিত 'আই মোৰ অসম হে' গীতটিৰে সন্মিলন আৰম্ভ হয়। সভাপতিৰ আসন গ্ৰহণ কৰে প্ৰেমধৰ চৌধুৰীয়ে। অসমৰ প্ৰত্নতত্ত্ব চৰ্চাৰ এটি গৱেষণামূল ভাষণ প্ৰদান কৰে। উত্তৰ গুৱাহাটীৰ ৰমেশচন্দ্ৰ বৰকাকতীয়ে 'অষ্টাদশ ঊনবিংশ শতাব্দী প্ৰাগজ্যোতিপুৰ' শীৰ্ষক বক্তৃতা প্ৰদান কৰে। ইয়াৰ পিচত সভাপতিয়ে সভাৰ সামৰণি ঘোষণা কৰে।

## দ্বিতীয় মুকলি অধিৱেশন

বিয়লি ২ বজাত চন্দ্ৰকুমাৰ আগৰৱলাৰ 'অসম সুষমা কামৰূপা' গীতটিৰে সভা আৰম্ভ হয়। বিষয় বাছনী সভাত গৃহীত চাৰিটা প্ৰস্তাৱ মুকলি সভাই গ্ৰহণ কৰে। প্ৰাক্তন সভাপতি নীলমণি ফুকন, বেণুধৰ শৰ্মা, অতুলচন্দ্ৰ হাজৰিকাই দুআষাৰ কয়। অভ্যৰ্থনা সমিতিৰ উপসভাপতি ভৱেন্দ্ৰ নাৰায়ন সিংহ, মাৰ্ঘেৰিটাৰ কুমগীতাং

---

and encouragement should be given to their all-round development as vehicles of expression and culture. The organization of Sahitya Sabhas for direction of literary activities is an essential part of this growth and, from this point of view, the annual conferances of such Sabhas acquire a deserved importance in our national life. I am sure that the Asam Sahitya Sabha, which is the premier literary and cultural organization of the people of Assam, will keep this national point of view in mind.

— ছৰ্দাৰ কে.এন. পণিকৰ

Assamese in one of our 14 national languages recognised by the Constitution of India and every Indian, who is interested in the advancement of the country, wishes all the national languages to progress together and attain the highest status possible. The multi-lingual culture of India needs expression through all the languages of India. Each unity and greatness of the Indian civilization.

— ডক্টৰ তাৰাচান্দ

Acept my thanks for your kind invitation to the 29th session of the Sabha, commencing on 31st October. I would have been happy to attend. But not as I am leaving to-day for Nirital, I regret, I am not in a position to do so. I beg to convey my good wishes in the words of the Upainishads: *sa no buddhya bubhaya* samyunaktu.

— চপলাকান্ত ভট্টাচাৰ্য

I have been to Assam many time and every time I visited your State, my affection for your state and your people has increased. The flora and fauna of your land have has always reminded me of birth-place though it happens to be on the Western Coast. I was also intrigued by close similarity of your language and mine. when you meet in your 29th conference, the Asam sahitya Sabha would be faced with many problems connected with the development of your own State. I am sure that you will be able to find answers to all thes

দোৰনীয়া, গোৱালপাৰাৰ ৰূপচান্দ সিংহ, অম্বিকাচৰণ চৰকাৰ, চন্দ্ৰপ্ৰভা শইকিয়া, ৰামসিংহ, মণিপুৰী, সুৰেন্দ্ৰ চন্দ্ৰ নাথ, গোবিন্দ চন্দ্ৰ পৈৰা, ইন্দ্ৰেশ্বৰ পেগু, অমৃত ভূষণ অধিকাৰী আব্দুল কাহেৰ, আদিয়ে বক্তৃতা প্ৰদান কৰে।

তেজৰ পৰা অহা অদাং লেগাৰে এটি ভাষণ দিয়ে।[৫৩] পাংকম লংকামে এটি আদি ভাষাৰ গীত গায়।[৫৪] ইয়াৰ পিচতেই সভাপতি ভাষণ প্ৰদান কৰে। সভাৰ চেনেহৰ চিনস্বৰূপে তেজুৰ পৰা অহা দুয়োজন ছাত্ৰক কিতাপৰ টোপোলা উপহাৰ দিয়ে। ইয়াৰ পিছত পৰৱৰ্তী সন্মিলন নাজিৰা সাহিত্য সভাই নিমন্ত্ৰণ কৰে আৰু সভাই হৰ্ষধ্বনিৰে সমৰ্থন জনায়। খগেন্দ্ৰ নাথে শলাগ জ্ঞাপন কৰে অভ্যৰ্থনা সমিতিৰ হৈ প্ৰতি শলাগ জাননী দিয়ে সভাৰ হৈ মহেশচন্দ্ৰ দেৱ গোস্বামীয়ে। ইয়াৰ পিচত ৰাষ্ট্ৰীয় সংগীতেৰে সভাৰ সামৰণি পৰে।

## সাংস্কৃতিক সন্ধ্যা

সন্ধ্যা ৭ বজাৰ পৰা সংগীত সমাৰোহ আৰম্ভ হয়। কহিমা আৰু কাছাৰৰ পৰা অহা দলৰ উপৰি অসমৰ শিল্পী সকলে নৃত্য পৰিৱেশন কৰে।

৫৩. পৰিশিষ্ট চাওক।

৫৪. পৰিশিষ্ট চাওক।

problems in keeping with the noble traditions of the real lovers of literature and the humanities. — এম. জি. গোৰেৰ।

I send my good wishes to the literary men of Assam. It is my hope that their insight and imagination will enable them to set out constructively the way to ease various tensions in contemporary society. — ডক্টৰ চিন্তামন দেশমুখ

Many thanks for remembering me. I hope that the Asam Sahitya Sabha will make subtantial contributions to richness and beauty of Assamese literature and give it the form(rupa) that the best desires (kama) of all literary men entertain and make the name Kamarupa quite significant. wish all success to your sabha. — ডক্টৰ পি.ভি. কানে

Our country is so rich, not only in literature but in all the aspects of culture. I hope that your efforts will help them to flower again, so that modern India becomes as wellknown for its as it was in the past.
— বৰেণ্যা নৃত্যশিল্পী আৰু পণ্ডিত ৰুক্মিণী দেৱী

Wishing your Sabha session every success.

May Nataraja shower His choicest belessings on the elite gathering.
— শ্ৰীনে কৃষ্ণমূৰ্তি

Assam, a progressive State which can boast of an ancient culture, has made much headway in the realms of arts and letters, I am happy to note thate the Asam Sahitya Sabha, the premier literary and cultural organisation of the people of Assam, has to its credit an excellent record of work during the past four decades...



## প্ৰস্তাৱসমূহ

সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকত পঠিত আৰু গৃহীত হৈ বিষয় বাছনী সভাৰো গৃহীত হোৱাৰ পিছত মুকলি সভাত অনুমোদিত হৈছিল ন টা প্ৰস্তাৱ। প্ৰথম দুটা শোক প্ৰস্তাৱ। ৩-৯ লৈ ৭ টা প্ৰস্তাৱ গুৰুত্ব বিবেচনা কৰি উদ্ধৃত কৰা হ'ল —

৩) অসম সাহিত্য সভাৰ এই ঊনত্ৰিংশ সন্মিলনে অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০ আৰু অসম শাসকীয় ভাষা (সংশোধন) বিল ১৯৬১ ৰ আলোচনা কৰি সমগ্ৰ অসম জুৰি প্ৰশাসনীয় ভাষা অসমীয়াৰ বিস্তৃতি কোনো কোনো ক্ষেত্ৰত সংকুচিত হোৱাত দুখ প্ৰকাশ কৰে আৰু অধিনিয়মখনি পূৰ্ণাংগ আৰু সংবিধান সন্মত কৰিবৰ উদ্দেশ্য ভাষাগত সংখ্যালঘুসকলৰ ৰক্ষণাৰেক্ষণৰ দিহা ৰাখি অসমীয়া ভাষা সমগ্ৰ অসমৰ শাসকীয় ভাষা-ৰূপে প্ৰৱৰ্তন কৰিবলৈ অসম চৰকাৰৰ ওচৰত দাবী জনায়।

## কীৰ্তিচিহ্ন-সংৰক্ষণ

৪) অসমৰ বুৰঞ্জীমূলক কীৰ্তিচিনসমূহ সংৰক্ষণ কৰিবৰ বাবে অসম সাহিত্য সভাই জনোৱা দাবী অনুযায়ী অসম চৰকাৰে আৱশ্যকীয় বিত্তীয় অনুদান আদিৰে অসংৰক্ষিত কীৰ্তিচিন দুই-চাৰিটা মেৰামতি আৰু সংৰক্ষণৰ ব্যৱস্থা কৰিলেও সি সমুচিত হোৱা নাই; আনপিনে এইদৰে দিয়া বিত্তীয় অনুদান আদি উপযুক্তভাৱে ব্যৱহাৰ নোহোৱাত অসম সাহিত্য সভাই দুখ প্ৰকাশ কৰে আৰু সংশ্লিষ্ট কৰ্তৃপক্ষক উপযুক্ত কাৰিকৰী অৰ্হতাসম্পন্ন লোক নিয়োগ কৰি উক্ত বুৰঞ্জীমূলক কীৰ্তিচিনসমূহ বৈজ্ঞানিক পদ্ধতিৰে সংৰক্ষণ কৰিবলৈ ইতিমধ্যে প্ৰতিষ্ঠাপিত হোৱা প্ৰত্নতত্ত্ব বিভাগৰ যোগেদি আৱশ্যকীয় ব্যৱস্থা ল'বলৈ অসম চৰকাৰক অনুৰোধ জনায়।

I hope the enlightened men women writers who assemble at Goalpara will endeavour their best to foster greater understanding and friendliness among the peoples, through their speeches and writings and prove that literature is a mighty and vital unifying force. I would also enter a plea for better co-operative between the writers and artists for I believe their conjoint efforts will contribute enormously to a better and fuller appreciation of art, literature and culture of Assam.

With fraternal greetings to writers of Assam who are engaged in the great and noble task of adding to the *joi* and beauty of life by disseminating *Satyam, Shivam and Sundaram.* — পদ্মনাভন টাম্পী

প্ৰস্তাৱক - বেণুধৰ শৰ্মা
সমৰ্থক - ভগগিৰী ৰায়চৌধুৰী

৫) বিভিন্ন অনুষ্ঠানৰ পৰা অহা নিয়মাৱলী-সংশোধনৰ প্ৰস্তাৱসমূহ আলোচনা কৰি অসম সাহিত্য সভাৰ সমস্ত নিয়মাৱলীখন পুনঃ প্ৰণয়ন কৰিবৰ কাৰণে তলত নাম দিয়া সকলেৰে এখনি নিয়মাৱলী সমিতি গঠন কৰে। (১) সভাপতি, (২) প্ৰধান সম্পাদক, (৩) অতুলচন্দ্ৰ হাজৰিকা, (৪) খনীন্দ্ৰচন্দ্ৰ বৰুৱা, (৫) নৰেন্দ্ৰ নাথ শৰ্মা (আহবায়ক), (৬) বিশ্বনাৰায়ণ শাস্ত্ৰী আৰু (৭) মহেশচন্দ্ৰ দেৱগোস্বামী।

প্ৰস্তাৱক - গোলোক চন্দ্ৰ বৰুৱা
সমৰ্থক - শিৱপ্ৰসাদ বৰুৱা

## বছৰটোৰ কাম-কাজ

বছৰটোত প্ৰধান সম্পাদকে অকপট স্বীকাৰউক্তি দিলেও কাম-কাজ অত্যন্ত গতিশীল আছিল।[৫৪]

## উত্তৰপূৰ সীমান্ত অঞ্চলৰ শিক্ষা নীতি

১৯৬২ চনৰ ৩০ মে' তাৰিখে স্থানীয় কাকতত প্ৰকাশ পায় যে সীমান্ত শিক্ষাধিকাৰৰ অধীনস্থ বিষয়াসকলৰ এখন সভাই অসমীয়া ভাষাক শিক্ষা পদ্ধতিত গৌণ স্থান দিছে। সভাই ৩১ মে' তাৰিখে ইয়াৰ প্ৰতিবাদ কৰে। বাতৰি কাকতৰ পৰা জনা যায় যে দুই - এখন ৰাজহুৱা সভাই ইয়াৰ বিৰোধিতা কৰে। অসমৰ ৰাজ্য পাল আৰু সীমান্ত অঞ্চলৰ আয়ুক্তই এনে সিদ্ধান্তৰ যৌক্তিকতাৰ প্ৰশ্নতোলে। ১৬ মে' তাৰিখে লোক সভাত বিশ্বাং কেইশ্বাং আৰু দাযিং ইৰিঙৰ প্ৰশ্নৰ উত্তৰ ভাৰতৰ বহিঃ পৰিক্ৰমাৰ ৰাজ্যিক মন্ত্ৰীয়ে উত্তৰ দিয়ে 'এইটো সিদ্ধান্ত হয় যে প্ৰাথমিক শিক্ষা দেৱনাগৰী লিপিত জনজাতীয় ভাষাৰ মাধ্যমত চলি থাকিব লাগে আৰু লগে লগে ওপৰশ্ৰেণী বিলাকৰ শিক্ষাৰ মাধ্যম হ'ব লাগিব অসমীয়া, অৱশ্যে অংক শাস্ত্ৰ আৰু বিজ্ঞান এই বিষয় দুটা ইংৰাজীত শিকোৱা হ'ব।[৫৫] পুনৰ প্ৰশ্ন কৰাত মন্ত্ৰীজনে কৈ পেলালে - যিবোৰ ঠাইৰ মানুহে অসমৰ পৰা বহুত আঁতৰত হোৱা বাবে আৰু সেই হেতুকে অসমীয়া শিকি তেওঁলোকৰ লাভ নহ'ব দেৱ নাগৰী লিপিত হিন্দী শিকাবৰ ইচ্ছা প্ৰকাশ কৰিছে, সেই বোৰৰ বাহিৰে আনবোৰ ঠাইত অসমীয়াই হ'ল শিক্ষাৰ মাধ্যম।[৫৬]

৫৪. 'ক্ষুদ্ৰ কৰ্ম শক্তিৰ বিৰুদ্ধে সৰু-ডাঙৰ বহুত শক্তিয়েই মূৰ দাঙি উঠিছিল। ইয়াৰ ভিতৰত প্ৰধান হ'ল বিশ্বক কঁপাই তোলা চীনৰ ভাৰত আগমন জনিত সংকট কালীন পৰিস্থিতি। দ্বিতীয়তে প্ৰধান সম্পাদকৰ শাৰীৰিক অসুস্থতা আৰু পাৰিবাৰিক অশান্তিৰ ফলত কোনো কামতেই স্থিৰভাৱে লাগি থকা অসম্ভৱ হৈ পৰিছিল।' মহেশ্বৰ নেওগ (প্ৰধান সম্পাদক প্ৰতিবেদন)

৫৫. প্ৰধানসম্পাদক প্ৰতিবেদন, ১৯৬০



ইয়াৰ পৰা দেখা যায় সীমান্তৰ ভাষা নীতিৰ প্ৰয়োগ সৰ্বত্ৰ সমানে হোৱা নাই। লোহিতপুৰ, বোমডিলা, টাৱাং, মেচুকা মনিগঞ্জৰ স্কুলবোৰ আৰু চাংলাং বুনিয়াদী বিদ্যালয়ত তেতিয়াও হিন্দী মাধ্যমৰে প্ৰচলন আছিল। পাছিঘাটতো হিন্দী শ্ৰেণী খোলাৰ সম্ভেদ পোৱা যায়।

সেই সময়ত অসম সাহিত্য সভাই বাতৰি কাকত আৰু আলোচনাৰ মাধ্যমেৰে প্ৰচাৰ চলাইছিল। ইয়াৰ ফলত দুই এখন চিঠি সভাই পাইছিল। ১১ মাৰ্চ, ১৯৬৩ তাৰিখৰ চিঠিত সীমান্তৰ জনজাতীয় পৰিক্ৰমাৰ উপদেষ্টা ডক্টৰ ভেৰিয়াৰ এলৱিনে মত প্ৰকাশ কৰিছে এনেকৈ —

*I am very intersted in the Gossaine and their influence in NEFA and I am anxious to see the link between the NEFA tribes and the Satras, which I am sorry to say, seem to have been broken in somme Divisions restored. Your article on Narottam Raja is most interesting. I entirely agree with you that NEFA and Assam should worth to go together and indeed this has been always been my view.*[৫৭]

সভাই সীমান্ত শিক্ষা আৰু সাংস্কৃতিক নীতি নামেৰে এখন পুথি প্ৰকাশ কৰিছিল। সীমান্তৰ নেতৃস্থানীয় লোক আৰু অসমৰ সংসদসকললৈ পঠিয়াইছিল। ইয়াৰ ফলত সংসদত উত্থাপিত হৈছিল। তদুপৰি চীনা আক্ৰমণৰ সময়ত ভাৰতৰ সেই সময়ৰ প্ৰধান মন্ত্ৰী জৱাহৰ লাল নেহৰুৱে সীমান্তৰ প্ৰশাসনীয় নীতিৰ পৰিৱৰ্তন হ'ব লাগে বুলি কৰা উক্তিয়ে আলোড়নৰ সৃষ্টি কৰিছিল —

আনহাতে ভাৰতীয় সংবিধানে অসম আৰু NEFA-ক এক কৰি ৰখাৰ সম্ভাৱনা নাইকিয়া কৰা নাই। সেয়ে সভাই লোকসভাৰ সহযোগত ভাৰতৰ চৰকাৰৰ ওচৰত দাবী জনাবলৈ স্মাৰক পত্ৰৰে ব্যৱস্থা কৰিছিল।

## সীমান্তত অসম সাহিত্য সভাৰ প্ৰতিনিধি

১৯৬১ চনত ডিচেম্বৰ মাহৰ শেষ সপ্তাহত মহেশ্বৰ নেওগ, পৰাগ চলিহা, হৰিপ্ৰসাদ নেওগ, লীলা গগৈৰে গঠিত এটি দলে লোহিত সীমান্ত লৈ যায়। এই বিষয়ে পৰৱৰ্তী অধ্যায়ত বহলাই আলোচনা কৰা হৈছে।

৫৬. পূৰ্বোক্ত।

৫৭. সভাৰ প্ৰধান সম্পাদকলৈ দিয়া পত্ৰৰ একাংশ ।

## সীমান্তৰ ছাত্ৰ-অতিথি

গোৱালপাৰা অধিৱেশনলৈ তেজু, পাছিঘাট, আলং জিৰো বোমডিলা হাইস্কুল আৰু ছৌখাম মধ্য ইংৰাজী স্কুলৰ পৰা ২ জনকৈ ছাত্ৰক অধিৱেশনলৈ নিমন্ত্ৰণ কৰিছিল। সীমান্ত অঞ্চলৰ নৃত্য গীতো সন্মিলনৰ সাংস্কৃতিক সন্ধ্যাত পৰিৱেশন কৰা হৈছিল।

## সংকটকালীন পৰিস্থিতি

ভাৰতৰ হিমালয় সীমান্তৰ বিভিন্ন বিন্দুত বিশেষকৈ ২০ অক্টোবৰ ১৯৬২ তাৰিখৰ পৰা কমিউনিষ্ট চীনে প্ৰৱলভাৱে সম্প্ৰসাৰণকামী আক্ৰমণ আৰম্ভ কৰা হেতুকে সমগ্ৰ দেশ জুৰি এক বিকট সংকটপূৰ্ণ পৰিস্থিতিৰ উদ্ভৱ হয়। অসম সাহিত্য সভাৰ সভাপতি ডাঙৰীয়াই ১৮ নৱেম্বৰ ১৯৬৩ তাৰিখে উদ্‌যাপিত অসম সাহিত্য সভা দিৱসত দেশৰক্ষা পুঁজিলৈ মুক্তহস্তে বৰঙণি যোগাবলৈ, জনগণৰ নৈতিক শক্তি বঢ়োৱাত যত্নপৰ হ'বলৈ, দেশাত্মবোধক গীত কবিতা আদিৰ ওপৰত চোকা চকু ৰাখিবলৈ মূল আৰু শাখাসমূহৰ সদস্যসকলক এক গোহাৰি-পত্ৰৰ যোগেদি আহবান জনায়। সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়েও জনগণক জাতীয় সংকটৰ বিৰুদ্ধে একতাৱদ্ধ হৈ থিয় হ'বলৈ উদ্বুদ্ধ কৰিব পৰা সাহিত্যৰ সৃষ্টি কৰিবলৈ কবি-সাহিত্যিকসকললৈ আন্তৰিক আহবান জনায়। তদুপৰি ৭ ডিচেম্বৰ 'ফ্লেগ ডে' বা সামৰিক পতাকা দিৱসত সকলো শাখা সভাকে কৰ্তৃপক্ষৰ লগত সহযোগিতা কৰিবলৈ বাতৰি-কাকত যোগে অনুৰোধ কৰে। এই দুয়োটি উপলক্ষ্যত শাখা আৰু স্বীকৃত সভাসমূহৰ পৰা অভূতপূৰ্ব সঁহাৰি সভাই লাভ কৰে। ইসকলে স্থানীয় প্ৰতিৰক্ষা কৰ্তৃপক্ষৰ লগত সহযোগিতা কৰে আৰু অসম সাহিত্য সভা দিৱসক প্ৰতিৰক্ষা দিৱস হিচাপে পালন কৰি প্ৰতিৰক্ষাৰ উদ্দেশ্য দান সংগ্ৰহ কৰি যথাস্থানলৈ পঠিয়ায়। অসম সাহিত্য সভাৰ মূল পুঁজিৰ পৰা ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা পুঁজিলৈ দান স্বৰূপে এহেজাৰ টকা দিয়া হয়। তদুপৰি কাৰ্যনিৰ্বাহক সমিতিয়ে প্ৰধান সম্পাদকৰ ওপৰত প্ৰথম দেশাত্মবোধ জগোৱা আৰু মনোবল যোগোৱা কেইখনিমান পুস্তিকা সম্পাদন আৰু প্ৰকাশ কৰিবৰ দায়িত্ব অৰ্পণ কৰে। সেইমতে 'অশান্ত হিমালয় সীমান্তৰ আহবান,' 'ৰণ-ঝঙ্কাৰ' আৰু 'ৰণ নিনাদ' নামে তিনিখনি যোলপিঠীয়া পুথি প্ৰকাশ আৰু পৰিৱেশন কৰা হৈছিল। ৰেডিঅ'ৰ যোগে প্ৰচাৰৰ অৰ্থে কেইবাজনৰ পৰা দেশাত্মবোধক অনুপ্ৰেৰণাৰ গীত আৰু প্ৰবন্ধ পাই যথা স্থানলৈ পঠোৱা হৈছিল। অনেক শাখাই চীনা আক্ৰমণৰ ফলত ছিটিকি পৰা সীমান্ত অঞ্চল আৰু অসম সীমান্তৱৰ্তী ৰাইজৰ সেৱা-শুশ্ৰূষাৰ দিহা কৰিছিল।

এফালে পৰস্পৰে দেশৰ সীমাৰ অখণ্ডতা আৰু সাৰ্বভৌমত্বৰ প্ৰতি শ্ৰদ্ধা,



পৰস্পৰ আক্ৰমণ আৰু শান্তিপূৰ্ণ সহাৱস্থান আদি উদাৰ পঞ্চশীল নীতিত ভাৰতৰে আৱদ্ধ হৈ, 'হিন্দী-চীনী ভাই ভাই' বাণী প্ৰচাৰ কৰি আৰু বাৰে বাৰে ভাৰতৰ চীনৰ মাজত সীমাৰ বিষয়ত স্থিতাৱস্থা সংৰক্ষিত হ'ব লাগে বুলি ঘোষণা কৰি, আৰু আনফালে ১৯৫৪ চনৰ পৰা সেই সীমা লঙ্ঘন কৰি, ভাৰতৰ মাটিৰ ওপৰত ৰাজপথ নিৰ্মাণ কৰি আৰু ভাৰতীয় সীমাৰক্ষী বাহিনী আৰু প্ৰজাৰ ওপৰত গুলীবৰ্ষণ কৰি কমিউনিষ্ট চীনে যি বিশ্বাসঘাতকতা প্ৰদৰ্শন কৰিছে, অসম সাহিত্য সভাই তাক একবাক্য নিন্দা কৰি পৃথিৱীৰ বিভিন্ন ৰাষ্ট্ৰৰ সাহিত্যিক-কলাকাৰ সহযোগীসকলক সংস্কৃতিঘাতী এই অন্যায় আক্ৰমণ আৰু আক্ৰোশ বন্ধ কৰাৰ উদ্দেশ্য পৃথিৱীৰ জনমত গঠন কৰিবলৈ আহবান জনায়। সন্মিলিত জাতি সংঘৰ শিক্ষা বিজ্ঞান সংস্কৃতি সংস্থাৰ যোগেদি এই আৱেদন পঠোৱাৰ অসুবিধা হোৱাত ভাৰতত থকা বিভিন্ন ৰাষ্ট্ৰৰ কূটনৈতিক মহলৰ যোগে তাক পঠোৱা হয়। আৰ্জেন্টাইন গণতন্ত্ৰ, ব্ৰাজিল, চুইজাৰলেণ্ড আদিৰ এম্বেছিৰ পৰা তাৰ প্ৰাপ্তি-স্বীকাৰ আৰু সিসকল দেশৰ সাহিত্যিক-কলাকাৰ সংস্থালৈ সভাৰ আৱেদন পঠোৱাৰ খবৰ পোৱা হৈছিল। সভাৰ কাৰ্যনিৰ্বাহকৰ প্ৰস্তাৱ সহ পঠোৱা আৱেদন তলত দিয়া হৈছে —

*The literary men of Assam have resolved through this Institution of theirs to send this urgent appeal to you an appeal from a people, who have already felt the cruel impact of an aggressive country - to writers and artists, men and women all over the world who naturally belive in humanistic principles.*

*India never seeks war. India never has demanded territories of her neighbours. India, whose great sons, Gotama the Buddha and Gandhi the Mahatma, have brought the noble message of Ahimsa to the world, has enunciated the new Five Principle for neigh-bouring countries and holds them dear to her heart. China too has professed these Principles, and she still does. But why this ruthless aggression? we have to ask. What have the peace-loving people of India's Himalayan frontier, the Ladakhis and the innocent tribes of the North-East Frontier Agency, done to merit the torture of aggression? This must stop if Asia and, for con-ducive to literature and art.*

*We do believe that world today is growing inspite of all the pow-ers of darkness into perfect human brotherhood. We do appeal most fer-vently to you to do all in your might so that this crisis in human civilisation may be resolved.*

## সম্প্ৰীতিমূলক ভ্ৰমণ

বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াৰ নেতৃত্বত হৰিপ্ৰসাদ নেওগ আৰু যতীন্দ্ৰনাথ

গোস্বামীৰে গঠিত তিনজনীয়া এটি সঁজাতী দলে শিলচৰকে প্ৰমূখ্য কৰি কাছাৰৰ বিভিন্ন ঠাইত পৰিভ্ৰমণ কৰে। বিশেষকৈ ফুকন ডাঙৰীয়াৰ ব্যক্তিত্ব আৰু বাগ্মিতাই বহুত লোকক আকৰ্ষণ কৰি আনে আৰু বহুল জনসমাৰেশ হোৱা ৰাজহুৱা সভাত সকলোৱে তেখেতৰ বাণী কাণ পাতি শুনিছিল বুলি জনা যায়।

শিৱপ্ৰসাদ বৰুৱাই মিকিৰ পাহাৰৰ ডিফু, লামডিং, ডিমাপুৰ, বৈঠালাংছ, বৰথল, বকলিয়া-ফুলনি,দেনগাঁও, মহংদিজুৱা, হাফলং, ফ্লমা আদি ঠাইত ভ্ৰমণ কৰিৰ অসম সাহিত্য সভাৰ বাৰ্তা প্ৰচাৰ কৰিবৰ যত্ন কৰে। বৰুৱাদেৰে মিজোৰামৰ আইজাল, থানজাউল আৰু লুংলে আৰু গাৰো পাহাৰৰ তুৰা, মেগাগিৰি, ফুলবাৰী, ৰংৰেং গিৰি, মাণকাচৰ আদিতো আমাৰ সঁজাতী ৰূপে ভ্ৰমণ কৰি আহে। এইবোৰ অঞ্চলত সাহিত্য সভাৰ শাখা পাতিবৰ যত্ন সততে কৰি থাকিব লাগিব বুলি সভাই মত পোষণ কৰে।

ক) নতুন প্ৰকাশন

১) লক্ষ্মীনাথ বেজবৰুৱা 'তত্ত্বকথা', অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত,

২) নগেন্দ্ৰনাৰায়ণ চৌধুৰী গল্প, হেমন্তকুমাৰ শৰ্মাৰ দ্বাৰা সম্পাদিত,

খ) প্ৰকাশন ঃ ভাষাজ্ঞান

৩) ইংৰাজী *Assamese for All*, মুকুন্দমাধৱ শৰ্মাৰ দ্বাৰা লিখিত,

৪) হিন্দী, 'আপকী অসমীয়া', পৰেশ শৰ্মাৰ দ্বাৰা মুকুন্দমাধৱ শৰ্মাৰ *Assamese for All* অৰ অনুবাদ (চৰকাৰী অনুদান সাহায্যত),

গ) প্ৰকাশন ঃ চৰকাৰৰ অনুদান-পুষ্ট প্ৰকাশন আঁচনি

৫) ৰাজশেখৰ সংস্কৃত 'কৰ্পূৰমঞ্জীৰ'ৰ অনুবাদ মুকুন্দ মাধৱ শৰ্মা-কৃত,

৬) বিশাখদত্তৰ সংস্কৃত 'মুদ্ৰা-ৰাক্ষসৰ'ৰ অনুবাদ, ৰজনীকান্ত দেৱ শৰ্মা-কৃত,

৭) সমালোচনা-তত্ত্বৰ প্ৰবন্ধাৱলী 'সাহিত্য-সমীক্ষা', মহেশ্বৰ নেওগ আৰু হেমন্তকুমাৰ শৰ্মা-সম্পাদিত,

৮) কবিৰাজ বিশ্বনাথৰ 'সাহিত্য-দৰ্পণ'ৰ অনুবাদ, বিশ্বনাৰায়ণ শাস্ত্ৰী-কৃত,

ঘ) প্ৰকাশন ঃ চৰকাৰৰ অনুদানৰ সাহায্যত সাংস্কৃতিক সম্পৰ্ক উন্নয়ন আঁচনিঃ

৯) 'অসমৰ জনজাতি', প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য-সম্পাদিত,

১০) 'অসমৰ জনজাতী সাধু', বিশ্বনাৰায়ণ শাস্ত্ৰী-সম্পাদিত

ঙ) প্ৰকাশন ঃ চৰকাৰৰ অনুদানেৰে ভাষা শিক্ষা আৰু সাংস্কৃতিক সমন্বয় আঁচনি

১১) সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি, মহেশ্বৰ নেগও কৃত,

চ) প্ৰকাশন ঃ সন্মিলনৰ বাবে পোৱা অনুদানৰ পৰা

১২) অসম সাহিত্য সভা বাৰ্ষিকী (গোৱালপাৰা),



ছ) প্ৰকাশন ঃ চৰকাৰৰ অনুদানৰ সাহায্যত দক্ষিণপাট অধিকাৰ গোস্বামী অক্ষয় পুঁজি ঃ দুৰ্লভ পুথি প্ৰকাশ আঁচনি

১৩) সংস্কৃত-অসমীয়া 'ৰূপকত্ৰয়' - সত্যেন্দ্ৰ নাথ শৰ্মা সম্পাদিত,

জ) প্ৰকাশন ঃ কমলাদেৱী স্মাৰক শিশু সাহিত্য

১৪) 'জয়মতী আৰু মূলা গাভৰু', লীলা গগৈ ৰচিত,

ঝ) প্ৰকাশন ঃ সংকটকালীন[৫৮]

১৫) 'অশান্ত হিমালয় সীমান্তৰ আহবান',

১৬) 'ৰণ-ঝঙ্কাৰ',

১৭) 'ৰণ-নিনাদ'।

ইয়াৰ আগতে আগৰ বছৰত ৮ আৰু সেই বছৰত ১৫ খনি যোগ দিয়া হৈছে।

## প্ৰকাশন ঃ সাধাৰণ

লক্ষ্মীনাথ বেজবৰুৱা 'তত্ত্ব-কথা' শীৰ্ষক প্ৰবন্ধ আৰু নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ গল্পৰ বাছনিটি বেজবৰুৱা ডাঙৰীয়াৰ কন্যা ৰত্না বৰুৱা আৰু চৌধুৰীদেৰৰ পত্নী প্ৰফুল্লবালা দেৱী চৌধুৰাণীৰ অনুমতি লৈ প্ৰকাশ কৰা হয়। সাহিত্য সভাৰ প্ৰাক্তন দুজন সভাপতি আৰু অসমীয়া সাহিত্যৰ দুজন নিৰ্মাতাৰ পুথি ৰূপে দুয়োখনি আদৰণীয়।

## প্ৰকাশন ঃ ভাষাজ্ঞান

অনাঅসমীয়া লোকে ঘৰতে পঢ়ি অসমীয়া ভাষাৰ এটি নিৰ্ভৰ যোগ্য জ্ঞান আয়ত্ত কৰিব পৰা বৈজ্ঞানিক পদ্ধতিত লেখা পুথিৰ অভাৱ অনুভৱ কৰি অহা হৈছে কেতিয়াবাৰেপৰা। এই অভাৱ পূৰণৰ অৰ্থে বাতৰি-কাগজত জাননী দি প্ৰতিযোগিতাৰ ভিত্তিত অধ্যাপক মুকুন্দমাধৱ শৰ্মাৰ *Assamese for All* নামৰ পুথিখনি বাছি ছপাশাললৈ পঠোৱা হয়। ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা মন্ত্ৰণালয়ৰ পৰা হিন্দীৰ মাধ্যমেদি অসমীয়া ভাষাজ্ঞানৰ প্ৰাথমিক পুথি এখনি প্ৰকাশ কৰিবৰ বাবে।

---

৫৮. ১) অশান্ত হিমালয় সীমান্তৰ আহ্বান ২০ ডিচেম্বৰ ১৯৬২ তাৰিখে উন্মোচন হয়।
২) ৰণ ঝংকাৰ - অতুল চন্দ্ৰ হাজৰিকাৰ ১৬ টা গীত সন্নিৱিষ্ট পুথিখন ৭ জানুৱাৰি ১৯৬৩ তাৰিখে উন্মোচন হয়।
৩) ৰণ নিনাদ -পাৰ্বতিপ্ৰসাদ বৰুৱা, ভূপেন হাজৰিকা, চৈয়দ আব্দুল মালিক কেশৱমহন্তৰ যোলটা গীতৰ পুথি ৭ জানুৱাৰি ১৯৬৩ তাৰিখে জোনাকী মেলত উন্মোচন হয়। পৰিপূৰক অনুদানৰূপে দুহেজাৰ টকা পোৱা হয় আৰু পৰেশচন্দ্ৰ শৰ্মাই হতুৱাই *Assamese for All* পুথিখনিৰ হিন্দী অনুবাদ কৰি ছপোৱা হয় -'আপ কী অসমীয়া'।

## প্ৰকাশন

আমি ১৯৬০-৬১ চনৰে পৰা চৰকাৰৰ ওচৰত প্ৰকাশন আঁচনি দাখিল কৰি অনুদান বিচাৰিছিল। অসম চৰকাৰে পোনতে আশ্বাস নিদিলেও পিছত ভাৰত চৰকাৰৰ আঞ্চলিক ভাষাসমূহৰ উন্নয়ন (পাঁচ-বছৰীয়া) আঁচনি বিচাৰে। সেইমতে ১৯৬১-৬২ বিত্তীয় বছৰৰ পৰা আৰম্ভ কৰি এখন বহল আঁচনি তৈয়াৰ কৰি সভাই পঠিয়ায় আৰু প্ৰথম বছৰৰ বাবে বহল আঁচনিও দিয়ে (২৭/৪/৬১ তাৰিখে)। ৬ ছেপ্টেম্বৰ ১৯৬২ তাৰিখে চৰকাৰৰ সংশ্লিষ্ট সমিতি বহি ১৯৬২-৬৩ চনৰ বাবে সভাৰ চাৰিখনি পুথিৰ ভাৰ ল'বলৈ থিৰাং কৰে, সাহিত্য-সমালোচনাৰ গ্ৰন্থ এখনি আৰু সংস্কৃতৰ পৰা 'কৰ্পূৰমঞ্জৰী', 'মুদ্ৰাৰাক্ষস' আৰু 'সাহিত্য-দৰ্পণ'ৰ অনুবাদ। কাৰ্যনিৰ্বাহক সমিতিৰ অনুমোদনমতে পুথি চাৰিখনিৰ ভাৰ কেইবাজনো পণ্ডিতক ভগাই দিয়া হয়। ইতিমধ্যে কেয়োখন গ্ৰন্থ প্ৰকাশ হয়।

পলাশবাৰী (মিৰ্জ্জা) সন্মিলনত গৃহীত এটি প্ৰস্তাৱৰ পৰিকল্পিত তিনিখন পুথিৰ (ব্যাকৰণ, অসম বুৰঞ্জী, ভাষা-সাহিত্যৰ বুৰঞ্জী) কাম আৰ্থিক অভাৱত প্ৰকাশ কৰিব নোৱাৰিলে।

## প্ৰকাশন ঃ সাংস্কৃতিক সম্পৰ্ক উন্নয়ন আঁচনি

১৯৬০-৬১ দ্বিতীয় বছৰতে ভাৰত চৰকাৰৰ পৰা ৯,০০০.০০ (ন হেজাৰ) টকাৰ এটি অনুদান পোৱা হৈছিল অসমৰ জনজাতিৰ বিষয়ে এখনি আৰু জনজাতিসকলৰ সাধুৰ দুখনি পুথি প্ৰকাশ কৰাৰ অৰ্থে। অসম চৰকাৰৰ পৰা এই আঁচনিৰ বাবে মাত্ৰ ৬,০০০.০০ টকা বিচাৰি থকাৰ কাৰণে কিতাপ দুখনৰ আঁচনি বহুত পলম হৈ গ'ল; অথচ অসম চৰকাৰৰ কৃপা-লাভত সভা ব্যৰ্থ হ'ল। অৱশেষত সাধুৰ পুথি এখনি মাত্ৰ প্ৰকাশ কৰিবলৈ থিৰাং কৰি আঁচনিখন সংস্কুচিত কৰি কামত আগবাঢ়ে। অধ্যাপক প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য-সম্পাদিত 'অসমৰ জনজাতি' আৰু বিশ্বনাৰায়ণ শাস্ত্ৰী-সম্পাদিত 'অসমৰ জনজাতীয় সাধু' দুয়োখনি দেখনিয়াৰ আৰু গধুৰ গ্ৰন্থ।

## প্ৰকাশন ঃ ভাষাশিক্ষা আৰু সাংস্কৃতিক সমন্বয় আঁচনি

১৯৬১ চনৰ ২৪-২৫ জুন তাৰিখে বহা কাৰ্যনিবাৰ্হকৰ অধিৱেশনে উত্তৰ পূব সীমান্ত অঞ্চলৰ শিক্ষা আৰু সাংস্কৃতিক নীতি পৰ্যায়লোচনা কৰি এখনি পুথি প্ৰকাশ কৰাৰ ভাৰ সভাক দিয়ে। এই নীতি সম্পৰ্কে নানা-বাদ বিতণ্ডা খবৰ কাগজৰ যোগেদিও বছৰটোত যথেষ্ট পৰিমাণে হয়। সেই সকলো চকুৰ আগত ৰাখি 'সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি' The Educational and Cultural Policies of the North East Frontier Agency Administration. নামে এখনি পুথি প্ৰকাশ কৰা হয়। প্ৰাচীন



অনুসন্ধানকাৰী আৰু নৃতত্ত্ববিদসকলৰ মতৰ উপৰি সীমান্তৰ লোকসকলৰ অসম মুখী মতামতৰ সন্নিৱেশেৰে এই পুথিয়ে সভাৰ সপক্ষে কিছু যুক্তি উত্থাপন কৰিছে।

### চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ সম্প্ৰসাৰ*

চন্দ্ৰকান্ত সন্দিকৈ ভৱনত প্ৰকাশন ৰখাৰ বাবে ঠাইৰ অভাৱৰ কথা কৃষ্ণকান্ত সন্দিকৈক অৱগত কৰাত অতি আগ্ৰহেৰে এটি পুঁজি দান দিবলৈ গাত লয়। ২০ ফুট দীঘল আৰু ১৯ ফুট বহল এটি কোঠা নিৰ্মাণ কৰা হয়। এই কোঠাটি সভাৰ প্ৰকাশনৰ ভঁৰাল-ৰূপে ব্যৱহাৰ কৰা হয়। পুথিবোৰ থ'বৰ কাৰণে আলমাৰিও তৈয়াৰ কৰা হৈছিল। ইয়াৰ-পৰা হিচাপ-পৰীক্ষণৰ সময়ত হিছাপ-পৰীক্ষকে চাক্ষুষভাৱে কিতাপৰৰ ষ্টক পৰীক্ষা কৰাত সুবিধা হ'ল।

ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ আঠ-ধতুৰা মূৰ্তিৰ ওপৰত এই বছৰত বিজুলী বাতি লগোৱা হয়।

সন্দিকৈ ভৱনৰ সংলগ্ন চকিদাৰৰ ৰান্ধনি-ঘৰটোও নতুনকৈ সজাই দিয়া হৈছিল।

### অভ্যৰ্থনা সমিতিৰ কৰ্মকৰ্তাসকল

| | |
|---|---|
| সভাপতি | — খগেন্দ্ৰ নাথ নাথ |
| উপ-সভাপতি | — ভৱেন্দ্ৰনাৰায়ণ সিংহ |
| উপ-সভাপতি | — নজনূল হক |
| সাধাৰণ সম্পাদক | — হৰিপ্ৰসাদ গোস্বামী |
| সম্পাদক | — মহেশচন্দ্ৰ বৰুৱা |
| | — হৰেশ্বৰ বৰ্মণ |
| | — সত্যানন্দ চৌধুৰী |
| | — পূৰ্ণেন্দুলাল পাটৰিৰি |

**মণ্ডপ আৰু তোৰণ বিভাগ**

| | |
|---|---|
| উপ-সভাপতি | — বৰদাকান্ত মেধি |
| সম্পাদক | — প্ৰতাপচন্দ্ৰ পাটগিৰি |

**প্ৰদৰ্শনী বিভাগ**

| | |
|---|---|
| উপ-সভাপতি | — মহীউদ্দিন আহমদ |
| সম্পাদক | — ৰামেশ্বৰ দাস |
| সহকাৰী সম্পাদক | — গুৰুচৰণ দাস |
| | — তজম্মল আলি |

* তথ্যখিনি সংৰক্ষণ হৈ থকাত মূল পাঠত অন্তৰ্ভুক্ত কৰা নহ'ল।

**প্ৰচাৰ বিভাগ**
উপ-সভাপতি — ৰমানন্দ বেজবৰুৱা
সম্পাদক — নৃপেন বৰুৱা
**সাংস্কৃতিক বিভাগ**
উপ-সভাপতি — অন্নদাচৰণ দাস
সম্পাদক — ৰাজেন মজুমদাৰ
**খাদ্য বিভাগ**
সম্পাদক — হৰিপ্ৰসাদ মেধি
**পানী যোগান বিভাগ**
উপ-সভাপতি — সূৰ্য্যকান্ত দাস
সম্পাদক — বিজয়চন্দ্ৰ নাথ
**পোহৰ বিভাগ**
সম্পাদক — ভগৱান বৰুৱা
**থকা-মেলা আৰু অভ্যৰ্থনা**
উপ-সভাপতি — উপেন্দ্ৰনাথ ভূঞা
সম্পাদক — মহীকান্ত গোস্বামী
**অনুসন্ধান আৰু যোগান**
উপ-সভাপতি — ৰাধিকানন্দ চৌধুৰী
সম্পাদক — শ্যামাচৰণ দাস
**স্বাস্থ্য বিভাগ**
উপ-সভাপতি — ডাঃ বি. ডেকা
সম্পাদক — ডাঃ মেহদী আলি
**স্বেচ্ছাসেৱক বিভাগ**
উপ-সভাপতি — চন্দ্ৰকান্ত নাথ
যুটীয়া সম্পাদক — সুৰেন্দ্ৰমোহন অধিকাৰী
সহকাৰী সম্পাদক — শৰৎচন্দ্ৰ চাস
**স্মৃতি গ্ৰন্থ প্ৰণয়ন বিভাগ**
সম্পাদক — মহেন্দ্ৰ বৰা
সহকাৰী সম্পাদক — বিশ্ব ওজা, মনোজ চক্ৰৱৰ্তী
— হৰেশ পাঠক, কিৰণ পাঠক
— কাশীনাথ দেৱশৰ্মা



## অভিভাষণৰ সুবচন

*এইটো সঁচা কথা যে অকল সমাজৰ ৰুচিৰ ওপৰতে নিৰ্ভৰ কৰি উচ্চ স্তৰৰ সাহিত্য-সৃষ্টি সম্ভৱ নহয়। সমাজৰ দাবী আৰু গ্ৰহণ-ক্ষমতাৰ প্ৰতি চকু ৰখা আৰ্টিষ্টৰ এটা কৰ্তব্য; কিন্তু সমাজৰ ৰুচিৰ নামত ব্যক্তিত্ব বিসৰ্জ্জন দিবলৈ গলে ৰস-সৃষ্টি হ'ব নোৱাৰে। সৃষ্টিৰ সময়ত স্ৰষ্টাৰ যি মানসিক অভিজ্ঞতা লাভ হয় সি সম্পূৰ্ণ ব্যক্তিগত। কিন্তু অভিজ্ঞতা মৌলিক অভিজ্ঞতাৰ পৰা পৃথক। কলাকাৰৰ ব্যক্তিত্ব সাধাৰণীকৃত ব্যক্তিত্ব। ইয়াৰ লগত লৌকিক জীৱনৰ সুখ-দুখ, আশা-নিৰাশা, হতাশ-হুমুনিয়াহৰ তীব্ৰতাৰ সম্বন্ধ নাই। সৃষ্টিৰ সময়ত কলাকাৰৰ ব্যক্তিত্বৰ যোগেদি জীৱনৰ আশা-আকাংক্ষাই ৰূপ পালেও স্ৰষ্টাৰ বাসনাৰ অধীন নহয়।*

* * *

*আচলতে সাহিত্যিকৰ ব্যক্তিগত উপলব্ধিয়ে হ'ল মূল কথা। কিন্তু অকল এই উপলব্ধিৰ ৰূপ দিয়েই সাহিত্যিক সন্তুষ্ট হ'ব নোৱাৰে।*

  

* সভাপতিৰ পৰিচয়সূচক টোকা পূৰ্বতে দিয়া হৈছে।

# ত্ৰিংশ অধিৱেশন
## নাজিৰা
## ১৯, ২০ আৰু ২১ এপ্ৰিল, ১৯৬৩

[১৯৬২ চনৰ নৱেম্বৰ-ডিচেম্বৰ মাহতেই নাজিৰাত ত্ৰিংশ অধিৱেশন হ'ব লাগিছিল যদিও চীনৰ ভাৰতৰ আক্ৰমণত হোৱা অশান্ত পৰিস্থিতিৰ বাবে সেই সময়ত অধিৱেশন পাতিব পৰা নহ'ল। সন্মিলন হ'ল ১৯ ২০ আৰু ২১ এপ্ৰিল তাৰিখেহে।[৫৯] এই সন্মিলনৰ আগ মুহূৰ্তত বিদ্ৰোহী নগাৰ হিংসামূলক কাৰ্যত নামনি অসমৰ প্ৰতিনিধিসকল যাত্ৰীবাহী ৰেলত অহাটো অসুবিধাজনক হ'ল। তৎসত্ত্বেও নাজিৰা অধিৱেশন সৰ্বতো প্ৰকাৰে সফল হ'ল।]

নানা বাধাবিঘিনি অতিক্ৰম কৰি ত্ৰিংশ সন্মিলনৰ কাৰ্যসূচী ১৮ এপ্ৰিল তাৰিখে নাজিৰাত বহা পূৰ্ববৰ্ষৰ অন্তিমখন কাৰ্যনিৰ্বাহক সমিতিৰ বৈঠকেৰে আৰম্ভ হ'ল।

### প্ৰদৰ্শনী ঃ ১৯ এপ্ৰিল

১৯ এপ্ৰিল তাৰিখেই অসমৰ বিবিধ স্থানৰ পৰা অহা প্ৰতিনিধিৰ সমাগমে নাজিৰাত উখল-মাখল পৰিৱেশ সৃষ্টি কৰিলে। এনে আড়ম্বৰ পূৰ্ণ পৰিৱেশৰ মাজতে সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই মনোমোহাকৈ সজোৱা ৩৭ খন ষ্টলৰ প্ৰদৰ্শনী আনুষ্ঠানিকভাৱে দ্বাৰ উদঘাটন কৰি ত্ৰিংশ সন্মিলনৰ দ্বাৰ উদ্‌ঘাটনেৰে বোধন শংখ বজালে সমন্বয়ৰ প্ৰতিভুৰূপে প্ৰদৰ্শনীৰ আৱশ্যকতাৰ বিষয়ে কৈ।

প্ৰদৰ্শনীত বিপনী আছিল ৩৭ খন, ইয়াৰে ৮ খন চৰকাৰৰ। অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ প্ৰদৰ্শিত অসমীয়া মনীষী সকলৰ প্ৰতিকৃৰ্তিসমূহ আছিল মনপৰশা। তেনেকৈ উত্তৰ পূব সীমান্ত অঞ্চলৰ প্ৰশাসনীয় বিপনীৰ বস্তুবোৰ আছিল আকৰ্ষণীয়।

এখন সত্ৰৰ পৰা প্ৰদৰ্শিত ভোগজৰা, পিকদান আদি আৰু সচিত্ৰ সাঁচীপতীয়া পুথিয়ে দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিছিল। গুৱাহাটীৰ তেল শোধানাগাৰ আৰু ফাকিয়াল জনজাতীয় বিপনীও হৈছিল চকুত লগা। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে প্ৰদৰ্শন কৰা

৫৯. প্ৰথম বাৰৰ বাবে আলোচনা-চক্ৰৰ বিষয় নিৰ্ধাৰণ কৰা হয়। যোগেন্দ্ৰ দাস, হেমচন্দ্ৰ শৰ্মা, ডিকে মেকফাৰ্লেন আদিয়ে বক্তৃতা দিয়ে।



সাঁচিপতীয়া পুথি, অসম সাহিত্য সভাৰ পুথি চ'ৰা, প্ৰকাশন পৰিষদ, নানা ধৰণৰ বেত-বাঁহ, তেলপেৰা ঘাণি চৰকাৰৰ কৃষি মৎসপালন, মৌপালন আদিয়ে দৰ্শক আকৰ্ষণ কৰিছিল। বয়ন আৰু ৰেচম শিল্পৰ ষ্টলত গাভৰু সকলে সূতাকটা তাঁতবোৱা কাৰ্যই প্ৰদৰ্শনীৰ আকৰ্ষণ বঢ়াইছিল।

### বিষয়বাছনী সভা

১৯ এপ্ৰিল তাৰিখে দিনৰ ২ বজাৰ পৰা বিষয়বাছনী সভা ত্ৰৈলোক্যনাথ গোস্বামীৰ সভাপতিত্বও অনুষ্ঠিত হয়। প্ৰতিনিধিসকলৰ চা-চিনাকি পৰ্বৰ শেষত প্ৰধান সম্পাদকে ১৯৬১-৬১, ১৯৬২-৬৩ চনৰ বাৰ্ষিক হিচাপ দিয়ে আৰু বছৰেকীয়া প্ৰতিৱেদন পাঠ কৰে।

### সাংস্কৃতিক সমাৰোহ

সেই দিনাই সন্ধ্যা সাংস্কৃতিক সমাৰোহ অনুষ্ঠিত হয়। উত্তৰপূব সীমান্ত অঞ্চলৰ জনজাতিসকলে অকৰ্ষণীয় নৃত্য গীত প্ৰদৰ্শন কৰে। সত্ৰীয়া নৃত্য, আধুনিক গীত, বনগীত আদিও পৰিৱেশিত হৈছিল।

### পতাকা উত্তোলন

২০ এপ্ৰিল তাৰিখে পুৱা ৮ বজাত বিদায়ী সভাপতি ত্ৰৈলোক্যনাথ গোস্বামীয়ে সভাৰ পতাকা উত্তোলন কৰি দ্বিতীয় দিনৰ কাৰ্যসূচীৰ আৰম্ভ কৰে। পতাকা উত্তোলন গায়ন বায়নৰ গুৰুঘাতেৰে কৰা হয়। পতাকা উত্তোলনৰ পিচত গোস্বামীয়ে এটি চমু ভাষণ দিয়ে।

### আলোচনা-চক্ৰ

স্নাতকোত্তৰ প্ৰশিক্ষণ মহাবিদ্যালয় অধ্যক্ষা ইন্দিৰা মিৰিৰ সভাপতিত্বত আলোচনা চক্ৰ আৰম্ভ হয়। আলোচনা-চক্ৰৰ বিষয় আছিল - জাতীয় একীকৰণ ঃ অসমীয়া ভাষা-সাহিত্যৰ পটভূমিত।[৬০] আলোচনা-চক্ৰ লীলা গগৈ, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য ই ভাগ লয়। আলোচনা-প্ৰসংগত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই আৱেগিক ঐক্যতকৈ বৌদ্ধিক ঐক্যৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰে। তেওঁ কয়, সীমান্তৰ ভাষাত চীনৰ প্ৰভাৱ থকা প্ৰচাৰটো মূলতে ভুল বুলি প্ৰতিপন্ন কৰিব লাগিব। তেতিয়াহে ৰাজনীতি সুকীয়া বাদ-বিতণ্ডাবোৰৰ ওৰ পৰিব। যোগেশ দাসে কয় — ভাষা লৈ কাজিয়া-পেঁচালৰ

৬০. অসম সাহিত্য সভাৰ ৰূপলেখাত ১৯ আৰু ২০ এপ্ৰিল বুলি দুদিনীয়া কাৰ্যসূচীহে শিৰোনামত দেখুৱাইছে যদিও পাঠত ২১ এপ্ৰিলৰ কাৰ্যসূচীও দেখুৱাইছে।

সময়তো লেখকসকলে নিজক পাহৰি যোৱা নাই। ভাৰতৰ প্ৰতি তেওঁলোকৰ দৃষ্টি ঠিকেই আছে। যুদ্ধ আদি ঘটনাৰ ফলত সৃষ্টি হোৱা জাতীয়তামূলক ভাৰতীয় মহাজাতিৰ জাগৰণ সূচায় আৰু জাতীয় সংহতি সাধনৰ ক্ষেত্ৰত ইয়াৰ বৰঙণি উপেক্ষণীয় নহয়। হেমচন্দ্ৰ শৰ্মাই কয় জাতীয় সংহতিৰ উদ্দেশ্যে আমাৰ সাহিত্যতো আন আন জাতি-উপজাতিৰ সুখ-দুখৰ ছবি থাকিব লাগিব। চবাইদেউ বাগিচাৰ ডি. কে. মেকফাৰ্লেনে পৰ্বত-ভৈয়ামৰ সকলোৱে অন্তৰৰ এই নতুন উদ্দীপনাৰ বাবে অসমীয়াতে শলাগ লয়। তেওঁ পৰামৰ্শ দিয়ে যে নতুন গঢ়নৰ বেলিকা পৰ্বতীয়া ভাই-ভনীসকলৰ মনত যাতে খেলিমেলিৰ ভাবৰ সৃষ্টি নহয় তালৈ লক্ষ্য ৰাখি সযতনে সংযোগ-সাধনৰ প্ৰচেষ্টা চলোৱা হয় যেন। শেহত অসমীয়া জাতি, ভাষা-সাহিত্য চিৰজীৱী হওক বুলি মেকফাৰ্লেনে শুভেচ্ছা জনায়। সীমান্তৰ ছিয়াং অঞ্চলৰ দুজন ছাত্ৰ বাকীন পাটিন আৰু টাগোম দাৰাঙে আদিসকলৰ জন্ম, বিবাহ, মৃত্যু, উৎসৱ, খেতি-খোলা আদিৰ চমু আভাস দিয়ে। ডম্বৰু কাকতী আৰু শশীভূষণ নমঃশূদ্ৰ আদিয়েও আলোচনাত ভাগ লয়।

সভানেত্ৰী মিৰিয়ে জাতীয় প্ৰাণৰ সংজ্ঞাৰ বহল ব্যাখ্যা দি কয় যে সপ্তসূৰৰ সমন্বয়ত সুৰৰ ঐক্য-সাধন হোৱাৰ দৰে ভাব, ভাষা, ছন্দেৰে সমন্বয় সাধিব লাগিব আমাৰ সাহিত্যত। আমাৰ পৰ্বতৰ ভাই-ভনীসকলৰ ফালে আঙুলিয়াই দি মিৰিয়ে কয়, তেওঁলোকক অন্যান্য জাতিৰ সমশাৰীলৈ অনাটো আমাৰহে প্ৰধান কৰ্তব্য। তেওঁলোকৰ প্ৰতি সহানুভূতিশীল হৈ কাম কৰিলেহে জাতীয় প্ৰাণৰ পৰিপুষ্টি লাভ হ'ব।

## প্ৰথম মুকলি অধিৱেশন

বিপুল উৎসাহ-উদ্দীপনাৰ মাজত দিনৰ দুই বজাৰ পৰা ২০ এপ্ৰিল তাৰিখে মুকলি অধিৱেশন আৰম্ভ হয়। হেজাৰ হেজাৰ লোকৰ সমাগম গায়ন-বায়নেৰে ঢোল-খোল বজাই অধিৱেশন মণ্ডপলৈ মটৰত তুলি সভাপতি ৰত্নকান্ত বৰকাকতী ডাঙৰীয়াক অনা হয়। সভাপতি মঞ্চত উঠাৰ লগে লগে সকলোৱে থিয় হৈ তেওঁক স্বাগত সম্ভাষণ জনায় আৰু আইসকলে উৰুলি দিয়ে। 'কুঙ্কুম চন্দন গন্ধে' গীতেৰে সভা আৰম্ভ কৰা হয়।

মুকলি সভা উদ্বোধন কৰে সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নীলমণি ফুকনে। চীনৰ আক্ৰমণৰ সময়ত গঢ় লৈ উঠা জনসাধাৰণৰ কথা উল্লেখ কৰে আৰু কয় যে অসমৰ আকাশে-বতাহে আজি নিৰ্ভীক আত্মাৰ উপস্থিতি প্ৰত্যক্ষ হৈ উঠিছে। ফুকনে পৰ্বতীয়া ভাইসকলৰ কথা উল্লেখ কৰি কয় যে ভৈয়ামৰ লোকসকলৰ প্ৰতি তেওঁবিলাকৰ মৰম যে অতি গভীৰ চীনৰ আক্ৰমণৰ সময়ত তেওঁবিলাক ভৈয়ামলৈ আহি তাক প্ৰমাণ কৰি থৈ গ'ল। সভাপতিৰ অসুস্থ অৱস্থালৈ লক্ষ্য কৰি ফুকনে কয়,



লাচিতে নৰিয়া গাৰেই চালপীৰাৰে নাৱত উঠিছিল, আজি অসুস্থ শৰীৰেৰে সেইদৰে সভাপতি মঞ্চত উঠিছেহি; আমাৰ জয় অনিবাৰ্য্য।

সভাপতি বৰকাকতীয়ে শাৰীৰিক অসুস্থতাৰ কাৰণে থোকা-থুকি মাতেৰে কেইআষাৰমান কথা কৈ সমৱেত সুধীবৃন্দক প্ৰণতি জনায়। তেওঁৰ ৮৫ পিঠীয়া অভিভাষণখনি পাঠ কৰে অধ্যাপক মহেশচন্দ্ৰ দেৱগোস্বামীয়ে। প্ৰধান সম্পাদক মহেশ্বৰ নেওগে পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু আলোচনা চক্ৰৰ সভাপতি ইন্দিৰা মিৰিক পৰিচয় কৰি দিয়ে।

অধিৱেশনৰ সফলতা কামনা কৰি এই সকলৰপৰা পোৱা বাণী সমূহ পাঠ কৰি দিয়া হয়। প্ৰাক্তন সভাপতি ৰঘুনাথ চৌধাৰী, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, নলিনীবালা দেৱী, অতুল চন্দ্ৰ হাজৰিকা, মাদ্ৰাজৰ ৰাজ্যপাল বিষ্ণুৰাম মেধি, বদৰপুৰৰ ৰাজেন্দ্ৰকুমাৰ সিংহ আৰু শ্ৰীযুতা সিংহ, প্ৰফুল্লচন্দ্ৰ বৰুৱা, কেন্দ্ৰীয় উপমন্ত্ৰী বিজয় চন্দ্ৰ ভাগৱতী, অসম বিধান সভাৰ উপাধ্যাক্ষ দণ্ডেশ্বৰ হাজৰিকা, মিত্ৰদেৱ মহন্ত অধিকাৰ, মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ ভি. ৰাঘৱন, দিল্লীৰ সাহিত্য অকাদেমীৰ সম্পাদক কৃষ্ণ কৃপালনী, নকুলচন্দ্ৰ ভূঞা, অসমৰ উপমন্ত্ৰী দেৱেন্দ্ৰনাথ হাজৰিকা, কেৰামত আলি, অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্মা, অধ্যাপক তাৰিণীকান্ত ভট্টাচাৰ্য্য, অমল ৰাজখোৱা, বিপিনচন্দ্ৰ ৰাজবংশী, ৰাম গোস্বামী, ললিত বৰা, বলোৰাম ডেকা বৰা। উল্লেখযোগ্য দুই-এটা বাণী হ'ল* —

---

* *I must congratulate the sponsors and the members of the Sahitya Sabha for their constructive efforts in holding such conference. It is gratifying to note that the society is making sincere efforts for the progress of art and literature and has helped to promote tremendously towards better mutual understanding among the literary people of the State.*

*I wish to convey the hearty compliments and greetings of the people of the United Arab Repulic and my own compliments on this occasion.*

*We pray for progress and prosperity of the Sabha in the field of Art, Literature and Education.* — সংযুক্ত আবব গণতন্ত্ৰৰ ৰাষ্ট্ৰদূত আহমেদ হাছান এল ফে কি

*I know that the Sabha has been doing excellent work for the past forty-five years. The large number of its publications in Assamese and English and other cultural activities easily testify to the fact that the Sabha is the premier literary and cultural orgnization of the people of Assam. Let me also add that the Sabha is fortunate in having you as its General Secretary. We all know your own achivements in the literature and art of Assam. I wish the Conference all success. I am sure that its members will continue to work for t he laudable aims of the Sabha with even greater zeal and enthusiasm.* দক্ষিণ ভাৰতৰ বিশ্ববিশ্ৰুতি ঐতিহাসিক-প্ৰাচ্যবিদ অধ্যাপক কে.এ. নীলকণ্ঠ শাস্ত্ৰী।

*Those who serve literature should be true to themselves first and express their inner richness fearlessly.* ভাৰতীয় বিদ্যাভৱনৰ পৰা কে. এম. মুন্সী

*Every region of India has to make its peculiar contribution to the literature of the country and I have no doubt that Assam's contribution will enrich Indian culture*

## সাংস্কৃতি সন্মিলন

২০ এপ্ৰিল তাৰিখে সন্ধ্যা ৬-৩০ বজাৰ পৰা সংগীত সন্মিলন আৰম্ভ হয়। সন্মিলনত সভাপতিত্ব কৰে ভূপেন হাজৰিকাই। সভাপতিৰ ভাষণত হাজৰিকাই কয় "শাস্ত্ৰীয় সংগীত, লোক সংগীত আৰু আৱশ্যক হ'লে সৃজনীমূলক সুৰ সংশোধনৰে গীতৰ বিষয়বস্তু মতে সুৰ সমন্বয় কৰাহে আমাৰ কৰ্তব্য।" ইয়াৰ পিছতেই হাজৰিকাই কেইবাটাও গীত গায়। কমলা শৰ্মাৰ সূত্ৰধাৰী নৃত্য, ৰামায়ণৰ ৰূপায়ণ, জনজাতীয় নৃত্য, খগেন মহন্ত, দীপালী বৰঠাকুৰ আদিৰ গীতে সন্মিলনৰ সৌষ্ঠৱ বঢ়াইছিল। সন্মিলন পুৰা ৪ বজাত শেষ হয়।

## পুনৰ বিষয় বাছনী সভা

১৯ এপ্ৰিল তাৰিখে বহা বিষয় বাছনী সভা স্থগিত ৰখা হৈছিল। ২১ তাৰিখে পুৱা ৭ বজাৰ পৰা পুনৰ বিষয় বাছনী সভা বহে। এই সভাত নিয়মাৱলীখন সম্পূৰ্ণ সংশোধন কৰা হয়। এই সভাতে নতুন বিষয়ববীয়া নিৰ্বাচন হয়।

---

*as a whole. culture embodies the best traditions of a people, its living thought and the vision of the future. I hope, literary men and women of Assam will preserve the best and the most humane in our traditions, reflect of a golden future.*— পণ্ডিত ডক্টৰ তাৰাচান্দ

*I hope that in spite of the dark cloud of the Chinese invasion the 30th Conference of the Sahitya Sabha will be a great success and steel the hearts of all literary men and women in the present unprovoked assault on our beloved land.*

— ৰাষ্ট্ৰীয় অধ্যাপক মহামহোপাধ্যায় ডক্টৰ পি. ভি. কানে।

*I convey my apreciation of the work of the Sabha and I pray that the session will be fruitful.*

কলিকতা বিশ্ববিদ্যালয়ৰ ভাষাতত্ত্ব আৰু ধ্বনিতত্ত্বৰ খাইৰা অধ্যাপক ডক্টৰ সুকুমাৰ সেন।

*Long ago, when were only palm leaf manuscripts and no aeroplanes or postal service, India was the country of the greatest learning and Kalidasa, Jayadeva and many others were household names. Their fame spread through the lips of pilgrims and scholars, while to-day, with all our facilities, we still look to treasure left by our forefathers and have none to equal them in learning.*

*Each year the general level of intellectual pursuits, especially of Indian origin, is becoming lower and lower, particulary in the younger generation. What a sad situation in us ! Knowing this I am thankful that there are some who try to further deeper studies. I therefore send my greethings to all assembled at the Conference.*

ৰুক্মিণী দেৱী আকণ্ডলেই অতীত গৌৰৱলৈ মুখ ঘূৰাই চাই কৈছে

*A powerful neighbouring country is knocking at our door and threatening our ways of life and hard-earned freedom. At this juncture the literatteurs have a very important role to play in encouragiong and stimulating the nation to be prepared to meet the challenge of the Chinese. I hope all literary men and women of Assam will try to enthuse the people by their forceful writing at this hour of trial, to promote sense of unity and partriotism among people living in plains and hills, so that they may play their part and form bulwark of defence.*

*The Assamese language and literature have distinctive and glorious traditions*



## বুৰঞ্জী সন্মিলন

বিষয়বাছনী সভাৰ সমান্তৰালভাৱে সভা মণ্ডপত বুৰঞ্জী সন্মিল অনুষ্ঠিত হয় পুৱা ৮-৩০ বজাত। বুৰঞ্জী সন্মিলনত সভাপতিত্ব কৰে প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে। সন্মিলন ভুৱনচন্দ্ৰ সন্দিকৈয়ে এটা প্ৰবন্ধ পাঠ কৰে। সভাপতিৰ ভাষণত চৌধুৰীয়ে বুৰঞ্জী লেখাৰ প্ৰণালী পৰিৱৰ্তন হোৱাৰ লগে লগে ঘটনা বিশ্লেষণৰ দৃষ্টি ভংগীও সলনি হৈছে। সভাপতিৰ ভাষণৰ পাচতেই সন্মিলনৰ সামৰণি পৰে।

## দ্বিতীয় মুকলি অধিৱেশন
## ২১ এপ্ৰিল, ১৯৬৩

অম্বিকাগিৰি ৰায়চৌধুৰী ৰচিত 'আজি বন্দো কি ছন্দেৰে' গীতেৰে দিন ২-৩০ বজাৰ পৰা সভা আৰম্ভ হয়। সভাপতি বৰকাকতী অসুস্থ হোৱাত ত্ৰৈলোক্য নাথ গোস্বামীয়ে সভাপতিত্ব কৰে। সভাত ন টা গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ হয়।

## প্ৰস্তাৱৰ সম্পাদিত ৰূপ

সভাৰ আৰম্ভণিতে ন টা গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ইয়াৰে দুটি শোক-প্ৰস্তাৱ। প্ৰস্তাৱ-সমূহৰ ভিতৰত ব্ৰহ্মপুত্ৰৰ দলঙৰ নাম শৰাইঘাট দলং ৰখা, উচ্চ মাধ্যমিক স্কুলবিলাকত অসমীয়া ভাষাৰ শিক্ষকসকলৰ অন্য বিষয়ৰ শিক্ষকৰে সৈতে সমান মৰ্যাদা দিবলৈ চৰকাৰৰ ওচৰত দাবী জনোৱা, পুৰণি অসমীয়া সাহিত্য বাহিৰত প্ৰচাৰ কৰিবৰ কাৰণে 'কথা-ভাগৱত' আৰু 'কথা গীতা' দেৱনাগৰী লিপিত প্ৰকাশ কৰা আদি।

---

*of their own and played the most important part in welding together various people, tribals and non-tribals living in the Hills and Plains and spaking different dialects, residing in the North-East corner of India helping to develop a composite culture and language. The Assamese language has been recognised in the Constitution as one of the 14 national language and it is up to literary men of Assam to develop this language to make it popular and attractive so that others living in the opportunity of learning this language for facilities to trade, commerce, economic and cultural contact.*

— মাদ্ৰাজৰ ৰাজ্যপাল শ্ৰীবিষ্ণুৰাম মেধি

হেজাৰ ডাৱৰ হেন্দোলনিৰৰ ধূঁৱলি-কুঁৱলী আকাশ ফালি ন বছৰৰ বঙলী ৰ'দৰ ৰাঙলী ৰেণুৱিয়ে অসম আকাশত ৰবদৈছিলাৰ হেজাৰ ভাৰৰ ... বং চৰাইছে। সুৰীয়া সুৰৰ মৌমাতৰ বিহু-বলিয়া অসমীয়া মন বণৰ কিৰীলি ভেদ কৰি দুৰ্গম পৰ্বত-অৰণ্যৰ মাজতো অসমী আইৰ বং চৰাইছে। সুৰীয়া সুৰৰ মৌমাতৰ বিহু-বলিয়া অসমীয়া মন বণৰ কিৰীলি ভেদ কৰি দুৰ্গম পৰ্বত-অৰণ্যৰ মাজতো অসমী আইৰ মৌ বৰষা মাত ৰিণি ৰিণি বিহুৰ সুৰীয়া গীতফাকি দুৰ-দুৰণিৰ পেঁপাৰ টিহটি মাতষাৰিয়ে বলিয়া কৰি তুলিছে। বণথলীত অসমৰ মৌ বৰষা মাত ৰিণি ৰিণি বিহুৰ সুৰীয়া গীতফাকি দুৰ-দুৰণিৰ পেঁপাৰ টিহটি মাতষাৰিয়ে বলিয়া কৰি তুলিছে। মনত পৰিছে মৰমী অসমী উপচি পৰা ৰণুৱা ডেকাৰ মন, বৈ বৈ মনত পৰিছে মৰমী অসমী আইৰ ধুনীয়া মুখখনিলৈ। মৌমাতষাৰিলৈ।

হেজাৰ বিঘিনি কাতি কৰি থৈ ন বছৰৰ আগলি বতৰা লৈ আই অসমীৰ পূজাৰ থাপনা পাতিছে মাতৃ-পূজাৰ পূজাৰিসকলে বংপুৰৰ নাজিৰা পথাৰত। শেৱালি বনৰ কৰিয়ে শেৱালিৰ মালা গাঁথি লৈ ৰৈ আছে আইৰ ভিত্তিত পিন্ধাই দিবলৈ, পিছে শৰতৰ শেৱালি নহয়, ৰ'হাগী বাসন্তী পূজালৈ ফুলা পলাশ কৃষ্ণচূড়াৰ দৰে ৰ'ঙা শেৱালিৰেই মালা গাঁথিব লাগিব। এইবোৰৰ আইৰ পূজা-ফুলচন্দনৰ পূজা নহয়, বুকুৰ তেজেৰে বোলাই ৰঙা জবাৰে শৰাই সজাব লাগিব পূজাৰীসকলে।

প্ৰাক্তন সভানেত্ৰী নলিনীবালা দেৱী

মুকলি সভাত বক্তৃতা দি মহাদেৱ শৰ্মাই কয় যে চীনা আক্ৰমণে ভাৰতীয় মানুহক জগাই তুলিছে। তেওঁ এই মুহূৰ্তত সাহিত্যিকসকলক সাহসী হৈ 'বহুজনসুখায়' সৎ সাহিত্য সৃষ্টি কৰিবলৈ আহবান জনায়। শৰ্মাই কয়, ভাৰতীয় ঐতিহ্য ৰক্ষা কৰি সাৰ্বজনীন ভাবৰ সাহিত্য সৃষ্টি কৰিব লাগে আৰু শত্ৰুক প্ৰতিৰোধ কৰিবলৈ অনুপ্ৰেৰণা জগাই নতুন সাহিত্য ৰচনা কৰিব লাগে।

নীলমণি ফুকনদেৱে কয়, সৃজনী প্ৰতিভাসম্পন্ন মৌলিক চিন্তা-প্ৰসূত সাহিত্যইহে জাতিক জীয়াই ৰাখিব পাৰে। সাহিত্যৰ সৃষ্টি, প্ৰচাৰ আৰু পৃষ্ঠপোষকতাত আন্তৰিকতাৰ প্ৰয়োজন। মাতৃভাষা অতি পৱিত্ৰ; সেই মাতৃভাষাৰ প্ৰতি শ্ৰদ্ধা আৰু প্ৰীতি প্ৰদৰ্শন কৰা প্ৰত্যেক দেশবাসীৰে কৰ্তব্য।

পদ্মধৰ চলিহাদেৱে ভাষা-সাহিত্যৰ উন্নতি অৰ্থে অবিৰাম কাম যাবলৈ আহবান জনায়। নাজিৰাৰ অৰ্থ ই কয় আমাৰ জিৰণিৰ বাবে ঠাই নাই। চলিহাই আৰু কয় যে অসমীয়া জাতিয়ে বহুমুখী উন্নতিৰ বাবে আত্মনিয়োগ কৰিব লাগিব। সাম্প্ৰতিক পৰিস্থিতিক পটভূমি হিচাপে লৈ দেশত অনুপ্ৰেৰণা সৃষ্টি কৰিবৰ বাবে সাহিত্য-সঙ্গীত সৃষ্টি কৰিব লাগিব।

বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱাই কয়, সাহিত্যই মানুহক মানসিক আহাৰ যোগায়। সাহিত্যিকৰ মাজত অনুপ্ৰেণা সৃষ্টি কৰিবলৈ পুথি কিনি উৎসাহিত কৰিব লাগে। বৰুৱাই আধুনিক সাহিত্যত হোৱা শব্দ-বিভ্ৰাটৰ কথালৈ আঙুলিয়ায় আৰু শিশুৰ চৰিত্ৰ-গঠন কৰিব পৰা সাহিত্য সৃষ্টিৰ ওপৰত গুৰুত্ব দিয়ে।

কাছাৰৰ কুমাৰ মেধিয়ে কাছাৰত অসমীয়া ভাষা প্ৰচলনৰ বিষয়ে কৈ চৰকাৰে কাছাৰত অসমীয়া চলোৱা বিষয়ত অনেক দিন ধৰি আওকাণ কৰা কথালৈ আঙুলিয়ায়। পিছপৰা অঞ্চলবিলাকত অসমীয়া ভাষা প্ৰচাৰৰ দিহা কৰি কাছাৰৰ অসমীয়াপ্ৰেমী ৰাইজক শিক্ষা-দীক্ষায় আগবঢ়াই নিবলৈ আহবান জনায়।

সীমান্ত অঞ্চলৰ জনজাতীয় ছাত্ৰ টাইপ ৰএঙাই সলসলীয়া অসমীয়া ভাষাত কয় যে পৰ্বত আৰু ভৈয়ামৰ মাজত বন্ধুত্ব ৰক্ষা কৰিব লাগে। তেওঁ পৰ্বতীয়াসকলক শিক্ষায়-দীক্ষায় আগবঢ়াই নিবলৈ দিহা কৰিবৰ বাবে ভৈয়ামবাসীক অনুৰোধ জনায়। সীমান্তত হিন্দী মাধ্যমেৰে শিক্ষা দিয়া বাবে জনজাতীয় ছাত্ৰসকলৰ অনেক অসুবিধা হৈছে এই কথা কৈ ৰএঙাই দুখ প্ৰকাশ কৰে। ইংৰাজী, হিন্দী, অসমীয়া আৰু নিজৰ মাতৃভাষা এই চাৰিটাত তেওঁলোকে শিক্ষা লাভ কৰিব লাগে।

মহেশচন্দ্ৰ দেৱগোস্বামী, যোগেন বৰা, লীলা কাকতী আদিয়ে সভাত দুআষাৰ কয়।

উচ্চ ন্যায়লয়ৰ মুখ ন্যায়ধীশ গোপালজী মেহৰোট্ৰাই অসমীয়া ভাষা-সাহিত্যৰ ঐতিহ্য সুঁৱৰি উত্তৰোত্তৰ উন্নতি কামনা কৰি দুআষাৰ কয়। সাহিত্যই জনতাক



অনুপ্ৰেৰণা যোগাব পাৰিব লাগিব, অসম সাহিত্য সভাই যাতে তাৰ প্ৰতি লক্ষ্য ৰাখে সেই কথাৰ ওপৰত ন্যায়ধীশ মেহৰোট্ৰাই জোৰ দিয়ে।

সভাপতি গোস্বামীয়ে তেখেতৰ সভাপতিৰ মন্তব্যত চাহ-মজদুৰৰ নিচিনা জনসাধাৰণৰ মাজত অসমীয়া ভাষা-সাহিত্য প্ৰচাৰৰ কাৰণে তেওঁলোকৰ উপযোগী কিতাপ ৰচনা কৰিবলৈ আহবান জনায়। সাহিত্য-ক্ষেত্ৰত এটা বলিষ্ঠ আশাবাদ নাথাকিলে সৃষ্টিধৰ্মী সাহিত্য সৃষ্টি হ'ব নোৱাৰে, তাৰ প্ৰতি লক্ষ্য ৰাখি সাহিত্য সৃষ্টি কৰিবলৈ গোস্বামীয়ে সকীয়াই দিয়ে।

শিলচৰৰ প্ৰতিনিধি বীৰেন্দ্ৰকুমাৰ সিংহই সাহিত্য সভাৰ পৰৱৰ্তী অধিৱেশন শিলচৰলৈ আহবান জনায়। 'অ' মোৰ আপোনাৰ দেশ' গীতেৰে দ্বিতীয় দিনাৰ মুকলি অধিৱেশন সামৰণি মৰা হয়।

## কবি সন্মিলন

২১ এপ্ৰিল তাৰিখে সন্ধিয়া ৬ বজাৰ পৰা কবি-সন্মিলন আৰম্ভ হয়। কবি-সন্মিলনত সভাপতিত্ব কৰে ডিম্বেশ্বৰ নেওগে। নেওগে ভাষণত সমাজ-গ্লানিৰ কথা উল্লেখ কৰি বাস্তৱ জগতৰ প্ৰতি সজাগ কৰি দিয়ে। শেষত সভাপতিৰ মন্তব্য প্ৰকাশ কৰি কয় 'কিছুদিনৰ পৰা মোৰ মনত ব্যৰ্থতাৰ ভাব জাগিছে। কাৰণ মোৰ কবিতাই কাৰো অন্তৰ যেন কঁপাব পৰা নাই। কিন্তু ইমানবিলাক কবিৰ এই সন্মিলনে সেই নিৰাশাৰ ভাব দূৰ কৰিছে। কবিতা অপদাৰ্থৰ বস্তু বুলি এটা ধাৰণা আছে। কিন্তু কলাৰ এটা সাৰ্থকতা আছে; কবিতাৰো সাৰ্থকতা আছে ; শব্দৰ এটা মহান শক্তি আছে।'

কবি সন্মিলনত যোগদান কৰা কবিসকলৰ ভিতৰত নীলমণি ফুকন, পদ্মধৰ চলিহা, পাৰ্বতিপ্ৰসাদ বৰুৱা, বিনন্দচন্দ্ৰ বৰুৱা, ভবানন্দ ৰাজখোৱা, অম্বেশ্বৰ চেতিয়া ফুকন, আনন্দচন্দ্ৰ বৰুৱা, কুমাৰ মধুসূদন, ফণী তালুকদাৰ, ভূপেন হাজৰিকা। নবীন কবিসকলৰ ভিতৰত বীৰেন্দ্ৰ নাথ বৰবৰা, কমলিনী বৰবৰা, শশীপ্ৰভা দত্ত, ফাটেমা বেগম, চন্দ্ৰ বৰা, লীলা কাকতি (আবৃত্তি), মূৰলী শইকীয়া, ৰেণু ফুকন, মনচোকো ৰাজখোৱা, ললিত শৰ্মা বৰুৱা, দীননাথ কোঁৱৰ, আনন্দ শৰ্মা, এলি আহমদ, চম্পাদাম নাথ, অৰুণ বৰুৱা, হোমেশ্বৰ দাস, হৰগোবিন্দ দাস আদি।

কবি-সন্মিলনৰ পিছত আকৌ সাংস্কৃতিক সন্মিলন আৰম্ভ হয়। তৃতীয় দিনাৰ সাংস্কৃতিক সন্মিলনৰ আকৰ্ষণ আছিল ডক্টৰ ভূপেন হাজৰিকাৰ কেইটিমান গীত। জনজাতীয় গীত-মাত, সূত্ৰধাৰী নৃত্য, নৃত্য-নাটিকা আদিয়ে শেষ নিশাৰাস সাংস্কৃতিক অনুষ্ঠানৰ সৌষ্ঠৱ বঢ়াইছিল। তিনিচুকীয়াৰ কমলা শৰ্মাৰ সত্ৰীয়া নাচ, যোৰহাটৰ ৰূপজ্যোতি কলামণ্ডলৰ নৃত্য-নাটিকা, দীপালী বৰঠাকুৰ আৰু খগেন মহন্তৰ গীতেও দৰ্শকক আনন্দ দিব পাৰিছিল।

কিন্তু এই সাংস্কৃতিক অনুষ্ঠান সুকলমে শেষ হ'বলৈ নৌ পাওঁতেই মাজনিশা ডেব বজাত সভাপতি ৰত্নকান্ত বৰকাকতীৰ লোকান্তৰৰ বাতৰিয়ে সকলোকে মৰ্মাহত কৰি তুলিলে। সকলো শোকত অভিভূত হৈ পৰিল। সভাপতিৰৰ সন্মানাৰ্থে তেতিয়াই সন্মিলনৰ সকলো কাৰ্য বন্ধ কৰি দিয়া হ'ল। ইমানতে ত্ৰিংশ বাৰ্ষিক সন্মিলনৰ সামৰণি পৰিল।

ত্ৰিংশ বাৰ্ষিক সন্মিলনত দুজন প্ৰাক্তন সভাপতি, এজন প্ৰাক্তন সম্পাদক, ১২ জন আজীৱন সভ্যৰ প্ৰতিনিধি, ৬ জন স্বীকৃত সভাৰ প্ৰতিনিধি, ২০৬ জন শাখা সভাৰ প্ৰতিনিধিকে ধৰি মুঠ প্ৰায় ২৪৬ জনে যোগদান কৰে।

## নতুন বৰ্ষৰ কাৰ্যনিৰ্বাহক সমিতি

অসম সাহিত্য সভাৰ নতুন কাৰ্যনিৰ্বাহক সমিতি এইসকলেৰে গঠিত হয়, সভাপতি ৰত্নকান্ত বৰকাকতী, উপ-সভাপতি পৰাগ চলিহা, প্ৰধান সম্পাদক ডক্টৰ মহেশ্বৰ নেওগ, সহকাৰী সম্পাদক হৰিপ্ৰসাদ নেওগ, পত্ৰিকা সম্পাদক বিশ্বনাৰায়ণ শাস্ত্ৰী, ধন-ভঁৰালী নৰেন্দ্ৰনাথ শৰ্মা, সদস্যসকল ত্ৰৈলোক্যনাথ গোস্বামী, মহেশচন্দ্ৰ দেৱ গোস্বামী, যতীন্দ্ৰ নাথ গোস্বামী, উমাকান্ত শৰ্মা, বীৰেন বৰকটকী, হেমন্তকুমাৰ শৰ্মা, বিনন্দচন্দ্ৰ বৰুৱা, খনীন্দ্ৰচন্দ্ৰ বৰুৱা, ব্ৰজেন্দ্ৰচন্দ্ৰ বৰপূজাৰী, চন্দ্ৰসিং টেৰণ, শ্ৰীকুমাৰ মেধি, বুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰ।

## বছৰটোৰ উল্লেখযোগ্য কাম

১) ত্ৰিংশ সন্মিলনত গৃহীত প্ৰস্তাৱ মৰ্মে উত্তৰপূব সীমান্ত অঞ্চলক একীকৰণৰ বাবে সভাৰ যত্ন, অসম শাসকীয় ভাষণ অধিনিয়ম কাৰ্যত পৰিণত কৰাৰ যত্ন।[৬১]

২) সভাৰ দাবী অনুযায়ী সভাৰ প্ৰতি সন্মান জনাই অসমৰ ৰাইজৰ ইচ্ছাৰ প্ৰতি সন্মতি জনাই ৭ জুন ১৯৬৩ তাৰিখে ভাৰতৰ তেতিয়াৰ প্ৰধান মন্ত্ৰী নেহৰুৱে দলং মুকলি কৰোঁতে শৰাইঘাত দলং বুলি নামকৰণ কৰে বিপুল হৰ্ষধ্বনিৰ মাজত। এই সুযোগতে লাচিত বৰফুকনো তেখেতে স্মৰণ কৰে।

৩) কথাভাগৱত আৰু কথাগীতা দেৱনাগৰী হৰফত প্ৰকাশ কৰিবলৈ ২০,০০০ টকাৰ অনুদানৰ বাবে চৰকাৰৰ লগত যোগাযোগ।

৬১. অসম চৰকাৰৰ ৰাজনৈতিক দপ্তৰে শাসকীয় ভাষা আইন (১৯৬০) কাৰ্যকৰী কৰিবলৈ নীতি প্ৰস্তুতি কৰিছে বুলি সভাক অৱগত কৰে। ইয়াৰ ভিতৰত ব্লক আৰু চাৰ্কোল পৰ্যায়ত শাসকীয় ভাষা প্ৰচলন কৰা আৰু অসমীয়া বঙলা টাইপ ৰাইটাৰৰ কাৰণে আখৰৰ চাবিৰ চিত্ৰ নিশ্চিত কৰা। চৰকাৰে টাইপ ৰাইটাৰ পৰিকল্পনাত সভাৰ পৰা মতামত বিচাৰে। বিষয়টো সভাৰ বিশেষজ্ঞ সমিতিয়ে পৰীক্ষা কৰি চৰকাৰৰ আঁচনিৰ প্ৰতি সহমত পোষণ কৰে।



৪) বিশ্বকোষ প্ৰণয়নৰ বাবে ন লাখ টকাৰ আঁচনি দাখিল।

৫) ভাষা-জ্ঞান পৰীক্ষা সংসদৰ অধীনত ২৯ ডিচেম্বৰ ১৯৬৩ তাৰিখে গুৱাহাটী, তেজপুৰ শিলচৰ কেন্দ্ৰত পৰীক্ষা হয়। যোৰহাট কেন্দ্ৰত পৰীক্ষা নহ'ল। ১১ জন পৰীক্ষাৰ্থীৰ ভিতৰত ৮ জন উত্তীৰ্ণ হয়। প্ৰথম বিভাগত গুৱাহাটী হৰেকৃষ্ণ পাল আৰু ৭ জনে দ্বিতীয় বিভাগ পায়।

৬) নতুন প্ৰকাশন - মহেশ্বৰ নেওগ আৰু হেমন্ত কুমাৰ শৰ্মা সম্পাদিত 'সাহিত্য সমীক্ষা' বিশ্বনাৰায়ন শাস্ত্ৰী অনূদিত 'সাহিত্য দৰ্পণ', নাজিৰা সন্মিলনৰ মূলসভা, সংগীত শাখা বুৰঞ্জী শাখা, কবিসন্মিলন, আদৰণী ভাষণ, বাৰ্ষিকী ছপা হৈ ওলাল। Assamese for All পুথিৰ খাচী আৰু গাৰো অনুবাদৰ দায়িত্ব আলডাৰিণ ডি ডখাৰ আৰু গাৰো অনুবাদৰ ভাৰ দিয়া হয় হৰেন্দ্ৰ ডব্লিউ মাৰাকক।

## হলিৰাম ঢেকিয়াল ফুকনৰ 'আসাম বুৰঞ্জি'

যতীন্দ্ৰ মোহন ভট্টাচাৰ্যই সম্পাদনা কৰা 'আসাম বুৰঞ্জি' পুথিখন গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ পাঠ্যৰূপে গ্ৰহণ কৰা হৈছিল। গ্ৰন্থখনে কোনো কোনো জনগোষ্ঠীক অসন্তুষ্ট কৰাত সভাই ১২/১০/৬৩ তাৰিখৰ কাৰ্যনিৰ্বাহক সমিতিৰ ৭ নং সিদ্ধান্ত মৰ্মে তলত দিয়া প্ৰস্তাৱটি গ্ৰহণ কৰে ...

"হলিৰাম ঢেকিয়াল ফুকনৰ 'আসাম বুৰঞ্জি'-ৰ বিষয়ে আলোচনা কৰি পৰামৰ্শ দিবৰ বাবে গঠিত সমিতিৰ প্ৰতিবেদন পাঠ কৰা হয়। যিহেতু পুথিখনত উক্ত প্ৰতিবেদনত কথামতে বহুতো অপ্ৰিয় আৰু অবাঞ্ছনীয় কথা আছে। অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে দৃঢ় মত প্ৰকাশ কৰে যে পুথিখনৰ প্ৰচাৰ তুৰন্তে বন্ধ হ'ব লাগে।"[৬২]

৬২। পুথিখন ১৮২৯ চনত তিনিটা খণ্ডত প্ৰকাশ হৈছিল। গুৱাহাটী প্ৰেমদা বুকষ্টলৰ হৈ কলিকতাৰ সমাচাৰ চন্দ্ৰিকা প্ৰেছত ছপা হৈছিল। এই খনৰ বিষয়ে ১৮৩০ চনত তাৰাচান্দ চক্ৰৱৰ্তীয়ে সুদীৰ্ঘ পুনৰীক্ষণ কৰিছিল। পশ্চিমৰ বিশ্বকোষতো পুথিখনে ঠাই পাইছিল। এইখন বঙলা ভাষাৰ প্ৰথম বুৰঞ্জী। অসমৰ বিদগ্ধ পণ্ডিত যতীন্দ্ৰনাথ ভট্টাচাৰ্যই তিনিওটা খণ্ড একত্ৰিত কৰি সম্পাদনা কৰে আৰু ১৯৬২ চনত বংগাব্দ ১৩৫৯-ত প্ৰকাশ হয়। বিৰিঞ্চি কুমাৰ বৰুৱাই সুদীৰ্ঘ পাতনি লিখিছিল। সম্পাদনা উচ্চমানৰ বুলি কলিকতাৰ কাকতত বাতৰি পৰিৱেশিত হৈছিল।

## উত্তৰ পূৰ্বাঞ্চলৰ শিক্ষা আৰু সাংস্কৃতিক নীতি

সভাই ইয়াৰ পূৰ্ব প্ৰকাশ কৰা সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি পাই সীমান্ত প্ৰশাসনে জনাইছে যে (১) অসমীয়া ভাষা শিক্ষাৰ বাহন কৰাৰ ঘোষিত নীতিৰ অগ্ৰগতি হোৱা নাই। (২) জনজাতীয় ভাষাৰ বাবে দেৱনাগৰী লিপি গ্ৰহণ কৰা (৩) অৱশ্যে জনজাতীয় পুথি নথকা অঞ্চলত প্ৰাথমিক পঢ়াশালি আৰু ওপৰ শ্ৰেণীত অসমীয়া মাধ্যমেৰে পাঠদান ১৯৫৯ চনৰ ঘোষিত নীতি মতে কৰিছে।

## হৰিহৰ চৌধুৰী বঁটা

হৰিহৰ চৌধুৰী বঁটা পুঁজিৰ পৰা পোৱা সুদেৰে হৰিহৰ চৌধুৰী বঁটা ১৯৬২ আৰু হৰিহৰ চৌধুৰী বঁটা ১৯৬৩ ক্ৰমে ১৯৬২ আৰু ১৯৬৩ চনৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষাত অসমীয়া বিষয়ত উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতীয় ছাত্ৰসকলৰ মাজত প্ৰথম স্থান অধিকাৰ কৰা পাছিঘাট হাইস্কুলৰ ৰামছুন মোদি আৰু তেজু হাইস্কুলৰ ৰমাকান্ত শ্যামে লাভ কৰিছে।

## পূৰ্বাঞ্চল পৰিষদৰ পৰামৰ্শ

১৯৬৩ চনৰ ১৩ আৰু ১৪ নবেম্বৰ তাৰিখে পাটনাত বহা পূৰ্বাঞ্চল পৰিষদৰ ভাষা বিষয় সিদ্ধান্ত সমূহৰ সভাই প্ৰতিবাদ কৰে। সিদ্ধাসমূহ আছিল —

১) প্ৰাথমিক পঢ়াশালিবোৰত এটা সংখ্যালঘু ভাষাভাষী দহজন ছাত্ৰ থাকিলেই সেই পঢ়াশালীত সেই ভাষাৰ যোগেদি শিক্ষা দানৰ ব্যৱস্থা।

২) মাধ্যমিক পঢ়াশালিবোৰত এটা সংখ্যালঘু ভাষা-ভাষী ৬০ জন ছাত্ৰ থাকিলেই বা তেনে পঢ়াশালীত নিম্নতম ১৫ জন তেনে ছাত্ৰ-ছাত্ৰী থাকিলে সেই ভাষাত শিক্ষা দানৰ দিহা হ'ব।

৩) সংখ্যা লঘু ছাত্ৰৰ অভিভাৱকে স্থানীয় ভাষাত নিজৰ ল'ৰা-ছোৱালীৰ শিক্ষা দিয়াৰ ইচ্ছা প্ৰকাশ কৰিলেও সেই ইচ্ছা গ্ৰাহ্য কৰা নহ'ব আৰু তেনে ল'ৰাছোৱালীক নিজৰ ভাষাতহে শিক্ষা দান দিয়া হ'ব।

৪) ৰাজ্যৰ ক্ষুদ্ৰ ক্ষুদ্ৰ এলেকা ঠাই চৰকাৰী বিজ্ঞাপন আৰু নিয়ম আদি সেই এলেকাবোৰৰ সংখ্যালঘু সকলৰ ভাষাত প্ৰকাশ কৰিব লাগিব।

এই পৰামৰ্শৰ পৰা বিৰত থাকিবলৈ সভাই চৰকাৰৰ সতৰ্ক কৰি দিয়ে।

## শাখা সভাসমূহৰ কাম-কাজ

এই দুটা বছৰত শাখাসমূহ অধিক সক্ৰিয় হয়। শাখাসমূহে পূৰ্বাঞ্চল ভাষা পৰিষদৰ প্ৰস্তাৱৰ প্ৰতিবাদ জনায়।



সভাৰ সভাপতি গৰাকীৰ বিয়োগত শাখাসমূহে শোকসভা পাতি বিদেহ আত্মাৰ সদগতি কামনা কৰে।[৬৩]

## ৰত্নকান্ত বৰকাকতী

ৰত্নকান্ত বৰকাকতী (জন্ম মে' ১৮৯৭ চন মৃত্যু ২১ এপ্ৰিল ১৯৬৩) নগাঁৱৰ আঠগাঁও প্ৰাথমিক বিদ্যালয়ৰ পৰা উত্তীৰ্ণ হৈ ১৯০৬ চনত নগাঁও চৰকাৰী হাইস্কুলত ভৰ্তি হয়। ১৯১৫ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত নাম ভৰ্তি কৰে আৰু পিচত কলিকতাৰ ৰিপন কলেজত নাম লগায় যদিও অসহযোগ আন্দোলনত যোগ দি পঢ়া সিমানতে সামৰে। নলবাৰী হাইস্কুলত শিক্ষকতা কৰা বৰকাকতী নগাঁৱৰ ধিং মৌজাদাৰ বিষয় বাবতো আছিল। ঊষা. বাঁহী, আৱাহন, জয়ন্তী, ৰামধেনু আদি আলোচনীত প্ৰবন্ধ আৰু কবিতা প্ৰকাশ পায়। এই কাকত কেইখনৰ পৰাই তেখেতে প্ৰেৰণা পায়। ১৯১৭ চনৰ ভিতৰত লেখা অসমীয়া আখৰ জোঁটনি আদি ভালেমান প্ৰবন্ধই বৰকাকতীক সমালোচক ৰূপেও পোৱা যায়। প্ৰথম অধিৱেশনত বৰকাকতীয়ে কোৱা ভাষা আৰু লিখা ভাষা নামেৰে এটা প্ৰবন্ধ পাঠ কৰিছিল। গদ্য ৰচনাৰ ভিতৰত *'জিনু আৰু ডালিমী', 'সাহিত্যত জাত বিচাৰ', 'জ্ঞান মালিনীৰ সমালোচনা', 'অসমীয়া জাতিৰ জাতীয়ত্ব'* ভাৰতীয় ঐতিহ্যস্বৰূপ সংস্কৃতি আৰু উপনিষদ ভাষাৰ ঐক্য বেলিৰ পোহৰ আদি প্ৰবন্ধই সমালোচক ৰূপেও প্ৰতিষ্ঠা কৰিছে।

---

৬৩. চেলেংহাট শাখা সাহিত্য সভাই আলোচনা-চক্ৰ পাতি অসমীয়া গদ্য-সাহিত্যৰ ক্ৰমবিকাশ সম্পৰ্কে আলোচনা কৰে। এই সভাৰ দ্বিতীয় বাৰ্ষিক অধিৱেশন হৰিপ্ৰসাদ নেওগৰ সভাপতিত্বত সম্পন্ন হয়। জ্ঞানোদয় শাখা সাহিত্য সভাই (নাজিৰা) শ্বহীদ দিৱস আৰু কেইবাগৰাকীও দেশনেতাৰ মৃত্যু-দিৱস পালন কৰে।

জ্ঞানোদয় সমাজে (নলবাৰী) কেইবাখনিও আলোচনা-চক্ৰ আৰু ৭ ম বাৰ্ষিক অধিৱেশন পতাৰ উপৰি 'পৱিত্ৰ অসম'-ত অপ্ৰকাশিত তথ্য কিছুমান গ্ৰন্থখনিত সন্নিবিষ্ট কৰাৰ উদ্দেশ্য পঠিয়াবলৈ আগ্ৰহ প্ৰকাশ কৰিছে। এই সমাজে অসমীয়া লোক-গীত, ফকৰা-যোজনা, পুৰাণ পুথি-পাজি সংগ্ৰহ কৰিবলৈ প্ৰস্তাৱ যোগে চৰকাৰক অনুৰোধ জনায়।

ডাঙৰি সাহিত্যসভাই (লখীমপুৰ জিলা) অসম সাহিত্য সভাৰ পত্ৰিকা আৰু গ্ৰন্থসমূহ সভ্যসকলৰ মাজত সৰবৰহী কৰিবলৈ তৎপৰতা দেখুৱাইছে। এই সভাৰ প্ৰথম বাৰ্ষিক অধিৱেশন 'ধ্বনি কবি' বিনন্দচন্দ্ৰ বৰুৱাৰ পৌৰোহিত্যত সম্পন্ন হয়। সভাই এখন বাৰ্ষিক প্ৰকাশ উলিয়াবলৈ চেষ্টা কৰে।

ডিফু শাখা সাহিত্য সভাই পাঁচখন আলোচনা চক্ৰ আৰু দুখন শোক-সভা পাতে। এই সভাৰ কাৰ্বি ভাষা শিক্ষানুষ্ঠানৰ কাৰণে চৰকাৰৰ লগত যোগাযোগ কৰিছে।

ডিব্ৰুগড় সাহিত্য সভাই কেইবাখনো আলোচনা-চক্ৰৰ উপৰি এখন অধিৱেশনত অসমৰ পাঁচগৰাকী প্ৰবীণ সাহিত্যিক নীলমণি ফুকন, যতীন্দ্ৰনাথ দুৱৰা, পদ্মধৰ চলিহা, শৈলধৰ ৰাজখোৱা আৰু ডক্টৰ মহানন্দ বৰুৱাদেৱক সম্বৰ্দ্ধনা জনায়। ইয়াৰ উপৰি এই সভাই ডিব্ৰুগড় দক্ষিণ জালান নগৰত আধা বিঘা মাটি দান লৈ তাত 'লক্ষ্মীনাথ বেজবৰুৱা ভৱন' নামে এটি ঘৰ সজাৰ দিহা কৰিছে। ইতিমধ্যে অসমৰ মুখ্য মন্ত্ৰী বিমলা

কবিতা পুথি *শেৱালি* (১৯৩২), *তৰ্পণ* (১৯৫৩) *চন্দ্ৰহাৰ* (১৯৬৩), উল্লেখযোগ্য। *আলাপ* (১৯১৮) *আমাৰ লিপি প্ৰশ্ন* (১৯৫৫), *অলকা* (১৯৬১) গদ্যপুথি। গান্ধীৰ হিন্দ্ স্বৰাজৰ অনুবাদ *মহাত্মাগান্ধীৰ স্বৰাজ* (১৯২১) প্ৰকাশ পায়।

---

প্ৰসাদ চলিহাদেৱে ঘৰটোৰ আধাৰ-শিলা স্থাপন কৰিছে। এই ঘৰটোত সাহিত্য সভাৰ পুথি-ভঁৰাল, গৱেষণাগাৰ, সভাঘৰ, আলহীঘৰ আৰু ৰংগমঞ্চৰ ব্যৱস্থা থাকিব বুলি সভাক জনোৱা হৈছিল।

ডিমৌ সাহিত্য সভাৰ (শিৱসাগৰ) উদ্যোগত বেজবৰুৱা আৰু ৰজনীকান্ত বৰদলৈৰ সাহিত্যালোচনা-চক্ৰ আৰু শ্ৰীশঙ্কৰদেৱৰ জন্মোৎসৱ পতা হৈছে। এই সভাই এটি পুথি-ভঁৰাল স্থাপনৰো দিহা কৰিছে।

নতুনকৈ স্থাপিত হোৱা ডুলীয়াজান সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ কল্পে যত্ন লৈছে।

ঢলপুৰ সাহিত্য সভাই কেইবাখনো বৈঠকৰ উপৰি বছৰেকীয়া অধিৱেশনত কবি-সন্মিলন, কৃষ্টি সন্মিলন আদিৰ আয়োজন কৰে।

তৰুণ সাহিত্য সংঘ(ধেমাজি)ৰ নিয়মীয়াকৈ কেইবাখনো বৈঠক বহে।

তিনিচুকীয়া শাখা সাহিত্য সভাই কেইবাখনিও আলোচনা-চক্ৰত অসমীয়া সাহিত্যৰ বিভিন্ন দিশ সম্পৰ্কে আলোচনা আৰু বেজবৰুৱা মৃত্যু-দিৱস পালন কৰে। এই সভাৰ উদ্যোগত অসম আৰু অসমৰ বাহিৰৰ কেইবাগৰাকীও মহান লোকৰ মৃত্যুত শোক-সভা অনুষ্ঠিত হয়।

দিখৌমুখ সাহিত্য সভাই (শিৱসাগৰ) মাজে-সময়ে. আলোচনা-চক্ৰ, কৃষ্টি-সন্মিলন পতাৰ উপৰি কেইবাগৰাকীও সাহিত্যিকৰ মৃত্যু দিৱস পালন কৰি তেখেতসকলৰ সাহিত্যিক গুণৰাজিৰ বিষয়ে আলোচনা কৰে।

দিচৈনগৰ (যোৰহাট) শাখা সাহিত্য সভাই কেইবাখনিও শোক-সভা, শঙ্কৰদেৱৰ তিৰোভাৱ তিথি, নেহৰু জন্ম-দিৱস আদি পালন কৰে।

সাহিত্য সভাৰ সভাপতি ৰত্নকান্ত বৰকাকতীদেৱৰ তিৰোধানত শোক-সভা পাতি স্বৰ্গীয় আত্মালৈ শ্ৰদ্ধাঞ্জলি জনাই তেওঁৰ সাহিত্যিক কীৰ্তিসমূহৰ স্মৰণ কৰে।

অভয়াপুৰী শাখা-সভাই অসমৰ প্ৰধান সমস্যাবিলাকৰ বিষয়ে ৰাষ্ট্ৰপতিৰ দৃষ্টি আকৰ্ষণ কৰি এখনি স্মাৰণ পত্ৰ দিছে আৰু দিল্লীত পঢ়িব খোজা ছাত্ৰ-ছাত্ৰীসকলক প্ৰয়োজনীয় বাতৰি যোগাবলৈ ছাত্ৰ-সন্মিলনৰ বাতৰি সম্থাই যথোচিত কাম হাতত লৈছে।

উত্তৰ লখীমপুৰ সাহিত্য সভাই কেইবাখনিও আলোচনা চক্ৰ পাতিছে আৰু বনুৱা, জনজাতিৰ মাজত অসমীয়া ভাষা-সাহিত্য প্ৰচাৰৰ বাবে যত্ন লৈছে।

ওদালগুৰি সাহিত্য সভাই আলোচনা-চক্ৰ পাতি শঙ্কৰদেৱ, আনন্দৰাম ঢেকীয়াল ফুকন, ৰবীন্দ্ৰনাথ ঠাকুৰ আদিৰ সাহিত্য সম্পৰ্কে আলোচনা কৰে। সভাই নিজ কাৰ্য্যালয়ৰ বাবে এটি ঘৰ সাজিবলৈ যত্ন কৰিছে।

কলঙপৰীয়া আলোচন-চক্ৰই (নগাঁও) চক্ৰৰ প্ৰথম বাৰ্ষিক মুকলি অধিৱেশনত আৱাহনত-যুগৰ অন্যতম প্ৰসিদ্ধ গল্প-লেখক মহীচন্দ্ৰ বৰাদেৱক এখনি অভিনন্দন পত্ৰ দিয়ে।

কলিয়াবৰৰ সাহিত্য সভাই বছৰটোত কেইবাখনো আলোচনা-চক্ৰ আৰু ৰাজহুৱা সভা পাতি গঠনমূলক কাৰ্য্যৰ বিষয়ে আলোচনা কৰে।

কুৰালগুৰি সাহিত্য সভাই (বৰুৱা বামুণগাঁও) কেইবাখিনিও আলোচনা-চক্ৰ আৰু শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰদেৱৰ পৌৰোহিত্যত সভাৰ চতুৰ্থ বাৰ্ষিক অধিৱেশন পাতে। এই সভাই ৰুছ দেশত ভ্ৰমণ কৰি অহা কথা-সাহিত্যিক চৈয়দ আব্দুল মালিকক সম্বৰ্দ্ধনা জনায়।

ধুবুৰী সাহিত্য সভাই প্ৰমথনাথ চক্ৰৱৰ্তীৰ নেতৃত্বত ডেৰকুৰি খনতকৈও অধিক আৰু আলোচনা-চক্ৰ বহুৱাই ৰাইজৰ মাজত অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতি প্ৰচাৰ কৰিবলৈ যত্ন লৈছে। তদুপৰি গোৱালপাৰাৰ থলুৱা গীত-মাত সংগ্ৰহ কাৰ্য্যতো এই সভাই মনোনিৱেশ কৰিছে।

ন-আলি ঢেকিয়াজুলি সাহিত্য সভাৰ দ্বাৰা অসমীয়া সাহিত্য বিষয়ক আলোচনা চক্ৰ আৰু শ্ৰীশঙ্কৰদেৱৰ



বৰকাকতীৰ কবিতাৰ সকলো বৈশিষ্ট্য শেৱালি কবিতা পুথিৰ মাজেদি ব্যক্ত হৈছে। 'প্ৰেম সৌন্দৰ্য আৰু অনন্ত প্ৰকৃতিৰ শিহৰণ লাগি কবি উতলা, উন্মনা, তাৰ মাজত কবিয়ে নিজেই নাজানে তেওঁৰ ধৰ্ম কি? কৰ্মে দেৱায় হৰিষা ৱিধেম। ... বৰকাকতীৰ কবিতাৰ প্ৰধান আকৰ্ষণ তাৰ গুৰুত্বপূৰ্ণ ভাষা আৰু স্বাসাঘাত প্ৰধান ছন্দত; ই অসমীয়া কবিতাত প্ৰায় অভিনৱ এক সুৰ।[৬৪] বৰকাকতীয়ে সভাৰ দ্বিতীয় মুকলি অধিৱেশনত সভাপতিত্ব কৰিব নোৱাৰিলে অসুস্থ হোৱাৰ কাৰণে সেই দিনা ৰাতি ডেৰ বজাত বৰককাকতীয়ে ইহলীলা সম্বৰণ কৰে। সকলো শোকত অভিভূত হৈ পৰিলে। সন্মিলনৰ সকলো কাৰ্যসূচী বন্ধ কৰি দিয়া হৈছিল।

---

জন্মোৎসৱ তিথি অনুষ্ঠিত হয়। এই সভাই চাহ -বাগিচাত অসমীয়া ভাষা প্ৰচাৰ উদ্দেশ্যে একনি প্ৰচাৰ-পৰিষদ গঠন কৰে আৰ প্ৰবীণ সাহিত্যিক শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰদেৱক সম্বৰ্দ্ধনা জনায়।

নগাঁও সাহিত্য সভাই অধিৱেশন পাতি ৰত্নকান্ত বৰকাকতীৰ মৃত্যুত শোক প্ৰকাশ আৰু তেখেতৰ সাহিত্য-প্ৰতিভা সম্পৰ্কে আলোচনা কৰে। সভাই মহাৰাষ্ট্ৰৰ সাহিত্যিক বসন্ত বাপট আৰু লীলাধৰ হেগ্‌ডেক সম্বৰ্দ্ধনা জনায়। জ্যোতি-সৌৱৰণী পতাটোও সভাৰ এটি বিশিষ্ট কৰ্ম।

নাজিৰা সাহিত্য সভাই কেইবাগৰাকীও মহান লোকৰ তিৰোধান তিথি পালন কৰে। সভাই ৰত্নকান্ত বৰকাকতীদেৱৰ স্মৃতি ৰক্ষা আৰু নিজৰ বাবে স্থায়ী ঘৰ এটি নিৰ্মাণৰৰ ব্যৱস্থা কৰে।

নিতাই পুখুৰী সাহিত্য সভাই 'সাহিত্য-সেৱী' চ'ৰা নামৰ এটি আলোচনা চক্ৰ মুকলি কৰিৰ তাৰ যোগেদি সাহিত্য আৰু সৰ্বসাধাৰণৰ উপযোগী আন বিষয় আলোচনা আৰু মহাপুৰুষসকলৰ তিথি পালন কৰে। সভাই পুথি-ভঁৰাল স্থাপন, স্থানীয় গীত-মাত সংগ্ৰহ আৰু বিভিন্ন সম্প্ৰদায়ভুক্ত স্থানীয় ৰাইজৰ মাজত সাংস্কৃতিক বিনিময় ঘটাবলৈ সঙ্কল্প কৰে।

পুঁৰতী সাহিত্য সভাই (বোকাখাট) বছৰটোত আঠখন বৈঠক বহুৱায়, সাহিত্যিক শ্ৰীৰামচন্দ্ৰ দাসক সম্বৰ্দ্ধনা জনায়, ৰবীন্দ্ৰ জয়ন্তী পালন কৰে আৰু সদৌ অসম সাহিত্য প্ৰতিযোগিতা পাতি যোগ্য প্ৰতিযোগীসকলক পুৰস্কাৰ দিয়ে।

পূব ঘিলাধাৰী সাহিত্য সভাই (বৰুৱা বামুণগাঁও, গোলাঘাট) 'পঙ্কজ' নামৰ এখনি ছমহীয়া আলোচনী প্ৰকাশ কৰে।

প্ৰতাপগঞ্জ শাখা সভাই মাজে মাজে আলোচনা চক্ৰ পতাৰ উপৰি গোৱালপৰীয়া ফকৰা-যোজনা আৰু প্ৰাচীন পুথি সংগ্ৰহৰ যত্ন কৰিছে।

বকতা সাহিত্য সভাই আলোচনা-চক্ৰ পাতে।

বৰপেটা সাহিত্য সভাই এটি নিজা ঘৰ সাজিবলৈ যত্ন লৈছে।

বালিগাঁও সাহিত্য সভাই কেইবাখনিও আলোচনা-চক্ৰ পতাৰ উপৰি মহাপুৰুষসকলৰ তিৰোধান তিথি পালন কৰে। সভাই স্থানীয় কৃতী সাহিত্যিক কিৰণচন্দ্ৰ গোস্বামী ৰচিত প্ৰবন্ধ সমূহৰ এটি সংকলন উলিয়াবলৈ যত্ন কৰিছে।

ভাৰতীয় অধ্যয়ন -চক্ৰৰ (সৰ্থেবাৰী) ১৬ খনি বৈঠকত সাহিত্যৰ বিভিন্ন দিশ সম্পৰ্কে আলোচনা হয়।

মৰিয়নী সাহিত্য সভাৰ দ্বাৰা ৰত্নকান্ত বৰকাকতীদেৱৰ আদ্য-শ্ৰাদ্ধৰ দিনা নাম-কীৰ্তন, আন কেইবাগৰাকী প্ৰসিদ্ধ সাহিত্যকৰ মৃত্যু-দিৱস পালন আৰু মেঘদূত অধিৱেশন উদ্‌যাপিত হয়। নগাজাঙ্কা, সোণোৱাল আদি অঞ্চলত আলোচনা-চক্ৰৰ যোগেদি অসমীয়া ভাষা-সাহিত্য প্ৰচাৰ এই সভাৰৰ উল্লেখনীয় কৰ্ম।

মাকুম সাহিত্য সভাই ওচৰত থকা চাহ-বাগিচাসমূহৰ মজদুৰ সকলৰ মাজত অসমীয়া ভাষা প্ৰচাৰ কৰিবলৈ যত্ন লৈছে।

৬৪। মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ. ২৬৮

**অভিভাষণৰ সুবচন**

*মাতৃৰ স্তনেৰে সতে থুনুক্ থানাক্ মাতে*
*কৰিছিলোঁ যি ভাষাৰ নিতৌ অমৃত পান।*
*সেয়ে মোৰ পৰাণৰ মাতৃভাষা সৰগ সমান।*
*শঙ্কৰ মাধৱ, কবি মাধৱ কন্দলি*
*ফুলালেহি যি ভাষাত কাব্য-ফুল-কলি;*
*যি ভাষাৰ পতি কৰি হেম বৰুৱাই*
*সাধিলে জাতীয় হিত 'কোষ' উলিয়াই;*
*সেয়ে মোৰ শৰীৰৰ শিৰে শিৰে নচা*
*সেয়ে মোৰ মৰমৰ সেয়ে মাতৃ ভাষা।*

* * *

*জীৱনৰ লগ সাদৰী মাতৃ ভাষা*
*পৰাণৰ লগ সাদৰী মাতৃ ভাষা*
*পৰাণৰ তুমি একোটি মাথোন গভীৰ মাধুৰী আশা।*
*মোৰ সপোনৰ তুমি সুমধুৰ খেলা*
*দিঠকৰ তুমি সুগভীৰ ব্ৰত,*
*মোৰ মৰতৰ তুমি পানীৰ ভেলা*
*সৰগৰ তুমি সোণালী ৰথ।*
*মোৰ আশা ভৰসাৰ তুমিয়ে কেন্দ্ৰ*

---

যমুনামুখ সেউজী সমাজে প্ৰতি মাহে একোখনিকৈ আলোচনা চক্ৰ পাতে। যোৰহাট সাহিত্য সমাজে প্ৰতি মাহে একোখনিকৈ আলোচনা-চক্ৰ পাতে।

যোৰহাট সাহিত্য সভাই কেইবাখনিও ৰাজহুৱা সভাৰ উপৰিও ৰত্নকান্ত বৰকাকতীৰ মৃত্যুত এখনি শোকসভা পাতে, ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ মৃত্যু তিথি আৰু হিতেশ্বৰ বৰবৰুৱাদেৱৰ প্ৰতিকৃতি উন্মোচন-উৎসৱ, বেজবৰুৱাৰ তিৰোধান তিথি-উৎসৱ পালন কৰে।

ৰঙিয়া আলোচনী সভাৰ অসমীয়া ভাষা-সংস্কৃতি বিষয়ক ২০খন বৈঠক বহে। সভাই মহাপুৰুষসকলৰ জয়ন্তী আদি উৎসৱ আৰু দেশ-বিদেশৰ বৰেণ্য পুৰুষসকলৰ মৃত্যুত শোকসভা পাতিছে। সভাৰ এটা নিজা পুথিভঁৰাল আছে। সভাই অতীত আৰু বৰ্তমান নামে এখনি কিতাপ প্ৰকাশ কৰে আৰু ভৱিষ্যতেও এখনি সংকলন গ্ৰন্থ উলিয়াবলৈ যত্ন কৰিছে।

লামডিং শাখা সাহিত্য সভাই গিৰিধৰ শৰ্মাৰ পৌৰোহিত্যত বাৰ্ষিক অধিৱেশন পাতি অসমীয়া ভাষা বিল অনতিপলমে কাৰ্যকৰী আৰু নেফাক অসমৰ লগত চামিল কৰিবলৈ চৰকাৰক টানি অনুৰোধ জনায়। এই সভাই সাংস্কৃতিক সন্মিলন পাতি বঙালী, নেপালী, কাৰ্বি, বড়ো আদি শিল্পীৰ সমাৱেশ ঘটোৱায়। ইয়াৰ উপৰি এই সভাৰ উদ্যোগত কেইবাখিনিও অধিৱেশন বহে।

শলগুৰি মুকুল সাহিত্য সভাৰ (শিৱসাগৰ) এটি উল্লেখযোগ্য কাম হ'ল অসম সাহিত্য সভাৰ তিনিগৰাকী প্ৰাক্তন সভাপতি নীলমণি ফুকন, যতীন্দ্ৰনাথ দুৱৰা আৰু পদ্মধৰ চলিহাদেৱক সম্বৰ্দ্ধনা জনোৱা। এই সভাই



*তোমাৰ যশতে গৰ্ব মোৰ,*
*জীৱনত তুমি পৰ্ব মোৰ।*

* * *

*মোৰ ভয় ভাৱনাৰ তুমিয়ে মন্ত্ৰ*
*জীৱনত তুমি পৰ্ব মোৰ।*
*মোৰ ক্ষীণ শক্তিৰ তুমিয়ে ধাত্ৰী*
*হৃদয়-বীণাৰ তুমিয়ে তাঁৰ,*
*মোৰ দীন ভক্তিৰ তুমিয়ে মাতৃ*
*তুমিয়েই পুনু পূজা-উপচাৰ।*
*তোমাৰ কাৰণে ত্যাগিম স্বাৰ্থ*
*তোমাৰ কল্যাণে জাগিম মই,*
*তোমাৰ পূজাত যদিবা ব্যৰ্থ*
*ই জীৱন মোৰ ব্যৰ্থ হয়।*

* * *

*এই মিলনতে সৌন্দৰ্য আৰু আনন্দ। সাহিত্যৰ এই সহিতত্ত্ব, এই লগ এই মিলনৰ ভাৱৰ লগত ভাষাৰেই নহয়, ব্যাকৰণৰ লগত ছন্দৰেই নহয়; দুৰৈৰ সৈতে ওচৰৰ, লগত বৰ্তমানৰ মানুহৰ লগত মানুহৰ, অন্তঃপ্ৰকৃতিৰ লগত বহিঃপ্ৰকৃতিৰ, ব্যক্তিগত জীৱনৰ লগত সমাজ জীৱন, জগৎ জীৱনৰ। এই ৰসস্ৰাৱী আনন্দ-প্ৰসূ জীৱন-প্ৰকাশক সাহিত্যৰ হৈছে ভাষা।*

* * *

---

কেইবাখনো আলোচনা-চক্ৰ আদি পাতে। সভাই স্থানীয় বৰপাত্ৰ দ'ল হাইস্কুলৰ ৭ ম মানৰ ভিতৰত অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ পোৱা ছাত্ৰজনক এটি বিশেষ বঁটা দিয়ে।

শিৱসাগৰ ৰংপুৰ সাহিত্য সভাই সমাৰোহেৰে বাৰ্ষিক অধিৱেশন পতাৰ উপৰি কবি দুৱাৰ সাহিত্য-প্ৰতিভা সম্পৰ্কীয় সঙ্কলন এটি যুগুত আৰু এই সভাৰ কেইবাগৰাকীও সদস্যই গাইগুটীয়া বা যুটীয়াকৈ বিবিধ পুথি, আলোচনা আদি প্ৰকাশ কৰাটো উল্লেখযোগ্য।

শ্বিলং মুকুল সঙঘই বিশেষ আড়ম্বৰেৰে সঙঘৰ চতুঃশতম অধিৱেশন পাতি আলোচনা আৰু বিচিত্ৰানুষ্ঠানৰ যোগেদি বিভিন্ন সম্প্ৰদায়ভুক্ত লোকৰ মাজত সৌহাৰ্দ্য স্থাপন কৰিবলৈ চেষ্টা কৰে। এই সভাৰ হৰি প্ৰসাদ বৰুৱাক মান-পত্ৰ দিয়া হয়। এই সঙঘৰ সদস্য কেইবাগৰাকীৰো গাইগুটীয়া প্ৰচেষ্টাত কেইবাখনিও পুথি প্ৰকাশ হয়।

সবিতা সভাই (গুৱাহাটী) সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত প্ৰমুখ্যে অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকলক অভিনন্দন জনোৱাৰ লগতে গুৱাহাটীৰ নৱীন-প্ৰৱীণ সাহিত্যিক সকলৰ লগত তেখেতসকলৰ চা-চিনাকিৰ এটি পৰিৱেশ সৃষ্টি কৰে। এই সভাৰ উদ্যোগত কালিদাস-জয়ন্তী, বেজবৰুৱাৰ তিৰোধান তিথি উৎসৱ আদি মহাসমাৰোহেৰে পালন কৰা হয়। সভাই বৰ্তমানে সাহিত্য প্ৰতিভা চিৰিজৰ তৃতীয় গ্ৰন্থ চৌধাৰীৰ সাহিত্য-প্ৰতিভা ৰঘুনাথ চৌধাৰী কবিৰত্নৰ জীৱনী আৰু গ্ৰন্থৰাজিক লৈ যুগত কৰি ছপাবলৈ দিছে।

*আজি আমি ঘাইকৈ অসমীয়া নে ভাৰতীয়? অসমীয়া সাহিত্য সংস্কৃতি ভাৰতীয়, এনে প্ৰশ্নইও সময়ত নানা কাৰণত ভুমুকি মাৰে। মোৰ মনেৰে এই প্ৰশ্ন ভ্ৰমাত্মক; আমি ৰাষ্ট্ৰীয়ভাৱে মহাভাৰতৰ দিনৰেপৰা সুকীয়া হৈ থাকোঁতেও আমাৰ সংস্কৃতি ঘাইকৈ ভাৰতীয় হৈ আহিছে, আমিয়ে সদায় ভাৰতীয় তেনেই জল-জল পট-পট। ৰাষ্ট্ৰীয় ঐক্য বাদ দিলেও ৰেল, জাহাজ ডাকৰ অচাৰ-সঁচাৰ অৱস্থাতো এই অৰণ্যতে দেখোন দুন্দুভি বাজিছিল সেই ভাৰতীয়।*

*   *   *

*ভাৰতৰ আৰ্য-অনাৰ্য সংস্কৃতিৰ সংমিশ্ৰণত উদ্ভৱ হোৱা মহাভাৰতীয় সংস্কৃতিৰ লগত গোটেই ভাৰতৰ যি যোগসূত্ৰ বৰ্তমান, আমাৰ অসমো সেই যোগসূত্ৰেৰেই সদায় একে হৈ অহা নাই জানো? সমগ্ৰ ভাৰতীয় সভ্যতা সংস্কৃতিৰ মূলত যি জীৱন-দৰ্শন আধ্যাত্মিকতাৰ অনুৰূপ আছে, সিয়েই আমাক সদায় যোগাব লাগিছে অন্তৰতৰ ৰূপে সেই ভাৰতীয় ঐক্য বোধো। সেয়া এৰি আমি অসমীয়া হিচাপে এফালে যেনেকৈ গদাধৰ লাচিতৰ বীৰত্বত, জয়মতীৰ সতীত্বৰ আঁৰত গৌৰবান্বিত বোধ কৰোঁ, তেনেকৈ ৰাম, লক্ষ্মণ, সীতা, সাবিত্ৰী, কৃষ্ণ ভীম, অৰ্জ্জুন যুধিষ্ঠিৰ দ্ৰেপদীৰ বীৰত্ব, সতীত্ব লৈও গৌৰবান্বিত বোধ নকৰি নোৱাৰোঁ। শঙ্কৰদেৱৰ নামত যেনেকৈ গৌৰৱান্বিত, ব্যাস-বাল্মিকীৰ নামত, কালিদাস, ৰবীন্দ্ৰনাথৰ নামত তেনেকৈ গৌৰান্বিত। দেশভক্ত দেশনেতা হিচাপে লাচিত-পূৰ্ণানন্দতকৈ গান্ধী-নেহৰুৰ প্ৰতি কম শ্ৰদ্ধান্বিত নহওঁ। এইটোও অসমীয়া জীৱনতো ভাৰতীয় সংস্কৃতিৰ ভাৰতীয় ঐক্যবোধৰ জাজ্বল্যমান দৃষ্টান্ত।*

*   *   *

*সংক্ষেপতে ক'ব লাগিলে আমাৰ এই শঙ্কৰ সাহিত্যিক সংকীৰ্ণ অৰ্থত এটা ধৰ্ম নুবুলি বুলিব পাৰি ভাৰতীয় চিৰন্তন আদৰ্শৰ সাসহিত্য, যি সাহিত্য অনুপ্ৰাণিত হৈ বেদান্তত্বৰ দ্বাৰা, যি সাহিত্যৰ মৰ্মকথা হৈছে - 'বসুধৈৱ কুটুম্বকম্।'*

*   *   *

*কাব্য-সাহিত্য যুগে যুগে বেলেগ মূৰ্তিলৈ ওলালেও অৰ্থাৎ কাব্য-সাহিত্য এক হিচাপে যুগন্ধৰ হলেও, সাহিত্যৰ যিটো নিত্য ধৰ্ম তাৰ কিন্তু পৰিৱৰ্তন নহয়। সেই দেখি সি যুগাতীত। আকাশত যেনেকৈ একে সময়তে ক'ৰবাত ৰ'দ, ক'ৰবাত বৰষুণ, কাব্য-সাহিত্যৰ, কবিতাৰ ৰস আস্বাদনতো তেনেকৈ মানুহৰ হৃদয়ত ক'ৰবাত ৰ'দ বৰষুণ; অৰ্থাৎ একে কাব্য, একে কবিতাকে পঢ়ি যদি পাঁচজনে নথৈ ৰস, নথৈ আনন্দ*

---

সোণাৰি সাহিত্য সভাই দুখন আলোচনা-চক্ৰ আৰু চাৰিখন অধিৱেশন বহুৱায়। চাহ বাগিচাৰ বনুৱাসকলক সাহিত্য সভাৰ সভ্যভুক্ত কৰাটো এই সভাৰ এটি উল্লেখযোগ্য।



*উপভোগ কৰে, দহজনে হয়তো নকৰে। এই কাৰণেই সকলো দেশতে সকলো কবি বা সাহিত্যিক একে সময়তে সৰ্বজন সমাদৃত হোৱা প্ৰায়েই দেখা নাযায়। সেই দেখি ভৱভূতিয়ে সদৰ্পে কৈ গৈছে —*

*'উৎপৎস্যতেহস্তি মম কোঽপি সমানধৰ্মা*
*কালোহ্যয়ং নিৰবধিৰ্বিপুলা চ পৃথ্বী।'*

*   *   *

*আমাৰ বৰ্তমান সাহিত্যত যিটো বিদ্ৰোহৰ সূচনা হৈছে তাৰ মূলত কবিগুৰু ৰবীন্দ্ৰনাথে কোৱাৰ দৰেই ক'ব পাৰি যে সাগৰৰ সিপাৰে এখন হাট আছে তাত এটা হট্টগোলৰ প্ৰতিধ্বনিটো উঠিছেহি। হাটখন হৈছে ফ্ৰয়েড, কাৰ্লমাৰ্ক্সৰ নতুন চিন্তাধাৰাৰে প্ৰভাবান্বিত য়ুৰোপৰ বৈষয়িক জীৱনযুদ্ধ, ঘাইকৈ দ্বিতীয় মহাযুদ্ধৰ পিছত ঘটা পৰিস্থিতিৰ ফল, আৰু হট্টগোলটো হৈছে তাৰ আন্দোলন আৰু তাৰ সাহিত্যিক প্ৰতিফলিত।*

*কবিগুৰুৱে কৈছে — 'নদী সদায় সমুখলৈ পোনে পোনে বৈ থাকি হঠাৎ এটা মেৰপাক বেঁকা হৈ যায়, সাহিত্যও সদায় সেইদৰে পোনে পোনে নবয়, যেতিয়া সি মেৰপাক হৈ যায় তাকে ক'ব লগা হয় মডাৰ্ণ বুলি। এই মডাৰ্ণটো সময়লৈ নহয়, মৰ্জ্জিলৈহে, ই বাস্তৱতে দেশগত আৰু কালগত নহয়, মৰ্জ্জিগতহে।'*



# একত্ৰিংশ অধিৱেশন

## ডিগবৈ

## ১৭, ১৮, আৰু ১৯ এপ্ৰিল, ১৯৬৪

(সভাৰ একত্ৰিংশ অধিৱেশন শিলচৰে নিমন্ত্ৰণ কৰিছিল যদিও ৩০/৯/৬৩ তাৰিখে শিলচৰ ৰাজহুৱা সভাই অধিৱেশন পাতিব নোৱাৰে বুলি কোৱাত নলবাৰীক প্ৰস্তাৱ দিয়া হৈছিল। কিন্তু নলবাৰীয়ে অপাৰগতা প্ৰকাশ কৰাত ডিগবৈৰ কৃষ্ণপ্ৰসাদ বৰুৱাই ডিগবৈলৈ অধিৱেশন নিমন্ত্ৰণ কৰে ৫/১০/৬৩ তাৰিখে। ১২ অক্টোবৰ ১৯৬৩ তাৰিখৰ কাৰ্যনিৰ্বাহক সমিতিয়ে ডিগবৈৰ নিমন্ত্ৰণ গ্ৰহণ কৰে।)

লেটুগ্ৰাম সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তৰ সভাপতিত্বত একত্ৰিংশ অধিৱেশন ডিগবৈত বহে।[৬৫]

১৭ এপ্ৰিল তাৰিখে ডিগবৈৰ শিশু মংগল জিলা পৰিষদৰ গৃহত পুৱা ৭ বজাত কাৰ্যনিবাহক সমিতিৰ অধিৱেশন বহে। এই অধিৱেশনত সভাৰ কাৰিকৰী সকলো দিশ আলোচনা, প্ৰস্তাৱ আদিত অনুমোদন জনোৱা হয়।[৬৬]

### বিষয় বাছনী সভা

১৭ এপ্ৰিল তাৰিখে ডিগবৈৰ স্পৰ্টছ্ ক্লাবত বিষয় বাছনী সভা অনুষ্ঠিত হয় সন্ধ্যা ৬ বজাৰ পৰা। প্ৰধান সম্পাদকৰ কাৰ্যৰ প্ৰতিবেদন পাঠ আৰু অনুমোদন, মুকলি সভাত উত্থাপন কৰিবৰ কাৰণে প্ৰস্তাৱ যুগুত, নতুন বিষয়ববীয়া নিৰ্বাচন আদিৰে প্ৰায় তিনিঘন্টাৰ ভিতৰতে বিষয় বাছনী সভাৰ সামৰণি পৰে। সভাপতিকে মুখ্য কৰি ২৪৪ জন প্ৰতিনিধি উপস্থিত আছিল।

### প্ৰদৰ্শনী

১৮ এপ্ৰিল তাৰিখে দুপৰীয়া ১২ বজাত নগাভূমিৰ বিধানসভাৰ সদস্য গল্পকাৰ গৌবিন্দ চন্দ্ৰ পৈৰাই প্ৰদৰ্শনীৰ দ্বাৰা উদ্ঘাটন কৰে।[৬৭]

---

৬৫। এই বৰ্ষৰ পৰাই সভাপতি নিৰ্বাচন আৰু ফলাফলত গোপনীয়তা ৰক্ষা কৰিবলৈ কাৰ্যনিৰ্বাহক সমিতিয়ে সিদ্ধান্ত কৰে।

৬৬। কাৰ্যবিৱৰণীত লিপিবদ্ধ সভাৰ সন্মিলনৰ কাৰ্যসূচীত পতাকা উত্তোলনৰ শিতান পোৱা নগ'ল। তদুপৰি ডিগবৈ বাৰ্ষিকীতো পতাকা উত্তোলনৰ শিতান উল্লেখ নাই।

৬৭। কাৰ্যবিৱৰণী বা বাৰ্ষিকিতো প্ৰদৰ্শনীৰ বিৱৰণ পোৱা নগ'ল।



### প্ৰথম মুকলি অধিৱেশন

১৮ এপ্ৰিল শনিবাৰে দিনৰ ১-১৫ বজাত মূল সভা আৰম্ভ হয়। ডিগবৈৰ কেন্দ্ৰীয় নামঘৰ বাহৰৰ পৰা সভাস্থলীলৈ সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তক গায়ন-বায়নেৰে আগবঢ়াই আনে। এটি সমৱেত সংগীতেৰে সভাৰ আৰম্ভণি কৰা হয়। ইয়াৰ পিচত প্ৰাক্তন সভাপতি নীলমনি ফুকনে আনুষ্ঠানিকভাৱে সভাপতিক সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ প্ৰস্তাৱ কৰে আৰু সমৰ্থন কৰে নলিনীবালা দেৱীয়ে। ইয়াৰ পিচতেই সভাপতি বৰণ কৰে। সেই সময়ৰ অসমৰ ৰাজ্যপাল বিষ্ণু সহায়ে মুকলি সভা উদ্বোধন কৰে আৰু লগতে ডিগবৈ সাহিত্য সভাৰ সমিতিয়ে প্ৰকাশ কৰা 'ৰ'দালি' স্মৃতিগ্ৰন্থখনি উন্মোচন কৰে। ইয়াৰ পিচতে প্ৰধান সম্পাদকে নীলমণি ফুকন, সংগীত সন্মিলনৰ সভাপতি শান্তি দেৱ ঘোষ, মুলুকৰাজ আনন্দ, গোবিন্দ চন্দ পৈৰা, পৰাগ চলিহা, বিনন্দচন্দ্ৰ বৰুৱাক চিনাকি কৰাই দিয়ে।

অভ্যৰ্থনা সমিতিৰ সভাপতি প্ৰফুল্ল চন্দ্ৰ বৰুৱাই আদৰণী ভাষণ পাঠ কৰে।

কুমাৰী মঞ্জিৰা গোস্বামী আৰু ৰনজিৎ গোস্বামীয়ে বৰগীত গোৱাৰ পিচত সভাপতিয়ে সুদীৰ্ঘ অভিভাষণৰ পাঠ কৰে।

সভাপতিৰ অভিভাষণৰ পিচত বীৰেন্দ্ৰ নাথ দত্তই এটি বৰগীত গাই আৰু খোল সংগত কৰে গিৰিকান্ত মহন্তই । ইয়াৰ পিচত প্ৰধান সম্পাদকে প্ৰতিৱেদন পাঠ কৰে সভাই গ্ৰহণ কৰে। ইমানতে মুকলি অধিৱেশন সামৰণি পৰে।

### আলোচনা-চক্ৰ
#### (প্ৰথম অধিৱেশন)

সাহিত্য সন্মিলনৰ মণ্ডপতে ১৮ এপ্ৰিলৰৰ আবেলি চাৰি বজাত দেৱকান্ত বৰুৱাদেৱৰ সভাপতিত্বত উপন্যাস-সাহিত্যৰ বিষয়ে আলোচনা-চক্ৰৰ প্ৰথম বৈঠক বহে। আলোচনা-চক্ৰত অতিথিৰূপে আমন্ত্ৰিত আন্তৰ্জাতিক খ্যাতিসম্পন্ন গল্প-লেখক, ঔপন্যাসিক আৰু কলা-সমালোচক অধ্যাপক ডক্টৰ মুল্কৰাজ আনন্দই উপন্যাস সম্পৰ্কে এটি ভাষণ দিয়ে।

আলোচনা প্ৰসংগত ডক্টৰ আনন্দই কয় যে আজিৰ পৃথিৱী এফালে মৃত্যু আৰু আনফালে জীৱনৰ কঠিন পৰীক্ষাৰ সন্মুখীন হৈছেহি। এফালে বিজ্ঞানত উৎকৰ্ষ লাভ কৰা জাতিবিলাকে আণৱিক বোমাৰ দৰে কেইটামান মুহূৰ্ততে পৃথিৱী ধ্বংস কৰিব পৰা শক্তি হাতত লৈ মানুহৰ স্বাধীন চিন্তাত বাধা জন্মাব খুজিছে। পৃথিৱীৰৰ এনে এটি সন্ধিক্ষণত লেখকসকলৰ গধুৰ দায়িত্ব উপস্থিত হৈছে। লেখকসকলে এতিয়া বহি থাকিলে নহ'ব। সকলোপ্ৰকাৰ জনসাধাৰণক আঁতৰত ৰাখিবলৈ তেওঁলোকে অস্ত্ৰ ধৰিব লাগিব আৰু সেই অস্ত্ৰ হৈছে লেখকৰ কলম।

নতুন লেখকসকলক আহবান জনাই ডক্টৰ আনন্দই কয় যে নতুন লেখকসকলে যেন কেতিয়াও পাশ্চাত্য কবিতা আৰু উপন্যাস নকল নকৰে। আধুনিক দৃষ্টিভংগীৰে চাব জানিলে ৰামায়ণ-মহাভাৰতকো উপন্যাসৰ শাৰীত থ'ব পাৰি। উপন্যাসৰ সমল যদি ঘটনাবহুল কাহিনী আৰু চৰিত্ৰাৱলী হয় তেন্তে ৰামায়ণ আৰু মহাভাৰততো ইয়াৰ অভাৱ নাই।

সাহিত্যত প্ৰেম সম্বন্ধে আলোচনা কৰি তেওঁ কয় যে আজি-কালি বহুত লেখকে প্ৰেমৰ কবিতা বা উপন্যাস লিখে; কিন্তু তেওঁলোকৰ আদৰ্শ কি, সেইটোলৈহে লক্ষ্য নকৰে। কালিদাসৰ 'শকুন্তলা', ৰবীন্দ্ৰনাথৰ 'উৰ্ব্বশী'-ৰ উদাহৰণ দি তেওঁ কয় যে তেনে কবিতাতহে ভাৰতীয় আদৰ্শ আছে আৰু সেইবোৰ নতুন লেখকসকলে পঢ়া উচিত।

## আলোচনা-চক্ৰ
## (দ্বিতীয় অধিৱেশন)

১৯ এপ্ৰিল তাৰিখে পুৱা ছাৰে সাত বজাত ডিগবৈৰ স্পোৰ্ট ক্লাব ঘৰত শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাৰ পৌৰোহিত্যত সাহিত্য সভাৰ আলোচনা-চক্ৰৰ দ্বিতীয় অধিৱেশন বহে। আলোচনাত ড° মুল্‌কৰাজ আনন্দ, বিশ্বনাৰায়ণ শাস্ত্ৰী, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, লক্ষ্মীনন্দন বৰা, চৈয়দ আব্দুল মালিক আৰু চন্দ্ৰপ্ৰসাদ শইকীয়াই অংশ গ্ৰহণ কৰিছিল। আলোচনাৰ বিষয় আছিল উপন্যাস সাহিত্যৰ বিভিন্ন দিশ।

আৰম্ভণিতে বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে সমালোচকৰ দৃষ্টিত উপন্যাস সম্পৰ্কে আলোচনা কৰি কয় যে সুসজ্জিতা নাৰীয়ে স্বামীৰ ওচৰত আত্মপ্ৰকাশ কৰাৰ দৰে কবি-সাহিত্যিকৰ ওচৰতো অন্তৰস্থা সৰস্বতীয়ে আত্মপ্ৰকাশ কৰে। সংবাদ-সেৱীৰ দৰে ঔপন্যাসিকৰ ৰচনাত বাস্তৱতা থাকিলেও তাৰ লগতে ঔপন্যাসিকে মানুহৰ অন্তৰৰ কথা, আৱেগ-অনুভূতিৰ কথা কৈ পাঠকক উদ্বুদ্ধ কৰে। সময়ৰ পৰিৱৰ্তনৰ লগে লগে উপন্যাসৰো বিষয়বস্তু বা তাৰ মাধ্যমৰে পৰিৱৰ্তন ঘটি আহিছে। অষ্টবিংশ শতিকাৰ উপন্যাসত ঘোঁৰাৰ গাড়ীৰ কথা, গাড়ী টনা ঘোঁৰাৰ দুখ-কষ্টৰ কথা সহানুভূতিৰে বৰ্ণনা কৰা হৈছিল; কিন্তু আজি যান্ত্ৰিক যুগত ইঞ্জিনৰ কথা তেনেকৈ ক'ব নোৱাৰি। দূৰ-দৃষ্টিসম্পন্ন ঔপন্যাসিকে মানৱীয় সৌন্দৰ্য্যবোধ, অনুভূতিৰ বিকাশ আৰু আনন্দ দানলৈ সততে দৃষ্টি ৰাখে। দেশ-কালৰ সীমা অতিক্ৰম কৰা উপন্যাসতে সাহিত্যৰ চিৰন্তন মূল্য নিৰ্দ্ধাৰিত হয়।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যই উপন্যাসত মানৱতা সম্পৰ্কে আলোচনা কৰি কয় যে, উপন্যাস আধুনিক যুগৰ মহাকাব্য। সুদূৰ একাদশ শতিকাত জাপানৰ মুৰাশ্বাকি নামৰ এগৰাকী মহিলাই প্ৰথম উপন্যাস লিখে। উপন্যাসৰ লগত মানৱ জীৱনৰ সম্বন্ধ অতি ঘনিষ্ঠ। ঔপন্যাসিকে বাস্তৱতাৰ আলম লৈ কল্পনাৰ সাহয়ত এখন নতুন জগত সৃষ্টি কৰে আৰু তাত মানৱীয় সত্য অৰ্থাৎ মানুহৰ ভাৱ, অনুভূতি, অনুৰাগ আদি চিৰন্তন প্ৰবৃত্তিবোৰ প্ৰকাশ কৰে। টলষ্টয়ৰ 'যুদ্ধ আৰু শান্তি' উপন্যাসখনে কলা-কুশলতাতকৈও মানৱতাবোধৰ কাৰণেহে চিৰন্তন আৰু বিশ্বজননীন আৱেদন পাব পাৰিছে। উপন্যাসৰ সাৰ্থকতা নিৰ্ভৰ কৰে ঔপন্যাসিকৰ মন আৰু কল্পনা-শক্তি, সামাজিক দৃষ্টি ভংগী আৰু দৰ্শনৰ গভীৰতাৰ ওপৰত।



ভট্টাচাৰ্য্যই ভাৰতীয়, বিশেষকৈ অসমীয়া উপন্যাসৰ আধুনিক ধাৰা সম্পৰ্কে আলোচনা কৰে আৰু তৰুণ ঔপন্যাসিকসকলে জীৱন কঠোৰ বাস্তৱতাৰ সন্মুখীন হোৱা নতুন দৃষ্টি লোৱাৰ প্ৰয়োজন বুলি মত দিয়ে। উপন্যাস প্ৰেমত প্ৰাধান্য দি ৰচনা কৰা হ'লেও প্ৰায়বোৰ বৰ্ণনাই গতানুগতিক। পছিমীয়া জীৱনক অনুকৰণ কৰিবলৈ গৈ বহুত ঔপন্যাসিকে তাৰ বেয়া ফালটোহে লৈছে। সকলো উপন্যাসৰে এটা উদ্দেশ্য থকা উচিত। এই প্ৰসঙ্গত ভট্টাচাৰ্য্যই হেমেন বৰগোঁহাইৰ সুবালা, ৰজনীকান্ত বৰদলৈৰ মনোমতী, মিৰি-জীয়ৰী, শৰৎচন্দ্ৰ চট্টোপাধ্যায়ৰ শ্ৰীকান্ত আদিৰ উল্লেখ কৰে। উপন্যাসত সাৰ্থকতা লাভ কৰিবলৈ হ'লে সমসাময়িক জীৱন আৰু তাৰ পৰিৱেশ গভীৰভাৱে অধ্যয়ন কৰিব লাগিব।

লক্ষ্মীনন্দন বৰাই উপন্যাসক আংগিক সম্পৰ্কে আলোচনা কৰে। তেওঁ কয় যে ১৮ শতিকাৰ উপন্যাসত হুবহুকৈ ঘটনা চিত্ৰিত কৰিবলৈ বহুল বৰ্ণনা দিয়া হৈছিল, ১৯শ শতিকাৰ উপন্যাসত কল্পনাৰ আধিক্য দেখা যায় আৰু ২০শ শতিকাৰ উপন্যাসত মানুহৰ অন্তৰৰ আৱেগ-অনুভূতি, চেতনা, মননশীলতা আদিৰ পৰীক্ষা-নিৰীক্ষা চলিছে। এই যুগৰ উপন্যাসৰ গতিধাৰা হ'ল অন্তৰ্মুখী। উপন্যাস পাশ্চাত্য দেশৰ দান। ভাৰতীয় উপন্যাসত পাশ্চাত্যৰ প্ৰভাৱ পৰা স্বাভাৱিক। তথাপি তাৰ মাজেদি ভাৰতীয় জীৱন আৰু সাৰ্বজনীন ভাববোৰ প্ৰতিফলিত হ'ব লাগিব। কৃত্ৰিম, সংকীৰ্ণ আৰু আসক্তিযুক্ত মনেৰে মহৎ উপন্যাস লিখিব নোৱাৰি। বিভিন্ন দেশ বা জাতিৰ মাজত সাংস্কৃতিক বৈপৰীত্য থাকিলেও অহংভাব দমন আৰু মিলা-প্ৰীতি স্থাপনক মাজেদি উদাৰ দৃষ্টিৰে বিশ্বক চাব লাগিব। উপন্যাসত মানৱীয় গুণ চিত্ৰিত কৰিব লাগিব। এই প্ৰসংগত তেওঁ ৰাজাৰাওৰ দি ছাৰপেন্ট এণ্ড দিব ৰ'প'-ৰ উল্লেখ কৰে।

বৰাৰ মতে উপন্যাসৰ বিষয়-বস্তু আৰু ৰচনা-ৰীতিৰ মহত্ত্ব নিৰ্ভৰ কৰে এইকেইটি প্ৰশ্নৰ বিষয়ত — (১) ঔপন্যাসিকে জগত আৰু জীৱনৰ অভিজ্ঞতা কি পদ্ধতিত সঞ্চয় কৰিছে? (২) ঔপন্যাসিকৰ বিষয়-বস্তুৰ প্ৰতি গভীৰ অনুধাৱন আছে নে নাই? (৩) ঔপন্যাসত ৰূপ দিয়াৰ ক্ষেত্ৰত বিষয়বস্তুৰ কি পৰিহাৰ কৰিছে? (৪) উপন্যাসত কোন ধৰণৰ সমস্যা উত্থাপিত হৈছে আৰু (৫) ঔপন্যাসিকে কোন নৈতিক মূল্য বিচাৰ কৰিছে? তেওঁৰ মতে বৰ্তমান আমাৰ সমাজখন টমাছ্ হাডিৰ 'মেয়ৰ্ অব্ কেষ্টা'-ৰ ব্ৰিজৰ দৰে হৈ আছে।

অসমীয়া উপন্যাসত প্ৰেমৰ প্ৰাধান্য থাকিলেও বেছি ভাগ প্ৰেমৰ কাহিনী আমনি লগা বিধৰ বা ব্যৱসায়িক মনোবৃত্তিৰে ৰচা। ঔপন্যাসিকে যাৰ জীৱনৰ কথা লিখিব খোজে তাৰ জীৱনৰ লগত এক হৈ যাব লাগিব। তাৰাশঙ্কৰে গাঁৱত থকা বাবেই গাঁৱৰ জীৱন লৈ লিখা উপন্যাস কেইখন উচ্চ স্তৰৰ হৈছে; কিন্তু নগৰত থাকি গাঁৱলীয়া জীৱনৰ বিষয়ে লিখা উপন্যাসবোৰৰ মান কমি গৈছে। বুদ্ধিজীৱীৰ মনৰ দীনতাই বহুক্ষেত্ৰত সাহিত্যক পাছ পেলাই ৰাখিছে। আনৰ পৰা ধাৰ কৰা কল্পনা বা ভাবধাৰা লৈ মৌলিক উপন্যাস ৰচিবলৈ যোৱা বৃথা চেষ্টা মাথোন। জীৱনৰ ভাল-বেয়া যি কোনো দিশক লৈ উপন্যাস ৰচিও সাৰ্থকতা লাভ কৰিব পাৰি। কেৱল লেখকৰ নিজা এটি দৰ্শন থাকিব লাগিব।

চৈয়দ আব্দুল মালিকে কয় যে, সৃজনীমূলক সাহিত্যত যেতিয়া কোনো পদ্ধতি বা মতবাদ সোমায় তেতিয়াই সাহিত্য স্থবিৰ হৈ পৰে। একোজন লেখকৰ কাল্পনিকেই হওক বা বাস্তৱেই হওক, একোখন নিজা জগত থাকে; তাত বাহিৰৰ কোনো মতবাদ প্ৰৱেশ কৰিলে আচল বস্তুটো নষ্ট হৈ যায়। অতিমাত্ৰা পদ্ধতি অনুকৰণে সমস্যাৰ সমাধান নকৰে। বুদ্ধিজীৱীসকলে বিভিন্ন পৰিস্থিতিৰ মাজতো সাহিত্য সৃষ্টি কৰে। কবিয়ে কল্পনাৰে কবিতা ৰচে; কিন্তু ঔপন্যাসিকে সম্পূৰ্ণ নিৰপেক্ষ হৈ চলা সম্ভৱ নহয়। বিভিন্ন পৰিৱেশে সময়ে সময়ে লেখকক প্ৰভাৱান্বিত কৰে। সেইহে কোনো বিশেষ পদ্ধতি লৈ উপন্যাস ৰচা অসম্ভৱ। টলষ্টয়ে 'আনা কাৰেনিনা'ত যুগৰ বিভিন্ন পৰিৱেশ আৰু মানসিক দ্বন্দ্ব দেখুৱাবলৈ যত্ন কৰিছে; কিন্তু পিছত যেতিয়া খ্ৰীষ্ট-ধৰ্ম প্ৰচাৰৰ উদ্দেশ্য ল'লে, তেতিয়াই প্ৰকৃত ঔপন্যাসিকসকলে তেওঁলোকৰ আশে পাশে থকা জীৱনক লৈ উপন্যাস লিখিছে। ইয়াৰ বহু উপন্যাস বিশেষ পদ্ধতি লৈ লিখা উপন্যাসতকৈ উৎকৃষ্ট। ফ্ৰয়েড্ বা মাৰ্ক্সক সকলো সময়তে চাব নোৱাৰি আৰু চোৱাৰ প্ৰয়োজনো নাই।

সম্পূৰ্ণ নিৰপেক্ষ হৈ লেখকে সমাজৰ দোষ-গুণ দাঙি ধৰিবলৈ গ'লে সি 'বাণী'ত বাহিৰে আন একো নহয়গৈ। মানুহ মূলতঃ সম্পূৰ্ণ দেৱতা বা পশু নহয়। ঔপন্যাসিকে মানুহৰ এই দুয়োটা দিশ উপন্যাসত দেখুৱাব পাৰে। যি কোনো পদ্ধতিতে নিলিখক লাগে, সাধাৰণ লেখকৰ সৰু সৰু গ্ৰন্থয়ো সাহিত্য-ভঁৰালৰ একোটি অংশ পূৰণ কৰিব পাৰি।

চন্দ্ৰপ্ৰসাদ শইকীয়াই আলোচনাত অংশ গ্ৰহণ কৰি কয় যে ৰামায়ণ-মহাভাৰত এৰি সাধাৰণ জীৱনক লৈ উপন্যাস লিখিব পাৰি; কিন্তু সমসাময়িক জীৱনক লৈ মহৎ সাহিত্য সৃষ্টি হোৱা নাই। ইংৰাজ কবি চচাৰে সমসাময়িক জীৱনত দৃষ্টিপাত কৰা নাছিল। কালিদাস, মিল্টন, শঙ্কৰদেৱ, মাধৱদেৱ, ৰবীন্দ্ৰনাথ আদিয়েও প্ৰাচীন যুগৰ কথাহে লিখিছে। শ্বেক্‌ছ্‌পীয়েৰেও তেওঁৰ জগত-বিখ্যাত নাটকবোৰৰ বিষয়-বস্তু আহৰণ



কৰিছিল পৌৰাণিক আদি কাহিনীৰ পৰা। সেইহে তেওঁৰ নাটকবোৰ যুগজয়ী হ'ব পাৰিছে। আনহাতে জৰ্জ্জ বাৰ্নাৰ্ড শ্বই নিজকে শ্বেক্‌ছ্‌পীয়েৰত কৈ ডাঙৰ বোলাব খুজিলেও তেওঁৰ নাটকৰ বিষয়-বস্তু প্ৰধানকৈ ইতিহাস আৰু সমসাময়িক সমাজৰ পৰা লোৱা বাবে শ্বেক্‌ছ্‌পীয়েৰৰ নাটকক চেৰ পেলাব নোৱাৰিলে।

শিল্প-কলালৈ লক্ষ্য ৰাখি উপন্যাস ৰচিত হ'ব লাগে। ড° মুলকৰাজ আনন্দৰ এই মতবাদ সমালোচনা কৰি শইকীয়াই কয় যে ঔপন্যাসিকে শিল্প-কলালৈ দৃষ্টি নাৰাখিও আগ শাৰীৰ উপন্যাস লিখিব পাৰে। টলষ্টয়ৰ 'যুদ্ধ আৰু শান্তি' আৰু 'আনা কাৰেনিনা' শিল্প-কলাৰ ফালৰ পৰা উন্নত নহ'লেও উচ্চ পৰ্যায়ৰ উপন্যাস। মুঠতে শইকীয়াৰ মতে উপন্যাসৰ টেকনিক লৈ হুলস্থূল কৰাৰ প্ৰয়োজন নাই। উপন্যাসত মানৱীয় বিৱৰ্তনৰৰ এটা খণ্ড যি পঢ়িলে এই পীড়িত পৃথিৱীৰ পৰা আঁতৰি আন এখন জগতলৈ যাব পাৰি। মানুহ হিচাপে উচ্চ হ'ব নোৱাৰিলে উচ্চ পৰ্যায়ৰ সাহিত্য ৰচাও সম্ভৱ নহয়।

মূখ্য অতিথি ড° মুলকৰাজ আনন্দই আলোচনাত যোগদান কৰি কয় যে, সকলো প্ৰকাৰ সাহিত্য-ৰচনাৰে একোটি পদ্ধতি আছে আৰু সেই পদ্ধতি আমি মানিব লাগিব। ৰামায়ণ-মহাভাৰতৰ যুগ আজি নাই। সেইহে ৰামায়ণ-মহাভাৰতৰ ৰচনা-পদ্ধতি আৰু আজিৰ উপন্যাস-ৰচনাৰ পদ্ধতিৰো উদ্দেশ্যৰ সলনি ঘটিছে। ৰামায়ণ-মহাভাৰতত ধৰ্মোপদেশৰ বাণী আছে, উপন্যাসত সমাজ আৰু মানৱ-জীৱনৰ বিভিন্ন দিশৰ কথা চিত্ৰিত হৈছে। ঔপন্যাসিকে বিষয়-বস্তু কেনেকৈ পৰিৱেশন কৰিব লাগি জানিব লাগিব। উপন্যাসত মানৱীয় সত্যতা, মানুহৰ মনোজগতৰ কথা ৰূপায়িত হ'ব লাগে। আলোচনা প্ৰসংগত ড° আনন্দই কয় যে তেওঁ সকলো 'বাদ'ৰ (ism) ভিতৰত মানৱতাবাদটোকে বিশ্বাস কৰে। ইয়াতেই মানৱীয় সত্যতা আৰু সামাজিক মৰ্যাদা থাকে। তেওঁৰ মতেও 'কলা কলাৰ কাৰণে'। মানৱীয় আবেদন থকা প্ৰতিখন উপন্যাসেই একোখন মানৱীয় স্বাক্ষৰ-পত্ৰ। উপন্যাসৰ কাহিনী ১৫ শতিকাৰ পৰা মন্থৰ গতিত আগবঢ়া এটা আন্দোলনৰ কাহিনী, সময়ৰ লগে লগে বিষয়-বস্তুৰো পৰিৱৰ্তন ঘটি আহিছে। বৰ্তমানে ভাৰতবৰ্ষৰ ডেকা ঔপন্যাসিকসকলৰ ক্ষেত্ৰত এটি নতুন দৃষ্টিভংগীৰ প্ৰয়োজন হৈছে। ঔপন্যাসিকে বৰ্তমান জগতৰ বিবিধ সমস্যাবোৰ নিৰ্ভয়ে দেখুৱাব লাগিব। মানুহৰ অন্তৰত একোটি আদৰ্শ (desire image) থাকে, আৰু ঔপন্যাসিকে সেই আদৰ্শক উপন্যাসত ৰূপ দিব লাগে। সমাজৰ অস্পৃশ্যতা, বিয়াৰ যৌতুক আদিৰ বিষয়ে তেওঁ নিজে লিখা উপন্যাসৰ উল্লেখ কৰি কয় যে যৌন সম্পৰ্কীয় কথাৰ উপৰি সমাজচিত্ৰ বা জ্ঞান-বিষয়ক কিতাপেও মানুহৰ ওপৰত ইন্দ্ৰজালৰ দৰে ক্ৰিয়া কৰিব পাৰে। কিন্তু ভাল এখন উপন্যাস লিখিবলৈ হ'লে নিৰ্দিষ্ট কলা-পদ্ধতিৰ উপৰি বৈপ্লৱিক প্ৰেৰণাবোৰ প্ৰয়োজন।

সভাপতিৰ ভাষণত দেৱকান্ত বৰুৱাদেৱে কয় যে, উপন্যাসে ঊনবিংশ শতিকাৰপৰা বিশেষভাৱে সমাদৰ লাভ কৰি আহিছে। বৰ্তমানে যান্ত্রিক সভ্যতা আৰু সমাজৰ নানা পৰিস্থিতি লৈ ইউৰোপত উপন্যাস ৰচিত হৈছে। উপন্যাসত মানৱীয় সত্যতা আছে। মানৱীয় সত্যতা মানুহৰ অন্তৰ্দ্বন্দ্ব, আশা-নিৰাশা, ভাবৰ আদান-প্ৰদান আদিৰ ওপৰত প্ৰতিষ্ঠিত। এই সভ্যতাক স্থান দিলে সাহিত্যৰ সৌন্দয্য বৃদ্ধি পায়। সাহিত্যৰ সত্য দুবিধ ঃ লৌকিক বা ব্যাৱহাৰিক সত্য আৰু মানৱীয় সত্য। আলোচনা প্ৰসংগত বৰুৱাই 'জাতক-মালা'ৰ যজ্ঞদত্ত আৰু বিন্দুমতী বাৰবনিতাৰ সত্যতাৰ কাহিনীটো উল্লেখ কৰি কয় যে বাৰবনিতাৰ চৰিত্ৰত আছিলি ব্যৱহাৰিক সত্যতা; কিন্তু তাক মানৱীয় সত্যতা প্ৰতিষ্ঠা কৰা ঔপন্যাসিকে ব্যৱহাৰিক দৃষ্টি এৰি মানৱীয় সত্যতা প্ৰতিষ্ঠা কৰা উচিত। কাব্যত ইংগিত থাকিব পাৰে; উপন্যাসত বিৱৰণৰ দৰকাৰ; কিন্তু ইয়াৰ কাৰণে ঔপন্যাসিকৰ যোগত্যৰ লগতে সাহসিকতাৰ প্ৰয়োজন। মনত খেলা নানা ভাব-প্ৰকাশৰ যাৰ ক্ষমতা আছে তেৱেঁই মহৎ ঔপন্যাসিক হ'ব পাৰে, কিন্তু যাৰ নাই তেওঁ জনপ্ৰিয় ঔপন্যাসিক হ'লেও মহৎ সাহিত্যিক হ'ব নোৱাৰে। বুজিব লাগিব, তেওঁ শাৰীৰিক গণ্ডী পাৰ হ'লেও মানসিক গণ্ডী পাৰ হ'বলৈ এতিয়াও বহুত বাকী। ঔপন্যাসিকে ক্ষুদ্ৰৰ লগত ভূমাৰ সম্বন্ধ স্থাপন কৰিব লাগিব। 'গ্ৰোথ্ অব্ দি ছইল' উপন্যাসৰ উদাহৰণ দি কয় আইচলেণ্ড বৰফৰ দেশ হ'লেও, আমাৰ-পৰা দূৰ দেশ হ'লেও, তাৰ কাহিনীত খেতিয়ক এজনৰ খেতি কৰাৰ যি নিষ্ফলতা দেখুৱাইছে তাত বিশ্ববীক্ষা থকা কাৰণেই আমি পঢ়ি আনন্দ পাওঁ।

মানৱীয় সত্যতা কিতাপ পঢ়ি বা বিশ্ববিদ্যালয়ৰ উপাধি লৈ লাভ কৰিব নোৱাৰি পাৰি একমাত্ৰ সহানুভূতি আৰু অভিজ্ঞতাৰেহে। সেইহে মানৱীয় সত্যতা উপলব্ধি কৰিবলৈ সহানুভূতি আৰু ব্যক্তিগত অভিজ্ঞতা নাথাকিলে উচ্চ পৰ্য্যায়ৰ সাহিত্য সৃষ্টি কৰা টান। গাঁৱত থকা কাৰণেহে তাৰাশঙ্কৰ বন্দ্যোপাধ্যায়ৰ গাঁৱলীয়া জীৱনক লৈ লিখা উপন্যাস কেইখন জাকত-জিলিকা হ'ব পাৰিছে। হেমিওংৱেই নিজে যুদ্ধ কৰিছিলি, আজীৱন হাতত বন্দুকক লৈয়ে কাল কটাইছিলি, সাগৰত থাকি মাছ মাৰিছিলি, সেইহে তেওঁৰ 'ফেয়াৱ্ৱেল্ টু আৰ্মছ', 'দি ওল্ড মেন্ এণ্ড্ দি ছি' আদি বিশ্ব-সাহিত্যত স্থান পাইছে। এক প্ৰকাৰে ক'ব পাৰি উপন্যাস লেখকৰ আত্মজীৱনী স্বৰূপ।

বৰুৱাই থেই, ৰিভোল্ট্ অব্ দি এঞ্জেল্ আদি উপন্যাসৰ কথা উল্লেখ কৰি কয় যে ঔপন্যাসিকে সহানুভূতিৰে অংকন কৰা কাৰণেহে এই উপন্যাসতবোৰৰ চৰিত্ৰত বিশ্বজনীন আৱেদন পোৱা যায়। সহানুভূতিয়েই সাহিত্যৰ মৌলিক কথা। সহানুভূতি নহ'লে প্ৰকৃত সাহিত্যিক হোৱা টান। প্ৰকৃত সাহিত্যিক মুক্ত আকাশৰ বিহংগম, সজাৰ চৰাই নহয়।

অসমৰ বহুত লেখকে আজি প্ৰকাশক আৰু পাঠকৰ মুখলৈ চাই লিখিব লগা হ'লেও সেইদিন আঁতৰিব বুলি বৰুৱাই বিশ্বাস কৰে। যি কোনো বিষয়ে লিখিয়ে প্ৰসিদ্ধি লাভ কৰিব পাৰি। বেলিঞ্জাৰে শিশুৰ বিষয়ে লিখিয়েই কৃতকাৰ্য্যতা লাভ কৰিব পাৰিছিল।



আধুনিক কবিতা সম্পৰ্কে আলোচনা কৰি বৰুৱাই কয় যে, আধুনিক কবিতা মানৱৰ বিভিন্ন স্তৰলৈ লক্ষ্য ৰাখি লিখা হৈছে। গতিকে কবিতাবোৰ সকলো পাঠকে নুবুজিলেও কিছুমান পাঠকে নিশ্চয় বুজিব।

সামৰণিত বৰুৱাই কয় যে বৰ্তমানে বহু লেখক তেওঁলোকৰ দায়িত্ব আৰু ভাগ্য সম্পৰ্কে সজাগ হৈছে। যিসকলে চাকৰি বা ব্যৱসায় নকৰি সাহিত্যত আত্মনিয়োগ কৰে, তেওঁলোকে হয়তো আৰ্থিক কষ্ট পাব পাৰে; কিন্তু কষ্ট হ'লেও মানৱীয় সত্যৰ প্ৰতিষ্ঠাৰ কাৰণেই তেওঁলোকে সাহিত্য ৰচে, অপাৰ বেদনাৰ মাজতো তেওঁলোকে মানৱীয় সত্য প্ৰচাৰ কৰে।

## সংগীত সন্মিলন

### প্ৰথম সংগীত-ৰাত্ৰি

১৮ এপ্ৰিল তাৰিখে সন্ধ্যা সংগীত সন্মিলন আৰম্ভ হয়। পোনতে কুমাৰী ৰাণু ডেকা আৰু তেওঁৰ লগৰীসকলে পৰিৱেশন কৰিলে জ্যোতিপ্ৰসাদ আগৰৱালাৰ গীতটি 'মোৰে অসমৰে মোৰে ভাৰতৰে।' শান্তিনিকেতনৰ বিশ্বভাৰতীৰ ৰবীন্দ্ৰ-সংগীত আৰু নৃত্যৰ অধ্যাপক শান্তিদেৱ ঘোষৰ নাম সভাপতিৰূপে প্ৰস্তাৱ কৰোঁতে সভাৰ প্ৰধান সম্পাদক ড° নেওগে ঘোষৰ কৃতিত্বৰ বিশেষ পৰিচয় দিয়ে আৰু ৰাইজৰ হৰ্ষধ্বনিৰ মাজত কয়, 'ৰাষ্ট্ৰীয় সংগীত নাটক অকাদেমিৰ পৰা অসমৰ সত্ৰীয়া আৰু ওজাপালি, নাটকৰ স্বীকৃতি লাভৰ অৰ্থে যেতিয়া আমি অকলশৰে যুঁজিবলগীয়া হৈছিলোঁ, তেতিয়া এইগৰাকী গুণী লোকে সহায়ৰ হাত দিবলৈ আগবাঢ়ি আহিছিল। সেয়া হ'ল আধ্যাপক ঘোষ, অসমৰ সংগীত আৰু সংস্কৃতিৰ এগৰাকী আশাশুধীয়া প্ৰেমিক।' বীৰেন্দ্ৰনাথ দত্তৰ আধুনিকগীত গোৱা হ'লত গণেশ গোঁহায়ে পেঁপা আৰু গগনা বজাই শুনায়। দিলীপ কুমাৰ শৰ্মা আৰু সুদক্ষিণা শৰ্মাক জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'নিমাতী কন্যা' আৰু 'ৰূপকোঁৱৰ' নাটিকাৰ উজ্জ্বল পৰিৱেশন কৰাত সহায় কৰিলে নবীন বৰা আৰু জয়ন্ত হাজৰিকাই। গিৰিকান্ত মহন্তৰ দলৰ গানিকা হ'ল এটি অপূৰ্ব্ব বস্তু - ভাওনাৰ পূৰ্বৰঙ্গস্বৰূপ এই পদ খোল-তাল-বাদ্যেৰে নৃত্যত শ্ৰীকৃষ্ণক অভিবাদন জনোৱা হয়। অনিল কাকতীৰ পৰিচালনাৰ সমস্বৰ গীতৰ পিছত ৰাইজৰ মুখ উজলাই আহিল ডক্টৰ হাজৰিকাৰ গীতাৱলী। বৰপেটাৰ শ্ৰীনৰহৰি বুঢ়া-ভকতৰ চমক লগোৱা ভোৰতাল বজাই নচা নাচটিৰ পিছতে আহিল উত্তৰ ভাৰতৰ দান- সতীশ ৰাজখোৱাৰ চেতাৰৰ

টুংটুঙনি আৰু বিবেকানন্দ ভট্টাচাৰ্য্যৰ তবলা-লহৰা। বহি থকা দৰ্শকৰ ভৰিৰ তলে পানী বোওৱা মাজনিশাৰ বৰষুণৰ মাজতো ৰভাঘৰ ভৰা সভাত সভাপতিৰ অভিভাষণৰ বেলা অধ্যাপক ঘোষে লেখাটি নপঢ়ি চমুকৈ বক্তব্যখিনি মধুৰ ভাষাৰে উত্থাপন কৰে। গিৰিন্দ্ৰকান্ত মহন্তৰ দলৰ সূত্ৰধাৰী নাচৰ পিছত যোৰহাটৰ ৰূপজ্যোতি কলামণ্ডলে আধুনিক ৰুচিৰ ৰুক্মিণী-হৰণ নৃত্য-নাটিকা দাঙি ধৰে। গুণেশ্বৰ পাঠকৰ উদ্যোগত টিহু নমাটি গাঁৱৰ সভাত গোৱা ওজাপালিৰ এটি নিদৰ্শন দেখুৱায় কেইটিমান তৰুণে — শুভঙ্কৰ, গদাধৰ আৰু হৰপতি পাঠক আৰু গিৰিশ আৰু হৰি ঠাকুৰীয়াই। সংগীত-মুখৰ ৰাত্ৰিযাপন মধুৰেণ সমাপয়েৎ কৰে ড° হাজৰিকাই শেষ নিশা প্ৰায় দুই বজাত।

## দ্বিতীয় মুকলি অধিৱেশন

দ্বিতীয় মুকলি অধিৱেশন "চিৰচেনেহী মোৰ ভাষা জননী" গীতেৰে আৰম্ভ হয়। শুভেচ্ছাবাণী পাঠ কৰে প্ৰধান সম্পাদকে। অধিৱেশনত বৰ্ষটোৰ হিচাপ উত্থাপন কৰে প্ৰধান সম্পাদকে, সভাই গ্ৰহণ কৰে। ইয়াৰ পিচতে গিৰিকান্ত মহন্তৰ পৰিচালনা গুৰুবন্দনা গায় মঞ্জিৰা দেৱী, বাপ আৰু ভাইতিয়ে। সভাতে পৰৱৰ্তী সন্মিলন উমাকান্ত শৰ্মাই নলবাৰীলৈ নিমন্ত্ৰণ কৰে। সভাই হৰ্ষধনিৰে সমৰ্থন জনায়।

নগাঁৱৰ জ্যোতিময়ী দেৱীয়ে এটি বৰগীত গায়। সমজুৱা ফালৰ পৰা নলিনীবালা দেৱীয়ে দুআষাৰ কয়। প্ৰাক্তন সভাপতি নীলমনি ফুকন, কাছাৰৰ প্ৰাক্তন বিধায়ক বিশ্বনাথ উপাধ্যায়, শ্ৰীমান প্ৰফুল্ল গোস্বামী, দেৱেন্দ্ৰনাথ হাজৰিকা, বিধায়ক দ্বিজেন্দ্ৰ দেৱ শৰ্মা, গোবিন্দ গগৈ আদিয়ে ভাষণ দিয়ে।

সমজুৱাৰ ভাষণৰ পিচতে অমিয়া বৰকাকতীয়ে এটি বৰগীত গায়। ইয়াৰ পাচত অসমীয়া ভাষা জ্ঞান পৰীক্ষাত কৃতকাৰ্য হোৱা ছাত্ৰৰ নাম ঘোষণা কৰি সভাপতিয়ে ভাষণ প্ৰদান কৰে। ঐক্য আৰু সম্প্ৰীতিৰ মহান আদৰ্শ ডিগবৈ অইধৱেশনৰ প্ৰধান বাণীৰূপে পৰিচিত হ'ল। সভাপতি মন্তব্যৰ পিচত অভ্যৰ্থনা সমিতিৰ সম্পাদক প্ৰিয়দাস তালুকদাৰে শলাগ জ্ঞাপন কৰে। কাৰ্য্যনিৰ্বাহক সমিতিৰ হৈ মহেশ চন্দ্ৰ দেৱগোস্বামীয়ে সকলোলৈকে শলাগ জ্ঞাপন কৰে। ইয়াৰ পিচত "অ' মোৰ আপোনাৰ দেশ" গীতেৰে সন্মিলন সামৰণি পৰে।*

* *ভাৰতৰ উপৰাষ্ট্ৰপতি ডক্টৰ জাকিৰ হুছেইনে চমুকৈ লিখিছে।*

*I send my best wishes for the success of the thirty-first annual conference of the Asam Sahitya Sabha.*

*অসমৰ প্ৰাক্তন ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশে বাৰাণসীৰ সেৱাশ্ৰমৰ পৰা জনাইছে —*

*I send my warm good wishes for the sucess of the 31st annual conference of*



## দ্বিতীয় সংগীত-ৰাত্ৰি

১৯ এপ্ৰিল দিনা সাঁজৰ বেলিকা ওৰা পাতি শেহ নিশা টোপাল পৰিবৰ পৰত ওৰ পৰা গীত আৰু ভাওনাৰ বৰভোজৰ দিহ-পাতিৰ হ'ল। ভোজ-ঘৰৰ দুৱাৰ মুকলি কৰিলে ডিবুৰু জিলাৰ মঞ্চৰূপাৰ গীত 'আমি দুৱাৰ মুকলি কৰোঁ'ৰে। মালিক চাহাবে গোলাঘাটৰ নাহৰণিৰপৰা জিকিৰ আৰু জাৰি গাবলৈ তেৰজনীয়া ডেকা-ডুমাৰ দল এটি আনি। ডেকাহঁতৰ নাম — ৰেকিবুদ্দিন আহমদ হ'ল ওজা, ছফিউজৰ ৰহমান, নকিমুদ্দিন ৰফিক, নুৰ মহম্মদ, পজিৰ আহমদ, আব্দুল লটিফ, আহমদ আলি, আব্দুল ৰফিক, ইদ্ৰিছ আলি, আব্দুল মালিক, বদৰুদ্দিন আহমদ, ছমিৰদ্দিন আহমদ আৰু আবদুল মজিদ। এওঁলোকে, 'বুকু বাহু চপৰিয়াই জিকিৰৰ লগাই শাৰী' ঘূৰি ঘূৰি নাচি ছটি গীত গালে। অপূৰ্ব্ব এই গীতত অসমীয়া দেহ-বিচাৰ গীতৰ পৰ্য্যায়ৰ লোকগীতিৰ চৰম মাধুৰ্য্য আৰু নাচত সৰল বৰ্ত্তুল পদক্ষেপ চমকপ্ৰদত। পোনতে 'দুনিয়াই এদিনে দুনিয়াই দুদিনে' বুলি চনকা শৰীৰৰ জীৱনতকালিমাৰ মহিমা গাই আজান ফকীৰৰ চৰিত্ৰৰ দুটি গীত গালে, আকৌ শৰীৰ-ৰূপ বৰঘৰ ভাগি যাব বুলি সোঁৱৰাই দিলে — 'মনু ৰাই, দূৰ কৰাঁ মনৰে বৰাই'। শেষৰ জাৰি বা মাচয়া গীত দুটিও আছিল কৰুণ। গিৰি কান্ত মহন্তৰ দলৰ 'স্যমন্ত-হৰণ' আছিল আগ ৰাতিৰ গানিকৰ তুলনাৰ অৰ্বাচীন আৰু নিস্প্ৰভ। সুৰ্য বৰুৱাৰ আধুনিক গীতৰ পিছত ডিব্ৰুগড়ৰ নন্দজ্যোতি সঙ্গীত বিদ্যালয়ৰ কণ-কণহঁতৰ দশাৱতাৰ নৃত্যটি বহুল প্ৰকৃতিৰ হ'লেও শিশু-মনৰ উপযোগী। মহাপুৰুষৰ কীৰ্ত্তন-ঘোষাৰ শ্লোক আৰু পদ লৈ নাচটিৰ পৰিকল্পনা কৰিছিল যোগেন দাসে, পৰিচালনা কৰিছিল ৰত্নেশ্বৰ গগৈ আৰু বিমল দত্তই। নাচনী কণ-কণহঁত হ'ল — দীপামনি দাস সূত্ৰধাৰী, বিজু দেৱী কৃষ্ণ, ৰাজলক্ষ্মী বৰঠাকুৰ মৎস্য, মণিমা ফুকন কুৰ্ম্ম, মঞ্জু দাস বৰাহ, বিউটি দেৱী নৰসিংহ, জিনু দেৱী বামন, ৰিণু দেৱী পৰশুৰাম, দীপালী বৰকাকতী শ্ৰীৰাম, দীপালী বৰঠাকুৰ হলিৰাম, বিনু দত্ত বুদ্ধ, বীণা বৰুৱা কল্কী।

*Asam Sahitya Sabhe and every health and happiness to the participants therein.*

*১৯৬৫ চনৰ জানুৱাৰি মাহত গুৱাহাটীত বহিবলগীয়া সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনৰ প্ৰধান সভাপতি ডক্টৰ বাসুদেৱশৰণ আগ্ৰৱালাই বাৰাণসী বিশ্ববিদ্যালয়ৰ পৰা লিখিছে —*

*I am much pleased to know about the work of the Asam Sahitya Sabha and send my best wishes for the success of its annual conference so that the literary and cultural work of the Sabha may prosper still further. Assam is a province which is the Eastern Sentry of our Motherland and we all wish that its cultural consciousness should grow stronger and knit in closer ties with the rest of the country. I send my best love to the people of Assam and their beautiful culture.*

*কাকাসাহেব কালেলকাৰে বুলিছে ঃ*

এইবাৰ সভাপতি ঘোষৰ ৰবীন্দ্ৰ-সংগীতৰ নিৰেদনত সহযোগ কৰিলে দিলীপ কুমাৰ শৰ্মা, সুদক্ষিণা শৰ্মা আৰু কানন দাসে। ঘোষে ৰবীন্দ্ৰ-সঙ্গীতৰ শাস্ত্ৰীয় আৰু লৌকিক ভিত্তি অতি সুন্দৰ ভাৱে বিশ্লেষণ কৰি দেখুৱায়। ৰবীন্দ্ৰনাথে 'গ্ৰাম ছাড়া ঐ ৰাঙা মাটিৰ' গীতত দেশীয় ভাটিয়ালীৰ ঢং কেনেকৈ সুমুৱাইছে, 'ছবি' কবিতাক গীত কৰোঁতে কেনেকৈ বিভিন্ন ৰাগ-ৰাগিণীৰ আশ্ৰয় লৈছে, তাৰ কথা তেওঁ বুজাই ক'লে। 'তাশেৰ দেশ' নাটকৰ 'কেন যায়' গানটিত পূৰবী ৰাগিণী সানি বা আন আন গীতত সাধাৰণ হাচি-হামিৰ শব্দটোহে সুৰৰ কেনে মনোৰম সৃষ্টি গুৰুদেৱে কৰিছিল তাকো ঘোষে দেখুৱায়য চাহৰ গান, 'হায় হায় দিন যায়' -তো ভীমপলাসীৰ স্পৰ্শ। আনফালে 'কৃষ্ণকলি আমি তাৰেই বলি', লোকসঙ্গীতৰ সুৰত ৰাগিণী, বৰ্ষাৰ গান 'বজ্ৰ মাণিকে গাঁথা'ত বাউলৰ আৰু 'হৃদয় আমাৰ নাচেৰে আজিকে'ত ইংৰাজী সুৰ কেনেকৈ গোঁঠা হৈছে, সিও স্ৰষ্টা ৰবীন্দ্ৰনাথৰে অতুল শক্তিৰ পৰিচায়ক।

---

*People speaking Assamia are the seniormost community of Assam. As such it is their duty and privilege to foster all the languages that are current in Assam, especially the various underdeveloped but virile languages of the Adivasis living in and around about Assam. The Assamia language should be enriched by a loving study of the life of these Adivasis.*

*We badly need and effective literature fostering emotional integration and cultural synthesis. The heritage of Shri Shankardev and Madhavdev should culminate in literature and such cultural syntnesis.*

*ভাৰতীয় বিদ্যাভৱনৰ সভাপতি ডক্টৰ কে. এম. মুন্সীৰ বাণী ঃ*

*Assam has a great literature and has its own variets of Indian culture. I wish you Sabha takes active steps to promote the values of our culture.*

*উৰিষ্যাৰ বুৰঞ্জী প্ৰণেতা প্ৰাক্তন কেন্দ্ৰীয় মন্ত্ৰী আৰু উৰিষ্যাৰ প্ৰাক্তন মুখ্য মন্ত্ৰী ডক্টৰ হৰেকৃষ্ণ মাহতাবে বুৰঞ্জীৰ দৃষ্টিকোণৰ পৰা চাই কৈছে ঃ*

*I am glad to know that the 31st annual conference of Asam Sahitya Sabha is going to be held at Digboi, the oil town of Assam. I wish it all success. I meet Assamese writers now and then in the meetings of Sahitya Akademi at Delhi and I learn with great pleasure from them that Assamese literature is acquiring more and more virility as a result of the stress which this region is undergoing at present because of the Chinese aggression. Assam faced this kind of stress also make the men and women stronger in nerves but also make the literature live and virile. Apart from these stresses the Assamese literature has a tradition to be proud of. It derives its sweetness from the time of Shankaradeva and goes on multiplying it in the course of these centures.*

*My study of history tells me that it is the literature and culture of the people which maintain them through ages. The political power without strength of culture and literature is so ephemeral that it vanishes soon in the face of any challenge. I am sure the way in which the Assamese literature is being built up will make the people of Assam strong happy and prosperous.*



গুণেশ্বৰ পাঠকৰ পৰিচালনাৰ ব্যাহ গোৱা ওজা-পালিৰ পিছতে আহিল ডক্টৰ
হাজৰিকা বিশেষ অনুৰোধৰ আছৰ। ৰাতিটোৰ এই বিশিষ্ট অনুষ্ঠানৰ পিছত আকৌ
আহিল হৰিভক্ত কটোৱালৰ পৰিচালনাত পশ্চিম নেপালৰ মৰম লগা লোক-নৃত্য
চৰঠী। নাচিছিল ৰত্না, কুমাৰী আৰু নন্দলালে; গীতৰ যোগান দিছিল যুদ্ধবীৰ, কৃষ্ণ
আৰু গুৰুৱে; দোহাৰত আছিল মাদল লৈ নাৰায়ণ, পূৰ্ণ, ধন বাহাদুৰ আৰু তিলাৰাম;
তালেৰে তাল ধৰিছিল চীড়ামণিয়ে। উপেন কাকতিয়ে লিখা 'পোলৈ চাওঁতে', হ'ল
এক-অঙ্কীয়া ঘৰুৱা ফাঁচ; তাতে ভাও লৈ হুঁহুৱাইছিল পুষ্প বেজবৰুৱা, প্ৰফুল্ল শইকীয়া,
দুগ্ধ ভট্টাচাৰ্য্য, লাৱণ্য হাজৰিকা আৰু নিৰু হাজৰিকাই। ভূপেন হাজৰিকাৰ 'কামেং
সীমান্ত দেখা'ৰ গীতটিক ভিত্তি কৰি নৃত্য-আলেখ্য 'হে মৃত্যু অপৰাজেয়' প্ৰস্তুত
কৰিছিল দেৱিকা মিত্ৰ আৰু চিত্ৰা দাসে; তাকে দাঙি ধৰে ডিব্ৰুগড়ৰ মঞ্চৰূপাই। তাৰ
পিছতে কানু মুখাৰ্জ্জীয়ে গালে গীত, ভালুৱে বজালে বাঁহী। শেহত আহিল ফণী দাসৰ
একাঙ্কিকা, মঞ্চৰূপৰা নিৰেদন — 'লুইতৰ বুকুৰ গাজনি'। ভিন ভিন ভাৱত ওলাইছিল
মনোমতী গগৈ, যদুমনি বৰুৱা, চবিৰ আহমদ, গঙ্গা খাউণ্ড, হাচাম শ্বৰিফ, প্ৰফুল্ল
বৰঠাকুৰ, নৰেন ফুকন আৰু কানু দাস। এইদৰেই বৰষুণৰ ৰাতি খপিসকলোৱে আনন্দ-
উলাহৰ মাজত এপ্ৰিলৰ কুৰি তাৰিখ আহি উপস্থিত হোৱাৰ আগতে ডিগবৈ সন্মিলন
সমাপ্ত কৰে। সংগীত সন্ধিয়াৰৰ আয়োজন কৰোঁতে অভ্যৰ্থনা সমিতিৰ বিশেষ লক্ষ্য
আছিল পুৰণি অসমীয়া গীত-বাদ্য-নৃত্যৰ সম্পদৰ এটি মধুৰ আভাস দিয়া। এই
বিষয়তযে সমিতিৰ চেষ্টা বহুতোখিনি কৃতকাৰ্য্য হৈছিল।

---

*গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ডক্টৰ এইচ্. জন টেইলৰে কৈছে ঃ*

*I am glad to note that the Asam Sahitya Sabha is to hold its 31st Annual
Conference in Digboi. That a body whose interests are primarily literary and
cultural should meet in a town which is chiefly concerned with industry is an
indication of the breadth of outlook which should characterise our intellectual
activities. Science and industry, no less than literature and art, make a contribu-
tion to the culture and civilisation of a people, and I think it is a happy augury
that.*

*সন্মিলনলৈ সন্দেশ-বাণী*

*This is symbolised by the venue you have chosen for your Conference. Your
Society has made great contributions to the literature and culture of Assam, and
many eminent writers and scholars have been associated with it. I trust that the
good work the Society is doing will continue.*

*নগাভূমিৰ মুখ্য মন্ত্ৰী শ্ৰীশ্বিলু আওৰ*

*The Asam Sahitya Sabha, which is a proud synthesis of age-old literary and
cultural organ of Assam., will continue to maintain amity amongst the people of
various diversities and I am sure that the men and women of letters from Assam
will contribute in greater measure in the literary field.*

## ড° ভূপেন হাজৰিকাৰ দৃষ্টিত ডিগবৈ অধিৱেশন

ড° হাজৰিকাই আৰু শান্তিদেৱ ঘোষ দুয়োজনেই তেলৰ নগৰীত সংগীতৰ সুধাকণ্ঠৰে শ্ৰোতাক মুগ্ধ কৰিছিল। অধিৱেশনৰ পিচত জনমভূমিত ডিগবৈৰ স্মৃতি সুঁৱৰি লেখা এটি বাৰ্ষিকীত সন্নিৱিষ্ট হৈছিল। সেইখিনিৰ প্ৰাসংগিকতা আজিও আছে কাৰণে মূল পাঠটি বাৰ্ষিকীৰ পৰা সন্নিৱিষ্ট কৰা হ'ল পৰিশিষ্টত।

## একত্ৰিংশ সন্মিলনৰ প্ৰস্তাৱ

মুঠ ৭ টা প্ৰস্তাৱৰ প্ৰথমটো শোক প্ৰস্তাৱ। শাসকীয় ভাষা অধিনিয়ম বেজবৰুৱাৰ জন্ম বাৰ্ষিকী আৰু জোঁটনিৰ সমস্যা, পুথিভঁৰালত থকা অসমীয়া পুথিৰ প্ৰতিলিপি সংৰক্ষণ পাটনাত পূৰ্বঞ্চল পৰিষদৰ প্ৰস্তাৱ আদি উল্লেখযোগ্য। প্ৰস্তাৱৰ কাৰ্যকৰীকৰণ সম্পৰ্কে আলচ কৰা হৈছে পৰৱৰ্তী অংশত।

## বছৰটোৰ উল্লেখযোগ্য কাম

একত্ৰিংশ সন্মিলনৰ প্ৰস্তাৱ মৰ্মে অসমৰ শাসকীয় ভাষা অধিনিয়ম (সংশোধনি) ১৯৬১ বিহিত হোৱাৰ পিচতো শাসকীয় ভাষাস্বৰূপে অসমীয়া ভাষা প্ৰয়োগ নকৰাত সভাই জনোৱা দাবীৰ ফলত ১ আগষ্টৰ পৰা আঞ্চলিক পঞ্চায়ত, উন্নয়ন ক্ষেত্ৰ আৰু মাটি হাকিম পৰ্যায়লৈকে অধিনিয়মখন বলবৎ কৰিবলৈ সিদ্ধান্ত কৰে। কিন্তু ১ অক্টোবৰ তাৰিখে অধিনিয়মখন বলবৎ কৰাৰ সময় আৰু পাঁচ বছৰ পিচুৱাই দিয়াৰ বাতৰি পোৱাৰ লগে লগে সভাই দূৰভাষ যোগে মুখ্যমন্ত্ৰীৰ লগত কথা পাতে আৰু হৰিপ্ৰসাদ নেওগ, যতীন্দ্ৰনাথ গোস্বামী আৰু ব্ৰজেন্দ্ৰ নাথ বৰপূজাৰীৰে গঠিত এটি সঁজাতিদলে মুখ্যমন্ত্ৰীক লগ ধৰি লিখিত প্ৰশ্ন আগত ৰাখি আলোচনা কৰে। চৰকাৰে অধিনিয়মখন

---

*সভাৰ প্ৰাক্তন সভাপতি যতীন্দ্ৰনাথ দুৱৰাই জনাইছে ঃ*

*আপোনালোকৰ নিমন্ত্ৰণী চিঠি পাই ভাল পালো, মোৰ শৰীৰৰ অৱস্থা বৰ বেয়া, গতিকে সভালৈ যাব নোৱাৰি নিজে নিজে বেজাৰ পাইছোঁ। আপোনালোকে মোক ক্ষমা কৰিব। সভাৰ সকোল কাৰ্য সুকলমে হওক, আৰু অসমীয়া ভাষা-সাহিত্যৰ উন্নতি হওক, ইয়াকে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিলো।*

*আন এগৰাকী প্ৰাক্তন সভাপতি পদ্মধৰ চলিহাও উপস্থিত থাকিব নোৱাৰিলে শয্যাগত অৱস্থাত পৰি থাকি কৈছে —*

*মই সশৰীৰে উপস্থিত থাকিব নোৱাৰিলেও মোৰ অন্তৰাত্মা তাত বিৰাজ কৰিব বুলি ধৰি ল'ব।*

*তেখেতে 'জীৱন-ৰহস্য' নামে এটি কবিতা সন্মিলনত পাঠ কৰিবলৈ পঠাইছিল।*

*অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ সভাপতি শৰৎচন্দ্ৰ সিংহই শুভেচ্ছা জনাই কৈছে -*

*অসম সাহিত্য সভা অসমৰ এখন সৰ্ববাদী সাহিত্যানুষ্ঠানেই নহয় - অসম সাহিত্য সভা মূলতঃ অসমীয়া জাতিটোৰেই মহাসভা। এই সাহিত্য সভাৰ প্ৰাণ প্ৰতিষ্ঠা কৰাসকল আমাৰ নমস্য। তেখেতসকলে অতি বহলভাৱে সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰ ৰচনা কৰি এখন ৰসাল সতেজ আৰু সেউজীয়া অসমৰ কল্পনা কৰি গৈছে।*



বলবৎ কৰিবৰ কাৰণে যি কৰিছে সেয়া জানিবৰ বাবে এজন সদস্যক নিমন্ত্ৰণ জনায়। সেই মতে এইবাৰ প্ৰধান সম্পাদত মহেশ্বৰ নেওগ ছিলঙলৈ যায় আৰু জানিব পাৰে যে ইতিমধ্যে টাইপ ৰাইটাৰ ছাবিৰ চিত্ৰ প্ৰায় থিৰ কৰা হৈছে আৰু ১৯৬৮ চনৰ ডিচেম্বৰ মাহত অধিনিয়মখন সম্পূৰ্ণভাৱে প্ৰয়োগ হ'ব বুলি জনায়।

## বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী

১৯৬৮ চনত বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকী অনুষ্ঠিত কৰিবৰ কাৰণে এখন বিশেষ সমিতি পাতি শাখা সমূহৰ সন্মতি লৈ আঁচনি প্ৰস্তুত কৰা দেখা যায়। সমিতিৰ সদস্যসকল হ'ল —

**উপ-সমিতি**

১. সভাপতি
২. প্ৰধান সম্পাদক (আহ্বায়ক)
৩. অতুল চন্দ্ৰ হাজৰিকা
৪. বেণুধৰ শৰ্মা
৫. নৱেন্দ্ৰনাথ শৰ্মা
৬. বিশ্বনাৰায়ন শাস্ত্ৰী
৭. হেমন্তকুমাৰ শৰ্মা

## আখৰ জোঁটনি সমিতিৰ সদস্য

বিষয় বাছনী সভাই এখন সমিতি গঠন কৰি দিছিল। সদস্যসকল আছিল —

১. সভাপতি
২. ড° সূৰ্যকুমাৰ ভূঞা
৩. অধ্যক্ষ তীৰ্থনাথ শৰ্মা
৪. ড° মহেশ্বৰ নেওগ
৫. ৰায়হান শ্বাহ
৬. মহেশচন্দ্ৰ দেৱগোস্বামী
৭. নৱকান্ত বৰুৱা
৮. ডিম্বেশ্বৰ নেওগ
৯. বিশ্বনাৰায়ণ শাস্ত্ৰী।

কিন্তু ভূঞাদেৱৰ বিয়োগত সম্পূৰ্ণ প্ৰতিবেদন সেই বৰ্ষত দাখিল কৰিব নোৱাৰিলে। ১৯৭৮ চনৰ অক্টোবৰ মাহত বৰপেটা জিলাৰ পাঠশালাত এটি লেখক-শিবিৰ আয়োজন কৰি ভাষাবিদ, গৱেষক, লেখক সাংবাদিক, শিক্ষকসকলক নিমন্ত্ৰণ কৰি আলোচনা কৰিছিল। লেখক-শিবিৰৰ খণ্ডসমূহ পুস্তিকা আকাৰে প্ৰকাশ কৰি

বিতৰণ কৰা হৈছিল। ইয়াৰ আধাৰত ১৯৮৫ চনৰ জুন মাহত বহা আখৰ-জোঁটনি উপসমিতিয়ে লেখক-শিৰিৰৰ প্ৰাথমিক সিদ্ধান্ত সমূহ পুস্তিকা আকাৰে প্ৰকাশ কৰিবলৈ সিদ্ধান্ত কৰে আৰু বিশ্বেশ্বৰ হাজৰিকাক পুস্তিকাখন সম্পাদনা কৰিবলৈ দায়িত্ব দিয়ে। সভাৰ অনুৰোধ মৰ্মে হাজৰিকাই পুস্তিকাখনি সম্পাদনা কৰি দিয়ে। উপসমিতিৰ সিদ্ধান্ত সমূহ বাতৰি কাকত, প্ৰচাৰ মাধ্যম, লেখক সাংবাদিক, শাখা সভালৈ মতামতৰ বাবে পঠিওৱা হৈছিল।

কিন্তু ইতিমধ্যে শিক্ষাৰ মাধ্যম অসমীয়া হোৱা লগে লগে পাঠ্যপুথি প্ৰণয়ন কৰিবৰ কাৰণে নিৰ্দিষ্ট আখৰ জোঁটনিৰ প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য ৰাখি গুৱাহাটী বিশ্ববিদ্যালয়ে নিজৰ ববীয়াকৈ আখৰ-জোঁটনি নিৰূপণ কৰাত সভাই এই আখৰ জোঁটনিকে মানিলৈ সভাৰ প্ৰকাশত এই জোঁটনি ব্যৱহাৰ কৰিলে।

## শ্বেক্সপীয়েৰ জন্ম-শত বৰ্ষ

অসম সাহিত্য সভাই শ্বেক্‌ছ্‌পীয়েৰৰ জন্ম-শতবাৰ্ষিকী সভাৰ ৯ ছেপ্তেম্বৰৰ পৰা হব লগীয়া সাহিত্য সভা সপ্তাহৰ এটি দিনত এই দিৱস পাতিবলৈ সিদ্ধান্ত কৰে আৰু শাখা সমূহকো তদনুৰূপে নিৰ্দেশ দিয়ে।

## গুৱাহাটী বিশ্ববিদ্যালয়ত জৱাহৰলাল নেহৰু আসন

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ এখনি অধ্যাপকৰ আসন প্ৰতিষ্ঠা কৰিবলৈ বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিজ্ঞান বিভাগৰ অধ্যাপক ড° ভি. ভেংকট ৰাওৱে ১,৫০,০০০ দান আগবঢ়োৱাত সভাই সন্তোষ প্ৰকাশ কৰে আৰু আসন প্ৰতিষ্ঠাৰ বাবে আৱশ্যকীয় বাকী অনুদান ৰাজ্য চৰকাৰে যাতে সোনকালে মোকলাই দিয়ে তাৰবাবে সভাই যোগাযোগ কৰে।

## দিল্লী বিশ্ববিদ্যালয়ত অসমীয়া শিক্ষা

দিল্লী বিশ্ববিদ্যালয়ত অসমীয়া শিক্ষা সম্পৰ্কে অসম চৰকাৰক শিক্ষা বিভাগে এই বছৰতে বিশ্ববিদ্যালয় কৰ্তৃপক্ষক ১৯৬৩-৬৪ বিত্তীয় বৰ্ষত অৰ্থ সাহায্য আগবঢ়ায়। পৰৱৰ্তী প্ৰয়োজনীয় খৰচ বিশ্ববিদ্যালয়ক বহন কৰিবলৈ অনুৰোধ জনাইছে।

## বৰপেটাৰ কীৰ্তনঘৰৰ ডাক টিকট

১৭ এপ্ৰিল ১৯৬৪ তাৰিখৰ কাৰ্যনিৰ্বাহ সমিতিৰ ১২ নং সিদ্ধান্ত মৰ্মে অসম চাৰ্কোলৰ পোষ্ট মাষ্টাৰ জেনেৰেলে বৰপেটা কীৰ্তনঘৰৰ সিংহাসনৰ আলোক চিত্ৰ সংগ্ৰহ কৰি পঠিয়াবলৈ সভালৈ পত্ৰ দিয়ে যদিও পৰৱৰ্তী কালত বিষয়টো কাৰ্যকৰী হ'ল নে নহ'ল জনা নগ'ল।



## কোচবেহাৰৰ গ্ৰন্থ

কোচ বেহাৰৰ ৰাজকীয় গ্ৰন্থাগাৰত থকা অসমীয়া পুথিৰ প্ৰতিলিপি, মাইক্ৰোফ্লিম বা ফটোষ্টেত সংগ্ৰহ কৰিবৰ বাবে চৰকাৰক সভাই অনুৰোধ জনোৱাত ৰাজ্যচৰকাৰে পশ্চিমবংগ চৰকাৰলৈ দিয়া চিঠিৰ প্ৰতিলিপি সভাই পাইছিল। ৰাজ্যচৰকাৰে ইউনেস্কোৰ সহায়ত এই বিষয়ে আগবাঢ়িবলৈ যত্ন পৰ হৈছিল।

## প্ৰকাশন

ভাৰত চৰকাৰ আৰু অসম চৰকাৰৰ পৰা যুটীয়াভাৱে পোৱা টকাৰে Assamese for All পুথিৰ খাছি আৰু গাৰো অনুবাদ, 'অৰুনোদইৰ ধলফাট' প্ৰকাশ হয়।

## শাখাসমূহৰ বিৱৰণ

## অসম সাহিত্য সভাৰ শাখা সভাৰ বিৱৰণ

অসম সাহিত্য সভাৰ শাখা আৰু স্বীকৃত সভাৰ ভালেখিনি তালিকাৰ পৰা বাদ পৰিছে। কেইবছৰমানৰ ভিতৰত এনে শাখা সভাৰ সংখ্যা ৩২ আৰু স্বীকৃত সভাৰ সংখ্যা ২০। চলিত বছৰত নিয়মতান্ত্ৰিকভাৱে পৰিচালিত হোৱা শাখা সভাৰ সংখ্যা ১০৮ আৰু স্বীকৃত সভাৰ সংখ্যা ১১। অসমৰ বাহিৰত নতুন দিল্লীৰ অসমীয়া ছাত্ৰ সংঘই অসম সাহিত্য সভাৰ স্বীকৃতি লৈছে।*

---

কেইখনমান ভিতৰুৱা ঠাইত সংগঠনৰ প্ৰচেষ্টা
* নগাভূমিত কহিমা সাহিত্য সভা আৰু ডিমাপুৰ সাহিত্য সভাৰ উপৰি কেইখনমান ভিতৰুৱা ঠাইত সংগঠনৰ প্ৰচেষ্টা চলিছিল। সুখৰ বিষয়, অসমৰ উদীয়মান সাহিত্য-সেৱী সমাজত সাহিত্য সভাৰ সংগঠনৰ প্ৰতি আগ্ৰহ বৃদ্ধি হৈছিল। আগৰ বছৰত এনে উদ্যোগত কেবা ঠাইতো সাহিত্য সভাৰ শাখা গঠিত হৈছিল। জন-জাতীয় অঞ্চল, চাহ বাগিছা, শিল্প-উদ্যোগ আৰু কাছাৰ আদি অঞ্চলত সভাৰ সংগঠন বৃদ্ধি পোৱা বাঞ্ছনীয় যদিও তাৰ বাবে নিযুক্ত প্ৰচাৰক আৰু পুঁজিৰৰ আৱশ্যকতা সভাই অনুভৱ কৰে।

৩ ছেপ্টেম্বৰৰ পৰা ৯ চেপ্তেম্বৰলৈকে উদ্‌যাপিত হোৱা অসম সাহিত্য সভা সপ্তাহ পালনৰ দ্বাৰা সাহিত্য সভাৰ অনুগামীসকলৰ অন্তৰত সংগঠনমূখী মনোভাৱ পৰিলক্ষিত হয়। সাহিত্য সভাৰ সকলো শাখা আৰু স্বীকৃত সভাৰ উপৰি সাংস্কৃতিক অনুষ্ঠান আদিয়েও সপ্তাহৰ কাৰ্য্যসুচী অনুসৰি বিভিন্ন দিৱস উদ্‌যাপন কৰে। বিশেষকৈ ৰাজ্যিক ভাষাৰ দাবীত প্ৰৱল জনমত গঢ়ি তোলাৰ ক্ষেত্ৰত শাখা সভাসমূহে বিশেষ তৎপৰতা অৱলম্বন কৰে।

সপ্তাহ পালনৰ উপৰি শাখা সমূহ নিজ নিজ অঞ্চলত গঠনমূলক প্ৰচেষ্টাৰে অনুষ্ঠানৰ পৰিসৰৰ বৃদ্ধি কৰাৰ কথা নুই কৰিব নোৱাৰি। বিভিন্ন শাখা সভাই কৰা এনে ধৰণৰ গঠনমূলক কাৰ্য্যৰ এটি থূল-মূল বিৱৰণ এইদৰে দিয়া হৈছে —

**ডাঙৰী সাহিত্য সভাই** সাহিত্য সভা সপ্তাহ পালন কৰাৰ উপৰি জনজাতি ৰাইজৰ মাজত সভাৰ প্ৰচাৰ কাৰ্য্য চলোৱাত ব্ৰতী হৈছে আৰু সভাৰ প্ৰকাশনৰ আয়োজন কৰিছে।

**তেজপুৰ সুৰ্যোদয় সংঘই** শ্ৰীশংকৰদেৱৰ তিথি, জ্যোতি-স্মৃতি দিৱস সপ্তাহ পালনৰ উপৰি দুগৰাকী প্ৰবীণ সাহিতিাক ৰামচন্দ্ৰ দাস আৰু বেণুধৰ দাসক সম্বৰ্দ্ধনা জনায়।

**নাজিৰা সাহিত্য সভাই** কেইবাটাও গুৰুত্বপূৰ্ণ বিষয়ত আলোচনা চক্ৰ অনুষ্ঠিত কৰে। সভাই স্থায়ী ভৱন নিৰ্মাণৰ প্ৰচেষ্টা চলাইছে।

## ভাষা শিক্ষা আৰু সাংস্কৃতিক সমন্বয়

যোৱা আৰ্থিক অনাটনৰ হেতুকে কাছাৰ জিলাৰ ভিতৰত অসম সাহিত্য সভাই সাহায্য দিয়া পঢ়াশালি তিনিখনিক সাহায্য দিয়া বন্ধ কৰিব লগীয়া হয়। ইতিমধ্যে চৰকাৰৰ পৰা আশ্বাস পোৱা গৈছিল, এই পঢ়াশালি কেইখনক স্বীকৃতি দিয়া হ'ব বুলি।

ভাষাজ্ঞান প্ৰমাণ পত্ৰ পৰীক্ষা যোৱা ডিচেম্বৰ মাহত হয়। ১৭ জন পৰীক্ষাৰ্থীৰ ভিতৰত ৭ জন কৃতকাৰ্য্য হয়।

## অভ্যৰ্থনা সমিতিৰ কৰ্মকৰ্তাসকল

| | |
|---|---|
| প্ৰফুল্ল চন্দ্ৰ বৰুৱা | সভাপতি |
| দ্বিজেশচন্দ্ৰ দেৱ শৰ্মা | উপ-সভাপতি |
| কৃষ্ণপ্ৰসাদ বৰুৱা | উপ-সভাপতি |
| প্ৰিয়দাস তালুকদাৰ | প্ৰধান সম্পাদক |
| চন্দ্ৰনাথ ফুকন | সহকাৰী সম্পাদক, হিচাপ |
| ভদ্ৰকৃষ্ণ গোস্বামী | সহকাৰী সম্পাদক, সাধাৰণ |
| বিনয়ানন্দ দুৱৰা | ধন ভঁৰালী |

---

**পূৱ ঘিলাধাৰী সাহিত্য স ভাই** সমাবোহেৰে বাৰ্ষিক অধিৱেশন আৰু সপ্তাহ পালন আদি কাৰ্য্যসূচী সম্পন্ন কৰাৰ উপৰি এখনি আলোচনী প্ৰকাশৰ কাম হাতত লয়।

**১৮৯৫ খ্ৰীষ্টাব্দতে সাহিত্যৰথী** গোহাঁইবৰুদেৱ ডাঙৰীয়াই স্থাপন কৰা কহিমা সাহিত্য সভাই নগাভূমিত সংহতি স্থাপন উপলক্ষে সাংস্কৃতিক সেতু নিৰ্মাণ কৰিছে, বিশেষকৈ অ-নগা সকলে নগা ভাষা শিক্ষাৰ কেন্দ্ৰ প্ৰতিষ্ঠা আৰু নগাৰাজ্য উদ্বোধনী উৎসৱ ১ ডিচেম্বৰত নাট্যভিনয় আদি কৰি, ৰঙালী বিহু, শ্ৰীশঙ্কৰদেৱৰ তিথি আদি উদ্‌যাপন কৰিছে আৰু এই কাৰ্য্যত নগাৰাজ্যৰ চৰকাৰ আৰু বাইজৰ সহযোগিতা লাভ কৰিবলৈও সক্ষম হৈছিল।

**মনচুন কলা পৰিষদৰ** (নগাঁও) উদ্যোগত পাঁচোটা নতুন বিষয়ত আকৰ্ষণীয় আলোচনা চক্ৰৰ অধিৱেশন হোৱাটো উল্লেখযোগ্য।

**দেৰগাঁও** - স্মৃতি তৰ্পণ, সপ্তাহ পালন।

**উদয় সাহিত্য সভা** - জ্যোতি সোঁৱৰণী দিৱস সমাবোহেৰে উদ্‌যাপন কৰাৰ উপৰি কেবাখনো আলোচনা চক্ৰৰ অধিৱেশন পাতে।

**প্ৰগতি অসম সাহিত্য সভা** - সপ্তাহ পালনত বিশেষ গুৰুত্ব দিয়ে।

**টিয়ক সাহিত্য সভা আৰু পাঠশালা সাহিত্য সভাই** সপ্তাহ পালন, আলোচনা চক্ৰৰ উপৰি সংগঠন বৃদ্ধি কৰে। এই ক্ষেত্ৰত **টিংখাং সাহিত্য সভাই** আঠখনকৈ আলোচনা চক্ৰ পতাৰ উপৰি সপ্তাহ পালনৰ যোগেদি সদৌ গাঁও পঞ্চায়ত এলেকাত গঠন, প্ৰচাৰ আৰু অঞ্চলৰ ৩৩ খন চাহ বাগিচাৰ মজদুৰ ভাইসকলৰ মাজত প্ৰচাৰ কাৰ্য্য চলাবলৈ সক্ষম হৈছিল।

**কলংপৰীয়া আলোচনা চক্ৰই** ৬ খন আকৰ্ষণীয় আলোচনা চক্ৰৰ অধিৱেশন পাতে।

**ডিব্ৰুগড় সাহিত্য সভাই** সভাৰৰ আলোচনা চক্ৰৰ প্ৰবন্ধৰ এটি সঙ্কলন ছপা কৰি উলিয়ায়। সভাৰ কেইখনমান চক্ৰৰ ভিতৰত ৰঞ্জন-ৰশ্মি সম্পৰ্কীয় বিজ্ঞান সাহিত্যৰ চক্ৰ উল্লেখযোগ্য। অসম সাহিত্য সপ্তাহ পালন কৰাৰ লগতে অসমীয়া ভাষাজ্ঞান প্ৰমাণপত্ৰ পৰীক্ষাৰ বাবে আকৰ্ষণীয় প্ৰচেষ্টা চলাই পৰীক্ষা কেন্দ্ৰ পাতে। ডিব্ৰুগড় সভাৰ উদ্যোগত বেজবৰুৱা স্মৃতি ভৱন নিৰ্মাণৰ কাৰ্য আগবাঢ়ে আৰু বেজবৰুৱা উদ্যান মুকলি কৰা হৈছে। **নতুনকৈ হোৱা ধ্ৰুৱজ্যোতি সভাই** দিচাংপানী বৌদ্ধ সম্প্ৰদায়ৰ মাজত প্ৰচাৰ কাৰ্য্যত ব্ৰতী হৈছে। **ধেমাজি সাহিত্য** সভাইও এনে প্ৰচেষ্টাত আগ



## শাখা সম্পাদকসকল

| | |
|---|---|
| ভোগেশ্বৰ গগৈ | প্ৰদৰ্শনী |
| মন্মথচন্দ্ৰ গোস্বামী | সংগীত-পৰিৱেশন |
| ৰত্নহাস গোস্বামী | খাদ্য-পৰিৱেশন |
| ধৰ্মানন্দ উপাধ্যায় | সংস্থাপনা |
| টিকেন্দ্ৰনাথ ভট্টাচাৰ্য্য | প্ৰচাৰ |
| হৰিভক্ত কটোৱাল আৰু | |
| ডম্বৰুধৰ শৰ্মা | সাজ-সজ্জা |
| মেৰাছ হুছেইন আৰু | |
| ধীৰেন্দ্ৰনাথ বৰুৱা | আলোচনা চক্ৰ |
| নাৰায়ণ বৰপূজাৰী আৰু | |
| যোগেন শৰ্মা | স্মৃতিগ্ৰন্থ প্ৰণয়ন |
| নন্দেশ্বৰ চেতিয়া | মণ্ডপ |
| দেৱেন্দ্ৰনাথ দাস | স্বেচ্ছাসেৱক-বাহিনী |
| নজমল হুছেইন | পৰিৱহন |
| ডক্টৰ হৰেন বৰুৱা | প্ৰাথমিক চিকিৎসা |

---

বাঢ়িছে। এনে ধৰণৰ প্ৰচাৰমূলক কাৰ্য্য মাকুম আৰু ডিগবৈ সেৱা সমিতি, **ভাৰতীয় অধ্যয়ন চক্ৰ, বৰপেটা, ডিচৈ নগৰ** আৰু বিশেষকৈ ডুলীয়াজান সাহিত্য সভাৰ প্ৰচেষ্টা উল্লেখযোগ্য। ডিগবৈ সেৱা সমিতি **ডুলীয়াজান**, চাৰিং ৰঙিয়া আলোচনা চক্ৰ আদি শাখা সভাই আজীৱন সভ্য ভৰ্তি আদি কাৰ্য্যতো সক্ৰিয় ভূমিকা লৈছিল।

**ৰংপুৰ সাহিত্য সভাৰ** উদ্যোগত বেজবৰুৱা শিশুভৱন নিৰ্মাণৰ কাম হাতত লৈছিল।

**চাৰিগাঁও সাহিত্য পৰিষদে** কেবাখনিও আলোচনাচক্ৰ পতাৰ উপৰি লব্ধপ্ৰতিষ্ঠা প্ৰবীণ কবি সাহিত্যিক নীলমণি ফুকন আৰু ডিম্বেশ্বৰ নেওগক আগ-পিচকৈ সম্বৰ্দ্ধনা জনায়।

**শলগুৰি মুকুল সংঘৰ** আলোচনা চক্ৰৰ বৈঠক আৰু সভাৰ প্ৰচাৰ কাৰ্য্য আদি উল্লেখযোগ্য। অসম আৰু সীমান্ত অঞ্চলৰ মাজত সাংস্কৃতিক ঐক্য প্ৰতিষ্ঠাৰ মানসে **উত্তৰ লক্ষীমপুৰ সাহিত্য** সভাই সীমান্ত অঞ্চললৈ সাংস্কৃতিক দল আদি পঠাই এই ক্ষেত্ৰত সফলতা অৰ্জন কৰিছিল।

**নাহৰকটীয়া, উত্তৰ গুৱাহাটী** - আদি শাখা সভাৰ যোগেও প্ৰচাৰ কাৰ্য বৃদ্ধি হৈছিল।

**ন-আলি টেংকীয়াজুলী** - সভাই নেহৰু অধ্যয়ন সমাজ প্ৰতিষ্ঠা কৰিছে আৰু ইয়াৰ উপৰি আলোচনা চক্ৰৰ অনুষ্ঠান আদিত গুৰুত্ব দিছিল।

**যোৰহাট সাহিত্য** - সভাই অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ত মূল সভাৰ 'সোণালী জয়ন্তী' উৎসৱ পালন কৰিবলৈ কাৰ্যসূচী হাতত লয়। উল্লেখযোগ্য যে যোৰহাট সাহিত্য সভাৰ সভ্য সংখ্যাই সেইসময়ৰ অসমৰ সকলো শাখাতকৈ বেছি মুঠ প্ৰায় ছয়শ জন।

**সোণাৰি সাহিত্য সভাই** - কেইবাটিও আলোচনা চক্ৰৰ অধিৱেশন পতাৰ উপৰি অঞ্চলৰ চাহ বাগিচাৰ মজদুৰ সকলৰ মাজত প্ৰচাৰ কাৰ্যৰ যোগে সংগঠন বৃদ্ধি কৰে। বাৰ্ষিক অধিৱেশন হয়, সপ্তাহ পালন কৰা হয়।

**নলবাৰী সাহিত্য সমাজে** - সপ্তাহ পালনৰ যোগে সংগঠন বৃদ্ধি কৰাৰ উপৰি আলোচনা চক্ৰৰ অনুষ্ঠান পাতে। সভাই মহেন্দ্ৰ নাৰায়ণ চৌধুৰী আজীৱন সভ্যই দান দিয়া 'ৰাজেন্দ্ৰ চৌধুৰী ভৱন'ৰ আধাৰ শিলাও প্ৰতিষ্ঠা কৰে।

**নগাঁও সাহিত্য সভাই** - কেইবাখনো আলোচনা-চক্ৰ পাতে। সাহিত্য সভা সপ্তাহত আলোচনা চক্ৰ পাতি শেক্সপীয়েৰৰ সাহিত্যিক প্ৰতিভা সম্পৰ্কে আলোচনা কৰে। এই আলোচনাচক্ৰত মুখ্য অতিথিৰ আসন অলংকৃত কৰে

## হিচাপ-পৰীক্ষক

অসিতকুমাৰ চৰকাৰ

## সভ্যসকল

| | |
|---|---|
| ভুবন কোঁৱৰ, | (মাৰ্ঘেৰিটা) |
| মাধৱ মজুমদাৰ | (মাৰ্ঘেৰিটা) |
| সুৰেন্দ্ৰনাথ বৰুৱা | (মাৰ্ঘেৰিটা) |
| লীলাধৰ গগৈ | (মাৰ্ঘেৰিটা) |
| ধৰ্মকান্ত গোহাঁই | (ডুমডুমা) |
| ডক্টৰ শ্ৰীঅতুল চন্দ্ৰ বৰুৱা | (ডুমডুমা) |
| হৃদয়ানন্দ কাকতি | (পেঙ্গেৰী) |
| হেৰম্ব বৰদলৈ | (ডিব্ৰুগড়) |
| ৰামসুমেৰুণ গোস্বামী | (তিনিচুকীয়া) |
| ডাঃ শ্ৰীদিলীপকুমাৰ দত্ত | (তিনিচুকীয়া) |
| প্ৰতিভা পাল | (তিনিচুকীয়া) |
| ৰামকিষাণ খেম্‌কা | (তিনিচুকীয়া) |

---

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ডং অমৰেশ দত্তই। শেক্সপীয়েৰ দিৱস উপলক্ষে 'অথেল' নাট ইংৰাজীতে অভিনয় কৰা হয়। এই সভাৰ মুঠ সভ্য সংখ্যা ১৬৫ জন।

**ৰঙীয়া আলোচনী সভাই** - যোৱা কেইবাবছৰত কেইবাখনো বৈঠক পাতি সাহিত্যৰ বিভিন্ন দিশ সম্পৰ্কে আলোচনা কৰে। এই সভাই বছৰটিত কেইবাখনো শোক সভা আৰু মহাপুৰুষসকলৰ তিথি আৰু সাহিত্য সভা দিৱস যথা বিহিতভাৱে পালন কৰে। সভাৰ পুথিভঁৰালটিত এহেজাৰৰ ওপৰ কিতাপ সংগৃগীত হৈছিল। এই সভাৰ সভ্য ৬০ জন।

**শ্বিলং মুকুল সংঘই** - কেইবাখনো আলোচনা চক্ৰ পতাৰ উপৰি শ্বিলংত এখন ল-কলেজ পতাৰ যত্ন লয়। সঙঘৰ স্থায়ী সভাপতি হৰিপ্ৰসাদ বৰুৱাই উলিওৱা লিখন যন্ত্ৰ (Assamese Type- Writer) সভাই আলোচনা কৰে। সভাৰ কেইবাগৰাকী সদস্যই যোৱা বছৰত কেইবাখনো কিতাপ উলিয়ায়। সেইবোৰ হ'ল - গুৰুদত্ত ভাগৱতীৰ মইনাৰৰ মৌ মেল, অতুলচন্দ্ৰ বৰুৱাৰ ডাকে বোলে শুনা উপায় আৰু ডং প্ৰসন্নচন্দ্ৰ গোস্বামীৰ 'গোপী পাঠক।'

**সৰিতা সভাই** - (গুৱাহাটী) যোৱা বছৰ কেইবাখনো আলোচনা চক্ৰ আৰু শোক সভা পাতে। ৰাস পূৰ্ণিমাত আড়ম্বৰেৰে অনুষ্ঠিত হোৱা সভাৰ শাৰদীয় উৎসৱত মুখ্য অতিথি হিচাপে যোগদান কৰে মাদ্ৰাজৰ প্ৰাক্তন ৰাজ্যপাল বিষ্ণুৰাম মেধি ডাঙৰীয়াই। ত্ৰৈলোক্যনাথ গোস্বামী দেৱৰ পৌৰোহিত্যত বহা সভাৰ বছেৰেকীয়া অধিৱেশনত অসমীয়া সাহিত্যৰ বিভিন্ন দিশ সম্পৰ্কে কেইবা গৰাকী কৃতবিদ্য লোকে আলোচনা কৰে। সভাই পূৰ্বৰ বছৰৰ 'সাহিত্য প্ৰতিভা ছিৰিজ'ৰ অন্তৰ্ভুক্ত 'চৌধাৰীৰ সাহিত্য প্ৰতিভা' নামৰ এখন বুজন আকাৰৰ গ্ৰন্থ প্ৰকাশ কৰে। বৰ্তমানে প্ৰকাশ পোৱা 'বেজবৰুৱাৰ সাহিত্য প্ৰতিভাৰ' তৃতীয় সংস্কৰণটো পৰিবৰ্দ্ধিত ৰূপত উলিয়াবলৈ সভাই আয়োজন কৰিছে।

**মৰিয়নী সাহিত্য সভাই** - স্বৰ্গত কৃতীসকলৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জ্ঞাপন সভা, সাহিত্য সভা সপ্তাহ জাকজমককৈ পালন কৰে।

**ধিতাই পুখুৰী সাহিত্য সভাই** - চাৰিখন আলোচনা চক্ৰ পতাৰ উপৰি সাহিত্য সভাৰ সপ্তাহ বিভিন্ন কাৰ্য্য-সূচীৰে উদ্‌যাপন কৰে ।



## শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰ

নাট্যকাৰ অভিনেতা, গীতিকাৰ, সুৰকাৰ, কথা সাহিত্যিক আজীৱন শিক্ষাব্ৰতী শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত (জন্ম ৯ জুন ১৮৯৪, মৃঃ ২৫ মাৰ্চ ১৯৮৩) যোৰহাটৰ হেজাৰী প্ৰাথমিক বিদ্যালয়ত শিক্ষা লাভ কৰি ১৯০৫ চনত যোৰহাটৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উৰ্ত্তীণ হৈ কটন কলেজত দুবছৰ পঢ়ি ১৯১৪ চনত আই এ পাছ কৰে। ১৯১৫ চনৰ জানুৱাৰি মাহত যোৰহাটৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষকতাৰে কৰ্ম জীৱনৰ পাতনি মেলে। সেই বছৰতে ঢাকাত এল টি প্ৰশিক্ষণ ল'বলৈ যায়। ১৯৩৭-৪৭ চনলৈকে যোৰহাট নৰ্মাল স্কুলত উপাধ্যক্ষ আৰু ১৯৪৭-৪৯ চনত গোলাঘাট চৰকাৰী বেজবৰুৱা হাইস্কুলত প্ৰধান শিক্ষক হৈ অৱসৰ লয়। *কুকুৰীকনাৰ আঠ মঙলা (১৯১৬), বিয়া বিপৰ্যয় (১৯২৫), ভোটৰ ৰগৰ (১৯৬২), লেকলৌলানি (১৯৫৬), টেঙৰ ভেঙৰ, এটা চুৰট, টিপচহী, ভাকুটকুট, হাতীদাঁতে হাতী দাঁতে, সুৰাসংহাৰ, অচিন কাঠৰ থোৱা, বমফটকা, মেলটৰী, চেঁচাৰ আদি প্ৰহসন, বৈদেহী বিয়োগ (১৯৫২) বলিছলন (১৯৫৬) , প্ৰচ্ছন্ন পাণ্ডৱ (১৯৫৬), পৌৰাণিক নাটক। নৰনাৰায়ণ* বুৰঞ্জীমূলক নাটক, কবিতা পুথি *ৰাংঢালী, জ্ঞান লহৰী, শিশুসাহিত্য মৌ মহাভাৰত (১৯২৪)। গীতৰ গীতিশতদল (১৯৫৯)। মহন্তৰ গ্ৰামোফ'ন ৰেকৰ্ড নাটক* ৰুক্মিনী হৰণ প্ৰথম ৰেকৰ্ড নাটক। ১৯৬১ চনত সংগীত নাটক অকাদেমিৰ বঁটা অসম সাহিত্য সভাৰ সাহিত্যচাৰ্য্য সন্মান পাইছিল। সভাৰ প্ৰথমজন উপসভাপতি।

## অভিভাষণৰ সুবচন

*সাহিত্যৰ নামত গৌৰৱ কৰিবলৈ যি জাতিৰ সমল আছে, সেই জাতিৰ ভাণ্ডাৰ কেতিয়াও মাৰ নাযায়। পথপ্ৰদৰ্শক প্ৰাচীন কবি-সাহিত্যিকসকলৰ কথা বাদ দিও আজিৰ যুগত ভাষা-সাহিত্যৰ বুৰঞ্জী, সমালোচনা, প্ৰত্নতত্ত্ব, গীত-কবিতা, নাট্য-নৃত্য, শিশু-সাহিত্য ভ্ৰমণ বৃত্তান্ত, প্ৰাণীতত্ত্ব, জীৱন-চৰিত্ৰ, ৰাজনৈতিক বুৰঞ্জী, গল্প-উপন্যাস, কৃষি-বিজ্ঞান, চিত্ৰ ভাস্কৰ্য আদিত অনেকজন কৃতীলেখকে আমাৰ সাহিত্যৰ ভঁৰাল দিনক দিনে বঢ়াই আহিছে।*

* * *

*ভাষা শব্দ-ভঁৰাল, দেহৰ জঁকাটোৰ ওপৰত তেজ-মঙ্গহৰ নিচিনা। কথাতে কয় 'চপনীয়া মঙহ'। সি কোনো জোনত আহে কোনো জোনত যায়। কোনো কালৰ শব্দ পাচলৈ লুপ্ত হয় আৰু তাৰ ঠাইত আনে পুৰায়। আমাৰ ভাষাত অৱশ্যে বিদেশী পৰিমাণ সিমান সৰহ নহয়। তথাপি আমাৰ বাট-চ'ৰাটো পশ্চিমে হোৱাৰ কাৰণে*

কোনো ফাৰ্চী শব্দ প্ৰকাশ্যভাৱেই, নতুবা লুকাই চুৰকৈয়ে আমাৰ ভাষাত সোমাইছে। ৰাজহ-ৰাজকীয় ব্যৱহাৰত এনে শব্দৰ প্ৰচলন এতিয়াও হৈ আছে। এই শব্দবিলাক শাব্দিক যদিও সেই সম্বন্ধে আলোচনা কৰাটোও কৌতুহলপূৰ্ণ কাম হ'ব। আমাৰ ভাষাৰ সৌন্দৰ্য বঢ়াব যি কালত অসমীয়াক ভাষাৰ পয়োভৰ সেই সময়ত ভাৰতত মুছলমান আধিপত্য আৰু সেই কাল ধৰি এই শব্দবিলাকে আমাৰ ভঁৰালত ঠাই পাই আহিছে 'অপ্ৰমাদী কবি মাধৱ কন্দলীয়ে আৰু মহাপুৰুষ শঙ্কৰদেৱেও এনে শব্দ সৰহ তাকৰ বুজি ব্যৱহাৰ কৰি গৈছে আৰু পাচৰ যুগৰ বুৰঞ্জী-লেখকসকলে এই শব্দবিলাক অতি পৰিমাণেই ব্যৱহাৰে কৰিছে।

* * *

ভাষাৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰে তাৰ প্ৰকাশ ক্ষমতা আৰু ভাববাহিতাই। সাহিত্যিকসকলে অভিপ্ৰেত অৰ্থভাৱ গ্ৰহণৰ কাৰণে নথৈ পটুতা দিব পাৰে। প্ৰয়োজন বুজি শব্দই অৰ্থ এৰি লাক্ষণিক বা ব্যঙ্গ অৰ্থও প্ৰকাশ কৰে। কালিদাসৰ মুখত সেয়েই বাগাৰ্থ। মাধৱ কন্দলীৰ এই ক্ষমতা অধিক আৰু ততোধিক শঙ্কৰদেৱ। তেওঁৰ হাতত ভাষাৰ নমনীয় গুণ আশ্চৰ্যৰূপে প্ৰকাশ পাইছে। প্ৰাচীণ কবিসকলৰ আন এটা ক্ষমতা আত্মিক শব্দৰ প্ৰয়োগ। প্ৰাদেশীয় ভাষাৰ শৈশৱকালত এনে শব্দৰ প্ৰতি কবিসকলৰ আগ্ৰহ বাঢ়ি যায় যদিও যৌৱনকালত ইয়াৰ প্ৰাচুৰ্য্য অনেক অধিক। ধ্বন্যাত্মক শব্দই কবিৰ অৰ্থ প্ৰকাশ কৰাত আৰু শ্ৰোতা বা পাঠকৰ চকুৰ আগত তেনে অৰ্থক মূৰ্ত্তিমন্ত কৰাত সহায় কৰে। 'উৰুক মুৰুক কবি পিন্ধে অলঙ্কাৰ', 'হলফল কৰে স্তন', 'খটমট কৰি বাজে মুণ্ডমালা", ৰুণজুন কৰি বাজে পাৱৰ নূপুৰ'। ...... ইত্যাদি প্ৰকাশেই ধন্যাত্মক অৰ্থ দ্যোতনৰ সজীৱতা। প্ৰায় গোটেই বৈষ্ণৱ যুগতে এই কবি প্ৰসিদ্ধিয়ে বৈষ্ণৱ সাহিত্যৰ মনোৰঞ্জকতা অতি নতুন স্বৰূপে ঘোষণা কৰিছে। কিন্তু পাচৰ বুৰঞ্জী যুগত এই প্ৰয়োজন অবান্তৰ যেন হৈ পৰে দৃঢ় বাস্তৱতাৰ দাবীত।

* * *

ভাষাত সাহিত্য দেহ। ভাষালৈ আওকাণ কৰি সাহিত্যৰ শ্ৰীবৃদ্ধি কৰিবলৈ যোৱা দেহলৈ হেলা কৰি মনক সুস্থ কৰিবলৈ যোৱাই সমান। মাতৃভাষাৰ মুকলি বতাহত ফুৰিলেহে পৈতৃক প্ৰাণ সৰল হয়। গতিকে আমাৰ কৰ্তব্য হ'ল -মৃতভাষাৰ অনু শাসন আৰু বিদেশী পৰা মুক্ত কৰা।

* * *

অসম সাহিত্য সভাৰ উপৰি অসমীয়া ৰাইজে ইমানকৈ অটহিয়াই থকা সত্ত্বেও কি কাৰণত বা কাৰ ইচ্ছা আদেশত, অসম চৰকাৰে মাতৃভাষাক শিঙৰি ঘৰত তুলিবলৈ অহা ১৯৬৫ চনৰ পুহ মাহলৈ বৈ আছে বুজিব পৰা নাই।

* * *



যোৱা ১৭/১২/৬০ তাৰিখতে সংবিধান মতে আইন গ্ৰহ কৰিও ৰাজ্যিক ভাষা আজিলৈকে এলাগী হৈ আছে। আনহাতে মধ্যপ্ৰদেশ, ৰাজস্থান বিহাৰ আৰু উত্তৰ প্ৰদেশ, হিন্দীক, মাদ্ৰাজ তামিল, উৰিষ্যাই উড়িয়াক আৰু বঙ্গদেশে বিশ্বকবি ৰবীন্দ্ৰনাথ জন্ম দিৱসৰ পৰা বঙ্গলাক চৰকাৰী ভাষা বুলি গৌৰৱেৰে চলন্তি কৰালে।

* * *

ভোজৰ পাতত ভাত বঢ়াই, অতিথিক আসনত বহুৱাই খাবৰ সময় হোৱাৰ বাবে হাত দাঙি দাঙি বৈ থাকিবলৈ কোৱাৰ অৰ্থ কি, আমি বুজি নেপাওঁ।

হায় মাতৃভাষা। মহাপুৰুষৰ কৃপাত আবিয়ৈ গুচি বিয়ৈ হ'লা; থাপনাৰ গুৰু সেৱা, ঈশ্বৰ সেৱা কৰিব পৰা হ'লা; কবি-সাহিত্যিক, বুৰঞ্জী-লেখক, দাৰ্শনিক অৱদানেৰে গদ্যে-পদ্যে, ছন্দে-বন্ধে লক্ষ্মীৰ দৰে 'সকলে সম্পূৰ্ণা' হ'লা - কিন্তু নহ'ল মজিয়ালৈ ধৃতি।

* * *

এই শেষবাৰ আমি এই পৱিত্ৰ যজ্ঞ মণ্ডপৰ পৰা দাবী কৰিছোঁ, হয় অহা শ্ৰীশ্ৰীশংকৰদেৱৰ জন্মতিথি দিৱসৰপৰা, অন্ততঃ নিম্ন আদালত, পুলিচ বিভাগ, পঞ্চায়ত আৰু স্কুলসমূহৰ ৰাজ্যিক ভাষাৰ প্ৰচলন কৰক নহয় ৰাজ্যিক ভাষাৰ আইন উঠাই লৈ ৰাইজক ইচ্ছামতে যাবলৈ এৰি দিয়ক।

* * *

আমি ইংৰাজী ভাষাক অশ্ৰদ্ধা কৰা নাই আৰু ইংৰাজী ভাষাৰ সম্পদ-ৰাশিৰ আমি অন্ধ হোৱা নাই। আনৰ কথা এৰিও সিদিনা দেখিলোঁ কলিকতাত থকা ৰাষ্ট্ৰদূত মিঃ বেনিডিকটভে (Benedectov) বিৰাট জনসভাত বক্তৃতা দি গ'ল নিজৰ ভাষাতহে। ইফালে তেওঁ ইংৰাজীত পাৰ্গত নোহোৱাও নহয়, কিয়নো অনুবাদকে বক্তৃতাৰ হুবহু অনুবাদত কেতিয়াবা ভুল কৰোঁতে তেওঁ ততালিকে শুধৰাই দিছিল দৃষ্টান্তয়ো মাতৃভাষাৰৰ নামত আমাৰ অন্তৰত গৌৰৱ নবঢ়াব নে?

* * *

যি দেশত তেওঁলোকৰ জন্ম, যি দেশত তেওঁলোকৰ জীৱিকা, যি দেশৰ মাটিত তেওঁ আৰু দেহা এৰিবলৈকো আশা পালি আছে, সেই দেশৰ সাংস্কৃতিক জীৱনৰ লগত তেওঁলোকৰ জগৰীয়া হৈ থাকিবৰ ইচ্ছা নকৰাটোৱেই অতি স্বাভাৱিক প্ৰেৰণা। এই প্ৰস্তাৱে তেওঁলোকৰ প্ৰেৰণাত বাধা জন্মাব বুলি ভালকৈ জানি আমি তাৰ প্ৰতিবাদ কৰিছোঁ।

* * *

অসম চিত্ৰলেখাৰ দেশ। চিত্ৰকলা, ভাস্কৰ্যৰ উপৰিও ছো-মুখাৰ পৰা হাতী-দাঁতৰ কামলৈকে অসম যে একালত উন্নত আছিল তাৰ প্ৰমাণ দিয়ে আমাৰ দল-দেৱালয়,

নামঘৰ-মন্দিৰ আৰু সত্ৰ-সভাৰ নানান বস্তুৰে, পুৰণি কেতবিলাক সাঁচি-পতীয়া পৰ্বতী কটা চালপীৰা আৰু তাঁতশালৰ হেঙুল হাঁইতালেৰে বনকৰা মাকো, বান্দৰীয়ে।

* * *

অথচ কলা বিদ্যা শিক্ষাৰ বিদ্যালয়ৰ অভাবত আমাৰ দেশৰ চিত্ৰকৰ, খনিকৰসকল পাঁচ পৰি গৈছে আৰু লগে লগে আমাৰ অন্ন সমস্যাও বাঢ়িব লাগিছে।

বৃদ্ধসকলৰ মুখে শুনিছিলোঁ আগৰ দিনৰ চিত্ৰখৰ-খনিকৰে নিজৰ হাতৰ বুঢ়া আঙুলি দুৰ্গাদেৱীৰ পাঁচখনীয়া প্ৰতিমা আৰু ৰাসলীলা পৰ্য্যন্ত চিত্ৰিত কৰিব পাৰিছিল। এই সকলোবিলাক কলাক মৃত্যুৰ মুখৰ পৰা উদ্ধাৰ কৰিবলৈ আৰু সময়ৰ ৰুচিমতে কাম কৰিবলৈ হ'লে আমাক সাহায্য প্ৰাপ্তই হওক বা চৰকাৰীয়েই হওক বৰ্তমান গুৱাহাটী চহৰখনৰ উপৰি আৰু এখনি কলা বিদ্যালয় (Art school) লাগে। দ্বিতীয়খনি কলা বিদ্যালয়ৰ ঠাই যোৰহাটেই প্ৰশস্ত হ'ব বুলি আমাৰ ধাৰণা।

* * *

ফৰাচী দেশৰ অকল 'পাৰী' (Paris) চহৰতেই শিল্পী সংখ্যা হেনো আদলাখ, কলিকতাত তাকৰকৈয়ো এহেজাৰ, আমাৰ গোটেই অসমত হয়তো এশজনো নোলাব।

* * *

বৰ্তমান যুগ হ'ল বিজ্ঞান-প্ৰধান যুগ। বিজ্ঞানৰ উন্নতিয়েই জাতীয় উন্নতিৰ মেৰুদণ্ড। বিজ্ঞানে এতিয়া দেশৰ প্ৰাকৃতিক সীমা, সামাজিক ভেদ মোহাৰি আনিছে। গতিকে জাতীয় জীৱনত আন্তৰ্জাতিক জীৱনৰ অনুকূলে গঢ়িব নোৱাৰিলে প্ৰগতিৰ পথত আমি দিনক দিনে পাচ পৰি যাম। অকল কল্পনা-বিলাসী উপন্যাস, গল্প বা কবিতাই নাইবা তেনে ধৰণৰ যি বস্তুৰেই আমাক আন্তৰ্জাতিক জীৱনৰ অনুকূল গঢ় দিব নোৱাৰে। স্বাধীন চিন্তা আৰু গৱেষণাক বিজ্ঞানৰ ক্ষেত্ৰত আমাক আগবঢ়াই জাতীয় মৰ্যাদা দিব পাৰিব। উঠি অহা ছাত্ৰসকলৰ অন্তৰত চিন্তাশীল আধ্যাত্মিক মনোবৃত্তি এটি জগাই দিব পৰাকৈ আমি এতিয়া সাহিত্যক গঢ়ি তুলিব লাগিব। শিক্ষা, সাহিত্য আৰু বিজ্ঞানৰ ক্ষেত্ৰত তেনে এক শ্ৰেণীৰ সাধক গঢ়ি তুলিব নোৱাৰিনে আন কি ৰাষ্ট্ৰীয় ভূমিতে আমি খহি পৰিম।

* * *

সাহিত্যৰ একোটা বেলেগ বেলেগ যুগ আছে ই কোনো বিশেষ সাহিত্যৰ কাৰণেই হয়। এঠাইত টোকৰ মাৰিলে সকলোতে ৰজনজনাই উঠাৰ দৰে প্ৰগতিশীল সাহিত্যৰ সাল-সলনি পৃথিৱীৰ এঠাইত হ'ল ক্ৰমে সকলোতে হয়। সাহিত্যৰ একো একোটা ভঙ্গীৰ যুগ অৰ্দ্ধ শতাব্দী মানেই থাকে। আমাৰ আধুনিক কবিতা-লেখকসকলে যুগৰ লগত খাপখুৱাই আমাৰ অসমীয়া সাহিত্যতো আধুনিক কবিতাৰ সৃষ্টি কৰি জাতিৰ আৰু ভাষা-সাহিত্যৰ এটা বিশেষ উপকাৰ সাধন কৰিছে। অৱশ্যে এইবিলাক সৰবৰহী



হোৱা নোহোৱা সময়-সাপেক্ষ কথা। পক্ষ-পাত্ৰ আদি বহুতৰে ওপৰত ই নিৰ্ভৰ কৰে। আধুনিক ধৰণেৰে কবিতা লিখা কবি দিনে দিনে বাঢ়িছে। যুগৰ কাম কৰিবলৈ আগবঢ়া এই কবিসকলক আমি নিৰুৎসাহ নকৰোঁ কিন্তু ছন্দত লিখা তথাকথিত পুৰণি কবিতাবোৰ নহ'লে অসমীয়া সাহিত্য নিশ্চয় উকা হ'ব। সাহিত্যৰ এইবিধৰ সম্পদেহে সৰ্বসাধাৰণৰ মুখে মুখে থাকি নিজৰ অস্তিত্ব সজাগকৈ পৰে। গতিকে সেইবিধৰ কাব্য-কবিতা- ৰচনাৰ ফালে একেবাৰে পিঠি দিয়াও অযুগুত হ'ব।

* * *

সুখৰ কথা খিলঞ্জীয়া স্বৰূপে অসমত বাস কৰি থকা অহা অসমীয়া লোকসকলৰ দৰে ব্যৱসায়-বাণিজ্য কৰি, পমুৱা স্বৰূপে থকা অনা-অসমীয়া লোকসকলক অন্তৰতো অসমীয়া আৰু অসমীয়া ভাষাৰ প্ৰতি দিনকদিনে সম্ভ্ৰাৰ অনুৰাগ বাঢ়ি যোৱাৰ লক্ষণ দেখি অহা হৈছে। অনেক ঠাইত সিবিলাকে উল্লেখযোগ্য বৰঙণিও দিছে।

* * *

মুঠতে আমাৰ শাখা সভাসমূহে অঞ্চলে অঞ্চলে চেনেহী ভাষাৰ পতাকাৰ ছাঁয়ালৈ সকলোকে আকৰ্ষণ কৰি আনিব জানিলেই সাহিত্য চৰ্চাৰ একো একোখনি শান্তিময় পৰিৱেশৰ সৃষ্টি হ'ব শান্তিময় পৰিৱেশেই সাহিত্যৰ উৰ্বৰা ভূমি।

* * *

হে মাতৃমণ্ডলী,

অসম সাহিত্য সভাৰ প্ৰথমখনি বাৰ্ষিক অধিৱেশনৰ দিনৰে পৰা বছৰে বছৰে আপোনাসকলৰ উপস্থিতি আৰু সহযোগিতাৰ বৃদ্ধিয়ে আমাক নথৈ আনন্দিত আৰু আশান্বিত কৰিছে। আমাৰ সভ্যতাৰ মূলতে বৃদ্ধা মাতৃসকলক (Civilisation begins with grandmothers) আৰু মাতৃভাষাৰ পবিত্ৰ অমৃতধাৰাও পাইছো মাতৃসকলৰ অনুগ্ৰহতেই।

* * *

পুণ্যতনুসকলে দি থৈ এই সেৱা-ভাবকে অন্তৰত লৈ, হাতীদাঁতৰ কাৰেঙে জনসমাজলৈ নামি আহি যি জনেই কৰে সাহিত্য সেৱা তেওঁৰ সাহিত্যই হয় অমৰ বাণী সাহিত্যই আনে ৰাজ্যিক একতা, আনে ৰাষ্ট্ৰীয় সংহতি, আনে বিশ্বশান্তি আৰু কৰে সাহিত্যই নিৰীশ্বৰবাদক-সৰ্বেশ্বৰবাদ (God is now here vs God is now here)।



# দ্বাত্ৰিংশ অধিৱেশন

## নলবাৰী

## ১৭, ১৮ আৰু ১৯ জানুৱাৰি, ১৯৬৫

তিনিদিনীয়া কাৰ্যসূচীৰে অনুষ্ঠিত কৰা নলবাৰী অধিৱেশনত সভাপতিত্ব কৰিছিল ডিম্বেশ্বৰ নেওগে। ১৭ জানুৱাৰি তাৰিখে স্থানীয় শিল্পী মনোজ কুমাৰ শৰ্মাৰ *'দুৱাৰ খোলোঁ'* গীতেৰে প্ৰদৰ্শনীৰ পাতনি মেলা হয়। সভাৰ প্ৰদৰ্শনী আছিল সুসজ্জিত লগতে সংস্কৃতি সম্পদৰো প্ৰদৰ্শন কৰা হৈছিল। গীতৰ পিচতে বিদ্যানিধি শৰৎচন্দ্ৰ গোস্বামী তোৰণৰ সন্মুখত নলবাৰী কলেজৰ বহল ঠাইত দিনৰ দুই বজাত প্ৰদৰ্শনীৰ দ্বাৰা উদ্‌ঘাটন কৰে প্ৰমথ নাথ চক্ৰৱৰ্তীয়ে মাংগলিক ধ্বনি, ধূপ-ধূনাৰ সুগন্ধ আৰু আইসকলৰ উৰুলি ধ্বনিৰ মাজত প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰাৰ লগে লগে হাজাৰ হাজাৰ জনতাৰ সোঁত ববলৈ আৰম্ভ কৰে।

নলবাৰী, উত্তৰ কামৰূপ অঞ্চলৰ সাংস্কৃতিক প্ৰদৰ্শন। অসম চৰকাৰ নেফা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ জনসংস্কৃতি বা নৃতত্ত্ববিভাগে সহযোগ প্ৰদৰ্শনীৰ ঘাই আকৰ্ষণ আছিল 'এইখন নলবাৰী' শীৰ্ষক প্ৰদৰ্শনী। ইয়াৰ যোগেদি নলবাৰীৰ সকলো দিশৰ প্ৰতিফলন হৈছিল। ৩৫ খন বিপনীতে প্ৰদৰ্শনী সুসজ্জিত প্ৰদৰ্শনীত গ্ৰন্থ বিক্ৰীৰ হাৰ উৎসাহজনক আছিল।

### বিষয় বাছনী সভা

প্ৰদৰ্শনীৰ দ্বাৰা উদ্‌ঘাটনৰ পিচতে 'ৰমাকান্ত চৌধুৰী তোৰণ'ৰ প্ৰতিনিধি শিবিৰৰ নলবাৰী বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰৰ ডাঙৰ সভাঘৰত ডিম্বেশ্বৰ নেওগৰ সভাপতিত্বত বিষয় বাছনী সভা বহে। এই সভা ১৮/১/৬৫ তাৰিখে আৰু ১৯/১/৬৫ তাৰিখতো বহিছিল। বিষয় বাছনী সভাত ৩৪১ জন প্ৰতিনিধিয়ে যোগদান কৰে।

### জ্যোতি তৰ্পণ

১৭/১/৬৫ তাৰিখে জ্যোতিপ্ৰসাদ আগৰৱালাৰ সোঁৱৰণী দিৱস সাহিত্য সভা সপ্তাহৰ জ্যোতি তৰ্পণ ৰূপে অনুষ্ঠিত কৰে। সেইদিনা সন্ধ্যা ৭ বজাত 'মোৰে ভাৰতৰে মোৰে সপোনৰে' গীতেৰে তৰ্পণ অনুষ্ঠান আৰম্ভ কৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি



ত্ৰৈলোক্যনাথ গোস্বামীয়ে অনুষ্ঠানটিৰ তাৎপৰ্য ব্যাখ্যা কৰি অনুষ্ঠানটিত পৌৰাহিত্য কৰিবলৈ ধ্বনি কবি বিনন্দচন্দ্ৰ বৰুৱাক অনুৰোধ কৰে। সভাপতিৰৰ ভাষণৰ পিচতেই তৰ্পণ অনুষ্ঠানৰ সামৰণি পৰে। এই অনুষ্ঠানৰ সামৰণিৰ লগে লগে সাংস্কৃতিক অনুষ্ঠান আৰম্ভ হয়। ইয়াৰ পিচত নলবাৰীৰ বিখ্যাত পুটলা অভিনয় আৰু তাৰ অন্তত 'সুৰদেৱী নাট্য সমিতি'ৰ তৰফৰ পৰা 'হৰিচন্দ্ৰ উপ্যাখ্যান' নাটকৰ অভিনয় হয়। দুয়োটা অনুষ্ঠানতে হাজাৰ হাজাৰ জনসমাৱেশ হৈছিল।

### পতাকা উত্তোলন

১৮/১/৬৫ তাৰিখে পুৱা ৮.৩০ বজাত সমৱেত প্ৰতিনিবৰ্গ আৰু নলবৰীয়া ৰাইজৰ বিপুল সমাৱেশত বেজবৰুৱাৰ 'বাজক ডবা বাজক শংখ'ৰ সমৱেত নিনাদিত সংগীতৰ ধ্বনিৰ মাজত বিদায়ী সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰে পতাকা উত্তোলন কৰে। সমৱেত সকলে পতাকাক অভিবাদন জনায়। মহন্তই এটি ভাষণ প্ৰদান কৰি কাৰ্যসূচীৰ সামৰণি মাৰে।

### আলোচনা-চক্ৰ

সাহিত্যৰত্ন হৰিনাৰায়ন দত্তবৰুৱা তোৰণেৰে নলবাৰী কলেজৰ খেল পথাৰত সুসজ্জিত মণ্ডপৰ মঞ্চত হেমবৰুৱাৰ সভাপতিত্বত পুৱা ৯.১০ বজাত লক্ষহীৰা দাস ৰচিত 'বীৰ লাচিতৰ দেশ' গীতেৰে আলোচনা-চক্ৰ আৰম্ভ হয়।

পোনতে অভ্যৰ্থনা সমিতিৰ আলোচনা-চক্ৰ শাখা-সমিতিৰ সম্পাদক উমাকান্ত শৰ্মাই এটি চমু লিখিত ভাষণ আলোচনাৰ বিষয়বস্তু *"অসমীয়া চুটি গল্পৰ"* বিষয়ে পৰ্যায়লোচনা কৰি কয় যে 'যিহেতু আধুনিক অসমীয়া গল্প আৰু উপন্যাস সাহিত্যও পাশ্চাত্ত্যৰ প্ৰভাৰত গঢ়ি উঠিছে গতিকে অসমীয়া গল্প পাশ্চাত্ত্যৰ আদৰ্শতে গঢ়ি উঠা বাঞ্ছনীয়। আৰু তেতিয়া হ'লে পাশ্চাত্ত্য জগতত জীৱজন্তু, জড়জগত আদিৰ বিষয়ে গল্প ৰচিত হোৱাৰ দৰে আমাৰ সাহিত্যতো তেনে গল্পই স্থান পোৱা কাম্য। পাশ্চাত্ত্য জগতত নায়ক নায়িকাহীন গল্প আৰু উপন্যাসো ৰচিত হৈছে। আমাৰ দেশতো হোৱা কাম্য।' চক্ৰত অতুলচন্দ্ৰ গোস্বামীয়ে 'অসমীয়া গল্প সাহিত্যৰ বিষয়ে পাশ্চাত্ত্যৰ দাৰ্শনিক আৰু মনস্তাত্বিক প্ৰভাৱ'ৰ বিষয়ে এখন পাণ্ডিত্য-পূৰ্ণ ৰচনা পাঠ কৰে আৰু ৰোহিণী কাকতিয়ে 'মোৰ গল্পৰৰ মানদণ্ড' শীৰ্ষক আন এখন ৰচনাত তেওঁৰ নিজৰ গল্পৰ গইনা লৈ। গল্পলেখক যোগেশ দাস আৰু চৈয়দ আব্দুল মালিকে আলোচনাত অংশ গ্ৰহণ কৰে। দুয়ো গৰাকী আলোচকে বেজবৰুৱাৰ দিনৰ পৰা বৰ্তমানলৈ অসমীয়া গল্প সাহিত্যৰ ধাৰাৰ বিষয়ে আলোচনা কৰে। আমন্ত্ৰিত অন্যান্য বিশিষ্টলোক থকা সত্ত্বেও মুকলি অধিৱেশনৰ সময় হৈ অহা কাৰণে সভাপতিৰ মন্তব্যৰে আলোচনা-

চক্র সামৰা হয়। সভাপতি বৰুৱাই তেওঁৰ ভাষণত অসমীয়া গল্প সাহিত্যৰ ধাৰা আৰু ইয়াৰ ওপৰত প্রতিফলিত পাশ্চাত্যৰ প্রভাৱ চমুকৈ আলোচনা কৰে আৰু উমাকান্ত শৰ্মাই উল্লিখিত কথা কেইটা সমৰ্থন কৰি কয় যে 'অসমীয়াতো তেওঁ অসমীয়া সাহিত্যিসকলক দুৰ্বল আৰু নীচাত্মিকা মনোভাৱ পৰিহাৰ কৰি সাহিত্য সেৱাত আত্মনিয়োগ কৰিবলৈ আহবান জনায়। তেওঁ কয় যে 'অসমীয়া সাহিত্যৰ যথোচিত প্রচাৰৰ অভাৱৰ কাৰণে ই প্রসাৰিত হ'ব পৰা নাই। অসমীয়া সাহিত্য ইংৰাজী আৰু হিন্দী মাধ্যমত ৰচিত হ'লে এহাতে যেনেকৈ সৰ্বভাৰতীয় স্বীকৃতি অৰ্জ্জন কৰিবলৈ সমৰ্থ হ'ব তেনেকৈ আন্তৰ্জাতিক ক্ষেত্ৰতো স্বীকৃতি পাব'। বৰুৱাই অসমীয়া সাহিত্যৰ প্রচাৰৰ দিশটোৰ ওপৰত বিশেষভাৱে গুৰুত্ব আৰোপ কৰে আৰু তেতিয়াহে ইয়াৰ পূৰ্ণবিকাশ সম্ভৱপৰ হ'ব বুলি ধাৰণা কৰে।

## প্রথম মুকলি অধিৱেশন

আলোচনা-চক্রৰ পৰিসমাপ্তি ঘটিবলৈ নৌপাওঁতেই সভাপতিৰৰ শোভাযাত্ৰা আৰম্ভ হয়। নলবাৰী চহৰৰ মাজত অৱস্থিত হৰিমন্দিৰৰ ওচৰত আনুষ্ঠানিকভাৱে সভাপতিক আদৰণী জনাবলৈ ৰাজ-আলিৰ ওপৰত নিৰ্মাণ কৰা এটি সুবৃহৎ তোৰণৰ পৰা আদৰি আনে। সভাপতিৰৰ শোভা-যাত্ৰা উপসমিতিৰ সম্পাদকক গণেশ্বৰ শৰ্মাই সভাপতি ডিম্বেশ্বৰ নেওগক অভ্যৰ্থনা সমিতিৰ সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীৰ সৈতে এখন খোলা জীপত সভাপতি দেৰক লৈ দুশাৰী মানুহৰ এমাইলতকৈ অধিক দীঘলীয়া শোভাযাত্ৰা আৰম্ভ হয়। সাহিত্য সভাৰ প্ৰাক্তন ৩১ জন সভাপতিৰ নামৰ ওপৰত মাল্যদান কৰি ৩১ জনী কণ কণ ছোৱালীয়ে সভাপতিৰ জীপৰ আগে আগে গৈ আছিল; আৰু জীপৰ পাছত গৈছিল গায়ন, বায়ন, ধুলীয়া, ওজাপালি আৰু স্থানীয় বড়ো গাভৰুহঁতৰ চিফুং বাঁহীৰ সুৰ আৰু মাদলৰ চেঁৰে চেঁৰে নচা ঐতিহ্যপূৰ্ণ নৃত্যৰ দল। হাজাৰ-হাজাৰ ছাত্ৰ-ছাত্ৰী আৰু জনতাই যোগদান কৰি শোভাযাত্ৰাৰ জৰিয়তে সমগ্ৰ নলবাৰী চহৰ কৰি তুলিছিল উৎসৱ মুখৰ। সভাত যোগদান কৰিবলৈ অহা প্ৰতিনিধি অসমৰ ওজাপালি আৰু সাহিত্যসভাৰ কৰ্মকৰ্তাসকলৰো দুই-চাৰিয়ে শোভাযাত্ৰাত সহযোগিতা কৰিছিল। সভাপতিদ্বয়ৰ জীপ আহি 'সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা তোৰণ' পোৱাৰ লগে লগে স্থানীয় কলেজৰ অধ্যাপক ঈশ্বৰচন্দ্ৰ বৰুৱাই ৰচনা কৰা 'অ' মোৰ ডেকা-গাভৰুৰ দল, সাহে বুকু বান্ধি আগবাঢ়া বাঢ়া আগ...' সংগীতেৰে সভাপতিদেৰক আদৰি নিয়া হয়। সকলোবোৰ বৈষম্য দূৰ কৰি সাম্য আৰু মৈত্ৰীৰ ভাৱেৰে বৃহত্তৰৰ অসম গঢ়িব লাগিব। আৰু এই কাৰ্য সম্ভৱপৰ হ'ব পাৰে একমাত্ৰ সাহিত্যিকসকলৰ দ্বাৰাহে।' শৰ্মাদেৱে সাহিত্যিকসকলক ব্ৰহ্মময় দৃষ্টিভংগীৰে অনুপ্ৰাণিত হবলৈও অনুৰোধ জনায়।



উদ্বোধন ভাষণৰ পিচত অভ্যৰ্থনা সমিতিৰ সভাপতি অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীদেৱে তেওঁৰ পাণ্ডিত্যপূৰ্ণ আদৰণী ভাষণ পাঠ কৰে। ইয়াৰ পাচত সভাৰ প্ৰধান সম্পাদত ড° মহেশ্বৰ নেওগে তেওঁৰ বাৰ্ষিক সম্পাদকীয় প্ৰতিবেদনৰ পাছত সভাপতি ডিম্বেশ্বৰ নেওগদেৱে তেওঁৰ সুদীৰ্ঘ অভিভাষণখনি পাঠ কৰি তাত অসমীয়া ভাষা সাহিত্যৰ বৈশিষ্ট্য দাঙি ধৰাৰ লগতে অসমীয়াক ৰাজ্যিক ভাষাৰূপে প্ৰয়োগ নকৰা কাৰণে আক্ষেপ কৰে। সভাপতিদেৰৰ অভিভাষণৰৰ পাছত প্ৰথম দিনাৰ মুকলি অধিৱেশনৰ সামৰণি পৰে আৰু লগে লগে নলবাৰীৰ স্থানীয় শিল্পীৰ দ্বাৰা নিৰ্মিত বিভিন্ন কলা-কৌশলযুক্ত আতচবাজী প্ৰদৰ্শনৰে সমবেত অগণন জনতাক মুগ্ধ কৰে।

## সংগীত সন্মিলন

সন্ধিয়া ৬ বজাৰ লগে লগে স্থানীয় শিল্পী মনোজকুমাৰ শৰ্মাৰ দ্বাৰা ৰচিত আৰু পৰিচালিত সংগীত 'এই বালিমাহী ঘূৰি ঘূৰি থুপ খালে' সংগীতেৰে সংগীত সন্মিলনৰ পাতনি মেলা হয় সুৰশিল্পী মুক্তিনাথ বৰদলৈদেৰৰ পৌৰোহিত্যত। অসম আৰু নগাভূমিৰ উচ্চন্যায়ালয়ৰ মুখ্য ন্যায়ধীশ সংগীত সেৱক গোপালজী মেহ্রোৰট্ৰাই সন্মিলন উদ্বোধন কৰি ভাৰতীয় সংগীতৰ স্থানৰ কথা উল্লেখ কৰি কয় যে অসমীয়া বৰগীত সৰ্বভাৰতীয় ধ্ৰুপদ সংগীতৰ সহকৰ্মী।

সভাপতিদেৰক আদৰি নি মঞ্চৰ ওপৰত যথাস্থানত বহুৱাৰ পাছত বিদায়ী সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰদেৰৰ প্ৰস্তাৱ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীদেৰৰ সমৰ্থন অনুক্ৰমে ডিম্বেশ্বৰ নেওগ দেৱে সভাপতিৰ আসন গ্ৰহণ কৰে। স্থানীয় শিল্পী চৈয়দ জমিৰুদ্দিনৰ দ্বাৰা ৰচিত আৰু পৰিচালিত 'বীৰ প্ৰসবিনী হে অসমা মঙ্গলা মাতৃ সুভাগিনী...' সংগীতৰে প্ৰথম দিনাৰ মুকলি অধিৱেশনে পাতনি মেলে। পোনতে প্ৰধান সম্পাদকে প্ৰাক্তন সভাপতি অতুলচন্দ্ৰ হাজৰিকা, বেণুধৰ শৰ্মা, নলীনিবালাদেৱী, ত্ৰৈলোক্য নাথ গোস্বামী প্ৰভৃতিক ৰাইজৰ লগত পৰিচিত কৰি দিয়ে। লগে লগে অসমৰ বয়োবৃদ্ধ সুসাহিত্যিক মহাদেৱ শৰ্মাদেৱে অধিৱেশন উদ্বোধন কৰি এটি আবেগময়ী অথচ গাম্ভীৰ্য্যপূৰ্ণ ভাষণেৰে অসম সাহিত্য সভা আৰু অসমীয়া সাহিত্যিক সকলৰ দায়িত্বৰ প্ৰতি লক্ষ্য কৰি কয় যে 'কেৱল অসম সাহিত্য সভাহে অসমৰ পৰ্বত ভৈয়াম নিবাসীৰে শ্ৰদ্ধেয়। অসম সাহিত্য সভাৰ উন্নতিয়েই অসমীয়া সাংস্কৃতিক জীৱনৰ উন্নতি। এই সাহিত্য সভাৰ মাধ্যমতেই আমি আটায়ে ভাই ভাইৰ দৰে মিলিজুলি অসমদেশ নিবাসী পৰ্বত-ভৈয়ামৰ ৰাইজৰ মাজত বা সত্ৰীয়া নৃত্য আদি যি কোনো সৰ্বভাৰতীয় শাস্ত্ৰীয় সঙ্গীত বা নৃত্যৰ সমকৰ্যী আৰু মৰ্যাদাসম্পন্ন'। মেহ্রোৰট্ৰাই অসমীয়া সুৰ আৰু নৃত্য শিল্পীসকলে অসমীয়া নৃত্য-গীতক সৰ্বভাৰতীয় ভেটিত তথা সমগ্ৰ বিশ্বৰ মাজত সুপ্ৰতিষ্ঠিত কৰিবলৈ সমৰ্থ হোৱা কাৰণে

আনন্দ প্ৰকাশ কৰে। লগতে তেওঁ অসমীয়া নৃত্য-গীত তথা অসমীয়া সংস্কৃতিৰৰ উৎকৰ্ষ সাধনৰ কাৰণেও কামনা কৰে। সভাপতি বৰদলৈদেৰে তেওঁৰ অভিভাষণত 'সংগীতৰ ধাৰা'ৰ বিষয় আলোচনা কৰি অসমীয়া সংগীতৰ স্থান নিৰ্ণয় কৰে আৰু বৈজ্ঞানিক পদ্ধতিত যথানিৰ্দ্দিষ্ট ভাবে শিক্ষানুষ্ঠানত সংগীত শিক্ষাদানৰ ব্যৱস্থা কৰিব লাগে বুলি দৃঢ়মত প্ৰকাশ কৰে।

## বুৰঞ্জী শাখাৰ সন্মিলন

১৯/১/৬৫ তাৰিখে পুৱা ৮ বজাত অসম বিখ্যাত পুৰাতাত্বিক সৰ্বেশ্বৰ বৰুৱাদেৰৰ সভাপতিত্বত বহা বুৰঞ্জী সন্মিলন আৰম্ভ হয়। লক্ষহীৰা দাসৰ দ্বাৰা ৰচিত 'আমি নবভাৰতৰ শান্তি সুচনাকাৰী অগ্ৰগামী অভিযাত্ৰী' সংগীত সমৱেত কণ্ঠধ্বনিৰে। পোনতে বুৰঞ্জীশাখা সমিতিৰ সম্পাদক উমাকান্ত শৰ্মাই নতুন দৃষ্টি ভংগীৰে স্বাধীন দেশৰ বুৰঞ্জী প্ৰণয়ন কৰিবলৈ বুৰঞ্জীবিদসকলক আহবান জনায়। তেওঁ কয় যে 'বুৰঞ্জীত জনতাৰ প্ৰাণৰ ভাষাই ৰূপ পোৱা অতিশয় বাঞ্ছনীয়।' সভাপতি বৰুৱাদেৰে তেওঁৰ সুচিন্তিত অভিভাষণত অসমৰ গৌৰৱপূৰ্ণ ইতিহাসৰ কথা শ্ৰদ্ধাৰে সোঁৱৰে আৰু তাৰ দ্বাৰা অনুপ্ৰাণিত হৈ স্বাধীন অসম তথা ভাৰত গঢ়াত অগ্ৰসৰ হ'বলৈ উদীয়মান যুৱক-গাভৰুসকলক আহবান জনায়। বুৰঞ্জী শাখাৰৰ সন্মিলনত দুখন ৰচনা পঠিত হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ড° নগেন্দ্ৰনাথ আচাৰ্যই ৰুদ্ৰসিংহৰ দিনৰ অসমৰ এটি গৌৰৱোজ্জল ছবি দাঙি ধৰি সমজুৱাসকলক অনুপ্ৰাণিত কৰে। আন এজন ৰচক ৰমেশচন্দ্ৰ বৰ কাকতি 'তেওঁৰ শৰাই ঘাটত ৰণ' শীৰ্ষক প্ৰবন্ধত অসমৰ আন এখন গৌৰৱোজ্জল ছবি চিত্ৰিত কৰি সমজুৱাসকলক দেশ প্ৰেমৰ ভাবত উদ্বুদ্ধ কৰে।

বুৰঞ্জী-সন্মিলনৰ পৰিসমাপ্তি ঘটাৰ পিছত বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ হ'ল ঘৰত বিষয়বাছনী সভাৰ ৩য় আৰু শেষ বৈঠক বহে প্ৰায় তিনিঘন্টা সময়ৰ কাৰণে।

## ২য় দিনাৰ মুকলি অধিৱেশন

২য় দিনাৰ মুকলি অধিৱেশন আৰম্ভ হয় প্ৰায় ২-৩০ বজাৰ লগে লগে স্থানীয় সুৰশিল্পী চৈয়দ জমিৰুদ্দিন আহমদৰ ৰচনা 'আমি লেখো আহা এটি দুটি তৰা, আজি আকাশত ডাৱৰ অকণো নাই নতুন পোহৰে ভৰা' সংগীতৰ মধুৰ মূৰ্চ্ছনাৰে। সভাপতিত্ব কৰে ডিম্বেশ্বৰ নেওগে।

নেফাৰ পৰা অহা ছাত্ৰ লুম্বেৰদাই, পেমখান্দু, ইংয়াটাকি, তাদাকচাৰ আদিয়ে সভাত যোগদান কৰি একোটি ভাষণ দিয়ে। তেওঁলোক আটায়ে নেফা আৰু অসমৰ সাংস্কৃতিক ঐক্যৰ কথা সোঁৱৰে। আৰু এই ঐক্যৰ এনাজৰি কটকটীয়া হোৱাটো বাঞ্ছা কৰে। লুম্বেৰদাই তেওঁৰ লিখিত ভাষণত আৰু নেফাৰৰ মাজত থকা ঘনিষ্ঠ সাংস্কৃতিক



সম্পৰ্কৰ কথা কয় আৰু অসমীয়া ভাষা সাহিত্যৰ উত্তৰোত্তৰৰ উন্নয়ন আৰু সম্প্ৰসাৰণৰ কথাত বিশেষভাৱে গুৰুত্ব আৰোপ কৰে। দায়ে নেতৃস্থানীয় কোনো কোনো শিৰফুটা অসমীয়া ব্যক্তিৰ অসমীয়া ভাষা সাহিত্যৰ প্ৰতি দৰ্শোৱা বীতশ্ৰদ্ধৰ কাৰণে আক্ষেপ কৰে আৰু তেওঁ কয় যে সমূহ অসমীয়া একগোট হৈ অসমীয়াৰ উন্নতিত সহায়ক নহ'লে অসমৰ উন্নতি কামনা বৃথা। তেওঁ অসম সাহিত্য সভাক প্ৰচাৰ ধৰ্মী মনোভাবেৰে কামত আগবাঢ়িবলৈও অনুৰোধ জনায়।

গুৱাহাটীৰ মিশ্যনেৰী জৰ্জ্জ জিলাপ্‌সীয়ে প্ৰাঞ্জল অসমীয়াত এটি ভাষণ দিয়ে। জিলাপ্‌সীয়ে তেওঁৰ ভাষণত দেশাত্মবোধৰ কথা বিশেষভাবেৰে উল্লেখ কৰে। তাৰ পিচত সভাৰ মুখ্য অতিথি উৰিষ্যাৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বুৰঞ্জীবিদ আৰু সুসাহিত্যিক ডঃ হৰেকৃষ্ণ মহতাব দেৱৰ ভাষণ আৰম্ভ হয়। তেওঁৰ সুদীৰ্ঘ ৯০ মিনিট জোৰা পাণ্ডিত্যপূৰ্ণ ভাষণত প্ৰাচীন আৰু আধুনিক ভাৰতীয় সাহিত্যধাৰাৰ বিষয় আলোচনা কৰাৰ উপৰি বৰ্তমানৰ পটভূমিত সাহিত্যিসকলৰ কৰ্তব্যৰ বিষয়েও নিজস্ব অভিমত প্ৰকাশ কৰে। সৰ্বপ্ৰথমে তেওঁ কয় যে 'অসম আৰু উৰিষ্যাৰ ভাষাৰ মাজত বিৰাট সাদৃশ্য পৰিলক্ষিত হোৱাৰ দৰে দুয়োখন ৰাজ্যৰ ৰাজনৈতিক সমস্যাবোৰো প্ৰায় সাদৃশ্যপূৰ্ণ হোৱা হেতুকে অসম আৰু উৰিষ্যাৰ মাজত বিশেষ কোনো পাৰ্থক্য নাই আৰু সেই কাৰণে অসমীয়া মানুহৰ মানত উৰীয়াসকল বা উৰীয়াৰ মানত অসমীয়াসকল বৰ আপোন'। প্ৰাচীন অসমীয়া আৰু উৰীয়া সাহিত্যৰ বিষয় আলোচনা কৰি ডঃ মহতাবে দৃঢ়ভাবে মত প্ৰকাশ কৰে যে প্ৰাচীন বঙালীতকৈ প্ৰাচীন অসমীয়া বা উৰীয়া সাহিত্য নিশ্চয় চহকী আছিল। লগতে তেওঁ ইয়াকো কয় যে 'বৰ্তমান শতিকাৰ যোৱা ৩য় দশকৰ অসমীয়া, উৰীয়া আৰু বঙালীসাহিত্য প্ৰায় সমকৰ্ষী আৰু সমভাবাপন্ন।' ইয়াৰ পাছত ডঃ মহতাবে ৰাষ্ট্ৰীয় জীৱনৰ লগত সাহিত্য-সংস্কৃতিৰ থাকিবলগীয়া আৱশ্যকীয় গুণ আৰু ভাবৰ কথা আলোচনা কৰে। ডঃ মহতাবে কয় যে, ভাৰতবৰ্ষ এখন ধৰ্ম নিৰপেক্ষ দেশ হলেও ইয়াৰ এটা ৰাষ্ট্ৰীয় ধৰ্ম ৰূপায়িত হোৱা বাঞ্ছনীয়। তেওঁ কয়, 'আমাৰ সাহিত্যত ব্যক্তিৰ কথাইহে বিশেষ ধৰণৰ স্থান লাভ কৰিছে।' তেওঁ কবি তুলসী দাসৰ ভাষাৰে কয় যে সাহিত্যৰ লক্ষ্য 'সান্তঃ সুখায়', আৰু লোকমঙ্গলায় হোৱাহে' উচিত। তেওঁ দুখ প্ৰকাশ কৰি কয় যে, আধুনিক ভাৰতীয় জীৱনৰ মুখ্যবস্তু 'স্বাধীনতা' আৰু গণতন্ত্ৰই সাহিত্যত মুখস্থান নোপোৱাটো অতি দুৰ্ভাগ্যৰ কথা। আমেৰিকাৰ সাহিত্য জগতত ওৱাল্ট হুইটমান প্ৰভৃতিয়ে যিদৰে গণতান্ত্ৰিকক ভাবৰ সুপ্ৰকাশ আৰু প্ৰচাৰত গুৰুত্ব দিয়া বুলিব নোৱাৰি। কিন্তু গান্ধীজীৰ নেতৃত্বত গঢ়ি উঠা স্বাধীনতা আন্দোলনৰ সময়ত পৰাধীন ভাৰতবৰ্ষৰ সাহিত্যিকসকলৰ বহুতেই সাহিত্যৰ সমল হিচাবে গ্ৰহণ কৰিছিল স্বাধীনতাক'। তেওঁ আমাৰ স্বাধীনতা আৰু গণতন্ত্ৰ বিমুখিতাৰ কাৰণে জগৰীয়া কৰে অতীতমুখী দৃষ্টিভঙ্গীক। তেওঁ কয়

যে 'ভাৰতীয় জনতাৰ আদৰ্শ এতিয়াও ৰামৰাজ্যহে। কিন্তু আমি ভাবি নাচাওঁ যে ৰামৰাজ্যত শূদ্ৰ তপস্বী সম্বুকক তপস্যাৰত হোৱা অপৰাধত স্বয়ং ৰামে নিজে হত্যা কৰিছিল। গণতন্ত্ৰত জানোঁ এনে ৰীতিৰ স্থান থাকে আমি অতীতমুখী দৃষ্টিভঙ্গী আৰু প্ৰাচীন সকলোবোৰ অন্ধ সংস্কাৰ পৰিহাৰ কৰি বিপ্লৱমুখী দৃষ্টিৰে (Redical thought) অনুপ্ৰাণিত হৈ ৰচনা কৰিব লাগিব ভাৰতীয় জাতীয় সাহিত্য। যদি এনে চিন্তাধাৰা সম্পন্ন সাহিত্যৰ সৃষ্টি মোৰ হাতৰ পৰাই হয় তেতিয়া মই নিজকে কৃতাৰ্থ মানিম।'

ড° মহতাবৰ গুৰুত্বপূৰ্ণ ভাষণৰ পাছত নতুন বছৰৰ কাৰণে সভাৰ নতুন বিষয়ববীয়া আৰু কাৰ্য্যনিৰ্বাহক সভাৰ সদস্যসকলৰ নাম ঘোষণা আৰু লগতে প্ৰতিনিধিসকলৰ বিষয় বাছনী সভাত গৃহীত প্ৰস্তাৱসমূহ ড° মহেশ্বৰৰ নেওগে উত্থাপন কৰাৰ পাছত সৰ্বসন্মতিক্ৰমে গৃহীত হয়। অভ্যৰ্থনা সমিতিৰ সম্পাদক ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে শলাগৰ শৰাই আগবঢ়োৱাৰ পাছত অধ্যাপক ঈশ্বৰ বৰুৱাৰৰ ৰচনা 'অসম অসম সোণৰ অসম' সংগীতৰ সমৱেত কণ্ঠধনিৰে মুকলি অধিৱেশনৰ পৰিসমাপ্তি ঘটে।

## কবি সন্মিলন

১৯/১/৬৫ তাৰিখে সন্ধিয়া ৭ বজাৰ পৰা অনুষ্ঠিত কবিসন্মিলনৰে সাহিত্যসভাৰ দ্বাত্ৰিংশতম নলবাৰী অধিৱেশনৰ সামৰণি মাৰে। কবি সন্মিলনত সভাপতিত্ব কৰে দৈবচন্দ্ৰ তালুকদাৰে আৰু বকুলবনৰ কবি আনন্দ বৰুৱাই এক নাটকীয় অথচ অৰ্থপূৰ্ণ ভঙ্গিমাৰে সন্মিলন উদ্বোধন কৰে। তাৰ পাছত কবিসন্মিলন শাখা সমিতিৰ সম্পাদক জোনাব জমিৰুদ্দিন আহমদে সমুপস্থিত কবিসকলক ৰাইজৰ লগত পৰিচয় কৰি দিয়ে। নতুন পুৰণি প্ৰায় ৫০ জন কবিয়ে স্বৰচিত কবিতা সন্মিলনত পাঠ কৰি সাহিত্যানুৰাগী ৰাইজক আনন্দিত কৰে। সেইসকলৰ ভিতৰত ডিম্বেশ্বৰ নেওগ, অতুল চন্দ্ৰ হাজৰিকা, নলীনিবালা দেৱী, বিনন্দচন্দ্ৰ বৰুৱা, জমিৰুদ্দিন আহমদ, ফণী তালুকদাৰ, দীনেশ গোস্বামী, পৰেশমল্ল বৰুৱা, আনন্দচন্দ্ৰ বৰুৱা, চৈয়দ আব্দুল মালিক, অম্বেশ্বৰ চেতিয়া ফুকন, বীৰেন বৰকটকী, ৰত্ন ওজা, ভৱানন্দ ৰাজখোৱা, অমিয়া চক্ৰৱৰ্তী, এলি আহমদ, ফাতেমা খাতুন, সুপ্ৰভা দত্ত, অৱনীন্দ্ৰ চন্দ্ৰ বৰা, ইব্ৰাহিম আলি আদি প্ৰধান।

সভাপতি তালুকদাৰে তেওঁৰ দীঘলীয়া অভিভাষাণত নলবাৰী ঐতিহ্য বৰ্ণোৱাৰ লগতে কবিতা, কবিৰ ধৰ্ম আৰু অসমীয়া কবিতাৰ ক্ৰমবিকাশৰ ধাৰাৰ বিষয় বহলাই আলোচনা কৰে। শেষত 'অ' মোৰ আপোনাৰ দেশেৰে' সাহিত্য সভাৰ নলবাৰী অধিৱেশনৰ পৰিসমাপ্তি হ'ল। নলবাৰী অভ্যৰ্থনা সমিতিয়ে হাতীপুৰ দি অধিৱেশন সৰ্বতোপ্ৰকাৰে সফল কৰিবলৈ যত্ন কৰিছিল। অধিৱেশনত হাজাৰ হাজাৰ জনসমাগমে অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি ৰাইজৰ স্বতঃস্ফুৰ্ট আন্তৰিক অনুৰাগ প্ৰকাশ পালে। প্ৰদৰ্শনী, মূল সভাত ৰাইজৰ সহায়তা প্ৰকাশ পালে।



## প্ৰবন্ধ ছয়ন

অধিৱেশন উপলক্ষে অভ্যৰ্থনা সমিতিয়ে প্ৰকাশ কৰা প্ৰবন্ধ ছয়ন উচ্চমানৰ গ্ৰন্থ বুলি বিৱেচিত হ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ে পৰৱৰ্তী কালত গ্ৰন্থখন স্নাতকোত্তৰ শ্ৰেণীৰ পাঠ্যক্ৰমৰ অন্তভুৰ্ক্ত কৰিলে।

## কাৰ্যনিৰ্বাহক সমিতি (১৯৬৫)

নতুন কাৰ্যনিৰ্বাহক সমিতি তলত দিয়াসকলৰে গঠিত —

১) ডিম্বেশ্বৰ নেওগ, সভাপতি
২) বিনন্দচন্দ্ৰ বৰুৱা, উপসভাপতি
৩) হৰিপ্ৰসাদ নেওগ, প্ৰধান সম্পাদক
৪) ব্ৰজেন্দ্ৰচন্দ্ৰ বৰপূজাৰী, ধনভঁৰালী
৫) যোগেশ দাস, পত্ৰিকা সম্পাদক
৬) আনন্দচন্দ্ৰ বৰুৱা
৭) ডক্টৰ মহেশ্বৰ নেওগ
৮) মহেশচন্দ্ৰ দেৱ গোস্বামী
৯) লীলা গগৈ
১০) প্ৰিয় দাস তালুকদাৰ
১১) গোবিন্দ চন্দ্ৰ পৈৰা
১২) ভবানন্দ ৰাজখোৱা
১৩) জয়সিং দলৈ
১৪) ৰমা বৰঠাকুৰ সহকাৰী সম্পাদক, যোৰহাট
১৫) বুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰ
১৬) পৰীক্ষিত হাজৰিকা
১৭) খলিলুৰ ৰহমান
১৮) বীৰেন বৰকটকী
১৯) দুৰ্গেশ্বৰ শৰ্মা (সহকাৰী সম্পাদক, গুৱাহাটী কাৰ্যালয়)ট
২০) শ্ৰীকুমাৰ মেধি
২১) শশী শৰ্মা

## প্ৰস্তাৱসমূহ

১) অসম সাহিত্য সভাই শাসকীয় ভাষা অধিনিয়মখন কাৰ্য্যকৰী কৰিবৰ কাৰণে অবিৰত দাবী জনাই থকা সত্ত্বেও চৰকাৰে আজিলৈকে অধিনিয়মখন পৰিষ্কাৰভাৱে কাৰ্য্যকৰী নকৰিলে। ১৬ অক্টোবৰৰ (১৯৬৪) ভিতৰত অধিনিয়মখন কাৰ্য্যকৰী কৰিবৰ কাৰণে বিশেষভাৱে দাবী জনোৱাৰ ফলত চৰকাৰে ১ আগষ্টৰ পৰা (১৯৬৪) আঞ্চলিক পঞ্চায়ত, উন্নয়ন খণ্ড আৰু চবডেপুটি চাৰ্কোল পৰ্য্যায়ত প্ৰয়োগ কৰাৰ কাৰণে এটা ঘোষণা মাত্ৰ দিয়ে। কিন্তু এই ক্ষেত্ৰতো আজিলৈকে সম্পূৰ্ণৰূপে কাৰ্য্যকৰী কৰি নোতোলাত অসম সাহিত্য সভাই ঘোৰ উদ্বেগ প্ৰকাশ কৰে। ইয়াৰ উপৰি চৰকাৰে অধিনিয়মখন সম্পূৰ্ণৰূপে কাৰ্যকৰী কৰাৰ কাল আৰু পাঁচ বছৰলৈ ম্যাদ বঢ়াই দিয়াত এই সভাই তীব্ৰ প্ৰতিবাদ কৰে, আৰু অহা ১৩ চেপ্তেম্বৰৰ ভিতৰত ৰাজ্যিক শাসকীয় ভাষা সকলো পৰ্য্যায়তে সম্পূৰ্ণৰূপে প্ৰয়োগ কৰিবলৈ দৃঢ়ভাৱে দাবী জনায়।

২) অসমৰ নিজৰ বুৰঞ্জী আৰু ঐতিহ্যৰ জ্ঞান সকলো ছাত্ৰৰ বাবে অপৰিহাৰ্য্য, অথচ মাধ্যমিক স্তৰত অসম বুৰঞ্জী বাধ্যতামূলকভাৱে পঠনৰ কোনো ব্যৱস্থা নাই; গতিকে অসম সাহিত্য সভাৰ এই অধিৱেশনে অসম বুৰঞ্জী মাধ্যমিক স্বৰত বাধ্যতামূলকভাৱে পঢ়োৱাৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষক অনুৰোধ জনায়।

৩) অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হোৱা সত্ত্বেও উচ্চ মাধ্যমিক স্তৰলৈকে সকলো বিষয়ত আৰু স্নাতকোত্তৰ পৰ্যায়ত অসমীয়া বিষয়ৰো কোনো কোনো প্ৰশ্নকাকত ইংৰাজী ভাষাত কটা হোৱাত ছাত্ৰসকলৰ কাৰণে অসুবিধা হৈ পৰে। গতিকে উচ্চ মাধ্যমিক স্তৰলৈকে ইংৰাজীৰ বাহিৰে আন সকলো বিষয়তে আৰু স্নাতকোত্তৰ মহলালৈকে অসমীয়াতে কাটিবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষৰ ওচৰত অসম সাহিত্য সভাৰ এই অধিৱেশন দাবী জনায়।

৪) গুৱাহাটী বিশ্ববিদ্যালয়ে গৱেষণা কাৰ্যত কেৱল ইংৰাজী ভাষাকেইহে স্বীকৃতি দি আহিছে। অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতি বাবে অসমীয়া ভাষাকো গৱেষণাৰ মাধ্যম হিচাপে স্বীকৃতি দিয়াটো অপৰিহাৰ্য বিবেচনা কৰি অসম সাহিত্য সভাৰ এই অধিৱেশনে গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষক অসমীয়া ভাষাকো গৱেষণাৰ ভাষা হিচাপে স্বীকৃতি দিবলৈ টানি অনুৰোধ জনায়।

৫) পাঠ্যপুথি বাছনী সমিতিৰ দ্বাৰা অনুমোদিত বৰ্তমানে প্ৰচলিত পাঠ্য-পুথিসমূহত আধ্যাত্মিক শিক্ষাসম্পন্ন পাঠ আদি নথকাত ছাত্ৰ-ছাত্ৰীসকলৰ আধ্যাত্মিক উৎকৰ্ষ সাধনৰ ক্ষেত্ৰত বহুতো অসুবিধাক সৃষ্টি হোৱা দেখা গৈছে। ছাত্ৰ-ছাত্ৰীসকলৰ নৈতিক অৱনতি আৰু শৃংখলাহীনতাৰ প্ৰতি দৃষ্টি ৰাখি তেওঁলোকৰ মানসিক আৰু আধ্যাত্মিক ভাৱ সমৃদ্ধ পাঠ আদি পাঠ্য-পুথিসমূহ সন্নিৱেশ কৰাৰ আৱশ্যকতা অসম সাহিত্য সভাই গভীৰভাৱে উপলব্ধি কৰি চৰকাৰক এই বিষয়ে আৱশ্যকীয় ব্যৱস্থা হাতত ল'বলৈ অনুৰোধ জনায়।



৬) অসম তথা ভাৰত জাতীয় সংহতিৰ পৰিপুষ্টি সাধনৰ অৰ্থে অনা অসমীয়া মাধ্যমত চলা অসমৰ শিক্ষানুষ্ঠানসমূহত অসমীয়া ভাষাত শিক্ষা দান কাৰ্য আৰ্থিক অভাৱতেই হওক বা বিভাগীয় শিথিলতাৰ কাৰণেই হওক, আশাপ্ৰদভাৱে আগবাঢ়ি যোৱা দেখা নাযায়। গতিকে অসম সাহিত্য সভাৰ এই অধিৱেশনে এনে শিক্ষানুষ্ঠানসমূহত অসমীয়া ভাষা আৰু সাহিত্যৰ শিক্ষা-দানৰ আশু ব্যৱস্থা গ্ৰহণ কৰিবলৈ চৰকাৰক অনুৰোধ জনায়।

৭) অসম আৰু নগাভূমি জনগণৰ মাজত অতীতৰ পৰা থকা সামাজিক আৰু সাংস্কৃতিক ঘনিষ্ঠতালৈ লক্ষ্য ৰাখি জন-সাধাৰণৰ সুবিধাৰ অৰ্থে নাগা-ভূমিৰ সকলো বিদ্যালয়তে ইচ্ছুক লোকসকলক অসমীয়া ভাষা সাহিত্য শিকিবৰ বাবে ব্যৱস্থা কৰি দিবলৈ অসম সাহিত্য সভাৰ এই অধিৱেশন নগাভূমি ৰাজ্যচৰকাৰক অনুৰোধ জনায়।

৮) উত্তৰ-পূৱ সীমান্ত অঞ্চলৰ সকলো বিদ্যালয়তে শিক্ষাৰ মাধ্যম অসমীয়া বুলি স্বীকৃতি হোৱা সত্ত্বেও তাৰ বিদ্যালয়সমূহত শিক্ষা-দানত মাধ্যম কৰা ক্ষেত্ৰত এতিয়াও শিথিলতা দেখিবলৈ পাই অসম সাহিত্য সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে, আৰু আজিৰ এই অধিৱেশন মাধ্যমত শিক্ষা-প্ৰদানৰ কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰিবলৈ উত্তৰ-পূৱ সীমান্ত অঞ্চল প্ৰশাসনক অনুৰোধ জনায়।

## শাখা সভা, ১৯৬৪-৬৫ (সম্পাদকৰ নামসহ)

১. মাৰ্ঘেৰিটা শাখা সাহিত্য সভা, গজেন বৰঠাকুৰ
২. ডিগবৈ সাহিত্য সভা সমিতি, ভদ্ৰকৃষ্ণ গোস্বামী
৩. ডুমডুমা সাহিত্য, সভা, ধৰ্ম গগৈ
৪. তিনিচুকীয়া সাহিত্য সভা, সিদ্ধেশ্বৰ তামুলী
৫. ডিব্ৰুগড় সাহিত্য সভা, হেৰম্ব বৰদলৈ
৬. খোৱাং সাহিত্য সভা, যুগল কুমাৰ চেলেং
৭. নাহৰকটীয়া সাহিত্য সভা, তিলেন্দ্ৰ মহন্ত
৮. উত্তৰ লক্ষীমপুৰ সাহিত্য সভা, ললিতচন্দ্ৰ শৰ্মা বৰুৱা
৯. টিংখাং আলোচনা চক্ৰ, কামিনী গগৈ
১০. টিপলিং সাহিত্য সভা, দেৱেন্দ্ৰনাথ বৰদলৈ
১১. মাকুম সাহিত্য সভা, জিতেন্দ্ৰনাথ শৰ্মা।
১২. চাঁচনি শাখা সাহিত্য সভা, নাহৰকটীয়া, বিশ্বেশ্বৰ দত্ত

১৩. ডাঙৰি সাহিত্য সভা, ডুমডুমা, বিধানচন্দ্ৰ বৰা।
১৪. ডুলিয়াজান সাহিত্য সভা, অইল ইণ্ডিয়া, ডুলিয়াজান, থানেশ্বৰ দুৱৰা
১৫. দিনজয় সাহিত্য সভা, যোগদানন্দ, উত্তৰ লক্ষীমপুৰ।
১৬. মেৰমুখ সাহিত্য সভা, সৰুলতা ফুকন, উত্তৰ লক্ষীমপুৰ।
১৭. ডিব্ৰুগড় বৰপথাৰ সাহিত্য সভা, প্ৰবীণ কাকতি, ডিব্ৰুগড়।

## শিৱসাগৰ জিলা

১৮. মৰাণ শাখা সাহিত্য সভা, দেৱী চুতীয়া
১৯. ডিমৌ সাহিত্য সভা, মোহনৰাম শইকীয়া
২০. ৰংপুৰ সাহিত্য সভা, প্ৰফুল্লচন্দ্ৰ বেজবৰুৱা।
২১. সোণাৰি সাহিত্য সভা, নীলকান্ত বৰুৱা।
২২. দিখৌমুখ সাহিত্য সভা, কমলা শইকীয়া।
২৩. চাৰিং সাহিত্য সভা, ধৰ্মেশ্বৰ নাথ।
২৪. নাজিৰা সাহিত্য সভা, মতিদেৱ শৰ্মা শাস্ত্ৰী
২৫. টিয়ক সাহিত্য সভা, শিৱৰাম বৰা।
২৬. জাঁজী সাহিত্য সভা, অতুল বৰঠাকুৰ।
২৭. যোৰহাট সাহিত্য সভা, দেৱপ্ৰসাদ বৰুৱা।
২৮. পশ্চিম যোৰহাট সাহিত্য সভা, ব্ৰজগোপাল ভট্টাচাৰ্য্য
২৯. মৰিয়নী সাহিত্য সভা, ৰাধাপ্ৰসাদ বৰুৱা।
৩০. কমাৰবন্ধা সাহিত্য সভা, সত্যপ্ৰসাদ মিশ্ৰ
৩১. গোলাঘাট সাহিত্য সভা, দেৱেশ্বৰ ৰাজখোৱা।
৩২. প্ৰগতি অসম সাহিত্য সভা, উমেশ্বৰ গোস্বামী।
৩৩. তিতাবৰ সাহিত্য সভা, হেমকান্ত গোঁহাই
৩৪. চাৰিগাঁও সাহিত্য পৰিষদ, দুৰ্গেশ্বৰ বৰা।
৩৫. উদয় সাহিত্য সভা, মহেন্দ্ৰনাথ নেওগ
৩৬. আলোক সাহিত্য সভা, মিলেশ্বৰ গোহাঁই
৩৭. কুৰালগুৰি সাহিত্য সভা, অৰুণ গোস্বামী।
৩৮. জ্যোতি সাহিত্য সভা, প্ৰেমধৰ শইকীয়া
৩৯. মুকুল সাহিত্য সঙ্ঘ, খগেন্দ্ৰ নাথ ভূঞা।
৪০. ন-আলি ঢেকিয়াজুলি সাহিত্য সভা, পৰেশ বৰুৱা
৪১. পশ্চিম ঘিলাধাৰী সাহিত্য সভা, ৰমেশচন্দ্ৰ ভঁৰালী
৪২. বালিগাঁও সাহিত্য সভা, অৱনীধৰ বৰুৱা



৪৩. পূব ধিলাধাৰী সাহিত্য সভা, দেৱেন্দ্ৰনাথ মহন্ত
৪৪. আমগুৰি সাহিত্য সভা, হাইস্কুল, অৰুণ মহন্ত
৪৫. কোঁৱৰপুৰ সাহিত্য সভা, বুদ্ধেশ্বৰ বুঢ়াগোহাঁই
৪৬. বকতা সাহিত্য সভা, হেম বুঢ়াগোহাঁই
৪৭. জ্ঞানোদয় সাহিত্য সভা, জনেশকুমাৰ গগৈ
৪৮. চেলেংহাট সাহিত্য সভা, সচ্চিদানন্দ মেধি
৪৯. মৰঙি প্ৰগতি সাহিত্য সভা, পূৰ্ণকান্ত শইকীয়া
৫০. ধিতাই পুখুৰী সাহিত্য সভা, ডম্বৰু কাকতি
৫১. মেটেকা সাহিত্য সভা, গকুল কাকতি
৫২. সেউজী কানন সাহিত্য সভা, অমূল্য সন্দিকৈ
৫৩. দিচৈনগৰ শাখা সাহিত্য সভা, দেৱেন্দ্ৰনাথ শইকীয়া
৫৪. নিতাইপুখুৰী সংস্কৃতি সঙ্ঘ, বিদ্যাধৰ হাজৰিকা
৫৫. কল্যাণী সাহিত্য সভা, নগেন্দ্ৰনাথ শইকীয়া
৫৬. পূৱতী সাহিত্য সভা, ভূপেন হাজৰিকা, জগতচন্দ্ৰ শইকীয়া
৫৭. চন্টক সাহিত্য সভা, ৰক্ষীনাথ শৰ্মা
৫৮. তামুলীছিগা সাহিত্য সভা, নৰেশ্বৰ বৰা
৫৯. গড়মূৰ সাহিত্য সভা, কমলচন্দ্ৰ দত্ত
৬০. ধ্ৰুৱজ্যোতি সাহিত্য সভা, চুচনচন্দ্ৰ কোঁৱৰ

## নগাঁও জিলা

৬১. কলিয়াবৰ সাহিত্য সভা, বিষ্ণুপ্ৰসাদ বৰা
৬২. নগাঁও সাহিত্য সভা, অমূল্য নাথ
৬৩. হাতীচোং সাহিত্য সভা, চক্ৰধৰ হাজৰিকা
৬৪. ঢিং সাহিত্য সভা, দেৱেন্দ্ৰনাথ হাজৰিকা
৬৫. লামডিং সাহিত্য সভা, ৰত্নাকৰ দেৱনাথ
৬৬. যমুনামুখ সেইজী সঙ্ঘ, কুশলচন্দ্ৰ বৰা
৬৭. মনচুন কলা পৰিষদ, কৃষ্ণকুমাৰ ডেকা

## দৰং জিলা

৬৮. মঙলদৈ সাহিত্য সভা, ভৱানন্দ ৰাজখোৱা
৬৯. ওদালগুৰি সাহিত্য সভা, ক্ষিতেশ্বৰ শৰ্মা

৭০. ঢেকিয়াজুলি সাহিত্য সভা, প্ৰমোদচন্দ্ৰ শৰ্মা
৭১. চতিয়া সাহিত্য সভা, লীলা কটকী
৭২. মধ্য ছয়দুৱাৰ সাহিত্য সভা, দুৰ্গা বৰা
৭৩. বিশ্বনাথ চাৰিআলি সাহিত্য সভা, তুলসী ফুকন
৭৪. কলাবাৰী সাহিত্য সভা,হাৱাজান, দেউকণ শৰ্মা
৭৫. সূৰ্যোদয় সংঘ তেজপুৰ, বৃন্দাবন গোস্বামী
৭৬. টংলা সাহিত্য সভা, গোলোক চহ্‌ৰীয়া

## কামৰূপ জিলা

৭৭. গুৱাহাটী সাহিত্য সভা, জাহিদ চৌধুৰী
৭৮. সবিতা সভা, নৰেন্দ্ৰ নাথ শৰ্মা
৭৯. নলবাৰী সাহিত্য সমাজ, উমাকান্ত শৰ্মা।
৮০. মাজিৰ গাঁও সাহিত্য সভা, আদ্যনাথ গোস্বামী
৮১. জ্ঞানোদয় সমাজ, হাইস্কুল, ব্ৰজপতি মহন্ত
৮২. টিহু সাহিত্য সভা, মহাদেৱ গোস্বামী
৮৩. নৱোদয় সাহিত্য সভা, প্ৰতাপচন্দ্ৰ ভাগৱতী
৮৪. বৰপেটা সাহিত্য সভা, ৰঞ্জিত পাঠক
৮৫. পকোৱা মৌজা সাহিত্য সভা, কামাখ্যা ভাগৱতী
৮৬. ৰঙিয়া আলোচনা চক্ৰ, নীলকান্ত মহন্ত
৮৭. বৰক্ষেত্ৰি সাহিত্য সভা, ৰমেশচন্দ্ৰ ডেকা
৮৮. পাঠশালা শাখা সাহিত্য সভা, মুনীন্দ্ৰনাথ শৰ্মা
৮৯. বৰমা সাহিত্য সভা, পোঃ বৰমা, ইছলামুদ্দিন আহমদ
৯০. শুৱালকুছি সাহিত্য সভা, শৰৎচন্দ্ৰ মেধি, যোগেন্দ্ৰ কলিতা যুটীয়া সম্পাদক।

## গোৱালপাৰা জিলা

৯১. অভয়াপুৰী সাহিত্য সভা, ৰমেশচন্দ্ৰ নাথ
৯২. বিজনী শাখা সাহিত্য সভা, উদয় দাস
৯৩. প্ৰতাপগঞ্জ সাহিত্য সভা, খলিলুৰ ৰহমান

## উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ জিলা

৯৪. ডিফু সাহিত্য সভা, পদ্মকান্ত বৰুৱা



## কাছাৰ জিলা

৯৫. শিলচৰ সাহিত্য সভা, ৰমণ সিংহ
৯৬. ঝাপিৰবন্দ সাহিত্য সভা, কৃষ্ণমোহন ৰাজবংশী

## খাছি আৰু জয়ন্তীয়া পাহাৰ

৯৭. শ্বিলং মুকুল সঙ্ঘ, জ্ঞানশ্ৰী, গুৰুদত্ত ভাগৱতী

## নগাভূমি

৯৮. কহিমা সাহিত্য সভা, ৰছিদ আলি
৯৯. ডিমাপুৰ সাহিত্য সভা, নৱীনচন্দ্ৰ বসুমতাৰী

## অসম সাহিত্য সভাৰ স্বীকৃত সভা

যত্ৰাক্ৰমে সাহিত্য সভাৰ নাম, সম্পাদকৰ নাম দিয়া হ'ল।

## লক্ষীমপুৰ জিলা

১. তৰুণ সাহিত্য সঙ্ঘ, জয়ৰাম গোহাঁই

## শিৱসাগৰ জিলা

২. শান্তি সাহিত্য মন্দিৰ, ভোলানাথ দত্ত
৩. জ্যোতি প্ৰকাশ সাহিত্য সভা, পূৰ্ণচন্দ্ৰ গোস্বামী
৪. কুৰুৱাবাহী যুৱক সঙ্ঘ, গোলোকচন্দ্ৰ বৰা
৫. সাহিত্য চ'ৰা, বোধেশ্বৰ বৰা

## নগাঁও জিলা

৬. কলংপৰীয়া আলোচনা চক্ৰ, ৰমেশচন্দ্ৰ ফুকন
৭. মলয়া আলোচনা চক্ৰ, পূৰ্ণকান্ত নাথ

## দিল্লী

৮. দিল্লী অসমীয়া ছাত্ৰ সন্মিলন, ১৮ জুবিলী হ'ল, দিল্লী বিশ্ববিদ্যালয়, দিল্লী ৬ - দিলীপকুমাৰ বৰুৱা

## কামৰূপ

৯. বেজবৰুৱা সাহিত্য পৰিষদ, ৰেণুকা বৰুৱা
১০. সাহিত্য বিকাশ চ'ৰা, বিপিনচন্দ্ৰ গোস্বামী

**দৰং**

১১. তেজপুৰ অঃ ভাঃ উঃ সাহিত্য সভা, পদ্মেশ্বৰ বৰঠাকুৰ*

## নলবাৰী অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ কাৰ্যনিৰ্বাহক সভা

| | | |
|---|---|---|
| ১. | অধ্যক্ষ ত্ৰৈলোক্য গোস্বামী, | সভাপতি |
| ২. | উপাধ্যক্ষ প্ৰভাতচন্দ্ৰ গোস্বামী | উপ-সভাপতি |
| ৩. | হৰিচৰণ পাঠক | উপ-সভাপতি |
| ৪. | ডাঃ গিৰীশ চৌধুৰী | উপ-সভাপতি |
| ৫. | ডাঃ হৰিকৃষ্ণ গোস্বামী | সাধাৰণ সম্পাদক |
| ৬. | ডাঃ নৃপেন্দ্ৰমল্ল বৰুৱা | সাধাৰণ সম্পাদক |
| ৭. | উমাকান্ত শৰ্মা | সহকাৰী সম্পাদক |
| ৮. | ঈশ্বৰচন্দ্ৰ বৰুৱা | সহকাৰী সম্পাদক |
| ৯. | শশিভূষণ চৌধুৰী | সহকাৰী সম্পাদক |
| ১০. | মক্‌ছেদ আলি | সহকাৰী সম্পাদক |
| ১১. | প্ৰফুল্ল মহন্ত | সদস্য |
| ১২. | হিতেশ্বৰ গোহাঁই | ” |
| ১৩. | মুনীন্দ্ৰনাৰায়ণ দত্ত বৰুৱা | ” |
| ১৪. | কৰুণাকান্ত শৰ্মা | ” |
| ১৫. | বাসুদেৱ শৰ্মা | ” |
| ১৬. | মহেন্দ্ৰনাৰায়ণ চৌধুৰী | ” |
| ১৭. | দুৰ্গাদত্ত আগৰৱালা | ” |
| ১৮. | সুৰেন্দ্ৰ নাথ শৰ্মা | ” |
| ১৯. | পুৰ্ণচন্দ্ৰ শইকীয়া | ” |
| ২০. | চুলতান চেলজুক আহমদ | ” |
| ২১. | নজিবুৰ ৰহমান | ” |
| ২২. | মেছেব আলি | ” |

* তথ্য-পাতিৰ অভাৱত প্ৰতিবছৰৰ শাখা সভাৰ তালিকা প্ৰকাশ কৰিব পৰা নহ'ল।



## অভ্যৰ্থনা সমিতিৰ বিভাগীয় সমিতিৰ সভাপতি আৰু সম্পাদকসকল

| | | | |
|---|---|---|---|
| প্ৰদৰ্শনী | ঃ | মুনীন্দ্ৰনাৰায়ণ দত্ত বৰুৱা, | সভাপতি |
| | | প্ৰফুল্ল ডেকা, | উপসভাপতি |
| | | হৰিদত্ত শৰ্মা, | সম্পাদক |
| | | নৰেন্দ্ৰনাথ শৰ্মা, | সম্পাদক |
| স্মৃতি গ্ৰন্থ | ঃ | ত্ৰৈলোক্যনাথ গোস্বামী | সম্পাদক |
| | | শশী শৰ্মা, | সহকাৰী সম্পাদক |
| ৰভা | ঃ | নজিবুৰ ৰহমান, | সভাপতি |
| | | ঈশ্বৰ চন্দ্ৰ বৰুৱা | সম্পাদক |
| থকা-মেলা | ঃ | প্ৰতাপচন্দ্ৰ তালুকদাৰ | সভাপতি |
| | | ৰামচৰণ ডেকা, | সম্পাদক |
| খাদ্য | ঃ | প্ৰভাতচন্দ্ৰ গোস্বামী, | সভাপতি |
| | | মহেন্দ্ৰ নাথ শৰ্মা, | সম্পাদক |
| পানীযোগান আৰু স্বাস্থ্য | ঃ | মকছেদ আলি, | সভাপতি |
| | | নচিৰুদ্দিন আহমদ, | সম্পাদক |
| ৰেডক্ৰচ আৰু প্ৰাথমিক চিকিৎসা | ঃ | ডাঃ ৰামেশ্বৰ কলিতা, সভাপতি | |
| | | ডাঃ জ্ঞানদা ৰায় বৰুৱা | সম্পাদক |
| মঞ্চ আৰু তোৰণ | ঃ | আদ্যনাথ শৰ্মা, | সভাপতি |
| | | ভবেন্দ্ৰনাৰায়ণ দত্ত বৰুৱা, | সম্পাদক |
| সঙ্গীত | ঃ | নৰেন্দ্ৰনাথ দত্ত | সভাপতি |
| | | ৰমণী বৰ্মণ, | সম্পাদক |
| বুৰঞ্জী শাখা আৰু আলোচনা চক্ৰ | ঃ | উমাকান্ত শৰ্মা, | সম্পাদক |
| কবি সন্মিলন | ঃ | উমাকান্ত শৰ্মা, | যুটীয়া সম্পাদক |
| | | জমিৰুদ্দিন আহমদ | |
| প্ৰচাৰ | ঃ | প্ৰমোদ চন্দ্ৰ চক্ৰৱৰ্তী, | সম্পাদক |
| পোহৰ যোগান | ঃ | দিলীপ সেন গুপ্তা, | সভাপতি |
| | | মুনিন্দ্ৰনাৰায়ণ চৌধুৰী | সম্পাদক |

| | | | |
|---|---|---|---|
| স্বেচ্ছা সেৱক | ঃ | কৰুণা কান্ত শৰ্মা, | সভাপতি |
| | | অতুল গোস্বামী | সম্পাদক |
| অফিচ পৰিচালনা | ঃ | ৰবি বৰ্মণ | |
| | | দীনেশ ভট্টাচাৰ্য্য | |
| | | কেশৱ তালুকদাৰ | |
| অনুসন্ধান | ঃ | ত্ৰৈলোক্য শৰ্মা | সম্পাদক |
| সভাপতিৰ শোভাযাত্ৰা | ঃ | গণেশ্বৰ শৰ্মা | সম্পাদক |
| আসন-ব্যৱস্থা | ঃ | ঈশ্বৰ চন্দ্ৰ বৰুৱা | |
| | | সুৰেশ শৰ্মা | |
| | | হৰেশ্বৰ বৰ্মণ | |

## বছৰটোৰ কাম

ৰাজ্য ভাষা সম্পৰ্কীয় প্ৰস্তাৱৰ কাৰ্যকৰীকৰণৰ বাবে সভাই চৰকাৰৰ লগত যোগাযোগ কৰে। মুখ্যমন্ত্ৰীৰ ওচৰত এখন স্মৰাকপত্ৰ প্ৰদান, প্ৰধান সম্পাদক, নীলমণি ফুকন, মিত্ৰদেৱ মহন্ত, নলিনীবালা দেৱী, বেণুধৰ শৰ্মা, অতুল চন্দ্ৰ হাজৰিকা, ত্ৰৈলোক্যনাথ গোস্বামী, মহেশ্বৰ নেওগ, জয় সিং দলে, যোগেস দাস আদিয়ে মুখ্যমন্ত্ৰীক লগ ধৰে। ২৭ আগষ্ট তাৰিখে এই সঁজাতি দলে মুখ্যমন্ত্ৰীক লগ ধৰোঁতে অতিৰিক্ত মুখ্য সচিব শৰৎচন্দ্ৰ কাকতী, উপসভাপতি ত্ৰৈলোক্য হাজৰিকা, ৰাজ্যিক ভাষা প্ৰয়োগ সমিতিৰ সচিব ভদ্ৰেশ্বৰ হাজৰিকা, উপস্থিত থাকে। এই আলোচনাত সভাৰ প্ৰস্তাৱ মৰ্মে ১৩ ছেপ্টেম্বৰ তাৰিখৰ পৰা ৰাজ্যিক ভাষাৰ পূৰ্ণ প্ৰয়োগৰ অসুবিধাৰ কথা জনায় অৱশ্যে সেই তাৰিখৰ পৰা মহকুমা পৰ্য্যায়ত প্ৰয়োগৰ প্ৰতিশ্ৰুতি লিখিত ৰূপত দিয়ে।

কিন্তু সভা ইয়াৰ সন্তুষ্ট নহ'ল কিয়নো চৰকাৰে প্ৰতিশ্ৰুতি লিখিত ভাৱে দিলে যদিও ১৩ ছেপ্টেম্বৰ তাৰিখৰ পিচত নৱেম্বৰ মাহলৈকে মহকুমাৰ সৰ্বত্ৰ ৰাজ্যিক ভাষা প্ৰয়োগ নোহোৱাত দুখ প্ৰকাশ কৰে আৰু কাৰিকৰী অসুবিধা আঁতৰাই শীৰ্ঘে প্ৰতিশ্ৰুতি ৰক্ষা কৰিবলৈ দাবী জনায়।

## ৰাষ্ট্ৰ ভাষা

সমগ্ৰ ভাৰতত হিন্দীক ৰাষ্ট্ৰভাষা ৰূপে কেন্দ্ৰই স্বীকৃতি দিয়াত সভাই ইংৰাজীকো সহযোগী চৰকাৰী ভাষা ৰূপে স্বীকৃতি দিবলৈ দাবী জনায়।

## পৰিভাষা প্ৰয়োগ

চৰকাৰৰ পত্ৰৰ সন্দৰ্ভত পৰিভাষা সম্পৰ্কে মন্তব্য দিবলৈ সভাই সভাপতি, প্ৰধান সম্পাদক মহেশ্বৰ নেওগ, সত্যেন্দ্ৰনাথ শৰ্মা, যোগেশ দাস, দুৰ্গেশ্বৰ শৰ্মা (আহ্বায়ক)



বিশ্বনাৰায়ণ শাস্ত্ৰীক লৈ এখন উপ সমিতি সঠন কৰে আৰু ৩০ এপ্ৰিল তাৰিখৰ ভিতৰত মতামত দিবলৈ অনুৰোধ কৰে। সভাই ৰাজ্যচৰকাৰৰ লগত সকলো যোগাযোগ অসমীয়া ভাষাত কৰিবলৈ সিদ্ধান্ত কৰে। আৰু ১১ মাৰ্চ তাৰিখে শান্তিপূৰ্ণ শোভাযাত্ৰা আৰু সভাসমিতি পাতি ৰাজ্যভাষা দিৱস পাতিবলৈ সিদ্ধান্ত কৰে।

বছৰটোত সভাৰ সাংগঠনিক স্থিতি সুদৃঢ় কৰিবলৈ কাৰণে অধিক গুৰুত্ব দিয়া দৈখা যায়। এই সম্পৰ্কত সভাই গ্ৰহণ কৰা আঁচনি হ'ল —

১) আঞ্চলিক ভিত্তিত প্ৰচাৰ, সংগঠন আৰু পুঁজি সংগ্ৰহৰ বাবে সভাই আঁচনি প্ৰস্তুত কৰি তলত দিয়া সকলক দায়িত্ব দিয়ে - মংগলদৈ আৰু দৰং - ভৱানন্দ ৰাজখোৱা, দুৰ্গেশ্বৰ শৰ্মা, উত্তৰ লক্ষীমপুৰ - বুদ্ধিনাথ ৰাজখনিকৰ, নলবাৰী বৰপেটা - শশী শৰ্মা, কোকৰাঝাৰ, গোৱালপাৰ - তুৰা খলিলুৰ ৰহমান, ছিলং - যোগেশ দাস, মাজুলী - ৰমা বৰঠাকুৰ, উল্লিখিত প্ৰতিনিধিসকলে আঞ্চলিক সদস্য ল'ব পাৰিব।

তদুপৰি অসম আৰু অসমৰ বাহিৰ সভ্য ভৰ্তি অভিযান তীব্ৰতৰ কৰি তুলিবলৈ অঞ্চলসমূহ চিহ্নিত কৰে।

অঞ্চলসমূহ হ'ল —

(১) ডিব্ৰুগড়, (২) শিৱসাগৰ, (৩) যোৰহাট, (৪) মাজুলী, (৫) উত্তৰলক্ষীমপুৰ (৬) দৰং, (৭) নগাঁও, (৮) গুৱাহাটী, (৯) বৰপেটা, (১০) ধুবুৰী, (১১) কোক্ৰাঝাৰ (১২)গোৱালপাৰ, (১৩) উত্তৰ কাছাৰ, (১৪) মিকিৰ পাহাৰৰ পূৰ্বাঞ্চল, (১৫) গোলাঘাট, (১৬) মিকিৰ পাহাৰ, (১৭) কাছাৰ, ১৮) মিজো, (১৯) ছিলং, (২০) গাৰোপাহাৰ, (২১) সীমান্ত অঞ্চল, ২২) নগাভূমি।

প্ৰতিটো অঞ্চলত একোটি কেন্দ্ৰ আৰু কেন্দ্ৰৰ স্থানীয় কাৰ্যালয় আৰু শাখাসভা সমূহত স্থায়ী কাৰ্যালয় নিৰ্মাণত যত্নপৰ হ'ব। প্ৰতিটো অঞ্চলত এখনকৈ সমিতি হ'ব। সেই অঞ্চলৰ সাহিত্য সভাৰ শাখাৰ সভাপতি সম্পাদক, আজীৱন সভ্য আৰু কাৰ্যনিৰ্বাহৰ সদস্য লৈ একোখন সাধাৰণ পৰিষদ গঠন হ'ব। পৰিষদে প্ৰয়োজন বুজি এখন তদাৰক সমিতি কৰি ল'ব।

আঞ্চলিক সমিতিয়ে কেন্দ্ৰৰ নিদেৰ্শত নিৰ্ধাৰিত অঞ্চলটোৰ সভ্যভৰ্তি, আজীৱন সভ্য ভৰ্তি, সভাৰ পত্ৰিকা আৰু পুথি বিক্ৰী ব্যৱস্থা, শাখা সভা, স্বীকৃত সভাগঠন, পুঁজি সংগ্ৰহ কৰিব। শাখা সভাসমূহে কেন্দ্ৰৰ লগত পোনপটীয়া যোগাযোগ ৰাখিব। চলিত শাখা সমূহত জীৱন কৰি ৰখা নতুন সভা সভ্যভৰ্তি আঞ্চলিক সমিতিৰ মুখ্য কাম হ'ব।

কেন্দ্ৰীয় কাৰ্যালয়ৰ পৰা প্ৰচাৰপত্ৰ, বিজ্ঞপ্তি যোগান ধৰিব। কেন্দ্ৰীয় প্ৰচাৰ বিভাগৰ নিদেৰ্শত আঞ্চলিক সমিতিয়ে স্কুল কলেজৰ ছাত্ৰ বা অনুৰাগী একোদল ডেকাক আজৰি সময়ত প্ৰচাৰৰ বাবে নিয়োগ কৰিব। এই প্ৰচাৰ কাৰ্য চাহ বাগিচা,

ঔদ্যোগিক অঞ্চল অনাঅসমীয়া অঞ্চল, পাৰ্বত্য এলেকা, কাছাৰ অঞ্চলত হোৱাটো বিশেষ আৱশ্যক। নাট্যানুষ্ঠান আদিৰ মাধ্যমত থলুৱাগীত মাত সংগ্ৰহ লুপ্ত সাহিত্য উদ্ধাৰ আদি কাৰ্যও কৰিব।

পুঁজিৰ অৱস্থা চাই কেন্দ্ৰীয় প্ৰচাৰ বিভাগে প্ৰচাৰ পত্ৰ প্ৰকাশ কৰিব।

লঘু সাহিত্য প্ৰকাশ, মহৎলোকৰৰ ছবি, জীৱনী, জনজাতীয় বা চাহ বাগিচা অঞ্চলৰ গাঁথা, বীৰ বীৰাংগনাৰ কাহিনী, সাহিত্য প্ৰযোগিতা, অনুবাদ, আদি কাৰ্য কৰিব। বছৰটো সৰ্বশ্ৰেষ্ঠ গ্ৰন্থক স্বীকৃতি দিবৰ মৰ্মে আৰু প্ৰবীন সাহিত্যিকক সম্বৰ্ধনা আৰু উপাধি দিবৰ কাৰণে এখন উপসমিতি গঠন কৰে। সদস্যসকল হ'ল, সভাপতি, প্ৰধান সম্পাদক, শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত, মহেশ্বৰ নেওগ (আহ্বায়ক) ত্ৰৈলোক্যনাথ গোস্বামী আৰু তীৰ্থ নাথ শৰ্মা ১৯৬০ চনৰ ১ জানুৱাৰিৰ পৰা ১৯৬৫ চনৰ ৩০ ডিচেম্বৰলৈকে প্ৰকাশিত ত্ৰৈলোক্য নাথ গোস্বামীৰ আধুনিক গল্প সাহিত্য শ্ৰেষ্ঠ বিৱেচিত হয় আৰু ৫০০.০০ টকাৰ পুৰস্কাৰ লাভ কৰে। এই বৰ্ষতে সভাই সীমান্ত প্ৰহৰী প্ৰমথনাথ চক্ৰৱতীক সম্বৰ্দ্ধনা জনায়।

অৱস্থাহীন সাহিত্যক চৰকাৰী সাহায্য দিবৰ কাৰণে সভাই কেন্দ্ৰ আৰু ৰাজ্য চৰকাৰৰ অনুৰোধ কৰে।

## সভাপতিসকলৰ নাম ফলক

এই বৰ্ষতে কেন্দ্ৰীয় কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱন আৰু গুৱাহাটী ভগৱতী প্ৰসাদ বৰুৱা ভৱনত সভাপতি সকলৰ নামফলক ৰাখিবলৈ সিদ্ধান্ত কৰা হয়।

## ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ ভাড়া

ভৱন নিৰ্মাণ সমিতিৰ সম্পাদক মহেশ্বৰ নেওগে ৫০০০ টকাৰ প্ৰয়োজনীয়তাৰ কথা সভাত উত্থাপন কৰে।আনহাতে মাধ্যমিক শিক্ষা পৰিষদে সভাৰ ভৱনৰ একাংশ ভাড়া বিচৰাত সভাই ভাড়া দিবলৈ সিদ্ধান্ত কৰে মাহে ৩০০০.০০ টকাত। সভাই ভৱনৰ তলৰ মহলা আৰু ওপৰৰ ডাঙৰ কোঠাটো আৰু ৰেকৰ্ড ৰুমটো ভাড়া দিবলৈ সিদ্ধান্ত কৰে। এই বৰ্ষৰ ১ জুলাইৰ পৰা ঘৰ ভাড়া দিয়া হয়। প্ৰকাশ থাকে যে সভাই উল্লিখিত ৫০০০ টকাৰ সমান পৰিমাণৰ টকা ভাড়া হিচাপে দিবলৈ পৰিষদক অনুৰোধ কৰে আৰু ২৮/৬/৬৫ তাৰিখে দলিলত চুক্তি কৰে।

## ডিগবৈ সাহিত্য সেৱা সমিতি

ডিগবৈ সাহিত্য সেৱা সমিতিয়ে পাঁচ হাজাৰ টকাৰ এটি ন্যাস সভাক অৰ্পণ কৰে। এই ন্যাসৰ যোগেদি বছৰটোৰ শ্ৰেষ্ঠ পূৰ্ণাংগ নাটকৰ বঁটা দিবলৈ সিদ্ধান্ত কৰি এখন ন্যাস সমিতি গঠন কৰে আৰু ন্যাসৰ নিয়মাৱলী যুগুত কৰে। ১৯৬২ চনৰ ১ জানুৱাৰিৰ পৰা



১৯৬৪ চনৰ ৩১ ডিচেম্বৰলৈকে প্ৰকাশিত শ্ৰেষ্ঠ পূৰ্ণাংগ নাটক ৰূপে বিৱেচিত হয় অতুলচন্দ্ৰ হাজৰিকাৰ 'নুমলী কুঁৱৰী' নাট। এই বঁটাত নগদ ৫০০.০০ টকা দিয়া হয়।

**চন্দ্ৰকুমাৰ আগৰৱালা জন্মশত বাৰ্ষিকী-** ১৯৬৭ চনত আগৰৱালাৰ জন্ম শিৱসাগৰ জিলাত জন্ম-শতবাৰ্ষিকী পালন কৰিবলৈ সমিতিয়ে সিদ্ধান্ত কৰে।

## ভাষা শিক্ষা শ্ৰেণী

১/১/৬৭ তাৰিখৰ পৰা গুৱাহাটী ভগৱতী প্ৰসাদ বৰুৱা ভৱনত ভাষা শিক্ষা শ্ৰেণী আৰম্ভ হয়। আৰু সভাই ধুবুৰী, শদিয়া, ছিলং ডিফু আদিতো এনে শ্ৰেণী খুলিবলৈ সভাই ব্যৱস্থা গ্ৰহণ কৰে।

## বেজবৰুৱাৰ জন্ম শত বাৰ্ষিকীৰ প্ৰস্তুতি

বেলেগ অধ্যায়ত এই বিষয়ে আলোচনা কৰা হৈছে।

## বিষ্ণুৰাভ মেধি ন্যাস

শিশু সাহিত্য পুথি প্ৰকাশৰ বাবে বিষ্ণুৰাম মেধিয়ে ১০,০০০ টকাৰ এটি দান দিয়ে। এই দানৰ চৰ্ত হ'ল - শিশু সাহিত্য প্ৰতিযোগিতা গ্ৰন্থ প্ৰকাশন, নতুন লেখক সৃষ্টিৰ চেষ্টা। ইয়াৰ পাঁচ হাজাৰ টকা স্থায়ী পুঁজি, বাকী টকা আৰু স্থায়ী জমা সুতেৰে উল্লিখিত উদ্দেশ্যৰ কাম কৰিব। এই সম্পৰ্কে এখন ন্যাস সমিতিও গঠন কৰা হৈছিল।

## প্ৰকাশন

অসম সাহিত্য সভাৰ নলবাৰী সন্মিলনৰ বাৰ্ষিকী, অসম সাহিত্য সভাৰ চমু পৰিচিত প্ৰকাশ পায়। অৱশ্যে অসম সাহিত্য সভাৰ ইতিবৃত্ত, গোৱালপৰীয়া লোক সংস্কৃতি গ্ৰন্থ প্ৰণয়নৰ আঁচনি লোৱা হৈছিল।

## ডিম্বেশ্বৰ নেওগ

ইন্দ্ৰধনুৰ কবি ডিম্বেশ্বৰ নেওগে (জন্ম ৭ আগষ্ট, ১৮৯৯ মৃত্যু ১২ নৱেম্বৰ ১৯৬৬) জন্মস্থান শিৱসাগৰৰ কমাৰ ফদিয়াত প্ৰাথমিক শিক্ষা লাভ কৰি ১৯০৯ চনত বৃত্তি পাই উৰ্ত্তীণ হয়। ১৯১০ চনত শিৱসাগৰ উচ্চ ইংৰাজী স্কুলত ভৰ্তি হয় ১৯১৯ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উৰ্ত্তীণ হৈ কটন কলেজৰ বিজ্ঞান শাখাত ভৰ্তি হয়। ১৯২১ চনত আই এ চি পৰীক্ষাৰ উৰ্ত্তীণ হৈ ১৯২৪ চনত সুখ্যাতিৰে বি এছ চি পৰীক্ষাত উৰ্ত্তীণ হয়। ইয়াৰ পিচত সুখ্যাতিৰে অসমীয়া বিষয়ত এম এ পাছ কৰে (১৯৪০) শিক্ষকতাকে জীৱনৰ ব্ৰত কৰি লোৱা নেওগে ৩২ বছৰ কাল শিক্ষকতা কৰি যোৰহাট নৰ্মাল স্কুলৰ অধ্যক্ষ পদৰ পৰা অৱসৰ লয়।

অসমৰ বৈষ্ণ সাহিত্য আৰু দৰ্শনৰ গৱেষক সাহিত্যৰ বুৰঞ্জী প্ৰণেতা কবি আৰু সমালোচক। *মালিকা (১৯২১), থুপিতৰা (১৯২৫), মালতী (১৯২৭), ইন্দ্ৰধনু (১৯২৯), মেঘদূত (১৯৪০), থাপনা (১৯৪৬), অসমা (১৯৪৭), বিচিত্ৰা (১৯৪৮), উল্লেখযোগ্য কাব্য গ্ৰন্থ। আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী (১৯৩৭), অসমীয়া সাহিত্যৰ জিলিঙণি (১৯৩৮), অসমীয়া কথা প্ৰতিভা(১৯৬০), অসমীয়া সাহিত্য জেউতি (১৯৫১), অসমীয়া ভাষা আৰু লিপিৰ কাহিনী (১৯৫১), Introduction to Assam (১৯৪৭), History of Modern Assamese Literature (১৯৫৫), New Light on History of Assamiya Literature (১৯৬২) গৱেষণা মূলক গ্ৰন্থ। বৈষ্ণৱ* ধৰ্ম দৰ্শন সাহিত্য সম্পৰ্কীয় গ্ৰন্থ সমূহ হ'ল — *বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি (১৯৪১), বৈষ্ণৱ ধৰ্মৰ ভক্তিতত্ত্ব (১৯৪২), নাৰদীয় ভক্তিসূত্ৰ (১৯২৩), Mahapurusiasm A Universal Religion (১৯৬০), ফাগুনী (১৯২২), ভাৱভনিতা (১৯২২), নামতী (১৯২৩), ভোগজৰা, পুতলি (১৯২৮), বিহুৱতী (১৯২৯), ৰহৰহী পানীমিঠে (১৯৪৮), লোক সাহিত্যৰ পুথি। সাহিত্যতত্ত্ব (১৯৫২), শুধ অসমীয়া (১৯৫৩), দুখন ভাষাৰ সম্পৰ্কীয় সৰু পুথি। একমাত্ৰ উপন্যাস গাঁৱে নগৰে (১৯৬০), দীপাৱলী (১৯৩১), গল্প সংকলন শিশুলীলা (১৯২৯), ৰাসক্ৰীয়া (১৯২৯), কুণ্ডিল কুঁৱৰী (১৯২৮), অকাল বসন্ত (১৯২৩), কামৰূপ (১৯৩২), নাটক। বিজ্ঞানৰ আগকথা (১৯৫০), প্ৰাগঐতিহাসিক অসম(১৯৪৭), বৰ্ণ নিৰ্ণয় বা জাতিবিচাৰ (১৯৫৪), সমাজ চিন্তামনি (১৯৬৫)* আদি ভিন্নধৰ্মী ৰচনা। *অতীত মাধুৰী (১৯৬৬), আত্মকথা* ভালেকেইখন পঢ়াশলীয়া পুথিও তেখেতে ৰচনা কৰিছিল।

অসম সাহিত্য সভাৰ সভাপতি হোৱাৰ উপৰি প্ৰধান সম্পাদক (১৯৪৪-৪৭), অসম ছাত্ৰ সন্মিলনৰ সম্পাদক (১৯২৪) বাঁহী কাকতৰো সহযোগী সম্পাদকৰ দায়িত্ব বহন কৰিছিল। শ্ৰীমন্ত শংকৰদেৱ সংঘৰো পদাধিকাৰ আছিল।



## অভিভাষণৰ সুবচন

*বিশ্ব-সাহিত্যৰ অধ্যয়ন এই বাবেই বিভিন্ন জাতিৰ আৰু বিভিন্ন যুগৰ মানস-ক্ষেত্ৰ তীৰ্থভ্ৰমণ আৰু জাতীয় সাহিত্যৰ বুৰঞ্জী জাতীয় মন, চৰিত্ৰ আৰু প্ৰতিভা বিকাশৰ ইতিহাস ৰূপে ধৰা হয়। সাহিত্য বুৰঞ্জী সেইদেখি জাতিৰ বুৰঞ্জীৰ পৰিপূৰকেই নহয়, জাতিৰ লাগতিয়াল এটি দিশত ই জাতিৰ বুৰঞ্জীৰ আৱশ্যকীয় টীকা -ভাষ্যও। সাহিত্যৰ বিভিন্ন দিশ বুলিলেই গাইগুটীয়া লেখকৰ আচুতীয়া গুণদোষ বাদ দি যি গঃ সাঃ গুঃ থাকে সেয়ে। দৃষ্টান্তৰূপে ইংলণ্ডত যিটো যুগে সাহিত্যত শ্বে'পীয়েৰক জন্ম দিছিল, 'সেইটো যুগেই বিজ্ঞানত বেকন আৰু ধৰ্মত হুকাৰৰ দৰে বিভিন্ন শ্ৰেণীৰ প্ৰতিভাৰ উৎপাদন কৰিছিল; কিন্তু এনে পুবা-পশ্চিমা যেন লগা প্ৰতিভাৰ ভিতৰতো গঃ সাঃ গুঃ আছে। সেয়ে হৈছে নিশ্চয়তাবাদ; অসমত যি যুগে ধৰ্ম আৰু সাহিত্যত শংকৰদেৱৰ জন্ম দিছিল, সেই যুগেই বিজ্ঞানত বকুল কায়স্থ, জ্যোতিষ চূড়ামণি প্ৰভৃতি বিভিন্ন গুণীৰ উৎপাদন কৰিছিল আৰু এওঁলোকৰ গঃ সাঃ গু সেই একেদৰে এক নিঃসন্দেহবাদ। তেন্তে আজি আমি যি নতুন যুগৰ কথা কৈছো এই নতুন যুগৰ অসমীয়া সাহিত্যৰ বিশিষ্ট গুণ কি আছে -নাই তাক আমাৰ লেখক-সমালোচক সদৌৱে বিচাৰ কৰিবৰ সময় পৰিল।*

* * *

*পশ্চিনীয়া ৰঙীন বিত-চকুৰে চাই আজি কালি কোনো-কোনোৱে ক'ব খোজে বোলে কালিদাসৰ সাহিত্য কেৱল সামন্ত শ্ৰেণীৰ মনোভাব বৰ্ণনা, ,জন-গণৰ চিত্ৰ তাত নাই; কিন্তু আমি জানো যে কালিদাস নিজে ডাল-দৰিদ্ৰৰ ল'ৰা আছিল আৰু তেওঁৰ নায়িকাবোৰ ঘাইকৈ জন-গণৰ ফলীয়াহে। উদাহৰণস্বৰূপে কালিদাসৰ কুমাৰ সম্ভৱ কাব্যৰ নায়িকা পাৰ্বতি আৰু অমৰ অভিজ্ঞান-শকুন্তলম গছৰ ছাল-বাকলি পিন্ধা তিৰুতাহে; তথাপি যদি কালিদাসক সামন্ত সমাজৰ লগত জড়িত বোলা হয় তেন্তে ক'ব লাগিব সেই সামন্ত সমাজৰ বোকাতেই সেই মহাকবিৰৰ মানৱতাৰ পঙ্কজ ফুলিছিল। দ্বিতীয় কথা, যৌন-জিজ্ঞাসাই ভাৰতীয় ন-লেখকৰ বাবে বৰ্তমান পছিমীয়া সাহিত্যৰ ডাঙৰ মোহনী; কিন্তু অলপ ভু ল'লেই জানিব পৰা হয় এই যৌন জিজ্ঞাসা ভাৰতীয় সাহিত্যত অন্ততঃ ইয়াৰ দুই সহস্ৰ বছৰৰ পূৰ্বে আৰম্ভ হৈছিল, আৰু সৌ-সিদিনা যুৰ'পে ভাৰতীয় পদ-প্ৰান্তত জয়ে জয়ে যৌন-তত্ত্বৰ শৰণ লৈছে। অন্ততঃ চাৰি সহস্ৰ বছৰৰ আহত বৈদিকবিলাকৰ মাজৰ পৰা সৰমা নামৰ এজনী তিৰুতা গৈ তেওঁলোকৰ ঘোৰ-শত্ৰু পণিবিলাকৰ মাজত দূতীৰূপী কাম কৰাৰ কথা স্বয়ং ঋক্‌বেদত উল্লেখ আছে। পণ্ডিত মণ্ডন মিশ্ৰৰ বিদুষী পত্নীয়ে কামশাস্ত্ৰ লৈ শঙ্কৰাচাৰ্য্যৰ লগত প্ৰকাশ্য তৰ্ক-যুদ্ধ কৰিছিল।*

* * *

*শেহতীয়া কথা প্ৰগতিবাদ বা গতানুগতিকতাৰ বিৰুদ্ধবাদ ঃ বাস্তৱতেই ই কোনো কথা নহয়, যি হেতুকে আজিৰ প্ৰগতিবাদী বোলা সাহিত্যও কাইলৈ পোনতে গতানুগতিক আৰু তাৰ পাছত মুমূৰ্ষু হ'ব বুলি নিৰ্ভয়ে ভৱিষ্যদ্বাণী কৰিব পাৰি, যদি সি প্ৰতিভাৰ বীজাণু ৰাজীহে হয়.সময়ৰ লগত আগবাঢ়িব পৰা শক্তি যি সাহিত্যৰ বা সাহিত্যিকৰ নাই, সেই সাহিত্য আৰু সাহিত্যিক দেখাত জীৱিত হ'লেও বাস্তৱতে মৃত বুলিব পাৰি; কিন্তু আজিলৈকে শঙ্কৰদেৱ আৰু শংকৰদেৱৰ সাহিত্য পাঁচ শ বছৰ আৰু ব্যাস-বাল্মীকি হ'মাৰ তিনি-চাৰি সহস্ৰ বছৰ জীয়াই আছে আৰু থাকিবই ই সাহিত্য আৰু সাহিত্যিকৰ গাইগুটীয়া গুণহে, কোনো দেশগত বা কালগত গুণ নহয়। বাস্তৱতে মাতৃভাষাৰ দৰেই জাতীয় সাহিত্যৰ সুতি তথা জাতীয় ভাব-ধাৰাও এক প্ৰকাৰে অনাদি; যেনেকৈ ভাৰতীয় ভাব-ধাৰা, তেনেকৈয় অসমীয়া ভাব-ধাৰা, চিৰকাল একেটি সুতিত বৈ আহিছে, আৰু এই দুয়ো জাতি জীয়াই থাকে মানে বৈ থাকিব। যেনেকৈ য়ুৰ'পীয় ভাবৰ সুতি ভাৰতীয় সুতিয়েদি কেতিয়াও ব'ব নোৱাৰে, তেনেকৈ ভাৰতীয় ভাবৰ সুতি লুপ্ত হ'ব। য়ুৰ'পৰ মহাকবি শ্বে'পীয়েৰ আৰু ভাৰতৰ মহাকবি কালিদাসৰ ৰিজনি সৰ্বসাধাৰণতে দিয়া হয় সমকক্ষ প্ৰতিভাৰ গৰাকী স্বৰূপে; কিন্তু আমি পাহৰিব নালাগে যে সমকক্ষ মানে এক-কক্ষ নহয়, সুকীয়া কক্ষহে। প্ৰতিভা চিৰকালেই কেন্দ্ৰৰ বস্তু, পৰিধিৰ নহয়; সুকীয়া নক্ষত্ৰ সুকীয়া কক্ষত ঘূৰে, কিন্তু নক্ষত্ৰ বুলি সিহঁতৰ ৰিজনি হয়। দৃষ্টান্তৰূপে, আংশিকভাৱে হলেও কালিদাসৰ শকুন্তলা নাটকৰ লগত শ্বে'পীয়েৰৰ 'ৰুমিও-জলিয়েট' নাটকৰ ৰিজনি খাটে; কিন্তু শকুন্তলা নাটকৰ আৰম্ভতে এটি হৰিণাৰ বিপক্ষে ধনু-কাঁড় লোৱা ৰজাৰ প্ৰতি 'ভো ভো ৰাজন্, আশ্ৰম মৃগোহয়ং ন হন্তব্যো ন হন্তব্যঃ' নিষেধ বাণী ঘোষিত হোৱাৰ লগে লগেই মন্টেগু-কেপুলেট দুই পৰিয়ালৰ কোনোবা-কলীয়া খৰিয়ালৰ বাবে যেতিয়া দুই পৰিয়ালৰ দুটা লগুৱাই বাটত ভেটা ভেটি হৈ কটা-কটি কৰিব খুজিলে, তেতিয়াই তাত য়ু'ৰপৰ খোৱা-কামোৰ ৰূপী জীৱন-দৰ্শন প্ৰতিভাত হৈ পৰিল। তদুপৰি প্ৰাচীন ভাৰতীয় সাহিত্যত বিয়োগন্তাক নাটক বিৰলঃ জুইত-ছুগাৰ দৰে প্ৰেমত ৰমিও-জুলিয়েট ছাই হৈ গ'ল, কিন্তু সেই প্ৰেমৰ জুইতে দুষ্মন্ত-শকুন্তলা সোণৰ দৰে পৰিশুদ্ধ হৈ উঠিল।*

* * *

*মুঠতে, অসমীয়া সাহিত্যৰ সুতিও একেটি; ন্যাস। ডাক পুৰুষৰ পৰা আজিৰ পুৰুষলৈকে অসমীয়া কবি-সাহিত্যিকসকলে তথা অসমীয়া জাতিয়ে সেইটি পৱিত্ৰ সুঁতিৰে নিৰ্মল পানী সৎ সাহিত্যিকৰ দৰে সৎ সাহিত্যও ভৱিষ্যৎ-দৰ্শী হ'ব পাৰে; দ্ৰষ্টা বা ঋষি-কল্প সাহিত্যিকসকলে আজি যিটো ক'ব সেইটো আজি নহ'লেও কাইলৈ ফলিয়াব পাৰে।*

* * *



*মানসিক বৃত্তত সাহিত্য পৰিধি-অভিমুখী শক্তি হ'ব পাৰে, কিন্তু ভাষা সদায়েই কেন্দ্ৰ অভিমুখী শক্তি যে সন্দেহ নাই। মাতৃভাষাৰ 'ছিছেম্ ফাঁক' মন্ত্ৰ নামাতিলে মানৱ-হৃদয়ৰ ৰাজ্যৰ ৰত্ন-ভাণ্ডাৰৰ দুৱাৰ মুকলি হব নোৱাৰে। ত্ৰিপিতকাচাৰ্য্য বেণীমাধৱ বৰুৱাই এই সংগত এটি অতি লাগতিয়াল সংকেত দিছে; যত্ন কৰি আন ভাষাত কোনো লোক ভাল লেখক বা বৈজ্ঞানিক -দাৰ্শনিক হ'ব পাৰে, কিন্তু মাতৃভাষাৰ বাহিৰে কোনো ভাষাত লিখি কোনো কেতিয়াও শ্ৰেষ্ঠ কবি হ'ব নোৱাৰে।*

* * *

*ভাষা-বিজ্ঞান চৰ্চাৰ বাবে ধ্বনিতত্বৰ 'ওম ক্ৰিং হ্ৰিং' মন্ত্ৰ মাতিলেই সকলো নহয় নিশ্চয়; ভাষা এটা জাতিৰ আত্মপ্ৰকাশৰ ঘাই সুঁতি যে সন্দেহ নাই, কিন্তু সেই সুঁতি প্ৰকৃত তত্ব পাবলৈ হ'লে তাৰ লগৰীয়া আন সুতিবোৰৰ তত্বও বিচাৰ নকৰিলে নচলে।*

* * *

*প্ৰাকৃতৰ পৰাই আহক, নাইবা সংস্কৃতৰ পৰাই ওলাওক, অসমীয়া ভাষা অসমীয়া গতিকে ইয়াৰ ব্যাকৰণ স্বতন্ত্ৰ হোৱা নিতান্ত আৱশ্যক।*

* * *

*বৰ বেজাৰৰ কথা, অসমত নিয়মিতভাৱে বৈজ্ঞানিক গৱেষণা যে প্ৰতিষ্ঠিত হোৱাৰ বাবে উপযুক্ত ক্ষেত্ৰও মুকলি হোৱা নাই।*

* * *

*অসমৰ দুৰ্ভাগ্য, নিজ মাতৃভাষাও যে বিনা চৰ্চাই শিকা নহয়, নিজ মাতৃভাষা ক'ব আৰু লিখিব নোৱৰা যে লাজ আৰু বেজাৰৰ কথা; সাহিত্য-সেৱা যে অকল লোকৰ একচেতিয়া অধিকাৰ নহয়, আৰু নিজে পুথি-পাঁজি নিলিখিও নিজ ভাষা-সাহিত্য ৰখা আৰু উৎসাহ-উদ্দীপনা যোগোৱাৰ প্ৰতি শিক্ষিত লোকৰ দায়িত্ব, এনেবোৰ কথা আজি আমাৰ বোধগম্য নহয়। অসমীয়া সাহিত্যৰ দিক্-নিৰ্ণয় কৰিবলৈ আজি হেমচন্দ্ৰ, গুণাভিৰাম বা লক্ষ্মীনাথৰ নিচিনা সাহিত্য- অধিনায়কসকল আলোচনীৰ গুৰীয়াল নহয়, আজি সাহিত্য ব্যৱসায়ীয়ে সেই ঠাই অধিকাৰ কৰিছে।*

* * *

*অতি পৰিতাপৰ কথা, গ্ৰীণৰ ইংৰাজ জাতিৰ কাহিনীৰ নিচিনা অসমীয়াৰ কাহিনী এখন যে নায়েই, মজুমদাৰৰ 'বঙ্গৰ ইতিহাস'ৰ শৰীৰ অসমৰ ইতিহাস আজিলৈকে ওলাবৰ উম-ঘামো হোৱা নাই।*

* * *

*অসমত বছৰ অনুক্ৰমে নালাগে, পুৰুষানুক্ৰমে বসবাস কৰা বহুত বঙালী, মাৰোৱাৰী, পঞ্জাৱী আদি আজিও অসমত অনা-অসমীয়া হৈ আছে বুলি আমি মাজে-সময়ে সাধু কওঁ, আৰু কেতিয়াবা ঠেহো পাতোঁ সঁচা; কিন্তু সেই বদ্ কাৰ্য্যৰ বাবে*

*কোন দায়ী তাৰ বিচাৰ নকৰে কিয়? অতিথি-শুশ্ৰূষা গৃহস্থৰ কাম; সেইদৰে সেই অতিথি আমাৰ ঘৰৰ এজন হৈ থাকিব খুজিলে তেওঁক থাকিবৰ দিহা দিয়াও গৃহস্থৰেই দায়িত্ব; আমি সেই দায়িত্ব পালন কৰিছোঁ বুলি বুকুত হাত দি ক'ব পাৰোঁ নে? যদি গৃহস্থই নিজ দায়িত্ব পালন নকৰে, অতিথিয়েই সেই দায়িত্ব নিজ হাতেলৈ লৈ গৃহস্থক নিজ ঘৰতে অতিথি পাতিব যে তাত বৈচিত্ৰ্য কি?*

* * *

*ৰচনা-কৌশল প্ৰতিভাৰ স্বাভাৱিক ফল, অন্ততঃ মানুহৰ ছালৰ নিচিনা নহয় যে কাৰোবাৰ পৰা ধাৰ কৰি আনি পিন্ধিব পাৰি। 'ধানটোৰে পতি কণাটো' —*

*আই তোৰ চৰণ-তলত শত স্বৰ্গ কৰে টলবল;*
*আই, তোৰ কৃপা-কটাক্ষত বিধাতাৰ আশিস্ বিহ্বল।*
*আই, তোৰ স্নেহৰ নীৰত সাতখন তীৰথৰ পানী;*
*আই, তোৰ কৰুণা-ধাৰাত নামি বয় স্বৰ্গী মন্দাকিনী।*
*অভিশাপ? কালৰ প্ৰতাপ? পুত্ৰ তোৰ থাকোঁতে জীয়াই।*
*আই, তোৰ পদ-ৰেণু লুই সকলোটি দিম উৰুৱাই।*
*আই, আমি শক্তিৰ কুমাৰ, শক্তি আজি ফুটন্ত প্ৰাণত;*
*আই, তই শক্তি স্বৰূপিনী; কিয় তোৰ শিৰ অৱনত?*
*কিনো কৰ, আই, তোৰ আজি সৰগত নিম্ন সিংহাসন?*
*তেন্তে, মাতৃ, পুত্ৰে তোৰ বাবে নৱ স্বৰ্গ কৰিব স্ৰজন।*
*আই, আজি ভক্তি উলাহত উফৰিছে স্বৰ্গ-জ্যোতি-কণা;*
*চোঁৱা, চোঁৱা; সাতো বৈকুণ্ঠৰ মিলিছেহি মুক্তি উপাসনা।*
*আজি দিব্য অপূৰ্ব নন্দন, আনন্দত উগুল-থুগুল;*
*জগতৰ সন্তানসকল মাতৃ-পদ সেৱি বিয়াকুল।*
*মাতৃ-স্বৰ্গ আজি ধূপ-ধুনা অৰ্চনাৰে উপচি পৰিছে;*
*তাৰে গন্ধবাহী মলয়াই মুকুতিৰ মূৰ্চ্ছনা ধৰিছে।*
*আজি নৱ অৰুণোদয়ত জাগৰিত দুৰন্ত চেতনা;*
*মাতৃভূমি, স্বৰ্গভূমি তথা, নোহো দীনা, নোহে পৰাধীনা*
*অন্ত আজি দুখৰ ভাৱনা, ছিন্ন আজি লোহাৰ শৃঙ্খল;*
*মাতৃপূজা, শক্তিপূজা এয়ে জননীৰ সেৱকসকল।*

❖ ❖ ❖

# ত্ৰয়স্ত্ৰিংশ অধিৱেশন
## উত্তৰ লক্ষীমপুৰ
## ৪, ৫ আৰু ৬ মাৰ্চ, ১৯৬৬

অসম সাহিত্য সভাৰ ত্ৰয়স্ত্ৰিংশ বাৰ্ষিক সন্মিলন উত্তৰ লক্ষীমপুৰীয়া ৰাইজৰ আমন্ত্ৰণ ক্ৰমে ১৯৩৩ চনৰ পৰা ৩৩ বছৰৰ পিচত দ্বিতীয়বাৰৰ বাবে উত্তৰ লক্ষীমপুৰ নগৰত ১৮৮৭ শকৰ ২০, ২১, ২২ ফাগুন (ইংৰাজী ১৯৬৬ চনৰ ৪, ৫, ৬ মাৰ্চ) তাৰিখে মহাসমাৰোহেৰে অনুষ্ঠিত হয়।

উত্তৰ লক্ষীমপুৰ কলেজৰ অধ্যক্ষ যোগানন্দ বৰগোহাঁইক সভাপতি আৰু অধ্যাপক হৰেন্দ্ৰ দেৱ গোস্বামীক প্ৰধান সম্পাদকৰূপে লৈ গঠিত হোৱা অভ্যৰ্থনা সমিতিয়ে এই অধিৱেশনৰ সুসম্পন্নতাৰ বাবে যথাশক্তি ব্যৱস্থা গ্ৰহণ কৰে।

মূল অধিৱেশনৰ বাবে ১৮,০০০ (ওঠৰ হেজাৰ) বৰ্গ ফুটৰ এখন বিশাল মণ্ডপ মঞ্চসহ নিৰ্মাণ কৰি, প্ৰথম তোৰণখনি স্বৰ্গীয় পানীন্দ্ৰ নাথ গগৈৰ নামত উৰ্ছ্গা কৰে। মণ্ডপৰ সন্মুখত বনফুলেৰে অঙ্কিত অসমৰ মানচিত্ৰৰ মাজত অসম সাহিত্য সভাৰ পতাকা উত্তোলনৰ বেদী তৈয়াৰ কৰা হয়। মূল মণ্ডপৰ পৰা ১০০ মিটাৰমান পশ্চিমে প্ৰদৰ্শনী মণ্ডপ তৈয়াৰ কৰি, প্ৰৰ্দশনী পথৰ তোৰণ অসম সাহিত্য সভাৰ প্ৰথম ৰংপুৰ অধিৱেশনৰ সভাপতি, উত্তৰ লক্ষীমপুৰৰ কৃতী সন্তান স্বৰ্গীয় পদ্মনাথ গোহাঁঞিবৰুৱাৰ নামত উৰ্ছ্গা কৰা হয়।

সভামণ্ডপৰ সন্মুখত দক্ষিণত অৱস্থিত উত্তৰ লক্ষীমপুৰ কলেজ ভৱন ব্যৱহৃত হয় প্ৰতিনিধি সভা বহুৱাৰ বাবে; আৰু অসমৰ প্ৰায় ১৬২ খন শাখাৰ পৰা অহা প্ৰতিনিধি বৰ্গৰ থকা-খোৱাৰ ব্যৱস্থা কৰা হয় উত্তৰ লক্ষীমপুৰ উচ্চতৰ মাধ্যমিক স্কুল আৰু স্থানীয় ছোৱালী উচ্চ ইংৰাজী স্কুলত।

প্ৰতিনিধি, দৰ্শক প্ৰতিনিধি আৰু হেজাৰ হেজাৰ দৰ্শকেৰে এই সৰু সেউজবুলীয়া নগৰখনত অসমীয়া জাতিৰ মহামেল বহিল আৰু নীৰৱ নগৰখনত উখল-মাখল লাগি পৰিল।

### বিষয় বাছনী সভা

৪ মাৰ্চ শুক্ৰবাৰে বিয়লি ২ বজাৰ পৰা প্ৰতিনিধি শিৱিৰ মুকলি কৰা হয় আৰু এই নগৰলৈ যাতায়াতৰ অসুবিধা থকা সত্ত্বেও মুঠ ৩৩৬ জন প্ৰতিনিধিয়ে যোগদান কৰেহি।

সন্ধ্যা ৬ বজাৰ পৰা আৰম্ভ হোৱা প্ৰতিনিধি সভাত সভাপতিত্ব কৰে ত্ৰয়স্ত্ৰিংশ সন্মিলনৰ বাবে নিৰ্বাচিত সভাপতি ধ্বনি কবি বিনন্দচন্দ্ৰ বৰুৱাদেৱে। প্ৰধান সম্পাদকে প্ৰতিনিধি সভাত উপস্থিত থকা প্ৰাক্তন সভাপতি নীলমণি ফুকন, ত্ৰৈলোক্য গোস্বামী প্ৰমুখ্যে বিশিষ্ট ব্যক্তিসকলক পৰিচয় কৰাই দিয়ে। সহকাৰী সম্পাদক ৰমা বৰঠাকুৰে প্ৰতিনিধি সকলক পৰস্পৰৰ লগত পৰিচয় কৰাই দিয়ে আৰু এই পৰিচিতি পৰ্বই এক সৌহাৰ্দ্দ্য পূৰ্ণ পৰিৱেশৰ সৃষ্টি কৰে।

প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগে পিছদিনাৰ মূল অধিৱেশনত দাঙি ধৰিবলগীয়া 'সম্পাদকীয় প্ৰতিবেদন' প্ৰতিনিধি বৰ্গৰ, আলোচনাৰ বাবে দাঙি ধৰে। মুখবন্ধ, শোক তৰ্পণ, পূৰ্ব বছৰৰ কাৰ্য্যক্ৰমৰ খতিয়ান, প্ৰস্তাৱ প্ৰসংগ, ৰাজ্যিক ভাষা প্ৰসঙ্গ, দক্ষিণ ভাৰতৰ ভাষা আন্দোলন, সভাৰ সংগঠন আৰু প্ৰচাৰ কাৰ্য্যৰ বিৱৰণ, পুথি সম্প্ৰীতি সমন্বয়ৰ অগ্ৰগতি, বাতৰি কাকত বিতৰণ, পুথি বিতৰণ, সাহিত্য সভা পত্ৰিকা, প্ৰকাশন আঁচনি, চন্দ্ৰকান্ত অভিধান, সাহিত্যিক সম্বৰ্দ্ধনা, শ্ৰেষ্ঠ গ্ৰন্থ স্বীকৃতি, শ্ৰেষ্ঠ নাটক নিৰ্বাচন, ভাষা শিক্ষা শ্ৰেণী, ভাষাজ্ঞান পৰীক্ষা, স্মৃতি ভৱন, বেজবৰুৱা শতবাৰ্ষিকী, চন্দ্ৰকুমাৰ আগৰৱালা শতবাৰ্ষিকী, দিৱস পালন, শাখা সভাৰ বিৱৰণ, আজীৱন সভ্য, বিবিধ কাৰ্য্যাৱলী, উপ-সংহাৰ, মুঠ এইকেইটা শিতানত প্ৰতিবেদন দাঙি ধৰে। প্ৰতিনিধিবৰ্গই প্ৰতিবেদন আলোচনা কৰি গ্ৰহণ কৰে আৰু সম্পাদকে প্ৰতিবেদনৰ বিত্তীয় অংশ দাঙি ধৰে। প্ৰায় ছয় ঘন্টা জোৰা আলোচনা পিচত প্ৰতিনিধিসভাৰ প্ৰথম বৈঠকৰ সামৰণি পৰে।

## পতাকা উত্তোলন

স্বৰূপতে ৫ মাৰ্চ শনিবাৰৰ পৰাহে অধিৱেশনৰ মূল কাৰ্যসূচীৰ আৰম্ভণ হয়। পুৱা ৭.১৫ বজাত মূল সভামণ্ডপৰ সন্মুখৰ নিৰ্দ্দিষ্ট স্থানত চিৰচেনেহী মোৰ ভাষা জননীৰ পতাকা উত্তোলন কৰে বিদায়ী সভাপতি ডিম্বেশ্বৰ নেওগে। মাতৃভূমি আৰু মাতৃভাষাৰ মৰ্যাদা ৰক্ষাৰ বাবে সচেতন হৈ থাকিবলৈ সদৌ অসমবাসীক আহ্বান কৰে আৰু *মৰে অসম জীয়ে কোন, জীয়ে অসম মৰে কোন* এই বাণী পুণৰবাৰ সোঁৱৰাই দিয়ে।

## প্ৰদৰ্শনী উদ্বোধন

পুৱা ৭-৪৫ বজাত, অসমৰ জাতীয়তাবাদী নেতা, গান্ধী সাহিত্যৰ একনিষ্ঠ সেৱক অমিয় কুমাৰ দাসে সমৱেত হেজাৰ হেজাৰ জনতাৰে পৰিবেষ্টিত হৈ, প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰি এটি চমু ভাষণত প্ৰদৰ্শনীৰ প্ৰয়োজনীয়তা সম্পৰ্কে পৰৱৰ্তী অৱস্থাৰ জ্ঞান আমাৰ অগ্ৰগতিৰ বাবে আৱশ্যকীয় বুলি উল্লেখ কৰে। । প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰাৰ লগে লগে হেজাৰ হেজাৰ দৰ্শকেৰে প্ৰদৰ্শনী মণ্ডপ উপচি পৰে।



## সাহিত্য আলোচনা-চক্ৰ

পুৱা ৮-৩০ বজাৰ পৰা সুসাহিত্যিক, সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীৰ পৌৰোহিত্যত অনুষ্ঠিত হোৱা আলোচনাচক্ৰত অংশ গ্ৰহণ কৰি মহিম বৰাই ৰাজনৈতিক, সাম্প্ৰদায়িক ভাষিক সমস্যাই সংহতি নষ্ট কৰা ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় ঐক্য আবেদনশীল সাহিত্য যোগেদিহে সম্ভৱ বুলি তেখেতৰ ভাষণ প্ৰসংগত কয়। আনগৰাকী বক্তা সুপ্ৰসিদ্ধ কথা শিল্পী চৈয়দ আব্দুল মালিকে তেখেতৰ ৰসাল ভাষণ প্ৰসংগত কয় যে পোনপটীয়াকৈ আদৰ্শ প্ৰচাৰ কৰি ৰাষ্ট্ৰীয় ঐক্য স্থাপন কৰিব নোৱাৰি সঁচা মানৱীয় হৃদয়ানুভূতিক ভেটি কৰি সৰ্বজন, হৃদয়বেদ্য কৰিব পাৰিলে, সিয়েই দেশবাসীৰ অন্তৰত সমান চাপ পেলাই থাকিব। প্ৰচাৰ পত্ৰৰ ঐতিহ্যহাসিক মূল্য থাকিলেও সাহিত্যিক মূল্য যে নাই এই কথা সাৰোগত কৰি সাহিত্যিকে উদ্দেশ্যৰ দ্বাৰা আন্তৰিকতাৰে প্ৰণোদিত হ'ব লাগিব।

গোস্বামীয়ে সভাপতিৰ ভাষণত সাহিত্যিক, সমালোচকৰ উদ্দেশ্য আৰু কৰ্তব্য সম্পৰ্কে সঁকিয়াই দি কয় যে ধাৰ কথা জীৱনদৰ্শন লৈ বা পোনপটীয়া আদৰ্শক আগত ৰাখি মহৎ সাহিত্য সৃষ্টি কৰা সম্ভৱ নহয়। আন্তৰিক গভীৰ অনুভূতি আৰু সমাজ জীৱনৰ লগত নিবিড় পৰিচয় নেথাকিলে, জাতীয় সাহিত্য সৃষ্টি কৰা সম্ভৱ নহয়।

## প্ৰথম মুকলি অধিৱেশন

বিয়লি ২ বজাৰ পৰা বহিবলগীয়া মুকলি অধিৱেশনত বিপুল জনসমাৱেশ ঘটে। নৱনিৰ্বাচিত সভাপতি ধ্বনিকবি বিনন্দ চন্দ্ৰ বৰুৱাদেৱক এটি আকৰ্ষণীয় আৰু গাম্ভীৰ্যপূৰ্ণ সমদল যাত্ৰাৰে, গায়নে-বায়নে আগবঢ়াই অনা হয় আৰু তেওঁৰ উপস্থিতিৰ লগে লগে সমবেত জনতাই থিয় দি সম্বৰ্দ্ধনা জনায়।

***'চিৰচেনেহী মোৰ ভাষা জননী'*** সমৱেত গীতেৰে গাম্ভীৰ্যপূৰ্ণ পৰিৱেশত মুকলি অধিৱেশনৰ কাৰ্যসূচীৰ আৰম্ভণি হয়। এই ত্ৰয়স্ত্ৰিংশ বাৰ্ষিক সন্মিলন উদ্বোধন কৰিবৰ কাৰণে অসম সাহিত্য সভাৰ হৈ প্ৰধান সম্পাদকে কেন্দ্ৰীয় উপমন্ত্ৰী, চিন্তাশীল লেখক বিজয় ভাগৱতী ডাঙৰীয়াক আমন্ত্ৰণ জনায়। ভাগৱতী ডাঙৰীয়াই ৪৫ মিনিট জোৰা সুদীৰ্ঘ ভাষণত অসমীয়া ভাষা-সাহিত্যৰ বিভিন্ন সমস্যা সম্পৰ্কে উল্লেখ কৰি অসমীয়া সাহিত্যৰ বিভিন্ন সমস্যা সম্পৰ্কে সঁকিয়াই দিয়ে। ব্যক্তি সমাজ, প্ৰকৃতি আৰু জগতৰ গভীৰ অধ্যয়নৰ যোগেদি সাহিত্যিকে বুজিবৰ প্ৰস্তাৱ কৰিব লাগিব। মৌলিক হ'ব নোৱাৰিলে কোনো ৰচনাই মহত্বৰ অধিকাৰী হ'ব নোৱাৰে।

উদ্বোধনৰ পিচতে নৱনিৰ্বাচিত সভাপতিক আসন গ্ৰহণ কৰিবলৈ অভ্যৰ্থনা সমিতিৰ সভাপতি যোগানন্দ বৰগোহাঁয়ে আহবান কৰে।

প্ৰধান সম্পাদকে সভামণ্ডপৰ মঞ্চৰ সভাপতিৰ কাষত থকা বিশিষ্ট ব্যক্তিসকলৰ

পৰিচয় দাঙি ধৰে আৰু অধিৱেশনৰ উপলক্ষে অসম আৰু ভাৰতৰ বিশিষ্ট ব্যক্তিসকলৰ পৰা অহা শুভেচ্ছাবাণী পাঠ কৰে। সেই সকলৰ ভিতৰত - কেন্দ্ৰীয় মন্ত্ৰী সত্যনাৰায়ণ সিংহ, অসমৰ ৰাজ্যপাল বিষ্ণু সহায়, অসমৰ ভূপূৰ্ব ৰাজ্যপাল শ্ৰীপ্ৰকাশ, অম্বিকাগিৰি ৰায় চৌধুৰী, মিত্ৰদেৱ মহন্ত, এম. এন. ফুকন, পদ্মধৰ চলিহা, বিমলাপ্ৰসাদ চলিহা, মহাদেৱ শৰ্মা, ডাঃ কে. এম. মুন্সি, ডঃ সুকুমাৰ সেন, নগালেণ্ডৰ মুখ্যমন্ত্ৰী, পশ্চিমবঙ্গৰ মুখ্যমন্ত্ৰী, কেন্দ্ৰীয় মন্ত্ৰী ফখৰুদ্দিন আলি আহমদ, কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী, নকুল চন্দ্ৰ ভূএঞা, ডঃ মহেশ্বৰ নেওগ, বীৰেন ভট্টাচাৰ্য্য, পি. এন. লুথৰা, বাসুদেৱ দ্বিৱেদী শাস্ত্ৰী, ডঃ লোকনাথ ভট্টাচাৰ্য্য, শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱা, গুৱাহাটী শোধানাগাৰৰ মুখ্যসঞ্চালক মেজৰ জেনেৰেল চান্দ এন দাস, মন্ত্ৰী দেৱেন্দ্ৰনাথ হাজৰিকা, অইল ইণ্ডিয়াৰ কে. বি. কালুগা, হৰি বৰকাকতি, পূৰ্ণচন্দ্ৰ শৰ্মা, সুৰেশ চন্দ্ৰ ভট্টাচাৰ্য্য, অম্বেশ্বৰ চেতিয়া ফুকন, বিপিন বৰগোহাঁই, দেবেন্দ্ৰনাথ শৰ্মা, কানাড়া সাহিত্যসভাৰ সভাপতি, ডঃ প্ৰমোদ ভট্টাচাৰ্য্য ফণীন্দ্ৰনাথ বৰুৱা আছিল।

অভ্যৰ্থনা সমিতিৰ সভাপতি যোগানন্দ বৰগোহাঁয়ে তেখেতৰ চমু অভিভাষণত লক্ষীমপুৰৰ বৈশিষ্ট, ইতিহাস, অসমীয়া সাহিত্যলৈ বৰঙনি আদি সোঁৱৰাই দিয়াৰ উপৰি কেইবাটিও সৎ পৰামৰ্শ দাঙি ধৰে।

ইয়াৰ পিচত প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগে সুদীৰ্ঘ আৰু সুবিস্তৃত প্ৰতিবেদন দাঙি ধৰে। প্ৰতিনিধিবৰ্গৰ অনুমোদন ক্ৰমে, সমগ্ৰ প্ৰতিবেদনখনি পাঠ নকৰি, প্ৰত্যেক ছেদৰে মূল কথাখিনি মাত্ৰ দাঙি ধৰে।

অসম সাহিত্য সভাই শ্ৰেষ্ঠ গ্ৰন্থত স্বীকৃতি দান আৰু লেখকক পুৰস্কাৰ প্ৰদানৰ সম্পৰ্ক লোৱা সিদ্ধান্ত সম্পাদকে ঘোষণা কৰি কয় যে যোৱা বছৰৰ শ্ৰেষ্ঠ অসমীয়া গ্ৰন্থ স্বৰূপে 'আধুনিক গল্প সাহিত্য' নামৰ পুঁথিৰ লেখক ত্ৰৈলোক্য নাথ গোস্বামীক পাঁচশ টকাৰ পুৰস্কাৰেৰে সাহিত্য সভাই পুৰস্কৃত কৰিছে। ডিগবৈ সাহিত্য সেৱা সমিতিৰ সহযোগত শ্ৰেষ্ঠ পূৰ্ণাংগ নাটক নিৰ্বাচন সম্পৰ্কীয় সিদ্ধান্ত ঘোষণা কৰি সম্পাদকে কয় যে ১৯৬২-৬৪ চনৰ ভিতৰত প্ৰকাশিত অসমীয়া শ্ৰেষ্ঠ পূৰ্ণাংগ নাটৰ 'নুমলী কুঁৱৰী'-ৰ লেখক নকুল চন্দ্ৰ ভূএঞাক সাহিত্য সভাই পাঁচশ টকাৰ পুৰস্কাৰেৰে পুৰস্কৃত কৰিছে। দুয়োটা ঘোষণাকে হৰ্ষধ্বনিৰে ৰাইজে ওলগ জনায়।

'আগত সাহিত্য পাচত শক্তি' এই মহাবাণী সাৱোগত কৰি ধ্বনিকবি, অসম সাহিত্য সভাৰ এই ত্ৰয়স্ত্ৰিংশৎ অধিৱেশনৰ সভাপতি বিনন্দচন্দ্ৰ বৰুৱাই ৪৯ পৃষ্ঠা জোৰা অভিভাষণ তেখেতৰ বক্তব্য দাঙি ধৰে।

সামৰণি সভাপতিয়ে কয় -'প্ৰত্যেক নতুন চাম মানুহে পৃথিৱীলৈ নতুন উন্নত বস্তুকে আনে; কিন্তু তেওঁলোকে নিজৰ ভেঁটিৰ পৰা পিছলি পৰিলে থকা খিনিও নাইকিয়া হ'ব।'



## কবি সন্মিলন

সন্ধ্যা ৬.৩০ বজাৰ পৰা বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱাক মুখ্য অতিথি স্বৰূপে লৈ কবিসন্মিলন অনুষ্ঠিত হয়। ডিম্বেশ্বৰ নেওগ, নীলমণি ফুকন, বিনন্দ চন্দ্ৰ বৰুৱা, বীৰেন বৰকটকী, আনন্দ চন্দ্ৰ বৰুৱাৰ উপৰি অতুল চন্দ্ৰ হাজৰিকাআৰু পদ্মধৰ চলিহাই কবিতা পাঠ কৰে।

## সাংস্কৃতিক সন্মিলন

সন্ধ্যা ৭.৩০ বজাৰ পৰা অনুষ্ঠিত হোৱা সাংস্কৃতিক সন্মিলনত মুখ্য অতিথি স্বৰূপে ভাষণ দিয়ে অধ্যক্ষ পৰাগধৰ চলিহাই। লোকসংস্কৃতিৰে উপচি থকা অসমৰ সংস্কৃতিক জীৱনৰ বিকাশৰ কাৰণে আৰু পুৰণিৰ সুন্দৰ সমন্বয় স্থাপন কৰিবলৈ অসমৰ শিল্পী সকলক আহবান জনাই তেখেতৰ ৰসাল আৰু ভাৱ গধুৰ অভিভাষণ সামৰণি মাৰে। নেফাৰ স্কুলীয়া ছাত্ৰ দুটি গীতৰ উপৰিও দফলা ৰাইজে প্ৰদৰ্শন কৰা 'পাৰিজাত হৰণ' ভাওনা অন্যতম আকৰ্ষণীয় বিষয় আছিল। 'শকুন্তলা', উষা পৰিণয় আৰু কৃষক জীৱনৰ নৃত্য-নাটিকাৰৰ উপৰি শিল্পী ডঃ ভূপেন হাজৰিকাৰ গীত-মাতে হেজাৰ হেজাৰ শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল।

সাংস্কৃতিক কাৰ্য্যসূচীৰ অন্তত প্ৰথম দিনাৰ অধিৱেশনৰ কাৰ্যসূচীৰ সামৰণি পৰে।

## বুৰঞ্জী সন্মিলন

৬ মাৰ্চ, দেওবাৰ পুৱা ৮ বজাত আৰম্ভ হয় বুৰঞ্জী শাখাৰ অধিৱেশন। অসমৰ সহযোগী শিক্ষাধিকাৰ, এগৰাকী বুৰঞ্জীবিদ্ কৰুণানন্দ দত্তই বুৰঞ্জীশাখাৰ সভাপতিৰ আসন গ্ৰহণ কৰি এটি তথ্যপূৰ্ণ ভাষণ দান কৰে। বুৰঞ্জীবিদৰ বাবে স্বৰ্গ স্বৰূপ অসমৰ অতীত ইতিহাসৰ কথা উল্লেখকৰি দত্তই কয়, বিভিন্ন গোষ্ঠীৰ লোকৰ অৱদানেৰে অসমীয়া সংস্কৃতিৰ চ'ৰাঘৰ উপচি আছে। নৃতত্ত্ববিদ ভাষাবিদসকল অগবাঢ়ি আহিলে নিশ্চয় নতুন তথ্যৰ সন্ধেদ পোৱা যায়।

এই সভাত অংশ গ্ৰহণ কৰি গুৱাহাটী বিশ্ববিদ্যালয় বুৰঞ্জী অধ্যাপক ডঃ নগেন্দ্ৰ নাথ আচাৰ্যই অসম বুৰঞ্জী সমল সম্পৰ্কে এটি লিখিত ভাষণ পাঠ কৰে। ডঃ আচাৰ্যয়ো অসম বুৰঞ্জী সম্পৰ্কে অধ্যয়ন-গৱেষণা আৰু কৰিবলৈ থকা কামৰ সংকেত দিয়ে।

এই উদ্দেশ্য এই সভাত এটি প্ৰস্তাৱ গ্ৰহণ কৰা হয় —

*'যিহেতু বৈজ্ঞানিকভাৱে সম্পাদিত এখন অসম বুৰঞ্জীৰ আৱশ্যকতা অনুভৱ কৰা হৈছে, সেই কাৰণে অসম সাহিত্য সভাৰ ত্ৰয়স্ত্ৰিংশ অধিৱেশনৰ বুৰঞ্জীশাখাই প্ৰস্তাৱ কৰে যে তলত দিয়া সভ্য সকলৰে এই বিষয়ৰ বিস্তৃত আঁচনি যুগুত কৰিবৰ কাৰণে*

*এটি সমিতি গঠন কৰা হওক আৰু এই সমিতিয়ে পৰৱৰ্তী বাৰ্ষিক অধিৱেশনৰ আগতে কাৰ্যনিৰ্বাহক সমিতিৰ ওচৰত এখন প্ৰতিবেদন দাখিল কৰিব।*

সমিতিৰ সদস্যসকল —

বেণুধৰ শৰ্মা - সভাপতি

প্ৰেমধৰ চৌধুৰী - উপ-সভাপতি

হেৰম্ব কান্ত বৰপূজাৰী - উপ-সভাপতি

পদ্মেশ্বৰ গগৈ - উপ-সভাপতি

নগেন্দ্ৰনাথ আচাৰ্য - সম্পাদক।

৯-৪৫ বজাত বুৰঞ্জীশাখাৰ অধিৱেশনৰ সামৰণি পৰে।

## বিষয় বাছনী সভা

পুৱা ১০ বজা স্থানীয় কলেজ ভৱনত দ্বিতীয় দিনৰ বাবে বিষয় বাছনী সভা বহে। প্ৰতিনিধিবৰ্গৰ প্ৰায় সকলোৱেই উপস্থিত আছিল। সভাপতি বৰুৱাদেৱৰ সভাপতিত্বত বিষয় বাছনী সভা আৰম্ভ হয়। কাৰ্যনিৰ্বাহক সমিতিয়ে গ্ৰহণ কৰা প্ৰস্তাৱসমূহ প্ৰতিনিধিসকলৰ আগত দাঙি ধৰা হয় আৰু প্ৰতিনিধি বৰ্গই প্ৰস্তাৱ সমূহৰ ভিত্তিত আলোচনাত অংশ গ্ৰহণ কৰে। সৰ্বমুঠ আঠোটি প্ৰস্তাৱ মুকলি অধিৱেশনত গ্ৰহণ কৰিবৰ কাৰণে বিষয় বাছনী সভাই অনুমোদন কৰে। চৰকাৰী ভাষা আইন প্ৰয়োগৰ দাবী, পূৰ্বোত্তৰ ৰেলৰে হাইস্কুলত অসমীয়া ভাষা প্ৰৱৰ্তন আৰু অসমীয়া মাধ্যমৰ স্কুল স্থাপনৰ দাবী জনাই প্ৰস্তাৱ লোৱাৰ উপৰি প্ৰাক্‌বিশ্ববিদ্যালয়ৰ শ্ৰেণী পৰ্যন্ত অসমীয়া মাধ্যমৰ প্ৰৱৰ্তন কৰাৰ বাবে, সকলো হাইস্কুল আৰু উচ্চতম মাধ্যমিক স্কুলত অসমীয়া ভাষা বাধ্যতামূলক কৰিবৰ বাবে চৰকাৰী অনুদান বৃদ্ধিৰ বাবে, সমবায় ভিত্তিত সাহিত্য সভাৰ নিজা প্ৰেছ খুলিবৰ বাবে মুঠ আঠোটা প্ৰস্তাৱ অনুমোদন কৰে। প্ৰস্তাৱ সম্পৰ্কীয় আলচৰ অন্তত নতুন বছৰৰ বাবে পৰাগধৰ চলিহাক কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য নিৰ্বাচন হয়। প্ৰথমে উপ-সভাপতিৰ বাবে পৰাগধৰ চলিহাৰ নাম সৰ্বসন্মতি ক্ৰমে প্ৰস্তাৱিত আৰু সমৰ্থিত হয়। ধন ভঁৰালীৰ বাবে সৰ্বসন্মতি ক্ৰমে প্ৰস্তাৱিত আৰু সমৰ্থিত হয় দেৱপ্ৰসাদ বৰুৱাৰ নাম। পত্ৰিকা সম্পাদক নিৰ্বাচিত হয় যোগেশ দাস। কাঃ নিঃ সমিতিৰ সদস্যৰ বাবে ৪৫ জন সদস্যৰ নাম প্ৰস্তাৱ হয় ইয়াৰ পৰা ১৬ জন বাছি লবৰ বাবে সভাপতি, উপসভাপতি আৰু প্ৰধান সম্পাদকৰ দায়িত্ব দিয়া হয়।

অসম সাহিত্য সভাৰ নিয়মাৱলীত কিছু সংশোধন আনিবলৈও প্ৰতিনিধিবৰ্গই পৰামৰ্শ আগবঢ়ায়।



## দ্বিতীয় মুকলি অধিৱেশন

বিয়লি ২ বজাৰ পৰা বিনন্দ চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ ত্ৰয়স্ত্ৰিংশ সন্মিলনৰ সামৰণি অধিৱেশন বহে। মঞ্চত প্ৰাক্তন সভাপতি নেওগ, ফুকন, ৰসানন্দ বৰা, দফলাৰ বৈষ্ণৱ নেতা টেকিগাল বৰমেধি, তেওঁৰ গুৰু ঘাৰমৰা সত্ৰাধিকাৰ নীলপদ্ম দেৱ গোস্বামী আদি।

এটি গীতেৰে সভাৰ কাৰ্য আৰম্ভ কৰাৰ পিছত বিশিষ্ট অতিথি নীলমণি ফুকন ডাঙৰীয়াই উদাত্ত কণ্ঠেৰে এটি ভাষণ দিয়ে। অসমৰ ডেকাসকলক দেশাত্মবোধেৰে অনুপ্ৰাণিত হৈ আত্মপ্ৰতিষ্ঠা লভিবলৈ তেখেতে আহ্বান কৰে। বিধান সভাৰ সদস্য ৰসানন্দ বৰা ডাঙৰীয়াই কয় যে উত্তৰ লক্ষীমপুৰ পিচপৰা ঠাই। কিন্তু ই পৰ্বত-ভৈয়ামৰ মিলনৰ বাটচ'ৰা স্বৰূপ। সাহিত্য সভাই বিভিন্ন জাতি উপ-জাতিৰ সংস্কৃতিৰ সমন্বয় সাধন কৰি অসমীয়া জাতিক ঐক্যবদ্ধ কৰি তুলিব লাগে বুলি কয়।

চাংমাই ৰাজকুমাৰে স্পষ্টভাৱে কয়, পাহাৰৰ মানুহ আৰু ভৈয়ামৰ মানুহৰ মাজত কোনো বিভেদ থাকিব নোৱাৰে। আগৰে পৰা যি সম্প্ৰীতি আছিল, সেই সম্প্ৰীতি আগলৈকে থাকিব আৰু পাহাৰ ভৈয়াম মিলি এক অসমীয়া জাতি গঢ়িব লাগিব। তেওঁ এডাল জাঠী উপহাৰ দিয়ে। টেকিগাল বৰমেধিয়েও সেই কথা দোহাৰি কয়। চেনিৰাম কুৰ্মি, শিমলা দলে আৰু নাৰায়ণ ঘাটোৱাৰেও অসমৰ ঐক্য সংহতি যে বিভিন্ন জাতি উপজাতিৰ মিলিত প্ৰচেষ্টাৰ ওপৰতহে নিৰ্ভৰ কৰিছে সেই কথা প্ৰচাৰ কৰে।

নেফাৰ প্ৰতীক প্ৰতীমে এখনি লিখিত ভাষণৰ যোগেদি নেফাবাসী ৰাইজৰ মনোভাৱ প্ৰকাশ কৰে। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বেণুধৰ শৰ্মাই অসমীয়া ভাষা সাহিত্যৰ বিশুদ্ধি কৰণৰ ওপৰত গুৰুত্ব দি দুআষাৰ কয়।

বিশিষ্ট অতিথিসকলৰ ভাষণৰ পিছত বিষয় বাছনী সভাই গ্ৰহণ কৰা প্ৰস্তাৱসমূহ পাঠ কৰা হয় আৰু সৰ্বসন্মতিক্ৰমে গৃহীত হয়।

সমজুৱা বক্তৃতা প্ৰসঙ্গতো হৰকান্ত দাস আদি কেইবাগৰাকীয়েও সাহিত্য সভাৰ কৰ্তব্য সম্পৰ্কে একো আষাৰ কয়।

ইয়াৰ পিচত পুৰণি কাৰ্য-নিৰ্বাহক সমিতিৰ হৈ প্ৰধান সম্পাদক নেওগে পদত্যাগ কৰে আৰু প্ৰধান সম্পাদকে নতুন কাৰ্য্যকৰী সমিতিৰ নাম ঘোষণা কৰে।

সভাপতি - বিনন্দ চন্দ্ৰ বৰুৱা

উপ-সভাপতি - পৰগধৰ চলিহা

প্ৰধান সম্পাদক - হৰিপ্ৰসাদ নেওগ

পত্ৰিকা সম্পাদক - যোগেশ দাস

ধনভঁৰালী - দেৱপ্ৰসাদ বৰুৱা

সদস্য সকল - যতীন্দ্ৰ নাথ গোস্বামী
ৰমা বৰঠাকুৰ
নগেন শইকীয়া
দুৰ্গেশ্বৰ শৰ্মা, খলিলুৰ ৰহমান
শশী শৰ্মা, নন্দ তালুকদাৰ,
ভবানন্দ ৰাজখোৱা,
নাৰায়ণ ঘাটোৱাৰ
জয়সিং দলে, কুমাৰ মেধি
বীৰেন বৰকটকী, লীলা মেধি
টিকেন্দ্ৰ মহন্ত,
হৰকান্ত নাথ দেৱগোস্বামী আৰু
হৰকান্ত দাস।

ডিব্ৰুগড় সাহিত্য সভাৰ সম্পাদক হেৰম্ব বৰদলৈয়ে পৰৱৰ্তী সন্মিলন ডিব্ৰুগড়লৈ আমন্ত্ৰণ কৰে। সভাপতি বৰুৱাই কয় যে সাহিত্য সভাই নানা আলৈ আহুকালৰ মাজেদি নিজৰ অগ্ৰগতি অহব্যাহত ৰাখিব লগীয়া গৈছিল। নিষ্ঠাৱান কৰ্মী এদল ওলাই আহি এই ক্ষেত্ৰত সাহিত্য সভাক সহায় কৰিব লাগিব।

অভ্যৰ্থনা সমিতিৰ হৈ সম্পাদক হৰেন্দ্ৰ দেৱ গোস্বামীয়ে শলাগৰ শৰাই আগবঢ়ায় আৰু উত্তৰ লক্ষীমপুৰীয়া ৰাইজৰ ত্ৰুটী- বিচ্যুতিৰ বাবে ক্ষমা প্ৰাৰ্থনা জনোৱাৰ উত্তৰত কাৰ্যনিবাহক সমিতিৰ আৰু প্ৰতিনিধিবৰ্গৰ হৈ আনন্দ বৰুৱাই অভ্যৰ্থনা সমিতিৰ কাৰ্যত সন্তোষ প্ৰকাশ কৰি সম্ভাষণ জনায়।

অসম সংগীত 'অ' মোৰ আপোনাৰ দেশ' গীতেৰে অসম সাহিত্য সভাৰ ত্ৰয়স্ত্ৰিংশ বাৰ্ষিক সন্মিলনৰ সামৰণি পৰে।

## সন্মিলনত গৃহীত প্ৰস্তাৱসমূহ

*১ম প্ৰস্তাৱ ঃ*

*অসম সাহিত্য সভাই অসমীয়া ভাষাক ৰাজ্য ভাষাৰূপে ঘোষণা কৰিবলৈ একেৰাহে পোন্ধৰ বছৰ ধৰি দাবী জনাই অহাৰ মূৰত আৰু সকলো পৰ্যায়তে চৰকাৰে প্ৰণয়ন কৰা শাসকীয় ভাষা আইনখন কাৰ্যকৰী কৰিবলৈ জনোৱা দাবীত সন্দৰ্ভত অসম চৰকাৰে ১৯৬৫ চনৰ ১৩ ছেপ্টেম্বৰৰ পৰা মাত্ৰ মহকুমা পৰ্যায়তহে শাসকীয় ভাষা আইনখন কাৰ্যকৰী কৰিবলৈ ঘোষণা দিয়াত অসম সাহিত্য সভা সন্তুষ্ট হ'ব পৰা নাই। চৰকাৰে অসম সাহিত্য সভাৰ দাবী অনুসৰি যদিও ১৩ ছেপ্টেম্বৰৰ পৰা মহকুমা পৰ্যায়ত শাসকীয় ভাষা আইন কাৰ্য্যকৰী কৰিবলৈ ঘোষণা কৰিলে; কিন্তু সাত মাহৰ পাছত পৰ্যালোচনা কৰি দেখা গৈছে যে বাস্তৱ ক্ষেত্ৰত মহকুমা পৰ্যায়তো এতিয়াও অসমীয়া ভাষাক ৰাজ্যভাষা মৰ্যাদা সম্পূৰ্ণৰূপে দিয়া হোৱা নাই। বিষয় নীতি ঘোষণা কৰিও চৰকাৰে অসমীয়া ভাষাক প্ৰাপ্য মৰ্যাদা দিয়াৰ ক্ষেত্ৰত উদাসীনতা আৰু দীৰ্ঘসূত্ৰিতা অৱলম্বন কৰাত গভীৰ উদ্বেগ প্ৰকাশ কৰে আৰু অনতিবিলম্বে শাসকীয় ভাষা আইনখন পূৰ্ণপৰ্যায়ত কাৰ্যকৰী কৰিবলৈ দাবী জনায়।*



*২য় প্ৰস্তাৱ ঃ*

*ক) অসমৰ সকলো মাধ্যমিক আৰু উচ্চমাধ্যমিক বিদ্যালয়ত অসমীয়া ভাষাক অন্যতম বাধ্যতামুলক শিক্ষণীয় বিষয় হিচাপে পৰিগণিত কৰিবৰ কাৰণে অসম চৰকাৰৰ শিক্ষা বিভাগক আজিৰ সভাই দাবী জনায়।*

*খ) সংখ্যালঘু অসমীয়া ভাষাভাষী অঞ্চলসমূহত অসমীয়া ভাষা শিক্ষাৰ কাৰণে শিক্ষকক প্ৰয়োজনীয় প্ৰশিক্ষণ দিয়াৰ কাৰণে প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰিবলৈ আৰু সেইবিলাক অঞ্চলত প্ৰাথমিক বিদ্যালয়সমূহৰ শিক্ষাবোৰ্ডৰ অন্তৰ্ভুক্ত কৰিবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষৰ ওচৰত দাবী জনায়।*

*৩য় প্ৰস্তাৱ ঃ*

*আঞ্চলিক ভাষাৰ স্নাতক পৰ্যায়লৈকে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰিবৰ বাবে অসম সাহিত্য সভাই ইতিপূৰ্বে জনাই অহা দাবীৰ সন্দৰ্ভত পুনৰ দোহাৰে যিহেতু উচ্চতৰ মাধ্যমিক স্কুলৰ একাদশ শ্ৰেণীৰ শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষাৰ অথচ তাৰে সমপৰ্যায় প্ৰাকবিশ্ববিদ্যালয় শ্ৰেণীৰ শিক্ষাৰ মাধ্যম ইংৰাজী। এই বৈষম্য দূৰীকৰণৰ অৰ্থে অনতিবিলম্বে অন্ততঃ প্ৰাথমিকক পৰ্যায়ত প্ৰকবিশ্ববিদ্যালয় শ্ৰেণীৰ শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা কৰিবলৈ অসম সাহিত্য সভাই বিশ্ববিদ্যালয় কৰ্তৃপক্ষক টানি দাবী জনায়।*

*৪ৰ্থ প্ৰস্তাৱ ঃ*

*অসমৰ সাহিত্যিকসকলৰ অৱদানৰ এখনি গ্ৰন্থ পঞ্জী তৈয়াৰ কৰিবলৈ সাহিত্য সভাই গ্ৰহণ কৰা আঁচনি কাৰ্য্যকৰী কৰিবলৈ আৰু লগতে অসমত এটি জাতীয় পুথিভঁৰাল স্থাপন কৰিবলৈ অসমৰ সকলো লিখকে প্ৰকাশিত গ্ৰন্থৰ তিনিখনিকৈ অসম সাহিত্য সভালৈ দান দিবৰ বাবে অনুৰোধ জনায়। লগতে উক্ত ব্যৱস্থা সফল কৰি তুলিবলৈ এখনি আইন প্ৰণয়ন কৰিবৰ বাবে আৰু সাহিত্য সভাৰ দ্বাৰা প্ৰস্তাৱিত উক্ত জাতীয় পুথিভঁৰালত স্বীকৃতি দিবলৈ অসম চৰকাৰক টানি অনুৰোধ জনায়।*

*৫ম প্ৰস্তাৱ ঃ*

*অসমৰ পাৰ্বত্য অঞ্চল, অনাঅসমীয়াভাষী অঞ্চল চাহবনুৱা সকলৰ মাজত আৰু অসমৰ বাহিৰতো অসমীয়া ভাষাৰ প্ৰচাৰ কৰিবলৈ অসম সাহিত্য সভাৰ এটি প্ৰচাৰ বিভাগ গঠন কৰা হওক।*

*৬ষ্ঠ প্ৰস্তাৱ ঃ*

*অসম সাহিত্য সভা জাতীয় অনুষ্ঠানৰূপে প্ৰকাশ প্ৰচাৰ ইত্যাদি দিনকদিনে বৃদ্ধি পাইছে। ৰাজ্য চৰকাৰে অসম সাহিত্য সভাক দহ হেজাৰ টকা বাৰ্ষিক অনুদান আৰু ত্ৰিশ হেজাৰ টকালৈ বৃদ্ধি কৰিবলৈ টানি অনুৰোধ জনায়।*

*৭ম প্ৰস্তাৱ ঃ*

*অসম সাহিত্য সভাৰ প্ৰসাৰ আৰু প্ৰচাৰ অৰ্থে এখন ছপাশালৰ নিতান্ত প্ৰয়োজন হৈ পৰাত সমবায় ভিত্তিত অসম সাহিত্য সভাৰ এটা ছপাশাল স্থাপন কৰিবলৈ যাবতীয় ব্যৱস্থা গ্ৰহণ কৰা হওক।*

*৮ম প্ৰস্তাৱ ঃ*

*উত্তৰপূব সীমান্ত ৰে'লৰেৰ অধিক পৰিমাণ কৰ্মস্থলী অসমৰৰ ভিতৰত অৱস্থিত। আজি কেইবছৰ মানৰ পৰা বিশেষকৈ এই ৰে'লৰ প্ৰধান কাৰ্যালয় অসমত স্থাপিত হোৱাৰ পৰা অসমৰ থলুৱা লোক দুই-চাৰিজনে ৰে'লৰ চাকৰিত নিয়োজিত হৈছে। কিন্তু এই কৰ্মচাৰীসকলৰ ল'ৰা-ছোৱালীৰ শিক্ষা ব্যৱস্থা কৰাৰ দায়িত্বত কেন্দ্ৰীয় আৰু ৰাজ্যিক দুয়ো চৰকাৰেই অৱহেলা কৰাৰ বাবে ৰে'ল কৰ্মচাৰীসকলে তেওঁলোকৰ ল'ৰা-ছোৱালীক শিক্ষা দিয়াত প্ৰতিবন্ধক পাব লগা হৈছে।*

চলিত নিয়ম অনুসৰি ৰে'ল প্ৰশাসনে ৰে'লৰ কেন্দ্ৰ স্থলসমূহত বিভিন্ন ভাষাত মাধ্যমিক উচ্চ মাধ্যমিক স্কুল পৰ্যায় নিজ প্ৰশাসনীয় ব্যৱস্থাক স্থাপন কৰি দিয়াৰ ব্যৱস্থা আছে সেই অনুক্ৰমে উত্তৰ-পূব সীমান্ত ৰে'ল প্ৰশাসনে এই ৰে'লৰ বিস্তৃত অঞ্চল কেইবাখনো উচ্চ ইংৰাজী স্কুল পাতি দিছে। কিন্তু অসমৰ ভিতৰতে অৱস্থিত স্কুল এখনতো অসমীয়া ভাষাৰ মাধ্যমত পঢ়ুৱাৰ ব্যৱস্থা কৰা হোৱা নাই।

অসম সাহিত্য সভাৰ ৩৩ শ অধিৱেশনে উপৰি উক্ত সমস্যাটোৰ বিষয়ে অসমীয়া পুংখানুপুংখৰূপে আলোচনা কৰে আৰু অসমত অসমীয়া মাধ্যমৰ তেনে স্কুল স্থাপন কৰিবলৈ আৰু লগতে অৱস্থিত আন মাধ্যমত পঢ়ুৱাৰ ব্যৱস্থা কৰিবলৈকো ৰে'লৱে প্ৰশাসনক অনুৰোধ জনায়।

## বছৰটোৰ কাম

বছৰটোত কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন চাৰিবাৰ বহে। প্ৰথম অধিৱেশন যোৰহাটত ১/৫/৬৬-ত দ্বিতীয়খন তেজপুৰ ৯/৭/৬৬ ত তৃতীয়খন নগাঁৱত ১২/১১/৬৬ ত আৰু চতুৰ্থ ডিব্ৰুগড়ত ২৯/১২/৬৬ তাৰিখে। যোৰহাটত বহা অধিৱেশনতে সভাৰ বিভিন্ন কাৰ্য্যসূচী আৰু চলিত বছৰৰ বাবে ১.৯৩৫৪.৭. টকাৰ আয়-ব্যয়ক গ্ৰহণ কৰা হয়।

সন্মিলনত গৃহীত আঠোটা প্ৰস্তাৱ যথাস্থানলৈ প্ৰেৰণ কৰে। ৰাজ্যিক ভাষা সংক্ৰান্ত



প্ৰস্তাৱৰ পটভূমিত সেই বছৰত ৰাজ্যিক ভাষা প্ৰয়োগ সম্পৰ্কত পৰ্যবেক্ষণ কৰা হয়। ইতিমধ্যে চৰকাৰে যোৱা ১৫ এপ্ৰিলৰ পৰা জিলা পৰ্য্যায়ত প্ৰয়োগ আৰু এক জুলাই তাৰিখৰ পৰা আদালতত প্ৰয়োগৰ জাননী দিছিল। কিন্তু প্ৰয়োগ ক্ষেত্ৰত আশানুৰূপ ক্ষিপ্ৰতা পৰিলক্ষিত নহ'ল। এই বিষয়ে সঘনে চৰকাৰৰ দৃষ্টিগোচৰ কৰে। প্ৰধান সম্পাদক, লীলা গগৈ আৰু যোগেশ দাসেৰে গঠিত এটি উপসমিতিয়ে পৰ্যবেক্ষণৰ পিছত দেখা গৈছে ৰাজ্যিক ভাষা প্ৰয়োগৰ ক্ষেত্ৰত লিখন যন্ত্ৰৰ অভাৱ, পৰিভাষাৰ অস্পষ্টতা আৰু অসম্পূৰ্ণতা আৰু উপযুক্ত প্ৰশিক্ষণৰ অভাৱ কোনো ক্ষেত্ৰত বিষয়া সকলৰ আন্তৰিকতাৰ অভাৱৰ কথাও পৰিলক্ষিত হৈছে। এই সকলোখিনি বিষয় ৰাজ্য চৰকাৰৰ দৃষ্টিগোচৰ কৰা হৈছে। সাহিত্য সভাৰ উপসমিতি গঠন কৰি এই কাৰ্যত আগবঢ়া দেখা যায়।

কাৰ্যনিৰ্বাহক সমিতিয়ে চৰকাৰী কাৰ্যালয়ৰ উপৰিও বে-চৰকাৰী শিল্প-উদ্যোগ অনুষ্ঠানত অসমীয়া প্ৰয়োগ নোহোৱাত গভীৰ উদ্বেগ প্ৰকাশ কৰে।

প্ৰাক্‌বিশ্ববিদ্যালয় শ্ৰেণীত অসমীয়া মাধ্যম সম্পৰ্কে বিষয়টো অসমৰ দুয়োখন বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষক বিশেষভাৱে অনুৰোধ কৰিছিল।

## জাতীয় গ্ৰন্থগাৰ

অসম সাহিত্য সভাৰ উদ্যোগত জাতীয় গ্ৰন্থাগাৰ স্থাপন আৰু এখন গ্ৰন্থপঞ্জী তৈয়াৰ কৰাৰ আঁচনি হাতত লোৱা আৰু লেখক-প্ৰকাশকসকলক এই পুথি-ভঁৰালটিলৈ প্ৰকাশিত পুথি দিবৰ বাবে বিধান কৰিবলৈ কৰা প্ৰস্তাৱ যথাস্থানলৈ পঠোৱাৰ উপৰি এই আঁচনিত সঁহাৰি দিবলৈ লেখক আৰু প্ৰকাশকসকলক বিশেষভাৱে অনুৰোধ জনোৱা হয়। এই ক্ষেত্ৰত লেখক আৰু প্ৰকাশকসকলৰ পৰা উৎসাহজনক সঁহাৰি পোৱা নহ'ল।

## প্ৰচাৰ বিভাগ

অসমৰ পৰ্বত, ভৈয়াম, চাহ বাগিচা আৰু ভিতৰুৱা অঞ্চল আদিত সম্প্ৰীতি স্থাপনৰ মানসে অসম সাহিত্য সভাৰ যোৱা অধিৱেশনৰ ৫ নং সিদ্ধান্ত অনুসৰি এটি প্ৰচাৰ বিভাগ আৰম্ভ কৰে। প্ৰচাৰ সচিবৰ দায়িত্ব নিৰ্বাহ কৰে সহকাৰী সম্পাদক নগেন শইকীয়া।

### ছপাশাল

অসম সাহিত্য সভাৰ এটি নিজা ছাপাশালৰ অভাৱ অনুভৱ কৰি ছপাশাল স্থাপনৰ সম্পৰ্কত চৰকাৰী বিভাগীয় কৰ্তৃপক্ষৰ লগত যোগাযোগ কৰে। কাৰ্যনিৰ্বাহক সমিতিয়ে এই কাৰ্যৰ বাবে ৰমা বৰঠাকুৰক আহ্বায়ক স্বৰূপে লৈ এখন উপসমিতি পাতি দি ৫০,০০০ হাজাৰ টকা সংগ্ৰহ কৰিবৰ বাবে সিদ্ধান্ত কৰে।

সভাৰ বাৰ্ষিক অনুদান দহ হাজাৰৰ পৰা ত্ৰিছ হাজাৰলৈ উন্নীত কৰিবৰ বাবে লোৱা প্ৰস্তাৱৰ সন্দৰ্ভত বিভাগীয় যোগাযোগ কৰাৰ উপৰি মুখ্যমন্ত্ৰীক বিশেষভাৱে বিষয়টি নিবেদন কৰিছিল। চৰকাৰে বিষয়টি বিশেষভাৱে বিবেচনাধীন হৈ আছে বুলি জনাইছিল।

উত্তৰ-পূৱ সীমান্ত ৰে'ল বিভাগৰ দ্বাৰা পৰিচালিত উচ্চ ইংৰাজী স্কুলত অসমীয়া ভাষাকো শিক্ষাৰ মাধ্যম ৰূপে স্বীকৃতি নিদিয়াত এই বিষয়ে গ্ৰহণ কৰা প্ৰস্তাৱ যথাস্থানলৈ পঠায়। বিষয়টি ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰী দপ্তৰে বিবেচনাধীন বুলি জনাইছিল।

## শিক্ষা বিভাগত অসমীয়া ভাষা

অসম সাহিত্য সভাই কেইবা বছৰো ধৰি দাবী জনাই অহা কেইবাটাও গুৰুত্বপূৰ্ণ বিষয় পুনৰ উত্থাপনৰ কাৰণে কাৰ্যনিৰ্বাহক সমিতিৰ সিদ্ধান্ত অনুসৰি সভাপতি বিনন্দ চন্দ্ৰ বৰুৱা, প্ৰধান সম্পাদক আৰু যতীন্দ্ৰ নাথ গোস্বামীৰ গঠিত সঁজাতি দলে ৬/৯/৬৬ তাৰিখে তেতিয়াৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাক শ্বিলঙত লগ ধৰি প্ৰধানতঃ তলত দিয়া বিষয়সমূহ উত্থাপন কৰে —

ক) অসমীয়া মাতৃভাষা মাধ্যমৰ পৰ্য্যায়ত শিক্ষা প্ৰাপ্ত পৰীক্ষাৰ প্ৰশ্ন অসমীয়াত কটা আৰু প্ৰাক্ বিশ্ববিদ্যালয় মহলাত অসমীয়া প্ৰয়োগ।

খ) উচ্চমাধ্যমিক বিদ্যালয়ত অসমীয়া ভাষা বিষয় বাধ্যতামূলক ভাৱে থকা সত্বেও সেই বিষয়ৰৰ শিক্ষকক উচ্চমাধ্যমিক শিক্ষকৰ পৰ্য্যায় দান।

গ) কাছাৰৰৰ অসমীয়া স্কুলৰ উন্নয়ন আৰু এটি প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন।

ঘ) ব্ৰহ্মপুত্ৰ উপত্যকাৰ অনা-অসমীয়া ভাষাৰ মাধ্যমৰ স্কুলতো অসমীয়া ভাষা বাধ্যতামূলক ভাৱে শিকোৱা ব্যৱস্থা।

ঙ) সাহিত্য সভাৰ প্ৰস্তাৱিত ভাষা শিক্ষা শ্ৰেণীক চৰকাৰী স্বীকৃতি দান।

## উচ্চ মাধ্যমিক শিক্ষা সংসদ

উচ্চমাধ্যমিক শিক্ষা সংসদৰ সচিবৰ লগত সাক্ষাৎ কৰি সংশ্লিষ্ট বিষয়ত আলোচনা কৰা হয়। সচিবৰ পৰা জনা গৈছিল যে শিক্ষা সংসদৰ পাঠ্যপুথি নিৰ্বাচন আৰু পাঠ্যক্ৰম প্ৰস্তুতি আদিত অসম সাহিত্য সভাৰ পৰা মতামত লোৱা হ'ব।

বিশ্ববিদ্যালয়ৰ গৱেষণাৰ মাধ্যম অসমীয়া আৰু প্ৰাক্‌বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়া কৰা সম্পৰ্কত কৰ্তৃপক্ষ সমূহৰ পৰা সভাই উত্তৰ নাপালে।

## ভাষা শিক্ষা শ্ৰেণী

অনা-অসমীয়া ভাষী লোসকলে যাতে কাম-কাজ কৰোঁতে শুদ্ধ অসমীয়া ব্যৱহাৰ কৰিব পাৰে আৰু সংশ্ৰৱত অহা অসমীয়া লোকসকলৰ লগত ভাৱৰ আদান-প্ৰদান



কৰিব পাৰে আৰু অসমীয়া সকলেও যাতে অসমৰ পাৰ্বত্য জিলাসমূহৰ ভাষা শিক্ষাৰ যোগে পাৰস্পৰিক ভাৱৰ আদান-প্ৰদানৰ সুযোগ লাভ কৰিব পাৰে এই উদ্দেশ্য এটি ভাষা শিক্ষা শ্ৰেণী গুৱাহাটী, ডিফু, শ্বিলং ধুবুৰী, আৰু শদিয়া আদিত আৰম্ভ কৰা উদ্যোগ উপলক্ষে মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াক লগ ধৰি দহ হাজাৰ টকাৰ আঁচনি দিছিল। ইতি মধ্যে অসমীয়া ভাষাৰ ছমহীয়া পাঠ্যক্ৰম যুগুত কৰা হৈছে; খাছী, গাৰো আৰু মিকিৰ ভাষাৰ পাঠ্যক্ৰমো হাতত লৈছিল। সভাৰ সঁজাতি দলে ৬/৯/৬৬ তাৰিখে শ্বিলঙত মুখ্যমন্ত্ৰীক লগ ধৰি ভাষা শিক্ষা শ্ৰেণীলৈ অনুদান আৰু চৰকাৰী বিষয়া সকলে এই পাঠ্যক্ৰমত উৰ্ত্তীণ হলে বিভাগীয় পৰীক্ষাৰ পৰা ৰেহাই পোৱা সম্পৰ্কে পুনৰ অনুৰোধ জনায়। মুখ্যমন্ত্ৰীয়ে এই বিষয়ে আশ্বাস দিয়ে। ইতিমধ্যে ৫/১২/৬৬ তাৰিখে প্ৰধান সম্পাদকে মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াক সাক্ষাত কৰে। মুখ্যমন্ত্ৰীয়ে প্ৰধান সম্পাদকক জনায় যে ভাষা শিক্ষা শ্ৰেণীৰ বাবে দহ হাজাৰ টকাৰ অনুদান বিবেচনাধীন হৈ আছে আৰু ভাষা শিক্ষা পৰীক্ষাৰ চৰকাৰী স্বীকৃতি সম্পৰ্কেও বিষয়টি বিশেষভাৱে বিবেচনাধীন হৈ আছে।

ভাষা শিক্ষা শ্ৰেণী মালিগাঁওআৰু ডিফুত নিয়মিতভাৱে আৰম্ভ হৈছিল। কাৰ্বি পাহাৰৰ ডিফুত ভাষা শিক্ষা শ্ৰেণীৰ গুৰি ধৰিছে অসমীয়া স্নাতকোত্তৰ মহলাত উৰ্ত্তীণ হোৱা সেইসময়ৰ ডেকা ৰংবং টেৰাঙে। গুৱাহাটী স্থাপিত শ্ৰেণীটো পুনৰ আৰম্ভ কৰাৰ বাবে প্ৰস্তুতি আৰম্ভ হৈছে। শদিয়াতো এই বিষয়ে প্ৰাথমিক কাৰ্য আৰম্ভ হৈছিল।

## ভাষাজ্ঞান পৰীক্ষা

বছৰটোত ভাষাজ্ঞান পৰীক্ষা ৫ আৰু ৬ নৱেম্বৰ তাৰিখে হয়। মুঠ ৪ জন পৰীক্ষাৰ্থীৰ ভিতৰত তলত নাম দিয়া কেইজন উৰ্ত্তীণ হয়।

১) হৰেন্দ্ৰ লাল ৰায় চৌধুৰী -ধুবুৰী।

২) আহমদ আলি শ্বাহু -মৰাণহাট

৩) মেৰী মুণ্ডু - তেজপুৰ।

## হৰিহৰ চৌধুৰী বঁটা

চলিত বছৰত (১৯৬৫ আৰু ১৯৬৬) উচ্চ-মাধ্যমিক পৰীক্ষাত অসমীয়া বিষয়ত শ্ৰেষ্ঠ স্থান লাভ কৰা ছাত্ৰ হিপুকৰিমে (আলং) ১৯৬৬ আৰু মুকুতা ছালে পাছিঘাট) ১৯৬৫ এই দুজন ছাত্ৰক হৰিহৰ চৌধুৰী বঁটা প্ৰদান কৰে।

## সাহিত্যিক সম্বৰ্ধনা

কাৰ্যনিৰ্বাহক সমিতিৰ ১/৫/৬৬ তাৰিখৰ অধিৱেশনৰ সিদ্ধান্ত অনুসৰি বছৰটোত দুগৰাকী প্ৰবীণ সাহিত্যিকক সম্বৰ্দ্ধনা জনোৱা হয়। ১০/৭/৬৬ তাৰিখে তেজপুৰত

প্ৰবীণ সাহিত্যিক আৰু দেশকৰ্মী মহাদেৱ শৰ্মা ডাঙৰীয়াক সম্বৰ্ধনা জনোৱা হয়। তেজপুৰ সাহিত্য সভাই অভ্যৰ্থনাৰ আয়োজন কৰে। আন গৰাকী নিজৰাৰ কবি নাট্যকাৰ শৈলধৰ ৰাজখোৱা ডাঙৰীয়াকো ডিব্ৰুগড় সন্মিলন মণ্ডপত ৩০/১২/৬৬ তাৰিখে সম্বৰ্দ্ধনা জনোৱা হয়। ডিব্ৰুগড় সাহিত্য সভাই অভ্যৰ্থনা আদিৰ যথাযোগ্য ব্যৱস্থা কৰে।

দুয়োখন সম্বৰ্দ্ধনা সভাতে সভাপতিত্ব কৰে অসম সাহিত্য সভাৰ সভাপতি বিনন্দচন্দ্ৰ বৰুৱাই। প্ৰধান সম্পাদকে সভাৰ হৈ অভিনন্দন দিয়ে আৰু সভাৰ প্ৰকাশন উপহাৰ দিয়ে কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকলে দুয়োখন সভাতে যোগদান দিয়াৰ উপৰি বিভিন্ন শাখা সভাৰ প্ৰতিনিধিসকলেও সহযোগ কৰে ।

## লক্ষ্মীনাথ বেজবৰুৱা শতবাৰ্ষিকী

১৯৬৮ ত উদ্‌যাপন কৰিব লগীয়া বেজবৰুৱা শতবাৰ্ষিকী আঁচনি অনুসৰি শতবাৰ্ষিকী সমিতি ৩/৯/৬৬ তাৰিখে গুৱাহাটীত বহে। সমিতিত প্ৰাক্তন সভাপতি অতুল চন্দ্ৰ হাজৰিকা, বেণুধৰ শৰ্মা, সবিতা সভাৰ সম্পাদক ডঃ হৰিচন্দ্ৰ ভট্টাচাৰ্য আৰু সভাৰ প্ৰাক্তন ধনভঁৰালী নৰেণ শৰ্মা হেমন্ত কুমাৰ শৰ্মাই বিশেষ বাবে সহযোগ কৰে।

**শতবাৰ্ষিকী আঁচনিৰ অগ্ৰগতিৰ আভাস —**

১) বেজবৰুৱা ডাক টিকটৰ বাবে বিভাগীয় যোগাযোগ কৰাত বিষয়টি বৰ্তমান বিবেচনাধীন হৈ আছে বুলি জনাইছিল। এই সম্পৰ্কত অসমৰ লোকসভাৰ সদস্য সকলকো অনুৰোধ জনোৱা হৈছিল।

২) শাখা সভা আৰু বিভিন্ন সংশ্লিষ্ট অনুষ্ঠাসমূহৰ জ্ঞাতাৰ্থে ২৬ মাৰ্চ বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে গ্ৰহণ কৰা আঁচনি প্ৰচাৰ কৰা হৈছিল।

৩) মুঠ এক লাখ পাঁচ হাজাৰ টকাৰ এখন আয়-ব্যয়ক গ্ৰহণ কৰা হৈছিল। খৰছৰ শিতানত বেজবৰুৱা ভৱনৰ বাবে সম্পূৰ্ণ খৰছ আৰু বেজবৰুৱা গ্ৰন্থাৱলী প্ৰকাশৰৰ ব্যয় ধৰা হোৱা নাই।

## আঁচনি অনুসৰি উল্লেখযোগ্য খৰছ

প্ৰকাশনত ৩২,৫০০; বেজবৰুৱা বঁটা ২,৫০০; বেজবৰুৱা ভৱন নিৰ্মাণত আংশিক দান ২০,০০০; প্ৰচাৰত ১০,০০০ সোঁৱৰণী বক্তৃতা ১০,০০০। আয়ব্যয়ক ৰাজ্য চৰকাৰলৈ পঠোৱা হয়।

৪) প্ৰকাশনৰ ক্ষেত্ৰত ঃ (ক) বেজবৰুৱা গ্ৰন্থাৱলী প্ৰকাশৰ ক্ষেত্ৰত সাহিত্য প্ৰকাশৰ লগত হোৱা চুক্তি অনুসৰি সাহিত্য সভাই মাত্ৰ সম্পাদনাৰ দায়িত্ব লয়। এই কাৰ্য্যৰ বাবে অতুলচন্দ্ৰ হাজৰিকাক মুখ্য সম্পাদক স্বৰূপে লৈ এখনি সম্পাদনা সমিতি গঠন কৰা হয়।



খ) বেজবৰুৱা আলোচনা গ্ৰন্থ ঃ সম্পাদনাৰ দায়িত্ব মহেশচন্দ্ৰ দেৱ গোস্বামী।

গ) বেজবৰুৱা নিৰ্বাচিত প্ৰবন্ধ ঃ সংকলন আৰু সম্পাদনাৰ দায়িত্ব যতীন্দ্ৰনাথ গোস্বামী ।

৫) অনুবাদ আদিৰ ক্ষেত্ৰত বিভিন্ন অনুষ্ঠানৰ লগত যোগাযোগ কৰে।

৬) প্ৰতিযোগিতাৰ বাবে এইদৰে ঘোষণা কৰা হৈছিল —

| | | |
|---|---|---|
| এখন পূৰ্ণাংগ জীৱনী | - | ১০,০০০ |
| এখন শিশু উপযোগী গ্ৰন্থ | - | ৫০০ |
| এখন জীৱন আলেখ্য | - | ৫০০ |

৭) প্ৰচাৰৰ ক্ষেত্ৰত নতুন বছৰত বেজবৰুৱা কেলেণ্ডাৰ আৰু মৃত্যু দিৱসত প্ৰতীক বিক্ৰীৰ ব্যৱস্থা আৰু ইয়াৰ যোগে পুঁজি সংগ্ৰহ কৰাৰ উপৰি বাতৰি কাকতৰ যোগে আৰু স্থানীয় ৰাইজৰ পৰা অনুমান ৬০ হাজাৰ দান সংগ্ৰহৰ অভিযান চলাবলৈ স্থিৰ কৰা হৈছিল।

৮) শিৱসাগৰত স্মৃতি ফলক প্ৰতিষ্ঠাৰ নিৰ্দিষ্ট আঁচনি লৈছিল।

৯) ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অসমীয়া বিভাগৰ অধ্যাপকৰ আসনৰ নামকৰণ 'বেজবৰুৱা আসন' কৰিবলৈ কৰ্তৃপক্ষক অনুৰোধ জনোৱা হৈছিল।

১০) ডিব্ৰুগড় সাহিত্য সভাৰ উদ্যোগত ইতিমধ্যে আৰম্ভ কৰা বেজবৰুৱা ভৱন নিৰ্মাণ সমিতিক কেন্দ্ৰীয় নিৰ্মাণ সমিতিলৈ পৰিণত কৰি বেজবৰুৱা ভৱন প্ৰতিষ্ঠাৰ কাৰ্য হাতত লৈছিল। ভৱন নিৰ্মাণ সমিতিয়ে ইতিমধ্যে মাটি অধিগ্ৰহণ, আধাৰশিলা প্ৰতিষ্ঠা আৰু ভৱন চৌহদ বেৰা দিয়া কাৰ্য সম্পূৰ্ণ কৰিছে।

১১) প্ৰধান সম্পাদকে ৫/১২/৬৬ তাৰিখে বেজবৰুৱা শতবাৰ্ষিকী আঁচনি সম্পৰ্কে শ্বিলঙত মুখ্যমন্ত্ৰীৰ লগত আলোচনা কৰে। মুখ্যমন্ত্ৰী, বিত্তমন্ত্ৰী, আৰু শিক্ষা সচিবৰ লগত হোৱা আলোচনাৰ পিছত মুখ্যমন্ত্ৰী চলিহা, সভাৰ কাৰ্যসুচীত সন্তোষ প্ৰকাশ কৰে আৰু প্ৰধান সম্পাদকক পত্ৰযোগে সহানুভূতিপূৰ্ণ সমিধান দিয়ে।

## চন্দ্ৰকুমাৰ আগৰৱালা শতবাৰ্ষিকী

১৯৬৭ চনত জোনাকী যুগৰ কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ শতবাৰ্ষিকী উপলক্ষে প্ৰাথমিক প্ৰস্তুতি কৰে। অধ্যাপক শশী শৰ্মাই আলোচনা গ্ৰন্থৰ সম্পাদনা কৰিছিল।

## ৰজনীকান্ত বৰদলৈ শতবাৰ্ষিকী

১৯৬৭ ত হ'ব লগা ৰজনীকান্ত বৰদলৈ শতবাৰ্ষিকী উদ্‌যাপনৰ আঁচনিও কাৰ্যনিৰ্বাহক সমিতিয়ে গ্ৰহণ কৰে। এই উপলক্ষে এখনি স্মৃতি-গ্ৰন্থ সম্পাদনাৰ দায়িত্ব দিছিল বীৰেন বৰকটকী। স্বৰ্গীয় বৰদলৈ 'খাম্বা খোইবীৰ সাধু' আৰু 'ৰাধা ৰুক্মিণী

ৰণ' নামৰ আলোচনীত প্ৰকাশিত দুখনি উপন্যাস সংকলন আৰু সম্পাদনাৰ ভাৰ দিছিল হেমন্তকুমাৰ শৰ্মাক।

## সোণালী জয়ন্তী

সভাৰ সোণালী জয়ন্তী উপলক্ষে এখনি আলোচনা গ্ৰন্থৰ বিশেষ প্ৰকাশনৰ কাৰ্যসূচী হাতত লৈছিল।।

## চন্দ্ৰকান্ত অভিধান

চন্দ্ৰকান্ত অভিধানৰ তৃতীয় সংস্কৰণৰ সংশোধন আৰু পৰিবৰ্ধনৰ কামৰ আৰম্ভণি ৩/৯/৬৬ তাং আৰু ৪/১০/৬৬ তাং অভিধান সমিতিৰ বৈঠক বহে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ চৌহদত সম্পাদনাৰ কাৰ্যালয় বহুৱাবলৈ সন্মতি পোৱা হৈছিল ডঃ মহেশ্বৰ নেওগক মুখ্যসম্পাদক আৰু ডঃ গোলোক গোস্বামী আৰু ডঃ উপেন্দ্ৰ গোস্বামীক সহকাৰী সম্পাদক হিচাপে লৈ সম্পাদনাৰ প্ৰাথমিক কাম আৰম্ভ হৈছিল। এই কাৰ্যৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ যোগেন্দ্ৰনাথ শইকীয়াক নিবন্ধক হিচাপে নিযুক্তি দিয়া হৈছিল।

## অসমীয়া ভাষাৰ বিশ্বকোষ

অসমীয়া ভাষাত বিশ্বকোষ প্ৰণয়ণৰ বাবে সভাৰ পূৰ্বৰ আঁচনি পুনৰৰ দোহৰা হয় আৰু ইয়াৰ নকল পুনৰ ৰাজ্য চৰকাৰক দিয়া হয়। এই সম্পৰ্কত যোৱা ৬/৯/৬৬ তাৰিখে শ্বিলঙত শিক্ষামন্ত্ৰীৰ লগত সাহিত্য সভাৰ সঁজাতি দলে আলোচনা কৰে। শিক্ষা-মন্ত্ৰীয়ে বিশ্বকোষৰ কাম গুৱাহাটী বিশ্ববিদ্যালয় আৰু বিজ্ঞান সমাজৰ দ্বাৰা আৰম্ভ হৈছে বুলি জনায় পিছে এই বিষয়ে অনুসন্ধান কৰি জনা হয় প্ৰকৃত বিশ্বকোষৰ কাম চৰকাৰী বা বেচৰকাৰী পৰ্যায়ত আৰম্ভ হোৱা নাই। চৰকাৰক এই বিষয়ে এটি জৰুৰী কাৰ্যকৰী ব্যৱস্থাৰেৰ এই আঁচনি কাৰ্যকৰী কৰিবলৈ পুনৰ দাবী জনাইছিল।

## অসমৰ সাংস্কৃতিক বুৰঞ্জী

উত্তৰ লক্ষীমপুৰ সন্মিলনত গৃহীত বুৰঞ্জীৰ শাখাৰ প্ৰস্তাৰ অনুসৰি অসমৰ সাংস্কৃতিক বুৰঞ্জীৰ এখনি বিস্তৃত আঁচনি উপসমিতিয়ে প্ৰণয়ণ কৰে আৰু কাৰ্যনিৰ্বাহক সমিতিয়ে সেই আঁচনি গ্ৰহণ কৰে। এই আঁচনি অনুসৰি অসমৰ প্ৰাচীন মধ্য আৰু বৰ্তমান যুগৰ তিনিটা খণ্ডত এখন ব্যাপক গ্ৰন্থ প্ৰণয়ন কৰা হ'ব। এই সমিতিৰ সম্পাদক গুৱাহাটী বিশ্ববিদ্যালয়ৰ ড° নগেন্দ্ৰনাথ আচাৰ্যক দিয়া হৈছিল। উক্ত আঁচনি সাহাৰ্যৰ বাবে ৰাজ্যচৰকাৰক অনুৰোধ জনাইছিল।



## প্ৰকাশন আঁচনি আৰু চৰকাৰ

ৰাজ্য চৰকাৰলৈ প্ৰেৰিত আঁচনি অনুসৰি আধুনিক ভাৰতীয় ভাষাৰ উন্নয়ন শিতানত অনুবাদ সাহিত্যৰ কাৰণে যোৱা ২৯/৭/৬৬ তাৰিখে গুৱাহাটীত বহা সমিতিৰ বৈঠকত অসম সাহিত্য সভাৰ নামত তলত দিয়া গ্ৰন্থ কেইখনৰ অনুবাদ আৰু প্ৰকাশৰ বাবে কুৰিহাজাৰ টকাৰ আশ্বাস সভাই পায়। সেইমৰ্মে হাতত লোৱা কিতাপ কেইখন হ'ল (১) Serpant and the Rope : Raja Rao (২) Cultural Heritage of India. (৩) শূদ্ৰকৰ মৃচ্ছকৰ্টিকম।

কিন্তু বিভাগীয় নিয়মিত নিৰ্দেশ আৰু মঞ্জুৰী নোপোৱাত কামত আগবাঢ়িব পৰা নাছিল।

কেন্দ্ৰীয় চৰকাৰৰ আঞ্চলিক ভাষা উন্নয়ন আঁচনিত সাহায্যৰ বাবে ৰাজ্য চৰকাৰৰ যোগে এক লাখ সাতত্ৰিছ হাজাৰ টকাৰ সভাই আঁচনি পঠিয়াইছিল। এই আঁচনিত বিত্তীয় বছৰতে এটি আংশিক অনুদান আশা কৰিছিল।

## বিশেষ দান

### শিশু সাহিত্য পুঁজি

অসমৰ প্ৰবীণ নেতা মাদ্ৰাজৰ ভূতপূৰ্ব ৰাজ্যপাল বিষ্ণুৰাম মেধিয়ে অসমীয়া ভাষাত শিশু সাহিত্যৰ উন্নয়ন কল্পে দহ হাজাৰ টকাৰৰ এটি অনুদান আগবঢ়াইছিল। ১২/১১/৬৬ তাৰিখৰ কাৰ্য নিৰ্বহক সমিতিত এই উদ্দেশ্যে এটি ন্যাস সমিতি গঠন হয়।

### গোপালচন্দ্ৰ গোস্বামী বঁটা

অসমীয়া শিশু সাহিত্যৰ পাণ্ডুলিপিৰ প্ৰতিযোগিতাৰ বাবে প্ৰতি দুবছৰে শ্ৰেষ্ঠ শিশু সাহিত্যৰচকক তিনিশ টকাকৈ পুৰস্কাৰ দিয়াৰ মানসে স্বৰ্গীয় গোস্বামী দেৱৰ পৰিবাৰ হিৰন্ময়ী গোস্বামীৰ পুত্ৰ অৰুণ গোস্বামীয়ে পোন্ধৰশ টকা দানৰ প্ৰতিশ্ৰুতি দিছে।

### অসমীয়া সংস্কৃতি পুঁজি

উত্তৰ লক্ষীমপুৰৰ অভ্যৰ্থনা সমিতিয়ে ৰাহি পুঁজিৰ পৰা চাৰি হাজাৰ টকাৰ এককালীন দানৰ - পূজিৰে উদ্দেশ্য অসমীয়া বিষয়ক পুথি প্ৰকাশৰ বাবে দিছে। অসমীয়া সংস্কৃতি গ্ৰন্থ বৰ্তমান ওলাইছে। এই পুঁজিৰ পৰা এই শিতানত ভৱিষ্যত অসমীয়া সংস্কৃতি শিতানত বিভিন্ন আঁচনি গ্ৰহণ কৰিব পৰা হ'ব বুলি আশা সভাই কৰিছিল।

উল্লেখযোগ্য যে অভ্যৰ্থনা সমিতিয়ে উত্তৰ লক্ষীমপুৰ বাৰ্ষিকী প্ৰকাশৰ বাবেও দুহাজাৰ টকা দান দিছিল।

## সাময়িক সাহায্য

ক) অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী নলিনীবালা দেৱীৰ শেষ বয়সৰ কবিতাৰ এটি সংকলন প্ৰকাশ কৰিবৰ বাবে সাহিত্য সভালৈ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই তিনি হাজাৰ টকাৰ দান আগবঢ়াইছিল।

খ) এটি বিশেষ পৰ্য্যায়ৰ ৰচনা প্ৰতিযোগিতাৰ বাবে পাঁচশ টকাৰ এটি দানৰ প্ৰতিশ্ৰুতি পাই কাৰ্য-নিৰ্বাহক সমিতিৰ ৯/৭/৬৬ ৰ সিদ্ধান্ত অনুসৰি স্নাতক আৰু স্নাতকোত্তৰ মহলাৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাবে ৰচনাৰ ভিতৰত উপযুক্তমানবিশিষ্ট নোহোৱাৰ হেতুকে এই বছৰ পুৰস্কাৰ দিয়া বন্ধ ৰাখে।

## সভাৰ প্ৰকাশন

সভাৰ সীমাৱদ্ধ পুঁজিৰ প্ৰকাশন আঁচনি অনুসৰি কম দিনৰ ভিতৰতে তলত উল্লেখ কৰা মুঠ পাঁচখন কিতাপ প্ৰকাশ হৈছিল। ইয়াৰ ভিতৰত বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ'ৰ দ্বিতীয় সংস্কৰণ মুদ্ৰিত হৈছে।

১) অসম সাহিত্য সভা বাৰ্ষিকী ঃ উত্তৰ লক্ষীমপুৰ সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ দানৰ সহায়ত প্ৰকাশিত।

২) অসমীয়া সংস্কৃতি (অভ্যৰ্থনা সমিতিৰ বিশেষ পুঁজিৰ সহায়ত প্ৰকাশিত) প্ৰায় চাৰিশতকৈও অধিক পৃষ্ঠাৰ পুথি। সম্পাদক হৰিপ্ৰসাদ নেওগ আৰু লীলা গগৈ।

৩) মোৰ জীৱন সোঁৱৰণ ঃ স্বৰ্গীয় বেজবৰুৱা (দ্বিতীয় সংস্কৰণ)।

৪) সেউজী পাতৰ মাজে মাজে ঃ চাহ বনুৱাৰ লোকসাধুৰ সংকলন। সংকলন আৰু সম্পাদন কৰিছে অসম সাহিত্য সভাৰ প্ৰচাৰ সচিব নগেন শইকীয়াই।

৫) বিশ্বনাথ ৰাজবংশী ঃ (জীৱন পৰিচিত আৰু কাছাৰৰ চমু বিৱৰণ। লেখক হৰিপ্ৰসাদ নেওগ।

ইয়াৰ ভিতৰত 'সেউজীয়া পাতৰ মাজে মাজে' আৰু 'বিশ্বনাথ ৰাজবংশী' প্ৰচাৰ বিভাগৰ দ্বাৰা যুগুত কৰা হৈছিল।

সভাৰ সাধাৰণ প্ৰকাশনত বিশেষ সাময়িক দানৰ সৌজন্যত নলিনীবালা দেৱীৰ কবিতা সংকলন আৰু স্বগীয় ডিম্বেশ্বৰ নেওগ সোঁৱৰণী গ্ৰন্থ সোণকালে প্ৰকাশ পাব বুলি সভাই আশা কৰিছিল।

সভাই যুগুত কৰিবলৈ লোৱা অসমীয়া সাহিত্য গ্ৰন্থ সূচী প্ৰণয়নৰ কাৰ্য ডঃ সত্যেন শৰ্মাৰ ওপৰত ন্যস্ত কৰিছিল।



### পত্ৰিকা

যোগেশ দাস সম্পাদিত অসম সাহিত্য সভা পত্ৰিকা চাৰিটা সংখ্যা বৰ্ষটোত প্ৰকাশ পাইছিল। পত্ৰিকাৰ চতুৰ্থ সংখ্যা স্বগীয় ডিম্বেশ্বৰ নেওগ স্মৃতি সংখ্যা নামেৰে প্ৰকাশ হৈছিল।

### প্ৰচাৰ-পত্ৰ

প্ৰচাৰ বিভাগৰ সৌজন্যত চলিত বছৰত যিখন প্ৰচাৰ-পত্ৰ প্ৰকাশ হৈছিল ভিতৰুৱা অঞ্চলত সাহিত্য সভাৰ প্ৰচাৰ কাৰ্য্য এই পত্ৰৰ যোগে সম্ভৱপৰ হৈছিল।

### সাংস্কৃতিক সমন্বয়

উত্তৰ লক্ষীমপুৰ সন্মিলনৰৰ পিছৰে পৰা জনজাতীয় ৰাইজৰ মাজত অসম সাহিত্য সভাৰ প্ৰতি আগ্ৰহ পৰিলক্ষিত হৈছে। টিৰাপত খুনচা সাহিত্য সভা স্থাপন কৰাৰ উপৰি নামচাঙৰ ৰজা ৰাংমাই ৰাজকুমাৰ আৰু লাপটাঙৰ ৰাংকাপ ৰাজকুমাৰৰ প্ৰচেষ্টাত সেই অঞ্চলত নতুন জাগৰণ হোৱাটো মন কৰিবলগীয়া।

এই উদ্দেশ্য সভাপতি ডাঙৰীয়াই লিড়ু নেফাৰ সীমান্ত অঞ্চললৈ যায়। প্ৰধান সম্পাদকে গড়গাঁও আৰু নাজিৰা সাহিত্য সভাৰ কেইবাগৰাকীমান সহকৰ্মীৰ সহযোগত বাৰেঘৰ সত্ৰলৈ যাওঁতে সবিশেষ বুজবাজ লয়। উল্লেখ্যযোগ্য যে বাৰেঘৰ সত্ৰই নৰোত্তমৰ বংশধৰ বিভিন্ন ফৈদৰ ৫৫ হাজাৰ নগা শিষ্য লৈ পৰ্বত-ভৈয়ামৰ সম্প্ৰীতিৰ ধ্বজা বহন কৰি আহিছিল।

বাৰেঘৰ কাষৰৰ ভৈয়ামৰ নগা গাঁৱতো পৰিভ্ৰমণ কৰে। নগাগাঁৱৰ উদ্যোগী ছাত্ৰ-ছাত্ৰীসকলৰ চেষ্টাত আৰু গড়গাঁও সাহিত্য সভাৰ উদ্যোগত এটি লাইব্ৰেৰি স্থাপন কৰিছিল আৰু তালৈ সভাৰ প্ৰকাশনেৰে সহায়ক হৈছিল। এই নগা গাঁৱৰ সাংস্কৃতিক দল এটিয়ে ডিব্ৰুগড় সন্মিলনত যোগদান কৰিছিল।

নামচাং আৰু জয়পুৰৰ জনজাতীয় আৰু চাহবাগিছা অঞ্চলৰ কাংনিঃ সদস্য তিলেন্দ্ৰনাথ মহন্তই সাংস্কৃতিক কাৰ্যসূচী হাতত লৈ প্ৰচাৰ কাৰ্য্য চলায়।

মে' মাহত প্ৰধান সম্পাদকে ডুমডুমাৰ ধৰ্মকান্ত গোঁহাইৰ লগত শদিয়ালৈ গৈ ছপাখোৱা, চুণপোৱা, পুৰণি শদিয়া আদি ঠাই পৰিভ্ৰমণ কৰে। খামতিসকলৰ চৌপাক গোঁহাই আজীৱন সভ্য হয়। শদিয়াত এটি ভাষা শিক্ষা শ্ৰেণীৰো প্ৰস্তুতি হৈছিল।

গাৰো পাহাৰৰ হাচাং অঞ্চলত অসমীয়া ভাষা প্ৰেমী ছাত্ৰসকলে অসমীয়া আলোচনী প্ৰকাশ কৰিছে। টিক্ৰীকিল্লা পুথিভঁৰাললৈ প্ৰকাশনৰ উপহাৰ আৰু টিক্ৰীকিল্লা হাইস্কুললৈ এটি সাহায্য আগবঢ়োৱা হৈছিল।

তেতিয়াৰ মিকিৰ পাহাৰতো সমন্বয়ৰ ক্ষেত্ৰত নতুন জাগৰণ হৈছিল। কাৰ্বি জাতিৰ পুনৰুত্থানত অসম সাহিত্যসভাক বুনিয়াদ স্বৰূপে লবলৈ বিচৰা কাৰ্বি শিক্ষিত

সমাজ কাৰ্বি পাহাৰ জিলা সাহিত্য পৰিষদ নামত সংঘৰদ্ধ হৈছিল। প্ৰধান সম্পাদকে কাৰ্বি পাহাৰ পৰিভ্ৰমণ কৰিছিল। প্ৰধান সম্পাদকৰ ঐচ্ছিক পুঁজিৰ পৰা ৫০ টকা ভাষা শ্ৰেণীৰ প্ৰাথমিক প্ৰস্তুতিৰ বাবে দিয়া হৈছিল। চাহ মজদুৰ ছাত্ৰসকলৰ মুখপত্ৰ 'সেউজী পাতলৈ' দুশ টকা সাহায্য আগবঢ়োৱা হৈছিল।

অসমৰ ভালেখিনি ভিতৰুৱা অঞ্চলত বাতৰি কাকত আৰু আলোচনীও সভাই বিতৰণত আগভাগ লৈছিল।

## কাছাৰ প্ৰসংগ

কাছাৰত অসম সাহিত্য সভাৰ সংগঠন, ৰাজ্যিক ভাষা আইন প্ৰয়োগ সন্দৰ্ভত কাছাৰৰ থলুৱা ৰাইজৰ মনোভাব, শিক্ষা সমস্যা আদিৰ বিষয়ে পৰ্যবেক্ষণ কৰিবৰ কাৰণে সহকাৰী সম্পাদক নগেন শইকীয়াক পঠিয়াইছিল। শিলচৰ সাহিত্য সভাই শিলচৰ সভাৰ প্ৰতিষ্ঠাতা কবিৰাজ হৰেচন্দ্ৰ ভট্টাচাৰ্যক ৯/১০/৬৬ তাৰিখে সম্বৰ্দ্ধনা জনায়। সহকাৰী সম্পাদকৰ যোগে অসম সাহিত্য সভাৰ প্ৰকাশন কবিৰাজ ভট্টাচাৰ্য্য ডাঙৰীয়ালৈ পঠিয়াইছিল।

কাছাৰৰ অসমীয়া স্কুলত প্ৰকৃত অসমীয়া শিক্ষাৰ ব্যৱস্থা সন্তোষজনক নোহোৱাত আৰু উপযুক্ত প্ৰশিক্ষণৰ ব্যৱস্থা নোহোৱাত আৰু শিলচৰত থকা অসমীয়া মাধ্যমৰ দেশভক্ত তৰুণৰাম ফুকণ এম ই স্কুলৰ পৰিপূৰক মঞ্জুৰী দিয়া সম্পৰ্কত বিষয় সমূহ ৰাজ্য চৰকাৰৰ দৃষ্টি গোচৰ কৰিছিল।

১২/১১/৬৬ তাৰিখৰ কাৰ্যনিৰ্বাহৰ সমিতিৰ অধিৱেশনত এই বিষয়ে বিস্তৃত ভাৱে আলোচনাৰ পিছত গ্ৰহণ কৰা সিদ্ধান্ত অনুসৰি (১) কাছাৰত থকা অসমীয়া প্ৰাথমিক স্কুলত অসমীয়া ভাষাৰ অৰ্হতাপ্ৰাপ্ত শিক্ষক নথকাত এই বিষয়ে কাৰ্য ব্যৱস্থা গ্ৰহণ কৰিবলৈ। (২) শিলচৰত থকা অসমীয়া মাধ্যমৰ মধ্য ইংৰাজী স্কুলখনিত অতিশীঘ্ৰে পৰিপূৰক মঞ্জুৰী দিবলৈ চৰকাৰক টানি অনুৰোধ জনোৱা। সদ্যহতে সাহিত্য সভাৰ পুঁজিৰ পৰা শিলচৰৰ দেশভক্ত তৰুণ ৰাম ফুকন মধ্য ইংৰাজী স্কুলৰ সাহায্যাৰ্থে ২৫০ টকাৰ এককালীন অনুদান দিছিল। উক্ত বিদ্যালয়ৰ বাবে পৰৱৰ্তী বিত্তীয় বছৰৰ পৰা এটি মাহেকীয়া মঞ্জুৰী দিয়াৰ বাবেও বিবেচনা কৰে।

কাছাৰৰ ভিতৰুৱা অঞ্চলত সভাই বাতৰি কাকত আৰু আলোচনী বিতৰণ কৰিছিল।

সহকাৰী সম্পাদক, কাছাৰ প্ৰতিনিধি কুমাৰ মেধি আৰু কাছাৰৰ শাখা সভাসমূহৰ মতামতৰ পৰা কাছাৰত যে সাহিত্য সভাৰ এজন স্থায়ী প্ৰচাৰকৰ আৱশ্যক এই বিষয়ে গুৰুত্ব দিয়াৰ আৱশ্যক হৈছে। উল্লেখ্যযোগ্য যে, সভাৰ প্ৰচাৰ বিভাগৰ উদ্যোগত ওলোৱা বিশ্বনাথ ৰাজবংশীৰ জীৱনী পৰিচিতিৰ আলমত কাছাৰ জিলা সম্পৰ্কে এটি সমীক্ষামূলক বিৱৰণ প্ৰকাশ পাইছে।



## সপ্তাহ পালন

কাৰ্যনিৰ্বাহক সমিতিৰ সিদ্ধান্ত অনুসৰি ১ নৱেম্বৰৰ পৰা ৬ নবেম্বৰলৈকে অসম সাহিত্য সভা সপ্তাহ পালন কৰে। পতাকা দিৱস, স্মৃতি দিৱস, সাহিত্য দিৱস, সাংস্কৃতিক দিৱস আৰু সংহতি দিৱস সপ্তাহৰ কাৰ্যসূচীত ধৰি পালন কৰা হয়। এই কাৰ্যসূচী কেন্দ্ৰীয় কাৰ্যালয়ত পতাকা উত্তোলন কৰি উদ্বোধন কৰে প্ৰাক্তন সভাপতি নীলমণি ফুকন ডাঙৰীয়ায়।

সপ্তাহ পালন অসমৰ শাখা সভাই আন্তৰিকতাৰে পালন কৰিছিল। সপ্তাহ উপলক্ষে সভাৰ পতাকা আৰু প্ৰচাৰ পত্ৰ বিক্ৰী কৰা হয়। সপ্তাহ পালনৰ দ্বাৰা অসমৰ চাহবাগিছা অঞ্চল, ভিতৰুৱা অঞ্চল আদিত সভাৰ নৱজাগৰণ অনুভূত হৈছিল।

## সভাৰ সংগঠন

সাহিত্য সভা কেৱল যে সাহিত্যিক সকলৰ মাজতে আৱদ্ধ হৈ থকা নাই ইয়াৰ প্ৰমাণ সভাৰ পৰিসৰেই নিশ্চয় দিব। চিৰ-চেনেহী ভাষাজননীৰ সেৱক মাত্ৰেই সাহিত্য সভাৰ প্ৰতি আকৃষ্ট আৰু এই সাহিত্য সভাক সক্ৰিয়া আৰু গতিশীল অনুষ্ঠানত পৰিণত কৰাৰ পবিত্ৰ উদ্দেশ্য লৈ অসমৰ চুকে-কোণে সংগঠন বৃদ্ধি পাইছিল। বৰ্ষটোৰ কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰথম অধিৱেশনতে বিভিন্ন অঞ্চলত সংগঠনৰ বাবে সমিতিৰ সদস্য আৰু সভাৰ নবীন প্ৰবীণ কৰ্মী সকলৰ ওপৰত দায়িত্ব দিয়া হয়। উল্লেখ্যযোগ্য যে বাৰিষাৰ বলীয়া বান আৰু ইয়াৰ পিছতে অভাৱনীয় খাদ্যসংকতে জুৰুলা কৰা ৰাইজৰ মাজত সাহিত্য সভাৰ প্ৰচাৰ আৰু সংগঠনৰ কাৰ্য যথা নিয়মে কৰাত স্বাভাৱিকতেই বাধা পৰিল। তথাপিতো দোৰ্ঘোৰ আকালৰ সন্মুখীন হোৱা ৰাইজৰ মাজতো যে জাতীয় চেতনা আছে তাৰ প্ৰমাণ সাহিত্য সভাৰ বিভিন্ন দেশত হোৱা সংগঠন।

সভাপতি ডাঙৰীয়াই কাৰ্যভাৰ লোৱাৰ পিছৰে পৰাই লিডু, জয়পুৰ, সোণাৰী, ডিব্ৰুগড়, টেঙাখাট, শিৱসাগৰ, তেজপুৰ, নগাঁও আদিত পৰিভ্ৰমণ কৰাৰ উপৰি বিভিন্ন ব্যক্তি আৰু অনুষ্ঠানৰ লগত যোগাযোগ ৰক্ষা কৰি সভাৰ সভ্য সংখ্যা বৃদ্ধি আজীৱন সভ্যভৰ্তি আৰু শাখা সংগঠনৰ বাবে উদগনি যোগাই আহিছে।

প্ৰধান সম্পাদকে শদিয়া, চুনপোৱা, মাকুম, ডিব্ৰুগড়, গড়গাঁও, বৰপেটা, হাউলী, টিহু, বৰমা, নলবাৰী, ৰঙীয়া, গুৱাহাটী, শ্বিলং, ডিফু আৰু গোলাঘাট মহকুমাৰ চাহবাগিছা অঞ্চলসমূহৰ সকলো উল্লেখযোগ্য ঠাইত পৰিভ্ৰমণ কৰে। গোলাঘাট

মহকুমাৰ বিভিন্ন ঠাইত সহকাৰী সম্পাদক নগেন শইকীয়া আৰু গোলাঘাট আঞ্চলিক সাহিত্য সভাৰ সম্পাদক প্ৰেম শইকীয়াই বিশেষভাৱে সহযোগ কৰে।

গোৱালপাৰা আৰু গাৰোপাহাৰত খলিলুৰ ৰহমান, উত্তৰ কামৰূপত শশী শৰ্মা, কামৰূপত নন্দ তালুকদাৰ, দক্ষিণ গুৱাহাটী অঞ্চলত দুৰ্গেশ্বৰ শৰ্মা, মঙ্গলদৈ আৰু তেজপুৰত ভবানন্দ ৰাজখোৱা আৰু হৰকান্ত দাস, উত্তৰ লক্ষীমপুৰত হৰেন্দ্ৰ দেৱ গোস্বামী আৰু ললিত শৰ্মা বৰুৱা, ডিব্ৰুগড় আৰু উপকণ্ঠত হেৰম্ব বৰদলৈ আৰু ডিব্ৰুগড় আঞ্চলিক পৰিষদৰ কৰ্মকৰ্তাসকল, শিৱসাগৰৰ সোণাৰীৰ আশে-পাশে নীল বৰুৱা, শিৱসাগৰৰ ওচৰে-পাজৰে কমলা শইকীয়া আৰু লীলা গগৈ, মিকিৰ পাহাৰত জয়সিং দলৈ, প্ৰফুল্ল মহন্ত, কাছাৰত সহকাৰী সম্পাদক আৰু কুমাৰ মেধিয়ে অঞ্চল বিশেষে সভাৰ সংগঠন বৃদ্ধিত বিশেষ তৎপৰতা অৱলম্বন কৰে। নাৰায়ণ ঘাটোৱাৰে চাহবাগিচাত শাখা সংগঠন কৰাত আগভাগ লয়।

ডিব্ৰুগড় আঞ্চলিক সংগঠন পৰিষদে গঠনসূচী লৈ সংগঠনত আগবাঢ়িছিল সভাৰ পৌৰোহিত্যত ইয়াৰ অভিবৰ্তনো হৈ যায়। পৰিষদৰ সেই সময়ৰ সভাপতি ধৰ্মকান্ত গোঁহাই আৰু সম্পাদক মহেন্দ্ৰ বৰঠাকুৰ।

শেহতীয়াভাৱে নেফাত সাহিত্য সভাৰ সংগঠন কৰাৰ সম্পৰ্কত কোনো বাধা নাই বুলি প্ৰশাসনৰ কৰ্তৃপক্ষৰ পৰা ডিব্ৰুগড় আঞ্চলিক সম্পাদক তিলেন্দ্ৰ মহন্তৰ পৰা জনা যায়। মিকিৰ পাহাৰ জিলাত সদৌ মিকিৰ পাহাৰতে আঞ্চলিক সংগঠন বৃদ্ধি পাইছিল। মিকিৰ পাহাৰৰ সভ্যসকলৰ অভিবৰ্তনত প্ৰধান সম্পাদকে যোগদান কৰে। আঞ্চলিক সংগঠনৰ গুৰি ধৰিছে সভাপতি জয়সিং দলৈ, ধনীৰাম ৰংপী, প্ৰফুল্ল মহন্ত আৰু ৰংবং টেৰাঙে।

বছৰটোত সভ্য সংখ্যা ১৮,০০০ জনলৈ উন্নীত হৈছে। নতুনকৈ হোৱা সভ্য হ'ল ৩,৭০৬ জন।

মুঠ ২১১ খন শাখা আৰু স্বীকৃত সভাৰ ভিতৰত সেই বছৰ তলত নাম দিয়া সভা কেইখন গঠিত হৈছে। সুখৰ বিষয় অসমৰ বাহিৰতো শাখা সভা গঠনৰ প্ৰচেষ্টা হৈছে। ইয়াৰ ভিতৰত কলিকতাত এখন স্বীকৃত সভা সেই বিত্তীয় বছৰৰ ভিতৰতে গঠন হৈছিল।

## নতুন শাখা সভা

১) পুথিমাৰী সাহিত্য সভা, ২) জালুকবাৰী সাহিত্য সভা, ৩) কাকডোঙা সাহিত্য সভা, ৪) মিছামৰা সাহিত্য সভা, ৫) গহপুৰ সাহিত্য সভা, ৬) জকাই আঞ্চলিক সাহিত্য সভা, ৭) নামৰূপ শাখা সাহিত্য সভা, ৮) পাটবাউসী সাহিত্য সভা, ৯) ডিব্ৰুগড় পূৰ্বাঞ্চল সাহিত্য সভা, ১০) বৰহাপজান শাখা সাহিত্য সভা, ১১) ডিমৰীয়া শাখা সাহিত্য সভা, ১২) প্ৰাগজ্যোতিষ শাখা সাহিত্য সভা, ১৩) প্ৰাগজ্যোতিষপুৰ শাখা সাহিত্য সভা, ১৪) সোণাপুৰ শাখা সাহিত্য সভা, ১৫) উত্তৰ আঞ্চলিক শাখা সাহিত্য সভা, ১৬) ফৰকাটিং শাখা সাহিত্য সভা, ১৭) বুধবাৰী শঙ্কৰ শাখা সাহিত্য সভা, ১৮) সৰুপথাৰ সাহিত্য সভা, ১৯) বৰভেটা শাখা সাহিত্য সভা, ২০) গণকপুখুৰী সাহিত্য সভা, ২১) কৈঠালকুছী সাহিত্য সভা, ২২) কমলাবাৰী সাহিত্য সভা, ২৩) অনামী সাহিত্য পৰিষদ, ২৪) আঞ্চলিক প্ৰগতি সাহিত্য সভা, ২৫) সেউজী সাহিত্য কানন, ২৬) ডুমডুমা শাখা সাহিত্য সভা, ২৭) কছাৰীহাট সাহিত্য সভা, ২৮) ৰহমীয়া সাহিত্য সভা, ২৯) ৰজাবাৰী সাহিত্য সভা, ৩০) হাউলী সাহিত্য সভা, ৩১) মেৰগাঁও সাহিত্য সভা, ৩২) লোহাজানী সাহিত্য সভা, ৩৩) চাবুৱা সাহিত্য সভা, ৩৪) লক্ষীমপুৰ সাহিত্য সভা, ৩৫) দুধনৈ সাহিত্য সভা।



## স্বীকৃত সভা

(১) প্ৰগতি পৰিষদ, (২) আসাম ছ'চিয়ো লিটাৰেৰী ক্লাব কলিকতা।

সভাৰ বাঢ়ি অহা সাংগঠনিক দিশৰ প্ৰতি লক্ষ্য কৰিলে অতি সোনকালে সভ্য সংখ্যা একলাখজনকৈ আৰু আজীৱন সভ্য এহেজাৰজনলৈ উন্নীত হ'ব বুলি সভাই আশা কৰিছিল।

সভাৰ নিৰ্দেশ অনুসৰি কাৰ্যসূচী ৰূপায়ন কৰা শাখাসমূহ হ'ল — ধুবুৰী শাখা সাহিত্য সভা, আগমনি সাহিত্য সভা, কোকৰাঝাৰ প্ৰতাপগঞ্জ সাহিত্য সভা, শিলচৰ সাহিত্য সভা, লাইশ্ৰমখুল, হৰিনগৰ, কহিমা, ডিমাপুৰ, ডিফু, শ্বিলংমুকুল সংঘ, মঙ্গলদৈ, ওদালগুৰি, কলাই গাঁও, হৰিশিঙা, টংলা, সূৰ্য্যোদয় সংঘ, বৰলীপৰীয়া, তেজপুৰ, বৰপেটা, পাঠশালা, ভাৰতী অধ্যয়নচক্ৰ, পলাশবাৰী, সুন্দৰীদিয়া, মালিগাঁও, গুৱাহাটী, সবিতা সভা, ৰঙিয়া, আলোচনী সভা, নলবাৰী, মধ্যবজালী, জালুক বাৰী, উত্তৰ গুৱাহাটী প্ৰাগজ্যোতি, ডিমৰীয়া, জ্ঞানোদয় সমাজ, সোণাপুৰ, জ্যোতি, কলিয়াবৰ, নগাঁও, লামডিং, মনচুন কলা পৰিষদ, পূব কামৰূপ, ৰংপুৰ, সোণাৰী, ডিমৌ, নাজিৰা, জাঁজী, শলগুৰিমুকুল সাহিত্য সভা, বকতা জ্ঞানোদয়, নিতাই পুখুৰী, ধ্ৰুৱজ্যোতি, বৰহাট, বৰপথাৰ, সাপেখাতী কানু সাহিত্য সভা, পূৱঘিলাধাৰী, দেৰগাঁও, মিছামৰা, কুৱালগুৰি, টীয়ক, যোৰহাট, মৰিয়নী, চাৰিগাঁও, বৰভেটা, ন-আলি, ঢেকিয়াজুলি, উত্তৰ লক্ষীমপুৰ, ডিগবৈ ডুমডুমা, তিনিচুকীয়া, খোৱাং ডিব্ৰুগড়, নাহৰকটীয়া, টিংখাং, মাকুম, চাঁচনী, ডাঙৰী, ডুলিয়াজান, বৰপথাৰ(ডিব্ৰুগড়), টেঙাখাত, উষাপুৰ, ভাদৈ পাঁচ আলি, কঠালগুৰি, নামৰূপ লিডু, টিহু, কাকডোঙা আৰু কলাবাৰী।

ওপৰত উল্লেখ কৰা কামৰ উপৰি ৰঙিয়া আলোচনী সভাই 'অতীত আৰু বৰ্তমান' নামৰ এটি প্ৰবন্ধ সংকলন প্ৰকাশ কৰিছে।

জ্ঞানোদয় সাহিত্য সভাই হাতেলিখা আলোচনী 'জ্ঞানোদয়' প্ৰকাশ কৰিছে।

উত্তৰ লক্ষীমপুৰ সাহিত্য সভাই স্থায়ী কাৰ্যালয় নিৰ্মাণৰ কাম আৰম্ভ কৰিছে।

পাঠশালা সাহিত্য সভাই 'আলিপনা' নামৰ আলোচনী প্ৰকাশ কৰে আৰু বুৰঞ্জী সমাদৃত ডুবিৰ স্বৰ্গীয় পৰিহৰেশ্বৰ দেৱালয়ৰ মূল তথ্যপাতি সংগ্ৰহৰ প্ৰচেষ্টা চলাইছে।

উত্তৰ গুৱাহাটী সাহিত্য সভাই বাণীকান্ত কাকতী আৰু প্ৰত্নতাত্বিক সোণাৰাম চৌধুৰীৰ জীৱনী প্ৰকাশ কৰে।

ওদালগুৰি সাহিত্য সভাই হাতেলিখা আলোচনী প্ৰকাশ কৰে।

গুৱাহাটীৰ সবিতা সভাই ছোভিয়েট দেশ নেহৰুৰ বঁটা বিজয়ী সুৰেন্দ্ৰ মোহন দাসক আনুষ্ঠানিকভাৱে সম্বৰ্দ্ধনা জনায় আৰু বেজবৰুৱা প্ৰতিভাৰ পৰিবৰ্দ্ধিত সংকলনত প্ৰকাশ আৰু স্বৰ্গীয় ডিম্বেশ্বৰ নেওগৰ স্মৃতিত 'তৰ্পণ' গ্ৰন্থ প্ৰকাশৰ দিহা কৰিছে।

পলাশবাৰী সাহিত্য সভাই 'পলাশী' নামে হাতে লিখা আলোচনী প্ৰকাশ কৰে।

টিংখাং সাহিত্য সভাই উত্তৰ-পূৰ সীমান্ত অঞ্চল টিৰাপ, খুনচা, নামচাং আদি ঠাই ভ্ৰমণ কৰি পৰ্বত-ভৈয়ামৰ সম্প্ৰীতিৰ ওপৰত গুৰুত্ব দিয়ে।

নগাঁও সাহিত্য সভাই এখনি সাহিত্য আলোচনামূলক পুথি সম্পাদনা কৰি প্ৰকাশৰ কাৰ্য্য গ্ৰহণ কৰিছে।

নলবাৰী সাহিত্য সমাজৰ দ্বাৰা 'মন্দাকিনী' নামৰ তিনিমহীয়া আলোচনী এখন অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীৰ সম্পাদনাত প্ৰকাশিত হৈছে। ঢেকিয়াজুলি শাখাই শিঙৰি চাহ বাগিছাত নৈশ বিদ্যালয় প্ৰতিষ্ঠা কৰিছে।

## বিবিধ

**সভাৰ পুথিভঁৰাল ঃ** সাহিত্য সভাৰ কেন্দ্ৰীয় পুথি-ভঁৰালটি জাতীয় গ্ৰন্থাগাৰলৈ ৰূপান্তৰিত কৰাৰ বাবে বিভিন্ন লেখক আৰু প্ৰকাশকৰ পৰা পুথি দান স্বৰূপে বিচাৰিছিল। ৬৭ জনমানৰ পৰা সঁহাৰি পাইছিল। প্ৰকাশন পৰিষদে প্ৰকাশনৰ সমুদায় কিতাপ এই উদ্দেশ্য দান দিছিল। এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি যে, ভাৰত চৰকাৰৰ জাতীয় পুথিভঁড়ালৰ তালিকাত অসমীয়া প্ৰকাশিত পুথিৰ সংখ্যা নিচেই কম সংখ্যক নাম প্ৰকাশ হোৱাত এই বিষয়ে কৰ্তৃপক্ষৰ দৃষ্টি গোচৰ কৰা হৈছিল।

**ডিম্বেশ্বৰ নেওগ দিৱস ঃ** যোৱা ২১ নৱেম্বৰৰ দিনটো প্ৰবীণ সাহিত্যিক ডিম্বেশ্বৰ নেওগ সোঁৱৰণী দিৱস হিচাপে পালন কৰে। অসমৰ শাখা সভাৰ উপৰি বিভিন্ন শিক্ষা সাংস্কৃতিক অনুষ্ঠানেও এই দিৱসত প্ৰাৰ্থনা সভা আদিৰ আয়োজন কৰে।

**শ্ৰীগড়মুৰীয়া গোস্বামী প্ৰতীক চিত্ৰ ঃ** ৩ নৱেম্বৰ অসম সাহিত্য সভাৰ সংহতি দিৱসৰ দিনা অসমৰ জাতীয় সংহতিৰ প্ৰতীক উদাৰমনা নেতা পীতাম্বৰ দেৱ গোস্বামীৰ এখনি প্ৰতিমূৰ্তি চন্দ্ৰকান্ত সন্দিকৈ ভৱনত সভাপতি ডাঙৰীয়াই উন্মোচন কৰে।

**আৱক্ষ মূৰ্তি প্ৰতিষ্ঠা ঃ** গুৱাহাটীৰ পৌৰ সভাৰ পৰা পোৱা সাহত্যৰথী বেজবৰুৱাৰ আৱক্ষ মুৰ্তি গুৱাহাটী ভগৱতী প্ৰসাদ বৰুৱা ভৱনত স্থায়ী ভাবে স্থাপন কৰে।



## বিনন্দচন্দ্ৰ বৰুৱা

বিনন্দচন্দ্ৰ বৰুৱা (জন্ম ৩১ জানুৱাৰি, ১৯০১, মৃত্যু ১৯৯৮)। টীয়কৰ দুলীয়া গাঁও প্ৰাথমিক বিদ্যালয়ৰ পৰা প্ৰাথমিক পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯১২ চনত যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত ভৰ্তি হয়। তাৰ পৰা ১৯২১ চনত প্ৰৱেশিকা পৰীক্ষাত উৰ্ত্তীণ হৈ ১৯২৫ চনত কটন কলেজৰ পৰা সন্মানেৰে বি.এ. মহলা উত্তীৰ্ণ হয়। ১৯২৬ -২৯ লৈ কলিকতাত বুৰঞ্জীত এম.এ. আৰু আইন পঢ়ে। ১৯২৯ চনত জাঁজী উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষকতা কৰি তাৰ পৰাই অৱসৰ গ্ৰহণ কৰে।

ছাত্ৰ জীৱনৰ পৰাই সাহিত্য সংস্কৃতি শিক্ষাৰ লগত জৰিত হৈছিল। বাঁহী, আবাহন, অসমীয়া বৰদৈচিলা আদিত বিবিধ প্ৰবন্ধ কবিতা প্ৰকাশ পায়। *শংখধ্বনি (১৯২৫), প্ৰতিধ্বনি (১৯৩৬), জয়ধ্বনি (১৯৭৪), শিশু ধ্বনি (১৯৭৭)* কাব্য। *মহাৰাজ নৰনাৰায়ণ_(১৯২৭), ৰাজস্থান গল্প (১৯৩৬), পাৰ্থসাৰথি (১৯৩৬), শৰাইঘাট (১৯৩৫), ভাৰতৰ শাসন নীতি (১৯৩৭), ল'ৰাৰ বেজবৰুৱা (১৯৩৮), অসমগৌৰৱ (১৯৩৩),* গদ্যপুথি। *বেঙোৰ ৰহস্য আৰু টি টি হেই (১৯৩৩)* দুখন ধেমেলীয়া নাটক। কেৰপাই শৰ্মা বিশিষ্টানন্দ এই দুই *ছদ্মনামত* বাঁহীত খুহুতীয় গ্ৰন্থ লিখিছিল। বৰুৱাৰ আত্মজীৱনী *অতীতৰ ৰিং। সংকীৰ্তন মালা, সাহিত্য ৰত্নাৱলী* আদি সম্পাদিত গ্ৰন্থ। অসম ছাত্ৰ সন্মিলনৰ লগত ঘনিষ্ঠভাৱে জৰিত বৰুৱাই 'মিলন' সম্পাদনা কৰিছিল (১৯২৭-২৮)।

অসম সাহিত্য সভাৰ ত্ৰয়স্ত্ৰিংশ অধিৱেশনৰ সভাপতিৰৰ উপৰি কেবাবছৰো কাৰ্য্যনিবাহক সমিতিৰ সদস্য চাৰিবাৰ উপ-সভাপতি, ১৯৫৮-৫৯ বৰ্ষত প্ৰধান সম্পাদকৰ দায়িত্বও পালন কৰিছিল।

## অভিভাষণৰ সুবচন

*পৃথিৱীত জন্মগ্ৰহণ কৰিয়েই যি ভাষাৰে প্ৰথম মাতষাৰ মুখেৰে মাতোঁ, যি ভাষাৰে পৰমেশ্বৰৰ নাম লওঁ, মৰম-প্ৰীতি দয়া-মমতা জনাবলৈ যি ভাষাতকৈ সহজ ভাষা বিচাৰি নাপাওঁ আৰু ভাষাৰে, পৃথিৱীৰ পৰা বিদায় ল'বৰ সময়ত শেষৰ মাতষাৰ মাতি যাব পাৰিম সেয়ে আমাৰ চিৰ চেনেহী ভাষা জননী। সংসাৰৰ সকলো জ্ঞান আহৰণ কৰিবলৈ মাতৃভাষাইহে আমাৰ চিৰ চেনেহী ভাষা জননী। সংসাৰৰ সকলো জ্ঞান আহৰণ কৰিবলৈ মাতৃভাষাইহে মাধ্যম। বাধ্য হৈ কেতিয়াবা অন্য ভাষাৰে প্ৰকাশ কৰিবলগীয়া হলেও মাতৃভাষাৰে ভাবিব লাগিবই। মাতৃভাষাৰ মাধ্যমেৰে পোৱা জ্ঞান অন্তৰত যেনেকৈ খাপ খাই পৰে আন ভাষাৰে তেনেকৈ খাব খাব নোৱাৰে। আজি পৃথিৱীত যিবিলাক জাতি উন্নত হৈ জ্ঞান-বিজ্ঞানৰ চৰ্চাৰ বলেৰে অসম্ভৱক সম্ভৱ কৰিব পাৰিছে সেইবিলাক জাতিৰ শিক্ষাৰ মাধ্যম মাতৃভাষা। পৰিতাপৰ বিষয়, আমাৰ শিক্ষাৰ*

*মাধ্যম সৰ্বতো প্ৰকাৰে মাতৃভাষা নহয়। পৰাধীনতাৰ কলঙ্কৰে কলংকিত হৈ ভাৰতবাসীয়ে যেতিয়া লঘু-বৃত্তিসম্পন্ন হৈ নিজক পাহৰি যাবলৈ ধৰিলে তেতিয়া দাসসুলভ মনৰ জাতি সৃষ্টি কৰিবলৈ বিজেতাই সকলো প্ৰকাৰৰ চেষ্টা চলালে। সলনি কৰিব নোৱৰা গাৰ বৰণটোৰ বাহিৰে, ভাৰতৰ মানুহবোৰ যাতে ইংৰাজ হৈ গৈ, চিৰকাল ইংৰাজ জাতিৰ মোহত পৰি, ইংৰাজ ৰাজ্যত থকাটোকে সুখৰ কথা বুলি ভাবিব পাৰে তাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে। তাৰ ভিতৰত আটাইতকৈ ডাঙৰ উপায় হ'ল নিজ ভাষাৰ প্ৰতি বিতৃষ্ণা জন্মোৱা। অনেক নেতৃস্থানীয় লোকেও ইয়াক আগ্ৰহেৰে গ্ৰহণ কৰিলে। ইংৰাজী ভাষাৰ গুণ-গৰিমা সঁচাই মিছাই প্ৰচাৰ হ'ল। বিহৰ পৰা মূল্যৱান ঔষধ প্ৰস্তুত কৰিব পৰাৰ দৰে ইংৰাজী শিক্ষাৰ পৰা কিছু উপকাৰ হ'ল যদিও সৰহ ভাগৰ যথেষ্ট জ্ঞান আহৰণৰ সুবিধা নহ'ল আৰু আজিও হোৱা নাই। জাতিটোক দাস সুলভ মনোবৃত্তি গ্ৰহণ কৰিবলৈ যিমান সহায় কৰিলে আন বিষয়ত সিমান সহায় কৰিব নোৱাৰিলে। পলমকৈ হলেও অসমৰ ভাগ্যতো সেয়েই ঘটিল। বিদেশী ভাষা আয়ত্ত কৰি ওচৰ-চুবুৰীয়া ৰাজ্যৰ ভিন্ন ভাষাভাষী ৰাইজসকল নতুন ধৰণেৰেই আগবাঢ়ি গ'ল, কিন্তু আমাৰ ভাগ্যত সিও নঘটিল। আমি নিজৰো হেৰুৱালো, পৰৰো ল'ব নোৱাৰিলোঁ।*

* * *

*অপ্ৰিয় হ'লেও সঁচা কথা ক'ব লাগিব। আজি ওঠৰ বছৰ আমাৰ ৰাইজৰ সৰহ ভাগেই স্বাধীনতা অকল ভোগ-বিলাসৰ বস্তু বুলিয়েই ভাবি আছে, আৰু যি পাৰিছে তেওঁবিলাকে চলে-বলে কৌশলে বিলাসত ওপঙাৰ চেষ্টাত আছে। আমাৰ মাজত দেশাত্মবোধৰ ভাব যিমান হ'ব লাগিছিল সিমান হোৱা নাই। আমাৰ স্বাধীনতাপ্ৰসূত জাতীয় উৎসৱবিলাকেই তাৰ একোটা জলন্ত নিদৰ্শন। আমাৰ অনেক ডেকাই সংসাৰৰ সকলো মায়ামোহ ত্যাগ কৰি জননী জন্মভূমিৰ গৌৰৱ ৰক্ষাৰ্থে প্ৰাণ বিসৰ্জ্জন দিছে; আমি ঘৰত সোমাই থকাবিলাকে কুণ্ঠিত হৈ আছো। অসমৰ সাহিত্যিক সমাজৰ সৰ্বসাধাৰণক এই কৰ্তব্য সোঁৱৰাই দিয়াৰ দায়িত্ব নিশ্চয় আছে। কোনো এজন মহাপুৰুষে একে দিনাই দেশৰ জনগণৰ অন্তৰ শুদ্ধ কৰি দিব নোৱাৰে। কোনো এটা দলৰ অক্লান্ত চেষ্টায়ো সেই কাৰ্য সিদ্ধি কৰিব নোৱাৰে। মানুহৰ অন্তৰত শুদ্ধ নহলে, নিজে নিজক উপলব্ধি কৰিব নোৱাৰিলে, নিজৰ দায়িত্ব নিজে নুবুজিলে, মহাশক্তিশালী চৰকাৰেও অকল আইন প্ৰণয়ন কৰি মানুহক মানুহ কৰিব নোৱাৰে।*

* * *

*গীত, কবিতা, গল্প, নাটক আৰু নানা বিষয়ৰ সৰবৰহী প্ৰবন্ধৰ যোগে বিচক্ষণ সাহিত্যিক সকলে আমাৰ অসমীয়া জাতিটোক সৰল, কৰ্মপটু, কৰ্তব্যপৰায়ণ, সাধু, সাহসী আদি নানা গুণেৰে গুণী কৰিব পাৰি। নিৰাশাত হাত সাৱটি বহি থকা জাতিৰ অন্তৰত আশাৰ সঞ্চাৰ কৰিবলৈ সাহিত্যৰ যথেষ্ট শক্তি আছে। ৰাজপুতনা, মহাৰাষ্ট্ৰ আদিৰ চাৰণ কবিসকলৰ গীতবিলাকে বীৰসকলক কেনেকৈ উদ্গণি দিব পাৰিছিল তাক আমি ভাৰতৰ পুৰণি আখ্যানবিলাকৰপৰা শুনিবলৈ পাওঁ। দুৰ্দশাগ্ৰস্ত গ্ৰীকবিলাকক পুনৰ প্ৰতিষ্ঠা কৰাত সহায় কৰিছিল কবিসকলে। এইবিলাক কাৰণতে ৰাজসভা বিলাকত কবি থকা অপৰিহাৰ্য্য। আমাৰ গুৰুসকলৰ তিথি উৎসৱত তেৰাসকলৰ চৰিত্ৰ কোৱাৰ নিয়ম আছে। এই চৰিত্ৰই তেওঁবিলাকৰ গুণ-গৰিমাবিলাক আমাৰ মনলৈ ঘূৰাই আনে। পূৰ্বৱৰ্তী বীৰ-বীৰংগনাসকলৰ গুণ-গৰিমাই জনসাধাৰণক শক্তিশালী কৰি তোলে। আমাৰ সাহিত্যৰ মাধ্যমেৰে বিজ্ঞানৰ চৰ্চাও আমাৰ বিশেষ আগবাঢ়ি যোৱা নাই। ইয়ঁতে আমি বিজ্ঞানৰ শিক্ষাত বেছি গুৰুত্ব দি দেশ গঠন কৰিব লগীয়া হৈছে। সাহিত্য সভাৰ কমলাদেৱী ন্যাস পুঁজিৰ পৰা আগবঢ়োৱা পুৰস্কাৰ নিমিত্তে ভালকৈ লিখা সৰু সৰু বিজ্ঞান পুথি নোপোৱাটো দুখৰ বিষয়।*

* * *

*সকলোবিধ কাকতৰ প্ৰচলন ব্যৱস্থা সদায় নতুন হৈ থকাই বাঞ্চনীয়। প্ৰথমতে আগ্ৰহেৰে গ্ৰহণ কৰা দুই-এক কাকত পিছত গ্ৰাহকে এঙোৱা দেখা গৈছে। অনেক তৃতীয় শ্ৰেণীৰ গল্প, কবিতা আৰু বাতৰি আদি প্ৰকাশ কৰিবলৈ বাধ্য হোৱাত কাকতৰ দাম কমি যায়। গতিকে বাতৰি কাকতৰ সজ আৰু সহজ প্ৰচলনৰৰ ওপৰতেই সৰবৰহী চৰকাৰে কৰিব লাগিবই যেতিয়া, ইয়াৰ প্ৰচলনৰ সুব্যৱস্থাত যিমান দূৰ সম্ভৱ সহায়ো কৰিব লাগে। কাকতৰ কৰ্তৃপক্ষৰ ভিতৰত প্ৰতিযোগিতাৰ নিতান্ত আৱশ্যক হ'লেও জেদ ভাৱ থকা নহয়। আমাৰ ক্ৰমে বাঢ়ি অহা পচুৰৈ সমাজক যাতে 'জেদ'ৰ ভিতৰত সুমাই দিয়া নহয় নিমিত্তে দেশ-প্ৰেমিক সম্পাদক, প্ৰকাশকসকল নিশ্চয় সাৱধানত হোৱা উচিত। ব্যক্তিগত ক্ষণৰ কাৰণে সমজুৱা স্বাৰ্থ যেন নষ্ট নহয়। সাহিত্যৰ বেমেজালিয়ে দেশৰ বেমেজালি ঘটায়। উদাহৰণ বুৰঞ্জীত বহুত আছে। সাহিত্যৰ মানদণ্ড সজীৱ আৰু নিখুঁত কৰি ৰাখিব দৈনিক ব্যৱহাৰত আহি থকা কাকতবিলাকে। অসমৰ শিক্ষানুষ্ঠানবিলাকৰ প্ৰায়বিলাক আলোচনী প্ৰকাশ কৰাত ছাত্ৰৰ মাজত সাহিত্য চৰ্চাৰ আগ্ৰহ অনেক গুণে বাঢ়িছে। কাকতবিলাকৰ দায়িত্ব বৰ বেছি। এইবিলাকৰ গুণৰ ওপৰত একোখন শিক্ষানুষ্ঠানৰ নিৰ্ভৰ কৰে। ছাত্ৰই সৰ্বসাধাৰণক আদৰ্শ দিয়ে যেতিয়া ছাত্ৰৰ আলোচনীও আদৰ্শৰ বস্তু লাগিব। শিক্ষা অনুষ্ঠানৰ বাহিৰেও অন্যান্য অনুষ্ঠানবিলাকৰ বহুতে মুখপত্ৰ উলিয়াই অসম সাহিত্য সমৃদ্ধিশালী কৰাত সহায় কৰিছে। বৰ্তমান আমাৰ কোনো কোনো সাহিত্যক, কিছুমান বাতৰি কাকতে বানান, ভাষা, প্ৰকাশভংগী আদিৰ বিষয় বিশেষ নিদিয়ে বুলি দুখ কৰে। এই আক্ষেপ অহৈতুকী নহয়। এই বিষয়ত সাৱধানতা অকল কৰা নিতান্তই উচিত। সাহিত্যত স্বেচ্ছাচাৰিতাৰ স্থান নাই। আমাক অনেক লিখা আৱশ্যক হৈ পৰিছে। অকল এচাম লিখকৰ ওপৰতে নিৰ্ভৰ কৰি নাথাকি, সম্পাদকসকলে উঠি অহা লিখসকলক উৎসাহ দিবৰ ব্যৱস্থা,*

*কষ্ট কৰি হ'লেও, কৰিবলগীয়া হৈছে এই বিষয়ে তাহানিৰ 'বাঁহী' 'ঊষা' আদিৰ স্বনাম-প্ৰসিদ্ধ সম্পাদকসকলৰ আৰ্হি সুন্দৰ আৰু গঠনমূলক।*

* * *

*ছাত্ৰৰ কোমল মনৰৰ উপযোগী কৰি লিখিবলৈ, ওপৰত কৈ অহা সকলো কথালৈ চকু কৰি প্ৰতিভাশালী বিচক্ষণ সাহিত্যিকসকলে হাতত কাপ ললে, আৰম্ভৰপৰাই সজ সাহিত্যৰ প্ৰতি আগ্ৰহ হ'ব। পাঠ্য-পুথি যুগুত কৰাৰ যাৰ দায়িত্ব আছে তেওঁবিলাকে নিষ্ঠাৰে সৈতে এই কাৰ্য্য হাতত ল'ব পাৰে।*

*সমালোচনা সাহিত্যৰ সুৰগা। আমাৰ সাহিত্যৰ সমালোচনাৰ অভাৱ পূৰণ হোৱা নাই। আলোচকৰ দায়িত্ব কম নহয়, সেই কাৰণে যেয়ে-সেয়ে সমালোচক হ'বলৈ নাহে। মুকলি মন আৰু সহানুভূতিৰে সৈতে সালোচনা কৰি লিখকসকলক উৎসাহ দিয়া সমালোচকৰ কৰ্তব্য। লিখক হিচাপে প্ৰতিপত্তি লাভ কৰিবলৈ ইচ্ছা কৰাসকলে সমালোচনা বেয়া নাপায়। কিন্তু নিজেই যি নাজানে তেওঁলোকেৰ দোষ দেখুৱাবলৈ যোৱা অনুচিত। লেখকক সমালোচকে বেছি জানিব লাগিব। তেওঁৰ অভিজ্ঞতাও যথেষ্ট লাগে। লেখকৰ মনত আঘাত নিদিয়াকৈ সমালোচনা কৰিব পৰা সমালোচকে সাহিত্য গঢ়ি তোলে। লেখকজনক যেনে তেনে নিৰুৎসাহ কৰিলে অন্তৰত বৰ আঘাত পায়; সাহিত্য ক্ষেত্ৰত বহুত জ্ঞান দিবৰ শক্তি থকা লোকৰ প্ৰতিভা নষ্ট হৈ যাব পাৰে। সোতৰ বছৰীয়া ইংৰাজ কবি এজনক বোলে সমালোচকেই মাৰিলে। সমালোচকৰ পাৰস্পৰিক শলাগ জনোৱা গোষ্ঠীয়ে সাহিত্যৰৰ উপকাৰতকৈ অপকাৰহে বেছি কৰে। নিজৰ ভিতৰতে ভালে-বেয়াই সকলোৱেই শলাগৰ যোগ্য আৰু আনৰ সকলো বেয়া, এই ভাৱ গোষ্ঠীৰৰ সকলো মনৰ বস্তু নহ'লেও কাৰ্য্যত প্ৰকাশ পায়। ব্যক্তি হিচাপে লিখকৰ সমালোচনাতকৈ বিষয় বস্তু সমালোচনাহে বেছি আৱশ্যক। সেই কাৰণে যেনে তেনে, পুথিৰ আলম লৈ লিখকক সমালোচনা কৰাতকৈ, সাহিত্য বিভিন্ন বিষয়ৰ সমালোচনাই লিখকক সহায় কৰে।*

* * *

*মাতৃভাষাৰ জৰিয়তে শিক্ষা লাভ কৰিব নোৱাৰিলে, সৰবৰহী শিক্ষা লাভ কৰা কঠিন। গতিকে মাতৃ ভাষা যে শিক্ষাৰ সকলো স্তৰতে মাধ্যম হ'ব লাগে ই একেবাৰে সঁচা। বিভিন্ন ভাষা-ভাষী বৃহৎ ৰাষ্ট্ৰৰ যিমানেই অসুবিধা হওক লাগে শিক্ষাৰ বিষয়ত সকলো ভাষাতেই শিক্ষা দিব লাগিব। অস্বাভাৱিকভাৱে আন দেশত ইংৰাজী শিক্ষা চলি থকাৰ পৰা বেগেতে সলনি কৰিব অসুবিধা থাকিলেও যিমানে সম্ভৱ সোনকালে এই ৰীতি ত্যাগ কৰা উচিত। পৰৰ ভাষা আয়ত্ব কৰিব পৰা ক্ষমতা সকলোৰে নাথাকে। যি সকলৰ আছে, তেওঁবিলাকেও আচহুৱা ভাষা আয়ত্ব কৰোঁতে ভালেখিনি সময় কটাব লাগে আৰু তাৰ পিচতহে সেই মাধ্যমেৰে বিবিধ জ্ঞান আহৰণ কৰিব পাৰে।* ❖

# চতুস্ত্ৰিংশ অধিৱেশন

## ডিব্ৰুগড়

## ৩০, ৩১, ডিচেম্বৰ, ১৯৬৬, ১ জানুৱাৰি, ১৯৬৭

*[ লাহে লাহে অসম সাহিত্য সভাই বিশালতা লাভ কৰি গুৰুগৰীয়ান অনুষ্ঠানলৈ ৰূপান্তৰ হৈছে। অকল সাহিত্য সেৱীসকলৰ অনুষ্ঠান হোৱাৰ পৰিৱৰ্তে অসমীয়া জাতি ধৰ্ম ভাষা নিৰ্বিশেষে মহা মিলনৰ তীৰ্থ স্থানলৈ ৰূপান্তৰ হৈছে বুলিলেও অতিৰঞ্জিত কৰা নহয়। সেয়ে এই জাতীয় অনুষ্ঠানৰ বাৰ্ষিক অধিৱেশনসমূহ নিমন্ত্ৰণ কৰাটো অসমৰ প্ৰতিটোত অঞ্চলেই গৌৰৱ বোধ কৰে।]*

অসমৰ সাহিত্য আৰু সংবাদ জগতত উল্লেখযোগ্য বৰঙণি যোগোৱা 'ডিবৰু' নগৰে অসম সাহিত্য সভাৰ ৩৪ তম সন্মিলন আহবান কৰি তৃতীয় বাৰৰ বাবে এই গৌৰৱৰ ভাগী হ'ল। ১৯৬৬ চনৰ ৩০, ৩১ ডিচেম্বৰ আৰু ১৯৬৭ চনৰ ১ জানুৱাৰি অধিৱেশনৰ ব্যস্ত কাৰ্যসূচীৰ এইকেইটা দিন ডিব্ৰুগড় নগৰত উদুলি-মুদুলি লাগি পৰিল। নিৰ্দিষ্ট দিনৰ আগতে ধুবুৰীৰ পৰা শদিয়ালৈকে বিভিন্ন নগৰ-চহৰ, গাওঁ-ভুই, পৰ্বত-পাহাৰৰ পৰা অহা প্ৰতিনিধি সকলোৱে ডিব্ৰুগড় চৰকাৰী উচ্চতৰৰ মাধ্যমিক স্কুলত ব্যৱস্থা কৰা প্ৰতিনিধি শিৱিৰ ভৰি পৰিলহি। ডিব্ৰুগড় বাসী ৰাইজে ৰেক্টৰ লক্ষ্মীপ্ৰসাদ দত্তক সভাপতি আৰু অশ্বিনীচৰণ চৌধুৰী আৰু বিমলেশ্বৰ ফুকনক যুটিয়া সাধাৰণ সম্পাদকস্বৰূপে লৈ গঠন কৰি দিয়া শক্তিশালী অভ্যৰ্থনা সমিতিয়ে অক্লান্ত ভাবে অভ্যৰ্থনাৰ বাবে কৰা পৰিশ্ৰমৰ কথা সতকাই পাহৰিব নোৱাৰি।

চৌকিডিঙিৰ জীৱন ফুকন নগৰৰ খেল পথাৰত নালন্দাৰ তোৰণৰ আকৃতি নিৰ্মিত তোৰণে বিশাল সভামণ্ডপলৈ বাট উলিয়াই দিছে। মণ্ডপৰ গাতে লগাকৈ দক্ষিণত আছিল প্ৰদৰ্শনী মণ্ডপ। এই মণ্ডপ উৰ্ছগা কৰা হৈছিল 'জ্ঞান মালিনী' কবিৰ পবিত্ৰ স্মৃতিত। ডিবৰু পাৰৰ প্ৰাতঃস্মৰণীয় সাহিত্যিক স্বৰ্গীয় বেণুধৰ ৰাজখোৱা, ৰজনীকান্ত বৰদলৈ, মফিজুদ্দিন আহমদ হাজৰিকা আৰু ডাঃ মহানন্দ বৰুৱাৰ পৱিত্ৰ স্মৃতিত অভ্যৰ্থনা সমিতিয়ে একোখন তোৰণ নিৰ্মাণ কৰে। সভামণ্ডপৰ পৰা পূৰ্বে অনতিদূৰত অৱস্থিত 'চহৰীয়া হ'ল'-ত প্ৰতিনিধিসকলৰ বিষয় বাছনী সভাৰ বাবে স্থান নিৰূপিত কৰা হৈছিল।

## নিজৰাৰ কবি সম্বৰ্দ্ধিত

সন্মিলনৰ মহামেলাৰৰ আনুষ্ঠানিক বোধন কৰাৰ প্ৰাক্কালত, ৩০ ডিচেম্বৰৰ দিনা অসম সাহিত্য সভাই ডিবৰুপৰীয়া 'নিজৰাৰ কবি' শৈলধৰ ৰাজখোৱা ডাঙৰীয়াক ৰাজহুৱাভাৱে সম্বৰ্ধনা জনাবলৈ আয়োজন কৰিলে। 'চহৰীয়া হলত' আয়োজিত এই সম্বৰ্ধনা সভাৰ যি দৰে বৈশিষ্ট্যপূৰ্ণ আছিল, ঠিক সেইদৰেই হৈছিল সু-সম্পন্নও।

গায়নে-বায়নে কবিক নিজৰ বাসভৱনৰ পৰা আদৰি আনি সভাগৃহত উপস্থিত কৰোৱাৰ লগে লগে সমৱেত জনতাই শ্ৰদ্ধা নিৱেদন কৰে আৰু এক গাম্ভীৰ্যপূৰ্ণ পৰিৱেশত আবেলি ২ বজাত এটি সমৱেত গীতেৰে সভাৰ কাৰ্য আৰম্ভ হয়। অসম সাহিত্য সভাত প্ৰধান সম্পাদকে অসম সাহিত্য সভাৰ সভাপতি ধ্বনি কবি বিনন্দচন্দ্ৰ বৰুৱা দেৱক সভাৰ পৌৰোহিত্য কৰিবলৈ আহবান জনায় — সভাপতিয়ে আসন গ্ৰহণ কৰাৰ পিছতে প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগে 'নিজৰাৰ কবি' ৰাজখোৱাদেৱক উদ্দেশ্যি অভিনন্দন পত্ৰ পাঠ কৰে।

এই সভাত অসম সাহিত্য সভাৰ দুগৰাকী প্ৰাক্তন সভাপতি বাগ্মীবৰ নীলমণি ফুকন আৰু নলিনী বালা দেৱীৰ উপৰি, ডিব্ৰুগড় অধিৱেশনৰ বাবে নিৰ্ব্বাচিত সভাপতি নকুল চন্দ্ৰ ভূঞা ডাঙৰীয়াও উপস্থিত আছিল। কবি নলিনীবালা দেৱীয়ে সম্বৰ্ধিত কবি গৰাকীক উদ্দেশ্যি লিখা এটি স্ব-ৰচিত কবিতা পাঠ কৰি সভাৰ সৌষ্ঠৱ বৃদ্ধি কৰে। বাগ্মীবৰ নীলমণি ফুকনে কবি শৈলধৰ ৰাজখোৱা সম্পৰ্কে আৰু তেখেতৰ ভাষণত থকা অন্তৰ পৰশা অকপট প্ৰকাশ-ভংগীয়ে আৰু চৰকাৰী কামৰ হেঁচাত মনে তৃপ্তি লাভ কৰিব নোৱাৰাৰ অতৃপ্তি আৰু কাৰুণ্যই শ্ৰোতা সকলৰ অন্তৰ চুই যায়। বাৰ্ধক্য পীড়িত কবিয়ে তেখেতৰ ভাষণত অতীতৰ সোঁৱৰণ কৰি সাহিত্য সৃষ্টিৰ বাটত পোৱা নানা বাধা-বিঘিণিৰ কথা উল্লেখ কৰে। তেখেতে সামৰণিত কয় "দেৱতাৰ চৰণত ভক্তি ভাৱে দুবৰি এদাল দিলেও দেৱতা সন্তুষ্ট হৈ মোক ৰাজহুৱা ভাৱে সম্বৰ্ধনা জনাই আশীৰ্বাদ দিছে। ইয়াৰ বিনিময়তত মোৰ নিমিত্তে লাখ টকাৰ সম্পত্তি অতি তুচ্ছ।"

সভাপতিৰ আসনৰ পৰা ধ্বনি কৰি বৰুৱাই, ৰাজখোৱাৰ কবিৰ স্বকীয় বৈশিষ্ট্যৰ কথা উল্লেখ কৰিব কয় —"অসমীয়া সাহিত্যত পাষাণ প্ৰতিমা, বৰদোৱা, বৰ ন'ইৰ দৰে কবিতা স্ব-মহিমাৰে সদায় জিলিকে থাকিব।"

ডিব্ৰুগড় শাখা সাহিত্য সভাৰ সম্পাদক হেৰেম্ব বৰদলৈয়ে সভাৰ অন্তত সকলোলৈকে শলাগৰ শৰাই আগবঢ়োৱাৰ পিচত 'অ' মোৰ আপোনাৰ দেশে'ৰে সভাৰ সামৰণি পৰে।

৩০ ডিচেম্বৰ সন্ধ্যা ৫.৩০ বজা। চহৰীয়া হ'লত অসমৰ ইমুৰৰ পৰা সিমুৰলৈকে থকা অসম সাহিত্য সভাৰ শাখা আৰু স্বীকৃত সভাৰ পৰা প্ৰতিনিধি হৈ অহা লোকেৰে



চহৰীয়া হলত উদুলি-মুদুলি লাগিল। মুঠ ২১১ খন শাখা সভাৰ পৰা ৫৬০ জন প্ৰতিনিধিয়ে ডিব্ৰুগড় সন্মিলনত যোগদান কৰি পুনৰ সকলো অভিলেখ ভংগ কৰে।

অসম সাহিত্য সভাৰ নৱনিৰ্বাচিত সভাপতি ভূঞা ডাঙৰীয়া, বিদায়ী সভাপতি বৰুৱা ডাঙৰীয়া, প্ৰাক্তন সভাপতি নীলমণি ফুকন ডাঙৰীয়া, প্ৰাক্তন, সভানেত্ৰী নলিনীবালা দেৱী প্ৰমুখ্যে অসমৰ প্ৰবীণ আৰু নবীন সাহিত্য সেৱী সকলোৱে সভাঘৰ ভৰি পৰিল। সাহিত্য সভাৰ চলিত প্ৰথা অনুসৰি প্ৰধান সম্পাদকে নৱ-নিৰ্বাচিত সভাপতিক বিষয় বাছনী সভা পৰিচালনা কৰিবলৈ আহবান কৰিলে। সভাপতিয়ে আসন গ্ৰহণ কৰাৰ পিছত প্ৰধান সম্পাদকে বিশিষ্ট ব্যক্তিসকলৰ পৰিচয় দিয়ে। সহকাৰী সম্পাদক নগেন শইকীয়াই বিভিন্ন স্থানৰ পৰা অহা প্ৰতিনিধিবৰ্গক চিনাকি কৰি দিয়ে। সভাপতিয়ে বিদায়ী সভাপতিক সভা পৰিচালনাৰ দায়িত্ব দি প্ৰতিনিধিবৰ্গৰ পৰা বিদায় লয়। ধ্বনি কবি বিদায়ী সভাপতি বৰুৱাই বিষয় বাছনী সভা পৰিচালনা কৰে। ইয়াৰ পিছত মূল সভাত উত্থাপন কৰিবলগীয়া প্ৰধান সম্পাদকৰ যোৱা বছৰৰ সাধাৰণ প্ৰতিৱেদন আৰু আয়-ব্যয়ক দাঙি ধৰে। প্ৰতিৱেদনৰ বিভিন্ন বিষয়ৰ প্ৰায় চাৰি ঘন্টা জুৰি সজীৱ আলোচনা হয়। যোৱা বিত্তীয় বছৰৰ হিচাপ সহ প্ৰতিৱেদন সৰ্বসন্মতিক্ৰমে গৃহীত হয়।

## পতাকা উত্তোলন

৩১ ডিচেম্বৰ পুৱাৰ পৰাহে অসম সাহিত্য সভাৰ চতুঃস্ত্ৰিশ সন্মিলনৰ আনুষ্ঠানিক শুভাৰম্ভ হয়। পুৱা ৭-৩০ বজাত মূল সভামণ্ডপৰ সন্মুখত নিৰূপিত স্থানত 'চিৰচেনেহী মোৰ ভাষা জননী'-ৰ পতাকা উত্তোলন কৰিবৰ কাৰণে বিদায়ী সভাপতি বিনন্দচন্দ্ৰ বৰুৱা ডাঙৰীয়াক আগবঢ়াই অনা হয়। পতাকা উত্তোলিত হোৱাৰ লগে লগে সমৱেত সকলোৱে পতাকাক নমস্কাৰ কৰি আৰু গায়ক বৃন্দই 'আমি অসমীয়া নহওঁ দুখীয়া' অসম সঙ্গীতেৰে পতাকা বেদীৰ চৌকাষ মুখৰিত কৰি তোলে। উত্তোলক বৰুৱাই এটি চমু ভাষণ দি কয় — 'অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ পূজাৰী সকলে পৱিত্ৰ শক্তিশালী আৰু তেজী সাহিত্য শিল্পী সৃষ্ট কৰি অসমীয়া জাতিৰ নাম অমৰ কৰক।'

## প্ৰদৰ্শনী উদ্বোধন

পতাকা উত্তোলনৰ পিছতেই ৮ বজাত প্ৰদৰ্শনী দ্বাৰ উদ্‌ঘাটন কৰিবৰ কাৰণে মাদ্ৰাজৰ ভূতপূৰ্ব ৰাজ্যপাল, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি ডাঙৰীয়াই এটি লিখিত ভাষণ প্ৰসংগত তেখেতে কয় 'অসম সাহিত্য সভাৰ অধিৱেশনৰ লগত আপোনালোকে প্ৰদৰ্শনীৰ আয়োজন কৰিছে। প্ৰদৰ্শনী লোক শিক্ষাৰ এটা প্ৰধান মাধ্যম। সাহিত্যৰ প্ৰচাৰ আৰু জনপ্ৰিয় কৰি তোলাত প্ৰদৰ্শনীৰ প্ৰভাৱ কোনেও অস্বীকাৰ কৰিব

নোৱাৰে। .... অসমত অতীজৰে পৰা প্ৰকাশিত আলোচনী, বাতৰি কাকত, সাঁচিপতীয়া পুথি আদি আপুৰুগীয়া সাহিত্য গ্ৰন্থবোৰ প্ৰদৰ্শন কৰিব লাগে। অসমীয়া সাহিত্য সৃষ্টিৰ গুৰি ধৰোঁতা স্বনামধন্য সাহিত্যিকসকলৰ ডাঙৰ আকাৰৰ প্ৰতিকৃতি তেখেতসকল লিখা কিতাপ আদিৰ বৰ্ণনামূলক তালিকা আদিয়ে এই প্ৰদৰ্শনীত শোভা পোৱা উচিত।'

## আলোচনা-চক্ৰ

পুৱা ৮-৪৫ বজাৰ পৰা মূল সভামণ্ডপতে আয়োজিত হয় আলোচনা চক্ৰ। এটি গীতেৰে সভা আৰম্ভ হোৱাৰ পিছত নিৰ্বাচিত সভাপতি ড° মহেশ্বৰ নেওগক আসন গ্ৰহণ কৰিবলৈ আহবান জনোৱা হয়। আলোচ্য বিষয় আছিল 'ভাৰতীয় সাংস্কৃতিক ঐতিহ্য আৰু অসম'। সভাপতি ড° নেওগে এটি লিখিত ভাষণত প্ৰাগৈতিহাসিক কালৰে পৰা কামৰূপ তথা অসমে ভাৰতীয় সংস্কৃতিৰ লগত কি সম্পৰ্ক ৰাখি আহিছে আৰু কি অৱদান দি আহিছে সেই সম্পৰ্কে মূল্যবান তথ্যপাতি অতি চমুকৈ উল্লেখ কৰি দৃষ্টান্ত দেখুৱায়। ভাষণ প্ৰসংগত তেখেতে উল্লেখ কৰে - 'ঐতিহাসিক কালৰ ভিতৰত ভাস্কৰবৰ্মাৰ ৰাজত্বতে কামৰূপে ৰাজনৈতিক আৰু সাংস্কৃতিক ক্ষেত্ৰত প্ৰথমবাৰলৈ সৰ্বভাৰতীয় ৰূপ পৰিগ্ৰহ কৰে। অকল সেয়ে নহয়। আন্তৰ্জাতিক সংযোগৰ বিষয়তো তদানীন্তন কামৰূপে নিজৰ স্বাক্ষৰ স্পষ্টৰূপে ৰচিছিল।'

সভাপতি ভাষাণান্তত লীলা গগৈয়ে আলোচনাত অংশ গ্ৰহণ কৰি কয় যে, 'অসমীয়া সংস্কৃতি যথাৰ্থতে সমন্বয়ৰ সংস্কৃতি। ভাৰতীয় সংস্কৃতিৰ লগত সম্পৰ্ক দেখুৱাই তেখেতে এটি চমু তত্ত্ব গধুৰ ভাষণ দিয়ে।

## মুকলি অধিৱেশন

৩১ ডিচেম্বৰ দিনা ১১ বজাত ডিব্ৰুগড় 'আবৰ্ত ভৱনৰ' বাহৰৰ পৰা অসম সাহিত্য সভাৰ ৩৪ শ শন্মিলনৰ নিৰ্বাচিত সভাপতি, প্ৰবীণ সাহিত্য সেৱী নকুলচন্দ্ৰ ভূঞা ডাঙৰীয়াক গায়নে-বায়নে সমদল যাত্ৰা কৰি সভা মণ্ডপলৈ আগবঢ়াই অনা হয়। সভাপতি সভামণ্ডপলৈ সোমোৱাৰ লগে লগে সমৱেত হোৱা বিশাল জনতাই থিয় দি শ্ৰদ্ধা জনায়। সভাপতিয়েও প্ৰতিশ্ৰদ্ধা জনায় আগবাঢ়ে। সুসজ্জিত মঞ্চত সভাৰ সভাপতিৰৰ কাষতে বহে বিদায়ী সভাপতি ধ্বনি কবি বিনন্দচন্দ বৰুৱা, অভ্যৰ্থনা সমিতিৰ সভাপতি লক্ষ্মী প্ৰসাদ দত্ত, প্ৰাক্তন সভানেত্ৰী নলিনীবালা দেৱী, প্ৰাক্তন সভাপতিসকল নীলমণি ফুকন, পদ্মধৰ চলিহা, মিত্ৰদেৱ মহন্ত, বেণুধৰ শৰ্মা আৰু কবি শৈলধৰ ৰাজখোৱা, ড° মহেশ্বৰ নেওগ, প্ৰধান সম্পাদককে মুখ্য কৰি সাহিত্য সভাৰ বিষয়ববীয়াসকল, বিশিষ্ট অতিথিসকল আৰু সভাৰ উদ্বোধক অসমৰ মুখ্যমন্ত্ৰী বিমলপ্ৰসাদ চলিহা। মঞ্চত বিশিষ্ট লোকসকলৰ উপস্থিতিৰ লগে লগে 'মঙ্গলা চৰণৰ' স্তোত্ৰ পাঠ হয়।



'চিৰ চেনেহী মোৰৰ ভাষা জননী' গীতটি সংগীত বিদ্যালয়ৰ শিল্পী দলৰ সমৱেত কণ্ঠত ধ্বনিত হোৱাৰ লগে লগে যথাৰ্থতে মুকলি অধিৱেশনৰ শুভাৰম্ভ ঘটে।

## উদ্বোধনী ভাষণ

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হৰি প্ৰসাদ নেওগে বিমলা প্ৰসাদ চলিহা ডাঙৰীয়াক সভা উদ্বোধন কৰিবলৈ আহবান জনায়। চলিহা ডাঙৰীয়াই পোন্ধৰ মিনিট জোৰা উদ্বোধনী ভাষণত সাহিত্য আৰু সাহিত্যিকৰ সৎশক্তিৰ কথা উল্লেখ কৰে। অসমৰ পৰ্বত-ভৈয়ামৰ ৰাইজৰ মাজত সমন্বয় আৰু সম্প্ৰতিৰ বান্ধ দৃঢ় কৰি তুলিবলৈ তেওঁ আবহান জনায় আৰু 'অসম সাহিত্য সভা' মহাসভা হওক বুলি আশা কৰে। সাহিত্যিকসকলৰ মহান অৱদান হ'ব পৰ্বত-ভৈয়ামৰ মাজত সংহতি স্থাপন কৰাটো, উত্তৰ-পূব সীমান্ত অঞ্চলত অসমীয়া ভাষা- সাহিত্যই সংহতি ৰক্ষা কৰাটো, উত্তৰ-পূব সীমান্ত অঞ্চলত অসমীয়া ভাষা-সাহিত্যই সংহতি ৰক্ষা কৰিছে। অসমীয়া সাহিত্যক আৰু চহকী কৰিব লাগে যাতে এই ভাষা আৰু সাহিত্যৰ প্ৰতি কাষৰীয়া সকলোৰে আকৰ্ষণ বাঢ়ে। শ্ৰীমন্ত শঙ্কৰদেৱেও এই সংহতি বিচাৰিছিল।

'অসমীয়া ভাষাই অসমৰ লোকক বিভেদৰ মাজত ঐক্য আনিবলৈ শিকাইছে। এই সূক্ষ্ম সম্পৰ্ক ছিগি গ'লে নিচেই আপোন মানুহো পৰ হ'ব'। প্ৰতিক্ৰিয়াশীল শক্তিৰ কথা উল্লেখ কৰি তেওঁ কয় — 'প্ৰতিক্ৰিয়াশীল শক্তিয়ে অসমীয়া ভাষা প্ৰচাৰত প্ৰতিৰোধ কৰিবলৈ বিচাৰে। আমাৰ ভাষা সাহিত্যক ঐশ্বৰ্যশালী কৰি তুলিব পাৰিলেই এই প্ৰতিৰোধ অন্ত হ'ব। ভাষা প্ৰচাৰ কৰিবলৈ হ'লে সাহিত্যক চহকী কৰিব লাগে। বিভিন্ন উৎসৰ পৰা শব্দ সংগ্ৰহ কৰি ভাষাক উন্নত আৰু সাহিত্যক চহকী কৰিব লাগে।'

বিদায়ী সভাপতি বিনন্দচন্দ্ৰ বৰুৱাই সভাপতি ভূঞা ডাঙৰীয়াৰ নাম প্ৰস্তাৱ কৰে আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি লক্ষী প্ৰসাদ দত্তই উক্ত প্ৰস্তাৱ সমৰ্থন কৰি ভূঞা ডাঙৰীয়াক সভাপতিৰ আসনলৈ আহবান জনায়। যথানিয়মে সভাপতিৰ আসন গ্ৰহণ কৰাৰ পাছত এটি শোক প্ৰস্তাৱ লোৱা হয়।

অভ্যৰ্থনা সমিতিৰ সভাপতি লক্ষ্মী প্ৰসাদ দত্তই অসম সাহিত্য সভাৰ বিষয় ববীয়া প্ৰতিনিধি বৰ্গ আৰু সমৱেত জনতাক উদ্দেশ্যি এটি লিখিত অভিভাষণ পাঠ কৰে।

এটি গীতৰ অন্তত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগে তেখেতৰ সুদীৰ্ঘ প্ৰতিবেদন দাঙি দৰে। আৰু যোৱা বিত্তীয় বছৰৰ হিচাপৰ থুল-মূল বিবৰণ দিয়ে। প্ৰতিবেদন আৰু বিত্তীয় হিচাপ সৰ্বসন্মতি ক্ৰমে গৃহীত হয়।

ডিব্ৰুগড় বৈষ্ণৱ সমাজ কৃষ্টিশাখাৰ দ্বাৰা পৰিৱেশিত বৰগীত এটিৰ পিছত প্ৰবীণ সাহিত্য সেৱী, অসম সাহিত্য সভাৰ ৩৪ শ অধিৱেশনৰ সভাপতি নকুল চন্দ্ৰ ভূঞা

ডাঙৰীয়াই তেখেতৰ ৪৪ পৃষ্ঠাজোৰা ছপা অভিভাষণ দাঙি ধৰে। 'ভাষা সাহিত্যৰ লুইতক ভেটিব কোনে? সংস্কৃতিৰ বৰনৈক ৰোধিব কোনে?' এই বাণীৰে তেখেতে এই কেইটা ছেদত ভাষণ দান কৰে। ইয়াৰ পিছতে সংগীত বিদ্যালয়ৰ দ্বাৰা পৰিৱেশিত গীতেৰে প্ৰথম দিনৰ ৰাজহুৱা সভাৰো সামৰণি পৰে।

## বিজ্ঞান সাহিত্য সন্মিলন

সন্ধ্যা ৫ বজাৰ পৰা মূল সভা মণ্ডপতে বিজ্ঞান সাহিত্য সন্মিলন 'বিজ্ঞানে আনিলে জোৱাৰ' শীৰ্ষক তাৎপৰ্যপূৰ্ণ গীতেৰে সভা আৰম্ভ কৰাৰ পিছত এই শাখা সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঃ মথুৰানাথ ভট্টাচাৰ্যই সমৱেত সুধীবৃন্দক আদৰণি জনাই এটি চমু আদৰণী ভাষণ পাঠ কৰে। তেখেতে ভাষণ প্ৰসংগত কয় যে, বিজ্ঞান আৰু সাহিত্য দুয়োৰে অসীম শক্তিক অৰ্থলিপ্সু, মানৱতা বিৰোধী স্বাৰ্থন্বেষী দলে সমাজৰ অহিতাৰ্থে প্ৰয়োগ কৰাৰ বাবে সুন্দৰৰ সাধক সাহিত্যিক সকলে তাৰ বিৰুদ্ধে যুঁজ দিব লাগিব। বিজ্ঞানে সমাজ জীৱনক প্ৰভাৱান্বিত কৰিছে অনিবাৰ্য্যভাৱে। গতিকে সাহিত্যিকসকলেও বিজ্ঞানৰ পোহৰত সমাজ জীৱনক চাব পাৰিব লাগিব।

আদৰণী ভাষণৰ পিছত এই শাখা সন্মিলনত পৌৰোহিত্য কৰিবৰ কাৰণে নিৰ্বাচিত সভাপতি গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাণীতত্ত্ব বিভাগৰ মুখ্য অধ্যাপক ডঃ কালীনাথ শৰ্মাক অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দ্বাৰা আহবান জনোৱা হয় আৰু বিশিষ্ট অতিথি স্বৰূপে বৰণ কৰা হয় অসম কৃষি কলেজৰ উপাধ্যক্ষ সুসাহিত্যিক ডঃ কনক চন্দ্ৰ মহন্তক।

সভাপতিয়ে তেখেতৰ ভাষণত বিজ্ঞানৰ বিভিন্ন দানৰ উপৰিও গুৰুত্ব দিয়ে সমাজ জীৱনলৈ বিজ্ঞানে আনি দিয়া যুক্তি আৰু গতিৰ পৰিৱৰ্তনৰ ওপৰত। প্ৰাচীন সমাজ ব্যৱস্থাৰ পৰা আৰম্ভ কৰি বৰ্তমান সময় পৰ্যন্ত থকা শ্ৰেণী আৰু বৰ্ণ বৈষম্যক বিজ্ঞানে কেনেভাৱে ভাঙি দি নতুন সমতা স্থাপন য'ত অৰিহনা যোগাইছে। ডঃ শৰ্মাৰ ভাষণত তেখেৰ সুন্দৰ গদ্য ৰীতিয়ে শ্ৰোতাক মুগ্ধ কৰিছিল।

বিশিষ্ট অতিথি ডঃ কনকচন্দ্ৰ মহন্তই তেখেতৰ তথ্যপূৰ্ণ ভাষণত বিজ্ঞান সাহিত্যৰ বিষয়ে কয়। অসমীয়া ভাষাত বিজ্ঞান সাহিত্যৰ সংখ্যা আৰু গুণৰ স্বল্পতা উল্লেখ কৰি তেখেতে পৃথিৱীৰ অন্যান্য বিজ্ঞান বিষয়ক উন্নত দেশসমূহৰ সাহিত্যৰৰ দৃষ্টান্ত দিয়ে। ৰুছ ভাষা, ইংৰাজী ভাষাত এই বিষয়ৰ সাহিত্য আদৰ আৰু চাহিদা বৃদ্ধিৰ কথাও উল্লেখ কৰে।

সভাপতিয়ে তেখেতৰ মন্তব্যত 'কম কথা কোৱা বেছি কাম কৰা'ৰ আদৰ্শ গ্ৰহণ কৰিবলৈ আহবান জনায়। এটি গীতেৰে চক্ৰৰ সামৰণি মৰা হয়।



## সাংস্কৃতিক সন্মিলন

গধূলি ৩ বজাৰত সাংস্কৃতিক সন্মিলন আৰম্ভ কৰা হয় এটি সমৱেত আদৰণী গীতেৰে। গীতান্তত প্ৰধান সম্পাদকৰ আহবান ক্ৰমে এই শাখা সন্মিলনৰ বাবে নিৰ্বাচিত সভাপতি শংকৰী নৃত্য-গীত বিশাৰদৰ জীৱেশ্বৰ গোস্বামী ডাঙৰীয়াই আসন গ্ৰহণ কৰে আৰু তেখেতৰ সৰল ভাষণ পাঠ কৰে। কাকুতি ঘোষাৰে আৰম্ভ কৰি ঘোষাৰেই সামৰণি মৰা গোস্বামী ডাঙৰীয়াৰ ভাষণত তেখেতে বিশদভাৱে গুৰুত্ব দিয়ে অসমীয়া গীত মাতৰ সুকীয়া বৈশিষ্ট্যৰ ওপৰত।

গোস্বামী ডাঙৰীয়াৰ ভাষণে শ্ৰোতাক মুগ্ধ কৰাৰ অন্যতম কাৰণ আছিল তেখেতৰ মাজে মাজে দি যোৱা সুৰ। তদুপৰি লিখিত ভাষণ প্ৰসংগত তেখেতে নানা মৌখিক দৃষ্টান্তৰে, সুৰৰ উদাহৰণেৰে শ্ৰোতাক মুগ্ধ কৰি ৰাখে। ভাষাণান্তত সাংস্কৃতিক শাখাৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক ভৱত বৰপূজাৰীয়ে শলাগৰ শৰাই আগবঢ়ায়।

## সাংস্কৃতিক সমাৰোহ

আনুষ্ঠানিক সভাৰ সাংস্কৃতিক সন্মিলন শেষত সমাৰোহ আৰম্ভ হয় নতুন প্ৰথাৰে। অসম যশস্বী কথাশিল্পী চৈয়দ আব্দুল মালিকে এটি চুটি গল্প নিজে পাঠ কৰি শুনায়। এই সমাৰোহৰ বিশেষত্ব আছিল দূৰণিবটীয়া পৰিৱৰ্তে অসমৰ বিভিন্ন ঠাইৰ স্থানীয় শিল্পী দল; পাহাৰ অঞ্চলৰ শিল্পী দলৰ সমাৱেশ ডিব্ৰুগড় স্থানীয় সংগীত বিদ্যালয়, কৃষ্টি সমাজ আৰু ব্যক্তিগত সকলৰ উপৰিও যোৰহাটৰ ৰূপজ্যোতি সংঘ আৰু অন্যান্য দল সমূহেও যোগদান কৰে। গোলাঘাটৰ বৰকাঠনী বাগিচাৰৰ বনুৱা শিল্পীসকলৰ নিখুঁট হুচৰি আৰু বিহু প্ৰদৰ্শনে দৰ্শকক আনন্দাপ্লুত কৰে দহ হেজাৰতকৈও অধিক দৰ্শকক সমুখত লৈ বিভিন্ন শিল্পীসকলে শেহৰাতিলৈকে তেওঁলোকৰ অনুষ্ঠান প্ৰদৰ্শন কৰি প্ৰথম দিনাৰ কাৰ্যসূচী সামৰণি মাৰে।

## বিষয় বাছনী সভাৰ স্থগিত অধিৱেশন

সাংস্কৃতিক সন্মিলনৰ আনুষ্ঠানিক সভাৰ পিছতে প্ৰতিনিধি বাহৰত ৰাতি ১০-৩০ বজাত বিষয় বাছনি সভাৰ দ্বিতীয় বৈঠক বহে। পৰিচালনা কৰে বিদায়ী সভাপতি বৰুৱাদেৱে। প্ৰতিনিধিসকলৰ উপস্থিতি সেৰেঙা আছিল। কিন্তু বিষয় বাছনি সভাৰ আলোচনা উত্তপ্ত হৈছিল। নিয়মাৱলী সংশোধন সম্পৰ্কীয় আলোচনাৰ বেলা এনে অৱস্থা বিশেষভাৱে লক্ষ্য কৰিবলগীয়া হৈছিল। প্ৰায় ৪ ঘন্টা জুৰি অধিৱেশন বহে।

## ১ জানুৱাৰি ১৯৬৭, দেওবাৰ বুৰঞ্জী সন্মিলন

পুৱা ৭-৩০ মূল মণ্ডপত আৰম্ভ হয় বুৰঞ্জী সন্মিলন। এটি আদৰণী গীতৰ শেষত এই সন্মিলনৰ পৌৰোহিত্য কৰিবৰ কাৰণে বুৰঞ্জীবিদ অসম সাহিত্য সভাৰ প্ৰাক্তন

প্ৰধান সম্পাদক কেশৱ নাৰায়ণ দত্তক প্ৰধান সম্পাদকে আহবান জনায়। সভাপতিয়ে তেখেতৰ সুচিন্তিত ভাষণত অসমৰ সভ্যতা, সাংস্কৃতি আৰু বুৰঞ্জীমূলক গৱেষণাৰ উপৰি অসমৰ নতুন বুৰঞ্জী প্ৰণয়ন ওপৰত গুৰুত্ব দিয়ে।

ডিব্ৰুগড় কানৈ কলেজৰ বুৰঞ্জী বিভাগৰ অধ্যাপিকা স্বৰ্ণলতা বৰুৱা আৰু কৰ্মাচ কলেজৰ অধ্যক্ষ নিৰ্মল বসুৱে বিষয়ত অংশ গ্ৰহণ কৰি বুৰঞ্জী প্ৰণয়নৰ দায়িত্ব আৰু অসমত থকা প্ৰাচীন বুৰঞ্জীৰ সমল ওপৰত তত্ত্ব গধুৰ ভাষণ দিয়ে। সামৰণী গীতেৰে সন্মিলনৰ অন্ত হয়।

## বিষয় বাছনী সভাৰ সামৰণি অধিৱেশন

পুৱা ১০ বজাত চহৰীয়া হলত বিষয় বাছনী সভাৰ তৃতীয় আৰু শেষ বৈঠক বহে। প্ৰতিনিধিবৰ্গৰ এই সভা পৰিচালনা কৰে বিদায়ী সভাপতি বিনন্দচন্দ্ৰ বৰুৱাদেৱে। এই সভাত অসম সাহিত্য সভাৰ নতুন বছৰৰ নতুন কাৰ্যনিৰ্বাহক সমিতিৰ বিষয়ববীয়া নিৰ্বাচন কৰা হয় উপ-সভাপতি, প্ৰধান সম্পাদক, কোষাধ্যক্ষ আৰু পত্ৰিকা সম্পাদক এই চাৰি বিষয়বাবৰ বাবে বিনা প্ৰতিদ্বন্দ্বিতাই নিৰ্বাচিত হয় — ক্ৰমে ড° মহেশ্বৰ নেওগ, হৰিপ্ৰসাদ নেওগ, দেৱপ্ৰসাদ বৰুৱা, ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী। বাকী ১৬ জন সদস্যৰ বাবে প্ৰস্তাৱিত প্ৰায় ৬০ জন ব্যক্তিৰ নামৰ তালিকাৰ পৰা বাচি লৈ নিৰ্বাচিত কৰি ৰাজহুৱা সভাত ঘোষণা কৰিবলৈ বিদায়ী সভাপতি, নৱ-নিৰ্বাচিত সভাপতি, উপ-সভাপতি, প্ৰধান সম্পাদক, কোষাধ্যক্ষ আৰু পত্ৰিকা সম্পাদকক লৈ গঠিত সমিতিক ভাৰ দিয়ে।

২য় দিনৰ মুকলি অধিৱেশনতো বিশাল জনতা সমৱেত হয়। গীতেৰে সভা আৰম্ভ কৰাৰ লগে লগে সভাপতিয়ে নিজৰ আসন গ্ৰহণ কৰে আৰু মঞ্চত প্ৰাক্তন সভাপতিসকল, বিদায়ী সভাপতি, অভ্যৰ্থনা সমিতিৰ সভাপতি, সাংস্কৃতিক সন্মিলনৰ সভাপতি, বুৰঞ্জী সন্মিলনৰ সভাপতি, বিশিষ্ট অতিথি ড° যোগিৰাজ বসু, চৌপক গোহাঁই, নেফাৰ লুম্মেৰ দাই, ওৰাংকাৰ লোৱাং, গোৱা পাৰ্টিন, কাছাৰৰ ব্ৰজেনমোহন সিং, মিকিৰ পাহাৰৰ ডিফু কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক ৰংবং টেৰাং, অসম সাহিত্য সভাৰ প্ৰধান সম্পাদককে প্ৰমুখ্য কৰি বিষয়ববীয়াসকল বহে।

বিষয় বাছনী সভাই গ্ৰহণ কৰা পাঁচোটি প্ৰস্তাৱ সভাত উত্থাপন কৰে। সাহিত্য সভাই দুষ্প্ৰাপ্য পুথি-পত্ৰ, কাকত, ছবি, সাহিত্যিক শিল্পীসকলৰ ৰচনাৰ পাণ্ডুলিপি, চিঠি আৰু ভাষা-সাহিত্য-সংস্কৃতি সম্পৰ্কীয় সংগ্ৰহালয় প্ৰতিষ্ঠা কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰি অসমীয়া ভাষাত বিশ্বকোষ প্ৰণয়নৰ বাবে চৰকাৰী মঞ্জুৰী দাবী কৰি আৰু উচ্চতৰ মাধ্যমিক স্কুলত অসমীয়া বিষয়ৰ শিক্ষকৰ সমান মৰ্যাদা দিবলৈ বিভাগীয় কৰ্তৃপক্ষক দাবী জনাই গ্ৰহণ কৰা পাঁচোটি প্ৰস্তাৱ ৰাজহুৱা সভাতো সৰ্বসন্মতিত গৃহীত হয়।



পৰৱৰ্তী কাৰ্যক্ৰম অনুসৰি বিষয় বাছনি সভাই সংশোধন কৰা নিয়মাৱলীৰ ছেদ কেইটিত সশোধনী ৰূপ সহকাৰী সম্পাদক নগেন শইকীয়াই পাঠ কৰে।

## বিশিষ্ট অতিথিৰ ভাষণ

এটি গীতৰ অন্তত বিশিষ্ট অতিথি সকলক ভাষণ দিবলৈ সভাত পতিয়ে আহ্বান জনায়। সভাপতিৰ আহবান ক্ৰমে প্ৰথমে পণ্ডিত ডক্টৰ যোগিৰাজ বসু ডাঙৰীয়াই এটি সাৰগৰ্ভ ভাষণ দিয়ে। তেখেতে যুগমীয়া সাহিত্য আৰু ক্ষন্তেকীয়া সাহিত্য সমালোচনাৰ সম্পৰ্কে বাখ্যা কৰি অসমীয়া সাহিত্যৰ এই বিভাগত অগ্ৰগতিৰ কথা কয়। অসমীয়া সাহিত্যত বিজ্ঞান সন্মত সাহিত্যৰ আৰু ধৰ্ম তথ্য দৰ্শনমূলক সাহিত্যৰ স্বল্পতাৰ বাবে বহুখিনি কাম কৰিবলগীয়া আছে আৰু তাৰ বাবে চৰ্চাৰ থলী প্ৰস্তুত কৰাৰো সময় বেছিহে হৈছে। সংস্কৃত সাহিত্য তথা বৈদিক সাহিত্য চৰ্চা আৰু অধ্যয়নৰ দ্বাৰা ভাৰতীয় দৰ্শন হৃদয়ংগম কৰা আৰু তুলনামূলক জ্ঞান লাভ কৰাতে ভাৰতীয় ছাত্ৰৰ বাবে যে অতি প্ৰয়োজনীয়ৰ কথা সেই কথা তেখেতে বিভিন্ন দিশৰ পৰা ব্যাখ্যা কৰে। অসমীয়া সাহিত্য সেৱী সকলক এই বিভিন্ন বিষয়ৰ প্ৰতি চকু ৰাখি অসমীয়া সাহিত্যৰ সৰ্বাঙ্গীন বিকাশ সাধনত ব্ৰতী হ'বলৈ আহবান জনায়। অনুবাদ সাহিত্যৰ প্ৰয়োজনীয়তা যে অসমীয়া ভাষাত যথেষ্ট আছে তাৰ প্ৰতিও চকু ৰাখি কাম কৰিবলৈ আহবান জনায়।

খামটিসকলৰ মাজৰ পৰা অহা চৌপক গোহাঁই ডাঙৰীয়াক সভাপতিয়ে ভাষণ দিবলৈ আহ্বান জনায়। তেখেতে 'জনজাতীয়' ৰাইজৰ হৈ ভৈয়াম আৰু পৰ্বতৰ লোকৰ মাজ যাউতিযুগীয়া সম্প্ৰীতি আৰু সমন্বয়ৰ কথা উল্লেখ কৰে। অসমীয়া ভাষাৰ প্ৰাচীনত্ব আৰু সাহিত্যৰ বিকাশৰ কথা উল্লেখ কৰি তেখেতে কয় — 'অসমীয়া ভাষা নতুন পালি ভাষা নহয়'। ড° কাকতীয়ে তেওঁৰ গ্ৰন্থত সেই কথা বঢ়িয়াকৈ প্ৰমাণ কৰিছে। অসমীয়া সাহিত্যত মিৰিজীয়ৰী, ইয়াৰুইঙ্গম, জনজাতীয় সাধু আদি পুথি ৰচিত আৰু সংকলিত হৈছে। জনজাতীয় ৰাইজক সকলো বিষয়তে সমানে সহায়-সহানুভূতি দেখুৱায়, তাৰবাবে আহ্বান জনাই বক্তৃতাৰ সামৰণি মাৰে।

উদীয়মান অসমীয়া সাহিত্যিক নেফাৰ লুম্মেৰ দাইয়ে ভাষণ দি কয় — 'অসমৰ বাহিৰৰ মানুহ অসমীয়া সাহিত্যৰ কথা ভালকৈ নাজানে। অসমীয়া ভাল পুথিসমূহ ইংৰাজী, হিন্দী আৰু অন্যান ভাষাৰ ভাল পুথিসমূহ অসমীয়ালৈ অনুবাদ কৰি নিজৰ ভাষা আৰু সাহিত্যিক চহকী কৰিব লাগে'। তেখেতে অসম সাহিত্য সভাৰ কৰ্মপন্থাৰ শলাগ লয় আৰু সমৱেত জনতাক শ্ৰদ্ধা জনায় বক্তৃতা সামৰে।

নেফাৰ ৱাংফা লোৱং (টিৰাপৰ নামচাং ডেকা ৰজাৰ ভায়েক) এ এটি চমু ভাষণ দিয়ে। প্ৰৱেশিকা পৰ্যন্ত অসমীয়া মাধ্যমত পঢ়া লোৱাঙে উত্তৰ লক্ষীমপুৰ অধিৱেশনলৈ

যোৰাৰ কথা কয় আৰু সাহিত্য সভাৰ যোগেদি হোৱা আদান প্ৰদানৰ কথা উল্লেখ কৰে। টিৰাপৰ ডেকা ৰজা (তেওঁৰ ককায়েক) ৱাংমাই ৰাজকুমাৰে সাহিত্য সভালৈ দিয়া 'নক্তে জাঠী' আৰু টুপী তেওঁ সভাপতিৰ হাতত অৰ্পণ কৰে আৰু লগতে দিয়ে ৰাজকুমাৰে দিয়া এখনি চিঠি। ৱাংমাই ৰাজকুমাৰে লিখিছে 'অতি মৰমৰ অনুষ্ঠান অসম সাহিত্য সভাৰ লগত মোৰ আৰু টিৰাপবাসী ৰাইজৰ ইতিমধ্যে ওতপ্ৰোত সম্বন্ধ ঠন ধৰি উঠিছে। আমাৰ আন্তৰিক সহযোগিতা আৰু শুভেচ্ছা সদায় সজীৱ হৈ থাকিব। যোৱাবাৰ উত্তৰ লক্ষীমপুৰত বহা অধিৱেশনত যোগ দিবলৈ সময় আৰু অৱস্থাই সুবিধা দিয়াত নিজকে পৰম ভাগ্যবান বুলি ভাবিছিলোঁ। কিন্তু বৰ্তমান মোৰ শাৰীৰিক অৱস্থা সমূলি ভাল নহয়। সেয়েহে মই এই সুদূৰৰ পৰা এই অধিৱেশনলৈ শুভেচ্ছা আগবঢ়ালোঁ। ভৈয়ামৰ ৰাইজৰ লগত আমাৰ টিৰাপবাসী, প্ৰধানকৈ নক্তেসকলৰ সম্প্ৰীতি আজিৰ নহয়, কৌটিকলীয়া। ভৌগোলিক পৰিৱেশ আৰু সাংস্কৃতিক দিশত আমাৰ সম্বন্ধ অতি উচ্চখাপৰ।' 'জয়তু ভাষা জননী' বুলি তেখেতে চিঠিৰ সামৰণি মাৰিছে।

আন গৰাকী নেফাৰ প্ৰতিনিধি গোৱা পাটিনে ভাষণ দি কয় যে, জাতীয় স্বাৰ্থৰ খাটিৰত অসমৰ পৰ্বতয-ভৈয়ামৰ বিভিন্ন সম্প্ৰদায়ৰ ৰাইজে অসমীয়া পঢ়িব লাগে। 'ভাষাৰ যোগেৰে আমি সকলো মিলি একগোট হৈ থাকিম' বুলি তেখেতে কয়।

মিকিৰ পাহাৰৰ ডিফু কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক ৰংবং টেৰাঙে ভাষণ দি সাহিত্য সভাই অসমৰ অখণ্ডতাৰ বাবে লোৱা কাৰ্য্য পন্থা শলাগে। 'অন্তৰৰ বুজা-বুজিৰেহে দেশৰ সংহতি সাধিত হয়' বুলি তেখেতে কয়। পাহাৰ অঞ্চলত দেখা দিয়া বিভিন্ন সমস্যা আৰু বিদেশী লোকৰ প্ৰভাৱ সম্পৰ্কে সঁকিয়াই দি তেখেতে কয় যে পাহাৰ মাজত লুকাই থকা বিষয় লৈ অসমীয়া সাহিত্য চহকী কৰক। আশাবাদী মনোভাবেৰে তেখেতে অখণ্ড অসম কামনা কৰি বক্তৃতাৰ সামৰণি মাৰে।

ইয়াৰ পিছত প্ৰাক্তন সভাপতি বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াই এটি চমু ভাষণত দেশৰ তৰুণ সাহিত্যিকসকলক সকলো ভেদাভেদ পাহৰি অসমীয়া জাতীয় চৈতন্য জগাই তুলিব পৰাকৈ সাহিত্য সৃষ্টি কৰিবলৈ উদাত্তকণ্ঠে আহ্বান জনায়। তেখেতে অনৈক্যৰ মাজত ঐক্য জীয়াই ৰাখিবলৈ সমাজ আৰু জাতিৰ শত্ৰুৰ মুখা খুলি দিবলৈ আবেগেৰে আহ্বান জনায়।

প্ৰাক্তন সভানেত্ৰী নলিনীবালা দেৱীয়েও অসমীয়া সাহিত্যক বিভিন্ন সমলেৰে চহকী কৰাৰ লগতে তৰুণ সাহিত্যিক সকলক আহ্বান কৰে - পৰ্বত- ভৈয়ামৰ এনাজৰীডাল কট্‌কটীয়া কৰিবলৈ। কবিসুলভ, আৱেগপ্ৰৱণ, কোমল উচ্ছাসপূৰ্ণ ভাষাৰে তেখেতে নেফাৰ ৰাইজৰ লগত থকা ভৈয়ামৰ লোকৰ সম্প্ৰতিৰ কথা কয়। প্ৰাক্তন সভাপতি বেণুধৰ শৰ্মা আৰু পদ্মধৰ চলিহা ডাঙৰীয়াই জাতীয় চেতনা উদ্দীপক



সাহিত্য সৃষ্টিৰ আগভাগ ল'বলৈ আৰু ভাষাটো বিজতৰীয়া নকৰিবলৈ তৰুণ সাহিত্যিকসকলক সঁকিয়াই দিয়ে।

বিশিষ্ট অতিথিসকলৰ বক্তৃতাৰ অন্তত অসম সাহিত্য সভাৰ পুৰণি কাৰ্যনিৰ্বাহক সমিতিয়ে পদত্যাগ কৰে আৰু নতুন কাৰ্যনিৰ্বাহক সমিতিৰ বিষয়ববীয়া আৰু সদস্যসকলৰ নাম ঘোষণা কৰা হয়।

ইয়াৰ পিছত তেজপুৰ শাখা সাহিত্য সভাৰ হৈ হৰকান্ত দাসে পৰৱৰ্তী বছৰৰ অধিৱেশন বিপুল হৰ্ষধ্বনিৰ মাজত আহ্বান কৰে।

সভাপতিয়ে ডিব্ৰুগড়ীয়া ৰাইজ, বিশিষ্ট অতিথিসকল আৰু সমৱেত ৰাইজৰ শ শলাগ লয়।

ডিব্ৰুগড় অভ্যৰ্থনা সমিতিৰ সম্পাদক অশ্বিনী চৰণ চৌধুৰীয়ে সভাপতিকে প্ৰমুখ্যে কবি সকলোলৈকে আৰু প্ৰতিনিধি সকলৰ হৈ দেৱপ্ৰসাদ বৰুৱাই অভ্যৰ্থনা সমিতিলৈল শলাগৰ শৰাই আগবঢ়োৱাৰ পিছত 'অ' মোৰ আপোনাৰ দেশ'ৰে সভাৰ সামৰণি মৰা হয়।

## সংবাদ সাহিত্য সন্মিলন

ডিব্ৰুগড় সন্মিলনত 'সংবাদ সাহিত্য সন্মিলন' নাম দি আন এখনি নতুন শাখা সন্মিলনৰো অনুষ্ঠুপিয়া আয়োজন কৰা হয়। সন্ধ্যা ৫ বজাত মূল সভা মণ্ডপতে প্ৰাক্তন সভাপতি, প্ৰবীণ সাহিত্যিক বেণুধৰ শৰ্মা ডাঙৰীয়াৰ সভাপতিত্বত সংবাদ সাহিত্য সন্মিলন অনুষ্ঠিত হয়। এই শাখা অভ্যৰ্থনা সমিতিৰ সম্পাদক সুনীল কুমাৰ বৰঠাকুৰে এটি প্ৰবন্ধ পাঠ কৰে। আলোচনাত যশস্বী কথাশিল্পী চৈয়দ আব্দুল মালিক আৰু সাংবাদিক ফণী তালুকদাৰে অংশ গ্ৰহণ কৰি সংবাদ সাহিত্যৰ বিষয়ে এটি ভাষণ দিয়ে। সভাপতিয়ে তেখেতৰ ভাষণত সাংবাদিকতা সুস্থ আৰু দ্ব্যৰ্থতামূলকক হ'ব লাগে বুলি কয় আৰু তাৰ অবিহনে কেনে বিপৰ্যয় সৃষ্টি হ'ব পাৰে তাৰ কথা উল্লেখ কৰে। ইয়াৰ পিছতে অভ্যৰ্থনা সমিতিৰ সহকাৰী সম্পাদক স্থানীয় সাংবাদিক হেৰম্ব বৰদলৈয়ে সকলোলৈকে কৃতজ্ঞতা জ্ঞাপন কৰে। এটি গীতেৰে সভাৰ সামৰণি হয়।

## কবি সন্মিলন

গধূলি ৭ বজাত সন্মিলন অনুষ্ঠিত হয়। নিৰ্বাচিত আৰু নিমন্ত্ৰিত সভাপতি বিপ্লৱী কবি প্ৰসন্নলাল চৌধুৰী ডাঙৰীয়াক সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ আহ্বান জনোৱা হয়। সভাপতি চৌধুৰীয়ে তেখেতৰ ছন্দোময় স্বত্বস্ফুৰ্ত গদ্যত লিখা অভিভাষণ পাঠ কৰে।

ভাষাণান্তত কবি সকলৰ স্ব-ৰচিত কবিতা পাঠ কৰিবলৈ আহ্বান জনোৱা হয়। নীলমণি ফুকন, শৈলধৰ ৰাজখোৱা, পদ্মধৰ চলিহা, নলিনীবালা দেৱী আদি বিশিষ্ট

কবিসকলৰ উপৰি সভাপতি চৌধুৰী দেৱেও স্ব-ৰচিত কবিতা পাঠ কৰি শ্ৰোতাক মুগ্ধ কৰে।

## সাংস্কৃতিক সমাৰোহ

গধূলি ৮ বজাৰ পৰা আৰম্ভ হয় দ্বিতীয় দিনাৰ সাংস্কৃতিক সমাৰোহ। সভাথলী লোকে লোকাৰণ্য হয়। থলুৱা নৃত্য-গীতৰ উপৰি নৃত্য-নাটিকা, আধুনিক গীত, বৰগীত, ভজন, বিহু-নাচ আদি অসমীয়া নৃত্য-গীতৰ অপূৰ্ব সমাৰোহ এই নিশাও ঘটিছিল। শেষ নিশা সামৰণি পৰা এই সাংস্কৃতিক সমাৰোহৰ লগতে অসম সাহিত্য সভাৰ ৩৪ শ অধিৱেশনৰ মহামেলা অন্ত পৰে।

## ডিব্ৰুগড় সন্মিলনত গৃহীত প্ৰস্তাৱসমূহ

**প্ৰথম প্ৰস্তাৱ ঃ**

*অসমীয়া ভাষাক প্ৰশাসনীয় ভাষা হিচাপে ঘোষণা কৰা পিছত যি গতিৰে চৰকাৰী কাম কাজত ব্যৱহাৰ হ'ব লাগিছিল তেনে ধৰণে ব্যৱহাৰ নোহোৱাটো সাহিত্য সভাই লক্ষ্য কৰি চৰকাৰৰ মন্থৰ ব্যৱস্থাত দুখ প্ৰকাশ কৰে। এই মন্থৰ গতিৰ অন্তৰায় স্বৰূপে অসমীয়া লিখন যন্ত্ৰৰ অভাৱ উপযুক্ত প্ৰশিক্ষণৰ অভাৱ, কোনো চৰকাৰী বিষয়াৰ ইচ্ছাকৃত অৱহেলা আৰু পৰিভাষাৰ দোষ-ত্ৰুটী অতি শীঘ্ৰে দূৰ কৰি সকলো চৰকাৰী, অৰ্ধ চৰকাৰী ঔদ্যোগিক অনুষ্ঠান আদিৰ যাৱতীয় কাম-কাজ অসমীয়া ভাষাৰে চলাবলৈ টানি আনি অনুৰোধ জনায়।*

**দ্বিতীয় প্ৰস্তাৱ ঃ**

*অসমত প্ৰতিষ্ঠিত দ্বিতীয় বিশ্ববিদ্যালয় ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ চাৰিওপিনে অনেক জনজাতিৰ বাসস্থান। অসমৰ জাতীয় জীৱন আৰু সাংস্কৃতিক পৰম্পৰা সৃষ্টিত জনজাতীয়লোকৰ অৱদান অনেক। সেইবাবে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত জনজাতি সম্পৰ্কীয় গৱেষণাৰ ব্যৱস্থা আৰু এটি সংগ্ৰহালয় স্থাপন কৰিবলৈ অসম সাহিত্য সভাই বিশ্ববিদ্যালয় আৰু চৰকাৰক অনুৰোধ জনায়।*

*লগতে অসমীয়া বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণী স্থাপন কৰিবলৈ আৰু অসমীয়া ভাষা সাহিত্যৰ সৰ্বাংগীন উন্নতিকল্পে অসমীয়া মাধ্যমত ডক্টৰেট উপাধিৰ বাবে গৱেষণা কৰিবলৈ অনুমতি দিবৰ বাবে টানি অনুৰোধ জনায়।*

**তৃতীয় প্ৰস্তাৱ ঃ**

*অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সম্যক পৰিচয় দিব পৰা এটি সংগ্ৰাহলয়ৰ প্ৰয়োজন গভীৰভাৱে অনুভৱ কৰি অহা হৈছে। উক্ত সংগ্ৰহালয়টি গুৱাহাটীত থকা ভগৱতী প্ৰসাদ বৰুৱা ভৱনতে স্থাপন কৰিবলৈ দিহা কৰা হওক আৰু উক্ত আঁচনিত সহায়তা কৰিবলৈ অসম চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰক অনুৰোধ জনোৱা হওক।*



**চতুৰ্থ প্ৰস্তাৱ ঃ-**

*অসমীয়া ভাষাৰ বিশ্বকোষ এখনৰ অভাৱ অতিকৈ অনুভৱ কৰি চৰকাৰক এখন আঁচনি দিয়া হৈছিল। সি চৰকাৰৰ পৰা উপযুক্ত সঁহাৰি নোপোৱাত সভাই দুখ প্ৰকাশ কৰে আৰু বিশ্বকোষখন প্ৰণয়ন কৰিবৰ বাবে যাৱতীয় বিত্তীয় সাহায্য দিবলৈ চৰকাৰক পুনৰ টানি অনুৰোধ জনায়।*

**পঞ্চম প্ৰস্তাৱ ঃ**

*উচ্চ মাধ্যমিক বিদ্যালয়ৰ অসমীয়া বিষয়ৰ শিক্ষকক অন্যান্য বিষয়ৰ শিক্ষকৰ দৰেই সকলো ধৰণৰ স্বীকৃতি দিবলৈ ৰাজ্য চৰকাৰৰ ওচৰত সভাই জনোৱা দাবী পুনৰ দোহৰা হওক।*

### কাৰ্য নিৰ্বাহক সদস্যৰ তালিকা

| | |
|---|---|
| সভাপতি | - নকুল চন্দ্ৰ ভূঞা |
| উপসভাপতি | - ডঃ মহেশ্বৰ নেওগ |
| প্ৰধান সম্পাদক | - হৰিপ্ৰসাদ নেওগ |
| সহকাৰী সম্পাদক | - যোৰহাট - নগেন শইকীয়া |
| ধন ভঁৰালী | - দেৱ প্ৰসাদ বৰুৱা |
| সহকাৰী সম্পাদক | - গুৱাহাটী - নন্দ তালুকদাৰ |
| পত্ৰিকা সম্পাদক | - ডঃ সত্যেন্দ্ৰনাৰায়ণ গোস্বামী |

সদস্যসকল - যোগেশ দাস, শৰৎ চন্দ্ৰ কাকতী, যতীন্দ্ৰ নাথ গোস্বামী, নন্দ তালুকদাৰ, তফজ্জুল আলি, হৰকান্ত দাস, লীলা গগৈ, কুমাৰ মেধি, ভৱানন্দ ৰাজখোৱা, ৰংবং টেৰাং, নাৰায়ণ ভূঞা, ললিত চন্দ্ৰ শৰ্মা বৰুৱা, যোগেন্দ্ৰ নাৰায়ণ ভূঞা, বিধান চন্দ্ৰ বৰা, খলিলুৰ ৰহমান।

## শুভেচ্ছা বাণী

অসম সাহিত্য সভাৰ চতুঃত্ৰিংশ ডিব্ৰুগড় অধিৱেশনলৈ ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ বিশিষ্ট ব্যক্তি সকলে শুভেচ্ছা-বাণী পঠাই সভাৰ সাফল্য আৰু প্ৰগতি কৰিছে।*

## কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন

চলিত বছৰত কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন ৫/২/৬৭ তাং যোৰহাট, ৫/৫/৬৭ তাং গুৱাহাটী, ১৬/৯/৬৭ তাং যোৰহাটত আৰু ২৫/১/৬৮ তাং

* প্ৰতিযথা ভাৰতীয় সাহিত্যিক মুলকৰাজৰ আনন্দে লিখিছে — "The convening of Assam Sahitya Sabha conference inspires one into awareness that our language are active. Perhaps a flood of writing may start in Assam and through up enough fertile soile to make for a new kind of harvest. I ask for this flood from your coference."

তেজপুৰত মুঠ চাৰিবাৰ বহে। সমিতিৰ তৃতীয়খন অধিৱেশনৰ বাহিৰে বাকীকেইখনত সভাপতিত্ব কৰে উপ-সভাপতি ড° মহেশ্বৰ নেওগ ডাঙৰীয়াই। এই অধিৱেশনৰ সিদ্ধান্ত অনুক্ৰমে লোৱা কাৰ্যসূচী হ'ল —

ক) ডিব্ৰুগড় সন্মিলনৰ গৃহীত প্ৰস্তাৱ প্ৰসংগ
খ) ৰাজ্যপুনৰ গঠন প্ৰসংগ
গ) ৰাজ্যিক ভাষাৰৰ প্ৰয়োগ আৰু শিক্ষাৰ মাধ্যম প্ৰসংগ
ঘ) বৰদলৈ আৰু আগৰৱালাৰৰ জন্ম শত বাৰ্ষিকী
ঙ) প্ৰকাশন আঁচনি (সোণালী জয়ন্তী গ্ৰন্থ, স্মৃতি গ্ৰন্থ, শিশুসাহিত্য প্ৰতিযোগিতা, শ্ৰেষ্ঠ নাটক বাছনি; বিবিধ প্ৰকাশন আঁচনি অগ্ৰগতি)
চ) প্ৰচাৰ আৰু সংগঠন পৰিক্ৰমা
ছ) বিবিধ পৰিক্ৰমাত হোৱা কাম।

৫/২/৬৭ তাৰিখৰ কাৰ্যনিৰ্বাহক সমিতিয়ে কেন্দ্ৰীয় কাৰ্যালয়ত নগেন শইকীয়া আৰু গুৱাহাটীত নন্দ তালুকদাৰক সহকাৰী সম্পাদক মনোনীত কৰে।

৫/৫/৬৭ তাৰিখৰ অধিৱেশনত চলিত বছৰৰ বাবে ১,৩৫,৫০,৫৮৯ টকা ব্যয়ৰ আঁচনিৰে আয় ১,১৬,৭৮·১৬ (ঘাটি ১৮,৭২০·৭৩.) এখনি আয়-ব্যয়ক গ্ৰহণ কৰে।

---

দীনেশ চন্দ্ৰ সৰকাৰে লিখিছে — "আসামে ইতিহাস ও সংস্কৃতি বিষয়ক বহু উপাদান এখনও লোকচক্ষুৰ অন্তৰালে ৰহিয়াছে। প্ৰাচীন মূৰ্তি, শিলালিপি, তাম্ৰশাসন, মুদ্ৰা, পুথি প্ৰভৃতি সংগ্ৰহ, পৰীক্ষা প্ৰভৃতি অত্যন্ত প্ৰয়োজনীয় কাৰ্য আসাম সাহিত্য সভা এবং আসামের বশ্বদ্যিালয় সমূহ আৰও তৎপৰ হইলে ভাৰতীয় পণ্ডিত সমাজেৰ আনন্দেৰ হইবে।"

ভাৰতৰ ৰাষ্ট্ৰপতি পণ্ডিত ড° ৰাধাকৃষ্ণণে সচিবৰ যোগেদি অসম সাহিত্য সভাৰ চতুত্ৰিংশ ডিব্ৰুগড় অধিৱেশনলৈ শুভেচ্ছা পঠাইছে।

ভাৰতৰ প্ৰধান মন্ত্ৰীৰ সচিবেও অধিৱেশনৰৰ সাফল্য কামনা কৰি আৰু ধন্যবাদ জনাই পঠোৱা প্ৰধান মন্ত্ৰীৰ বাণী পঠাইছে।

অসম আৰু নাগালেণ্ডৰ ৰাজ্যপাল বিষ্ণু সহায়ে ব্যস্ততা বশতঃ অধিৱেশনলৈ আহিব নোৱৰাৰ বাবে পত্ৰযোগে শুভেচ্ছা প্ৰেৰণ কৰিছে।

নতুন দিল্লীস্থ ব্ৰিটিছ হাই কমিছনাৰে লিখিছে — "The British High Commissioner has the honour to thank the Asam Sahitya Cabha for their kind invitation, ...... but mush regrets his inability to accept owing to previous engagement."

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীয়ে লিখিছে — বয়োবৃদ্ধ, জ্ঞানবৃদ্ধ সাহিত্যিক ভূঞাৰৰ নেতৃত্বত অসম সাহিত্য সভা এখোজ আগুৱাই যাব বুলি আশা ৰাখিছো।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অতুল চন্দ্ৰ হাজৰিকাই লিখিছে — 'জন্মদাতা মাতৃৰ বিয়োগৰ বাবে দেশমাতৃৰ বছৰেকীয়া পূজাভাগত যোগ দিয়াটো মোৰ পক্ষে সম্ভৱ নহ'ল'। .... আন্তৰিকতাৰে আশা ৰাখিছোঁ শ্ৰদ্ধেয় ভূঞাদেৱ, আপোনাৰ সুযোগ্য নেতৃত্বত অসম সাহিত্য সভাই ঠন ধৰি উঠিব; চিৰ চেনেহী ভাষা জননী মলীন মুখত হাঁহি বিৰিঙাব'।

সাহিত্য অকাদেমিৰ ইংৰাজী বিভাগৰ সম্পাদক ডঃ লোকনাথ ভট্টাচাৰ্যই লিখিছে-

"I thank you for kind invitation,... Unfortunately it is not possible for me to visit Assam at this time. Please believe that I regret it."

অসমৰ ৰাজ্যপালৰ Adviser পি, এন লুথৰাই সাহিত্য সভাৰ নিমন্ত্ৰণৰ বাবে ধন্যবাদ জাই, যোগদান কৰিবলৈ নিজে সমৰ্থ নোহোৱাত দুখ প্ৰকাশ কৰি চিঠি দিছে।



**ক) প্ৰস্তাৱ প্ৰসংগ ঃ**

**ডিব্ৰুগড় সন্মিলনত গৃহীত হোৱা প্ৰস্তাৱকেইটা আছিল ঃ** ৰাজ্যিক ভাষা প্ৰয়োগ প্ৰসংগ, ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অসমীয়া ভাষা শ্ৰেণী আৰম্ভ কৰা আৰু জনজাতীয় সংস্কৃতি গৱেষণা কেন্দ্ৰ স্থাপন কৰা, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সম্যক ৰূপ দিব পৰা সংগ্ৰহালয় স্থাপন, বিশ্বকোষ প্ৰণয়নৰ ক্ষেত্ৰত ৰাজ্য চৰকাৰক দাবী জনোৱা, উচ্চ মাধ্যমিক বিদ্যালয়ত অসমীয়া বিষয়ৰ শিক্ষকক সমপৰ্যায় মৰ্যাদা দানৰ দাবী। সভাত পূৰ্বে গৃহীত হোৱা পিছৰ প্ৰস্তাৱ দুটা পুনৰ দোহৰা হয়। ইতিমধ্যে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অসমীয়া ভাষাশ্ৰেণী আৰম্ভ কৰিছে। বিশ্ববিদ্যালয় কৰ্তৃপক্ষই অচিৰে জনজাতীয় সংস্কৃতিৰ গৱেষণাৰ ব্যৱস্থা কৰা আৰু লক্ষ্মীনাথ বেজবৰুৱা আসন প্ৰতিষ্ঠা কৰা সম্পৰ্কত বিবেচনা কৰা হ'ব বুলি আশ্বাস দিছে। গুৱাহাটীৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱনত এটি সংগ্ৰহালয় স্থাপন কৰা সন্দৰ্ভত কাঃনিঃ সমিতিয়ে ইতিমধ্যে প্ৰাথমিক পৰ্য্যায়ত এখনি আঁচনি গ্ৰহণ কৰিছে। ভৱনত বৰ্তমানে সংৰক্ষিত সাহিত্যিসকলৰ লগতে অধিক সংগ্ৰহ আৰু সংৰক্ষণৰ বাবে আহবান জনোৱা হৈছে আৰু এটি উপসমিতিক এই কাৰ্যৰ দায়িত্ব দিছিল।

## ৰাজ্যিক ভাষা প্ৰসংগ

অসম চৰকাৰৰ দ্বাৰা গঠিত ৰাজ্যিক ভাষা প্ৰয়োগ সমিতিলৈ অসম সাহিত্য সভাৰ পৰা কাঃনি সমিতিৰ সিদ্ধান্ত অনুসৰি পৰিভাষাৰ সংশোধনী পঠিয়াছিল। ইতিমধ্যে পৰিভাষাৰ বিশুদ্ধ সংস্কৰণ প্ৰকাশৰ প্ৰস্তুতি চলিছে বুলি চৰকাৰীভাৱে জনা

---

সেই সময় অসম বিধান সভাৰ অধ্যক্ষ মহেন্দ্ৰ মোহন চৌধুৰীয়ে লিখিছে — " it won't be possible for me to attens the function personally. Nevertheless, my spirit will always be there."

সেই সময়ৰ ৰাজ্যিক মন্ত্ৰী ৰাধিকাৰম দাসে সভাত উপস্থিত থাকিব নোৱাৰি শুভেচ্ছা পঠাইছে।

সেই সময়ৰ গুৱাহাটী তেল শোধনাগাৰৰ জেনেৰেল মেনেজাৰেও নিমন্ত্ৰণৰ বাবে ধন্যবাদ জনাই সভাৰ সাফল্য কামনা কৰি চিঠি লিখিছে।

প্ৰবীণ সাহিত্যিক 'আৱাহন'ৰ সম্পাদক দীননাথ শৰ্মাই লিখিছে, 'ব্যক্তিগত অসুবিধা হেতুকে উপস্থিত হ'ব নোৱাৰি দুখ পাইছোঁ। সন্মিলনৰ সকলো প্ৰকাৰ সফলতা কামনা কৰিলোঁ।

ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে চিঠিৰে জনাছে - "আশা কৰো প্ৰবীণ সাহিত্যিক শ্ৰীভূঞাদেৱৰ পৌৰোহিত্যত সকলো কাম সুকলমে সমাধা হ'ব আৰু সাহিত্য সভায়ো নতুন কাৰ্যকৰি পন্থা হাতত ল'বলৈ প্ৰেৰণা পাব।'

'অসমবাণী আৰু The Assam Tribune কাকতৰ সম্পাদক সতীশ চন্দ্ৰ কাকতীয়ে লিখিছে — "অসম সাহিত্য সভাই অসমৰ ৰাইজৰ জাতীয় জীৱনত সক্ৰিয় ভূমিকা লৈ আহিছে, সেই ভূমিকা আৰু সক্ৰিয় হওক, বিশেষকৈ ডেকা চামৰ মাজত অসম সাহিত্য সভাই উদ্দীপনা জগাই তুলিব বুলি আশা কৰিলোঁ।'

শিলচৰৰ পৰা কবিৰাজ হৰেশ চন্দ্ৰ ভট্টাচাৰ্যই তাঁৰ বাৰ্তাৰে জনাইছে — "Pardon, inability to attend annual session, Prey all Success.

শিৱসাগৰৰ পৰা প্ৰাক্তন সংসদী সদস্য প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ সহকাৰীয়ে বৰুৱাৰ শুভেচ্ছা পঠাইছে।

মহেশ চন্দ্ৰ দেৱগোস্বামীয়ে লিখিছে — 'অক্ষমতাৰ বাবে ক্ষমা বিচাৰিছোঁ। মাননীয় সভাপতি ডাঙৰীয়ালৈ সম্বৰ্দ্ধনা জনালোঁ।'

হৈছে। ৰাজ্যৰ বিভিন্ন অঞ্চলত নিৰ্দিষ্ট পৰ্যায়ত ৰাজ্যিক ভাষা প্ৰয়োগ সম্পৰ্কে অনুসন্ধান চলাই ৰাজ্য চৰকাৰৰ দৃষ্টিগোচৰ কৰে। এই সম্পৰ্কত সময় বিশেষে বাতৰি কাকতৰ যোগেও সংশ্লিষ্ট মহলক সচেষ্ট কৰি তোলাৰ বাবে যত্ন কৰে। জিলা পৰ্যায়ত ৰাজ্যিক ভাষা আইন প্ৰয়োগ হোৱা অৱস্থাতে এই আইন সম্পূৰ্ণভাৱে উলংঘা কৰি অসম আৰু নগাভূমিৰ উচ্চ ন্যায়ালয়ৰ পঞ্জীয়কৰ ৬ মাৰ্চ তাৰিখৰ অধ্যাদেশ প্ৰচাৰিত হয়। আধ্যাদেশ অনুসৰি আদালতত অসমীয়া ভাষাৰ প্ৰয়োগ বাধা প্ৰদান কৰা হয়। সাহিত্য সভাৰ ফালৰ পৰা জৰুৰীভাৱে এই ঘোষণাৰ দৃঢ় প্ৰতিবাদ জনোৱা হয়। কাৰ্যনিৰ্বাহক সমিতিৰ ৫/৫/৬৭ তাং অধিৱেশনত ৬ মাৰ্চ তাৰিখৰ আধ্যাদেশৰ বাবে গভীৰ উদ্বেগ প্ৰকাশ কৰি বিষয়টো ৰাজ্য চৰকাৰৰ দৃষ্টিগোচৰ কৰা হয়। মুখ্যমন্ত্ৰী ডাঙৰীয়াক এই বিষয়টো হাতত ল'বলৈ অনুৰোধ জনোৱা হয়। তদুপৰি "Assames as Court Language in Peril". নামৰ এখনি পুস্তিকা ইংৰাজীতে প্ৰকাশ কৰি কেন্দ্ৰ আৰু ৰাজ্য চৰকাৰৰ সংশ্লিষ্ট মহলক জনোৱা হয়। যোৱা বিধান সভাৰ অধিৱেশনতো এই অধ্যাদেশ সম্পৰ্কে এই বিষয়টিয়ে আলোচনাত ঠাই পায়। ইতিমধ্যে যোৱা ২৫ নৱেম্বৰ তাৰিখে ৰাজ্যজুৰি উচ্চ ন্যায়ালয় এই কাৰ্যৰ প্ৰতিবাদ জনাই জনমত গঢ়ি তোলা হয়। ইতিমধ্যে উক্ত আধ্যাদেশ উচ্চ ন্যায়ালয়ে প্ৰত্যাহাৰ কৰিছে; কিন্তু এই নতুন আধ্যাদেশৰ পৰাও পৰিস্থিতিৰ বিশেষ উন্নতি পৰিলক্ষিত হোৱা নাই। সাহিত্য সভাৰ ফালৰ পৰা এই বিষয়ে পুনৰ স্পষ্টীকৰণ বিচৰা হৈছে।

## শিক্ষাৰ মাধ্যম মাতৃ ভাষা

আঞ্চলিক ভাষাক শিক্ষাৰ মাধ্যম কৰা সম্পৰ্কত লোৱা কেন্দ্ৰীয় চৰকাৰৰ সিদ্ধান্ত সন্দৰ্ভত আশু ব্যৱস্থা হাতত ল'বৰ বাবে অসমৰ বিশ্ববিদ্যালয় কৰ্তৃপক্ষ সমূহক আৰু অসম চৰকাৰক অনুৰোধ জনায়। উল্লেখযোগ্য যে এই দাবী অসম সাহিত্য সভাই ১৯৬৫ চনৰ পৰা সন্টালনিকৈ কৰি আহিছিল।

---

**হৰি ওম**

**চিৰ চেনেহী মোৰ ভাষা জননী**

শ্ৰদ্ধেয় প্ৰধান সম্পাদত মহোদয়,

অসম সাহিত্য সভা
৩৪ তম অধিৱেশন
ডিব্ৰুগড়

আপোনাক ৩৪ তম অসম সাহিত্য সভাৰ বাৰ্ষিক সম্মিলনৰ আমন্ত্ৰণী পত্ৰ পাইছো। অশেষ ধন্যবাদ জ্ঞাপন কৰিলোঁ। এই সম্পৰ্কত মই ক'ব খোজো যে এই অতি মৰমৰ অনুষ্ঠান অসম সাহিত্য সভাৰ লগত মোৰ আৰু টিৱাপ বাসী ৰাইজৰ ইতিমধ্যে ওতপ্ৰোত সম্বন্ধই ঠন ধৰি উঠিছে। ইয়াত আমাৰ আন্তৰিক সহযোগিতা আৰু শুভেচ্ছা সদায় সজীৱ হৈ থাকিব। ইয়াৰ উত্তৰোত্তৰ বাঞ্ছা আমি সদায় য'তে থাকিলে হ'লেও কৰিম।

যোৱাবাৰ উত্তৰ লক্ষীমপুৰত বহা অধিৱেশনত যোগ দিবলৈ সময় অৱস্থাই সুবিধা দিয়াত মই নিজকে পৰম ভাগ্যৱান বুলি ভাবিছিলোঁ।



আনহাতে উচ্চ মাধ্যমিক স্তৰত প্ৰশ্নকাকতৰ ভাষাৰ মাধ্যম আঞ্চলিক ভাষা কৰা সম্পৰ্কে পূৰ্বৰ পৰা কৰি অহা দাবী দোহৰা হৈছে। প্ৰসংগক্ৰমে উল্লেখ থাকে যে কোনো অঞ্চলত মাতৃ ভাষাৰে প্ৰশ্নকাকত কটাৰ ব্যৱস্থাও স্বতন্ত্ৰভাৱে হৈছে। নীতিগতভাৱে এই কাৰ্যক সাহিত্য সভাৰ ফালৰ পৰা সমাদৰ জনোৱা হৈছিল।

## ৰাজ্য পুনৰ গঠন

ৰাজ্য পুনৰ গঠনৰ আগন্তুক পৰিস্থিতিৰ আশংকাত এক মানসিক উত্তপ্ত বিৰাজমান হৈ আছে। যোৱা বছৰৰ আৰম্ভণিতে ১৩ জানুৱাৰি তাৰিখে কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ অসমক আঞ্চলিক ফেডাৰেশ্যন পুনৰ গঠন কৰা প্ৰস্তাৱ ঘোষণা কৰাৰ লগে লগে ৰাজ্যজুৰি গভীৰ প্ৰতিক্ৰিয়া হয়। অসমৰ সংহতিক থানবান কৰাৰ আশংকাত এনে অগণতান্ত্ৰিক সিদ্ধান্ত অসম সাহিত্য সভাই দৃঢ়তাৰে আৰু প্ৰণালীবদ্ধভাৱে প্ৰতিৰোধ কৰে। স্বৰূপাৰ্থত কেন্দ্ৰীয় চৰকাৰৰ সিদ্ধান্তৰ বিৰুদ্ধে প্ৰৱল জনমত গঢ়ি তোলাত অসম সাহিত্য সভাই নিশ্চিত ভাবে সফলকাম হয়। কাৰ্যনিৰ্বাহক সমিতিৰ ৫/২/৬৭ বৈঠকতে আৰম্ভ কৰি পৰ্যায় বিশেষে গোটেই পৰিস্থিতিক পৰ্যালোচনা কৰি প্ৰয়োজনীয় ক্ষেত্ৰত ভূমিকা গ্ৰহণ কৰিছিল। সাহিত্য সভাই এই ক্ষেত্ৰত সদৌ জনসমাজ আৰু বিশেষকৈ ছাত্ৰ সমাজৰ পৰা সক্ৰিয়ভাৱে সহযোগ পোৱাটো বিশেষভাৱে উল্লেখযোগ্য।

কাৰ্যনিৰ্বাহক সমিতিৰ যথাক্ৰমে ৫-২-৬৭, ৫-৫-৬৭, ১৬-৯-৬৭ আৰু ২৫/১/৬৮ ৰ সিদ্ধান্ত অনুক্ৰমে হোৱা এই সম্পৰ্কত কাৰ্যাৱলী হ'ল —

১৩ জানুৱাৰি প্ৰস্তাৱ অগণতান্ত্ৰিক, অসাংবিধানিক আৰু বিভেদকামী ভাবৰ পৰিচায়ক বুলি শীঘ্ৰে প্ৰত্যাহাৰ কৰি আঞ্চলিক সংহতি ৰক্ষাৰ বাবে দাবী জনায়।

১১ ফেব্ৰুৱাৰী তাৰিখে এই মৰ্মে প্ৰতিবাদ দিৱস পালন কৰে, অসমৰ সদৌ ছাত্ৰ

---

কিন্তু অতি দুখ পাইছোঁ যে এইবাৰ ডিব্ৰুগড়ৰ বৈঠকত মই ব্যক্তিগত ভাৱে উপস্থিত থাকিবলৈ অৱস্থাই অক্ষম কৰিলে। যিহেতু মোৰ শাৰীৰিক অৱস্থা সমূলি আজি কিছুদিনৰ পৰা সন্তোষজনক নহয়। সেইটোৱেই মোৰ অনুপস্থিতৰ কাৰণে। সেয়েহে মই এই সুদূৰৰ পৰা এই অধিৱেশনৰ শুভেচ্ছা আগবঢ়ালোঁ।

লগতে মোৰ আৰু টিৱাপ ৰাইজৰ তৰফৰ পৰা এটি সাধাৰণ উপঢৌকন 'নক্তে যাঁঠী' আৰু এটা টুপী সংৰক্ষণৰ কাৰণে (সাহিত্য সভাৰ সংগ্ৰাহালয়ত) আগবঢ়ালোঁ। গ্ৰহণ কৰি বাধিত কৰে যেন।

ধন্যবাদেৰে

আপোনাৰ চিৰবিশ্বাসী
ওৱাংমাই ৰাজকুমাৰ
৩১/১২/৬৬

অসমীয়া ৰাইজৰ লগত আমাৰ টিৱাপবাসী, প্ৰধানকৈ নক্তেসকলৰ সম্প্ৰীতি আজিৰ নহয় ই কৌটিকলীয়া ভৌগোলিক পৰিৱেশ আৰু সাংস্কৃতিক দিশত আমাৰ সম্বন্ধ অতি উচ্চ খাপৰ।

উদাহৰণস্বৰূপে নক্তে সমাজত চলিহা বাৰেঘৰ সত্ৰৰ যি প্ৰভাৱ বৰ্তমান সিয়েই ইয়াৰ জলন্ত নিদৰ্শন। এই

সমাজ আৰু ৰাইজৰ সহযোগিতাত এই দিৱস সফল হয় আৰু প্ৰধান মন্ত্ৰী আৰু গৃহমন্ত্ৰীলৈ স্মাৰক পত্ৰ প্ৰেৰণ কৰা হয়।

পুনৰ কাৰ্যনিৰ্বাহক দ্বিতীয় অধিৱেশনত কাঃনিঃ সমিতিয়ে মত প্ৰকাশ কৰি জনায়, 'কাৰ্যনিৰ্বাহক এই কথাৰ প্ৰতি সম্পূৰ্ণ সজাগ যে এখন পাৰ্বত্য ৰাজ্যমঞ্জুৰ কৰাই হওক বা কেন্দ্ৰীয় শাসিত অঞ্চল গঠন কৰাই হওক এনে যি কোনো অবাঞ্ছনীয় খণ্ডীকৰণেই স্বাভাৱিকতে ভাৰতীয় গণতান্ত্ৰিক সংহতিত অনৈক্যৰ সৃষ্টি কৰিব।

স্বভাৱতঃ নানা আদৰণীয় গুণৰ গৰাকী, অসমৰ বহুজন মিলন সম্ভূত সংস্কৃতিলৈ বিশেষ বৰঙণি যোগোৱা অসমৰ পৰ্বতবাসী ৰাইজৰ প্ৰতি অসম সাঃসভাৰ পূৰ্ণ মাত্ৰাৰ সহানুভূতি কাৰ্যনিৰ্বাহক সমিতিয়ে পুনৰ প্ৰকাশ কৰে।

কাৰ্যনিৰ্বাহক সমিতিয়ে বিশেষভাৱে লক্ষ্য কৰে যে স্বৰাষ্ট্ৰ মন্ত্ৰণালয়ৰ উপযুক্ত ঘোষণাত অংকিত ভাৰতীয় সংবিধানৰ বৰ্হিভূত আঞ্চলিক সংহতি জনমত অনুসৰি চূড়ান্তভাৱে অবাঞ্ছনীয় এক পদাৰ্থ আৰু পাৰ্বত্য জিলাবোৰত জনমত গ্ৰহণ কৰি পাৰ্বত্য ৰাজ্য এখন গঠন কৰিবলগীয়া হোৱা অত্যন্তিক আৰু দুৰ্ভাগ্যসূচক পৰিস্থিতি হ'লেও অসমৰ জনমতে তেনে আঞ্চলিক সংহতি গ্ৰহণ নকৰিব।

অসম ৰাইজৰ সাহিত্যিক আৰু সাংস্কৃতিক অনুষ্ঠান অসম সাহিত্য সভাৰ কাঃনিঃ সমিতিয়ে দৃঢ়ভাৱে দাবী জনায় যাতে ভাৰতৰ সীমান্ত এই ৰাজ্যখনৰ ভিতৰত সম্প্ৰীতি আৰু ঐক্য ভংগ কৰিব পৰা কোনো কাৰ্যই যেন কোনো পক্ষৰ নতুন দিল্লীত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীক লগ ধৰি ডঃ মহেশ্বৰ নেওগ, হৰেন্দ্ৰনাথ বৰুৱা আৰু হৰি প্ৰসাদ নেওগৰে গঠিত এটি সজাতি দলে সাহিত্য সভাৰ নীতি ব্যাখ্যা কৰে। প্ৰতিনিধি দলে

---

সম্প্ৰীতিৰ বান্ধ দৃঢ় আৰু কটকটীয়া কৰিবৰ কাৰণে অসমীয়া জাতীয় অনুষ্ঠান সাহিত্য সভাই বিশেষ তৎপৰতাৰে কাৰ্যসূচী হাতত লব বুলি আশা কৰিলোঁ।

জয়তু ভাষা জননী

বিঃ দ্ৰঃ

ৰাজকুমাৰৰ হৈ

তেখেতৰ ভায়েকে সভাপতিৰ হাতত উপহাৰ অৰ্পণ কৰে আৰু উপবিধি পাঠ কৰে।

প্ৰধান সম্পাদক,

'আচাম একাডেমীকৰ কালচাৰেল ৰিলেচনচ্'ৰ পৰা নৰেন শৰ্মাই 'অধিৱেশনৰ সৰ্বাংগীন কৃতকাৰ্যতা কামনা' কৰিছে আৰু 'সভাপতি শ্ৰীযুত ভূএগ্ৰা ডাঙৰীয়ালৈ আন্তৰিক শ্ৰদ্ধা জ্ঞাপন' কৰিছে।

প্ৰবীণ সাহিত্য সেৱী অতুল চন্দ্ৰ বৰুৱাই অধিৱেশনৰ সফলতা কামনা কৰি চিঠি দিছে। 'জনমভূমি' কাকতৰ সম্পাদকে - অসমীয়া জাতিৰ মহামিলনৰ মেলা স্বৰূপ অসম সাহিত্য সভালৈ শুভেচ্ছা বাণী পঠাইছে।

তেজপুৰৰ পৰা পদ্মা আগৰৱালাই শাৰীৰিক অসুস্থতা বশতঃ উপস্থিত থাকিব নোৱাৰি তাঁৰ বাৰ্তৰে জনাইছে, - "Wishing conference every success."

সাংবাদিক শিৱ বৰুৱায়ো অসুস্থতা বশতঃ আহিব নোৱাৰি, সন্মিলনৰ সফলতা কামনা কৰি চিঠি দিছে।

**সমস্যাৰে গৰকা বছৰটো ঃ** সভাৰ তিনিগৰাকী সভাপতিক হেৰুৱা এই উল্লেখযোগ্য বছৰটো বিশেষভাৱে তাৎপৰ্যপূৰ্ণ। প্ৰথম সপ্তাহটোত ৰায়চৌধুৰীৰ আৰু শেষৰ ফালে ৰঘু চৌধুৰীৰ আৰু এই শেষৰ সপ্তাহটোত ভূএগ্ৰা ডাঙৰীয়াৰ বিয়োগ সভাৰ এই তিনিগৰাকী সভাপতি হেৰুৱা উল্লেখযোগ্য বছৰটো বিশেষভাৱে তাৎপৰ্যপূৰ্ণ। নৱেম্বৰ মাহত একে সপ্তাহৰ ভিতৰতে দুগৰাকী বৰেণ্য সাহিত্যিক মনীষী ৰজনীকান্ত বৰদলৈ আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ স্মৃতি শতবাৰ্ষিকী ১৯৬৮ ৰ আৰম্ভণিতে কেন্দ্ৰীয় মন্ত্ৰীদপ্তৰ তেৰ জানুৱাৰি ঘোষণাৰ পাছৰে পৰা হোৱা পুনৰ গঠন প্ৰস্তাৱৰ যোগে উদ্ভৱ হোৱা ৰাজ্যত উত্তপ্ত পৰিস্থিতি, সমগ্ৰ ভাৰতত হোৱা ১৯৬৭ নিৰ্বাচন, ৰাজ্যজুৰি খাদ্য সংকটৰ পটভূমিত হোৱা আন্দোলন, এই সকলোবোৰ সমস্যাৰ মাজতো অসম সাহিত্য সভাই নিৰ্দিষ্ট আঁচনিসমূহ কাৰ্যকৰী কৰি তুলিবলৈ সক্ষম হৈছে। এতিয়া অসমক ৰাজ্যপুনৰ গঠনৰ আগন্তুক পৰিস্থিতিৰ আশংকাত এক মানসিক উত্তপ্ততা বিৰাজমান। এই সময়ত সাহিত্য সভাৰ ভূমিকা কি সেই বিষয়ে দেশবাসীয়ে নিতান্তই সজাগ দৃষ্টি আৰোপ কৰিছে।



কেন্দ্ৰীয় মন্ত্ৰীসভাৰ কেইবাগৰাকী মন্ত্ৰীৰ লগতো আলোচনা কৰে। প্ৰধান মন্ত্ৰীয়ে অসমৰ জনমতৰ বিৰুদ্ধে কোনো আঁচনি জাপি দিয়া নহ'ব বুলি জনায়। ২১ মে' তাৰিখে গুৱাহাটীত গৃহমন্ত্ৰী চৱনক অতুলচন্দ্ৰ হাজৰিকাৰ নেতৃত্বত গঠিত এটি সজাতি দলে গৃহমন্ত্ৰী ডাঙৰীয়াক স্মাৰক পত্ৰ দি সমস্যা উত্থাপন কৰে। সমস্যা সমাধানৰ বাবে প্ৰয়োজন হ'লে ঘূৰণীয়া মেজ মেল পতাৰ প্ৰস্তাৱ সমৰ্থন জনায়। ইয়াৰ পিছত গঠিত সমিতিৰ সভাপতি অশোক মেহতালৈ সাহিত্য সভাৰ নীতি প্ৰেৰণ কৰা হয়। ৩১/৮/৬৭ তাৰিখে প্ৰকাশ পোৱা মেহতা কমিটীৰ প্ৰস্তাৱ ফেডাৰেশ্বন আৰু সুকীয়া পাৰ্বত্য ৰাজ্য গঠনৰ প্ৰস্তাৱ পৰিৱৰ্তে ৬ষ্ঠ অনুসূচীৰ সংশোধন কৰি পাৰ্বত্য জিলাসমূহক অধিক স্বায়ত্ব শাসন দিয়াৰ সিদ্ধান্ত ঘোষিত হয়। এনে পৰিস্থিতিত পাৰ্বত্য অঞ্চলৰ ৰাইজৰ চূড়ান্ত আশা-আকাংক্ষা পুৰণৰ ক্ষেত্ৰত মেহতা কমিটীৰ সূত্ৰকে এটি আৰু শান্তিপূৰ্ণ উপায়েৰে হব পৰা সমাধান বুলি ধৰি লৈ পূব ভাৰতৰ সমস্যা বহুল অসমক ঐক্য আৰু সংহতিৰ পৰিপ্ৰেক্ষিতত এই প্ৰস্তাৱত সন্মতি জনাবৰ বাবে যোৱা ১৯/৯/৬৭ তাৰিখে পাৰ্বত্য নেতা সন্মিলনৰ সম্পাদকলৈ পত্ৰ প্ৰেৰণ কৰে।

কাৰ্যনিৰ্বাহক সমিতিয়ে এই বিষয়টি বিশদভাৱে আলোচনা কৰি লোৱা শেহতীয়া প্ৰস্তাৱ হ'ল —

'অসম ৰাজ্যৰ সংহতি ৰক্ষা কৰি বিভিন্ন পাৰ্বত্য অঞ্চলক অত্যন্ত বেছি ধৰণেই স্বায়ত্ব শাসনৰ সুবিধা দিয়াৰ প্ৰস্তাৱ কৰি অশোক মেহতা কমিটীয়ে যি পৰমৰ্শৱালী আগবঢ়াইছে, তাকো সৰ্বদলীয় পাৰ্বত্য নেতা সন্মিলনে একে আষাৰেই গ্ৰহণ নকৰাত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সভাই উদ্বেগ আৰু আশ্চৰ্য প্ৰকাশ কৰে। সি সকলক গভীৰ চিন্তা কৰি বৰ্তমান ব্যৱস্থাত মেহতা কমিটীৰ পৰামৰ্শৱলী গ্ৰহণ কৰিবলৈ অসম সাহিত্য সভাই আহ্বান জনায়; কাৰণ ৰাজনৈতিক দলৰ নেতাই উক্ত সমিতিৰ যোগেদি পাৰ্বত্য ৰাজ্য আৰু তথাকথিত ফেডাৰেল ভিত্তিত (সংহতিৰূপে) অসম পুনৰ গঠন দুয়োটা ধাৰণাকে খণ্ডন কৰিছে।

ইতিমধ্যে প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে ডিচেম্বৰত যোৰহাটত দিয়া বিবৃত্তিৰ সভাৰ চৰকাৰে মেহতা কমিটীৰ সিদ্ধান্ত প্ৰত্যাহাৰ নকৰিবলৈ দৃঢ় ভাবে দাবী জনায়।

## শত বাৰ্ষিকী আঁচনি

বছৰটোত অসমৰ দুগৰাকী লব্ধপ্ৰতিষ্ঠ সাহিত্যিক ৰজনীকান্ত বৰদলৈ আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্ম বাৰ্ষিকী দিৱস যথাক্ৰমে ২৪ আৰু ২৮ নৱেম্বৰ তাৰিখে সম্পন্ন হয়। কাঃনিঃ সমিতিৰ হৈ শত বাৰ্ষিকী উপলক্ষে গঠিত কেন্দ্ৰীয় শত বাৰ্ষিকী সমিতিৰ তত্ত্বাৱধানত যথাক্ৰমে ডিব্ৰুগড় আৰু গুৱাহাটী কেন্দ্ৰীয় ভাবে উৎসৱ পালন কৰে। অসম সাহিত্য সভাৰ শাখা আৰু স্বীকৃত সভা সমূহৰ উপৰিও বিভিন্ন স্কুল-কলেজ আৰু সাংস্কৃতিক অনুষ্ঠানেও শত বাৰ্ষিকী দিৱস পালন কৰে। দুখৰ বিষয় আমাৰ উপৰ্যুপৰি কৰা অনুৰোধ সত্ত্বেও ৰাজ্য চৰকাৰে দুয়োটা অনুষ্ঠানতে বিশেষ ছুটী মঞ্জুৰ নকৰিলে।

২৪ নৱেম্বৰ ডিব্ৰুগড়ত ৰজনী বৰদলৈ শত বাৰ্ষিকী উপলক্ষে লক্ষীপ্ৰসাদ দত্তক সভাপতি আৰু অধ্যাপক তফজুল আলিক সম্পাদক স্বৰূপে লৈ গঠিত হোৱা অভ্যৰ্থনা সমিতিৰ সৌজন্যত অনুষ্ঠানৰ সকলো কাৰ্যসূচী সফলতাৰে সম্পন্ন হয়। মূল সভাত সভাপতিত্বত কৰে প্ৰাক্তন সভাপতি, সমালোচক, সাহিত্যিক ত্ৰৈলোক্য নাথ গোস্বামীয়ে। শত বাৰ্ষিকী উপলক্ষে ডিব্ৰুগড় পৌৰ সভাই নামকৰণ কৰা ৰজনীকান্ত বৰদলৈ পথ উন্মোচন, প্ৰাৰ্থনা, সাহিত্য আলোচনা আৰু মনোমতী কথাছবি প্ৰদৰ্শনৰ উপৰি অভ্যৰ্থনা সমিতিৰ ফালৰ পৰা এখনি স্মৃতি গ্ৰন্থ যুগুত কৰিও প্ৰকাশ কৰে। এই বছৰতে অভ্যৰ্থনা সমিতিৰ দানেৰে ডিব্ৰুগড়ত ৰজনীকান্ত বৰদলৈৰ আবক্ষ মুৰ্তি প্ৰতিষ্ঠা কৰা হয়।

কাৰ্যনিৰ্বাহক সমিতিয়ে লোৱা সিদ্ধান্ত অনুসৰি বৰদলৈ শত বাৰ্ষিকী উপলক্ষে 'ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ' আলোচনা গ্ৰন্থ বীৰেন বৰকটকী সম্পাদিত আৰু *'বৰদলৈ ৰচনা মালা'* (হেমন্ত কুমাৰ শৰ্মা সংকলিত আৰু সম্পাদিত) প্ৰকাশ পায়।

২৮ নৱেম্বৰত প্ৰতিমা খনিকৰ জোনাকী যুগৰ কবি চন্দ্ৰ কুমাৰ আগৰৱালা শত বাৰ্ষিকী সুসম্পন্ন হয়। এই উৎসৱ উপলক্ষে অতুলচন্দ্ৰ হাজৰিকাক সভাপতি আৰু হেমন্তকুমাৰ শৰ্মাক সম্পাদক স্বৰূপে লৈ উৎসৱ সমিতি গঠিত হয়। মূল সন্মিলনত সভাপতিত্ব কৰে সাহিত্যিক সাংবাদিক লক্ষীনাথ ফুকনে। উৎসৱ উপলক্ষে আগৰৱালাৰ সুযোগ্য পুত্ৰ তৰুণ কুমাৰ আগৰৱালাই দান দিয়া আবক্ষ মূৰ্তিটি শুক্ৰেশ্বৰত প্ৰতিষ্ঠিত হয়। মূল সভাৰ লগতে অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ সভাপতিত্বত আলোচনা চক্ৰ হয়। শত বাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাই *'চন্দ্ৰকুমাৰ আগৰৱালা প্ৰতিভা'* নামৰ এখন আলোচনা গ্ৰন্থ প্ৰকাশ কৰে। গ্ৰন্থখনিৰ সম্পাদনা কৰে শশী শৰ্মাই। এই উপলক্ষে অসম সাহিত্য সভাৰ হৈ অতুলচন্দ্ৰ হাজৰিকাই সম্পাদনা কৰা আগৰৱালাৰ সকলো কবিতাৰ সংকলন 'চন্দ্ৰামৃত' প্ৰকাশ পায়। সাহিত্য সভাৰ অনুৰোধক্ৰমে জ্যোতি



সৌৰৱণী সন্থাৰ পৰা জ্যোতি প্ৰসাদ ৰচিত হৰিবিলাস আগৰৱালাৰ জীৱনীও প্ৰকাশ পায়। গুৱাহাটীৰ আদৰণী সমিতিয়ে 'চন্দ্ৰ স্মৃতি' নামৰ স্মৃতি গ্ৰন্থএখনিও প্ৰকাশ কৰে।

দুয়োখন সভাত প্ৰাক্তন সভাপতি শ্ৰীনীলমণি ফুকনে সহযোগ কৰে।

এই দুয়ো গৰাকী কবি-সাহিত্যিক মনীষীৰ জন্ম শত বাৰ্ষিকী উপলক্ষে বাতৰি কাকত, আলোচনী আৰু আকাশ বাণীৰ পৰা পোৱা সাহায্য উল্লেখযোগ্য।

## বেজবৰুৱা শত বাৰ্ষিকী

১৯৬৮ ৰ ৫ অক্টোবৰ তাৰিখে হ'ব লগা বেজবৰুৱা শতবাৰ্ষিকী কেন্দ্ৰীয় সমিতিৰ সৌজন্যত পৰ্যায় বিশেষে কামত আগবাঢ়িছে। এপ্ৰিল মাহত বেজবৰুৱা কেলেণ্ডাৰ প্ৰকাশ পায়। ইতিমধ্যে সাহিত্য প্ৰকাশৰ দ্বাৰা বেজবৰুৱা গ্ৰন্থাৱলী প্ৰকাশৰ কাৰ্য আৰম্ভ কৰে। বেজবৰুৱা প্ৰবন্ধৰ বাছনি (সম্পাদক যতীন্দ্ৰনাথ গোস্বামী) আৰু বেজবৰুৱাৰ প্ৰতিভাৰ বিভিন্ন দিশৰ বিষয়ে আলোচনাসমূহ গ্ৰন্থৰ কাম (সম্পাদক মহেশ দেৱগোস্বামী) কৰিছিল। বেজবৰুৱাৰ এখনি পূৰ্ণাংগ জীৱনী আৰু শিশুৰ উপযোগী জীৱনী ওপৰত প্ৰতিযোগিতা আহবান কৰা হৈছিল।

সাহিত্য সভাৰ লগত হোৱা চুক্তি অনুসৰি অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা সংকলিত আৰু সম্পাদিত 'বেজবৰুৱাৰ ৰচনা ভাষা আৰু সাহিত্য' নিউ বুক ষ্টলৰ দ্বাৰা প্ৰকাশ পায়।

বেজবৰুৱা শত বাৰ্ষিকীৰ বাবে ৰাজ্য চৰকাৰে এই বিত্তীয় বছৰতে ৪০ হাজাৰ টকাৰ এটি অনুদান আগবঢ়াইছে।

শত বাৰ্ষিকীৰ বাবে কমেও এক লাখ দহ হাজাৰ টকাৰ পুঁজি সংগ্ৰহৰ প্ৰস্তুতি চলোৱা হৈছিল। বেজবৰুৱা তথ্য চিত্ৰৰ বাবে ৰাজ্য চৰকাৰৰ লগত যোগাযোগ কৰিছিল। এই কাৰ্যৰ বাবে ফণী তালুকদাৰক সম্পাদক স্বৰূপে লৈ এখনি তথ্য চিত্ৰ সমিতি গঠন কৰি দায়িত্ব দিয়া হৈছিল।

বেজবৰুৱাৰ কন্যা ৰত্না বৰুৱাৰ পৰা বেজবৰুৱাৰ পত্নী প্ৰজ্ঞা সুন্দৰী দেৱীয়ে লিখা ডায়েৰী, ফ'টো আদি সংগ্ৰহ কৰিছিল।

বেজবৰুৱা শত বাৰ্ষিকী উপলক্ষে বেজবৰুৱাৰ বিষয়ে ইংৰাজী আৰু হিন্দী ভাষাত গ্ৰন্থ প্ৰকাশৰ আঁচনি লৈছিল।

অসমৰ বাহিৰৰ সম্বলপুৰত বেজবৰুৱা স্মৃতি ৰক্ষা আৰু কলিকতা আৰু দিল্লীত অনুষ্ঠানৰ আয়োজন কৰাৰ ব্যৱস্থা কৰিছিল।

২৬ মাৰ্চৰ পৰা ৫ অক্টোবৰলৈকে বেজবৰুৱা শত বাৰ্ষিকী আঁচনি ফলৱতী কৰি তুলিবৰ বাবে বিশেষ যত্ন কৰা দেখা যায়।

## প্ৰকাশন

শত বাৰ্ষিকী প্ৰকাশনৰ উপৰি এই বৰ্ষটোত তলত দিয়া শিতানত পুথি প্ৰকাশৰ আঁচনি লোৱা হয়। ৰাজ্য চৰকাৰলৈ আৰু কেন্দ্ৰীয় চৰকাৰলৈ পঠোৱা বিশেষ আঁচনিত সাহায্যৰ বাবে সংশ্লিষ্ট মহলৰ লগত যোগাযোগ কৰিছিল। আঞ্চলিক ভাষা শিক্ষাৰ মাধ্যম হোৱাত সহায়-সহযোগ আগবঢ়াবলৈ সভাৰ ফালৰ পৰা পৰামৰ্শ আগবঢ়োৱা হৈছে।

প্ৰকাশনৰ বিভিন্ন শিতানসমূহ হ'ল — ১) চৰকাৰী অনুদান, ২) বিশেষ অনুদান, ৩) স্মৃতি গ্ৰন্থ, ৪) সোণালী জয়ন্তী, ৫) প্ৰচাৰ বিভাগ, ৬) অন্যান্য।

১) ৰাজ্য চৰকাৰে ৩ খন কিতাপ অনুবাদৰ বাবে দিয়া ১৮ হাজাৰ অনুদানেৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ভবেন হাজৰিকাৰ দ্বাৰা অনূদিত শূদ্ৰকৰ মুচ্ছকটিক নাটক প্ৰকাশ পাইছিল। বাকী দুখন Serpent and the Rope আৰু Our Cultural Heritage অনুবাদ বিত্তীয় বছৰতে প্ৰকাশ হোৱাৰ কথা। এই শিতানত গান্ধী শত বাৰ্ষিকী উপলক্ষে গ্ৰন্থ অনুবাদ আঁচনিত ৰাজ্য চৰকাৰৰ পৰা বছৰটোত ১২ হাজাৰ টকাৰ অনুদান মঞ্জুৰ হৈছিল।

কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ পৰা এটি বিশেষ দানেৰে এই বছৰত প্ৰকাশনৰ আৰম্ভণি হয়। পদ্মশ্ৰী কবি নলিনীবালা দেৱীৰ শেহতীয়া ৰচনা সম্ভাৰ, গীত আৰু কবিতাৰ ২৫৫ পৃষ্ঠাৰ সংকলন 'অলকানন্দা' প্ৰকাশ পাইছিল।

ডিব্ৰুগড় সন্মিলনৰ অভ্যৰ্থনা সমিতিয়ে ৩৪ তম সন্মিলনৰ বাৰ্ষিকী প্ৰকাশ কৰিবলৈ আগবঢ়োৱা দুহাজাৰ টকা দানৰ সহায়ত এখনি বাৰ্ষিকী প্ৰকাশ হ'ল।

**স্মৃতিগ্ৰন্থ ঃ** কাৰ্যনিৰ্বাহকৰ সিদ্ধান্ত অনুসৰি প্ৰয়াত প্ৰাক্তন সভাপতি দুজন ডিম্বেশ্বৰ নেওগ আৰু অম্বিকাগিৰি ৰায়চৌধুৰীৰ প্ৰথম মৃত্যু বাৰ্ষিকীতে একোখনি স্মৃতিগ্ৰন্থ যুগুত কৰি প্ৰকাশ কৰে।

গুৱাহাটী ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত অনুষ্ঠিত হোৱা মনোজ্ঞ অনুষ্ঠানত ১২ নৱেম্বৰ তাৰিখে ডিচেম্বৰ নেওগ স্মৃতিগ্ৰন্থ আৰু ২ জানুৱাৰি তাৰিখে ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ উন্মোচন হয়; যথাক্ৰমে প্ৰাক্তন সভাপতি অতুল চন্দ্ৰ হাজৰিকা আৰু বেণুধৰ শৰ্মাই সভাত সভাপতিত্ব কৰে। প্ৰধান সম্পাদকে দুয়োখন গ্ৰন্থৰ সম্পাদনা কৰে। অসম সাহিত্য সভাৰ প্ৰস্তাৱিত আঁচনি কাৰ্যনিৰ্বাহক সমিতিয়ে গ্ৰহণ কৰে। 'বিংশ শতাব্দীৰ অসমীয়া সাহিত্য' শীৰ্ষক তিনিটা খণ্ডৰ এই গ্ৰন্থখনৰ প্ৰথমাৰ্ধত অসমীয়া সাহিত্যৰ বিভিন্ন ধাৰা আলচ, বিংশ পৰিচিত সন্নিৱিষ্ট হৈছে। লব্ধপ্ৰতিষ্ঠা সাহিত্যিক হোমেন বৰগোহাঁঞিৰ সম্পাদনাত এই উল্লেখযোগ্য গ্ৰন্থখনি শেহতীয়াকৈ ছপাশালৰ পৰা ওলাইছিল।



অসম সাহিত্য সভাৰ প্ৰচাৰ বিভাগৰৰ উদ্যোগত প্ৰকাশ পোৱা পুস্তিকাসমূহ হ'ল—

১) চাহ বাগিচাৰ অসমীয়া ঃ গোলাপ খাউণ্ড

২) প্ৰমথনাথ চক্ৰৱৰ্তী ঃ সম্পাদনা - হৰি প্ৰসাদ নেওগ

প্ৰচাৰ বিভাগে যুগুত কৰা অন্যান্য পুথি হ'ল **পাদম অসমীয়া** আৰু **মিকিৰ ভাষা শিক্ষা**। এই দুয়োখন পুথি প্ৰকাশ হয়।

কাৰ্যনিৰ্বাহক সমিতিৰ সিদ্ধান্ত অনুসৰি সাহিত্য সভাৰ কেইখনমান অধুনা দুষ্প্ৰাপ্য পুথিৰ দ্বিতীয় সংস্কৰণৰ প্ৰকাশৰৰ ব্যৱস্থা কৰা হয়। শতকৰা ১৫ শতাংশ ৰয়েলটিৰ হিচাপত লয়াৰ্চ বুক ষ্টলে 'তত্ত্বকথা' আৰু 'পৱিত্ৰ অসম' দুখন পুথিৰ দ্বিতীয় সংস্কৰণ ছপাই উলিয়াইছিল।

এই একে আৰ্হিতে বেজবৰুৱাৰ ৰচনা 'অসমীয়া ভাষা আৰু সাহিত্য'ৰ (অতুলচন্দ্ৰ হাজৰিকা সংকলিত) নিউ বুক ষ্টলে প্ৰকাশৰ ব্যৱস্থা কৰিছে।

সভাৰ সাধাৰণ পুঁজিৰ পৰাই আনন্দৰাম ঢেকীয়াল ফুকনৰ 'অসমীয়া ভাষা' পুথিখনৰৰ দ্বিতীয় সংস্কৰণ উলিওৱা হৈছিল।

সভাৰ বছৰটোৰ প্ৰকাশনৰৰ তালিকা থাওকতে হ'ল — ১) অলকানন্দা, ২) ৰজনীকান্ত বৰদলৈ ৰচনামালা, ৩) ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ, ৪) চন্দ্ৰকুমাৰ আগৰৱালা প্ৰতিভা, ৫) চন্দ্ৰামৃত, ৬) ডিম্বেশ্বৰ নেওগ স্মৃতি গ্ৰন্থ, ৭) ৰায়চৌধুৰী স্মৃতি গ্ৰন্থ, ৮) প্ৰমথনাথ চক্ৰৱৰ্তী, ৯) বিংশ শতাব্দীৰ অসমীয়া সাহিত্য, ১০) মৃচ্ছকটিক, ১১) চাহ বাগিচাৰ অসমীয়া, ১২) অসম সাহিত্য সভাৰ পঞ্চাছ বছৰ, ১৩) অসম সাহিত্য সভা বাৰ্ষিকী, ১৪) অসমীয়া ভাষা (২য় সংস্কৰণ), ১৫) তত্ত্বকথা, ১৬) পবিত্ৰ অসম, ১৭) পাদম অসমীয়া, ১৮) মিকিৰ ভাষা শিক্ষা, ১৯) অসমীয়া সাহিত্য গ্ৰন্থসূচী Sepent and The Rope আৰু ২০) Our Cultural Heritage.

## অসমীয়া সাহিত্য গ্ৰন্থসূচী

অসমীয়া সাহিত্যৰ পুথি আৰু লেখকসকলৰ পৰিচিতিৰে গ্ৰন্থসূচী দুটা খণ্ডত যুগুত কৰাৰ দায়িত্ব বহন কৰিছে ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই। ইয়াৰ এটা খণ্ডৰ কাম প্ৰায় সম্পূৰ্ণ হৈছিল।

## চন্দ্ৰকান্ত অভিধান

ডঃ মহেশ্বৰ নেওগক মুখ্য সম্পাদক হিচাপে লৈ গঠিত হোৱা সমিতিৰ সৌজন্যত চন্দ্ৰকান্ত অভিধানৰ তৃতীয় সংস্কৰণৰ কাম ক্ষীপ্ৰভাৱে আগবঢ়াইছিল। আৰু সোনকালেই অভিধানখন প্ৰেছৰ বাবে ওলাব বুলি আশা কৰা হৈছিল।

## অসম সাহিত্য সভাৰ বুৰঞ্জী

সভাৰ পূৰ্বৰ প্ৰস্তাৱ অনুসৰি অসম সাহিত্য সভাৰ এখন পূৰ্ণাংগ বুৰঞ্জী যুগুত কৰাৰ বাবে প্ৰস্তুতি চলি আছে। এই শিতানত অধ্যাপক লীলা গগৈৰ দায়িত্বত অসম সাহিত্য সভাৰ শাখা সন্মিলনসমূহৰ সভাপতিসকলৰ ভাষণসমূহৰ সংকলনৰ কাম সেই বছৰ লোৱা হৈছিল।

## অসমৰ সংস্কৃতিক বুৰঞ্জী

গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ অধ্যাপক নগেন আচাৰ্যক সম্পাদক হিচাপে লৈ অসমৰ সাংস্কৃতিক বুৰঞ্জীৰ আঁচনি যুগুত কৰিবৰ কাৰণে ৰাজ্য চৰকাৰৰ পৰা অৰ্থ সাহায্য বিচৰা হৈছিল।

## প্ৰকাশন সন্দৰ্ভত

জোনাকী যুগৰ কবি, গৱেষক পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ৰচনাসমূহৰ একত্ৰ প্ৰকাশৰ বাবে তেখেতৰ সুযোগ্য পুত্ৰ প্ৰফুল্ল গোস্বামীৰ পৰা দানৰ প্ৰতিশ্ৰুতি সভাই পাইছিল।

অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক শৰৎচন্দ্ৰ গোস্বামীৰ গ্ৰন্থ সমূহ প্ৰকাশৰ বাবেও তেখেতৰ পৰিয়ালৰ লগত যোগাযোগ কৰি এই কাৰ্যৰ সফল হ'ব বুলি সভাই আশা কৰিছিল।

অসমীয়া ভাষাত বিশ্বকোষ প্ৰণয়নৰ বাবে উপৰ্য্যুপৰি ৰাজ্য চৰকাৰৰ লগত যোগাযোগ কৰা সত্ত্বেও এই আঁচনি কাৰ্যকৰী কৰি তুলিবলৈ সভা সক্ষম হোৱা নাছিল। শেহতীয়াভাৱে অসম চৰকাৰৰ শিক্ষা বিভাগ, বিশ্ববিদ্যালয়, সাহিত্য সভা, প্ৰকাশন পৰিষদ আৰু বিজ্ঞান সন্থাৰ লগত সমন্বয় সাধন কৰি বিশ্বকোষ প্ৰণয়নৰ বাবে আঁচনি গ্ৰহণ কৰিবলৈ আলোচনা প্ৰসংগত ৰাজ্য চৰকাৰক সভাই আহ্বান জনাইছিল।

## ভাষা জ্ঞান পৰীক্ষা

যতীন্দ্ৰ নাথ গোস্বামীক সচিব হিচাপে লৈ গঠিত সমিতিৰ তত্ত্বাৱধানত এই বছৰ যোৱা ২৮ আৰু ২৯ অক্টোবৰ তাৰিখে অসমীয়া ভাষা জ্ঞান পৰীক্ষা হয়। যোৰহাট ডিব্ৰুগড় কেন্দ্ৰত মুঠ ৭ জন পৰীক্ষাৰ্থীয়ে পৰীক্ষা দিয়ে। তলত দিয়া ধৰণে প্ৰাৰ্থসকল কৃতকাৰ্য হয় —

প্ৰাথমিক ঃ ১) ৰাখালচন্দ্ৰ মুৰা ২) ৰাগাদা মাঝি
৩) ৰাম কুমাৰ লোহাৰ ৪) দীপক কুমাৰ নামা



## ভাষা শিক্ষা শ্ৰেণী

সাহিত্য সভাই হাতত লোৱা ভাষা শিক্ষা শ্ৰেণীৰ আঁচনি কাৰ্যকৰী হৈছে বুলি ক'ব নোৱাৰি যদিও বিত্তীয় বছৰৰ ভিতৰত এই শ্ৰেণীসমূহৰ কাম আৰম্ভ হ্ব বুলি সভাই আশা কৰিছিল। অসম চৰকাৰৰ শিক্ষা বিভাগে বিচৰা মতে ভাষা শিক্ষা শ্ৰেণীৰ আঁচনি দিয়াৰ পিছত চৰকাৰৰ দ্বাৰা পূৰ্ব প্ৰতিশ্ৰুত অনুদান বাট চাব লগাই হ'ল বিলম্বৰ ঘাই কাৰণ। ডিফু, মালিগাওঁ কেন্দ্ৰ স্থগিত হৈছিল। শদিয়াত শদিয়া সাহিত্য সভা তথা ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ চেষ্টাত ভাষা শিক্ষা শ্ৰেণী মুকলি হৈছিল আৰু এই প্ৰচেষ্টাত নেফাৰ জনজাতীয় লোকসকলৰ অভূতপূৰ্ব সঁহাৰি সভাই পাইছিল। এই কেন্দ্ৰৰ বাবে পাদম অসমীয়া শীৰ্ষক পুথি বিত্তীয় বছৰত প্ৰকাশ হ'ল।

## পত্ৰিকা

ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী সম্পাদিত বছৰটোত পত্ৰিকাৰ তিনিটা সংখ্যা প্ৰকাশ পাইছিল। প্ৰথম সংখ্যা ৰায়চৌধুৰী স্মৃতি সংখ্যা আৰু পিছৰ দুটা সংখ্যা একত্ৰীকৰণ কৰি সোণালী জয়ন্তী শত বাৰ্ষিকী সংখ্যা হিচাপে প্ৰকাশ পায়।

## গোপাল গোস্বামী স্মৃতি পুজি

শিশু সাহিত্য প্ৰতিযোগিতাৰ বাবে প্ৰাপ্ত এক কালীন দান ৩০০ টকাৰ পুৰস্কাৰ প্ৰদানৰ বাবে ৩১ ডিচেম্বৰৰ ভিতৰত বৈজ্ঞানিক আৱিষ্কাৰৰ বিষয়ে প্ৰতিযোগিতা পতা হয়। সমিতিৰ সিদ্ধান্ত অনুক্ৰমে ২৫/১/৬৮ তাৰিখৰ কাৰ্যনিৰ্বাহক সমিতিয়ে পুৰস্কাৰ ঘোষণা কৰে। দীনেশচন্দ্ৰ গোস্বামীয়ে এই পুৰস্কাৰ লাভ কৰিছিল।

## ডিগবৈ ন্যাস পুজি

যোৱা দুবছৰৰ শ্ৰেষ্ঠ পূৰ্ণাংগ নাটকৰ বাবে ডিগবৈ সাহিত্য সেৱা সমিতিয়ে আয়োজন কৰা নাটক প্ৰতিযোগিতাত অৰুণ শৰ্মাৰ *নিবাৰণ ভট্টাচাৰ্য* আৰু আব্দুল মজিদৰ *চোৰ* নাটক দুখনি শ্ৰেষ্ঠ নাটক হিচাপে পৰিগণিত হয়।
— দুয়োগৰাকী নাট্যকাৰককে পুৰস্কাৰ দিয়া হয়।

## পুঁজি

নক'লেও হ'ব যে সাহিত্য সভাৰ বিভিন্ন কাৰ্যৰ আঁচনি সফল কৰি তুলিবলৈ হ'লে এটি শক্তিশালী পুঁজিৰ আৱশ্যক। বছৰটোত ৰাইজৰ পৰা সাধাৰণ পুঁজিৰ বাবে ধন সংগ্ৰহ কৰা নহ'ল। ৰাজ্য চৰকাৰৰ পৰা ত্ৰিশ হাজাৰ টকাৰ এক কালীন বাৰ্ষিক অনুদানৰ বাবে সভা মুখ্যমন্ত্ৰী আৰু বিত্তমন্ত্ৰীৰ কাষ চাপিছিল। সাহিত্য সভালৈ এককালীন দান অৱশ্যে ১০ হাজাৰৰ পৰা ১৫ হাজাৰলৈ উন্নীত হ'ল।

## প্ৰচাৰ আৰু সংগঠন

অসম সাহিত্য সভাৰ সাধাৰণ সভ্য আৰু আজীৱন সভ্য বৃদ্ধিৰ ক্ষেত্ৰত আৰু ভিতৰুৱা অঞ্চলতো সংগঠনৰ পৰিসৰ বৃদ্ধি কৰাৰ ওপৰত গুৰুত্ব দিয়া হয়। কিন্তু বছৰটোত উদ্ভৱ হোৱা উৎকট খাদ্য সংকট আদি সাময়িক পৰিস্থিতিয়ে সংগঠনৰ অগ্ৰগতিত যথেষ্ট বাধা দিছিল। তথাপি সেই বছৰত ৩২ খন শাখা সভা, ২ খন স্বীকৃত সভা আৰু ৫০২ জন নতুন সভ্য আৰু ২২ জন আজীৱন সভ্যক স্বীকৃতি দিবলৈ সমৰ্থ হৈছিল। এইখিনিকে লৈ আমাৰ মুঠ শাখা সভা ২৪১ (১২ খন স্বীকৃত), ২৬, ৪০০ জন সভ্য আৰু আজীৱন সভ্য ৩৩২ জন।

উল্লেখযোগ্য যে ১৯৬৫ চনতে কাৰ্যনিৰ্বাহক সমিতিয়ে যুগুত কৰা জিলা প্ৰচাৰ আৰু সংগঠনমূলক আঁচনিৰ ভিত্তিত গঠিত ডিব্ৰুগড় জিলা পৰিষদে সীমান্ত অঞ্চলকে ধৰি চাহ বাগিচা অঞ্চলৰৰ মাজতো প্ৰচাৰমূলক আঁচনিৰ ভিত্তিত গঠিত ডিব্ৰুগড় জিলা পৰিষদে সীমান্ত অঞ্চলকে ধৰি চাহ বাগিচা অঞ্চলৰ মাজতো প্ৰচাৰমূলক কাম কৰিবলৈ সক্ষম হৈছে। সকলো অঞ্চলতে এনে ধৰণেৰে পৰিষদ গঠিত হৈ প্ৰচাৰমূলক কাৰ্য অনায়াসে বৃদ্ধি কৰিব পাৰে। বছৰটোত সাহিত্য সভাৰ প্ৰচাৰ বিভাগ এটি স্থাপিত হৈছিল, গতিকে অঞ্চল বিশেষে শাখা সভা সমূহৰ সমষ্টিৰে একোখনি আঞ্চলিক প্ৰচাৰ পৰিষদ গঠন হোৱাতো সভাই আশা কৰিছিল।

সীমান্তৰ শদিয়াত ডিব্ৰুগড় আঞ্চলিক পৰিষদৰ উদ্যোগত ডিব্ৰুগড় সন্মিলনত প্ৰতিনিধিত্ব কৰা খামতি, পাদম, ইদু আৰু ভৈয়াম জন-জাতিৰ নেতৃবৃন্দৰ সমাৱেশত প্ৰধান সম্পাদকৰ সভাপতিত্বতে অনুষ্ঠিত হোৱা আলোচনাচক্ৰ তাৎপৰ্যপূৰ্ণ আছিল। চৌখামুন গোঁহাই, প্ৰতীক পতম আৰু গোৰা পাটন প্ৰেমৰতন আদি নেতৃস্থানীয় লোকসকলে শদিয়াত অসম সাহিত্য সভাই এটি সাংস্কৃতিক কেন্দ্ৰ স্থাপন কৰাৰ যোগে সম্প্ৰীতি সুদৃঢ় কৰাত গুৰুত্ব দিয়ে। 'পাদম অসমীয়া' নামৰ ভাষা শিক্ষা শ্ৰেণীৰ কাৰণে যুগুত কৰা পুথিখনো জিলা পৰিষদৰ পৰাই যুগুত কৰা হৈছে।

কাৰ্যনিৰ্বাহক সমিতিৰ পূৰ্বৰ সিদ্ধান্ত অনুসৰি লিডু স্কুললৈ ২০০ টকা আৰু কাছাৰৰ দেশভক্ত তৰুণৰাম ফুকন এম. ই. স্কুললৈ ২৫০ টকাৰ এক কালীন দান সাহায্য দিয়া হয়। গড়গাঁৱৰ কাষৰ নগা গাঁও লাইব্ৰেৰি, শদিয়া, লিডু, ধুবুৰীৰ প্ৰতাপগঞ্জ অঞ্চলত, কাছাৰৰ চিলছৰ, গড়ৰ ভিতৰ সভাক প্ৰকাশনৰ পুথি দান দিয়া হয়। পূৰ্বে বাতৰি কাকত আদিৰ বিতৰণ কৰা ব্যৱস্থা কৰা হৈছিল। আজীৱন সভ্য ভুবন ডেকাই বিতৰণৰ বাবে আঠৈকুৰি কিতাপ দান দিয়ে।

কাৰ্যনিৰ্বাহক সদস্য ললিত শৰ্মা বৰুৱাৰ চেষ্টাত উত্তৰ লক্ষীমপুৰ আৰু সীমান্তৱতী অঞ্চল পৰ্যন্ত সংগঠন বৃদ্ধি পাইছিল। ধুবুৰীৰ খলিলুৰ ৰহমান, কাছাৰত কুমাৰ মেধিয়ে স্থানীয় ভাবে সংগঠনত গুৰুত্ব দিছিল। সীমান্তৰ শদিয়া অঞ্চলৰ সততে যোগাযোগ ৰখা ধৰ্মকান্ত গোহাঁইয়ে সভাৰ প্ৰচাৰ ক্ষেত্ৰত ব্ৰতী হৈ থাকে। কামৰূপ জিলাত সহকাৰী সম্পাদক নন্দ তালুকদাৰ সৌজন্যত কেবাখনো নতুন সভা হৈছিল।



চাহবাগিচাৰ সাংস্কৃতিক জীৱন ধাৰাৰ বিষয়ে প্ৰচাৰ বিভাগে যুগুত কৰা **চাহবাগিচাৰ অসমীয়া** শীৰ্ষক পুস্তিকা সন্দৰ্ভত চাহবনুৱা সম্প্ৰদায়ৰ ছত্ৰ গোপাল কৰ্মকাৰকে ধৰি কাৰ্যনিৰ্বাহক সদস্য নাৰায়ণ ঘাটোৱাৰ আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ হৰেন ভূমিজৰ সহায় সভাই লাভ কৰিছিল। কেবাখনো চাহ বনুৱা ছাত্ৰ সন্থাৰ সভাত প্ৰধান সম্পাদক উপস্থিত থাকে। চাহ বনুৱা শিক্ষিত সম্প্ৰদায়ৰ লগত বুজা-পৰাৰ বাবে সম্ভৱপৰ প্ৰচেষ্টা হাতত লয়।

## সপ্তাহ পালন

অসম সাহিত্য সভাৰ সপ্তাহ পালনৰ যোগে প্ৰচাৰ আৰু সভ্যভৰ্তি অভিযানত গুৰুত্ব দিয়া হয়। আগৰৱালা আৰু বৰদলৈ শত বাৰ্ষিকীৰ লগত সম্পৰ্ক ৰাখি ২৮ নৱেম্বৰলৈকে সপ্তাহৰ কাৰ্যসূচী লোৱা হৈছিল। প্ৰচাৰ বিভাগৰ সৌজন্যত এখনি প্ৰচাৰ পত্ৰ- প্ৰকাশ কৰা হয়।

এইখিনিতে উল্লেখ কৰা হয় যে অসমত গভীৰ জাতীয় সমস্যাত অসম সাহিত্য সভাক এক গতিশীল আৰু জীৱন্ত অনুষ্ঠানত পৰিণত কৰাৰ মানসেৰে সভ্য সংখ্যা ১ লাখ জন আৰু আজীৱন সভ্য ১ হাজাৰজনলৈ বৃদ্ধি কৰাৰ যি সংকল্প লোৱা হৈছিল, তাক কাৰ্যকৰী কৰিবলৈ হ'লে সাহিত্য সভাৰ প্ৰচাৰ বিভাগক অধিক সক্ৰিয় কৰা, আঞ্চলিকভাৱে জিলা পৰ্যায়ত পৰিষদ গঢ়ি তোলা, সভাত এখন নিজা ছপাশাল আৰু যানবাহনৰ ব্যৱস্থা কৰা, নেফা; কাছাৰ, চাহবাগিচা উদ্যোগ অঞ্চল আদিৰ বাবে বিশেষ ধৰণৰ পুস্তিকা প্ৰকাশ আৰু সৰ্বশেষত এটি শকত পুঁজি গঠন কৰাৰ ওপৰত জৰুৰীভাৱে গুৰুত্ব দিয়া দেখা যায়।

## কেন্দ্ৰীয় লাইব্ৰেৰি আৰু সংগ্ৰহালয়

সাহিত্য সভাৰ কেন্দ্ৰীয় লাইব্ৰেৰি উন্নয়নকল্পে জাতীয় আৰু প্ৰকাশকসকলক অনুৰোধ জনোৱাত সভাই ২৪০ জন লেখকৰ পৰা কিতাপ পাইছিল।

পুৰণি পুথি সংগ্ৰহ আৰু সাহিত্যিকৰ সমল সংগ্ৰহৰ দ্বাৰা এটি সংগ্ৰহালয় ভগৱতী প্ৰসাদ বৰুৱা ভৱনত স্থাপনৰ বাবে এখনি প্ৰাথমিক পৰ্যায়ৰ আঁচনি হাতত লৈছিল।

কাৰ্যনিৰ্বাহক সমিতিয়ে কেন্দ্ৰীয় লাইব্ৰেৰি উন্নয়নৰ বাবে এখন উপ- সমিতি পাতি দায়িত্ব আৰোপ কৰে।

বছৰটোত গঠিত হোৱা নতুন শাখা সভাসমূহ হ'ল — লক্ষীমপুৰ, দুধনৈ, পশ্চিম বৰিগোগ, জ্ঞানদায়িনী, জেউতি, কুঁৱৰীগাওঁ, ঔফলী, পূব-বিহালী, বৰভাগ, বনমাজা, বিলাসীপাৰা, কাকজান, খেৰাজঘাট, গোলোকগঞ্জ, গড়েৰবন্দ, বঙ্গইগাওঁ, চাঁদালমৰা,

ভৱানীপুৰ, মুকুল, (কলগছীয়া) ৰূপহী, হাফলুংটি ৰূপজ্যোতি, ধ্ৰুৱজ্যোতি, বিহালী, জাগীৰোড, ৰঙাই আঞ্চলিক, বহৰী, নাৰায়ণপুৰ, অপৰাজেয়, গড়ৰ ভিতৰত, বকো, সাতগাওঁ, বিশ্বনাথ চাৰি আলি শাখা সাহিত্য সভা।

স্বীকৃতি সভা ঃ পূব চাৰি আলি নেপালী ছাত্ৰ সংঘ।

## আজীৱন সভ্যসকল

১) চন্দ্ৰনাথ ফুকন, ডাঃ বিপিন কুমাৰ কৰ, নীল ভূষণ দেৱ, অৰুণ চন্দ্ৰ গুহ, শৰৎকুমাৰ দত্ত, সান্ত্বনা বৰুৱা, সুশেনচন্দ্ৰ কলিতা, অঞ্জনা বুঢ়াগোহাঁই, ডাঃ দিনেশচন্দ্ৰ দত্ত, তুলসীৰাম মহন্ত, ঘননাথ হাজৰিকা, লীলাৰাম গগৈ, বিশ্বনাথ শৰ্মা, প্ৰফুল্ল গোস্বামী।

## শাখা সভাসমূহৰ কাৰ্যক্ৰমৰ চমুটোকা

অসম সাহিত্য সভাৰ মূল শক্তি হ'ল ৰাজ্যখনৰ চুকে-কোণে সংগঠিত হোৱা শাখা আৰু স্বীকৃতি সভাসমূহ। সাহিত্য সভাৰ প্ৰচাৰ, প্ৰসাৰ সংগঠন আৰু কাৰ্যক্ৰমৰ অগ্ৰগতিত, তদুপৰি প্ৰত্যেক এলেকাত একোটি সাহিত্যমুখী পৰিৱেশ সৃষ্টিত শাখা সভা আৰু স্বীকৃত সভাৰ ভিতৰত ১৯৬৭ চনৰ বছৰটোৰ ভিতৰত ৩২ খন শাখা সভা আৰু দুইখন স্বীকৃত সভা নকৈ গঠিত হৈছে। অসমীয়া ডেকা-গাভৰুসকলৰ মাজত যে নতুন জাগৰণ হৈছে, সাহিত্য সভাৰ সভ্য সংখ্যা বৃদ্ধি শাখা সভাৰ সংগঠন বৃদ্ধিয়েই তাৰ প্ৰমাণ। শাখাসমূহৰ যোগেদি শীঘ্ৰেই অন্ততঃ এক লাখলৈ সাধাৰণ সভ্যৰ সংখ্যা বৃদ্ধি পাব আৰু কমেও এহাজাৰজনকৈ আজীৱন সভ্য সংখ্যা বৃদ্ধি পাব বুলি সভাই আশা কৰিছিল। মূল সভাৰ বিজ্ঞপ্তি অনুসৰি কৰা কামৰ বাহিৰেও শাখা সভাসমূহে স্বতন্ত্ৰভাৱে স্থানীয় অৱস্থাৰ লগত সংগতি ৰাখি নিজা কাৰ্যক্ৰম হাতত লোৱাটো সুখৰ কথা। শাখা সভাসমূহৰ পৰা আহবান কৰি অনা বছৰেকীয়া কাৰ্যবিৱৰণি সযতনে সংৰক্ষণ কৰা হৈছিল, যাতে অসম সাহিত্য সভাৰ সাম্প্ৰতিক গতি শক্তিৰ ইতিহাস ভাবী কালৰ কাৰণে ৰক্ষা পৰে।

সভাৰ প্ৰাক্তন সভাপতি দেশপ্ৰাণ অম্বিকাগিৰী ৰায়চৌধুৰী, সভাপতি আজীৱন সাহিত্য সেৱী নকুলচন্দ্ৰ ভূঞা, অক্লান্ত সাহিত্য সেৱী দৈৱচন্দ্ৰ তালুকদাৰ, প্ৰাক্তন সভাপতি বিহগী কবি ৰঘুনাথ চৌধাৰীৰ মৃত্যুত শাখা সভাসমূহে নিজা অঞ্চলত শোক সভা আৰু স্মৃতি তৰ্পণ কৰিছে। ইয়াৰ উপৰি স্বৰ্গগত অসমীয়া শিল্পী-সাহিত্যিকৰ মৃত্যু দিৱসো তেখেতসকলৰ সাহিত্য প্ৰতিভা, ব্যক্তিত্বৰ বিষয়ে আলোচনা চক্ৰৰ আয়োজন কৰি পালন কৰিছে।

বছৰৰ আৰম্ভতে ১৩ জানুৱাৰিত কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰে অসম পুনৰ গঠন সম্পৰ্কে দিয়া বিবৃত্তিৰ পৰা ২৮ ডিচেম্বৰৰ কেন্দ্ৰীয় প্ৰধান মন্ত্ৰীয়ে সেই সম্পৰ্কত কৰা অবাঞ্ছিত মন্তব্যলৈকে এই সময় ছোৱাত অসমৰ অখণ্ডতা, ঐক্য সম্প্ৰীতি-ৰক্ষা



কৰাৰ বাবে জনমত গঢ়ি তোলাত আৰু জনসাধাৰণৰ মাজত জাগৰণ সাহিত্য সভাৰ ৫/২/৬৭ তাৰিখৰ কাৰ্যনিৰ্বাহক সমিতি আৰু ১৬/৫/৬৭ তাৰিখৰ কাৰ্যনিৰ্বহক সমিতিৰ সিদ্ধান্তক সৰল বুনিয়াদ দান কৰিছে। মেহতা কমিটীৰ পৰামৰ্শাৱলী এই ক্ষেত্ৰত গ্ৰহণ কৰিবলৈ সাহিত্য সভাই জনোৱা আহ্বানে শাখাসমূহ অধিক শক্তিশালী কৰিব তুলিছে। ১১ ফেব্ৰুৱাৰিৰ প্ৰতিবাদ দিৱসো সফল উদ্‌যাপন উল্লেখযোগ্য।

৬/৩/৬৭ তাৰিখে বিজ্ঞপ্তি যোগে অসম আৰু নগালেণ্ডৰ মুখ্য ন্যায়ধীশে অসম ৰাজ্যভাষা আইন ১৯৬০-ৰ উলংঘা কৰি নিম্ন আদালতসমূহত অসমীয়া ভাষা ব্যৱহাৰত প্ৰতিবন্ধক জন্মোৱাত এনে অসংগত বিজ্ঞপ্তি প্ৰত্যাহাৰৰ বাবে সাহিত্য সভাই কৰা দাবীক শাখাসমূহে প্ৰতিবাদ দিৱস, প্ৰস্তাৱ গ্ৰহণৰ যোগে সৱলতা দান কৰিছে। আইন-আদালত আৰু প্ৰশাসনত অসমীয়া ভাষা প্ৰয়োগ থকা আসোঁৱাহ আঁতৰাই ভাষা আইনৰ পূৰ্ণপ্ৰয়োগ কৰিবলৈ দাবী জনাই শাখা সভাসমূহে জনমত গঢ়ি তুলিছে। তদুপৰি কেন্দ্ৰীয় শিক্ষা মন্ত্ৰী দপ্তৰে আঞ্চলিক দপ্তৰে ভাষাক বিশ্ববিদ্যালয়ৰ মাধ্যম কৰাৰ প্ৰস্তাৱক স্বাগতম জনাই প্ৰস্তাৱাদি গ্ৰহণ আৰু প্ৰেৰণ কৰি অসমৰ বিশ্ববিদ্যালয়সমূহতো এই নীতি প্ৰয়োগৰ দাবী জনাইছে।

১৯৬৭ চনৰ নৱেম্বৰ ২৪ আৰু ২৮ তাৰিখে ক্ৰমে অসমীয়া ঔপন্যাসিক সম্ৰাট ৰজনীকান্ত বৰদলৈ আৰু অসমীয়া ৰোমান্টিক কবিসকলৰ অগ্ৰণী চন্দ্ৰ কুমাৰ আগৰৱালাৰ জন্ম শত বাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাৰ শাখাসমূহে স্থানীয়ভাৱে আলোচনা চক্ৰ, ৰাজহুৱা সভা, বন্তি প্ৰজ্বলন আদি কাৰ্য সম্পন্ন কৰে। ২৩ নৱেম্বৰৰ পৰা ২৮ নৱেম্বৰলৈকে কেউদিন অসম সাহিত্য সভা সপ্তাহ। বিভিন্ন কাৰ্যসূচীৰে শাখাসমূহে পালন কৰি সাহিত্য সভাৰ সভ্য বৃদ্ধি পতাকা বিক্ৰী, প্ৰচাৰ-পত্ৰ বিক্ৰী, পুথি বিক্ৰী অভিযান চলায়। এই সপ্তাহটোৰ ভিতৰত পুৰণি শাখাৰ উদ্যোগত নতুন শাখা স্থাপন হোৱাটোও মন কৰিবলগীয়া কথা।

বিহু উৎসৱ, মহাপুৰুষ আৰু স্বৰ্গগত সাহিত্যিসকসকলৰ তিথি, স্বাধীনতা দিৱস আদি পালন কৰি শাখাসমূহে জনসাধাৰণৰ মাজলৈ সোমাব পৰাটো শুভ লক্ষণ। তদুপৰি হ'ল, স্কুলঘৰ, পুথিভড়াল আৰু সভাৰ স্থায়ী নিজা ভৱন নিৰ্মাণৰ বাবেও কেবাখনো শাখাই কাৰ্যসূচী হাতত লৈ সুন্দৰ আৰ্হি দেখুৱাইছে। ডিব্ৰুগড়ত নিৰ্মিয়মান 'বেজবৰুৱা ভৱন'ৰ কথা প্ৰসংগত উল্লেখ্যযোগ্য। সম্বৰ্ধনা সভা, একাংক নাট সন্মিলন, বিভিন্ন বিষয়ৰ আলোচনা চক্ৰৰ আয়োজন আদিও শাখাসমূহে কৰাৰ বতৰা নিশ্চয় সুখকৰ।

চাহ বাগিচাৰ বনুৱা অসমীয়া, অসমৰ পাৰ্বত্য এলেকাৰ বিভিন্ন অসমীয়া সম্প্ৰদায়, অনুন্নত অঞ্চলত শাখা সভাসমূহৰ কেইবাখনিয়েও সাহিত্য সভাৰ প্ৰচাৰ কাৰ্যত আত্মনিয়োগ কৰে। নগাভূমিৰ লগতো এনে সম্পৰ্ক গঢ়িবলৈ চেষ্টা কৰিছিল। শদিয়া, চূণপোৰা আদি ঠাইত সম্প্ৰীতি সভাৰ আয়োজনে অসমভূমি বাসকৰা বিভিন্ন

সম্প্ৰদায়ৰ মাজত সমন্বয় ৰক্ষাৰ চেষ্টাৰ মূলসভাৰ উদ্দেশ্যক সফল কৰাত কম সহায় কৰিছে। উদ্যোগ প্ৰধান নামৰূপ; দুলিয়াজান আদিত হোৱা সবল সংগঠনৰ কথাও উল্লেখযোগ্য।

কেইখনিও শাখাই হাতেলিখা বা ছপা কৰা মুখপত্ৰ উলিওৱাৰৰ বতৰাও সভাই পাইছিল। বছৰটোত গুৱাহাটী সাহিত্য সভাই অম্বিকাগিৰি ৰায়চৌধুৰী, প্ৰবন্ধ শৰাই, ডাণ্ডৰী সাহিত্য সভা বাৰ্ষিকী, ডিমৰীয়া শাখাই 'এইখন ডিমৰীয়া' সৌমাৰ সৌৰভ, দণ্ডীধৰ ফাটোৱালী গ্ৰন্থাৱলী; বকতাৰ সোণাবৰ চুতীয়াৰ দপোণৰ দ্বিতীয় সংস্কৰণ; বৰহাপজানৰ প্ৰচাৰ পত্ৰ আদি পুথি; আলোচনী আৰু প্ৰচাৰ পত্ৰই প্ৰকাশ লাভ কৰিছে। তদুপৰি শিশু আলোচনী, কমলাবাৰী শাখাই মণিৰাম গায়ন মুক্তিয়াৰ স্মৃতি গ্ৰন্থ, টংলা সাহিত্য সভা পত্ৰিকা, বৰপেটা শাখাই সুন্দৰম, কেইখনো শাখাই স্থানীয় বুৰঞ্জী প্ৰসিদ্ধ ঘটনা স্থানাদিৰ বিৱৰণ, পৰিহৰেশ্বৰ দেৱালৰ তথ্য, গল্প সংকলন, প্ৰচাৰ-পত্ৰ আদি প্ৰকাশৰ ব্যৱস্থাও স্থানীয় শাখাসমূহে লোৱাটো প্ৰশংসাযোগ্য কাম নিশ্চয়। পুৰণি সাঁচিপতীয়া পুথি সংগ্ৰহ, লোকগীত আদিৰ সংগ্ৰহ কাৰ্যত শাখাসমূহৰ কেইখনিয়েও কৰিছে।

শাখাসমূহৰ এনে কাৰ্যক্ৰমে অসম সাহিত্য সভাৰ উদ্দেশ্য সফলতা, আঁচনিৰ কাৰ্যকাৰিতা, সবল অগ্ৰগতি, প্ৰচাৰ আৰু সংগঠনৰ ব্যাপকতা আৰু জনতামুখী মনোভাৱ স্পষ্ট পৰিচায়ক।

সাহিত্য সভাখনক নকৈ ৰূপ দিয়াৰ প্ৰয়োজন অনুভৱ কৰিছিল। বিশেষকৈ আঞ্চলিক ভাষাক শিক্ষাৰ মাধ্যম কৰাৰ কথাই সূচায়। লেখক, প্ৰকাশক আৰু পাঠক সমাজৰ মাজত সমন্বয় সাধনৰ যোগেদি সাহিত্যৰ মান নিয়ন্ত্ৰণ কৰাত গুৰুত্ব আৰোপ কৰা আৰু এই ক্ষেত্ৰত সভাৰ ফালৰ পৰা পত্ৰিকাৰ লগতে এখনি মানবিশিষ্ট স্থায়ী আলোচনী প্ৰকাশত এটি স্থায়ী প্ৰকাশ বিভাগ প্ৰতিষ্ঠা কৰি বিভিন্ন পৰিক্ৰমাত প্ৰকাশ কাৰ্যত গুৰুত্ব দিয়াত সাহিত্য প্ৰতিযোগিতাৰ আদিৰ যোগে ছাত্ৰ সমাজৰ মাজত পৰিৱেশ সুচোৱাত স্থায়ী প্ৰচাৰৰ বিভাগ স্থাপন কৰি ভিতৰুৱা অঞ্চল আদিত প্ৰচাৰ কাৰ্য বৃদ্ধি কৰাত আঞ্চলিক পৰিক্ৰমাত সংগঠন সুদৃঢ় কৰাৰ লগতে পাৰ্বত্য আৰু ভিতৰুৱা অঞ্চলৰ মাজত বুজা-পৰা আৰু ভাবৰ আদান-প্ৰদান বৃদ্ধি কৰাত আৰু একেটি কেৱল নিৰ্মাণৰ যোগে স্থায়ী প্ৰচাৰ কেন্দ্ৰ স্থাপন কৰাত আৰু সৰ্বশেষত অঞ্চল বিশেষে সংগঠন আৰু প্ৰচাৰক নিযুক্তি কৰাত অসম সাহিত্য সভাই গভীৰভাৱে মনোনিৱেশ কৰিবলৈ সভাই সেই সময়ত চেষ্টা কৰিছিল।

সাহিত্য সভাৰ নিয়মতন্ত্ৰৰে বৈজ্ঞানিক প্ৰণালীৰে সংশোধন কৰাৰো আৱশ্যক আছে। সাহিত্য সভাৰ অধিৱেশন অন্ততঃ দুবছৰীয়া কৰি কাৰ্যকাৰসকলক অন্ততঃ হাতত লোৱা আঁচনিসমূহ ৰূপায়িত কৰাৰ বিষয়ত চিন্তা কৰিবলৈ সুযোগ নিদিলে সভাৰ আঁচনিৰ অগ্ৰগতি স্বাভাৱিক ভাবেই ব্যাহত হ'ব বুলি ধাৰণা কৰা দেখা যায়।



## নকুল চন্দ্ৰ ভূঞা

নকুলচন্দ্ৰ ভূঞা (জন্ম জেঠমাহ, ১৮৯৫, মৃত্যু ১৬ জানুৱাৰি ১৯৬৮) বাৰ ভূঞা বংশৰ। চাৰিঙত প্ৰাথমিক বিদ্যালয় শিক্ষা শেষ কৰি যোৰহাটৰ মধ্য অসমীয়া বিদ্যালয়ত ভৰ্তি হয়। তাৰ পিছত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা ১৯১৬ চনত প্ৰৱেশিকা পৰীক্ষাত উৰ্ত্তীণ হয়। কিছুদিন ডিব্ৰুগড় আৰু তেজপুৰত চৰকাৰী চাকৰি কৰিছিল। ১৯২৪ চনত যোৰহাট চাহ কোম্পানীৰ চাহ বাগিচাত যোগ দিয়ে। তাৰ পৰাই চিনিয়ৰ মেনেজাৰ ৰূপে অৱসৰ লয়। মৃত্যুৰ কিছুদিন আগলৈকে অসম চৰকাৰ বিত্তনিগমৰ সদস্য আৰু চাহ বাগিচাৰ পৰিদৰ্শক ৰূপে সেৱা আগবঢ়াইছিল। ভূঞা নাট্যকাৰ, বুৰঞ্জীবিদ আৰু জীৱনীকাৰ। অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক, ধন ভঁৰালীৰ দায়িত্বও পালন কৰিছিল। জয়ন্তী সুৰভি আবাহন ৰামধেনু আদি আলোচনীত ভূঞাৰ লেখা প্ৰকাশ পায়। *বাৰভূঞা* (১৯১৬) ছাত্ৰ অৱস্থাতে লিখা প্ৰথম গ্ৰন্থ ১৯৬১ চনত এইখন বহলাই *বাৰভূঞাৰ চমু বুৰঞ্জী* ৰূপে প্ৰকাশ কৰে। *শাহ্ আই* (১৯২৫), *বদন বৰফুকন* (১৯২৭), *চন্দ্ৰকান্ত সিংহ* (১৯৩১), *বিদ্ৰোহী স্মৰণ* (১৯৩৮), *নুমলী কুঁৱৰী* (১৯৬৩), উল্লেখযোগ্য পুথি। *চোৰাং চোৰাৰ চ'ৰা* (১৯১৮) আৰু *সোণোৱালী* (১৯৩৩)-ৰ গল্পসমূহ একলগ কৰি ১৯৬২ চনত *গল্পৰ শৰাই* প্ৰকাশ কৰে। *ৰাধাকান্ত সন্দিকৈ* (১৯৬১) জীৱনী পুথি। *চাহ বাগিচাৰ বনুৱা* (১৯৬০) বিশেষ গ্ৰন্থ। *সোণহঁতৰ ভীষ্ম* আৰু *আমাৰ পাঠ* শিশু পুথি। বিহুগীতৰ পুথি *ব'হাগী* (১৯২৩) সম্পাদিত গ্ৰন্থ।

## অভিভাষণৰ সুবচন

*অসমীয়া ভাষাটো শুৱলা হোৱাৰ কাৰণে কবিতা লিখিবলৈ উপযোগী। কঠিন সংস্কৃতৰপৰা কেনেকৈ শংকৰদেৱে অসমীয়া ভাষালৈ শ্লোকবিলাক মধুৰভাৱে অনুবাদ কৰিছিল তাক আমি শংকৰী সাহিত্যত পাইছো। আমাৰ ভাষাত বহুতো দাৰ্শনিক তাৎপৰ্যপূৰ্ণ শব্দ আছে, যেনে — 'দেহা-এৰা', 'ইচ্ছা কৰা', 'মুখ-হাত ধোৱা', 'বাহিৰ ফুৰা', ইত্যাদি।*

* * *

*দ্বাদশ শতাব্দীতে মুছলমানসকল অসমলৈ প্ৰথমতে অহা পোৱা যায়। তেতিয়াৰ পৰাই পাৰ্চী শব্দ আমাৰ ভাষাতে অবাধে সোমায়। তাৰ পাছত মুছলমানে অসম আক্ৰমণ কৰোঁতে ভালেমান মুছলমানলোক অসমত থাকি যায়। ব্ৰিটিছ শাসনত হিন্দী, ইংৰাজী, উৰিয়া, বঙলা আদি বহুতো ভাষাৰ শব্দ সোমাই অসমীয়া সাজ-পাৰ পিন্ধি অসমীয়া ৰূপ লয়।*

* * *

কাগজে-পত্ৰই পঢ়িছো, জাপান আৰু টুৰ্কীয়ে বিশেষকৈ বিজ্ঞান সাহিত্যত জাৰ্মান আৰু ইংৰাজীত থকা বিদেশী শব্দবিলাক নিজৰ কৰি লৈছে। ঠিক তেনেকৈ আমাৰ ভাষাতো নচলা পৰিভাষা তৈয়াৰ কৰাতকৈ তেনে সৰবৰহী বিদেশী শব্দ ব্যৱহাৰ কৰিলে অৰ্থ বুজাত বিজুতি নঘটে। বৰ্তমান যুগৰ আধুনিক কবিতাবিলাক জোনাকী যুগৰ ছন্দধৰ্মী কবিতাবিলাকৰ পৰা সম্পূৰ্ণ ভিন্নধৰ্মী। আজিৰ কবিতা কাব্যময় গদ্য বা কথা কবিতা নহয়। ই এটা কাব্য-জগতলৈ ন-ধৰণৰ উপাদান। আজিৰ কবিতাত আকাশ প্ৰয়াসী পাঠক নাই।

* * *

আজিৰ কবিসকলৰ দৃষ্টিভংগী সলনি হৈছে। তেওঁলোকে পশ্চিমীয়া কবিসকলৰ আদৰ্শ গ্ৰহণ কৰিছে। ইলিয়ট আদি কৰি ইংৰাজী কাব্য-সাহিত্যৰ আগ শাৰীৰ কবিসকলৰ দ্বাৰা আমাৰ কবিসকল অনুপ্ৰাণিত হৈছে। বৰ্তমান সমাজৰ ওপৰত আস্থাহীনতা, অৱচেতন মনৰ কিছুমান অসংলগ্ন ভাৱৰ ঢৌ আৰু বিবিধ ধৰণৰ কথা একশ্ৰেণী বুদ্ধিজীৱি কবিৰ কবিতাৰ বিষয়বস্তু, তেওঁলোকে ব্যৱহাৰ কৰা প্ৰতীকসমূহ অধিক স্পষ্ট হ'লেহে পাঠকে হয়তো বুজিবলৈ সক্ষম হ'ব। প্ৰায়ে বহু সংখ্যক কবিয়ে তেওঁলোকৰ কবিতাত ইংৰাজীকে আদি কৰি বাৰে-বঙলুৱা শব্দ ব্যৱহাৰ কৰি কবিতাক সাধাৰণৰ কাৰণে জটিল সাঁথৰ স্বৰূপ কৰি তুলিছে। এনে কৰোঁতে পৰাপক্ষত অনা-অসমীয়া শব্দ ব্যৱহাৰ কৰাৰ আগতে অসমীয়া শুৱলা শব্দ ব্যৱহাৰ কৰা উচিত।

* * *

বৰ্তমান যুগ হৈছে আন্তজাৰ্তিক বিনিময়ৰ যুগ। সংস্কৃতিৰ ক্ষেত্ৰত, ৰীতি-নীতিৰ ক্ষেত্ৰত এই আন্তজাৰ্তিক বিনিময় আমাৰ চকুত পৰে। আমি যেনেকৈ অকল অসম বা ভাৰতৰ নহয়, সমগ্ৰ পৃথিৱীৰ সংস্কৃতিৰ কথা আলোচনা কৰো, ঠিক তেনেকৈয়ে পৃথিৱীৰ আন দেশসমূহেও আমাৰ সংস্কৃতিৰ কথা আলোচনা নকৰি নেথাকে।

* * *

সাহিত্যৰ ঘৰটোৰ দুৱাৰ-খিৰিকী সততে সম্পূৰ্ণভাৱে মুক্ত কৰি ৰখা উচিত। নতুন যুগত নতুন নতুন ভাৱৰ সমাৱেশ হৈছে। অসমীয়া পঢ়ুৱৈ সমাজৰ মাজত ৰুছিয়া, ইংলেণ্ড, ইটালী, ফৰাচী আৰু আমেৰিকাৰ সাহিত্যই অতি জনপ্ৰিয়। এই বিলাক দেশৰ সাহিত্যিকৰ অতিবাস্তৱ দুই-এক লিখনি আৰু সাহিত্যত প্ৰয়োগ কৰা বিভিন্ন কলা-কৌশল কিটিপে আমাৰ পঢ়ুৱৈসকলক মুগ্ধ কৰিছে। পচিমীয়া অতি-আধুনিক নাটকবিলাকৰ বাহিৰেও গল্প, উপন্যাস, কবিতা আদিয়ে আমাৰ পাঠক সমাজৰ মাজত সমাদৰ লভিছে। আন্তজাৰ্তিক সাহিত্যৰ লগত অসমীয়া পঢ়ুৱৈ আৰু সাহিত্যকে যি যোগসূত্ৰ ৰাখিছে সি সঁচাকৈয়ে বখানিবলগীয়া। এই খিনিতে এটা কথা উনুকিয়াই দিয়া বোধকৰোঁ উচিত হ'ব যে আমাৰ কাষৰীয়া দেশবিলাকৰ সাহিত্যৰ লগতো আমাৰ



পঢ়ুৱৈ আৰু সাহিত্যকে সম্বন্ধ পতা উচিত। চীন-দক্ষিণ পূব-এচিয়াৰ দেশসমূহ, পশ্চিম এচিয়া, মধ্যপ্ৰাচ্য আৰু পাৰ্চী, উৰ্দ্দু ভাষাত থকা সাহিত্যসমূহৰ লগত আমাৰ সাহিত্য আৰু পাঠক সমাজ চিনাকি হোৱাটো বাঞ্ছনীয়। প্ৰাচ্যৰ দেশসমূহৰ লগত আমাৰ সম্বন্ধটো আমি বেছি ধৰণেৰে গুৰুত্ব দিছো বুলি ভাৱ হয়। সকলো ক্ষেত্ৰতেই আমি পচিমীয়া সভ্যতাৰ অনুকৰণ কৰিছো। আজি ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত পচিমীয়া শক্তিসমূহে এচিয়াৰ দেশসমূহৰ ওপৰত বিশেষ প্ৰভাৱ পেলাইছে। নিজস্ব সংস্কৃতি এৰি আনৰ সংস্কৃতি আৰু অনুকৰণ কৰা সময় থাকোঁতেই ত্যাগ কৰা উচিত।

* * *

মই কওঁ — আমি এতিয়া এখন সুস্থ সাহিত্য ৰচনা কৰিব লাগে যি সাহিত্যই সমাজত আৰু সমাজবাদী আদৰ্শৰেৰ ৰচিত সাহিত্যইহে সৰ্বসাধাৰণ জনগণৰ আৰু দেশৰ বৃহত্তৰ স্বাৰ্থৰ উপকাৰ সাধন কৰিব আজি দেশত এটা সামাজিক বিপ্লৱৰ প্ৰয়োজন হৈ পৰিছে। বিভিন্ন কাৰণত আমাৰ মানুহৰ অন্তৰত দেশাত্মবোধ ভাৱৰ নাটনি হৈছে। ধৰ্ম আৰু আমাৰ সমাজবোৰতো অন্ধবিশ্বাস, গোড়ামী, কু-নীতি-নিয়মে আৱৰি পেলাইছে, ঘূণে ধৰা সমাজত ব্যভিচাৰ, অনাচাৰ-অবিচাৰ, দুনীৰ্তি, চোৰাং বেপাৰী, লাভখোৰ ব্যৱসায়ী, অসাধু লোকেৰে উপচি পৰিছে। এই সকলোবিলাক নিৰ্মূল কৰিবলৈ সাহিত্যই একমাত্ৰ অস্ত্ৰ। নিষ্ক্ৰিয়, প্ৰতিক্ৰিয়াশীল উদাসীন ভাৱযুক্ত নহৈ সাহিত্যই যুগ সাপেক্ষে নিৰ্ভিক নেতৃত্ব দিয়ক। সাহিত্য সাৰ্বজনীন সাবিত্যৰ প্ৰভাৱ অসীম। সদৌ সাহিত্যিকসকললৈ মোৰ এয়ে নিবেদন, যেন তেখেতসকলে 'ভূমিকম্প' অনা সাহিত্য ৰচি দেশ-মাতৃকাৰ সেৱা কৰে।

* * *

সাজ-পাৰ কল্পনা ৰাজ্যৰ পৰা ধাৰ কৰা হ'লেও মূল ভেটিটো বাস্তৱ জগতৰ। সাহিত্যিকে মানৱ জীৱনৰ ঘটনাৱলী প্ৰত্যক্ষদৰ্শী হিচাপে বৰ্ণনা কৰোঁতে সততে এটা উচ্চাদৰ্শৰ ওপৰত ৰখা উচিত। সাহিত্যিক অকল নৰ্দ্দমা চাফ-কৰোঁতাই নহয়, লগতে নৰ্দমাৰ জাবৰ-জোঠৰ তাত বন্ধ পানী উটি যোৱাৰো ব্যৱস্থা কৰি দিব লাগে। দেশ-প্ৰেমী হিতাকাঙ্খী সাহিত্যিক ব্যক্তিগত আদৰ্শ আছে।

* * *

বুৰঞ্জীৰ বুকুত জিলিকি থাকে এটা জাতিৰ সঁচা কাহিনী। পুৰণি বুৰঞ্জীত দেখোঁ কি কি দোষত এটা জাতিৰ ধ্বংস হৈছিল আৰু কি কি গুণৰ এটা জাতি শক্তিশালী হ'ব পাৰিছিল। দেশৰ ইতিহাসৰৰ লগত নিজৰ দেশৰ এটা এৰাব নোৱৰা আৰু এৰিব নোৱৰা সম্বন্ধ আছে। বুৰঞ্জী অধ্যয়ন কৰিলেহে এজন লিখকে তেওঁৰ লিখনিত জাতিটোৰ আৰু সমাজখনৰ নিখুঁট ছবি প্ৰকাশ কৰিব। সময়ৰ লগে লগে দেশখনৰ, আমাৰ ব্যৱহাৰিক জীৱনৰ ৰীতি-নীতিৰ আৰু আমাৰ সাহিত্যৰ পৰিবৰ্তন হৈছে। ই

*সত্য আমাৰ সাহিত্য গঢ়ি উঠিছে অতীতৰ সাহিত্য ভেটি কৰি। সেয়েহে মই কব খোজো, পৰিবৰ্তনৰ সোঁতত গা এৰি নিদি অতীতৰ ভেটিত বৰ্তমানক থিয় কৰিবলৈ চেষ্টা কৰা উচিত।*

*　　*　　*

*বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে ড° স্বৰ্গীয় সূৰ্যকুমাৰ ভূঞাৰ একান্ত যত্নত কেইখনমান বুৰঞ্জী প্ৰকাশ কৰিলে। গাই-গুটীয়া যত্নত ৰায়বাহাদুৰ স্বৰ্গীয় কনকলাল বৰুৱাইও এখন প্ৰাক্-আহোম যুগৰ বুৰঞ্জী লিখি প্ৰকাশ কৰিলে। অৱশ্যে আমি এতিয়াও বুৰঞ্জী সাহিত্যৰ ক্ষেত্ৰত পাছৰ সমালোচকৰ জ্ঞানৰ পৰিমাণ, দৃষ্টিভংগী, বুদ্ধি-বৃত্তি প্ৰকাশ পায়, তেওঁৰ সমালোচনাত। সাহিত্যকৰ কিতাপত প্ৰকাশ পোৱা সৌন্দৰ্যক আলোচনা কৰিবলৈ গৈ সমালোচকে লিখকৰ লুকাই থকা সৌন্দৰ্যখিনিকো প্ৰকাশ কৰে। সমালোচক পক্ষপাতহীন হোৱা উচিত। এনে হ'লেই সমালোচনাৰ নিবন্ধখিনিও উত্তম সাহিত্য হ'ব।*

*　　*　　*

*অসমীয়া ভাষা সাহিত্যত বৰ্তমান চলি থকা অৰাজকতা আৰু দুৰ্নীতিক গুচাবলৈ নিৰ্ভীক সুস্থ আৰু প্ৰকৃত সমালোচনাই হকে-নহকে পশ্চিমীয়া সাহিত্যৰ লগত কৰা ৰিজনিয়ে অসমীয়া সাহিত্যৰ মান ওপৰলৈ তুলি নিব নোৱাৰে। সাহিত্যত অৰ্থনৈতিকতা দুৰ্নীতিকৰণ আৰু অৰাজকতাক বিৰাজ কৰিবলৈ দিলে আমাৰ শিল্প-সাহিত্যৰ গতি আৰু মানদণ্ড নিয়মুখীহে হ'ব। ইয়াক ৰোধ কৰিবলৈ হ'লে আজি এদল নিৰ্ভীক সমালোচকৰ আৱশ্যক।*

*　　*　　*

*শিশুসকলেই আমাৰ ভৱিষ্যৎ। তেওঁলোকক সৰুকালৰেপৰা ভাল পথত পৰিচালনা কৰাত সাহিত্যিকসকলৰো দায়িত্ব আছে। শিশুসকলৰ মনে সকলো কথাৰে আতি-গুৰি আৰু ৰহস্য জানিবলৈ বিচাৰে। কিন্তু শিশু আৰু চেমনীয়াৰ মনৰ খোৱাৰ যোগাবলৈ বৰ কম সংখ্যক কিতাপৰহে যোগান ধৰিব পাৰিছোঁ। চেমনীয়া দলটোৱে এনে বিধ ডিটেকটিভ, উপন্যাস, এডভেঞ্চাৰচ, ৰোমাঞ্চ, ৰহস্যপূৰ্ণ গ্ৰন্থ আদি; কিন্তু এনে বিধ সাহিত্যৰৰ ক্ষেত্ৰত আমি আজিও দুখীয়া। অজান দেশৰ অচিন কাহিনী বিজ্ঞান বিষয়ৰ গল্প আদি শিশু আৰু চেমনীয়াৰ মনে ভালপোৱা পুথি আমাৰ সাহিত্য গ্ৰন্থই তেওঁবিলাকৰ মানসিক উৎকৰ্ষতা সাধন কৰাত সহায় কৰিব। অৱশ্যে দুই-চাৰিখন আমাৰ এনে পুথি ওলাইছে।*

*　　*　　*

*পাঠশালাবিলাকত ল'ৰা-ছোৱালীবিলাকক পঢ়াৰ লগে লগে সুৰুচিপূৰ্ণ সাহিত্যলৈ ধাউতি জন্মাবলৈ আমাৰ ভাষাত থকা নীতি-বচনবিলাক, শংকৰ-মাধৱৰৰ*



*উপদেশমূলক গীত-ভটিমাবিলাক মুখে মুখে গীতৰ সুৰেৰে গাবলৈ শিকাব লাগে। বয়সৰ লগে লগে সেই গীতবিলাকৰ তেওঁবিলাকে স্বাভাৱিকতে বিচাৰিব আৰু তাৰ অৰ্থ পালেই নিজৰ জীৱনৰ গঢ় দিবলৈ বাট পাব।*

*　　*　　*

*চেমনীয়া বা চেঙেলীয়া ডেকা দলটোৱে বাহিৰা লাগতিয়াল কথাত যোগ দিবলৈ সুবিধা নেপায় তাৰ বাবে তেওঁলোকক বিভিন্ন ক্ষেত্ৰত ব্যস্ত ৰাখিব লাগিব।*

*　　*　　*

*কাৰ্টুন ছবি সন্নিবিষ্ট, ৰং বিৰঙৰ ছবিৰে আঁকি শিশুৰ বাবে প্ৰকাশ কৰা বেয়া নহয়।*

*　　*　　*

*নিৰ্ভীক সংবাদ সেৱাই অসম আৰু অসমীয়া জাতিৰ বহুতো উপকাৰ সাধিব। সাংবাদিকৰ প্ৰতি কথাতে স্বাধীন দৃষ্টিভংগী প্ৰতি কথাৰ তন্ন-তন্ন বিচাৰ, পক্ষপাতশূণ্য আলোচনাৰ অত্যন্ত প্ৰয়োজন। অসমৰ বৃহত্তৰ স্বাৰ্থৰ কথা চিন্তা কৰি সংবাদ-সেৱীসকললৈ মোৰ অনুৰোধ তেওঁলোকে যেন কেতিয়াও কোনো পৰিস্থিতিতে কোনো শক্তিৰ ওচৰত মূৰ নোদোৱাই। কোনো শক্তিয়ে তেওঁলোকৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে। অবাৰিত ভাৱে সত্য। শিৱ-সুন্দৰৰ আদৰ্শতে বাট বুলি অসমীয়া ভাষা আৰু সাহিত্যৰ থাপনাত সাংবাদিকসকলে উপচাৰ আগবঢ়াওক। আৰু এটা কথা ইয়াতে ক'লে বোধকৰো অবান্তৰ নহ'ব। আমাৰ কলেজ আৰু স্কুলবিলাকে প্ৰত্যেকেই বছেৰেকত একো একোখন আলোচনী প্ৰকাশ কৰি চেমনীয়াবিলাকক সাহিত্য চৰ্চা উদগনি দিয়ে যেন।*

*　　*　　*

*অসম আজি এটা জাতীয় নাট্যশালৰ অতি প্ৰয়োজন। গুৱাহাটীত নিৰ্মিয়মান কৰা ভবন নাট মঞ্চকে অসমৰ জাতীয় নাট্যশালৰূপে পৰিগণিত কৰিব পাৰি। ৰাইজ আৰু চৰকাৰৰ সহযোগিতাত প্ৰতিষ্ঠিত জাতীয় নাট্যশালাই অসম নাট আৰু মঞ্চ আন্দোলনত এক ঠাই ল'ব পাৰিব।*

*　　*　　*

*অসম সাহিত্য-সভাই আলোচনীবিলাকৰ প্ৰতিযোগিতা পাতি, তাৰ ভিতৰত শ্ৰেষ্ঠখনক পুৰস্কাৰ দি চেমনীয়াসকলক উৎসাহ-উদগনি দিব পাৰে। এনে পুৰস্কাৰ একো একোজন সাহিত্য-ৰথীৰ স্মৃতিত দিয়া ভাল।*

*　　*　　*

*কছাৰী, নগা, আবৰ, গাৰো, মিকিৰ, খাচীয়া, লালু, ফাকিয়াল, কোচ-কলিতা, অসমীয়া জাতিটো। আমাৰ মুখে মুখে চলি অহা ফকৰা, প্ৰবচন, লোকগীত সাধু*

*আদিয়েই লোক সাহিত্য। মিৰি, মিকিৰ, খাছীয়া আজি জনজাতীয় লোকসকলৰ মাজত প্ৰচলিত থকা কিছুমান সাধুকথাৰ সংকলন এটা অসম সাহিত্য সভাই প্ৰকাশ কৰিছে। কিন্তু গালং, চিংফৌ আদি বহুতো জাতিৰ মাজত জনশ্ৰুতি সিঁচৰতি হৈ আছে। সেইবিলাক গোটাই আনি অসমীয়া ভাষাত প্ৰকাশ কৰিলে লোক-সাহিত্যৰ ভঁৰাল চহকী হ'ব।*

* * *

*অনাতাঁৰ নাটক আৰু তাৰ পৰিচালনাৰ ক্ষেত্ৰত এটাই কথা ক'ব পাৰি যে নাটক অসংখ্য সৃষ্টি হৈছে যদিও কোনো এখন নাটকেই আজিলৈকে শ্ৰোতাৰ মাজত অভূতপূৰ্ব আলোড়নৰ সৃষ্টি কৰিব পৰা নাই। ভাল অসমীয়া গল্প-উপন্যাসবিলাকৰ নাটকীয় ৰূপ দিব পাৰি। বিশ্বৰ শ্ৰেষ্ঠ নাটকসমূহৰ অসমীয়া অনুবাদ এতিয়াতকৈ বহুভাৱে অনাতাঁৰ কেন্দ্ৰই প্ৰচাৰ কৰিব পাৰে। নাটকৰ অভিনয় আৰু প্ৰয়োজনৰ মান এতিয়াতকৈ উচ্চ স্তৰৰ কৰিবলৈ যত্ন কৰা উচিত। গতানুগতিকতাই সকলো ক্ষেত্ৰতে হেঙাৰ স্বৰূপ। নতুন কলা-কৌশল, আঙ্গিক ভাব-ভাষাইহে অনাতাঁৰ নাটিকাক জনপ্ৰিয় কৰি তুলিব পাৰিব।*

* * *

*বিশেষকৈ চাহ বাগিচাৰ হিন্দু-শ্ৰমিকসকলৰ মাজত আমাৰ বৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিয়ে যথেষ্ট প্ৰভাৱ পেলাইছে। শংকৰী কলা-কৃষ্টিক তেওঁলোকে আদৰি লোৱা দেখি ভাল পাইছো। বৰ্তমান এই লোকসকলৰ অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতিও এটা অনুৰাগ জন্মা দেখিবলৈ পাইছোঁ।*

* * *

*বৰ্তমান সময়ৰ আলোচনী আৰু বাতৰি কাকতৰ পাত মেলিলে কোনো কোনো ক্ষেত্ৰত দেখা যায় যে শব্দ প্ৰয়োগ, আখৰ জোঁটনি আদিত কোনো ধৰা-বন্ধা নিয়ম মানি চলা হোৱা নাই। আৰু এখন বৈজ্ঞানিক পদ্ধতিৰে যুগুত কৰা ব্যাকৰণ ৰচনা কৰি তাক মানি চলিলে এই অৰাজকতা দূৰ হ'ব যেন লাগে।*

❖ ❖ ❖

# পঞ্চত্ৰিংশ অধিৱেশন
## তেজপুৰ
## ২৬, ২৭ আৰু ২৮ জানুৱাৰি, ১৯৬৮

[প্ৰাগঐতিহাসিক কালৰে পৰা তাহানিৰ শোণিতপুৰ আৰু এতিয়াৰ তেজপুৰে অসমৰ সাহিত্য-সংস্কৃতিৰ বৰ ভঁৰাললৈ সোণসেৰীয়া বৰঙণি যোগাই আহিছে। সাহিত্য সংগীত, চিত্ৰ, ভাস্কৰ্য্য স্থাপত্য-সুকুমাৰ কলাৰ সকলো দিশতে তেজপুৰে নিজা মৌলিক অৱদানেৰে অসমৰ সাংস্কৃতিক জীৱনক মহীয়ান কৰি আহিছে। এই ঐতিহ্যৰ পৰম্পৰা তেজপুৰবাসীয়ে ৰক্ষা কৰি অহাৰ নানা দৃষ্টান্তৰ ভিতৰত উল্লেখযোগ্য দৃষ্টান্ত হ'ল অসমৰ একমাত্ৰ শক্তিশালী সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান অসম সাহিত্য সভাৰ অধিৱেশন; এই পৰ্যন্ত তিনিবাৰকৈ নিমন্ত্ৰণ কৰি সুন্দৰভাৱে আৰু কৃতকাৰ্যতাৰে সম্পন্ন হোৱাত যোগোৱা আন্তৰিক সফল প্ৰচেষ্টা।

১৯২০ চনত পণ্ডিত স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীৰ সভাপতিত্বত আৰু ১৯৩৬ চন ৰঘুনাথ চৌধাৰীৰ সভাপতিত্বত চতুৰ্থ আৰু ষোড়শ অধিৱেশন বহাৰ পিছত ১৯৬৮ চনৰ জানুৱাৰি মাহৰ ২৬, ২৭, ২৮ তাৰিখে তিনিদিনীয়াকৈ এই তেজপুৰতে প্ৰবীণ চিন্তাবিদ জ্ঞাননাথ বৰাৰ সভাপতিত্বত সাহিত্য সভাৰ পঞ্চত্ৰিংশতম্ অধিৱেশন অনুষ্ঠিত হয়। অধিৱেশনৰ লেখৰে এই অধিৱেশন সাহিত্য সভাৰ পঞ্চাছ বছৰীয়া সোণালী জয়ন্তী অধিৱেশন উপলক্ষে সুদৃশ্য নগৰী তেজপুৰ জনসমাগমত দলদোপ-হেন্দোলদোপ হৈ পৰিল। অসম সাহিত্য সভাৰ শাখা সভাৰ পৰা অহা ৪৫০ জন প্ৰতিনিধিৰ উপৰি অসমৰ গাঁও-চহৰ, পাহাৰ-ভৈয়ামৰ পৰা হাজাৰ হাজাৰ দৰ্শকেৰে তেজপুৰ উপচি পৰিল। শোণিতপুৰ সাহিত্যপুৰ হ'ল।]

কমলা প্ৰসাদ আগৰৱালাক সভাপতি আৰু নবীনচন্দ্ৰ কাথ হাজৰিকা আৰু হিতেশ্বৰ মহন্তক যুটীয়া সাধাৰণ সম্পাদক স্বৰূপে লৈ গঠন কৰা অভ্যৰ্থনা সমিতিত আছিল প্ৰবীণ খ্যাতিমান সাহিত্য-শিল্পসেৱী মহাদেৱ শৰ্মা, অমিয়কুমাৰ দাস, বিষ্ণুপ্ৰসাদ ৰাভা, ফণী শৰ্মা, হৰকান্ত দাস, ভাৰত দাস, চন্দ্ৰ গোস্বামীৰ পৰা নবীন সাহিত্য-শিল্পসেৱীসকললৈকে। এনে এখন শক্তিশালী অভ্যৰ্থনা সমিতিৰ লগত আছিল সমগ্ৰ তেজপুৰবাসী ৰাইজৰ অকুণ্ঠ সহায়-সহযোগিতা আৰু শুভেচ্ছা।

## অভ্যৰ্থনাৰ আয়োজন

নগৰ সোমাওতেই ঘাই আলিত তোৰণ সাজি 'ভাষা জননীৰ সেৱকসকললৈ সম্বৰ্ধনা' জনাই তেজপুৰে আদৰণি জনালে। তাহানিৰ চাৰ্চফিল্ড আৰু এতিয়াৰ নেহৰু ময়দানত নিৰ্মিত মূল মণ্ডপৰ তিনিওকাষ আৱৰি দাঁতিয়ে-দাঁতিয়ে আছিল সুদীৰ্ঘ আৰু সুদৃশ্য প্ৰদৰ্শনী মণ্ডপ। মূল সভামণ্ডপ আৰু প্ৰদৰ্শনী মণ্ডপৰ তোৰণেও সুকুমাৰ ৰুচিবোধৰ পৰিচয় দাঙি ধৰিলে। অসমীয়া সাংস্কৃতিৰ বিভিন্ন প্ৰতীক চিহ্নৰে সজ্জিত দুয়োখনি তোৰণেই এহাতে যিদৰে সুদৃশ্য হৈছিল আনহাতে তেনেকৈয়ে হৈছিল সংকেতমূলক। বিশিষ্ট ব্যক্তি, কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য আৰু প্ৰতিনিধিবৰ্গৰ বাবে চাৰ্কিট হাউচ, ডাকবাংলো আৰু স্থানীয় শিক্ষানুষ্ঠানসমূহত থকাৰ ব্যৱস্থা কৰি দিয়া হৈছিল। সভামণ্ডপত ওচৰতে আৰু প্ৰতিনিধি শিবিৰসমূহৰ পৰাও যথাসাধ্যে নিখুঁত অভ্যৰ্থনা কৰাৰ বাবে ত্ৰুটী কৰা নাছিল। উল্লেখযোগ্য কথা জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে তেজপুৰবাসী ৰাইজে অধিৱেশনৰ সফলতা আৰু অভ্যৰ্থনাৰ ত্ৰুটীহীনতাৰ বাবে নিস্বাৰ্থভাৱে সেৱা আগবঢ়াইছিল।

## কাৰ্যনিৰ্বাহক সমিতি

অধিৱেশন আৰম্ভ হোৱাৰ আগতেই ২৫ জানুৱাৰি তাৰিখে অসম সাহিত্য সভাৰ ১৯৬৭ চনৰ কাৰ্যনিৰ্বাহক সমিতিৰ চতুৰ্থ আৰু শেষ অধিৱেশন তেজপুৰতেই অনুষ্ঠিত হয়। অভ্যৰ্থনা সমিতিয়ে কাঃনিঃ সদস্যৰ বাবে বিশেষকৈ নিমন্ত্ৰণী পত্ৰ আদি শৰাইত লৈ প্ৰত্যেককে আদৰণি জনাই সুন্দৰ ৰুচিবোধৰ পৰিচয় দিলে। ২৫ জানুৱাৰিৰ সন্ধ্যা ডাকবাংলোতে কাৰ্যনিৰ্বাহক সমিতি অনুষ্ঠিত হয়।

## বিষাদ

তেজপুৰ অধিৱেশন আৰম্ভ হৈছে গভীৰ আন্তৰিক বিষাদেৰে। কিয়নো অসম সাহিত্য সভাৰ ৩৪ তম্ ডিব্ৰুগড় অধিৱেশনৰ সভাপতি, যি গৰাকীৰ সভাপতিত্বৰ কাৰ্যকলাপ শেষ হ'লহেঁতেন এই অধিৱেশনৰ লগে লগে, সেই গৰাকী প্ৰবীণ সাহিত্যিক নকুলচন্দ্ৰ ভূঞাদেৱে ১৬ জানুৱাৰি দিনা শেষ নিশ্বাস ত্যাগ কৰিলে। ভূঞা ডাঙৰীয়াৰ নাট্যকাৰ জীৱনৰ লগত তেখেতৰ একালৰ কৰ্মস্থলী তেজপুৰ বৰ নিবিড় সম্পৰ্ক আছিল; কিন্তু সাহিত্য সভাৰ জীৱনত তেখেতে সভাপতি স্বৰূপে প্ৰাক্তন হ'বলৈ নাপালে। এই তেজপুৰতেই বহা সাহিত্যসভাৰ ষোড়শ অধিৱেশনৰ সভাপতি বিহগী কবি ৰঘুনাথ চৌধুৰীদেৱেও মাত্ৰ কেইদিনমানৰ আগতে শেষ নিশ্বাস ত্যাগ কৰিলে। অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰী; যিগৰাকী ১৯৫০ চনত মাঘেৰিতাত বহা অসম সাহিত্য সভাৰ অধিৱেশনত সভাপতি আসন অলংকৃত কৰি গৈছিল, সেই



গৰাকী ভীমকৰ্মী দেশপ্ৰেমিক সাহিত্যিকৰো ডিব্ৰুগড় অধিৱেশনৰ সামৰণিৰ লগে লগেই লোকান্তৰ ঘটিল। মুঠতে ৩৪ তম্ অধিৱেশনৰ পৰা ৩৫ তম্ অধিৱেশনলৈকে এবছৰ কালৰ ভিতৰত অসম সাহিত্য সভাই তিনিগৰাকী সভাপতিক হেৰুৱাবলগীয়া হোৱাটো কম দুখৰ কথা নহয়। অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ এই চতুৰ্থ অধিৱেশনত সভাপতিত্ব কৰে উপ-সভাপতি ড° মহেশ্বৰ নেওগে। প্ৰধান সম্পাদক হৰি প্ৰসাদ নেওগে কাৰ্যনিৰ্বাহক সমিতিৰ তৃতীয় বৈঠকৰ কাৰ্যবিৱৰণি পাঠ কৰে। এই বৈঠকে অধিৱেশনৰ বাবে কাৰ্যসূচী প্ৰস্তুত কৰে, বিভিন্ন শাখাৰ পৰা অহা প্ৰস্তাৱসমূহ বিষয় বাছনী সভাত উত্থাপন কৰিবলৈ জুকিয়ায়, ভূঞা আৰু চৌধুৰীৰ স্মৃতিত দুখনি গ্ৰন্থ প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰে আৰু পৰীক্ষাৰ টোকা সম্পৰ্কে অৱগত হয়।

## বিষয় বাছনী সভা

২৬ জানুৱাৰিৰ পুৱা বেলাৰ পৰা তেজপুৰলৈ সাহিত্য সভাৰ প্ৰতিনিধি আৰু দৰ্শকৰ সোঁত ববলৈ ধৰে। সেই দিনা গণতন্ত্ৰ দিৱস উপলক্ষে পতাকাও উত্তোলিত হয়। সন্ধ্যা ৬.৩০ বজাত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা ভৱনত আয়োজিত হয় প্ৰতিনিধিবৰ্গেৰে বিষয় বাছনী সভা। ভৱন প্ৰতিনিধিৰে ঠাই খাই পৰে। অসম সাহিত্য সভাৰ পঞ্চাছ বছৰ পূৰ্ণ হোৱাৰ সময়ত অনুষ্ঠিত এই ৩৫ তম তেজপুৰ অধিৱেশনৰ বাবে নিৰ্বাচিত অসমৰ প্ৰখ্যাত চিন্তাবিদ সাহিত্যক জ্ঞাননাথ বৰাদেৱক সভাঘৰলৈ লৈ অহাৰ লগে লগে প্ৰনিতিধিসকলে থিয় হৈ সন্মান প্ৰদৰ্শন কৰে। সভাপতি বৰা ডাঙৰীয়াই আনুষ্ঠানিকভাৱে সভাপতিৰ আসন গ্ৰহণ কৰাৰ পিছতে তেখেতে প্ৰতিনিধিবৰ্গক বিষয় বাছনী সভাৰ গুৰুত্ব সম্পৰ্কে কয় আৰু ধীৰে-স্থিৰে সুচিন্তিত সিদ্ধান্তত উপনীত হ'বলৈ আহ্বান জনায়। প্ৰধান সম্পাদক আৰু সহকাৰী সম্পাদকে ক্ৰমে বিশিষ্ট প্ৰবীণ ব্যক্তিসকলৰ আৰু প্ৰতিনিধিবৰ্গৰ পৰিচয় দাঙি ধৰে। এই পৰিচয় পৰ্ব হোৱাৰ পিছতে প্ৰধান সম্পাদকে অধিৱেশনত দাঙি ধৰিবলৈ প্ৰস্তুত কৰা প্ৰতিবেদন বিষয় বাছনী সভাৰ গৃহীতাৰ্থে পাঠ কৰে। প্ৰধান সম্পাদকে ক্ৰমে আৰম্ভণি, শোক-তৰ্পণ, সমস্যাৰে গৰকা বছৰটো, কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন প্ৰস্তাৱ প্ৰসংগত, ৰাজ্য ভাষা প্ৰসংগ, শিক্ষাৰ মাধ্যম, ৰাজ্য পুনৰ গঠন, শত বাৰ্ষিকী আঁচনি, প্ৰকাশন, স্মৃতি গ্ৰন্থ, গ্ৰন্থসূচী, অভিযান, ভাষা-জ্ঞান পৰীক্ষা, ভাষা শিক্ষা শ্ৰেণী, পত্ৰিকা, ডিগবৈ ন্যাস, পুঁজি, গোপাল গোস্বামী স্মৃতি, পুঁজি, সাধাৰণ পুঁজি, প্ৰচাৰ আৰু সংগঠন সপ্তাহ পালন, শাখা গঠন, আজীৱন সভ্য, শাখা সভাৰ কাৰ্যক্ৰম, বিত্তীয় অৱস্থা, দৃষ্টিপাত এইকেইটা ছেদত প্ৰতিবেদন দাঙি ধৰে। ৯-৩০ বজাত বিষয় বাছনী সভা আহাৰৰ বাবে স্থগিত ৰখা হয় আৰু ৰাতি ১১ বজাত পুনৰ আৰম্ভ হয়। প্ৰতিবেদনৰ প্ৰত্যেকটি বিষয়কে বিতংভাৱে আলোচনা কৰি আৰু

স্থানবিশেষে সংশোধনী দি প্ৰতিবেদন গ্ৰহণ কৰে আৰু ৰাতি ২ বজাত বিষয় বাছনী সভাৰ প্ৰথম বৈঠকৰ সামৰণি পৰে।

## শীতল উত্তেজনা

২৬ জানুৱাৰি দিনা গুৱাহাটীত সমাজ বিৰোধী কিছুমান লোকে ঘটোৱা অগ্নিকাণ্ড আৰু লুটপাতৰ দৰে জঘন্য কাৰ্য আৰু এনে কাৰ্যই গুৱাহাটীত সৃষ্টি কৰা সন্ত্ৰাসৰ বাতৰি পলমকৈ হ'লেও তেজপুৰ পোৱাৰ পিছত স্বাভাৱিকতেই প্ৰতিনিধিবৰ্গ আৰু অন্যান্য লোকৰ মাজত এটি শীতল উত্তেজনাৰ সৃষ্টি হয়; কিন্তু তেজপুৰৰ এই জাতীয় মহামেলত সমৱেত হোৱা হাজাৰ হাজাৰ অসমীয়া মানুহে কোনো সময়মতে ধৈৰ্য নেহেৰুৱাই অধিৱেশন সুকলমে সম্পন্ন হোৱাৰ বাবে আগবঢ়োৱা সংযত ধীৰ আচৰণে গুৱাহাটীৰ সন্ত্ৰাসবাদীসকলে অসমৰ জাতীয় চৰিত্ৰত চেকা পেলাবলৈ কৰা চেষ্টাক আওপকীয়াকৈ বৃথা প্ৰমাণিত কৰি অসমীয়া মানুহৰ জাতীয় চৰিত্ৰৰ এটি মহান দিশত পোহৰ পেলালে।

## পতাকা উত্তোলন

২৭ জানুৱাৰিৰ পুৱা ৮ বজাত মূল সভামণ্ডপৰ সন্মুখত অসম সাহিত্য সভাৰ 'চিৰ চেনেহী মোৰ ভাষা জননী'ৰ পতাকা উত্তোলনৰ বাবে প্ৰতিনিধি আৰু দৰ্শক উপচি পৰে। 'আমি অসমীয়া নহওঁ দুখীয়া' এই সমৱেত গীতেৰে অনুষ্ঠানৰ শুভাৰম্ভ কৰা হয়। গীতান্তত, অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ আহবানত উপসভাপতি ড° মহেশ্বৰ নেওগে পতাকা উত্তোলন কৰে। পতাকা অভিবাদনৰ পিচত ড° নেওগে এটি চমু ভাষণত সাহিত্য সভাৰ পতাকাৰ মৰ্যাদা ৰাখিবৰ বাবে সদা জাগ্ৰত গৈ থাকিবলৈ আহ্বান জনায়। গুৱাহাটীৰ ঘটনাৰ প্ৰসংগত তেখেতে কোনো পৰিস্থিতিতে অধৈৰ্য আৰু উত্তেজিত নহ'বলৈ আৰু প্ৰাচীন সাহিত্যৰ বৰভেটিৰ ওপৰত নতুন সাহিত্যৰ সৌধ নিৰ্মাণৰ বাবে অনুকুল পৰিৱেশ গঢ়ি তুলিবলৈ আহ্বান কৰে। পতাকা উত্তোলন অনুষ্ঠান প্ৰায় পাঁচ শতাধিক লোকৰ পূৰ্বৰ অধিৱেশনসমূহৰ তুলনাত নিসন্দেহে আদৰণীয়।

## প্ৰদৰ্শনীৰ দুৱাৰ মুকলি

৮-৩০ বজাত প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰি লব্ধ প্ৰতিষ্ঠা সাহিত্যক, ৰাজনীতি, সংসদী সদস্য হেম বৰুৱাই জাতিৰ ঐতিহ্যৰ লগত সংগতি ৰাখি ভৱিষ্যতৰ সংহত জীৱন গঢ়ি তোলাত জাতীয় প্ৰদৰ্শনীৰ প্ৰয়োজনীয়তাৰ কথা কয়। ভাষণ প্ৰসংগত গুৱাহাটীৰ ঘটনাৰ উল্লেখ কৰি এনে ধ্বংসাত্মক কাৰ্যৰ গৰিহণা দিয়ে আৰু অসমৰ এই সংকট কালত স্থিৰ বিবেচনা বুদ্ধিৰে আগবাঢ়িবলৈ আহবান জনায়। চমু ভাষান্তাত দুৱাৰ মুকলি কৰা হয় আৰু হাজাৰ-বিজাৰ দৰ্শকেৰে প্ৰদৰ্শনী মণ্ডপ উপচি পৰে।



## স্মৃতি তৰ্পণ

৯ বজাত পতাকা বেদীৰ কাষতে আয়োজন কৰা স্মৃতি তৰ্পণৰ। প্ৰথমবাৰৰ বাবে স্মৃতি তৰ্পণ কাৰ্যসূচী অনুষ্ঠিত হয়। এইটি নতুন অনুষ্ঠানে তেজপুৰীয়া ৰাইজৰ সাহিত্য সেৱীৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধাৰ অন্যতম নিদৰ্শন দাঙি ধৰিলে। কমলাকান্ত ভট্টাচাৰ্য, লম্বোদৰ বৰা, আনন্দ চন্দ্ৰ, আগৰৱালা, লক্ষ্মীধৰ শৰ্মা, জ্যোতি প্ৰসাদ আগৰৱালা আদি নমস্য সাহিত্য শিল্পসেৱীৰ প্ৰতিকৃতিৰ লগতে যোৱা বছৰটোত স্বৰ্গী হোৱা অসম সাহিত্য সভাৰ তিনি গৰাকী সভাপতি অম্বিকাগিৰি ৰায়চৌধুৰী, ৰঘুনাথ চৌধাৰী আৰু নকুল চন্দ্ৰ ভূঞাৰ প্ৰতিকৃতি বৃত্তাকাৰে ৰাখি, ধুপ-দীপ জ্বলাই সজোৱা হয়। প্ৰবীণ সাহিত্যিক মহাদেৱ শৰ্মাই মংগলাচৰণম কৰে আৰু প্ৰতিকৃতি সমূহত পুষ্পাঞ্জলি দিয়ে। বিভিন্ন অনুষ্ঠানৰ হৈয়ো পুষ্পাঞ্জলি অৰ্পণ কৰা হয়।

## আলোচনা-চক্ৰ

৯.৩০ বজাত মূল সভামণ্ডপতে আয়োজিত হোৱা আলোচনা-চক্ৰৰ বিষয় আছিল 'শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা'। প্ৰায় তিনি হাজাৰতকৈও অধিক শ্ৰোতাৰ সমাৱেশত আৰম্ভ হোৱা এই চক্ৰৰ আলোচনাত অংশ গ্ৰহণ কৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰৰ অধীনৰ কলেজসমূহৰ পৰিদৰ্শক ড° প্ৰসন্ন কুমাৰ গোস্বামীয়ে প্ৰণিধানযোগ্য তথ্য আৰু যুক্তিৰে পৰিপূৰ্ণ এখনি ভাষণ পাঠ কৰে। ড° গোস্বামীয়ে দেখুৱায় যে মাতৃভাষাক আমাৰ বিশ্ববিদ্যালয় সমূহত মাধ্যম কৰিলে কেনেকুৱা সমস্যাৰ সন্মুখীন হব লাগিব আৰু এই সমস্যা সমূহেনো কেনেকৈ সমাধান কৰিব পৰা যাব তাকো বিস্তৃতভাৱে বিশ্লেষণ কৰি দেখুৱায়। গুৱাহাটী মেডিকেল কলেজৰ অধ্যক্ষ ড° সুৰেন্দ্ৰনাথ শৰ্মায়ো ভাষণ দি আঞ্চলিক ভাষাক মাধ্যম কৰাৰ প্ৰয়োজনীয়তাৰ কথা কয়। তেখেতেও উদ্ভৱ হ'ব পৰা সমস্যাসমূহৰ প্ৰসংগ উত্থাপন কৰি কয় যে এই বিষয়ত অন্যান ভাষাৰ লগত সমতা ৰাখি শব্দ গ্ৰহণ কৰি আগবাঢ়িব লাগিব। সভাপতি ড° যোগিৰাজ বসুৱে মাতৃভাষাৰ যোগেদি শিশুৰ মানসিক বিকাশ কেনে দ্ৰুত গতিত হ'ব পাৰে তাৰ দৃষ্টান্ত দি এটি সুচিন্তিত ভাষণ দিয়ে। অধ্যক্ষ মহেশচন্দ্ৰ দেৱগোস্বামী আৰু নলিনী শৰ্মায়ো আলোচনাত অংশ গ্ৰহণ কৰে। ১১-৪৫ বজাত এই আলোচনা- চক্ৰৰ সামৰণি পৰে।

## মুকলি অধিৱেশন

মুকলি অধিৱেশন আৰম্ভ হোৱাৰ আগে আগে সভামণ্ডপ লোকে লোকাৰণ্য হৈ পৰিল। কেৱল অসমীয়া ভাষীসকলেই নহয়, তেজপুৰবাসী সকলো ধৰ্ম-সম্প্ৰদায়ৰ লোকে সভামণ্ডপ দল-দোপ হেন্দোলদোপ কৰি তুলিলে। তেজপুৰৰ বয়োবৃদ্ধসকলৰ মতে এনে সমাৱেশ আগতে কেতিয়াও হোৱা নাছিল।

১২-৪৫ বজাত আৱৰ্ত ভৱনৰ পৰা ফুল-পাতেৰে সজোৱা এখন খোলা জীপত সভাপতি বৰাদেৱক লৈ ৯ টা হাতী, গায়নে-বায়নে আৰু হাজাৰ-বিজাৰ লোকৰ এটি বিৰাট সমদলে নগৰ পৰিভ্ৰমণ কৰা দৃশ্য আছিল সঁচাকৈ চকুত লগা। এজন জাতীয় লেখকক, ভাষা প্ৰাণ, জাতি প্ৰাণ সাহিত্যিকক এটা জাতিয়ে ইয়াতকৈ আৰু কি বাহ্যিক সন্মান দেখুৱাব পাৰে? ১-২৫ বজাত পোন্ধৰ হাজাৰতকৈয়ো অধিক লোকে থিয় হৈ সন্মান জ্ঞাপন কৰে আৰু তিৰোতাসকলৰ সমৱেত উৰুলি ধ্বনিয়ে সভাঘৰ কঁপাই তোলে। সভাপতিক মঞ্চলৈ আদৰি অনা হৈছিল আৰু লগে লগে আৰম্ভ হৈছিল অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশতম মুকলি অধিৱেশন কাৰ্যসূচী। সভাপতি মঞ্চত উপবিষ্ট হোৱাৰ লগে লগে সমৱেত কণ্ঠত বাজি উঠিল, 'চিৰ চেনেহী মোৰ ভাষা জননী' এই উদ্বোধনী গীত। সভাপতিৰ লগত মঞ্চত দেখা গৈছিল সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বেণুধৰ শৰ্মা, অতুল চন্দ্ৰ হাজৰিকা আৰু বিনন্দচন্দ্ৰ বৰুৱাৰ লগতে আছিল অমিয় কুমাৰ দাস, ড° মহেশ্বৰ নেওগ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি কমলা প্ৰসাদ আগৰৱালা আদি বিশিষ্ট ব্যক্তিসকল।

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ আহ্বানক্ৰমে প্ৰাক্তন সভাপতি অতুল চন্দ্ৰ হাজৰিকাই সভা উদ্বোধন কৰি অসমীয়া ভাষা সাহিত্যৰ সৰ্বতোমুখী বিকাশৰ বাবে অনুকূল পৰিৱেশ গঢ়ি তুলিবলৈ আহবান জনায়। হাজৰিকাই কয় যে জাতীয় সাহিত্যৰ প্ৰতি, জাতীয় শিল্পৰ প্ৰতি শ্ৰদ্ধা অবিহনে কোনেও জাতিৰ মানসিক বিকাশ সম্ভৱপৰ কৰি তুলিব নোৱাৰে। ভাষণ প্ৰসংগত তেখেতে সাম্প্ৰতিক অসমীয়া জাতিৰ সন্মুখত দেখা দিয়া সমস্যাৰ কথা উল্লেখ কৰি সুচিন্তিত পথ লবলৈ আহবান জনায়। আৰু ৩৪ তম তেজপুৰ অধিৱেশনৰ সফল সম্পন্নতা কামনা কৰি সভাৰ আনুষ্ঠানিক উদ্বোধন সম্পন্ন কৰে।

উপসভাপতি ড° মহেশ্বৰ নেওগে সভাপতি বৰাদেৱক আনুষ্ঠানিক ভাবে সভাপতিৰ আসনলৈ আহবান কৰে আৰু অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে সমৰ্থন কৰি মাল্য প্ৰদান কৰে। সমৱেত জনতাৰ হাত চাপৰি আৰু সম্বৰ্ধনা সূচক ধ্বনিৰ মাজত সভাপতিয়ে আসন গ্ৰহণ কৰি, তেখেতক এনে সন্মানৰ অধিকাৰী কৰাৰ বাবে কৃতজ্ঞতা জ্ঞাপন কৰে আৰু সভা পৰিচালনাৰ বাবে সদৌৰে সহযোগিতা কামনা কৰে।

## শোক প্ৰস্তাৱ

অধিৱেশন আৰম্ভ হোৱাৰ লগে লগে অসম সাহিত্য সভাৰ চলিত বছৰৰ সভাপতি নকুলচন্দ্ৰ ভূঞা, প্ৰাক্তন সভাপতি অম্বিকাগিৰি ৰায়চৌধুৰী আৰু ৰঘুনাথ চৌধুৰী, দৈৱচন্দ্ৰ চালুকদাৰ, প্ৰমথ নাথ চক্ৰৱৰ্ত্তী, গোপাল চন্দ্ৰ গোস্বামী, ইন্দ্ৰকমল বেজবৰুৱা, যোগীন্দ্ৰ নাৰায়ণ ব্ৰহ্ম আদি লোকসকলৰ বিয়োগত এটি শোক প্ৰস্তাৱ



সভাপতিৰ আসনৰ পৰা দাঙি ধৰা হয় আৰু সমবেত সকলোটিয়ে দুই মিনিট থিয় হৈ মৌনভাৱে মৃতকসকলৰ আত্মাৰ চিৰশান্তিৰ বাবে প্ৰাৰ্থনা জনায়।

## শুভেচ্ছাবাণী

অসম সাহিত্য সভাৰ ৩৫ তম অধিৱেশন সফলতা কামনা কৰি ড° ৰাধাকৃষ্ণণ, শ্ৰীপ্ৰকাশ, লোকনাথ ভট্টাচাৰ্য্য, মহেন্দ্ৰনাথ হাজৰিকা, মিত্ৰদেৱ মহন্ত, ধৰ্মবীৰ সত্যনাৰায়ণ সিন্‌হা, লক্ষ্মীনাথ ফুকন, দণ্ডিৰাম দত্ত, লক্ষ্মীপ্ৰসাদ গোস্বামী, হৰেকৃষ্ণ মহতাব, মেজৰ জেনেৰেল এন. দাস, কানুগো হৰেশচন্দ্ৰ ভট্টাচাৰ্য্যই দিয়া চিঠি আৰু তাঁৰবাৰ্তা সহকাৰী সম্পাদক নগেন শইকীয়াই পাঠ কৰে। প্ৰাক্তন সভাপতি নীলমণি ফুকন তেজপুৰলৈ আহি অসুস্থতাবশতঃ অধিৱেশনলৈ আহিব নোৱাৰি অসুখীয়া গাৰেই লিখি পঠোৱা শুভেচ্ছামূলক সৰু এটি কবিতা পাঠ কৰা হয়।

অভ্যৰ্থনা সমিতিৰ সভাপতি কমলা প্ৰসাদ আগৰৱালাই সভাপতিকে প্ৰমুখ্য কৰি সাহিত্যিক, শিল্পী, সাহিত্যসেৱী আৰু সাহিত্যপ্ৰেমী ৰাইজক স্বাগতম জনাই এটি ভাষণ পাঠ কৰে। আগৰৱালাই তেজপুৰৰ পুৰণি ঐতিহ্যৰ কথা সোঁৱৰে আৰু কেনেকৈ তেজপুৰৰ কবি-সাহিত্যক, চিত্ৰকৰ, নৃত্যবিদ, গায়ক আদি সুকুমাৰ কলাসেৱীসকলে বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰে পৰা অসমীয়া সুকুমাৰ কলাৰ ভঁৰাললৈ যথাযোগ্য বৰঙণি যোগাই আহিছে সেই কথাও উল্লেখ কৰে। ভাষণ প্ৰসংগত আগৰৱালাই অসমৰ পৰ্বত ভৈয়ামৰ বিভিন্ন জাতি-উপজাতিৰ মাজত সমন্বয় আৰু সম্প্ৰীতি থাপনা কৰি বৃহৎ অসমীয়া জাতি গঠনত অসমীয়া ভাষাই যোগাই অহা অৱদানৰ কথা উল্লেখ কৰি কয় যে সাম্প্ৰতিক কালত অসমীয়া ভাষাৰ 'পূৰ্বৰ মৰ্যাদা আৰু বিকাশৰ অৱকাশত ব্যাঘাত পৰিছে বুলি অশংকা হৈছে।' এই মৰ্যাদা অক্ষুণ্ণ ৰখাত ৰাইজৰ গভীৰ দায়িত্ব থকাৰ কথাও সঁকিয়াই দিয়ে। অসমীয়া সাহিত্য বিকাশ সাধনৰ বাবে ব্ৰতী হ'বলৈ লেখকসকলক মানসিক প্ৰেৰণা আৰু পাৰ্থিক সহায় আগবঢ়োৱাৰ ওপৰত গুৰুত্ব দিয়ে। আগৰৱালাই ভাষণৰ সামৰণিত অভ্যৰ্থনাৰ ক্ৰুটী-বিচ্যুতিৰ বাবে ক্ষমা প্ৰাৰ্থনাৰে কয়, 'আপোনালোকক অভ্যৰ্থনা জনাবলৈ ভোগৰ সামগ্ৰীৰ অভাৱ হ'লেও, অন্তৰৰ সামগ্ৰী-স্নেহ প্ৰীতি আগবঢ়ালোঁ।'

অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণান্তত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগে সম্পাদকৰ বাৰ্ষিক প্ৰতিবেদন দাঙি ধৰে। শোক তৰ্পণেৰে আৰম্ভ কৰা প্ৰতিবেদনত সম্পাদকে যোৱা বছৰৰ বিস্তৃত খতিয়ান দাঙি ধৰে। সাহিত্য সভাৰ প্ৰচাৰ, সংগঠন, প্ৰকাশন আদিৰ উপৰিও ৰাজ্য পুনৰ গঠন, ৰাজ্য ভাষা প্ৰয়োগ, বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম প্ৰবৰ্তন আদি বিষয়ত সাহিত্য সভাৰ নীতি আৰু কৰ্মসূচীৰ বিৱৰণ দিয়ে।

এটি গীতৰ অন্তত ৩৫ তম অধিৱেশনৰ সভাপতি বয়োবৃদ্ধ, জ্ঞানোবৃদ্ধ সাহিত্যিক, চিন্তাবিদ জ্ঞাননাথ বৰা ডাঙৰীয়াই ভাষণ দান কৰিবলৈ লয়। প্ৰায় পোন্ধৰ হাজাৰকৈও অধিক দৰ্শন শ্ৰোতাৰে চাৰ্চফিল্ড উপচি পৰে। গতানুগতিকভাৱে তেখেতে স্থান-মাহাত্ম্য বা ঐতিহ্যৰ কথা নকৈ ভাষা-সাহিত্য সংস্কৃতিৰ ঐতিহাসিক বা পুৰাতাত্ত্বিক তথ্য উত্থাপন কৰি কয় 'বৰ্তমান আমাৰ দেশৰ ৰাজনৈতিক অৱস্থাত আমাৰ সাহিত্য কি ভাৱে আমাৰ দেশৰ ৰাজনৈতিক অৱস্থাত আমাৰ সাহিত্য কি ভাৱে ৰচনা কৰিলে ই নিজৰ অস্তিত্ব ৰক্ষা কৰি দেশৰ ইমূৰৰ পৰা সিমূৰলৈ বিয়পি অসমীয়া জাতিক শক্তিমন্ত কৰিব পাৰে এই বিষয়ে এই ভাষণত আলোচনা কৰাটো অসম সাহিত্য সভাৰ সভাপতিৰ মূল কৰ্তব্য বুলি ভাবিছো।' ব্ৰিটিছ শাসনৰ পূৰ্বলৈকে ৰচিত অসমীয়া সাহিত্যৰ সম্যক সমালোচনাৰ প্ৰয়োজনীয়তা, ব্ৰিটিছ ৰাজত্বত ৰচিত অসমীয়া ভাষা-সাহিত্যৰ ৰূপৰ পৰিৱৰ্তন, কাৰণ আৰু স্বাধীনতা লাভৰ লগে লগে দেখা দিয়া অসমীয়া ভাষা-সাহিত্যৰ সমস্যাসমূহক বাস্তৱ দৃষ্টিকোণৰ পৰা কৰা পুংখানুপুংখ আলোচনাই তেখেতৰ ভাষণত ঠাই পায়। বিশুদ্ধ সাহিত্যৰ উপৰি বিজ্ঞান কাৰিকৰী বিজ্ঞান, চিকিৎসা বিজ্ঞান, অৰ্থনীতি, ৰাজনীতি ইত্যাদি সকলো বিষয়ৰ গ্ৰন্থ প্ৰণয়নৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব দিয়ে। অসমৰ আৰু অসমীয়া মানুহৰ উন্নতি সাধন সম্ভৱ হয় সকলো দিশৰ জ্ঞান অৰ্জনৰ দ্বাৰাহে। নিজৰ ভাষাৰ মাধ্যমেৰে সেই জ্ঞান আৰ্জিবলৈ ব্যৱস্থা নকৰিলে, অসমীয়া ভাষাই কেৱল বিশুদ্ধ সাহিত্যৰাজিৰে নিজকে দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিব নোৱাৰি। অসমলৈ ভগনীয়াৰ সোঁতে আন ৰাজ্যসমূহৰ মানুহে আহি পতা উপনিৱেশে আৰু অসমৰ বেপাৰ-বাণিজ্য, উদ্যোগ এই সকলোবোৰ তেনে লোকৰ হস্তগত হোৱাৰ বাবে অসমত অসমীয়া মানুহৰ বিপত্তিৰ সীমা নোহোৱা হৈছে বুলি তেখেতে আক্ষেপ কৰে। জাতিক জীয়াই ৰাখিবলৈ হ'লে ভাষাক শক্তিশালী, চহকী আৰু সাহিত্যক ঐশ্বৰ্য্যশালী কৰি তুলিবলৈ হ'লে ভাষাক শক্তিশালী, চহকী আৰু সাহিত্যৰ সেৱসকলৰ সন্মুখলৈ অহা এই প্ৰত্যাহ্বান গ্ৰহণ কৰি অবিৰাম সংগ্ৰাম কৰি যাবলৈ আহ্বান কৰি, সভাপতিয়ে ভাষণৰ সামৰণি মাৰে। বিপুল হৰ্ষধ্বনিৰ মাজত সভাপতিয়ে ভাষণ অন্ত কৰাৰ পাচত এটি বৰগীতেৰে প্ৰথম দিনাৰ মুকলি সভাৰ অন্ত পেলোৱা হয়।

## সাংস্কৃতি কাৰ্যসূচী

সন্ধ্যাৰ লগে লগে চাৰ্চফিল্ডলৈ জনতাৰ অবিৰাম সোঁত ব'বলৈ ধৰিলে। বিৰ দি বাট পাবলৈ নাইকিয়া হ'ল। জানুৱাৰিৰ জাৰকো নেওচি সাংস্কৃতিক অনুষ্ঠান চাবলৈ হাজাৰ হাজাৰ দৰ্শকৰ সমাৱেশ ঘটিল। ৭-৩০ বজাৰ লগে লগে নিকামূল সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামীৰ পৰিচালনাত 'পাৰিজাত হৰণ' অংকীয়া ভাওনা আৰম্ভ হ'ল। সম্পূৰ্ণকৈ পুৰণি ঐতিহ্য বহন কৰি প্ৰদৰ্শন কৰা এই অংকীয়া ভাওনা নিসন্দেহে আকৰ্ষণীয় আৰু মনোগ্ৰাহী।



## বিষয় বাছনী সভা

গধূলি ৮-৩০ বজাৰ লগে লগে প্ৰতিনিধিসকল 'ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা ভৱন'লৈ যাবলগীয়া হ'ল বিষয়-বাছনি সভাত যোগ দিবৰ কাৰণে। সভাপতি জ্ঞাননাথ বৰা ডাঙৰীয়া, সভাপতিত্বতে বিষয় বাছনী সভাৰ দ্বিতীয় বৈঠক অনুষ্ঠিত হ'ল। প্ৰাক্তন সভাপতি অতুল হাজৰিকা, বিনন্দ চন্দ্ৰ বৰুৱা প্ৰমুখ্যে বিশিষ্ট লোকসকলেও এই সভাত যোগদান কৰে। বিষয় বাছনী সভাই গুৱাহাটীত সংঘটিত সমাজদ্ৰোহী কাৰ্যক গৰিহণা দি এটি প্ৰস্তাৱ গ্ৰহণ কৰিলে। মুকলি সভাত গ্ৰহণ কৰিবলৈ লোৱা আন প্ৰস্তাৱসমূহত আছিল — অসমৰ পুনৰ গঠন সম্পৰ্কত সাহিত্য সভাৰ পূৰ্বৰ সিদ্ধান্ত দোহাৰি মেহতা আয়োগৰ পৰামৰ্শত সাহিত্য সভাৰ পূৰ্বৰ গ্ৰহণৰ বাবে চৰকাৰক দাবী জনোৱা, ভাষা আইন অমান্য কৰি অসম আৰু নগাভূমি উচ্চন্যায়ালয়ৰ মুখ্য ন্যায়ধীশে দিয়া বিজ্ঞপ্তি পৰিহাৰৰ বাবে জনোৱা দাবী আৰু অসমৰ দুয়োটা বিশ্ববিদ্যালয়তে স্নাতকোত্তৰ শ্ৰেণী পৰ্যন্ত শিক্ষাৰ মাধ্যম অসমীয়া কৰিবলৈ জনোৱা দাবী। শাখা সভা আৰু সাহিত্য সভাৰ সভ্যসকলৰ পৰা অহা বিভিন্ন পৰামৰ্শসমূহো আলোচিত হয় আৰু প্ৰয়োজনীয় পৰামৰ্শসমূহৰ কাৰ্যকৰীকৰণৰ সিদ্ধান্তও গ্ৰহণ কৰিলে।

অসম সাহিত্য সভাৰ নিয়মাৱলীৰ পৰিৱৰ্তন সাধন কৰিবলৈ শাখাসভাসমূহৰ পৰা অহা প্ৰস্তাৱ আৰু সংশোধনীসমূহ দাঙি ধৰা হয়। বিস্তৃত ভাৱে আলোচনা কৰাৰ পিচত কেৱল ৫ ম ছেদৰ ২৮ নং বিবিধ সংশোধনী গ্ৰহণ কৰা হয় আৰু কাৰ্য্যনিৰ্বাহক সমিতিৰ কোনো সদস্য বিশেষ অৱস্থাৰ পাৰিপ্ৰেক্ষিতত তিনি বছৰতকৈ অধিক কাল নিৰ্বাচিত হ'ব পাৰিব, এনে সংশোধনী গ্ৰহণ কৰা হয়।

পুৰণি কাৰ্যনিৰ্বাহক সমিতিৰ কাৰ্যকাল অন্ত পৰাত নতুন কাৰ্যনিৰ্বাহক সমিতি গঠনৰ বাবে প্ৰতিনিধিবৰ্গই সদস্যৰ নাম আগবঢ়ায়। উপসভাপতি পদৰ বাবে ড° মহেশ্বৰ নেওগ আৰু অধ্যক্ষ মহেশচন্দ্ৰ দেৱগোস্বামীৰ মাজত প্ৰতিদ্বন্দ্বিতা হয় আৰু ড° নেওগে ১৩ টা ভোট বেছিকৈ পাই উপসভাপতি নিৰ্বাচিত হয়। প্ৰধান সম্পাদকৰ বিষয় বাবে একেৰাহে চতুৰ্থ বাৰৰ বাবে বিনাপ্ৰতিদ্বন্দ্বিতাই নিৰ্বাচিত হয় হৰিপ্ৰসাদ নেওগ। ধনভঁৰালী আৰু পত্ৰিকা সম্পাদক নিৰ্বাচিত হয় ক্ৰমে দেৱপ্ৰসাদ বৰুৱা আৰু দুৰ্গেশ্বৰ শৰ্মা। কাৰ্যনিৰ্বাহক সমিতিৰ বাকী ১৬ জনক মনোনয়ন কৰি ল'বলৈ সভাপতি, উপ-সভাপতি, প্ৰধান সম্পাদক বিনন্দ চন্দ্ৰ বৰুৱা আৰু হেমন্তকুমাৰ শৰ্মাৰে গঠিত পাঁচজনীয়া সমিতি এটিক ভাৰ দিয়া হয়। এই সমিতিয়ে পিচদিনা ক্ৰমে চৈয়দ আব্দুল মালিক, মহেশচন্দ্ৰ দেৱগোস্বামী, নগেন শইকীয়া, নন্দ তালুকদাৰ, যতীন গোস্বামী,

প্ৰফুল্ল বৰুৱা, শ্ৰীকুমাৰ মেধি, হৰি মোহন সৰকাৰ, দেবেন্দ্ৰ লাল মান, অমিয়া চক্ৰবৰ্তী, হেৰম্ব বৰদলৈ, ধৰ্মকান্ত গোহাঁই, হৰিকান্ত গোঁহাই, হৰিনাথ শৰ্মা দলৈ, প্ৰফুল্ল গোস্বামী, ৰংবং টেৰাং, প্ৰফুল্ল দত্ত এই কেইজনক নিৰ্বাচন কৰে।

ৰাতি ২-৩০ বজাত বিষয় বাছনী সভাৰ দ্বিতীয় আৰু শেষ বৈঠকৰ সামৰণি পৰে। প্ৰধান সম্পাদকে সভ্যসকলক ধন্যবাদ জনায় আৰু সভ্যসকলৰ ফালৰ পৰাও প্ৰধান সম্পাদকক যোৱা বছৰৰ কাৰ্য সম্পাদনাৰ বাবে ধন্যবাদ জ্ঞাপন কৰে।

## বুৰঞ্জী সন্মিলন

২৮ জানুৱাৰিৰ দিনা পুৱা ৮ বজাত মূল সভা মণ্ডপতে বহে বুৰঞ্জী শাখাৰ সন্মিলন। এই সন্মিলনত সভাপতিত্ব কৰে অৱসৰপ্ৰাপ্ত অধ্যক্ষ, বুৰঞ্জী লেখক গুণগোবিন্দ দত্তদেৱে। সভাপতিক মঞ্চলৈ আগবঢ়াই অনাৰ লগে লগে এটি গীতেৰে কাৰ্যসূচী আৰম্ভ কৰা হয়।

সভাপতি দত্ত ডাঙৰীয়া তেখেতৰ ভাষণত অসম বুৰঞ্জীৰ এটি আলচ আগবঢ়ায় আৰু ভাৰতৰ ইতিহাসৰ লগত অসমৰ সম্পৰ্কৰ বিষয়ে আলচ কৰে। তদুপৰি কেনেকুৱা কাৰণবশতঃ ৰাজ্যৰ মাজত ভাঙন হয় বা কি উপায়েৰে এই ভাঙন ৰোধ কৰিব পাৰি সেই সম্পৰ্কেও বুৰঞ্জীৰ দৃষ্টান্তৰে ইংগিত দিয়ে। ভাষণ প্ৰসংগত তেখেতে কয়, 'চেষ্টা আৰু দীৰ্ঘ দৃষ্টিৰে আমাৰ গণতন্ত্ৰক শক্তিমন্ত কৰি ৰাখিব লাগিব'। সমাৱেশ অন্যতম উল্লেখনীয় দিশ আছিল, দুহেজাৰতকৈ অধিক লোকৰ উপস্থিতি। সভাপতিৰ উপৰি অধ্যক্ষ সদানন্দ চলিহা, শিল্পী বিষ্ণু প্ৰসাদ ৰাভা দুয়ো দুটি তথ্যপূৰ্ণ সাৰুৱা ভাষণ দান কৰে। অধ্যাপিকা স্বৰ্ণলতা বৰুৱা আৰু হৰকান্ত দাসেও আলোচনাত অংশ গ্ৰহণ কৰে। মৃতকসকলৰ সম্পৰ্কে এটি চমু ভাষণ দিয়ে বীৰধৰ দাসে।

## দ্বিতীয় দিনাৰ মুকলি অধিৱেশন

৩৪ তম অধিৱেশন দ্বিতীয় দিনাৰ মুকলি অধিৱেশন আৰম্ভ হয় ১-২০ বজাত। সভাপতি জ্ঞাননাথ বৰা ডাঙৰীয়াক চাৰ্কিট হাউচৰ পৰা আদৰি অনা হয়। সভাপতিৰ লগতে মঞ্চত উপবিষ্ট হৈছিল প্ৰাক্তন সভাপতি নীলমণি ফুকন, অতুলচন্দ্ৰ হাজৰিকা, বেণুধৰ শৰ্মা, বিনন্দ চন্দ্ৰ বৰুৱা, মহাদেৱ শৰ্মা, অমিয় কুমাৰ দাস, কমলাপ্ৰসাদ আগৰৱালা, জীৱেশ্বৰ গোস্বামী, গহন গোস্বামী, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, ডঃমহেশ্বৰ নেওগ প্ৰমুখ্যে ব্যক্তিসকল। সভামণ্ডপ লোকে লোকাৰণ্য হৈ পৰে। তেজপুৰৰ স্থানীয় সকলো সম্প্ৰদায়ৰ লোকৰ উপৰি দূৰ-দূৰণিৰ গাঁৱৰ পৰা আৰু বিশেষকৈ চাহ বাগিচাসমূহৰ পৰা অহা বনুৱাসকলৰ সমাৱেশ উল্লেখযোগ্য আছিল। ১-২৫ বজাত বিশিষ্ট অতিথি ৰাজ্যপাল বিষ্ণু সহায়ক মঞ্চলৈ আগবঢ়াই অনা হয় আৰু মাল্যপ্ৰদান



কৰা হয়। সভাপতিৰ আহ্বানক্ৰমে ৰাজ্যপালে এটি চমু সৰল ভাষণ দান কৰে। ভাষণ প্ৰসংগত সহায়ে অসমৰ লগত তেওঁৰ নিবিড় সম্পৰ্কৰ কথা উল্লেখ কৰে। তেওঁ অসমীয়া ভাষা-সাহিত্যৰ বিকাশ আৰু বিস্তাৰৰ ওপৰত গুৰুত্ব দিয়ে আৰু ভাৰতৰ এই পূৰ্বাঞ্চলত অসমীয়াক একমাত্ৰ সংযোগৰক্ষী ভাষা স্বৰূপে মৰ্যাদা দানৰ কথা কয়। তেওঁ কয় যে প্ৰত্যেক সৰু সৰু ভাষা বা দোৱানকে বিকাশ লাভৰ সুযোগ দিও অসমত অসমীয়াই একমাত্ৰ সংযোগৰক্ষী ভাষা হোৱাটো বাঞ্ছনীয়। ৰাজ্যপালে নেফাত অসমীয়া প্ৰচলনৰ ওপৰত অধিক গুৰুত্ব দিয়ে।

ভাষণ দানৰ অন্তত ৰাজ্যপালে বিদায় গ্ৰহণ কৰে। প্ৰধান সম্পাদককে প্ৰমুখ্য কৰি কেইবাগৰাকী লোকে ৰাজ্যপালক তোৰণ পৰ্যন্ত আগবঢ়ায় থয়গৈ।

## ক'লা পতাকা

এনে মুহূৰ্ততে প্ৰায় ১৫/২০ জনমান ডেকা ল'ৰাৰ দল এটাই হাতত ক'লা পতাকা লৈ আকস্মিকভাৱে ৰাজ্যপালৰ সন্মুখত উপস্থিত হৈ 'অসম অসমীয়া'ৰ আদি ধ্বনি তোলে। ৰাজ্যপালে ধৈৰ্যৰে ধ্বনিসমূহ টুকি লয়। প্ৰতিনিধি আৰু দৰ্শকসকল ডেকাদলটোৰ এনে আকস্মিক গৰ্হিত কাৰ্যত কিছু উত্তেজিত হয় যদিও গুৱাহাটীৰ ঘটনাৰ স্মৰণে আটাইতকৈ সংযত কৰি ৰাখে। উল্লেখযোগ্য ২৬ তাৰিখে ৰাতিৰ পৰাই তেজপুৰত 'অসম অসমীয়াৰ' আদি লেখা প্ৰাচীৰ-পত্ৰ আৰু প্ৰচাৰ-পত্ৰ প্ৰচাৰিত হৈছিল। জিলাৰ উপায়ুক্তই এই বিষয়ত চোকা দৃষ্টি ৰাখিছিল যাতে কোনো অৱস্থাতে অপ্ৰীতিকৰ অৱস্থাৰ সৃষ্টি নহয়।

## বিশিষ্ট ব্যক্তিৰ ভাষণ

খন্তেক বিৰতিৰ পিছতে মুকলি অধিৱেশনৰ কাম আৰম্ভ হয়। বিষয় বাছনী সভাত গৃহীত প্ৰস্তাৱসমূহ ৰাজহুৱা সভাতো গৃহীত হয়। মুকলি সভাত প্ৰাক্তন সভাপতি বাগ্মীবৰ নীলমণি ফুকনে গুৱাহাটীৰ ঘটনাৰ স্মৰণ কৰি অসমীয়া ডেকা শক্তিক সমাদ্ৰোহী কাৰ্যত লিপ্ত হৈ শক্তিৰ অপচয় নকৰিবলৈ আহ্বান জনাই দিয়া আৱেগময়ী ভাষণে প্ৰত্যেক দৰ্শক শ্ৰোতাৰে অন্তৰ পৰশি গৈছিল।

তেখেতে ভাষণ প্ৰসংগত কয় যে 'অসম যদি জীয়াই থাকিব লাগে, পৰ্বত-ভৈয়াম মিলিহে জীয়াই থাকিব পাৰিব।' তেওঁ চৰকাৰৰ নেফা নীতিক সমালোচনা কৰে আৰু এই ক্ষেত্ৰত ভাষা-সাহিত্যৰ সেৱকসকলক পৰ্বতে-কন্দৰে সোমাই ভাষা-সাহিত্যৰ প্ৰচাৰ আৰু প্ৰকাশত আত্মনিয়োগ কৰিবলৈ আহ্বান জনায়।

অসমীয়া ভাষা-সাহিত্য আৰু জাতিৰ সৰ্বতোমুখী বিকাশৰ বাবে বিভিন্ন দিশৰ পৰা আহ্বান জনায় প্ৰাক্তন সভাপতি অতুল চন্দ্ৰ হাজৰিকা, বেণুধৰ শৰ্মা আৰু বিনন্দ চন্দ্ৰ বৰুৱাই দিয়া ভাষণো আছিল স্মৰণযোগ্য।

মুকলি সভাত প্ৰাক্তন সভাপতি বাগ্মীবৰ নীলমণি ফুকনে গুৱাহাটীৰ ঘটনাৰ স্মৰণ কৰি অসমীয়া ডেকা শক্তিক সমাজদ্ৰোহী কাৰ্যত লিপ্ত হৈ শক্তিৰ অপচয় নকৰিবলৈ আহ্বান জনাই দিয়া আৱেগময়ী ভাষণে প্ৰত্যেক দৰ্শন শ্ৰোতাৰে অন্তৰ পৰশি গৈছিল।

সেইদিনা সভাত উপস্থিত থকা মহাৰাষ্ট্ৰ সাহিত্য সভাৰ প্ৰতিনিধি শ্ৰীপদ যোশীয়ে সাহিত্য-সংস্কৃতিৰ যোগে ভাৰতে কেনেভাৱে সমৰ্থন স্থাপন কৰিব আহিছে সেই কথা উল্লেখ কৰি কয় যে প্ৰান্তীয় ভাষাসমূহৰ যথাযোগ্য মৰ্যাদা আৰু বিকাশেহে ভাৰতৰ একক সত্তাক অধিক শক্তিশালী আৰু ঐশ্বৰ্যশালী কৰিব তুলিব।

প্ৰবীণ সাহিত্যিক মহাদেৱ শৰ্মাই বিশুদ্ধ সাহিত্যই মানসিক উৎকৰ্ষ সাধনৰ যোগে কেনেকৈ চিত্ৰ শুদ্ধি কৰে আৰু আনন্দ দান কৰে সেই প্ৰসংগত উল্লেখ কৰি অসমীয়া সাহিত্যৰ সৰ্বংগীণ বিকাশত আত্মনিয়োগ কৰিবলৈ সাহিত্যসেৱীসকলক আহ্বান কৰে।

সিদিনাৰ সভাত অসম চৰকাৰৰ অন্যতম উপমন্ত্ৰী, একালত সাহিত্য সভাৰ সংগঠনৰ লগত ঘনিষ্ঠভাৱে জড়িত থকা ব্যক্তি ছত্ৰ গোপাল কৰ্মকাৰে এটি চমু ভাষণত অসমৰ চাহ বাগিচাৰ বনুৱাসকলৰ মাজত অসমীয়া ভাষাৰ বহুল প্ৰচাৰৰ যোগে তেওঁলোকক অসমীয়া সংস্কৃতিৰ বুকুত সুমাই ল'বলৈ আহবান কৰে। চাহ বাগিচাৰ বনুৱাৰ মাজত প্ৰাক্তন সভাপতি নকুলচন্দ্ৰ ভূঞাই কিদৰে ভাওনা-সবাহ আদিৰ আয়োজন কৰি তেওঁলোকৰ বাবে পাঠ্যপুথি ৰচনা কৰি কাম কৰিছিল সেই কথা সোঁৱৰে। তেওঁ বনুৱাসকলৰ সংস্কৃতি খাচ অসমীয়া সংস্কৃতিৰ ভিতৰুৱা কৰি ল'বলৈ আহ্বান কৰে।

কাছাৰৰ শ্ৰীকুমাৰ মেধিয়ে কাছাৰৰ ভৌগোলিক আৱস্থানৰ কথা উল্লেখ কৰি কয় যে লুইতৰ পাৰৰ অসমীয়া মানুহে কাছাৰৰ খিলঞ্জীয়া অসমীয়াসকলৰ বাবে নাভাবিলে কাছাৰবাসী অসমীয়া ৰাইজৰ বিপত্তিৰ সীমা নাথাকিব।

সমজুৱা বক্তৃতাৰ অন্তত উপ-সভাপতি ড° মহেশ্বৰ নেওগে পুৰণি কাৰ্যনিৰ্বাহক সমিতিৰ হৈ পদত্যাগ কৰে আৰু নতুন কাৰ্যনিৰ্বাহকৰ সদস্যসকলৰ নাম ঘোষণা কৰে।

কাৰ্যসূচীৰ অন্তত সভাপতি বৰাদেৱে কয় 'এনে বিৰাট জনসভা কেৱল ৰাজনীতি বিষয়তহে গোট খোৱা চকুত পৰে, সাহিত্যৰ সহায়-সহযোগ উদ্দীপনা সাহিত্য সভাক শক্তিশালী কৰি আঁচনি সফলতা লভাত বৰঙণি যোগাব বুলি তেখেতে কয়। তেখেতে তেজপুৰবাসী ৰাইজলৈ আৰু সদৌ অসমবাসীলৈ অন্তৰভৰা কৃতজ্ঞতা জনাই সামৰণি মাৰে।

অভ্যৰ্থনা সমিতিৰ সভাপতি আগৰৱালাদেৱে সভাপতিকে প্ৰমুখ্য কৰি সদৌলৈকে শলাগৰ শৰাই আগবঢ়ায় আৰু অভ্যৰ্থনাৰ ত্ৰুটী-বিচ্যুটিৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰে। 'অ' মোৰ আপোনাৰ দেশ'ৰে ৫-১৫ বজাত মুকলি অধিৱেশনৰ অন্ত পেলোৱা হয়।



## স্মৃতি তৰ্পণ

সন্ধ্যা ৫-৩০ বজাত প্ৰাক্তন সভাপতি নকুলচন্দ্ৰ ভূঞাৰ আদ্যশ্ৰাদ্ধ উপলক্ষে স্মৃতি তৰ্পণৰ আয়োজন কৰা হয়। মঞ্চত ভূঞাৰ এটি প্ৰতিকৃতি ৰখা হয় আৰু মহাদেৱ শৰ্মাই 'মংগলাচৰণ' কৰি পুষ্পাঞ্জলি প্ৰদান কৰাৰ লগে লগে হাজাৰ-বিজাৰ লোকে শ্ৰদ্ধা পৰৱশ হৈ নিৰৱে থিয় দিয়ে।

## সাংস্কৃতিক অনুষ্ঠান

সন্ধ্যা ৭ বজাৰ পৰা আৰম্ভ হয় দ্বিতীয় আৰু শেষ দিনাৰ সাংস্কৃতিক কাৰ্যসূচী। এই সাংস্কৃতিক কাৰ্যসূচী উদ্বোধন কৰে কলাবিদ, প্ৰাক্তন সংসদী সদস্য প্ৰফুল্ল বৰুৱায়। তেখেতে অসমীয়া সংস্কৃতিৰ ঐতিহ্য আৰু বৈচিত্ৰ্যৰ কথা কয় আৰু সংস্কৃতিসেৱীসকলৰ বৰঙণিৰ কথা সোঁৱৰে ৰাতিৰ এই অনুষ্ঠানত তেজপুৰ 'সুৰ্যোদয় সংঘ'ৰ তৰফৰ পৰা বিশিষ্ট শিল্পী গজেন বৰুৱাক শৰাই-গামোচাৰে সম্বৰ্ধনা জনোৱা হয়। শিল্পী গৰাকীয়ে পৰ্বত-ভৈয়ামৰ সাংস্কৃতিক মিলনৰ ওপৰত গুৰুত্ব দিয়ে। এই অনুষ্ঠানৰ অন্যতম আকৰ্ষণ আছিল ভাৰত লোহাৰ প্ৰযোজিত 'জ্যোতিৰেখা' । জ্যোতি প্ৰসাদৰ নাটকৰ গীত, কথা, নৃত্যৰে সংযোজনা কৰা আলেখ্যখনি নিঃসন্দেহে আকৰ্ষণীয় আৰু সুন্দৰ হৈছিল। 'ৰঙিলী' নৃত্য-নাটিকাৰ প্ৰদৰ্শনো হৈছিল চিত্তাকৰ্ষক।

এনেকৈয়ে অসম সাহিত্য সভাৰ ৩৫ তম অধিৱেশনৰ সামৰণি পৰিল। এইকেইদিন তেজপুৰ উখল-মাখল হৈ পৰিছিল। অভ্যৰ্থনা সমিতিৰ দক্ষতা, তৎপৰতাই অধিৱেশন উপলক্ষে অভ্যৰ্থনা সমিতিয়ে প্ৰকাশ কৰা 'শোণিত জ্যোতি' আৰু 'শোণিতাৰ্ঘ' নামৰ স্মৃতি গ্ৰন্থ দুখনিৰ প্ৰকাশো উল্লেখযোগ্য

দৰাচলতে মূল অধিৱেশনৰ লগত তিনিও দিনৰ কাৰ্যসূচীৰে অসম সাহিত্য সভাৰ অধিৱেশনসমূহ অসমীয়া মানুহৰ জাতীয় উৎসৱত পৰিণত হৈছে। সেইবাবেই ই কেৱল সাহিত্যিকসকলৰ অনুষ্ঠান হোৱাৰ পৰিৱৰ্তে হৈ উঠিছে অসমীয়াৰ এটি জাতীয় অনুষ্ঠান।

## প্ৰস্তাৱসমূহ

*১ম প্ৰস্তাৱ ঃ*

*অসম সাহিত্য সভাৰ এই পঞ্চত্ৰিংশ বাৰ্ষিক সন্মিলনে আৰম্ভৰে পৰা সমস্ত ১৯৬৭ চনৰ বছৰটো অসম, তথা ভাৰতক আলোড়িত কৰা অসম পুনৰগঠন সম্পৰ্কীয় প্ৰশ্নটো গভীৰভাৱে চিন্তা কৰে। পাৰ্বত্য নেতা সন্মিলনৰ পাৰ্বত্য ৰাজ্যৰ দাবীয়েই যে এই আলোড়নৰ মূল; সেই কথালৈ সন্মিলনে বিশেষভাৱে লক্ষ্য ৰাখে আৰু এইটো সুস্পষ্ট কৰি প্ৰকাশ কৰিবৰ বাঞ্ছা কৰে যে অসম স্বায়ত্ত শাসিত জিলাকেইখনৰ সৰ্বসাধাৰণ ৰাইজৰ প্ৰতি অসম সাহিত্য সভাই আন্তৰিক শুভেচ্ছা মাত্ৰ প্ৰকাশ কৰে*

*আৰু সিসকলৰ সৰ্বপ্ৰকাৰে উন্নয়ন কামনা কৰে। সভাই নিজেও উপলব্ধি কৰাটোও কামনা কৰে যে অসমৰ আৰু অসমৰ অন্তৰংগ পাৰ্বত্য অঞ্চলৰ সুখ-সমৃদ্ধি আৰু শান্তিৰৰ অৰ্থে ভাৰতৰ পূব প্ৰান্তৰ সৰ্বপ্ৰকাৰে সংহতি সৰ্বতোভাৱে কামনীয় আৰু এই সংহতিৰ কিঞ্চিত ক্ষতিয়েও চূড়ান্ত বিচাৰত সমস্ত ভাৰতৰ সংহতি আৰু শান্তিৰ সংহত কৰিব পাৰে। অসম সাহিত্য সভাই এইকথা পাহৰিব নোখোজে যে পাৰ্বত্য অঞ্চলৰ ৰাইজ অশেষ মনোৰম গুণৰ অধিকাৰী আৰু অসমৰ বহুজন মিলন সম্ভূত সংস্কৃতিলৈ দান ইতিহাসৰ এটি উজ্জ্বল স্বতঃসিদ্ধ।*

*এই স্পষ্ট পৰিপ্ৰেক্ষিতত অসমৰ ভাষা আৰু সমন্বয়ৰ প্ৰতি বিশেষ ভাবে লক্ষ্য ৰাখি সাহিত্য সংস্কৃতিৰ অনুষ্ঠান অসম সাহিত্য সভাই উপলব্ধি কৰে যে স্বায়ত্ত শাসিত অঞ্চলক সম্ভৱপৰ অধিকতৰ স্বায়ত্ত শাসন দি হ'লেও অসম ৰাজ্যৰ সংহতি অটুট ৰাখিবলৈ কেন্দ্ৰীয় কৰ্তৃপক্ষ দৃঢ়পৰিকৰ হোৱা নিতান্ত বাঞ্ছনীয়। এই প্ৰসংগত অশোক মেহতা কমিটীৰ অনুমোদন সমূহেই সমস্যাটিৰ এটি আদৰ্শনীয় সমাধান বুলি সভাই মত প্ৰকাশ কৰে।*

*২য় প্ৰস্তাৱ ঃ*

*যোৱা ২৬ জানুৱাৰি তাৰিখে গুৱাহাটীত হোৱা সমাজ বিৰোধী হিংসাত্মক কাৰ্যই অসম সাহিত্য সভা তথা অসমৰ সকলো হিতাকাংক্ষী লোককে উদ্বিগ্ন কৰি তুলিছে। সমাজৰ এনেকুৱা বিশৃঙ্খল আৰু অপ্ৰীতিকৰ পৰিস্থিতি যে আৰু সংহতিৰ পৰিপন্থী সেই বিষয়ে কাৰো দ্বিমত থাকিব নোৱাৰে। এই বিষয়ে চিন্তা কৰি অসম সাহিত্য সভাই এনে কাৰ্যৰ পৰা সম্পূৰ্ণ বিৰত থাকিবলৈ সদৌ অসমবাসী ৰাইজৰ ওচৰত অনুৰোধ জনায়।*

*৩য় প্ৰস্তাৱ ঃ*

*অসম সাহিত্য সভাই অসম আৰু নগাভূমিৰ উচ্চন্যায়লৰ; পঞ্জীয়কৰ ৬ মাৰ্চ ১৯৬৭ তাৰিখৰ নিম্ন ন্যায়ালয়ৰ ভাষা সম্পৰ্কীয় আধ্যাদেশ পৰ্যালোচনা কৰে আৰু এই আধ্যাদেশ স্পষ্টভাৱে অসম শাসকীয় ভাষা অধিনিয়মৰ বিধান সংহত কৰা হেতুকে এই আধ্যাদেশখন জাৰি কৰা কাৰ্যক তীব্ৰ অসন্তোষ প্ৰকাশ কৰে। এই আধ্যাদেশখনি প্ৰত্যাহাৰ কৰা বুলি নতুন এখনি আধ্যাদেশ জাৰি কৰা বুলি বাতৰি কাকতত যি বাতৰি প্ৰকাশ পাইছে তাত সভা সমুলঞ্চে আশ্বস্ত হ'ব পৰা নাই। এই পৰিস্থিতিত অসম সাহিত্য সভাই উচ্চন্যায়ালয় কৰ্তৃপক্ষই তুৰন্তে ৬ মাৰ্চ আৰু পৰৱৰ্তী দুয়োখন অবাঞ্ছনীয় আধ্যাদেশ সম্পূৰ্ণ প্ৰত্যাহাৰ কৰাটো দৃঢ়ভাৱে দাবী জনায়।*

*৪ৰ্থ প্ৰস্তাৱ ঃ*

*আজিৰ সভাই অসমৰ দুয়োখন বিশ্ববিদ্যালয়কে শিক্ষাদানৰ সকলো স্তৰতে অসমীয়া ভাষাক মাধ্যমৰূপে প্ৰৱৰ্তন কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ আহবান জনায়।*



*এই সন্দৰ্ভত বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষসমূহক আৱশ্যকীয় অনুদান দিবলৈ চৰকাৰৰ সভাই অনুৰোধ জনায় আৰু আঞ্চলিক ভাষাৰ পূৰ্ণপ্ৰয়োগৰ ক্ষেত্ৰত পাঠ্যপুথিৰ সংকট দূৰ কৰিবলৈ চৰকাৰী শিক্ষাবিভাগ, বিশ্ববিদ্যালয় আৰু অসম সাহিত্য সভাৰ প্ৰতিনিধিৰে এখন সমন্বয়ৰক্ষী সমিতিৰ গঠন কৰিব দিবলৈ সভাই চৰকাৰক অনুৰোধ জনায়।*

## নিয়মাৱলীৰ সংশোধন

অসম সাহিত্য সভাৰ নিয়মাৱলীৰ তলৰ ছেদটি সংশোধিত হ'ল।

পঞ্চম ছেদ ঃ ২৮

কাৰ্যনিবাহক সমিতিৰ কাৰ্যকাল এবছৰীয়া হ'ব। একেৰাহে কোনো সভ্য তিনিবাৰৰ অধিক কাল নিৰ্বাচিত হ'ব নোৱাৰি। সংযোজিত হ'ব।

কোনো বিশেষ পৰিস্থিতিত বিষয়বাছনী সভাৰ দুই-তৃতীয়াংশ সভ্যই কোনোলোকক পুনৰ নিৰ্বাচন কৰিব পাৰিব।

---

**শুভেচ্ছা বাণী**

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশ তেজপুৰ অধিৱেশনলৈ ৰাজ্যৰ ভিতৰৰ আৰু বাহিৰৰ নিমন্ত্ৰিতসকলে শুভ কামনা কৰিছে।

ভাৰতবৰ্ষৰ প্ৰাক্তন ৰাষ্ট্ৰপতি পণ্ডিত ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণে লিখিছে - "I wish the function all success."

অসমৰ প্ৰাক্তন ৰাজ্যপাল শ্ৰীপ্ৰকাশে লিখিছে —

"Wish all success to the functions and every health and joy to those who perticipate in the same.

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মিত্ৰদেৱ মহন্তই লিখিছে — 'শৰীৰৰ অসুখৰৰ বাবে অধিৱেশনত যোগদান দিয়া হেন আনন্দ আৰু সৌভাগ্যৰ পৰা বঞ্চিত হ'বলগীয়াত পৰিলোঁ। সকলো কাৰ্য অতি সুচাৰুৰূপে সম্পন্ন হওক।'

অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী নলিনীবালা দেৱীয়ে লিখিছে — 'জাতিৰ গৌৰৱ বিমণ্ডিত এই জাতীয় সাহিত্যৰ মহাসভাখনিৰ সৰ্ব দিশ আবৃত কৰা এখনি বিশাল মহাসভালৈ ৰূপান্তৰিত হৈ পৰক।'

সাহিত্য অকাদেমিৰ ইংৰাজী শাখাৰ সম্পাদক ড° লোকনাথ ভট্টাচাৰ্যই লিখিছে—

"We wish the session all success with kind regards."

পশ্চিম বংগৰ ৰাজ্যপাল ধৰ্মবীৰে জনাইছে —

"Thanks the Asam Sahitya Sabha for their invitation, but regret to attend."

কেন্দ্ৰীয় মন্ত্ৰী সত্যনাৰায়ণ সিংহই লিখিছে —

"Thanks general secretary, Asam Sahitya Sabha for his kind invitation."

প্ৰবীণ সাহিত্যিক লক্ষ্মীনাথ ফুকনে লিখিছে —

'সাহিত্য সভালৈ যাবৰ মন থাকিলেও কিছুমান অসুবিধাৰ বাবে যাব নোৱাৰিম। তেজপুৰৰ অধিৱেশন জয় জয়কাৰ হওক।'

গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ড° মথুৰানাথ গোস্বামীয়ে তাঁৰ-বাৰ্তা পঠাইছে — Grateful for invitation. Regret inability to attend."

অইল ইণ্ডিয়াৰ জেনেৰেল মেনেজাৰ কে. বি. কানুগা আৰু গুৱাহাটী তেল শোধানাগাৰৰ জেনেৰেল মেনেজাৰ মেজৰ জেনেৰেল এন. দাসেও নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰি জনাইছে।

অসমৰ কৃষি মন্ত্ৰী লক্ষ্মীপ্ৰসাদ গোস্বামীয়ে লিখিছে — 'সাহিত্য সভাৰ সন্মিলনত যোগদান দিব নোৱাৰি দুখ পাইছোঁ। আশা কৰিছোঁ যাতে শুভকাম সুকলমে সমাধা হয়।'

**অসম সাহিত্য সভাৰ নৱ গঠিত কাৰ্যনিৰ্বাহক সভা**

সভাপতি ঃ জ্ঞাননাথ বৰা
উপ-সভাপতি ঃ ড° মহেশ্বৰ নেওগ
প্ৰধান সম্পাদক ঃ হৰিপ্ৰসাদ নেওগ
পত্ৰিকা সম্পাদক ঃ দুৰ্গেশ্বৰ শৰ্মা
কোষাধ্যক্ষ ঃ দেৱপ্ৰসাদ বৰুৱা

সদস্যসকল ঃ

| | |
|---|---|
| চৈয়দ আব্দুল মালিক | মহেশচন্দ্ৰ দেৱ গোস্বামী |
| হৰিনাথ শৰ্মা দলৈ | নগেন শইকীয়া |
| দেৱেন্দ্ৰলাল মান | হৰিমোহন সৰকাৰ |
| প্ৰফুল্ল বৰুৱা | শ্ৰীকুমাৰ মেধি |
| যতীন গোস্বামী | নন্দ তালুকদাৰ |
| ধৰ্মকান্ত গোঁহাই | অমিয়া চক্ৰৱৰ্তী |
| ৰংবং টেৰাং | প্ৰফুল্ল দত্ত |
| হেৰম্ব বৰদলৈ | শ্ৰীমান প্ৰফুল্ল গোস্বামী |

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশতম অধিৱেশনৰ আদৰণী সমিতিৰ কাৰ্যনিৰ্বাহক সমিতিৰ কাৰ্যনিৰ্বাহকৰ সদস্যসকল —

কমলা প্ৰসাদ আগৰৱালা, সভাপতি। অমিয় কুমাৰ দাস আৰু মহাদেৱ শৰ্মা, উপদেষ্টা। হৰকান্ত দাস, দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য, বিপিন পাল দাস, বিষ্ণু প্ৰসাদ ৰাভা, ফণী শৰ্মা আৰু কান্ত শৰ্মা কাৰ্য্যকৰী সভাপতি। চন্দ্ৰধৰৰ গোস্বামী আৰু পদ্মেশ্বৰ বৰঠাকুৰ, উপ-সভাপতি। নবীন চন্দ্ৰ কাথ হাজৰিকা আৰু হিতেশ্বৰ মহন্ত, সাধাৰণ সম্পাদকদ্বয়। বদজন চন্দ্ৰ লহকৰ, জেঠমল বেঙানী, ভগৎ প্ৰসাদ জৈন, তাৰিণী মৰল, মহম্মদ চৈয়দ, তিলক চন্দ্ৰ কাকতি, গোলোক চন্দ্ৰ ৰাজবংশী, ৰসৰাজ দুগৰ, শৈলেন্দ্ৰ চন্দ্ৰ মৈত্ৰ, দেবেন চলিহা, সুৰেন্দ্ৰ নাথ বৰঠাকুৰ, সত্যৰঞ্জন কলিতা, কবিন বৰুৱা, প্ৰফুল্ল বৰা, ত্ৰিনয়ন নাথ, আচ্চাৰ সিং ভোমৰা, গৌৰী শংকৰ আগৰৱালা, ৰাধেশ্যাম

জেইল বিভাগৰ মন্ত্ৰী এম. এন. হাজৰিকাই জনাইছে — "Wish all round success of the Sanmelan and thanks for kind invitation."

কলিকতাৰ পৰা কালীচৰণ সমাৰেশত উপস্থিত হ'ব নোৱৰাব বাবে বেজাৰ পাইছো। দূৰৰ পৰা সন্মিলনৰ সৰ্বসাফল্য কামনা কৰিছো।'

কবিৰাজ হৰেচন্দ্ৰ ভট্টাচাৰ্যই তাৰ বাৰ্তা পঠাইছে —

"Inability attend annual seating Asam Sahitya Sabha Tezpur due unavoidable circumstances. Highly interested all success present and future."



ত্ৰিৱেৱালা, ধৰ্মদাস হেৰেঞ্জ, বাণীকান্ত শৰ্মা, তুলসী দাস, দেবেন শৰ্মা, প্ৰিয় গোপাল মুখাৰ্জী, লক্ষীকান্ত শইকীয়া, পূৰ্ণনাৰায়ণ সিংহ, অমিয়া চক্ৰৱৰ্তী, মিনা আগৰৱালা, তৰু শইকীয়া আৰু যোগেন্দ্ৰ চন্দ্ৰ ভট্টাচাৰ্য।

## বছৰটোৰ কাম

*[ মহৎ আৰু মহানুভৱ সমলেৰে অসমীয়া ভাষা সাহিত্য সংস্কৃতিক গুৰুগৰীয়ান কৰা বেজবৰুৱা বিংশ শতিকাৰ প্ৰথমবৰ্ষৰ এই সোণালী যুগৰ অধিনায়ক। সেয়ে এই যুগটোক অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ শীৰ্ষস্থানত বেজবৰুৱাৰ অৱস্থান। এয়ে বেজবৰুৱাত্ব। বেজবৰুৱাৰ লেখাত অসমীয়াত্ব আৰু বেজবৰুৱাত্ব একাকাৰ হৈছে। বেজবৰুৱাৰ বিষয়ে লিখিলে কলম বুতি হ'ব; কিন্তু বেজবৰুৱাৰ ৰচনা বুতি নহয়। সেই গৰাকীক বাংময় দেশিক বা বাঙময় বিলাস বুলি ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায়ে বেজবৰুৱা জন্ম-শতবৰ্ষৰ সামৰণী উৎসৱত কৈছিল। অসম সাহিত্য সভাই এই গৰাকী জাতিৰ নমস্য ব্যক্তিৰ জন্ম শতবাৰ্ষিকীৰে অসম তথা ভাৰতবৰ্ষলৈ জাতীয় জাগৰণ সৃষ্টি কৰিবলৈও সক্ষম হৈছিল। জাতীয় জীৱনৰ সিংহ মন্দিৰত স্থাপনৰ বাবে সভাই অসমৰ উপৰি কলিকতা, সম্বল পুৰ, নতুন দিল্লী আনকি বিদেশতো বিবিধ কাৰ্যসূচী লৈছিল। সভাৰ উৎসৱৰ ঘাই আকৰ্ষণ বেজবৰুৱা ৰচনাৱলী প্ৰকাশ, সিবোৰৰ মুল্যাংকন তথ্যচিত্ৰ নিৰ্মাণ ডাকটিকট প্ৰকাশ, বেজবৰুৱা ভৱন নিৰ্মাণ, স্মৃতিফলক, আৱক্ষমূৰ্তি, স্মৃতিস্তম্ভ প্ৰতিষ্ঠা, সোঁৱৰণি বক্তৃতা আদি।]*

## সাহিত্যৰথী লক্ষীনাথ বেজবৰুৱা জন্ম-শত বাৰ্ষিকী

৫ অক্টোবৰ তাৰিখে অনুষ্ঠিত হ'ব লগা 'সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা জন্ম শতবাৰ্ষিকী' উপলক্ষে বেজবৰুৱাৰ মৃত্যু দিৱস ২৬ মাৰ্চৰ পৰাই বেজবৰুৱা বছৰ হিচাপে ধৰি শতবাৰ্ষিকী কাৰ্যসূচীৰ শুভাৰম্ভ কৰিবলৈ অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে সিদ্ধান্ত কৰিছে।

২৬ মাৰ্চ তাৰিখে বেজবৰুৱা মৃত্যু বাৰ্ষিকী দিৱসৰ আয়োজন কৰি সেইদিনাই স্থানীয়ভাৱে কাৰ্যসূচী নিৰূপণ কৰি স্থানীয় শাখা কমিটী গঠন আৰু পুঁজি সংগ্ৰহ অভিযান আৰম্ভ কৰিবলৈ অনুৰোধ জনায়। সেইদিনা সকলো শাখা, স্বীকৃতি সভা আৰু শিক্ষা, সাহিত্য সাংস্কৃতিক অনুষ্ঠানে নিজ নিজ অনুষ্ঠানৰ কাৰ্যসূচীৰ বাবে যথা ব্যৱস্থা গ্ৰহণ কৰিবলৈ সভাই আহ্বান জনায়।

সেইদিনাই আঞ্চলিক ভিত্তিত সংগঠন আৰম্ভ হয়। মহকুমা পৰ্যায়ত অঞ্চল নিৰূপিত হৈছিল। মহকুমাৰ সদৰ ঠাইত আঞ্চলিকভাৱে ব্যাপক কাৰ্য্যসূচীৰে শতবাৰ্ষিকী উৎসৱ অনুষ্ঠিত কৰা হ'ব। গতিকে শাখা সভা আৰু বিভিন্ন অনুষ্ঠানে নিজা কাৰ্যসূচী

লোৱাৰ উপৰি সামূহিকভাৱে আঞ্চলিক ভিত্তিত অনুষ্ঠানৰ ব্যাপক আয়োজন কৰাত গুৰুত্ব আৰোপ কৰে। কেন্দ্ৰ, অঞ্চল আৰু শাখা তথা বিভিন্ন অনুষ্ঠান (শিক্ষা, সাহিত্য, সাংস্কৃতিক অনুষ্ঠান) এই তিনিটা পৰ্যায়ত শতবাৰ্ষিকী কাৰ্যক্ৰমৰ সংগঠন হয়। শতবাৰ্ষিকী কেন্দ্ৰীয় সমিতিয়ে আঞ্চলিক সমিতিক দায়িত্ব ভগাই দিয়ে। শাখা আৰু স্বীকৃত সভা আৰু বিভিন্ন অনুষ্ঠানে আঞ্চলিক সমিতিৰ কাৰ্যসূচীৰ লগত সংগতি ৰাখে। সেইদৰে আঞ্চলিক সমিতিয়ে কেন্দ্ৰীয় কাৰ্যসূচীৰ লগত সংগতি ৰাখে। শতবাৰ্ষিকী পুঁজি কেন্দ্ৰীয় সমিতিৰ মোহৰত অঞ্চল তথা শাখসমূহৰ যোগে সংগৃহীত হয়। কেন্দ্ৰীয় সমিতিয়ে পুঁজিসংগ্ৰহৰ ৰছিদ-বহী, গোহাৰি, কুপন আদিৰ যোগান দিয়ে।

শতবাৰ্ষিকী আঁচনিত ৰাজ্য চৰকাৰৰ পৰা চল্লিশ হাজাৰ টকাৰ অনুদান পোৱা হৈছিল। লগতে শতবাৰ্ষিকী কাৰ্যসূচীৰ বাবে মুঠ তিনিলাখ যোল হাজাৰ টকা ৰাজহুৱা সংগ্ৰহৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। উল্লেখযোগ্য খৰছৰ শিতান হ'ল - প্ৰকাশন, তথ্যচিত্ৰ নিৰ্মাণ, স্মৃতিভৱন নিৰ্মাণ, পুৰস্কাৰ প্ৰতিযোগিতা, সোঁৱৰণী বক্তৃতা, স্মৃতি ফলক, প্ৰতীক, আৱক্ষ মূৰ্তি স্থাপন, কলিকতা, দিল্লী, সম্বলপুৰ আদিত অনুষ্ঠান, প্ৰচাৰ আদি।

## উৎসৱৰ কাৰ্যক্ৰম

১৫ এপ্ৰিলৰ ভিতৰত আঞ্চলিক সংগঠন আৰু শিক্ষা, সাংস্কৃতিক অনুষ্ঠানৰ সংগঠন সম্পূৰ্ণ হ'ব লাগিব।

৩১ মে' পৰ্যন্ত তথ্য চিত্ৰৰ বাবে পৃষ্ঠপোষক পুঁজি আৰু শাখা আদিৰ যোগে কেন্দ্ৰই যোগান দিয়া ৰছিদ বহীত পুঁজি সংগ্ৰহ সম্পূৰ্ণ হ'ব লাগিব আৰু ১৫ জুনৰ ভিতৰত ৰছিদৰ সকলো সংগ্ৰহ কেন্দ্ৰক জমা দিব লাগিব।

১ জুনৰ পৰা ৩০ ছেপ্টেম্বৰৰ পৰ্য্যন্ত আঞ্চলিক সমিতিৰ তত্বাৱধানত কুপনৰ যোগে সংগ্ৰহ সম্পূৰ্ণ হ'ব।

উল্লেখ থাকে যে সংগ্ৰহৰ শতকৰা ৪০ ভাগ শাখা আৰু আঞ্চলিক সমিতিয়ে নিজ কুপনৰ আনুষ্ঠানৰ বাবে ৰাখি বাকী ৬০ ভাগ কেন্দ্ৰক জমা দিব।

শিক্ষালয়ত ছাত্ৰ সংগঠন ৩১ আগষ্টৰ ভিতৰত সম্পূৰ্ণ হ'ব।

অসম সাহিত্য সভাৰ প্ৰচাৰ বিভাগৰ যোগে শতবাৰ্ষিকী আঁচনিৰ বিস্তৃত কাৰ্যসূচী সময়ে সময়ে প্ৰচাৰ কৰা হৈছিল।

## শতবাৰ্ষিকী উৎসৱৰ কাৰ্যসূচী

১৮ আহিন (ইং ৫ অক্টোবৰ) ঃ মূল অনুষ্ঠানৰ আৰম্ভণি যোৰহাট।

পুৱা ৮-০০ বজাত ঃ অসম সাহিত্য সভাৰ পতাকা উত্তোলন

৮-৪৫ বজাত ঃ বেজবৰুৱাৰ প্ৰতিকৃতিত শ্ৰদ্ধাঞ্জলি জ্ঞাপন।



৯-৩০ বজাত ঃ শোভাযাত্ৰা।

১১-০০ বজাত ঃ প্ৰদৰ্শনীৰ দুৱাৰ মুকলি; স্মাৰক ডাক টিকট উন্মোচন।

আবেলি ২-০০ বজাত ঃ মুকলি অধিৱেশন।

সন্ধ্যা ৫-৩০ বজাত ঃ বন্তি-প্ৰজ্জলন আৰু সাংস্কৃতিক সমাৰোহ।

১৯ আহিন, (ইং ৬ অক্টোবৰ) শিৱসাগৰ।

পুৱা ৯-০০ বজাত ঃ স্মৃতিফলক (স্থানীয়ভাৱে সকলো ঠাইতে আয়োজন) ৰাতি বেজবৰুৱাৰ নাটক অভিনয়।

২০ আহিন (ইং ৭ অক্টোবৰ), ডিব্ৰুগড় ঃ বেজবৰুৱা ভৱন উন্মোচন।

২১ আহিন (ইং ৮ অক্টোবৰ), নগাঁও ঃ আলোচনা-চক্ৰ

২২ আহিন (ইং ৯ অক্টোবৰ) ঃ তথ্যচিত্ৰ উন্মোচন -গুৱাহাটী, যোৰহাট, ডিব্ৰুগড়।

২৩, ২৪ আহিন (ইং ১০/১১ অক্টোবৰ) ঃ প্ৰতিযোগিতা, আবৃত্তি আদি (বেজবৰুৱা সাহিত্যৰ)

২৫ আহিন (ইং ১২ অক্টোবৰ) ঃ শ্বিলঙত অনুষ্ঠান।

২৬ আহিন (ইং ১৩ অক্টোবৰ) ঃ ডিফু, শিলচৰ, কহিমা, ধুবুৰী আদিত ছবি উন্মোচন। স্থানীয়ভাৱে সকলো ঠাইতে সাংস্কৃতিক সমাৰোহ।

২ কাতি (ইং ১৯ অক্টোবৰ) ঃ কলিকতাত অনুষ্ঠান।

৪ আহিন (ইং ২১ অক্টোবৰ) ঃ সম্বলপুৰত অনুষ্ঠান।

নাট্যভিনয় ঃ পৰাগ চলিহা, আনন্দ বৰুৱা, ফুনু বৰুৱা আৰু সম্পাদক শিৱসাগৰ নাট্যমঞ্চক ভাৰ দিয়া হৈছিল। আঞ্চলিক সমিতি আৰু ৰংপুৰ সাহিত্য সভাই অনুষ্ঠানৰ ব্যৱস্থা কৰে।

৭ অক্টোবৰ ঃ ডিব্ৰুগড়ত 'বেজবৰুৱা ভৱন' উন্মোচন ভৱন সমিতিৰ দায়িত্বত ডিব্ৰুগড়ত বিশেষ অনুষ্ঠান। (আঞ্চলিক সমিতিৰ সহযোগত)।

৮ অক্টোবৰ ঃ আলোচনা-চক্ৰ (সকলো ঠাইতে হব) নগাঁৱত কেন্দ্ৰীয় ভাৱে আয়োজিত আঞ্চলিক সমিতি আৰু নগাঁও সাহিত্য সভাই অভ্যথনা আদিৰ আয়োজন কৰিব। কেন্দ্ৰীয় উপ সমিতিয়ে আলোচনা চক্ৰৰ আয়োজন কৰিব।

সমিতিৰ সদস্যসকলৰ ঃ ড° মহেশ্বৰ নেওগ, মহেশ চন্দ্ৰ দেৱগোস্বামী, যজ্ঞেশ্বৰ শৰ্মা, যোগেন ভূঞা (আহ্বায়ক), সৰ্বেশ্বৰ ৰাজগুৰু, মহিম বৰা আৰু প্ৰধান সম্পাদক।

৯ অক্টোবৰ ঃ তথ্যচিত্ৰ উন্মোচন গুৱাহাটী, যোৰহাট ডিব্ৰুগড়। (তথ্যচিত্ৰ, সমিতিৰ সৌজন্যত পৰিচালিত হ'ব)

সমিতিৰ সদস্য সকল ঃ দুলাল চন্দ্ৰ ভূঞা, যুগল দাস, বিষ্ণুপ্ৰসাদ ৰাভাকমল নাৰায়ণ চৌধুৰী, যোগেশ দাস, অপূৰ্ব দাস, ফণী তালুকদাৰ (সম্পাদক)

৯ কাতি ইং ২৬ অক্টোবৰ ঃ নতুন দিল্লীত অনুষ্ঠান।

বিঃদ্র - বিশ্ববিদ্যালয়ত বেজবৰুৱা সোঁৱৰণী বক্তৃতা আৰু তেজপুৰত কেন্দ্ৰ কৰি ছাত্ৰ দিৱসৰ আয়োজন হৈছিল।

## বিস্তৃত কাৰ্যক্ৰম

৫ অক্টোবৰ - যোৰহাট আঞ্চলিক সমিতি আৰু যোৰহাট সাহিত্য সভাই সভাৰ আয়োজন, অভ্যৰ্থনাৰ আয়োজন আৰু সাংস্কৃতিক সমাৰোহৰ ব্যৱস্থা কৰে।

সভাপতি ঃ মূল সভাৰ সভাপতি। অনুষ্ঠানলৈ যত্ৰাক্ৰমে ৰাষ্ট্ৰপতি ড° জাকিৰ হুছেইন, ড° হৰেকৃষ্ণ মহতাব, ড° কে, এম মুন্সী, অসমৰ ৰাজ্যপাল, মুখ্যমন্ত্ৰী, মুখ্য ন্যায়ধীশ আদিক বিশেষ ভাৱে আমন্ত্ৰণ জনাইছিল।

## স্মৃতিস্তম্ভ প্ৰতিষ্ঠা

প্ৰৰ্দশনী -চিত্ৰ, চিত্ৰাংকন পুথি, পুৰণি স্মৃতিৰ সমল আদিৰ প্ৰদৰ্শনী।

## সকলো প্ৰকাশনৰ উন্মোচন ঃ প্ৰকাশনসমূহ

[বেজবৰুৱাৰ সকলো গ্ৰন্থ একত্ৰ সংকলন গ্ৰন্থাৱলী ২ টা খণ্ড, ভাষা আৰু সাহিত্য, আলোচনা গ্ৰন্থ (অসমীয়া, ইংৰাজী, হিন্দী) পূৰ্ণাংগ জীৱনী, শিশুৰ উপযোগী জীৱনী, জীৱনৰ নাট্যৰূপ, এলবাম আদি।]

৬ অক্টোবৰ ঃ স্মৃতিফলক উন্মোচন শিৱসাগৰ (উপ-সমিতিৰ দায়িত্বত সদস্যসকল) পৰাগ চলিহা, ফুনু বৰুৱা, লীলা গগৈ, বসন্তলাল দুৱৰা (আহবায়ক)

১০, ১১ অক্টোবৰ ঃ প্ৰতিযোগিতা, আবৃত্তি আদি উপ-সমিতি ঃ প্ৰধান সম্পাদক, বীৰেন বৰকটকী, লীলা গগৈ, নগেন শইকীয়া (আহবায়ক) ছৈয়দ আব্দুল মালিক, হোমেন বৰগোহাঁঞি। ছবি উন্মোচন ঃ শিলচৰ, কহিমা, ডিফু, ধুবুৰী শদিয়া। (স্থানীয়ভাৱে আয়োজন)

১২ অক্টোবৰ ঃ শ্বিলঙত অনুষ্ঠান চিত্ৰ উন্মোচন, ৰাজহুৱা সভা। আলোচনা চক্ৰ, তথ্য চিত্ৰ, সাংস্কৃতিক সমাৰোহ। (আঞ্চলিক সমিতিৰ সৌজন্যত অনুষ্ঠিত হয়)।

১৮ অক্টোবৰ ঃ কলিকতা অনুষ্ঠান তৈলচিত্ৰ উন্মোচন, ৰাজহুৱা সভা, সাংস্কৃতিক সমাৰোহ। জয়ন্ত বৰুৱা অম্বিকাপদ চৌধুৰী আৰু হেম শৰ্মাৰে গঠিত সমিতিক ভাৰ দিয়া হয়।

২০ অক্টোবৰ ঃ সম্বলপুৰত অনুষ্ঠান কোশল সাহিত্য সন্মিলনৰ সহযোগত। চিত্ৰ উন্মোচন, স্তম্ভ উন্মোচন ৰাজহুৱা সভা, সাংস্কৃতিক সমাৰোহ। প্ৰধান সম্পাদকে যোগাযোগ কৰি যথা ব্যৱস্থা কৰে।



২৬ অক্টোবৰ ঃ নতুন দিল্লীত অনুষ্ঠান ৰাজহুৱা সভা আৰু সাংস্কৃতিক সমাৰোহ। কাৰ্যনিৰ্বাহকৰ সদস্য শ্ৰীমান প্ৰফুল্ল গোস্বামী আৰু প্ৰধান সম্পাদকে যোগাযোগ কৰি যথা ব্যৱস্থা কৰে।

## পুঁজি

প্ৰত্যাশিক আয় ঃ

কুপণ বিক্ৰী
এশ টকীয়া
পঞ্চাছ টকীয়া
পছিছ টকীয়া
দহ টকীয়া
পাঁচ টকীয়া
এটকীয়া
৫০ পইচা

| | |
|---|---|
| মুঠ | ১,৫৭৫০০ |
| তথ্যচিত্ৰ ঃ দান সংগ্ৰহ | ১৫, ০০০ |
| চৰকাৰী অনুদান - | ১০,০০০ |
| | ২৫,০০০ |
| ভৱন ঃ ৰাইজৰ সংগ্ৰহ | ৫০,০০০ |
| প্ৰত্যাশিত চৰকাৰৰ | |
| অনুদান | ১,০০,০০০ |
| শাখা সভাৰ সংগ্ৰহ ঃ | ১০, ০০০ |
| বিক্ৰী বিক্ৰীৰ আয় ঃ | ৩,৫০০ |
| আগধন সংগ্ৰহ | ১০,০০০ |
| পুঁজি | ১০,০০০ |

টোকা ঃ ১ জুনৰ পৰা ২ অক্টোবৰলৈকে সংগ্ৰহ।

আঞ্চলিক সমিতিক কুপন ভগাই দিয়ে আৰু পুঁজিৰ পৰিমাণ নিৰ্ধাৰণ কৰা হয়।

৩০ এপ্ৰিলৰ ভিতৰত সংগ্ৰহ সম্পূৰ্ণ হ'ব বুলি কোৱা হয়।

ভৱন নিৰ্মাণ ১ম পৰ্যায়ৰ আঁচনিতহে এই পৰিমাণ নিৰ্দ্ধাৰণ কৰা হৈছে।

২৬ মাৰ্চৰ পৰা ৩১ মে'লৈকে সংগ্ৰহ কেন্দ্ৰীয় সমিতিৰ ৰছিদ বহী যোগে হয়। সংগ্ৰহৰ শতকৰা ৪০ ভাগ শাখাই নিজ অঞ্চলৰ অনুষ্ঠানৰ বাবে ৰাখিব।

৫০ পইছা মূল্যৰ অন্ততঃ দহ হেজাৰ ছবি বিক্ৰী।

সমুদায় প্ৰকাশনৰ বাবে অন্ততঃ এহেজাৰ গ্ৰাহক সংগ্ৰহ। এনে গ্ৰাহকৰ বাবে আচুতীয়াকৈ হ্ৰাস মূল্যৰ ব্যৱস্থা থাকিব।

প্ৰত্যেক স্কুল-কলেজ-বিশ্ববিদ্যালয়ত পুঁজি সংগ্ৰহৰ বাবে আহ্বান আৰু সেই পুঁজিৰে অসমীয়া সাহিত্যৰ বেজবৰুৱা চ'ৰা মুকলি। প্ৰত্যেক স্কুলৰ পৰা মাত্ৰ ১০.০০, কলেজৰ পৰা ২৫ টকা আৰু বিশ্ববিদ্যালয়ৰ পৰা ৫০.০০ টকাকৈ কেন্দ্ৰীয় পুঁজিলৈ সংগহীত হয়।

মুঠ — ৩,১৬,০০০ (তিনিলাখ ষোল হাজাৰ)

## শতবাৰ্ষিকীত হোৱা ব্যয়

প্ৰকাশন ঃ গ্ৰন্থাৱলী (সাহিত্য প্ৰকাশে কৰিব)

বেজবৰুৱা এলবাম - মুনীন্দ্ৰনাৰায়ণ দত্ত বৰুৱাই প্ৰকাশ কৰিব।

ভাষা আৰু সাহিত্য - নিউবুক ষ্টলে প্ৰকাশ কৰিব।

বেজবৰুৱাৰ পূৰ্ণাংগ জীৱনী

বেজবৰুৱাৰ ডায়েৰী

বেজবৰুৱাৰ চিঠি

আলোচনা গ্ৰন্থ অসমীয়া,

ইংৰাজী

হিন্দী

শিশুৰ উপযোগী জীৱনী

বেজবৰুৱাৰ জীৱনৰ নাট্যৰূপ

পত্ৰিকাৰ বিশেষ সংখ্যা

শতবাৰ্ষিকীৰ স্মৃতিগ্ৰন্থ

| | | |
|---|---|---|
| মুঠ - | | ৭২,০০০ |
| বঁটা প্ৰতিযোগিতাৰ বাবে | - | ২,৫০০ |
| ভৱন নিৰ্মাণ | - | ১,০০,০০০ |
| স্মৃতিফলক | - | |
| আৱক্ষ মূৰ্তি | - | ১৭,৫০০ |
| তৈল স্তম্ভ | - | |
| তৈল চিত্ৰ উন্মোচনী আৰু | - | |
| অনুষ্ঠানত ব্যয় | - | ১২,৫০০ |



**প্ৰচাৰ ঃ**

ওপৰঞ্চি ঃ ছবি, কেলেণ্ডাৰ, প্ৰতীক, কুপণ, ছপা বুলেটিন, প্ৰচাৰ পুস্তিকা, বাণী, অসম সংগীত, প্ৰাচীৰ-পত্ৰ আদি।

দিল্লী, সম্বলপুৰ, কলিকতা আদিৰ অনুষ্ঠান,

| | | |
|---|---|---|
| আলোচনা-চক্ৰ আদিত | - | ৫০,০০০ |
| সোঁৱৰণী বক্তৃতা | - | ১০,০০০ |
| ভ্ৰমণ বানচ | - | ৯,৫০০ |
| কাৰ্য্যালয় কৰ্মচাৰী, পিয়ন, | | |
| ডাকটিকত আদিত | - | ৮,৫০০ |
| তথ্যচিত্ৰ | - | ৮৫০০ |
| বিবিধ আকস্মিক ব্যয় | - | ৮,৫০০ |
| মুঠ ব্যয় | - | ৩,১৬,০০০ |

(তিনিলাখ ষোল হাজাৰ টকা)

## কেন্দ্ৰীয় সমিতি

সভাপতি ঃ জ্ঞাননাথ বৰা, সভাপতি, অসম সাহিত্য সভা

পৃষ্ঠপোষক ঃ ৰাজ্যপাল, মুখ্য ন্যায়াধীশ, মুখ্যমন্ত্ৰী, বিত্তমন্ত্ৰী, শিক্ষামন্ত্ৰী, উপাচাৰ্য গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়। (শিক্ষাধিকাৰ, অধিকৰ্তা তথ্য আৰু জনসম্পৰ্ক বিভাগ, আকাশবাণী, ৰাধা গোবিন্দ বৰুৱা আৰু দৈনিক কাকতৰ সম্পাদকসকল অন্যতম পৃষ্ঠপোষক হিচাপে থাকিব।

উপদেষ্টা মণ্ডলী ঃ প্ৰাক্তন সভাপতিসকল ঃ নীলমণি ফুকন, কৃষ্ণকান্ত সন্দিকৈ, পদ্মধৰ চলিহা, অতুলচন্দ্ৰ হাজৰিকা, বেণুধৰ শৰ্মা, নলিনীবালা দেৱী, বিনন্দ চন্দ্ৰ বৰুৱা, মিত্ৰদেৱ মহন্ত, ত্ৰৈলোক্য নাথ গোস্বামী।

উপ-সভাপতি ঃ ধৰ্মানন্দ দাস, ডঃ মহেশ্বৰ নেওগ, পৰাগ চলিহা, লক্ষ্মীপ্ৰসাদ দত্ত, আনন্দ বৰুৱা, হেম বৰুৱা, হৰকান্ত দাস, গোবিন্দ পৈৰা, জয়সিং দলৈ, হৰেশ ভট্টাচাৰ্য্য।

সম্পাদক ঃ হৰিপ্ৰসাদ নেওগ, প্ৰধান সম্পাদক, অসম সাহিত্য সভা।

যুটীয়া সম্পাদক ঃ যোগেশদাস, গুৱাহাটী। লীলা গগৈ শিৱসাগৰ। ৰাম গোস্বামী, শ্বিলং।

| | |
|---|---|
| কোষাধ্যক্ষ | ঃ দেৱ প্ৰসাদ বৰুৱা, যোৰহাট। |
| সহকাৰী সম্পাদক | ঃ নগেন শইকীয়া, নন্দ তালুকদাৰ, ডঃ সত্যেন গোস্বামী, যোগেন ভূএঞা, ৰংবং তেৰাং, তিলক কাকতি, উদ্ধৱ কলিতা। |
| সদস্যসকল | ঃ প্ৰফুল্ল গোস্বামী, ড° সত্যেন শৰ্মা, যতীন্দ্ৰনাথ গোস্বামী, হেৰম্ব বৰদলৈ, শশী শৰ্মা, হৰিনাথ শৰ্মা দলৈ, হৰিমোহন সৰকাৰ, দেৱেন্দ্ৰলালা মান, ভবানন্দ ৰাজখোৱা, ব্ৰজেন চন্দ্ৰ বৰপুজাৰী, ফণী তালুকদাৰ, অৰুণ গোস্বামী, ছৈয়দ আব্দুল মালিক, প্ৰফুল্ল বৰুৱা, ধৰ্মকান্ত ঘাটোৱাৰ, খলিলুৰ ৰহমান, অমিয়া চক্ৰৱৰ্তী, নিৰ্মল প্ৰভা বৰদলৈ, হোমেন বৰগোঁহাই, পীৰেণ বৰকটকী, গুৰুদত্ত ভাগৱতী, মুণীন দত্ত বৰুৱা, যতীন গোস্বামী, দুৰ্গেশ্বৰ শৰ্মা, প্ৰফুল্ল দত্ত, ৰায়হান শাহ, মহেশ ভট্ট। |

জৰুৰী অৱস্থাত তদাৰক কৰিবৰ বাবে তলত দিয়া সদস্যসকলৰে এটি পৰিচালনা সমিতি থাকিব। ১) সভাপতি, ২) প্ৰধান সম্পাদক, ৩) অতুল হাজৰিকা, ৪) ড° মহেশ্বৰ নেওগ ৫) পৰাগ চলিহা ৬) যোগেশ দাস, ৭) দেৱ প্ৰসাদ বৰুৱা।

আঞ্চলিক সমিতি ঃ ২৬ মাৰ্চত সকলো ঠাইতে উদ্বোধন হয়। অঞ্চলৰ সকলো শাখা সভা শিক্ষা-সংস্কৃতিৰ অনুষ্ঠানৰ সহযোগত একোটি সমিতি হয়। এই সমিতিয়ে আঞ্চলিকভাৱে অনুষ্ঠান পতাৰ ব্যৱস্থা, কুপণ বিক্ৰীৰ যোগে পুঁজি আৰু আঞ্চলিক পুঁজি সংগ্ৰহ কৰিব। আঞ্চলিক সমিতিত একোজন সভাপতি আৰু সম্পাদক থাকিব। শাখা আৰু বিভিন্ন শিক্ষা-সংস্কৃতিৰ অনুষ্ঠানৰ তদাৰক কৰিব।

অঞ্চলসমূহ মহকুমা ভিত্তিত নিৰূপন কৰে।

কেন্দ্ৰীয়ভাৱে আয়োজন কৰা অনুষ্ঠআনসমূহত আঞ্চলিক সমিতিয়ে দায়ত্ব লয়।

সকলো পুঁজি কেন্দ্ৰীয় সমিতিৰ মোহৰত সংগহীত হয়।

আঞ্চলিক সমিতিৰ যোগে সকলো শিক্ষা-সাংস্কৃতিক অনুষ্ঠানৰ লগত যোগাযোগ ৰক্ষিত হ'ব।

শাখা সভাসমূহে কেন্দ্ৰৰ নিৰ্দেশ অনুযায়ী অনুষ্ঠান পাতিব যদিও আঞ্চলিক সমিতিৰ লগত সংগতি ৰাখি কাৰ্যসূচী যুগুত কৰে।

অক্টোবৰ মাহত বেজবৰুৱাৰ গ্ৰন্থ আৰু অসম সাহিত্য সভাৰ প্ৰকাশন সৰ্বসাধাৰণ ৰাইজৰ শতকৰা ৩৩ শতাংশ হাৰত হ্ৰাস মূল্যত বিক্ৰী হয়। প্ৰকাশনৰ পুঁথিৰ মূল্য নিৰ্দ্ধাৰণ কৰাত সম্পাদক ব্ৰজেন্দ্ৰ চন্দ্ৰ বৰপুজাৰী, ৰমা বৰঠাকুৰ আৰু ধনভঁৰালীয়ে সহায় কৰিব।

২৬ মাৰ্চত সকলো অঞ্চলতে আঞ্চলিক সমিতি উদ্বোধন কৰে। তদাৰক সমিতিৰ লগত পৰামৰ্শ কৰি প্ৰধান সম্পাদকে বিভিন্ন অঞ্চলৰ সদস্য নিয়োগ কৰে।



১ এপ্ৰিলৰ পৰা শতবাৰ্ষিকী কাৰ্যসূচীৰ বাবে দায়িত্ব ল'বৰ বাবে এজন কাৰ্যধ্যাক্ষ নিয়োগ কৰা হ'ব।

২৬ মাৰ্চৰ পৰা পুঁজি সংগ্ৰহ অভিযান আৰম্ভ হয়। সকলো টকা পইছা শতবাৰ্ষিকী শিতানত অসম কো-অপাৰেটিভ এপে'বেঙ্কত (যোৰহাট ঃ জমা হয়)। (প্ৰস্তাৱ কৰা হয় যে, যোৰহাটৰ অসম কো-অপাৰেটিভ এপে' বেঙ্কত এটি কাৰেন্ট হিচাপ মুকলি কৰা হওক। এই হিচাপ সম্পাদক আৰু ধনভঁৰালীৰ যুটীয়া চহীৰে পৰিচালিত হ'ব।)

পুঁজি কেন্দ্ৰীয় সমিতিৰ মোহৰত সংগৃহীত হ'ব। পুঁজি সংগ্ৰহ আঁচনি আৰু পৰিচালনা সম্পৰ্কত প্ৰধান সম্পাদক আৰু ধম ভঁড়ালীৰ লগতে অৰুণ গোস্বামীয়ে সহায় কৰিব।

সাহিত্য সভাৰ প্ৰচাৰ বিভাগৰ সৌজন্যত বেজবৰুৱা শতবাৰ্ষিকীৰ প্ৰচাৰ কাৰ্য্য সম্পাদিত হ'ব। প্ৰচাৰ কৰিব পৰাকৈ বেজবৰুৱাৰ বাণী আদি প্ৰচাৰৰ আয়োজন কৰে। (বেজবৰুৱাৰ গীত আৰু বাণী) তদাৰক সমিতি প্ৰয়োজন অনুসৰি বহি যাবতীয় কাৰ্যত আগবঢ়াই নিব। কেন্দ্ৰীয় প্ৰচাৰ সমিতিৰ সদস্যসকল হ'ল - হৰিপ্ৰসাদ নেওগ প্ৰধান সম্পাদক, নগেন শইকীয়া সহ-সম্পাদক (প্ৰচাৰ সচিব), চৈয়দ আব্দুল মালিক, দেৱ প্ৰসাদ বৰুৱা, হোমেন বৰগোঁহাই, ইন্দ্ৰেশ্বৰ পেগু আৰু অৰুণ গোস্বামী।

অহা ১৮ আগষ্টৰ ভিতৰত কেন্দ্ৰীয় সমিতিৰ সাধাৰণ অধিৱেশন বহি পৰ্যালোচনা কৰিব। ইয়াৰ পূৰ্বেই কাৰ্যসূচী অনুসৰি সকলো কাৰ্য সম্পন্ন হ'ব লাগিব।

## সমিতিৰ সিদ্ধান্ত

স্মাৰক ডাক টিকট প্ৰচাৰ কৰিবৰ বাবে কেন্দ্ৰীয় চৰকাৰক শেষ বাৰৰ কাৰণে সোঁৱৰাই দিয়া হওক।

৫ অক্টোবৰ তাৰিখে ৰাজহুৱা বন্ধৰ উপৰি কেন্দ্ৰীয়ভাৱে আয়োজন কৰা অনুষ্ঠান সমূহত স্থানীয় বন্ধৰ যোগে সহযোগ কৰিবলৈ ৰাজ্য চৰকাৰক অনুৰোধ জনোৱা হওক। গ্ৰন্থাৱলীৰ অগ্ৰীম গ্ৰাহক সংগ্ৰহৰ বাবে যথা ব্যৱস্থা কৰিবলৈ সাহিত্য প্ৰকাশক অনুৰোধ জনোৱা হওক। এই কাৰ্যত সাহিত্য সভাৰ সকলো সভ্যই সক্ৰিয় হওক। এই কাৰ্যত সাহিত্য সভাৰ সকলো সভ্যই সক্ৰিয়ভাৱে সহায় কৰিব বুলি সমিতিয়ে আশা কৰে।

বেজবৰুৱাৰ কন্যা ৰত্না বৰুৱাক ধন্যবাদ জনোৱা হয়। এই সমলসমূহ 'বেজবৰুৱা কৰ্ণাৰ' হিচাপে সাহিত্য সভা কেন্দ্ৰীয় পুথিভঁড়ালত সংৰক্ষিত হব। সমলসমূহৰ সহায়ত যতীন্দ্ৰ নাথ গোস্বামীৰ দ্বাৰা যুগুত হোৱা বেজবৰুৱাৰ পূৰ্ণাংগ জীৱনীৰ লগতে ডায়েৰী আৰু চিঠি সমূহো প্ৰকাশিত হয়। গ্ৰন্থখনিত সমিবিষ্ট সমলসমূহ অধ্যাপক অতুল হাজৰিকা আৰু ডঃ মহেশ্বৰ নেওগে চাই দিয়ে।

ডিব্ৰুগড়ত বেজবৰুৱা ভৱনৰ বাবে অন্ততঃ ৫০ হেজাৰ টকাৰ কেন্দ্ৰীয় চৰকাৰৰ এটি অনুদানৰ বাবে সমিতিয়ে অনুৰোধ জনায়। এই সম্পৰ্কে কেন্দ্ৰীয় সমিতিৰ যোগে আঁচনি আদি দি যোগাযোগ কৰিবলৈ নিৰ্দিষ্ট সমিতিক ভাৰ দিয়ে।

ডিব্ৰুগড়ত বেজবৰুৱা স্মৃতি ভৱনৰ বাবে পুঁজি সংগ্ৰহত সহায়তা কৰিবলৈ প্ৰাক্তন সভাপতি বিনন্দ চন্দ্ৰ বৰুৱা আৰু অধ্যক্ষ পৰাগ চলিহাক ভাৰ দিয়ে। ভৱন নিৰ্মাণ সমিতিৰ সৌজন্যত এই সংগ্ৰহ সম্পন্ন হয়।

শতবাৰ্ষিকীৰ সকলো কাৰ্যসূচী আৰু পুঁজি সংগ্ৰহ আদিত ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰৰ কৰ্মচাৰী সকলক সহযোগিতা কৰিবৰ বাবে অনুমতি দিবলৈ সমিতিয়ে ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰক অনুৰোধ জনায়।

তথ্যচিত্ৰৰ বাবে ক্ৰমে এহেজাৰ আৰু পাঁচশ টকাৰ পৃষ্ঠপোষকৰ পুঁজিসংগ্ৰহ কৰিবলৈ স্থিৰ কৰা হয়।

এই বছৰ বেজবৰুৱা কেলেণ্ডাৰ সাহিত্য সভাৰ হৈ ডিব্ৰুগড়ৰ ভট্টাচাৰ্য এজেন্সীয়ে প্ৰকাশ কৰে। কেলেণ্ডাৰৰ বিষয়সমূহ জুকিয়াই দিবৰ বাবে ডঃ সতেন্দ্ৰনাৰায়ণ গোস্বামী (আহ্বায়ক), লীলা গগৈ আৰু ভীম কেঁৱাৰক ভাৰ দিয়া হয়।

শতবাৰ্ষিকীৰ সকলো বিৱৰণি সন্নিবিষ্ট কৰি এখনি শতবাৰ্ষিকী স্মৃতিগ্ৰন্থৰ আনুষ্ঠানিকভাৱে সম্পাদনাৰ ব্যৱস্থা কৰা হওক।

পত্ৰিকাৰ এটি বিশেষ সংখ্যা প্ৰকাশ কৰিবলৈ স্থিৰ কৰা হয়।

স্মৃতিস্তম্ভ সম্পৰ্কীয় যাবতীয় ব্যৱস্থাৰ বাবে প্ৰধান সম্পাদক, আনন্দ বৰুৱা, দেৱপ্ৰসাদ বৰুৱা আৰু অৰুণ গোস্বামীৰে গঠিত সমিতিক ভাৰ দিয়া হয়।

বেজবৰুৱা প্ৰকাশনৰ এলবামৰ ছবিত ইংৰাজী অসমীয়া টোকা সংযোগ কৰি সম্পাদনা কৰিবৰ বাবে ডঃ মহেশ্বৰ নেওগক ভাৰ দিয়া হওক। স্মৃতিফলকৰ ভাষা অসমীয়া হ'ল। ফলকত দিব লগা তথ্য যুগুত কৰিবলৈ ডঃ মহেশ্বৰ নেওগ আৰু অধ্যক্ষ পৰাগ চলিহাক ভাৰ দিয়ে।

সমিতিয়ে আকাশবাণী, সকলো বাতৰি কাকত, চৰকাৰী, বে-চৰকাৰী প্ৰচাৰ অনুষ্ঠানসমূহে শতবাৰ্ষিকী উপলক্ষে বিশেষ কাৰ্যসূচী প্ৰচাৰ কৰাত সহযোগ কামনা কৰে।

## লক্ষ্মীনাথ বেজবৰুৱা জন্ম-শতবাৰ্ষিকী পুঁজি সংগ্ৰহ আঁচনি

ৰাজহুৱা পুঁজি সংগ্ৰহৰ নীতি তলত দিয়া দৰে নিৰ্দ্ধাৰিণ কৰা হৈছে —

**শাখা সভাৰ সংগ্ৰহ ঃ**

যোৱা বছৰ ১৯৬৭ ৰ পৰাই শাখা সভাসমূহক সংগ্ৰহৰ ৰছিদ বিতৰণ কৰা হৈছে। যিহেতুকে শাখা সভাসমূহে নিৰ্দিষ্টভাৱে শতবাৰ্ষিকী পালন কৰিব লাগিব। সেই গতিকে



শাখা সমূহে ইতিমধ্যে যোগান দিয়া ৰছিদ বহী সংগ্ৰহ সম্পূৰ্ণ কৰি ৩১ মে'ৰ ভিতৰত কেন্দ্ৰক ৰছিদ বহী আৰু টকা জমা দিব লাগিব। সংগ্ৰহৰ শতকৰা ৪০ (চল্লিশ) ভাগ শাখাই ৰাখি বাকী ৬০ (ষাঠি) ভাগ কেন্দ্ৰক জমা দিব লাগিব।

উক্ত সময় ভিতৰত প্ৰত্যেক শাখা সভাই কমেও ৫০০(পাঁচশ) টকা, পুঁজি সংগ্ৰহ কৰি তাৰে শতকৰা ৪০ হিচাপত দুশটকা নিজ শাখাৰ বাবে বেজবৰুৱাৰ পুঁজি মজুত ৰাখিব। এই সন্দৰ্ভত শাখাৰ প্ৰতিজন সভ্যই নিজা বৰঙণি দিয়াৰ উপৰি সংগ্ৰহত গুৰুত্ব আৰোপ কৰে যেন।

## এনেধৰণৰ সংগ্ৰহ ৩১ মে' তাৰিখৰ পিচত বন্ধ থাকিব

**আঞ্চলিক সমিতিৰ সংগ্ৰহ ঃ**

শতবাৰ্ষিকী উপলক্ষে ১৫ এপ্ৰিলৰ ভিতৰত মহকুমা ভিত্তিত আঞ্চলিক সমিতি গঠন সম্পূৰ্ণ হয় আৰু মহকুমাৰ সদৰ ঠাইখনেই আঞ্চলিক কেন্দ্ৰ হয়। গতিকে সদৰ ঠাই নগৰত থকা শাখা সাহিত্য সভাসমূহে সুকীয়া কাৰ্যসূচীলৈ শতবাৰ্ষিকী অনুষ্ঠান কৰাৰ আৱশ্যক শতবাৰ্ষিকী আঞ্চলিক সমিতিৰ অন্তৰ্ভুক্ত হ'ব। এনে অৱস্থাত কেন্দ্ৰই যোগান দিয়া ৰছিদ বহীত তেনে শাখা সভাৰ সৌজন্যত আঞ্চলিক সমিতিয়ে কৰিব পাৰিব আৰু শাখা নামত সংগ্ৰহৰ নিৰ্দিষ্ট প্ৰাপ্য অংশ আঞ্চলিক পুঁজিত জমা হ'ব। (উল্লেখ থাকে যে নগৰৰ কেউখন শাখা সভাৰ লগত আঞ্চলিক সমিতিয়ে পোনতেই সমন্বয় ৰক্ষা কৰি শতবাৰ্ষিকী কাৰ্যসূচী নিৰ্দ্ধাৰণ কৰিব)

**কুপনৰ যোগে সংগ্ৰহ ঃ**

৩১ মে'ৰ পিছত সকলো ঠাইতে ৰছিদ বহীৰ সংগ্ৰহ বন্ধ হব। ১ জুনৰ পৰা ৩০ ছেপ্টেম্বৰ পৰ্যন্ত আঞ্চলিক সমিতিক কেন্দ্ৰই কুপণ ভগাই দিব আৰু প্ৰত্যেক অঞ্চলৰ বাবে পৰিমাণ ধাৰ্য কৰি দিব।

আঞ্চলিক সমিতিয়ে গোটেই অঞ্চলৰ সকলো ঠাইতে সংগ্ৰহ অভিযান কৰিব। কুপণৰ দ্বাৰা সংগৃহীত পুঁজিৰ শতকৰা ৪০ (চল্লিশ) ভাগ আঞ্চলিকে ৰাখিব।

আঞ্চলিক সমিতিয়ে পোনপটীয়াকৈ কৰা সংগ্ৰহৰ উপৰি অঞ্চলৰ শাখা সভাৰ যোগে কুপণ বিতৰণ কৰি পুঁজি সংগ্ৰহ কৰিব পাৰে। তেনে শাখাক আঞ্চলিক সমিতিয়ে নিজ অংশৰ পৰা একোটা পৰিমাণ দিয়াৰ ব্যৱস্থা কৰিব।

কুপণৰ যোগে পুঁজি দুটা কিস্তিত কেন্দ্ৰই জমা ল'ব। প্ৰথম কিস্তি ৩১ জুলাই তাৰিখৰ ভিতৰত জমা পাব লাগিব। আৰু দ্বিতীয় কিস্তি চূড়ান্ত ভাৱে অক্টোবৰৰ ভিতৰত জমা পাব লাগিব।

## কেন্দ্ৰীয় সমিতিৰ দায়িত্ব

কেন্দ্ৰীয় সমিতিয়ে ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰৰ লগত পুঁজি সংক্ৰান্ত যোগাযোগ আৰু অনুদানৰ ব্যৱস্থা কৰিব।

তথ্যচিত্ৰ, ভৱন, প্ৰকাশন আৰু ছাত্ৰপুঁজি সংগ্ৰহৰ তদাৰক কৰিব।

আঞ্চলিক আৰু শাখাৰ যোগে সংগ্ৰহৰ ব্যৱস্থা কৰে।

ইয়াৰ উপৰি তলত উল্লেখ কৰা অনুসাৰে পুঁজি সংগ্ৰহৰ ব্যৱস্থা লয়।

**তথ্যচিত্ৰ পুঁজি ঃ** ৩০ এপ্ৰিলৰ ভিতৰত তথ্যচিত্ৰৰ বাবে পৃষ্ঠপোষক পুঁজি সংগ্ৰহ কৰিব। পৃষ্ঠপোষক দুটা পৰ্যায়ৰ এহেজাৰ আৰু পাঁচশ টকাৰ।

**প্ৰকাশন পুঁজি ঃ** অগ্ৰীম গ্ৰাহক সংগ্ৰহ অভিযান জুলাই, আগষ্ট আৰু ছেপ্টেম্বৰ মাহত হ'ব। কেন্দ্ৰীয় সমিতিয়ে যথা ব্যৱস্থা কৰে।

**ছাত্ৰ পুঁজি ঃ** অসমৰ প্ৰত্যেক স্কুল কলেজ আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ সকলৰ পৰা পুজিঁ সংগ্ৰহৰ বাবে ব্যৱস্থা কৰে।

১ জুলাইৰ পৰা ৩১ আগষ্ট পৰ্যন্ত সংগ্ৰহ হ'ব প্ৰত্যেক শিক্ষানুষ্ঠানৰ অধ্যক্ষ, শিক্ষক আৰু ছাত্ৰ ইউনিয়ন মিলি এটি পুঁজি কৰিব। প্ৰত্যেক উচ্চ মাধ্যমিক স্কুলত অন্যুন ১০০ (এশ) টকা, কলেজ ২০০ (দুশ) টকা আৰু বিশ্ববিদ্যালয়ত ৫০০ (পাঁচশ) টকাৰ পুঁজি হোৱা বাঞ্ছনীয়। সেই পুঁজিৰ পৰা প্ৰত্যেক অনুষ্ঠানে মাধ্যমিক ১০ টকা, কলেজ ২৫ টকা আৰু বিশ্ববিদ্যালয় ৫০ টকাকৈ ভৰ্তি মাচ্ছুল কেন্দ্ৰীয় সমিতিক দিব। কেন্দ্ৰই তেনে অনুষ্ঠান সমূহলৈ হ্ৰাস মূল্যত প্ৰকাশন যোগান দিব। সংগৃহীত ছাত্ৰ পুঁজিৰে আচুতীয়াকৈ ৰাখি বেজবৰুৱা কৰ্ণাৰ মুকলি কৰিব।

বিভিন্ন পৰ্যায়ত আমি মুঠ তিনিলাখ যোল হাজাৰ টকাৰ পুঁজি সংগ্ৰহ কৰিবলৈ সভাই স্থিৰ কৰে।

## শিক্ষানুষ্ঠানসমূহৰ কাৰ্যসূচী

৫ অক্টোবৰ তাৰিখৰ পৰা সমগ্ৰ আৰু অসমৰ বাহিৰতো অসমীয়া ভাষা সাহিত্যৰ যুগান্তকাৰী মণীষী সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকী উদযাপিত হব। অসম সাহিত্য সভাই সুধী ৰাইজৰ আৰু চৰকাৰৰ পৃষ্ঠপোষকতাত জন্ম শতবাৰ্ষিকী উদ্‌যাপনৰ বাবে তিনি লাখ যোল হাজাৰ টকাৰ এখনি আঁচনি গ্ৰহণ কৰিছে। এই আঁচনিত বেজবৰুৱা সাহিত্যৰ সকলো প্ৰকাশন, স্মৃতি সৌধ, স্মৃতি ভৱন (প্ৰাথমিক স্তৰ) নিৰ্মাণ, তৈলচিত্ৰ উন্মোচন, তথ্যচিত্ৰ নিৰ্মাণ, আলোচনা-চক্ৰ, ৰচনা, কবিতা আদিৰ প্ৰতিযোগিতা, ৰাজহুৱা, সভাৰ লগত প্ৰদৰ্শনীৰ আয়োজন আৰু ইয়াৰ উপৰি কলিকতা, সম্বলপুৰ, নতুন দিল্লী পৰ্যন্ত অনুষ্ঠানৰ অন্তৰ্ভুক্ত কৰা হৈছে আৰু সমুদায় দিশত



ইতিমধ্যে বিশেষভাৱে আগবঢ়া হৈছে। আঁচনিৰ আন এটি আকৰ্ষণীয় দিশ হ'ল শিক্ষানুষ্ঠানসমূহত বেজবৰুৱা চ'ৰা (কৰ্ণাৰ প্ৰতিষ্ঠা। এই সম্পৰ্কত সাহিত্য সভাৰ ফালৰ পৰা মুখ্যমন্ত্ৰী, শিক্ষামন্ত্ৰী আৰু ৰাজ্য চৰকাৰৰ শিক্ষা বিভাগৰ মূৰব্বীসকলৰ লগত আলোচনা ক্ৰমে বেজবৰুৱা চ'ৰা প্ৰতিষ্ঠা আৰু ছাত্ৰসকলে শতবাৰ্ষিকীত সহযোগ কৰা সম্পৰ্কত বিভাগীয় নিৰ্দ্দেশ প্ৰেৰিত হৈছে।

অসম সাহিত্য সভাৰ ফালৰ পৰা শিক্ষানুষ্ঠান সমূহৰ বাবে শতবাৰ্ষিকী কাৰ্যসূচী এনেদৰে নিৰূপণ কৰা হয়।

**বেজবৰুৱা চ'ৰা ঃ** প্ৰত্যেক শিক্ষানুষ্ঠানতে (মধ্য ইংৰাজী বিদ্যালয়ৰ পৰা বিশ্ববিদ্যালয় পৰ্যন্ত) লাইব্ৰেৰীৰ অন্তৰ্গত একোটি বেজবৰুৱা চ'ৰা থাকিব। এই চ'ৰাত বেজবৰুৱাৰ ছবি, ৰচনাৱলী আৰু বেজবৰুৱা, সম্পৰ্কীয় সাহিত্য সংৰক্ষিত হ'ব। ইয়াৰ উপৰি বেজবৰুৱাৰ সময়ৰ অসমীয়া, বঙালা, হিন্দী, ইংৰাজী আদি বিভিন্ন সাহিত্যৰ আলোচনা আৰু প্ৰতিযোগিতা আদি হ'ব । এই চ'ৰা স্থায়ীভাৱে স্থাপিত হ'ব। নিৰ্দিষ্ট আবেদন পত্ৰত অসম সাহিত্য সভাই চ'ৰাৰ স্বীকৃতি দিব। স্বীকৃত প্ৰাপ্ত চ'ৰালৈ সাহিত্য সভাই বেজবৰুৱা সংক্ৰান্ত প্ৰকাশন শতকৰা ৫০ ভাগ হ্ৰাসমূল্যত পঠাব আৰু সাহিত্য সভাই ভৱিষ্যতেও এনে চ'ৰালৈ সভাৰ প্ৰকাশনসমূহ ছাত্ৰসকলৰ সুবিধাৰ অৰ্থে যোগান দিব আৰু বিভিন্ন ক্ষেত্ৰত সহযোগিতা আগবঢ়ালৈ অন্যান্য প্ৰকাশন প্ৰতিষ্ঠান আৰু সাহিত্য প্ৰতিষ্ঠান আদিৰ লগত সংযোগ ৰক্ষা কৰা হৈছে।

## শতবাৰ্ষিকী উপলক্ষে ৰচনা প্ৰতিযোগিতা আলোচনা-চক্ৰ আদি

কেন্দ্ৰীয় আৰু আঞ্চলিক সমিতিৰ লগতে শিক্ষানুষ্ঠানসমূহে নিজ নিজ অনুষ্ঠানত বেজবৰুৱা সাহিত্যৰ প্ৰতিযোগিতা, নাট্যনুষ্ঠান, আলোচনা-চক্ৰ আদিৰ আয়োজন কৰে।

৫ অক্টোবৰ তাৰিখৰ পৰা ১৩ অক্টোবৰ ভিতৰত অসম কাৰ্যসূচী সম্পূৰ্ণ বুলি সভাই আশা কৰে। ৫ অক্টোবৰ তাৰিখে কেন্দ্ৰীয় আঞ্চলিক আৰু স্থানীয়ভাৱে শত বাৰ্ষিকী কাৰ্যসূচী চলি থাকিব। ছাত্ৰ ছাত্ৰীসকলে আঞ্চলিক আৰু স্থানীয় সমিতিয়ে আয়োজন কৰা সভা, শোভাযাত্ৰা, পতাকা উত্তোলন আদি সকলো অনুষ্ঠানতে সক্ৰিয়ভাৱে সহযোগ কৰা বাঞ্ছনীয়।

১১ অক্টোবৰ শনিবাৰে ছাত্ৰ-ছাত্ৰীসকলে শিক্ষানুষ্ঠানত বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে বেজবৰুৱা দিৱস উদযাপন কৰিব আৰু বেজবৰুৱাৰ প্ৰতীকত শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিব। সভা সমিতি, বিভিন্ন প্ৰতিযোগিতা, আলোচনা-চক্ৰ আৰু সাংস্কৃতিক অনুষ্ঠানৰ আয়োজন কৰি সেই দিনাই বেজবৰুৱা চ'ৰাৰ আনুষ্ঠানিকভাৱে উন্মোচন কৰিব। ১২ অক্টোবৰ দেওবাৰ পৰ্যন্ত কাৰ্যসূচী যুগুত কৰিব পাৰে।

**ছাত্ৰ দিৱস ঃ** উক্ত ১১ তাৰিখ শনিবাৰে দিনটো ছাত্ৰ-ছাত্ৰীসকলৰ মাজত শতবাৰ্ষিকী উপলক্ষে সদৌ অসমতে ছাত্ৰ দিৱস হিচাপে উদ্‌যাপিত হ'ব। তেজপুৰত কেন্দ্ৰীয় সমিতিৰ তত্ত্বাৱধানত কাৰ্যসূচী অনুষ্ঠিত হ'ব আৰু সমগ্ৰ অসমতে শিক্ষানুষ্ঠানসমূহে নিজ নিজ অনুষ্ঠান কাৰ্যক্ৰমণিকা অনুসৰি দিৱস পালন কৰিব।

**বেজবৰুৱা প্ৰতীক ঃ** আঞ্চলিক সমিতিৰ যোগে বেজবৰুৱা দিৱসৰ দিনা স্কুলত বেজবৰুৱাৰ ছবিৰে প্ৰতীক বিক্ৰী কৰা হ'ব। প্ৰতীকৰ বাবে প্ৰাথমিক স্কুলৰ পৰা উচ্চ ইংৰাজী স্কুল পৰ্যন্ত পৰ্যায়ক্ৰমে নিৰ্দ্দিষ্ট তাৰিখ ধাৰ্য কৰা হৈছে। মূল্য প্ৰাথমিক স্কুলৰ বাবে অন্যূন্য ১০ পইচা আৰু হাইস্কুলৰ ছাত্ৰ-ছাত্ৰীৰ বাবে অন্যান ২৫ পইচা আঞ্চলিক সমিতিৰ তত্ত্বাৱধানত প্ৰতীকৰ সকলো ব্যৱস্থা হ'ব।

বিশ্ববিদ্যালয়ত বেজবৰুৱা শতবাৰ্ষিকী অক্টোবৰ মাহৰ ২৩ ৰ পৰা ২৩ ৰ পৰা ২৮ তাৰিখৰ ভিতৰত সম্পন্ন হ'ব। ২৮ তাৰিখৰ ভিতৰত বেজবৰুৱা চ'ৰা উন্মোচন, আলোচনা-চক্ৰ, আবৃত্তি, প্ৰতিযোগিতা, সাংস্কৃতিক অনুষ্ঠান আদিৰ আয়োজন কৰিব।

গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ত বেজবৰুৱা সোঁৱৰণী বক্তৃতা, প্ৰকাশন আলোচনা-চক্ৰ আৰু বেজবৰুৱা চ'ৰা মুকলি কৰা সম্পৰ্কত সাহিত্য সভাই কৰা যোগাযোগ অনুসৰি বিশ্ববিদ্যালয় কৰ্তৃপক্ষই ব্যৱস্থা গ্ৰহণ কৰিব। অক্টোবৰৰ মাহৰ ভিতৰতে বিশ্ববিদ্যালয়ৰ অনুষ্ঠানসমূহ সম্পন্ন হোৱা বাঞ্ছনীয়।

## শিক্ষানুষ্ঠানসমূহক জনিবলগীয়া

**ক) থোৰতে কেন্দ্ৰীয় কাৰ্যসূচীখন ঃ**

১৮ আহিন, ইং ৫ অক্টোবৰ মূল অনুষ্ঠান যোৰহাট (অসম সাহিত্য সভাৰ পতাকা উত্তোলন বেজবৰুৱাৰ প্ৰকৃতিত শ্ৰদ্ধাঞ্জলি জ্ঞাপন, শোভাযাত্ৰা, প্ৰদৰ্শনীৰ দুৱাৰ মুকলি, স্মাৰক ডাক টিকট উন্মোচন, মুকলি অধিৱেশন, বন্তি প্ৰজ্বলন আৰু সাংস্কৃতিক সমাৰোহ।

১৯ আহিন, ইং ৬ অক্টোবৰ শিৱসাগৰ (স্মৃতিফলক উন্মোচন, ৰাজহুৱা সভা, ৰাতি বেজবৰুৱাৰ নাটক অভিনয়)

২০ আহিন, ইং ৭ অক্টোবৰ - ডিব্ৰুগড় (বেজবৰুৱাৰ ভৱনৰ একাংশ উন্মোচন)

২১ আহিন, ইং ৮ অক্টোবৰ - নগাঁও, আলোচনা-চক্ৰ।

২২ আহিন, ইং ৯ অক্টোবৰ - তথ্যচিত্ৰ উন্মোচন

২৩, ২৪ আহিন, ইং ১০, ১১ অক্টোবৰ প্ৰচিযোগিতা আবৃত্তি আদি (বেজবৰুৱা সাহিত্যৰৰ ওপৰত)

২৫ আহিন, ইং ১৩ অক্টোবৰ - ডিফু, শিলছৰ, কহিমা, ধুবুৰী আদিত ছবি উন্মোচন। স্থানীয়ভাৱে সকলো ঠাইতে সাংস্কৃতিক সমাৰোহ।



২ কাতি, ইং ১৯ অক্টোবৰ - কলিকতাত অনুষ্ঠান।

৪ কাতি, ইং ২১ অক্টোবৰ - সম্বলপুৰত অনুষ্ঠান।

৯ কাতি, ইং ২৬ অক্টোবৰ - নতুন দিল্লীত অনুষ্ঠান।

বিঃদ্ৰ -বিশ্ববিদ্যালয়ত 'বেজবৰুৱা' সোঁৱৰণী বৰ্ক্তৃতা আৰু তেজপুৰত কেন্দ্ৰ কৰি ছাত্ৰ দিৱসৰ আয়োজন হ'ব।

**খ ) আঞ্চলিক সমিতিসমূহ ঃ**

শিক্ষানুষ্ঠান সমূহে যোগাযোগ কৰাৰ সুবিধাৰ অৰ্থে বিভিন্ন আঞ্চলিক সমিতিৰ নাম আৰু ঠিকনা দিয়া হ'ল —

| আঞ্চলিক সমিতি | সম্পাদক |
|---|---|
| ডিব্ৰুগড় | সম্পাদক ডঃ সত্যেন্দ্ৰনাৰায়ণ গোস্বামী |
| | ঠিকনা - ডিব্ৰুগড় বিশ্ববিদ্যালয়, ডিব্ৰুগড় |
| উত্তৰ লক্ষীমপুৰ | সম্পাদক ললিত শৰ্মা বৰুৱা |
| | ঠিকনা - উত্তৰ লক্ষীমপুৰ। |
| শিৱসাগৰ | সম্পাদক বসন্ত লাল দুৱাৰা |
| | ঠিকনা - শতবাৰ্ষিকী আঞ্চলিক কাৰ্য্যালয় শিৱসাগৰ। |
| যোৰহাট | সম্পাদক দেৱপ্ৰসাদ বৰুৱা |
| | ঠিকনা - চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট -১ |
| গোলাঘাট | সম্পাদক কমলেশ্বৰ শইকীয়া |
| | ঠিকনা - ডি, আৰ কলেজ গোলাঘাট |
| নগাঁও | সম্পাদক জগতচন্দ্ৰ শৰ্মা |
| | ঠিকনা - নগাঁও কলেজ, নগাঁও। |
| তেজপুৰ | সম্পাদক নবীন কাথ হাজৰিকা |
| | ঠিকনা - এডভোকেট তেজপুৰ। |
| মঙ্গলদৈ | সম্পাদক ভৱানন্দ ৰাজখোৱা (ভাৰপ্ৰাপ্ত) |
| | ঠিকনা - মঙ্গলদৈ |
| নলবাৰী | সম্পাদক শশী শৰ্মা |
| | ঠিকনা - নলবাৰী কলেজ, পোঃ নলবাৰী |
| বৰপেটা | সম্পাদক বিজনলাল চৌধুৰী |
| | ঠিকনা - বৰপেটা কলেজ, বৰপেটা |
| গুৱাহাটী | সম্পাদক দুৰ্গেশ্বৰ শৰ্মা |
| | ঠিকনা - ভগৱতী প্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী |

| | |
|---|---|
| গোৱালপাৰ | সম্পাদক নৰেন শৰ্মা<br>ঠিকনা - পোঃ ধূপধৰা, গোৱালপাৰা। |
| ধুবুৰী | সম্পাদক উদ্ধৱ কলিতা<br>ঠিকনা - বি, এন, কলেজ, ডিফু পোঃ। |
| শ্বিলং | সম্পাদক গুৰুদত্ত ভাগৱতী<br>ঠিকনা - জ্ঞানশ্ৰী মতিনগৰ, শ্বিলং। |
| ডিফু | সম্পাদক ৰং বং টেৰাং<br>ঠিকনা -ডিফু কলেজ। |
| কাছাৰ | সম্পাদক শৰৎ ৰায় বৰুৱা আৰু কুমাৰ মেধি<br>ঠিকনা -অসম সাহিত্য সভা ভৱন শিলচৰ। |
| গাৰোপাহাৰ | সম্পাদক দেবেন্দ্ৰ লাল মান<br>ঠিকনা - বঙ্গালখাটা, ভেলাৰভেটী ফুলবাৰী পোঃ। |

(নগাভূমি, নেফা আৰু অসমৰ বাহিৰত কেন্দ্ৰীয় সমিতিয়ে পোনপটীয়াভাৱে তত্বাৱধান কৰিছে)

**নিবেদন,**

সাহিত্য সভাৰ লগত হোৱা আলোচনা অনুসৰি ৰাজ্য চৰকাৰৰ শিক্ষাদপ্তৰৰ পৰা ইতিমধ্যে সঁহাৰি পোৱা হৈছে। শতবাৰ্ষিকী অনুষ্ঠানত ৰাজ্যপাল, মুখ্যমন্ত্ৰী বিত্তমন্ত্ৰী, শিক্ষামন্ত্ৰীৰ পৰা পৃষ্ঠপোষক আৰু শিক্ষাবিধকাৰজনাৰ পৰা অন্যতম পৃষ্ঠপোষক হিচাপে আমি সন্মতি পাইছোঁ। দুয়োখন বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য দুগৰাকীকো উৎসৱৰৰ অন্যতম পৃষ্ঠপোষক হিচাপে লোৱা হৈছে। শিক্ষাদপ্তৰে ৰাজ্যৰ শিক্ষানুষ্ঠানসমূহত যাতে ভালদৰে বেজবৰুৱা শতবাৰ্ষিকী উদ্‌যাপিত হয় তাৰ বাবে প্ৰচেষ্টা চলোৱাত আমি আনন্দিত হৈছো। আঞ্চলিক সমিতিসমূহতো শিক্ষাবিভাগৰ আঞ্চলিক মূৰব্বীসকল অন্যতম পৃষ্ঠপোষক হিচাপে পাবলৈ আশা কৰা হৈছে।

আমাৰ বিশ্বাস, সকলো পৰ্য্যায়ৰে সদৌজন শিক্ষক-শিক্ষয়িত্ৰীৰ পৰা আমি শতবাৰ্ষিকী অনুষ্ঠানক সক্ৰিয় সহযোগ লাভ কৰিবলৈ সক্ষম হ'ম। শিক্ষকসকলৰ তত্বাৱধানতেই স্বৰূপতে শিক্ষানুষ্ঠানত শতবাৰ্ষিকী পালন কাৰ্য সম্পন্ন হ'ব লাগিব।

শিক্ষকসকলৰ মাজতো আঞ্চলিক সমিতিৰ যোগেদি পৰ্যায়ক্ৰমে কুপন বিতৰণৰ ব্যৱস্থা কৰা হৈছে।

**শেষত অনুৰোধ ঃ** অসম তথা ভাৰতৰ বাবেই নৱজাগৰণ আৰু গতিশীলতাৰ উৎস বেজবৰুৱাই সমগ্ৰ অসমীয়াক উদ্বুদ্ধ কৰিছিল, 'অসম আকৌ উন্নতি পথত জয় আই অসম বোল' এনে মহান উক্তিৰ দ্বাৰা। এই আশাবাদৰ প্ৰতীক বেজবৰুৱাক আজিৰ ছাত্ৰ সমাজে কেতিয়াও পাহৰিব নোৱাৰে। আজীৱন কলিকতা, সম্বলপুৰ আৰু বৰোদাত থাকিও বেজবৰুৱাই বিচাৰিছিল 'মঙ্গলময় মন্দিৰৰ সিংহদুৱাৰ' স্বৰূপ 'মাতৃভাষাৰ উন্নতি'। সেয়েহে সাহিত্যৰথীৰ শতবাৰ্ষিকী কাৰ্যসূচীত প্ৰাথমিক পৰ্যায়ৰ পৰা বিশ্ববিদ্যালয় পৰ্যন্ত কোনো অনুষ্ঠানেই যাতে বাদ নপৰে তাৰ বাবে বিশেষভাৱে অনুৰোধ জনালোঁ।



## প্ৰকাশন সম্পৰ্কীয় বিজ্ঞপ্তি

লক্ষ্মীনাথ বেজবৰুৱা জন্ম শতবাৰ্ষিকী উৎসৱ উপলক্ষে অসম সাহিত্য সভাই তলত নাম দিয়া পুথিসমূহ প্ৰকাশ কৰিবলৈ লৈছে। হ্ৰাসমূল্যত এই প্ৰকাশনসমূহ পাবলৈ বিচৰাসকলে এই আবেদন পত্ৰ পূৰাই অগ্ৰিম ১০ টকা মণিঅৰ্ডাৰ যোগে/বেঙ্ক যোগে বা নগদ প্ৰধান সম্পাদক, অসম সাহিত্য সভা, যোৰহাট ১ এই ঠিকনাত ১৫/৯/৬৮ তাৰিখৰ ভিতৰত পঠাব লাগিব। সীমিত সংখ্যক পুথিহে ছাপা কৰাৰ বাবে আগতীয়াকৈ হোৱা গ্ৰাহকসকলেহে হ্ৰাস মূল্যত প্ৰকাশনসমূহ পাব। অক্টোবৰ মাহৰ ভিতৰতে অগ্ৰিম গ্ৰাহকসকললৈ সাহিত্য সভাৰ প্ৰকাশনসমূহ পঠোৱা হ'ব।

**প্ৰকাশন সমূহ ঃ (ক)**

১) বেজবৰুৱাৰ পূৰ্ণাংগ জীৱনী
২) মোৰ জীৱন সোঁৱৰণ
৩) বেজবৰুৱাৰ প্ৰবন্ধ বাচনি
৪) আলোচনা গ্ৰন্থ (অসমীয়া, ইংৰাজী, হিন্দী)
৫) শিশুৰ উপযোগী বেজবৰুৱাৰ জীৱনী
৬) বেজবৰুৱাৰ এলবাম (দত্ত বৰুৱা এণ্ড কোং-এ প্ৰকাশ কৰিছে)
৭) বেজবৰুৱা পত্ৰলেখা আৰু দিন-লেখা
৮) বেজবৰুৱা বৰোদা বক্তৃতামালা (ইংৰাজী)
৯) ভাষা সাহিত্য (নিউ বুক ষ্টলে প্ৰকাশ কৰিছে)
১০) বেজবৰুৱা গল্প সংকলন 'কেহোঁকলি' (মণিমাণিক প্ৰকাশে প্ৰকাশ কৰিছে)
১১) পত্ৰিকাৰ বিশেষ সংখ্যা
১২) শতবাৰ্ষিকী স্মৃতি গ্ৰন্থ

**প্ৰকাশন সমূহ ঃ (খ)**

১) বেজবৰুৱাৰ সম্পূৰ্ণ স্মৃতি গ্ৰন্থ
২) বেজবৰুৱাৰ সম্পূৰ্ণ ৰচনাৱলী দ্বিতীয়খণ্ড
(সাহিত্য প্ৰকাশে প্ৰকাশ কৰিছে)।

## অগ্ৰিম গ্ৰাহকভূক্তিৰ বাবে আবেদন পত্ৰ

প্ৰধান সম্পাদক,
অসম সাহিত্য সভা, যোৰহাট - ১

মহাশয়,

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা জন্ম শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাই প্ৰকাশ কৰিবলৈ লোৱা গ্ৰন্থসমূহ নিৰ্দিষ্ট হ্ৰাসমূল্যত পাবৰ কাৰণে মই অগ্ৰিম ১০.০০ (দশ) টকা মণিঅৰ্ডাৰ, চেক, বেঙ্ক ড্ৰাফট যোগে নগদ পঠালোঁ। আশাকৰোঁ মোক অগ্ৰিম গ্ৰাহকৰ তালিকাভূক্ত কৰিব আৰু যথাসময়ত মোলৈ শতবাৰ্ষিকী সংক্ৰান্তত সাহিত্য সভাই প্ৰকাশ কৰা গ্ৰন্থাৱলী ডাকযোগে পঠাব।

পঠোৱা ধনৰ পৰিমাণ ..............................................

নাম ...................................................................

ঠিকনা...................................................................

স্বাক্ষৰ

## জন্ম-শতবাৰ্ষিকী উৎসৱ

৫ অক্টোবৰৰ পৰা ২৪ নৱেম্বৰ পৰ্যন্ত সাহিত্যৰথী বেজবৰুৱা জন্ম শতবাৰ্ষিকী সমাৰোহেৰে সমগ্ৰ দেশজুৰি উদযাপিত হয়। এই উপলক্ষে কেন্দ্ৰীয় শতবাৰ্ষিকী সমিতিয়ে গ্ৰহণ কৰা আঁচনিত অন্তৰ্ভূক্ত কৰা বিষয়সমূহ আছিল প্ৰকাশন, স্মৃতিফলক আৰু স্তম্ভ নিৰ্মাণ, ৰাজহুৱা সভা, আলোচনাচক্ৰ, সাংস্কৃতিক অনুষ্ঠান, স্মৃতিগ্ৰন্থ প্ৰকাশ আদিৰ উপৰিও কলিকতা, সম্বলপুৰ আৰু নতুন দিল্লীত বিশেষ অনুষ্ঠানৰ আয়োজন, শিক্ষানুষ্ঠানত বেজবৰুৱাৰ চ'ৰা মুকলি আৰু বিশ্ববিদ্যালয়ত বক্তৃতা, বিভিন্ন বিষয়ত প্ৰতিযোগিতা আদিৰ আয়োজন।

শতবাৰ্ষিকী অনুষ্ঠানৰ সুসংগঠনৰ উদ্দেশ্য বিভিন্ন আঞ্চলিক সমিতি গঠন কৰা হয়।

সাহিত্য সভাৰ এই আঁচনিত ৰাজ্য চৰকাৰৰ ৪০ হাজাৰ টকাৰ অনুদান দিয়ে। চৰকাৰী বিষয়াবৰ্গৰ সহযোগিতা উল্লেখযোগ্য। মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা ডাঙৰীয়াই প্ৰধান পৃষ্ঠপোষক হিচাপে শতবাৰ্ষিকী অনুষ্ঠানৰ কাৰ্যসূচী সফলতাত বিশেষভাৱে সহায় কৰে।

৫ অক্টোবৰ তাৰিখে যোৰহাটত অনুষ্ঠিত উদ্বোধনী উৎসৱত জাতি ধৰ্ম, বৰ্ণনিৰ্বিশেষে অভূতপূৰ্ব গণসমাৰেশ হয়। সেই দিনাৰ যোৰহাটৰ উপৰি অন্য ঠাইৰ শোভাযাত্ৰা বিশেষভাৱে উল্লেখযোগ্য। পুৱা ৮ বজাত পতাকা উত্তোলন কৰে সভাপতি



জ্ঞাননাথ বৰাই। ৰাজ্যপাল ব্ৰজকুমাৰ নেহৰুৱে বেজবৰুৱাৰ প্ৰতিকৃতি উন্মোচন কৰে। স্মৃতিস্তম্ভ উন্মোচন কৰে মুখ্যন্যায়ধীশ শৰৎ কুমাৰ দত্তই, টিকট মুকলি কৰে পোষ্টমাষ্টৰ জেনেৰেলৰ সৌজন্যত বি, কে নেহৰুৱে। উদ্বোধনী অনুষ্ঠানৰ বিশেষ আকৰ্ষণ আছিল বংগৰ চিন্তাশীল সাহিত্যিক সমালোচক অন্নদা শংকৰ ৰায়। ৰায় ১২ অক্টোবৰ তাৰিখ পৰ্যন্ত থাকি যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়, নগাঁও, গুৱাহাটী আৰু শ্বিলং অনুষ্ঠানত সহযোগ কৰে।

৬ তাং শিৱসাগৰত স্মৃতিগ্ৰন্থ উন্মোচন কৰে মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহায়। ৰাজহুৱা সভাৰ সভাপতিত্ব কৰে সভাপতি অতুল চন্দ্ৰ হাজৰিকায়।

৭ তাৰিখে ডিব্ৰুগড় কেন্দ্ৰীয়ভাৱে আয়োজিত সভাত সভাপতিত্ব কৰে সংসদীয় সদস্য হেম বৰুৱায়।

৮ তাৰিখ নগাঁৱত অনুষ্ঠিত আলোচনাচক্ৰত পৌৰোহিত্য কৰে ৰাধিকামোহন গোস্বামীয়ে।

১০ তাং মহিলা দিৱসত গুৱাহাটীৰ সভা সম্পন্ন হয় নলিনীবালা দেৱীৰ সভানেতৃত্বত। ৰাজধানী শ্বিলঙৰ অনুষ্ঠানৰ সভাপতিত্ব কৰে পদ্মধৰ চলিহায়।

## ৩০ অক্টোবৰ তাৰিখে শ্বিলঙত আয়োজন

ইয়াৰ উপৰি প্ৰাক্তন সভাপতি নীলমণি ফুকনে ধুবুৰী, গোৱালপাৰা আৰু কাছাৰত, মিত্ৰদেৱ মহন্তই মিকিৰ পাহাৰ ডিফুত, বেণুধৰ শৰ্মাই উত্তৰ লক্ষীমপুৰ আৰ্য্য ভৱন লক্ষীমপুৰ, বিনন্দ চন্দ্ৰ বৰুৱাই উজনি অসমৰ বিভিন্ন ঠাইত শতবাৰ্ষিকী অনুষ্ঠানত সহযোগ কৰে।

নগাভূমিৰ কহিমা অনুষ্ঠানত লীলা গগৈয়ে প্ৰনিধিত্ব কৰে। কলিকতা, সম্বলপুৰ আৰু নতুন দিল্লীৰ অনুষ্ঠানত ড° মহেশ্বৰ নেওগ প্ৰধান সম্পাদক, হৰিপ্ৰসাদ নেওগ আৰু যোগেন দাসে প্ৰতিনিধিত্ব কৰে।

সাহিত্য সভাৰ ফালৰপৰা তিনিওখন ঠাইলৈকে একোখন তৈলচিত্ৰ দান দিয়া হয়। ইয়াৰ উপৰি কহিমা, ডিফু, শিলচৰ, ধুবুৰী, শদিয়াত একোখন চিত্ৰ উন্মোচন কৰা হয়।

১০/১১ তাৰিখে কলিকতাৰ অনুষ্ঠানত জাতীয় অধ্যাপক ডঃ সুনীতি কুমাৰ চাটাৰ্জ্জী, হেমাংগ বিশ্বাস, ক্ষিতিশ ৰয়ৰ সাদৰ সহযোগ বিশেষভাৱে উল্লেখযোগ্য। কোশল সাহিত্য সমাজৰ উদ্যোগত হোৱা ১৯/১০ তাৰিখৰ সম্বলপুৰৰ অনুষ্ঠানত সমগ্ৰ পশ্চিম উৰিষ্যাৰ জনসমাজত সাহিত্যৰথী বেজবৰুৱাক এগৰাকী জাতীয় সাহিত্যিক হিচাপে দেখুৱা সন্মান বিশেষ তাৎপৰ্যপূৰ্ণ। এই ক্ষেত্ৰত কোশল সাহিত্য সমাজৰ সভাপতি শ্ৰদ্ধাকৰ সুপাকাৰ আৰু ডঃ মহতবাৰ সহযোগ অনুষ্ঠানৰ এটি উজ্জ্বল দিশ। উল্লেখযোগ্য যে বেজবৰুৱাৰ সম্বলপুৰৰ ভৱনটো স্থায়ী স্মৃতি হিচাপে

ৰাখিবলৈ ইতিমধ্যে কোশল সাহিত্য সমাজে প্রস্তাৱ দিছে। অসম সাহিত্য সভাৰ ফালৰ পৰাও এই ক্ষেত্রত বিশেষভাৱে দাবী জনোৱা হৈছে। বৰ্তমান এই ভৱনটো এগৰাকী স্থানীয় ব্যৱসায়ীৰ দখলত আছে।

২৪ নৱেম্বৰত অনুষ্ঠিত নতুন দিল্লী অনুষ্ঠানত পৌৰোহিত্য কৰে কাকাচাহেব কালেল কাৰে। অনুষ্ঠানত সাহিত্যৰথীজনাৰ প্রতিকৃতি উন্মোচন কৰে ডঃ প্রভাকৰ মাচুৱে, শিক্ষামন্ত্রী ডঃ ত্রিগুণা সেনে অসমীয়া সাহিত্য আৰু বেজবৰুৱা সম্পর্কে আলোচনা কৰে। অসম সাহিত্য সভাৰ আহ্বানত সঁহাৰি দি ভাৰতৰ বিভিন্ন ঠাইত আৰু লণ্ডনতো শতবাৰ্ষিকী অনুষ্ঠান আয়োজন কৰে।

শতবাৰ্ষিকী অনুষ্ঠান সমূহত বেজবৰুৱাৰ তিনিগৰাকী কন্যা অৰুণা মুখাৰ্জী, ৰত্না বৰুৱা, চিষ্টাৰ দীপিকাৰ সহযোগ বিশেষভাৱে উল্লেখযোগ্য। যোৱা ৯/১১ তাৰিখে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত বেজবৰুৱা চ'ৰা মুকলি হয়। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ লগত ইতিপূৰ্বে হোৱা আলোচনাৰ সন্দৰ্ভত উপাচাৰ্য ভোজৰাজ শেঠে জনায় যে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া ভাষাৰ অধ্যাপকৰ আসনখন বেজবৰুৱা আসন হিচাপে নামকৰণ কৰা প্ৰস্তাৱটো বিশেষভাৱে বিবেচনাধীন হৈ আছে। দুয়োখন বিদ্যালয়ে একোখন স্মৃতিগ্ৰন্থ আৰু সোঁৱৰণী বক্তৃতাৰ আয়োজন কৰিব বুলি জনাইছে। গুৱাহাটী বিশ্ববিদ্যালয়ে আলোচনা সভা, প্ৰকাশন আদি কাৰ্য ব্যাপকভাৱে কাৰ্যকৰী কৰে। ১৮ ফেব্ৰুৱাৰি তাৰিখে শতবাৰ্ষিকী অনুষ্ঠানৰ আয়োজন কৰিছে।

বিভিন্ন শিক্ষানুষ্ঠানত বেজবৰুৱা চ'ৰা মুকলি কৰা সম্পৰ্কত সঁহাৰি পোৱা গৈছে। অসমৰ সকলো সাহিত্য, শিক্ষা, সাংস্কৃতিক অনুষ্ঠানে শতবাৰ্ষিকী অনুষ্ঠান উপলক্ষে ৰাজহুৱা সভা, আলোচনা চক্ৰ, বেজবৰুৱা কবিতা-গীতৰ আবৃত্তি, নাটক, অভিনয়, প্ৰদৰ্শনী আদিৰ আয়োজন কৰি শতবাৰ্ষিকী অনুষ্ঠান ব্যাপকভাৱে সম্পন্ন কৰে।

শতবাৰ্ষিকী আঁচনিত ডিব্ৰুগড় হ'ব লগা ভৱন নিৰ্মাণৰ কাৰ্য বিশেষ কাৰণত আৰম্ভ হোৱা নাই। নিৰ্মাণ আৰু পুঁজি সংগ্ৰহ আদিৰ যাৱতীয় দায়িত্ব হোৱা নাই। নিৰ্মাণ সমিতিৰ ওপৰত ন্যস্ত কৰা আছে।

**তথ্যচিত্ৰ ঃ** ৯ অক্টোবৰ তাৰিখে বেজবৰুৱা তথ্যচিত্ৰ 'অমৰ লক্ষ্মীনাথ' গুৱাহাটীত মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই উন্মোচন কৰে। সম্পাদনা আৰু পৰিচালনা কমল চৌধুৰী আৰু প্ৰযোজক হ'ল ফণী তালুকদাৰ। ৰাজ্যচৰকাৰে প্ৰচাৰ বিভাগৰ যোগে বিতৰণ ব্যৱস্থা কৰা হয়। ৰাজ্য চৰকাৰৰ প্ৰচাৰ বিভাগৰ যোগেও তথ্যচিত্ৰ প্ৰচাৰিত হয়। কেন্দ্ৰীয় চৰকাৰৰ তথ্য আৰু অঁনাতাৰ দপ্তৰ লগত ফিল্মডিভিজনে বিভিন্ন আঞ্চলিক ভাষাত ডাব কৰিবৰ বাবে কৰা অনুৰোধ বিশেষভাৱে বিবেচনাধীন হৈ আছে বুলি জনাইছে।

**প্ৰতিযোগিতা ঃ** শতবাৰ্ষিকী উপলক্ষে এখন পূৰ্ণাংগ জীৱনী, শিশুৰ উপযোগী



এখনি ৰচনা আৰু কবিতাৰ প্ৰতিযোগিতা কৰা হয়। প্ৰতিযোগিতাত কৃতকাৰ্যতা লাভ কৰাসকলক ২১ মাৰ্চ শতবাৰ্ষিকী সামৰণি উৎসৱত পুৰস্কাৰ দিয়া হ'ব। প্ৰতেযোগিতাত পুৰস্কাৰপ্ৰাপ্তসকল হ'ল শিশুৰ উপযোগী গ্ৰন্থ, অধ্যাপিকা বাণী পাঠক, কবিতা ভৱানন্দ বৰা, ৰচনা, উচ্চপৰ্যায়ৰ চিত্ৰলেখা দত্ত, নিম্ন পৰ্যায়ৰ জয়া দেৱী (ত্ৰিলোচন কৌৰ)

**প্ৰকাশন ঃ** শতবাৰ্ষিকী উপলক্ষে প্ৰকাশন দুটা পৰ্যায়ত হয়। সাহিত্য সভাৰ দ্বাৰা সম্পাদিত গ্ৰন্থ —

১) বেজবৰুৱাৰ গ্ৰন্থাৱলী ঃ সাহিত্য সভাৰ হৈ অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত আৰু সাহিত্য প্ৰকাশৰ দ্বাৰা।

২) অসমীয়া ভাষা সাহিত্য ঃ সাহিত্য সভাৰ হৈ অতুল চন্দ্ৰ বৰুৱা নিউ বুক ষ্টলৰ দ্বাৰা প্ৰকাশন।

## সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থ

১) সাহিত্যৰথী বেজবৰুৱা - যতীন্দ্ৰনাথ গোস্বামী
২) প্ৰবন্ধ বাছনি - যতীন্দ্ৰনাথ গোস্বামী
৩) বেজবৰুৱাৰ প্ৰতিভা - মহেশ চন্দ্ৰদেৱ গোস্বামী।
৪) Religion of love and Devotion - ড° মহেশ্বৰ নেওগ
৫) চিত্ৰলেখা - ড° মহেশ্বৰ নেওগ
৬) পত্ৰলেখা - ড° মহেশ্বৰ নেওগ
৭) দিনলেখা - ড° মহেশ্বৰ নেওগ
৮) সাহিতৰথী বেজবৰুৱা - হিন্দী আলোচনা গ্ৰন্থ।
৯) সাহিত্যৰথী বেজবৰুৱা - ইংৰাজী আলোচনা গ্ৰন্থ।
১০) আমাৰ লক্ষ্মীনাথ - বিনন্দ চন্দ্ৰ বৰুৱা
১১) বেজবৰুৱা বাণী - হৰি প্ৰসাদ নেওগ

সাহিত্যৰথী বেজবৰুৱাৰ বিষয়ে ইংৰাজী পুস্তিকা আৰু অধ্যাপক ৰোহিতেশ্বৰ শইকীয়া প্ৰণীত এখন হিন্দী পুস্তিকা প্ৰকাশিত কৰা হৈছিল।

হিন্দী আৰু ইংৰাজী আলোচনা গ্ৰন্থখন প্ৰকাশ হোৱা নাই। দিনলেখা, পত্ৰলেখা আৰু চিত্ৰলেখা ছপা সম্পূৰ্ণ হৈছে। সামৰণি উৎসৱ আগতে গ্ৰন্থ ৰাইজৰ হাতত তুলি দিয়ে। বাকী প্ৰকাশিত গ্ৰন্থসমূহ ইতিমধ্যে গ্ৰাহকসকলৰ হাতত পৰিছিল।

শতবাৰ্ষিকী পৰিচালনা সমিতিৰ সিদ্ধান্তক্ৰমে বেজবৰুৱা শতবাৰ্ষিকী স্মৃতিনিবন্ধ এখন সংকলন কৰা হৈছে।

দুৰ্গেশ্বৰ শৰ্মা সম্পাদিত অসম সাহিত্য সভা পত্ৰিকাৰ তৃতীয় সংখ্যা বেজবৰুৱা সংখ্যা ৰূপে প্ৰকাশিত হৈছে।

উল্লেখযোগ্য যে অসমৰ বিভিন্ন অনুষ্ঠান, শাখা সাহিত্য সভা, আঞ্চলিক সমিতি আদিয়ে সাহিত্যৰথীৰ শতবাৰ্ষিকী উপলক্ষে একোখনি স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। কলিকতা সমিতিয়ে বঙালী ভাষাত আৰু নতুন দিল্লী উৎসৱ সমিতিয়ে ইংৰাজীৰ একোখনি স্মৃতি গ্ৰন্থ প্ৰকাশ কৰে। এইখিনিতে উল্লেখ কৰা হয় যে সাহিত্য অকাদেমিয়ে ইংৰাজী আৰু হিন্দীত বেজবৰুৱা স্মৃতিগ্ৰন্থ আৰু প্ৰকাশন পৰিষদে আটক্‌ধুনীয়া গ্ৰন্থ প্ৰকাশ কৰিছে।

শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাৰ একোটি হিন্দী আৰু ইংৰাজী অনুবাদ বিভাগ স্থাপন কৰাৰ সিদ্ধান্ত কৰা হৈছে। দুয়োটা ভাষাৰে আলোচনা গ্ৰন্থৰ পৰিশিষ্ট খণ্ডত বেজবৰুৱা ৰচনাৰ অনুবাদ কৰা হৈছে। এই বেজবৰুৱা বছৰতে দুয়োটা বিভাগৰ উন্মোচন কৰা হয়।

বেজবৰুৱা শতবাৰ্ষিকী আঞ্চলিকভাৱে প্ৰচাৰ আৰু সংগঠনৰ সুবিধাৰ অৰ্থে ১৭ টা অঞ্চল নিৰূপণ কৰি একোখনি সমিতিক দায়িত্ব দিয়া হৈছিল; কিন্তু এই ক্ষেত্ৰত পোৱা সঁহাৰি আশাপ্ৰদ বুলি কব নোৱাৰি। আনহাতে কোনো কোনো শাখাই স্বতন্ত্ৰভাৱে পুঁজি সংগ্ৰহ কৰিও আনুষ্ঠানিক শৃংখলা ৰক্ষাত বাধা জন্মায়।

অসম কাছাৰ জিলাত পাৰ্বত্য অঞ্চলসমূহত, শদিয়া, নেফাৰ লোহিত, পাছিঘাট, খুনচা আদি অঞ্চলত, নগাপাহাৰত শতবাৰ্ষিকী উৎসৱ সমাৰোহেৰে সম্পন্ন হয়।

সভাৰ প্ৰকাশন, বেজবৰুৱাৰ বাণী, ছবি আদি নেফাৰ বিভিন্ন অঞ্চলত বিতৰণ কৰা হয়। এই ক্ষেত্ৰত সদৌ অসম শিল্পী সমাজৰ সম্পাদক প্ৰফুল্লপ্ৰাণ মহন্তৰ সহযোগ উল্লেখযোগ্য।

শতবৰ্ষিকী উৎসৱ উপলক্ষে পুঁজিৰ ক্ষেত্ৰত অঞ্চলসমূহৰ পৰা এতিয়ালৈকে আশাপ্ৰদ সঁহাৰি নেপালে। কুপনসমূহ সংগ্ৰহ হৈ নাহিল। স্থানান্তৰত বিস্তাৰিত বিত্তীয় বিৱৰণ দিয়া হৈছে। এই ক্ষেত্ৰত যোৰহাট আৰু নগাঁও অঞ্চলৰ সভাই সজীৱভাৱে সঁহাৰি দিছে। মিকিৰ পাহাৰৰ ডিফু অঞ্চলৰ সমিতিয়েও সজীৱ সঁহাৰি দিছে - শাখা সভাসমূহৰ ভিতৰত নাজিৰা সভাই সৰ্বাধিক পৰিমাণে দান দিছে। আঞ্চলিক সমিতিসমূহৰ পৰা পাব লগা সংগ্ৰহ আৰু প্ৰকাশন বিক্ৰীৰ যোগে বৰ্তমানে হোৱা ঘাটি সহজে পূৰণ হ'ব বুলি আশা কৰা হৈছে।

শতবাৰ্ষিকী সমিতিৰ কাৰ্য্যকাল সদ্যহতে ৩০ এপ্ৰিল পৰ্যন্ত ৰখা হৈছে আৰু এই সময়ছোৱাৰ ভিতৰতে শতবাৰ্ষিকী সংক্ৰান্ত সমুদায় কাৰ্যক্ৰম সমিতিৰ তত্ত্বাৱধানত সম্পূৰ্ণ হ'ব বুলি আশা কৰা হৈছিল।

## জন্ম-শতবৰ্ষ উপলক্ষে মন্তব্য

**গুৱাহাটী বিশ্ববিদ্যালয়ত বেজবৰুৱা-সাহিত্য বিষয়ে বৰেণ্য পণ্ডিতৰ সুচিন্তিত মন্তব্য —**



যোৱা ফেব্ৰুৱাৰি মাহৰ ১৮ তাৰিখে বেজবৰুৱা জন্ম-শতবাৰ্ষিকী উৎসৱ উপলক্ষে গুৱাহাটী বিশ্ববিদ্যালয়ে পতা সভাত তলত নাম দিয়া সুপ্ৰসিদ্ধ পণ্ডিত দুগৰাকীৰ ইংৰাজীত লিখা ভাষণত কিঞ্চিৎ উদ্ধৃতি দিয়া হ'ল। সেয়ে সাহিত্যৰথীৰ বিষয়ে তেখেতসবৰ সশ্ৰদ্ধ সমীক্ষাৰ এটি ৰূপ থোৰতে দাঙি ধৰিছে।

*"We should look upon Lakshminath as one of the great names in the history of the modern Indian literary and cultural renaissance - as a person who was fully appreciative of all great things in literature, not only in his own language, Assamese, but also in the sister language, Bengali, as well as in the great Mother and Nurse of all Indian speech, Sanskrit; and moreover, as one whose life was an embodiment of sweetness and light.*

*Laksminath Bezbaruwa has been given by the literati of Assam the sobriquet of সাহিত্য ৰথী, Sahity-rathi, an epithet which is meatns " a chariot-borns Warrior in the Mahabharata and the Illiad in the field of battle. I would like to give him also another epithet which would be quite in keeping with his pre-eminence in his own domain where he has attained immortality : বাঙ্ময় দেশিক, Vanmaya desike, or "the master and guide in letters", or বাঙ্ময় বিলাস Vanmaya-vilasa, or "the Grace of Letters": and we might and the word অসম Asama, to it. to mean both "incomparable" and "Asam." অসম বাঙ্ময় দেশিক আৰু অসম বাঙময় বিলাস, Asama-Vanmaya desika or Asama-Vanmaya -Vilasa."*

*(Sunit S. K. Kumar Chatterjee)*

*"Madern Asamiya literature is scarecly a century old; modern Indian literature a century and half. What splendid figures created them. How many of Bezbaroa's books will be read at the end of the present century nobody can say, but about his greaness as writer and a man there can be no doubt. India can well be pround of him, for in him was united an awareness of India's identity and Assam's rich individuality. He was, at one and the same time, particular and universal. This awareness gave him a self confidence which enabled him to be friendly with all, high and low, without distinaction."*

*(Annada Sankar Ray)*

## ডিব্ৰুগড় বিশ্ববিদ্যালয়ত

ইতিমধ্যে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত 'বেজবৰুৱা আসন'ৰ প্ৰতিষ্ঠা হৈছে আৰু ইয়াৰ যোগেদি অসমীয়া সাবিত্যই বিশ্ব-সাহিত্যত এখনি উচ্চতৰ আসন লাভ কৰিবলৈ বিবিধ দিশ মুকলি কৰি লব পাৰিব বুলি আমি আশা কৰিব পাৰি।

## গুৱাহাটী মহানগৰীত শতবাৰ্ষিকীৰ সামৰণী উছৱৰ উলহ-মালহ

তলত দিয়া কাৰ্যসূচীৰে যোৱা ২৬ মাৰ্চৰ দিনা লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শত-বাৰ্ষিকী উছৱ গুৱাহাটীত মহা সমাহেৰে অনুষ্ঠিত হয়।

**ৰাতিপুৱা** ঃ- ১) জিলা পুঁথিভৰালৰ সমুখত অসম সাহিত্য সভাৰ সভাপতিৰ দ্বাৰা পতাকা উত্তোলন; ২) ভগৱতীপ্ৰসাদ বৰুৱা; ৩) কিশোৰ-সমাৰোহ;

**সন্ধিয়া** ঃ গীত, নাট আৰু কবিতাৰ (অসমীয়া, বঙলা, উড়িয়া আৰু উৰ্দ্দু) উছৱ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া সাহিত্য চ'ৰা আৰু গুৱাহাটী সঙ্গীতসত্ৰৰ গায়ন-বায়ন, ঢুলীয়া-খুলীয়া, গায়ক-গায়িকা, অভিনেতা-অভিনেত্ৰী, শৰাইধাৰী আদিৰ সহযোগত। এই 'বেজবৰুৱাৰ সন্ধিয়া'ৰ শিৰত আছিল বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা আৰু 'নৱ ছন্দে' কবিতাৰ অৰ্ঘ্য যাচিছিল অসমৰ কেবাগৰাকীও আশাশুশীয়া সাধক শিল্পীয়ে।

## অভ্যৰ্থনা সমিতিৰ সভাপতিৰ লিখিত ভাষণ

*সাহিত্যৰথী বেজবৰুৱা শতবাৰ্ষিকীৰ সামৰণী উৎসৱত আজি উৎসৱৰ অভ্যৰ্থনা সমিতিৰ তৰফৰ পৰা আপোনালোকক আদৰণি জনাবলৈ পাই কৃতাৰ্থ মানিছোঁ। ৰসৰাজ 'বাজক ডবা, বাজক শংখ' আহ্বানে নতুন প্ৰাণ পালে, অসম সাহিত্য সভাৰ উদ্যোগত পতা বেজবৰুৱা শতবাৰ্ষিকী অনুষ্ঠানৰ যোগেদি। এই শতবাৰ্ষিকী ধ্বনিৰে অসম মুখৰিত হ'ল; তদুপৰি বেজবৰুৱাৰ কৰ্মস্থলী সম্বলপুৰ-কলিকতা আৰু লগতে দিল্লী আদিতো তাৰে প্ৰতিধ্বনি উঠিব। এয়া নতুন প্ৰাণৰ সন্দেহ। আমাৰ কাৰণে উৎসাহৰ স্থল। সেই দেখি বেজবৰুৱা শতবাৰ্ষিকীৰ সামৰণী অনুষ্ঠানত এই কথাকে ক'বলগীয়া হৈছে যে শতবাৰ্ষিকী অনুষ্ঠানৰহে সামৰণি পৰিল; কিন্তু লগে লগে আমাৰ নতুন প্ৰেৰণা লৈ এটা নতুন দায়িত্ব বহন কৰিব লাগিব আৰু তাৰ বাবে সকলোৰে মিলিত চেষ্টা আৰু সুপৰিকল্পনাৰ আৱশ্যক হ'ব। বেজবৰুৱাৰ সপোনৰ অসম গঢ়াৰ এই দায়িত্ব লোৱাৰ বাবে সংকল্প গ্ৰহণ কৰাৰ এয়ে সময়।*

*সাহিত্য জাতিৰ প্ৰাণ-শক্তি। সেইদেখি সাহিত্যৰ সজীৱতাই জাতিটোৰ কৰ্ম-তৎপৰতাৰো চিনাকি দিয়ে। আমাৰ ভাষা-সাহিত্যৰ এতিয়াৰ অৱস্থাৰ বাবে আমাৰ প্ৰাণশক্তি দুৰ্বলতাকে জগৰীয়া কৰিব লাগিব। অতীতলৈ উভতি চালে আমি দেখা-পাম-অসমীয়া সাহিত্যই কোনোবা কাহানিবাই প্ৰতিষ্ঠা লাভ কৰিছিল। যি সময়ত আমাৰ চুবুৰীয়া কেতবোৰ সাহিত্যই পোহৰৰ মুখ দেখা নাছিল, সেই সময়তে অসমীয়া সাহিত্যই আপোন প্ৰতিভাৰে পোহৰ বিলাইছিল। দ্বাদশ- ত্ৰয়োদশ শতিকাৰ পৰা অসমীয়া সাহিত্যৰ জ্যোতিয়ে ভাৰতৰ উত্তৰ-পূব দিগন্ত উদ্ভাসিত কৰি তুলিছিল। গদ্য সাহিত্যৰ সময় তাতকৈ পিছৰ হ'লেও সেই ক্ষেত্ৰতো অসমীয়া সাহিত্যৰ গৌৰৱ অক্ষুণ্ণ আছে। যোড়শ শতিকাৰ শেহৰ ফালে ৰচিত ভট্টদেৱৰ 'কথা গীতা', 'কথা-ভাগৱত' অসমীয়া গদ্য-সাহিত্যৰ অপূৰ্ব নিদৰ্শন। এই কথা গীতা সম্পৰ্কে বংগৰ আচাৰ্য পি. চি. ৰায়ে মন্তব্য কৰিছিল, 'যোড়ষ শতিকাত ভট্টদেৱ বিৰচিত গীতাৰ গদ্য-ৰচনা প্ৰকৃততে অতুলনীয় নিদৰ্শন সুদূৰৰ ১৬ শ শতিকাতে অসমীয়া গদ্য সাহিত্যৰ উন্নতিয়ে এনে এটা পৰ্য্যায় পাইছিলগৈ যিটো পৰ্যায়ত সেইসময়ত ইংলণ্ডৰ হুকাৰ আৰু লাটিমাৰৰ ৰচনাৰ বাহিৰে পৃথিৱীৰ আন কোনো সাহিত্য উপনীত হ'ব পৰা নাছিল।' এয়ে আছিল একালৰ অসমীয়া সাহিত্যৰ তুলনামূলক অগ্ৰগতি অটুট ৰাখিব পাৰিলো? নোৱাৰিলো। সময়ে অগ্ৰগতি চেঁচা পেলাই দিলে। অসমীয়া ভাষা সাহিত্য পিছপৰি গ'ল। আমাৰ চুবুৰীয়া বংগকে ধৰি বিভিন্ন ৰাজ্যৰ সাহিত্যৰ জয়যাত্ৰা চলিল। অন্যান্য দিশত অসমীয়াৰ প্ৰাণশক্তি দুৰ্বল হৈ পৰাৰ দৰে সাহিত্যক্ষেত্ৰতো দুৰ্বল হৈ পৰিল।*

*সেই দুৰ্বলতাকে আমি ৰোধ কৰিব লাগিব। সাহিত্যৰ বিকাশৰ বাবে পৃষ্ঠপোষকতা অৱশ্যে লাগে। পুৰণি অসমীয়া সাহিত্যয়ো বিভিন্ন সময়ত বিভিন্ন ৰজাঘৰৰ পৃষ্ঠপোষকতা আমি লাভ কৰিছো। আজিও ৰাইজৰ নিৰ্বাচনৰ যোগে শাসনৰ গুৰি ধৰোঁতা চৰকাৰে সাহিত্যৰ বিকাশৰ বাবে পৃষ্ঠপোষকতা আগবঢ়াব লাগে। অৱশ্যে এনে বিষয়ত চৰকাৰী তৎপৰতা দেখা গৈছে। সাহিত্য আৰু সাহিত্যিকক নতুন মৰ্যাদা দিবলৈ চেষ্টা কৰা হৈছে। বিভিন্ন অনুষ্ঠান, সংগঠন আদিৰ বাবে সাহায্য আগবঢ়োৱা হৈছে। আঞ্চলিক ভাষাৰ বিকাশৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ তৰফৰপৰাও ধন মঞ্জুৰ কৰা হৈছে। কিন্তু এই ক্ষেত্ৰত এষাৰ কথা ক'বই লাগিব যে সমস্যাৰ জোখাৰে মঞ্জুৰী আগবঢ়োৱা হোৱা নাই। আঞ্চলিক ভাষাৰ বিকাশৰ কাৰণে আৰু বেছি ধন দিয়া উচিত। অসমীয়া ভাষাৰ বিকাশৰ বাবে কেন্দ্ৰীয় চৰকাৰ আৰু অসম চৰকাৰ উভয়ে অধিক ধন আগবঢ়াই আমাৰ এই নতুন যাত্ৰাত সহায়ৰ হাত আগবঢ়োৱা উচিত।*

*অৱশ্যে এইটোও ঠিক যে অকল চৰকাৰী সাহায্যই সকলো নহয়। চৰকাৰী সাহায্য মাত্ৰ প্ৰচেষ্টাৰ এটা অংশহে হ'ব পাৰে। সেই প্ৰচেষ্টাক সম্পূৰ্ণ কৰি তুলিব লাগিব ৰাইজ, সাহিত্যিক, সাহিত্যপ্ৰেমী আৰু বিভিন্ন অনুষ্ঠানে। সেইদেখি সমৱেত চেষ্টা এটাৰ প্ৰয়োজন। এতিয়া অসমীয়া সাহিত্যৰ বিকাশৰ সমস্যাৰ লগতে আন আন বহুতো সমস্যা লগ লাগিছেহি। ৰাজ্যভাষা হিচাপে অসমীয়া ভাষাক দায়িত্ব বহন কৰিব পৰাকৈ পুৰঠ কৰি তোলাৰ চেষ্টাও লাগিব। শিক্ষাৰ মাধ্যম হিচাপে উচ্চ পৰ্য্যায়তো অসমীয়া ভাষাই নতুন দায়িত্ব ল'বলগীয়া হ'ব, তাৰ বাবেও প্ৰস্তুত হ'বৰ হ'ল। সন্তোষৰ কথা যে গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে এই বিষয়ত তৎপৰতা দেখুৱাইছে। অসমীয়া ভাষাত বিভিন্ন বিষয়ত কিতাপ-পত্ৰ লাগে; শিশু-সাহিত্যৰ অভাৱো পুৰণ কৰিবলৈ বাকী আছে। এই সকলোবোৰ কথাকে অসম চৰকাৰ, অসম সাহিত্য সভা,*

*দুয়োখন বিশ্ববিদ্যালয় আৰু সাহিত্যিক-সুধীসমাজে সমৱেত, পৰিকল্পিত চেষ্টা এটা হাতত ল'ব লাগে।*

*সাহিত্যত নতুন পৰীক্ষা হ'বই-অসমীয়া সাহিততো হৈছে আৰু আগলৈকে হ'ব। জীণ নিয়াব নোৱৰাখিনিক বাদ দি বাকীখিনিক হাড়ে-হিমজুৰে অসমীয়া কৰি লোৱাৰ চেষ্টা আগতো চলিছিল আৰু এতিয়াও চলিছে। কিন্তু এইখিনিতে এটা কথা মন কৰিব লাগে-যাতে নতুনৰ নামতে আমাৰ ভাষা-সাহিত্যৰ মাজত বিভ্ৰান্তি নঘটে। এই বিষয়ৰ প্ৰতি আমাৰ সুধীসমাজ সচেতন হ'ব লাগে। আৰু এটা কথা এই প্ৰসংগতে উল্লেখ কৰিব পাৰি। সম্প্ৰতিভুল ভাষা ভুল বানান আদিৰ প্ৰয়োগ ব্যাপকভাৱে দেখা গৈছে। এইটো গতি সমূলি শুদ্ধ হোৱা নাই। স্বৰ্গীয় সত্যনাথ বৰা, সাহিত্যৰথী বেজবৰুৱা আদিয়ে চলাই অহা চেষ্টাৰ ব্যৰ্থতাহে এই পৰিণতিৰ মাজত দেখা গৈছে। আমাৰ ভাষা-সাহিত্যৰ সুস্থতাৰ বাবেই এই খেলিমেলি দূৰ কৰি শৃংখলা স্থাপন কৰিবলৈ এটা বিশেষ চেষ্টা হাতত লোৱা উচিত হ'ব।*

*শেষত কওঁ যে আমিয়েই আমাক গঢ়িব লাগিব। আনৰ ওপৰত আশা কৰি থাকিলে নহ'ব। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে মহান লোকৰ একাণপতীয়া চেষ্টাৰ বলতে বঙালী সাহিত্যৰ জেউতি ইমান চৰিল। মহাপুৰষ শ্ৰীশংকৰদেৱ, মহাপুৰুষ শ্ৰীমাধৱদেৱৰৰ নিচিনা কৰ্মযোগীয়ে একালত অসীম সাধনাৰে পূৰঠ কৰি থৈ যোৱা সাহিত্য-ভঁৰালেই আজিও আমাৰ আপুৰুগীয়া সম্পদ হৈ আছে। সেই একে সাধনা লৈয়েই এজন বেজবৰুৱাই সহস্ৰজন হৈ কবিতা, নাটকৰপৰা আৰম্ভ কৰি সাহিত্যৰ সকলো দিশতে অসমীয়া সাহিত্যৰ অভাৱ মোচন কৰিবৰ বাবে জীৱন পাত কৰিলে। সেই নিষ্ঠা আৰু তেনে সাধনাই আমাক লাগে। বেজবৰুৱা শতবাৰ্ষিকীৰ অনুপ্ৰেৰণাই আমাক যেন তাৰ বাবেই শক্তি যোগায়।*

*শেষত সকলোলৈকে আদৰণি জনাই মেলানি মাগিলো।' ইতি —*

আপোনালোকৰ
ৰাধাগোবিন্দ বৰুৱা

## বছৰটোৰ অন্যান্য কাৰ্যসূচী

**সভাৰ প্ৰকাশন ঃ**

এই বছৰ সভাৰ সাধাৰণ প্ৰকাশনত বিশেষ গুৰুত্ব দিয়া নহ'ল; তথাপিতো তলত দিয়া প্ৰকাশন ইতিমধ্যে ওলাইছে।

১) ৰঘুনাথ চৌধাৰী স্মৃতিগ্ৰন্থ ঃ ১৮ নৱেম্বৰ তাৰিখে প্ৰকাশিত প্ৰধান সম্পাদকৰ দ্বাৰা সম্পাদিত।



২) নকুল চন্দ্ৰ ভূঞা স্মৃতিগ্ৰন্থ ঃ ৩ ফ্ৰেব্ৰুৱাৰি তাৰিখে প্ৰকাশিত প্ৰধান সম্পাদকৰ দ্বাৰা সম্পাদিত।

৩) অসম সাহিত্য সভা বাৰ্ষিকী ঃ তেজপুৰ সন্মিলন বাৰ্ষিকী।

৪) শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা ঃ অসমীয়া।

প্ৰচাৰ বিভাগৰ সৌজন্যত সভাৰ পৰিচয়মূলক ইংৰাজী পুস্তিকা এখন ছপাশালত দিছিল। সাহিত্য সভাৰ শাখা সন্মিলন সমূহৰ সভাপতিৰ ভাষণ সংকলনৰ কাম লীলা গগৈৰ দায়িত্বত দিয়া হৈছিল।

সাহিত্য সভাৰ বুৰঞ্জীৰ সকলো সংগৃহীত অৱস্থাত আছে। ৰাজ্য চৰকাৰৰ অনুদানেৰে গান্ধী শতবাৰ্ষিকী উপলক্ষে প্যাৰীলালৰ Last Phase of Gandhism ৰ অনুবাদকাৰ্য হৈছিল।

সাহিত্য সভাৰ সভাপতি জ্ঞাননাথ বৰাৰ স্মৃতিগ্ৰন্থ প্ৰণয়নো প্ৰস্তুতি চলি আছিল। চন্দ্ৰকান্ত অভিধানৰ তৃতীয় সংস্কৰণৰ সংশোধন জৰুৰীভাৱে সম্পূৰ্ণ কৰি ছপাশাললৈ দিয়াৰ প্ৰস্তুতি। অসমীয়া সাহিত্য গ্ৰন্থাৱলীৰ কাম চলিত বছৰত সম্পূৰ্ণ হ'ব বুলি আশা কৰা হৈছে।

## ভাষা জ্ঞান পৰীক্ষা

এই বছৰ ভাষা জ্ঞান পৰীক্ষাসচিব হিচাপে ৰমা বৰঠাকুৰে দায়িত্ব নিৰ্বাহ কৰিছে। ১৯৬৮ চনৰ ভাষা জ্ঞান পৰীক্ষাৰ প্ৰাথমিকত তিনিজন, মাধ্যমিকত এজন পৰীক্ষাৰ্থী উত্তীৰ্ণ হয়।

দিল্লী বিশ্ববিদ্যালয়ত অসমীয়া ভাষা বিষয়টো মুকলি কৰা সম্পৰ্কত যোগাযোগ কৰা হৈছিল।

## কাৰ্যনিৰ্বাহক সমিতি

বছৰটো কাৰ্যনিৰ্বাহক সমিতিৰ পাঁচখন অধিৱেশন বহে। ৯/৩/৬৮ যোৰাহাট, ২১/৫/৬৮ গুৱাহাটী, ২১/৯/৬৮৭ যোৰহাট আৰু ৬/২/৬৯ বৰপেটা। কাঃনিঃ সমিতিৰ প্ৰথম অধিৱেশন বহি শতবাৰ্ষিকী আঁচনিত কাৰ্যসূচী হাতত লোৱা হয়। ২১/৫/৬৮ তাৰিখ চলিত বছৰৰ বাবে ১,৩৪,৩০৭.৩৫ টকাৰ আয়-ব্যয়ক গ্ৰহণ কৰে।

১০/৩/৬৮ তাৰিখে কাঃনি সমিতিৰ বেজবৰুৱা শতবাৰ্ষিকী সমিতিৰ অধিৱেশন বহি শতবাৰ্ষিকী আঁচনিত ৩ লাখ ১৬ হাজাৰ টকাৰ আয়-ব্যয়ক গ্ৰহণ কৰে। সেই সমিতিতে শতবাৰ্ষিকী কাৰ্যক্ৰম পৰিচালনাৰ কাৰণে সভাপতি, উপ-সভাপতি ডঃ

নেওগ, প্ৰধান সম্পাদক তথা শতবাৰ্ষিকী সমিতিৰ সম্পাদক নেওগ, অতুল হাজৰিকা, পৰাগ চলিহা, দেৱপ্ৰসাদ বৰুৱা আৰু যোগেশ দাসক লৈ এখন সমিতি গঠন কৰে। এই সমিতি ইয়াৰ পিচত ৪ বাৰ বহে। বৰ্তমানে বেজবৰুৱা শতবাৰ্ষিকী সমিতিৰ কাৰ্য্যকাল ৩০ এপ্ৰিল পৰ্যন্ত নিৰ্দিষ্ট হৈছে; যিহেতুকে সমিতিৰ সিদ্ধান্ত ক্ৰমে ২৬ মাৰ্চ শতবাৰ্ষিকী সামৰণী উৎসৱ পালন আৰু ৩১ মাৰ্চৰ ভিতৰত হিচাপ আদি সম্পূৰ্ণ কৰাৰ দায়িত্ব এই সমিতিৰ ওপৰতে নিহিত আছে।

## প্ৰস্তাৱ প্ৰসংগ

তেজপুৰ সন্মিলনত গৃহীত চাৰিটা প্ৰস্তাৱৰ প্ৰথমটো আছিল, অসমৰ পুনৰ গঠনৰ ওপৰত এই প্ৰস্তাৱ মেহতা কমিটীৰ অনুমোদনক সমস্যাটিৰ আদৰ্শনীয় সমাধান বুলি মত প্ৰকাশ কৰা হয়।

দ্বিতীয় প্ৰস্তাৱ অনুসৰি যোৱা ২৬ জানুৱাৰি তাৰিখে গুৱাহাটীত সংগঠিত হোৱা সমাজবিৰোধী হিংসাত্মক কাৰ্যই অসম সাহিত্য সভা তথা অসমৰ সকলো লোককে উদ্বিগ্ন কৰি তুলিছিল আৰু সংস্কৃতি আৰু সংহতিৰ পৰিপন্থী এনে কাৰ্যৰ পৰা সম্পূৰ্ণ বিৰত থাকিবলৈ সদৌ অসমবাসী ৰাইজক অনুৰোধ জনোৱা হয়। তৃতীয় প্ৰস্তাৱ যোগে অসম আৰু নগালেণ্ড উচ্চ ন্যায়ালয়ত ৬ মাৰ্চ তাৰিখৰ অধ্যাদেশ প্ৰত্যাহাৰৰ দাবী জনোৱা হয়।

৪ৰ্থ প্ৰস্তাৱ যোগে অসমৰ বিশ্ববিদ্যালয় দুয়োখনত সকলোতে অসমীয়া ভাষাত শিক্ষাদানৰ মাধ্যম কৰাৰ বাবে দাবী অনুসৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ত অসমীয়া ভাষাৰ শিক্ষকক সমপৰ্যায় দিবৰ বাবে কৰ্তৃপক্ষক দাবী জনোৱা হৈছে; কিন্তু দুখৰ বিষয় এই বিষয়টিৰ প্ৰতি কৰ্তৃপক্ষ এতিয়াও কোনো সিদ্ধান্তলৈ অহা নাই। শিক্ষাবিভাগৰ পাঠ্যপুথি বিষয়তো আঁসোৱাহসমূহ দূৰ কৰিবলৈ আৰু পাঠ্যপুথি নিৰ্বাচনত সাহিত্য সভাৰ প্ৰতিনিধিত্ব দিবলৈ দাবী জনোৱা হৈছে।

## ৰাজ্য পুনৰ গঠন প্ৰসংগ

সাহিত্য সভাৰ গৃহীত প্ৰস্তাৱৰ পিচত মেহতা কমিটীৰ অনুমোদনসমূহো পাৰ্বত্য নেতা সন্মিলনে অগ্ৰাহ্য কৰাত আৰু ইয়াৰ ফলত হোৱা পৰিস্থিতি সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশনত বিশদভাৱে আলোচনা কৰা হয়। তেজপুৰ সন্মিলনৰ প্ৰস্তাৱৰ পটভূমিত বিষয়টো আলচ কৰি ২১/৫ তাৰিখৰ কাৰ্যনিৰ্বাহকে অসমৰ সংহতি বিনাশকামীসকলৰ প্ৰৰোচনামূলক কাৰ্যত আৰু এই ক্ষেত্ৰত হোৱা কেন্দ্ৰীয় চৰকাৰৰ



কাৰ্পণ্যত কাংনিঃ সমিতিয়ে উদ্বেগ প্ৰকাশ কৰে। বিভেদকামী শক্তিক গভীৰভাৱে ইন্ধন যোগোৱা সকলো প্ৰস্তাৱকে এই সমিতিয়ে গৰ্হিত বিবেচনা কৰে। পুনৰ ভাৰতৰ চৰকাৰৰ ১১ ছেপ্টেম্বৰ তাৰিখৰ ঘোষণাৰ পিচত কাংনি সমিতিৰ শেহতীয়া ২/৯ তাৰিখৰ প্ৰস্তাৱযোগে কেন্দ্ৰীয় চৰকাৰক সঁকিয়াই দিয়া হয়। সমিতিয়ে ভাৰত চৰকাৰ তথা বিধানমণ্ডলীক সতৰ্ক কৰি দিবলৈ বিচাৰে যেন এনে কোনো সাংবিধানিক ব্যৱস্থা লোৱা নহয়; যিহৰ দ্বাৰা অসমৰ সংহতি কোনো প্ৰকাৰে ক্ষুণ্ণ হয় আৰু উত্তৰ-পূব ভাৰতৰ নিৰাপত্তা কোনো প্ৰকাৰে বিপন্ন হৈ নপৰে।

## উচ্চ ন্যায়ালয়ৰ আধ্যাদেশ

অসমৰ আদালতসমূহে অসমীয়া ভাষা প্ৰয়োগৰ ক্ষেত্ৰত বাধা আৰোপ কৰা অসম নগাভূমি উচ্চ ন্যায়ালয়ৰ পঞ্জীয়কৰ ৬ মাৰ্চ তাৰিখেৰ অধ্যাদেশ প্ৰত্যাহাৰ কৰিবৰ বাবে সভাই কৰি অহা দাবীৰ সন্দৰ্ভত উচ্চ ন্যায়ালয়ৰ মুখ্যদণ্ডাধীশ শৰৎ কুমাৰ দত্তক লগ ধৰা হয়। উক্ত বিবদমান অধ্যাদেশ ইতিমধ্যে উঠাই লোৱা হৈছে। আঞ্চলিক ভাষা শিক্ষাৰ মাধ্যম প্ৰসংগতো বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰ লগত যোগাযোগ কৰা হয়। ইতিমধ্যে দুয়োখন বিশ্ববিদ্যালয়ে ১৯৭৩-ৰ পৰা আঞ্চলিক ভাষাক শিক্ষাদানৰ সিদ্ধান্ত লৈ কাৰ্যত অগ্ৰসৰ হৈছে। পাঠ্যপুথিৰ মান নিৰূপণ আৰু সংকট দূৰীকৰণৰ অৰ্থে সমন্বয়ৰক্ষী সমিতি গঠনৰ বাবে দাবী জনোৱা হৈছে। এই সম্পৰ্কত মুখ্যমন্ত্ৰী, শিক্ষামন্ত্ৰী, শিক্ষাধিকাৰ, শিক্ষাসচিবৰ লগত যথাস্থানত আলোচনা হয় আৰু বিষয়টি চূড়ান্ত পৰ্যায়ত আলোচনা হ'ব বুলি মুখ্যমন্ত্ৰীয়ে ইতিমধ্যে আশ্বাস দিছিল।

ইতিমধ্যে আঞ্চলিক ভাষা শিক্ষাৰ মাধ্যম সম্পৰ্কে এখনি আঁচনি ৰাজ্যচৰকাৰে বৰ্তমান এখন সমন্বয়ৰক্ষী সমিতি গঠন কৰিছে। সাহিত্য সভাৰ ফালৰ পৰা আঞ্চলিক ভাষাত পাঠ্যপুথি ৰচনাৰ ক্ষেত্ৰত সকলো প্ৰকাৰৰ সাহায্যৰ বাবে বিশ্ববিদ্যালয় পৰ্যায়সমূহক ইতিমধ্যে জনোৱা হৈছে।

**বিশ্বকোষ ঃ** অসমীয়া ভাষাত বিশ্বকোষ প্ৰণয়নৰ বাবে দাবী পুনৰ উত্থাপন কৰা হয়। চতুৰ্থ পৰিকল্পনাত বিষয়টি অন্তৰ্ভুক্ত কৰিব বুলি মুখ্যমন্ত্ৰীয়ে জনায়। বৰ্তমানে বিভাগীয় কৰ্তৃপক্ষক লগত এই বিষয়টি জৰুৰীভাৱে হাতত ল'বলৈ বিশেষ গুৰুত্বসহকাৰে যোগাযোগ কৰা হৈছে।

**ৰাজ্যিক ভাষা প্ৰসংগ ঃ** ৰাজ্যিক ভাষা আঁচনি ঘোষিত নীতিৰ পৰা আঁতৰি, জিলা পৰ্যায়তো সম্পূৰ্ণ প্ৰয়োগ নকৰাত বিষয়টি বাৰম্বাৰ ৰাজ্য চৰকাৰক জনোৱা হৈছে। শেহতীয়াভাৱে কৰ্তৃপক্ষক লগ ধৰি জনা গৈছে যে প্ৰশাসনীয় পৰিভাষাৰ নতুন সংশোধিত সংস্কৰণৰ কাম সম্পূৰ্ণ হৈছে, এই সংস্কৰণটি ছপা হৈ ওলালে ৰাজ্যিক ভাষা

প্ৰয়োগ প্ৰসংগত থকা বাধা আঁতৰিব। সংগ্ৰহালয় সম্পৰ্কীয় আঁচনিত প্ৰাথমিক কাৰ্যৰ এইবছৰতে আৰম্ভ কৰাৰ কথা আছিল যদিও শতবাৰ্ষিকী অনুষ্ঠানত ব্যস্ত হ'ব লগা হোৱাত বিষয়টি প্ৰচাৰৰ পৰ্যায়তে আছে। ইতিমধ্যে পুৰণি সা-সমল সংগৃহীত হৈ আছে।

**সাহায্য ঃ** অসমৰ জনসামজৰ শিল্পী-সাহিত্যিক বিষ্ণু প্ৰসাদ ৰাভাৰ আৰোগ্য কামনা কৰাৰ বাবে সুখী সমাজক সাহায্য দিবৰ বাবে বিশেষভাৱে অনুৰোধ জনোৱা হৈছে। ইয়াৰ উপৰি শিল্পীজনাক সভাৰ সাধাৰণ পুঁজিৰ পৰা আঢ়ৈশ টকা আগবঢ়োৱা হৈছে।

লোক-সাহিত্যিক তাৰিণীচন্দ্ৰ দাসলৈ এশ টকাৰ আৰ্থিক সাহায্য দিয়া হৈছে।

সাহিত্য সভাৰ লগত আজীৱন নিবিড়ভাৱে জড়িত ব্ৰজেন চন্দ্ৰ বৰপূজাৰীৰ অপ্ৰত্যাশিক বিয়োগত প্ৰধান সম্পাদকৰ আৰ্থিক পুঁজিৰ পৰা এশ টকাৰ আৰ্থিক সাহায্য দিয়া হয়।

**প্ৰচাৰ আৰু সংগঠন ঃ** নক'লেও হ'ব যে এই বছৰ বেজবৰুৱা শতবাৰ্ষিকীৰ আলমত অসম সাহিত্য সভাৰ প্ৰচাৰ আৰু পৰিসৰ বৃদ্ধি হৈছে। প্ৰচাৰ বিভাগৰৰ কাৰ্যতৎপৰতা শতবাৰ্ষিকী শিতানতে আবদ্ধ হ'ব লগা হ'ল যদিও এই শিতানত সাহিত্য সভা পৰিচয়মূলক এখনি ইংৰাজী ভাষাৰ পুস্তিকা যুগত কৰি ছাপাখানাত দিয়া হয়। সংগঠনৰ ক্ষেত্ৰত কাৰ্যনিৰ্বাহকৰ সদস্যসকলৰ তৎপৰতা বিশেষভাৱে উল্লেখযোগ্য। আমাৰ চাহ বনুৱা, ছাত্ৰ সমাজৰ সেই অঞ্চলৰ চাহ বনুৱা সভা-সমিতিত প্ৰধান সম্পাদকে যোগদান দিয়াৰৰ উপৰি ডেকা কৰ্মীসকলৰ গঠনমূলক কাৰ্যৰ আলোচনা হয়। ডিব্ৰুগড়ত আঞ্চলিক পৰিষদৰ সৌজন্যত ৰাম গোস্বামীয়ে চাহ বনুৱা সমাজত প্ৰচাৰ কাৰ্য চলাইছে। এই বছৰ মুঠ ২৮ খন নতুন শাখা স্বীকৃত সভা (২৫+২) ১৬ জন নতুন আজীৱন সভ্যক ধৰি শাখা সভা ২৪৭, স্বীকৃত সভ্য ১০ আৰু আজীৱন সভ্য ৩৪৮ জনলৈ উন্নতি হয়।

**শাখা সভাৰ কাৰ্যক্ৰম ঃ** অসম সাহিত্য সভাৰ নিৰ্দ্দিষ্ট আঁচনি কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত শাখা সভাসমূহে এই বছৰ বিশেষ সঁহাৰি দিছে। বিশেষকৈ বেজবৰুৱা শতবাৰ্ষিকী অনুষ্ঠানত শাখা সভাসমূহৰ তৎপৰতা উল্লেখযোগ্য। শতবাৰ্ষিকী শিতানত এই বছৰ স্মৃতিগ্ৰন্থ, সভাৰ নিজা নাম, ভৱন, কাৰ্যালয়, প্ৰতিষ্ঠাৰ বিৰৰণ পোৱা হৈছে। বিভিন্ন স্থান বিশেষে পৌৰসভা, পঞ্চায়ত আদিৰ পৰাও সহায়-সহযোগ লাভ কৰিব পৰাটো উল্লেখযোগ্য। শাখা সভাসমূহ বিভিন্ন প্ৰতিষ্ঠানৰ লগত সংগতি ৰক্ষা কৰি কাৰ্যনিৰ্বাহ কৰাৰ্লে চাই সাহিত্য সভাৰ কৰ্মীসকলৰ মাজত জাতীয় সচেতনৰ ভাৰ বৃদ্ধি পাইছে বুলি ভাবিবৰ থল আছে। আমাৰ বিশ্বাস এয়া সুচনাহে। এই জাগৰণৰ পটভূমিত সভাৰ সংগঠন ব্যাপক হ'ব বুলি আশা ৰাখিব পাৰি।

**বিত্তীয় অৱস্থা ঃ** সভাৰ বিত্তীয় অৱস্থাৰ বিৰৰণ প্ৰতিবেদনৰ লগতে সন্নিবিষ্ট কৰা হৈছে। বেজবৰুৱা শতবাৰ্ষিকী পুঁজিৰ হিচাপে বেলেগে সংৰক্ষিত হৈছে। এই বছৰ



সাধাৰণ পুঁজিলৈ সংগ্ৰহ নিচেই নিমিত্ৰ মাত্ৰ। অথচ সন্মুখত সুবৃহৎ আঁচনি আৰু পৰিকল্পনা; গতিকে সভাই স্থায়ীভাৱে আয়ৰ পথ সুগম কৰিব নোৱাৰিলে বিত্তীয় সংকটৰ অৱস্থা দূৰ কৰিব পৰা নহ'ব বুলি প্ৰধান সম্পাদকে জনায়।

## শতবৰ্ষ উপলক্ষে প্ৰকাশিত ডাকটিকট




मुद्रण प्रक्रिया ... फोटोग्रेव्योर
Printing Process ... Photogravure
मुद्रित टिकटों की संख्या ... 20,00,000
Number Printed
डिज़ाइन और मुद्रण ... भारत प्रतिभूति मुद्रणालय
Designed and Printed at ... India Security Press

तकनीकी आँकड़े

TECHNICAL DATA

| | |
|---|---|
| जारी करने की तारीख / Date of Issue | ... 5-10-1968 |
| मूल्य वर्ग / Denomination | ... 20 पै० P. |
| कुल आकार / Overall Size | ... 3.34×2.88 सें०मी० cms |
| मुद्रण आकार / Printing Size | ... 2.98×2 52 सें०मी० cms |
| प्रति शीट संख्या / Number per issue Sheet | ... 42 |
| रंग / Colour | ... स्वेड ग्रे Suede Grey |
| छिद्रण / Perforation | ... 14×13½ |
| जलचिह्न / Watermark | ... बिना जलचिह्न वाले कागज़ पर मुद्रित / Printed on unwatermarked Paper |

डाक-टिकट के डिज़ाइन का विवरण

यह डाक-टिकट अनुप्रस्थ आकार का है और इसमें दाईं ओर के आधे भाग में लक्ष्मीनाथ बेज़बरुआ का चित्र अंकित है। डाक-टिकट के बायें किनारे पर हिन्दी और अंग्रेज़ी में क्रमशः 'भारत' और 'INDIA' शब्दों के बीच एक खुली पुस्तक और पंख की कलम का रेखा-चित्र अंकित है।

**Description of Design**

The design of the stamp is horizontal and depicts a portrait of Lakshminath Bezbaruah at the right half side of the stamp. A line sketch of an open book and a quill is shown in between the word 'भारत' and 'INDIA' in Hindi and English respectively at the left border of the stamp.

## জ্ঞাননাথ বৰা

জ্ঞাননাথ বৰা (জন্ম ২০ মাৰ্চ, ১৮৯০, মৃত্যু ৩০ নৱেম্বৰ, ১৯৬৮) ই ১৯০৫ চনত গুৱাহাটীৰ কলেজিয়েট স্কুলত ভৰ্তি; ১৯১২ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ আই.এ. শ্ৰেণীত ভৰ্তি হয়। ১৯১৬ চনত কটন কলেজৰ পৰা বি.এ. পাছ কৰে। ছাত্ৰাৱস্থাৰ পৰা গুৱাহাটী একতা সভা আৰু অসম ছাত্ৰ সন্মিলনৰ গুৰি ধৰোঁতা আছিল। ১৯১৮ চনত ছাত্ৰ সন্মিলনৰ প্ৰধান সম্পাদক নিৰ্বাচিত হয়। পোনতে আইন পঢ়ি গুৱাহাটীত ওকালতি কৰি পিছত ১৯২৭-৪৭ চনলৈকে কলিকতা হাইকৰ্টত ওকালতি কৰে। ১৯৫১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ আইন কলেজৰ অধ্যাপক হয়। সৰুকালৰ পৰা সাহিত্য চৰ্চাত আত্মনিয়োগ কৰে। ঊষা, আৱাহন, মণিদীপ আলোচনীত প্ৰবন্ধ আৰু কবিতা প্ৰকাশ পায়। অসমত বিদেশী (১৯২২), যুগতত্ত্ব (১৯২৪), নতুন জগত (১৯৪৫), অসমীয়া পুৰণি সাহিত্য (১৯৫০), অসমীয়া সাহিত্যৰ ভৱিষ্যৎ (১৯৬৬), উল্লেখযোগ্য গ্ৰন্থ। নতুন ৰূপত কিতাপখন ইংৰাজীলৈ The New World নাম দি অনুবাদ কৰিছিল। মণিদীপত প্ৰকাশিত এলানি প্ৰবন্ধ হ'ল মোৰ জীৱন সোঁৱৰণ। অসম সাহিত্য সভাৰ সভাপতিৰ কাৰ্যকাল শেষ নৌ হওঁতেই ইহলীলা সম্বৰণ কৰে।

## অভিভাষণৰ সুবচন

*আমাৰ লিখকে অসমৰ সীমা অতিক্ৰম কৰি সমগ্ৰ ভাৰতত বিচৰণ কৰিব লাগিছে। ভাৰতৰ ধৰ্ম, সমাজ, ৰাজনীতিয়ে আমাৰ আলোচনাৰ ঘাই বস্তু হৈছে। কোনো কোনোৱে ভাৰতৰো সীমা অতিক্ৰম কৰি পৃথিৱীৰ প্ৰধান প্ৰধান দেশবোৰতো ভুমুকি মাৰিছে।*

*আমাৰ লিখকবৃন্দৰ আগত এটা নতুন সমস্যাই দেখা দিলে। সমগ্ৰ ভাৰতলৈ চকু ৰাখি অসমীয়া সাহিত্যৰে কেনেকৈ আমাৰ জাতিটোক শক্তিমন্ত কৰা যায়? এইটো কৰিবলৈ হ'ল আমাৰ উঠি অহা ডেকাদলে কৃষিৰ নানা প্ৰণালী, বেহা-বেপাৰৰ নানা প্ৰণালী, কল-কাৰখানা স্থাপনৰ নানা প্ৰণালী, দেশৰ খনিজ আৰু বনজ সম্পদৰপৰা ন ন বস্তু তৈয়াৰ কৰাৰ নানা প্ৰণালী, ৰে'ল, জাহাজ, আকাশীযানবোৰ কৰাৰ নানা প্ৰণালী, যুদ্ধৰ আহিলা-পাতি নিৰ্মাণৰ নানা প্ৰণালী, স্বাস্থ্যৰ উন্নতিৰ নানা প্ৰণালী আদি সংখ্যক প্ৰণালী ভালকৈ জানিব লাগিব। এই প্ৰণালীবোৰ শিকিবলৈ ভিন ভিন শাস্ত্ৰ আছে। সেইবোৰ শাস্ত্ৰ আমাৰ ভাষাত লিখিব লাগিব। জগতৰ উন্নত জাতিবোৰে নিজ নিজ ভাষাত সেই শাস্ত্ৰবোৰ প্ৰণয়ন কৰি এটা বহল সাহিত্য সৃষ্টি কৰিছে। আমি স্বীকাৰ কৰিব লাগিব যে আধুনিক অসমীয়া সাহিত্য অধ্যয়ন কৰি কোনো মানুহে সেই প্ৰণালীবোৰ শিকি সিবিলাকৰ নিচিনা দেশক কৃষি, বাণিজ্য, শিল্পৰে ঐশ্চৰ্যাৱন্ত কৰিব নোৱাৰে। আজি আমি ইংৰাজীত লিখা সেই প্ৰণালীবোৰ শিকিবলৈ বিবিধ শাস্ত্ৰাৰ পাইছোঁ। সৌভাগ্যক্ৰমে আমাৰ মানুহে ইংৰাজী জানে আৰু তাৰ আলম লৈ কিছুমান ডেকাই সেই প্ৰণালীবোৰ জানিবলৈ চেষ্টা কৰিছে।*

*　　　*　　　*

*আমাৰ লিখকসকলে অসমীয়া সাহিত্যক সৰ্বাংগ সুন্দৰ কৰিব লাগিব অৰ্থাৎ ইংৰাজী বা আন কোনো উন্নত ভাষাৰ সহায় নলৈ কেৱল অসমীয়া পুথি-পাঁজি পঢ়ি সেই প্ৰণালীবোৰ শিকি যাতে জগতৰ সকলো বিদ্যা লভিব পাৰে তাৰ যত্ন কৰিব লাগিব। এয়ে বৰ্তমন আমাৰ একমাত্ৰ লক্ষ্য হ'ব লাগিব। এই কাম অতিশয় দুষ্কৰ। ইয়াক সাধন কৰা যায় কেনেকৈ?*

*পৃথিৱীৰ কোন কোন জাতিয়ে জগতৰ সকলো বিধৰ বিদ্যা লভিবলৈ আন আন উন্নত ভাষাৰ শাস্ত্ৰবোৰ অধ্যয়ন কৰি তাত পাৰদৰ্শী হৈ নিজ নিজ ভাষাত সেই শাস্ত্ৰবোৰ অনুবাদ কৰিছিল তাৰ সমুদায় বিৱৰণ ইয়াত দিয়া সম্ভৱ নহয়। সেই জাতিবোৰে পাছত সেই উন্নত ভাষাৰ সহায় নোলোৱাকৈ নিজৰ ভাষাতে লিখা শাস্ত্ৰবোৰকে অধ্যয়ন কৰি আধুনিক জগতৰ সকলো জ্ঞান-বিদ্যা-শিক্ষা লভি দেশক সমৃদ্ধিশালী আৰু শক্তিমন্ত কৰিছে। এই কাম যিমানেই টান নহওক আমি তাক কৰিবই লাগিব। আমিও সিবিলাকৰ নিচিনা অনুবাদ-সাহিত্যৰে এই কাম আৰম্ভ কৰিব লাগিব। ইউৰোপীয় শুদ্ধ সাহিত্য আৰু শুদ্ধ বিজ্ঞানৰ সৰহভাগ পুথি অনুবাদ কৰিবলৈ আমাৰ কৃতবিদ্য লোক আছে। বৰ্তমান আমাৰ ভিতৰত ভালকৈ ইংৰাজী জনা অনেক লোক আছে। ইংৰাজী ভাষা পৃথিৱীৰ ভিতৰত অতিশয় চহকী। এই ভাষাত যে ইংলণ্ডৰ লিখকৰ মাথোন পুথি-পাঁজি আছে, এনে নহয়, ফৰাচী, জাৰ্মান, ৰুচ, ইটালীয় ইত্যাদি ভাষাবোৰৰো বিখ্যাত গ্ৰন্থবোৰৰ ভাঙনি আছে। তাৰ উপৰি সংস্কৃত, হিব্ৰু, লেটিন, গ্ৰীক, আৰবী, পাৰ্চি, চীনা আদি প্ৰাচীন ভাষাৰ গ্ৰন্থবোৰৰ ভাঙনি আছে।*

*　　　*　　　*

*বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কি হ'ব? এই বিষয়ে শিক্ষাবিদসকলৰ ভিতৰত মতভেদ আছে। কিছুমানে কয় যে স্কুলত যেনেকৈ ৰাজ্যিক ভাষাৰে শিক্ষা দিয়া সম্ভৱ হৈছে, তেনেকৈ বিশ্ববিদ্যালয়তো ৰাজ্যিক ভাষাৰে সকলো প্ৰকাৰৰ শিক্ষা দিয়া সম্ভৱ হয়। কিছুমানে কয় যে স্কুলীয়া শিক্ষা আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা একে নহয়। আমাৰ ভাষাবোৰত যিবোৰ পুথি আছে সেইবোৰেৰে বিশ্ববিদ্যালয়ৰ শিক্ষা দিয়া অসম্ভৱ। আন চহকী ভাষাৰ গ্ৰন্থ অনুবাদ কৰি বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি ৰচনা কৰিব পাৰি, সঁচা; কিন্তু সেই পাঠ্যপুথিৰ কথাবোৰ বুজিবলৈ হেজাৰ হেজাৰ আনুষংগিক পুথিৰ আৱশ্যক হ'ব। সেইবোৰ একেলগে অনুবাদ কৰা অসম্ভৱ। সেই কাৰণে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কিছুদিনলৈ ইংৰাজী হৈ থাকিব লাগিব।*

*আমি ভাবোঁ যে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্য কিছুদিনলৈ ইংৰাজী হ'ব লাগিব। ইংৰাজী এটা অতিশয় চহকী আন্তৰ্জাতিক ভাষা। এই ভাষাত শুদ্ধ সাহিত্য আৰু শুদ্ধ বিজ্ঞানৰ লক্ষ লক্ষ পুথি আছে।*

* * *

*যদি ইংৰাজীৰ সলনি এতিয়াই ৰাজ্যিক ভাষা বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰা হয় তেনেহ'লে আমাৰ ডেকাদল মাথোন ৰাজ্যিক ভাষাত লিখা পাঠ্যপুথিবোৰৰ ভিতৰত আৱদ্ধ হৈ থাকিব লাগিব। তেওঁলোকে ইংৰাজী বুজিবলৈ ক্ৰমে ক্ৰমে অসমৰ্থ হ'ব আৰু ইংৰাজীত লিখা আনুষংগিক পুথিবোৰ পঢ়ি বুজিব নোৱাৰিব। ইয়াৰ ফলত আমাৰ ডেকাদলৰ জ্ঞান তেনেই সীমাৱদ্ধ হ'ব। বৰ্তমান ভাৰতৰ ডেকাদলে ইংৰাজী ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰি যেনেকৈ জগতৰ বিদ্যা-শিক্ষা লভি নিজৰ দেশত সকলো কাম কৰিবলৈ পাৰ্গত হৈছে আৰু আনবিলাক দেশলৈ গৈ নানা কাম কৰিছে, তেনেকৈ ৰাজ্যিক ভাষাৰ মাধ্যমত বিশ্ববিদ্যালয়ৰ শিক্ষা লভি কোনো ক্ষেত্ৰতে আগবাঢ়ি যাব নোৱাৰিব। এটা ভাষাক শিক্ষাৰ মাধ্যম কৰিলে সেই ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰা যায়। ভাষা এটাক মাধ্যম কৰি শিক্ষা দিয়া আৰু মাধ্যম নকৰি শিক্ষা দিয়া দুটা বেলেগ কথা।*

*কোনো কোনোৱে ক'ব পাৰে যে চীন, জাপান, চুইজাৰলেণ্ড, ফ্ৰান্স, ৰুচিয়া আদি দেশবোৰত মানুহে ইংৰাজী ভাষা নজনাকৈ নানাবিধ মৌলিক সাহিত্যৰ গ্ৰন্থ ৰচনা কৰিব পাৰিছে আৰু অদ্ভুত অদ্ভুত বৈজ্ঞানিক আৱিষ্কাৰ কৰিব পাৰিছে। যদি সেইবোৰ দেশত বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম ইংৰাজী নকৰাকৈ জাতীয় উন্নতি সাধন কৰিব পাৰিছে, তেনেহ'লে আমি ভাৰতীয়ই ইংৰাজীক খামুচি ধৰি থাকিম কিয়? এই যুক্তিৰ কোনো মূল্য নাই। সেইবোৰ দেশৰ উদাহৰণ আমাৰ ভাৰতত নাখাটে। সেইবোৰ দেশৰ ইতিহাস আমাৰ ভাৰতৰ লগত নিমিলে। সেইবোৰ দেশত ভাৰতৰ নিচিনা বহুযুগ ধৰি গঠিত হোৱা ভিন ভিন ৰাজ্য, ভিন ভিন ভাষা, ভিন ভিন সাহিত্য নাই। সেইবোৰ দেশক ভাৰতৰ নিচিনা ইংৰাজে অধিকাৰ কৰি প্ৰায় দুশ বছৰ শাসন কৰা নাছিল। আমাৰ দেশত ইংৰাজে যেনেকৈ আমাৰ স্কুল-কলেজত ইংৰাজী ভাষা শিকাই, তাৰ সাহিত্য আৰু বিজ্ঞান শিক্ষা দিছিল, তেনেকৈ সেইবোৰ দেশত ইংৰাজে ইংৰাজী ভাষা প্ৰচলন কৰা নাছিল। সেইবোৰ দেশৰ মানহে গুৰিৰেপৰা অৰ্থাৎ প্ৰায় দুশ বছৰ আগৰেপৰা বেলেগ পন্থা অবলম্বন কৰি ইংৰাজী ভাষাক শিক্ষাৰ মাধ্যম নকৰাকৈ সাহিত্য আৰু বিজ্ঞান শিক্ষাৰ ব্যৱস্থা কৰিছিল। আমি একে দিনে সেই পন্থা ল'ব নোৱাৰোঁ। একেদিনে ল'লে আমি দুয়ো কুল হেৰুৱাম। আমি আমাৰ ৰাজ্যিক ভাষাবোৰকো ইংৰাজীৰ নিচিনা পূৰ্ণাংগ কৰিব নোৱাৰিম আৰু ইংৰাজীও আগৰ দৰে শিকি ইংৰাজী সাহিত্য আৰু বিজ্ঞানৰ জ্ঞান লভিব নোৱাৰিম।*



* * *

*এই মহৎ কাম কৰিবলৈ সততে সহায় কৰিব লাগিব। সেই পাঠ্যপুথিবোৰৰ ভাষা যাতে নিভাঁজ অসমীয়া হয় তাৰ কাৰণে বিশ্ববিদ্যালয়ে সাহিত্য সভাৰ সহায় ল'ব লাগিব।*

*আমাৰ শিক্ষাৰ মাধ্যমৰ লগত সৰ্বভাৰতীয় ৰাষ্ট্ৰভাষাৰ সদায় সম্পৰ্ক থাকিব। সংবিধানত হিন্দীক সৰ্বভাৰতীয় ভাষা কৰা হৈছে। হিন্দী এটা প্ৰাদেশিক ভাষা আৰু ভাৰতৰ এখণ্ডত মাথোন প্ৰচলিত। এই প্ৰাদেশিক ভাষাটোক সৰ্বভাৰতীয় ভাষা কৰিলে আনবোৰ ভাষাৰ অশেষ ক্ষতি হ'ব। সেইকাৰণে অনেক খ্যাতিমন্ত নেতাই সংবিধান সংশোধন কৰিব লাগে বুলি মত প্ৰকাশ কৰিছে। সংবিধানত ৰাষ্ট্ৰভাষা সম্পৰ্কে এই মৰ্মে নিয়ম কৰা হৈছে — যিটো ভাষা ইউনিয়নৰ ভাষা হ'ব, সেইটোৰে এখন ষ্টেটে আন এখনৰ লগত সংযোগ ৰাখি কথা-বৰ্তা পাতিব আৰু ষ্টেটবোৰৰ লগত ইউনিয়নে সংযোগ ৰাখি কথা-বাৰ্তা পাতিব। এয়ে ইউনিয়নৰ ভাষাৰ কাম। অতদিন এই কাম ইংৰাজীতে সুকলমে সমাধান কৰিছে। ইংৰাজী কোনো ষ্টেটৰ ভাষা নহয়। ইয়াক গ্ৰহণ কৰিলে কোনো ষ্টেটৰ অসুবিধা নহয় যদিহে ইয়াৰ পৰা অসুবিধা হয় তেনেহ'লে এটাইবোৰ ষ্টেটৰে সমানে অসুবিধা হ'ব। ইংৰাজী অৱশ্যে আমাক শাসন কৰা ইংৰাজ জাতিৰ ভাষা; সেইকাৰণে ইয়াক বৰ্জন কৰিব লাগে। এইকথা আমি নেমানো। এতিয়া ভাৰত স্বাধীন হৈছে। এই আন্তৰ্জাতিক অতিশয় চহকী ভাষা ইংৰাজীয়ে ভাৰতৰ স্বাধীনতা হৰণ নকৰে, বৰঞ্চ ই স্বাধীনতা সদায় ৰক্ষা কৰি ভাৰতৰ গৌৰৱ জগতত বিস্তাৰ কৰিব। আজি ভাৰতীয় কুৰি বছৰীয়া ডেকাদলে ইংৰাজৰ ৰাজত্বৰ পৰাধীন ভাৰতৰ অৱস্থা কেনে আছিল তাক নিজ চকুৰে দেখা নাই। এই দল ক্ৰমাৎ বাঢ়ি লাগিছে। পৰাধীন ভাৰতৰ চিত্ৰ ক্ৰমাৎ অস্পষ্ট হৈ তেনেই মাৰ যাব।*

* * *

*মই এজন অসমীয়া। আমাৰ অসমীয়া ভাষাক আমাৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম এতিয়াই কৰিব পাৰিলে অতিশয় আনন্দ পাম। কিন্তু আমি ভৱিষ্যতলৈ চাব লাগিব। আমাৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যমৰ ওপৰত অসমীয়া জাতিৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে। এই বিষয়ে আমি দূৰদৰ্শী হ'ব লাগিব। জাতীয় ভাবৰ ৰাগীয়ে যাতে আমাৰ মন মতলীয়া কৰিব নোৱাৰে তাৰ কাৰণে সতৰ্ক হ'ব লাগিব। বহুত কথা ভাবি-চিন্তি এই বিষয়ে এটা সিদ্ধান্তত উপনীত হ'ব লাগিব। আমাৰ বিবেচনাত উপৰি উক্ত সিদ্ধান্তই অসমৰ ভৱিষ্যত উজ্জ্বল কৰিব অৰ্থাৎ আমাৰ ডেকাদলে বিশ্ববিদ্যালয়ত কিছুদিনলৈ ইংৰাজী ভাষাত লিখিত পাঠ্যপুথি আৰু সহস্ৰ সহস্ৰ আনুষাংগিক পুথি অধ্যয়ন কৰি নানা বিষয়ত জ্ঞান আহৰণ কৰি আমাৰ সাহিত্য পূৰ্ণাংগ কৰিব পাৰিব।*

* * *

অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম কৰিলে ভাষাৰ মৰ্যাদা বাঢ়িব, সঁচা; কিন্তু এয়ে ভাষাৰ কলেবৰ বঢ়াব নোৱাৰিব। ভাষাক এজোপা বৃহৎ গছ কৰিব লাগিব। ইয়াৰ ঠাল-ঠেঙুলিয়ে যাতে গোটেই দেশ বিয়পি পৰে তাৰ চেষ্টা দিনে-নিশায় কৰিব লাগিব। আমাৰ দেশৰ চাৰি সীমাৰ ভিতৰত ইয়াক আৱদ্ধ কৰি ৰাখিলে নহ'ব, ই যাতে সীমা অতিক্ৰম কৰি আনবোৰ ঠাইলৈ বিয়পে তাৰ যত্ন কৰিব লাগিব। ভাষাৰ বল বৃদ্ধি কৰিবলৈ প্ৰচাৰৰ বাহিৰে আন উপায় নাই। গোটেই জগত প্ৰচাৰ কৰিয়েই ইংৰাজী ভাষাক আন্তৰ্জাতিক ভাষা কৰা হৈছে। গোটেই ভাৰতত প্ৰচাৰ কৰিয়েই হিন্দীক সৰ্বভাৰতীয় ভাষা কৰিবলৈ হিন্দী ভাষা-ভাষী লোকে দেহে-কেহে চেষ্টা কৰিব লাগিছে। সেইদৰে ভাৰতৰ আনবিলাক জাতিয়েও নিজৰ ভাষা নিজৰ ৰাজ্যৰ সীমাৰ ভিতৰত আৱদ্ধ নেৰাখি আনবিলাক ঠাইত প্ৰচাৰ কৰিবলৈ সদায় যত্ন কৰিব লাগিছে। আমিও প্ৰচাৰ কৰি আমাৰ ভাষাৰ বল বৃদ্ধি কৰিব লাগিব। আমাৰ দেশৰ সীমান্তত পৰ্বতীয়া ঠাইবোৰ আছে। সেইবোৰত আমাৰ ভাষা প্ৰচাৰ কৰিব লাগিব। আমি আইন কৰি সিবিলাক ঠাইত কেতিয়াও আমাৰ ভাষা জাপি দিয়া নাই। আগলৈও নিদিওঁ। আইন কৰি ভাষা এটা জাপি দিয়া আৰু আইন নকৰি নানা উপায় অবলম্বন কৰি ভাষা প্ৰচাৰ কৰা — দুটা বেলেগ বস্তু। আমি সেইবোৰ ঠাইত আমাৰ ভাষা প্ৰচাৰ কৰিম। ইয়াত কোনোৱে আমাক বাধা দিব নোৱাৰে। এইটো কৰা আমাৰ জাতীয় কৰ্তব্য। অসম সাহিত্য সভাই সেইবোৰ ঠাইত কেনেকৈ আমাৰ দ্বাৰা প্ৰচাৰ কৰিব পাৰি তাৰ এটা আঁচনি অচিৰে প্ৰস্তুত কৰিব লাগিব। আমি অসমীয়া প্ৰচাৰ কৰিবলৈ সাজু হ'ব লাগিব। আমি নগা ৰাজ্যত প্ৰচাৰ কৰিম, আমি খাচীয়া জয়ন্তীয়াত প্ৰচাৰ কৰিম, আমি গাৰো পৰ্বতত প্ৰচাৰ কৰিম, আমি মিকিৰ পৰ্বতত প্ৰচাৰ কৰিম, আমি মিজোসকলৰ মাজত প্ৰচাৰ কৰিম। ইয়াতেই আমাৰ প্ৰচাৰ কাৰ্যৰ অন্ত নপৰে। আমাৰ প্ৰাচীন কামৰূপৰ অংগ কোচবিহাৰতো প্ৰচাৰ কৰিম। বংগভাষা আৰু হিন্দী ভাষা অসমৰ য'তে-ত'তে অবাধে প্ৰচাৰ কৰিব পাৰিবা; কিন্তু অসমীয়া ভাষা নোৱাৰিবা — এনে কথা কেতিয়াও হ'বলৈ নিদিওঁ।

প্ৰচাৰ কৰিবলৈ আমাৰ সাহিত্য আছেনে? বৰ্তমান বহুত কবিতাৰ পুথি, সাধুকথাৰ পুথি, চুটি চুটি গল্প বা আখ্যানৰ পুথি, উপন্যাস, নাটক আদি বিবিধ পুথি ওলাবলৈ ধৰিছে।

* * *

ফেডেৰেল ভিত্তিত অসমক পুনৰ গঠন কৰিবলৈ কেন্দ্ৰীয় চৰকাৰে যেতিয়া প্ৰস্তাৱ কৰিছিল, তেতিয়া সেই প্ৰস্তাৱৰ বিৰোধিতা কৰিবলৈ কোনে প্ৰথমতে আন্দোলন কৰিলে? অসম চৰকাৰে কৰা নাই। কোনো ৰাজনৈতিক দলে কৰা নাই। কৰিলে অসম সাহিত্য সভাই। এই সভাই কঁকালত টঙালি বান্ধি ৰাইজৰ আগলৈ ওলাই আহিল। এই প্ৰস্তাৱেই আমাৰ সৰ্বনাশৰ মূল হ'ব — এই কথা সভাই নগৰে নগৰে, গাঁৱে গাঁৱে, চুবুৰিয়ে চুবুৰিয়ে ৰাইজক জানবলৈ ধৰিলে। অসম সাহিত্য সভাই অসম চৰকাৰ আৰু আন আন ৰাজনৈতিক দলৰ ওচৰ চাপি ক'লে — উঠা তোমালোক। উঠা উঠা উঠা। প্ৰস্তাৱৰ মূল কথাটোৰ প্ৰতিবাদ কৰা। শুই থাকিবৰ সময় নহয়। কোনো নুঠিল। তেতিয়া এই সভাই কোনো উপায় নেপাই নিজেই দেশৰ ইমূৰৰ পৰা সিমূৰলৈ গৈ আন্দোলন কৰি দেশত খলক লগালে। যেতিয়া আন্দোলনত ৰাইজ সচেতন হ'ল তেতিয়াহে চৰকাৰে আৰু ৰাজনৈতিক দলবোৰে আগুৱাই আহিল। যদি অসম সাহিত্য সভাই এই আন্দোলন নকৰিলেহেঁতেন তেনেহ'লে কেন্দ্ৰীয় চৰকাৰৰ প্ৰস্তাৱ অনুযায়ী "ফেডেৰেল অসম" কেতিয়াবাই হ'লহেঁতেন। আমাৰ এনেকুৱা অৱস্থা হ'ল কিয়? ইয়াৰ কাৰণে দায়ী কোন?

দায়ী আমাৰ ৰাজনীতি। বৰ্তমান আমাৰ ৰাজনীতি কেৰোণে ধৰিছে। যিদিনাৰেপৰা ভাৰতে স্বাধীনতা পালে সেইদিনৰেপৰা ভাৰতীয়ই ৰাজনৈতিক ক্ষমতা লাভ কৰি দেশৰ শাসন কাৰ্য চলাবলৈ ধৰিছে। ভাৰতীয়ই অতদিন তেনে ক্ষমতা পোৱা নাছিল। আজি বহুত লোকে সেই ক্ষমতাৰ পৰা মান-মৰ্যাদা আৰু ধন-ঐশ্বৰ্য লাভ কৰি নিজ দলৰ ক্ষমতা কেনেকৈ নিজৰ হাতৰ তলুৱাত চিৰকাল ৰাখিব পাৰি তাৰ কাৰণে সকলো উপায় অবলম্বন কৰিছে। ক্ষমতাৰ ৰাগী অদ্ভুত। এই ৰাগীয়ে এবাৰ পালে মানুহৰ হিতাহিত জ্ঞান নাইকিয়া হয়। ক্ষমতাৰ লোভত পৰি অনেকে নকৰিবলগীয়া কাম কৰি ৰাজনীতি মলিয়ন কৰিছে। কোনো কোনোৱে এনেকুৱা ক্ষমতাৰ পৰা ধন-ঐশ্বৰ্য লাভ কৰিছে। এয়ে ধন লোভ দিনক দিনে বঢ়াই মানুহক মতলীয়া কৰিছে। এই ক্ষমতা লোভ আৰু ধনৰ লোভে আমাৰ ৰাজনীতি পাপময় কৰিছে। দুৰ্নীতিৰ ঘন কুঁৱলীয়ে গোটেই দেশ আৱৰি ধৰিছে। এই ৰাজনীতিক পাপমুক্ত কৰা যায় কেনেকৈ? কোনে এই কলুষিত ৰাজনীতিক শুচি কৰি পবিত্ৰ কৰিব পাৰিব? চৰকাৰে উগ্ৰশাস্তিৰ বিধান কৰি ৰাজনীতিক কেতিয়াও নিষ্পাপ কৰিব নোৱাৰিব।

* * *

এই মহাশক্তিময় সাহিত্যৰ চৰণত আমি শৰণ ল'ব লাগিব। যেতিয়া সাহিত্যৰ প্ৰভাৱত ৰাজনীতিয়ে পাপ-ডাৱৰ কাটি নিজৰ জেউতিৰে দেশ পোহৰাব; তেতিয়া বিজ্ঞ ৰাজনীতিজ্ঞ পুৰুষসকলে আগুৱাই আহি সেই ৰাজদণ্ড হাতত লৈ আমাৰ ভাষাৰে দেশৰ সকলো অনুষ্ঠানৰ কাৰ্য চলাই অসমীয়া ভাষাক অসম দেশৰ মূল শক্তি কৰিব।

সাহিত্যিকসকল! যিবোৰ পুথি অধ্যয়ন কৰি অসমৰ মানুহে বৈজ্ঞানিক প্ৰণালীৰে মাহ, সৰিয়হ, ধান, কুঁহিয়াৰ, পাট আৰু নানাবিধ শস্য উৎপন্ন কৰি দেশক "শস্যে মৎস্যে অনুপম" কৰিব পাৰে সেইবোৰ ৰচনা কৰক। যিবোৰ শাস্ত্ৰ পঢ়ি কাগজৰ কল, চাউলৰ কল, তেলৰ কল, চেনিৰ কল, মৰাপাটৰ কল, চাহৰ কল, কাপোৰৰ কল আদি

*সকলো বিধৰ কল-কাৰখানাৰ সঁজুলি নিৰ্মাণ কৰি ঠায়ে ঠায়ে স্থাপন কৰিব পাৰে, সেইবোৰ প্ৰণয়ন কৰক। যিবোৰ শাস্ত্ৰ পঢ়ি আমাৰ মানুহে ৰে'ল, জাহাজ, মটৰ, বিমান আদি যান-বাহন তৈয়াৰ কৰি আন উন্নত দেশৰ নিচিনা বেহা-বেপাৰ কৰিব পাৰে, সেইবোৰ লিখক। যিবোৰ পুথি-পাঁজি পঢ়ি আমাৰ মানুহে সকলো বিধৰ শিল্পকাৰ্য কৰিবলৈ সমৰ্থ হয়, সেইবোৰ লিখক। যিবোৰ শাস্ত্ৰ পঢ়ি আমাৰ মানুহে আধুনিক, অৰ্থনৈতিক জ্ঞান লভিব পাৰে সেইবোৰ ৰচনা কৰক। যিবোৰ গ্ৰন্থ পঢ়ি মানুহে সকলো বিজ্ঞানৰ তত্ত্ব পাব পাৰে, সেইবোৰ লিখক। যিবোৰ পুথি পঢ়ি জগতৰ পুৰণি আৰু ন ন ৰাজ্যৰ বুৰঞ্জী জানিব পাৰে সেইবোৰ ৰচনা কৰক। যিবোৰ পুথি পঢ়ি পৃথিৱীৰ প্ৰসিদ্ধ কবি, ঔপন্যাসিক, নাট্যকাৰ, বৈজ্ঞানিক, পণ্ডিতৰ বিষয়ে সকলো কথা অৱগত হ'ব পাৰে সেইবোৰ লিখক। যিবোৰ পুথি পঢ়ি আমাৰ পুৰণি গীত, নাম, পদ, নৃত্য, বাদ্যৰ মৌলিক তত্ত্বোৰ জানিব পাৰে সেইবোৰ ৰচনা কৰক। যিবোৰ গ্ৰন্থ পঢ়ি আমাৰ গভীৰ চিন্তা কৰা মৌলিক তত্ত্বোৰ মানুহে জানিব পাৰে সেইবোৰ লিখক। ইয়াৰ উপৰি আমাৰ কবিবৃন্দই ন ন কাব্য গীত ৰচনা কৰি গোটেই অসম ধ্বনিত কৰক।*

* * *

*অসমীয়া ভাষা কোৱা কিছুমান মানুহেও আমাৰ প্ৰাচীন দেশখন খণ্ড-বিখণ্ড কৰিবলৈ আন্দোলন কৰিব লাগিছে। কোনে অসমীয়া ভাষাক ৰক্ষা কৰিব? কোনে অসমীয়া জাতিক ৰক্ষা কৰিব? কোনে অসমদেশখনক ৰক্ষা কৰিব? আজি কেউপিনৰে পৰা মানুহে অসমক আক্ৰমণ কৰিছে। বাহিৰৰ পৰা কৰিছে। ভিতৰৰ পৰাও কৰিছে। মহাভাৰতত অভিমন্যুক সপ্তৰথীয়ে বেঢ়ি আক্ৰমণ কৰাৰ দৰে আজি আমাক চাৰিওপিনৰ পৰা আক্ৰমণ কৰিছে। আমাৰ নিজৰ অস্তিত্বৰ অৰ্থে দিনে-নিশায় অবিৰাম যুঁজিব লাগিছোঁ। এই সংগ্ৰামত কোনে যুদ্ধ কৰি আমাৰ উদ্ধাৰ কৰিব? এই সংগ্ৰাম নতুন নহয়। এশ বছৰৰ আগেয়ে ইংৰাজে অসম দেশ অধিকাৰ কৰাত আমাৰ মানুহে এনেকুৱা এটা সংগ্ৰামত যুঁজি নিজৰ ভাষাক উদ্ধাৰ কৰিব লগাত পৰিছিল। সেই সংগ্ৰামত কোনে যুঁজিলে? কেৱল সাহিত্যিকে। অৰুণোদয় আদি জোনাকীযুগৰ সাহিত্যিকসকলে সেই সংগ্ৰামত নুযুঁজাহেঁতেন, আমাৰ ভাষা কোনোবা দিনাই মৰি গ'লহেঁতেন। অসমীয়া জাতি জগতত নেথাকিলেহেঁতেন। অসম দেশ বংগদেশৰ লগত লীন গ'লহেঁতেন। আজিও এই সংগ্ৰামত সাহিত্যিকেই যুঁজ কৰিব লাগিব। আনক আমি আশা কৰিব নোৱাৰোঁ। অসম সাহিত্য সভাই এই সংগ্ৰামতো যুঁজিব লাগিব। য'তে য'তে সংগ্ৰাম হৈছে ত'তে ত'তে এই সভাই গৈ যুঁজিব লাগিব। এই সভাই অবিৰাম যুঁজিব লাগিব। অসমৰ বহিৰত যুঁজিব লাগিব, অসমৰ ভিতৰত যুঁজিব লাগিব। আজি সাহিত্যিকৰ জিৰণি নাই। ভয় নাই, ভয় নাই। আহক! আমি দিগ্‌বিজয়ী মহাপৰাক্ৰমী পূৰ্ণাংগ সাহিত্যক সাৰথি কৰি জয়ধ্বনি কৰি এই মহা সংগ্ৰামলৈ আগবঢ়োঁ।* ❖

# ষট্‌ত্ৰিংশ অধিৱেশন
## বৰপেটা
## ৭, ৮ আৰু ৯ ফেব্ৰুৱাৰি, ১৯৬৯

শ্ৰীশংকৰদেৱ, শ্ৰীমাধৱদেৱ আদি মহাপুৰুষসকলৰ পদব্ৰজেৰে পৱিত্ৰ হোৱা অসমৰ বৈষ্ণৱ ধৰ্মৰ নাভিকেন্দ্ৰস্বৰূপ বৰপেটা নগৰত শ্ৰীশংকৰদেৱ ক্ষেত্ৰ নামেৰে সজা বিৰাট সভামণ্ডপত তিনিদিনীয়াকৈ অসম সাহিত্য সভাৰ ষট্‌ত্ৰিংশ মুকলি অধিৱেশন অত্যন্ত উলহ-মালহেৰে সম্পন্ন হয়। ভট্টদেৱ, ভৱানীপুৰীয়া গোলাপ আতা আদি বৈষ্ণৱ যুগৰ উজ্জ্বল জ্যোতিষ্কসকলৰ পৰা ধৰি অম্বিকাগিৰি ৰায়চৌধুৰী, ড° বাণীকান্ত কাকতি আদি বিংশ শতিকাৰ সাহিত্য-সংস্কৃতিৰ মুখ্যসাধকসকললৈকে বৰপেটাৰ সম্পৰ্কত অহা মহান ব্যক্তিসকলৰ সন্মানাৰ্থে নগৰৰ বহু দূৰৰ পৰা সভামণ্ডপলৈ দিয়া আটক ধুনীয়া তোৰণবিলাকে দৰ্শকসকলৰ সাংস্কৃতিক মানসত জাগৰণৰ ঢৌ তুলিছিল। প্ৰতিনিধি আৰু দৰ্শক-প্ৰতিনিধি হিচাপে সমৱেতসকলৰ সংখ্যা ডেৰহাজাৰৰ অধিক আৰু মুকলি অধিৱেশনৰ দুদিন সমৱেত জনতাৰ সংখ্যা দুইলাখৰো অধিক হৈছিল। এনে বিৰাট জনতা অসম সাহিত্য সভাৰ বুৰঞ্জীত অভূতপূৰ্ব। বৰপেটা নগৰৰ ভিতৰত প্ৰত্যেক চুবুৰীতে তোৰণ সজা হৈছিল আৰু নগৰৰ লোকসকলে আলহী-অতিথিক আপ্যায়িত কৰিবলৈ সততে আনন্দমনেৰে সাজু আছিল। নগৰবাসীসকলৰ আদৰ-অভ্যৰ্থনাৰ কথা দৰ্শকসকলৰ মুখে মুখে শুনা গৈছিল।

৮ ফেব্ৰুৱাৰিৰ দিনা পুৱা অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰি উপ-সভাপতি ড° মহেশ্বৰ নেওগে অসম সাহিত্য সভাৰ গৌৰৱপূৰ্ণ ঐতিহ্যৰ কথা সোঁৱৰে।

৮ ফেব্ৰুৱাৰিৰ পুৱাবেলা হোৱা কবি সন্মিলনত সভানেতৃত্ব কৰি পদ্মশ্ৰী নলিনীবালা দেৱীয়ে কবিতাৰ ঐতিহ্য আৰু মহত্ত্বৰ বিষয়ে হৃদয়গ্ৰাহী ভাষণ পাঠ কৰে। ৰামচন্দ্ৰ দাস, অম্বেশ্বৰ চেতীয়া ফুকন, মহেন্দ্ৰ বৰা, ফণী তালুকদাৰ, নাৰায়ণ বেজবৰুৱা, লক্ষ্যহীৰা দাস আদি ৩০ গৰাকীমান কবিয়ে স্বৰচিত কবিতা পাঠ কৰে।

৮ ফেব্ৰুৱাৰিৰ আবেলি হোৱা মূল সভাৰ আগতে এটি আকৰ্ষণীয় শোভাযাত্ৰাৰে সভাপতি কাব্যযোগী আনন্দ চন্দ্ৰ বৰুৱাক এমাইল আঁতৰৰ পৰা আদৰি অনা হয়। ধুনীয়াকৈ সজোৱা এখন ট্ৰাকৰ ওপৰত হেঙুল-হাইতালেৰে সজোৱা এখন খেলনাৰত ওপৰত বৰজাপি দি সভাপতিক বহুৱাই অনা হয়। শোভাযাত্ৰাৰ আগত আছিল ৩৬

টা জয়ঢোলৰ এটা ধুনীয়া দল আৰু তাৰপাছত গায়ন-বায়ন আৰু লাচিত, ৰাধা-ৰুক্মিণী, জয়া, কনকলতা, বেজবৰুৱা বাহিনীৰ স্বেচ্ছাসেৱকসকল, থিয়নাম গোৱা দল আদি। বাটত কমেও ৩০ ঠাইত সভাপতিক বেলেগ আদৰণি জনায়। সভাপতি আহি মূল সভামণ্ডপৰ সন্মুখ পোৱাৰ লগে লগে ৩৬ টা টোপধ্বনি কৰি সম্বৰ্ধনা জনোৱা হয় আৰু সভাত সমৱেত লক্ষাধিক লোক থিয় হৈ সন্মান প্ৰদৰ্শন কৰে।

মূল সভা উদ্বোধন কৰি অসম আৰু নগাৰাজ্যৰ ৰাজ্যপাল ব্ৰজকুমাৰ নেহৰুৱে অসমৰ ভাষা-সাহিত্যৰ উন্নতিকল্পে সকলো শ্ৰেণীৰ লোককে সহযোগেৰে কাম কৰিবলৈ আহ্বান জনায়। অসমীয়া সাহিত্যৰ বিভিন্ন গ্ৰন্থসমূহ অন্য ভাৰতীয় ভাষালৈ অনুবাদ কৰাৰ প্ৰয়োজনীয়তাৰ কথা ৰাজ্যপালে দঢ়াই কয়।

অভ্যৰ্থনা সমিতিৰ সভাপতি মহেন্দ্ৰমোহন চৌধাৰীয়ে বৰপেটাৰ সাংস্কৃতিক ঐতিহ্যৰ এটি থুলমূল বিৱৰণ দিয়ে। তেখেতে অসমীয়া ভাষাৰ ক্ষেত্ৰত উপস্থিত হোৱা বিভিন্ন দুৰ্যোগসমূহক সাহসেৰে প্ৰত্যাহ্বান দিবলৈ ৰাইজলৈ আৰু অসম সাহিত্য সভালৈ আহ্বান জনায়।

সন্মিলনলৈ শুভেচ্ছা বাণীৰে ভাৰতৰ ৰাষ্ট্ৰপতি প্ৰমুখ্যে বিশিষ্ট নেতাসকলে আৰু ড° কানাইলাল ৰাণিকলাল মুন্সী, অন্নদা শংকৰ ৰয় আদি বিশিষ্ট লেখকসকলে অধিৱেশনৰ সাফল্য কামনা কৰে।

৯ ফেব্ৰুৱাৰিৰ আবেলি দ্বিতীয় দিনৰ মুকলি অধিৱেশনত বিশিষ্ট অতিথি ৰূপে যোগদান কৰি উৎকল সাহিত্য সভাৰ সভাপতি, বিশিষ্ট সাহিত্যিক শ্ৰদ্ধানন্দ সূপকাৰ এম.পি.এ. কয় যে অসম সাহিত্য সভাৰ ঐতিহ্য ভাৰতৰ কাৰণেই গৌৰৱ কথা; কিয়নো উৎকল সাহিত্য সভা তেনেই নতুন আৰু তেখেতেই তাৰ প্ৰথম সভাপতি। উৰিয়া ভাষা আৰু অসমীয়া ভাষাৰ মাজত থকা যাউতিযুগীয়া যোগসূত্ৰ আৰু এই ভাষা দুটাৰ সাদৃশ্যৰ কথা তেখেতে গৌৰৱেৰে উল্লেখ কৰে। উৰিষ্যা ৰাজ্যৰ সম্বলপুৰত থাকি অসমীয়া ভাষা-সাহিত্যৰ গুৰিধৰোঁতা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ গল্পসমূহত প্ৰকাশ পোৱা উৰিয়া জন-জীৱনৰ চিত্ৰৰ কথা তেখেতে গৌৰৱেৰে উল্লেখ কৰে। তেখেতে ভাৰতৰ ভাষাসমূহৰ মাজত সাহিত্যৰ বিনিময় কৰি ভাৰতীয় সংস্কৃতিৰ নাম উন্নত কৰিবলৈ আৰু ভাৰতৰ ঐক্য সাধনত বৰঙণি যোগাবলৈ সাহিত্যিকসকলক আহ্বান জনায়। সাহিত্যৰ সাধাৰণ লক্ষণসমূহ তেখেতে বিশ্লেষণ কৰি উৰিয়া ভাষাত দিয়া তেখেতৰ সুদীৰ্ঘ বক্তৃতাক আগ্ৰহেৰে শুনা সমৱেত ৰাইজৰ মাজত উৰিয়া আৰু অসমীয়া ভাষাৰ মাজত থকা সাদৃশ্য আৰু বক্তৃতাৰ হৃদয়গ্ৰাহিতাৰ কথাই প্ৰকাশ কৰিলে।

৮ ফেব্ৰুৱাৰিৰ পুৱা অনুষ্ঠিত আলোচনাচক্ৰত সভাপতিত্ব কৰে মহেন্দ্ৰ বৰাই। আলোচ্য বিষয় আছিল আধুনিক অসমীয়া কবিতা। আলোচনাত হেম বৰুৱা, চৈয়দ আব্দুল মালিক, অবনীচন্দ্ৰ বৰা, পৰেশমল্ল বৰুৱাই অংশ গ্ৰহণ কৰে।



তাৰ পিছত অনুষ্ঠিত বুৰঞ্জী সন্মিলনত সভাপতিত্ব কৰে লক্ষ্মী প্ৰসাদ দত্তই। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বেণুধৰ শৰ্মাই দেশৰ বুৰঞ্জী পুংখানুপুংখ আলোচনাৰ প্ৰয়োজনীয়াত সম্পৰ্কে মনোগ্ৰাহী ভাষাৰে বক্তৃতা দিয়ে।

৭ ফেব্ৰুৱাৰি ৰাতি ১২ বজালৈকে আৰু ৮ ফেব্ৰুৱাৰিৰ ৰাতি ২ বজালৈকে উপ-সভাপতি ড° মহেশ্বৰ নেওগৰ সভাপতিত্বত বিষয় বাছনি সভা বহে। সম্পাদকীয় বিবৃতিৰ ওপৰত হোৱা দীঘলীয়া আলোচনাত সভাৰ বিত্তীয় সংকট সম্পৰ্কে বিস্তৃত আলোচনা হয়। সভাই বহু আলোচনাৰ পাছত তিনিটি প্ৰস্তাৱ গ্ৰহণ কৰে। প্ৰথম প্ৰস্তাৱত অসমৰ আৱেগিক ঐক্য আৰু সংহতি ৰক্ষাৰ বাবে আহ্বান জনোৱা হয়। দ্বিতীয় প্ৰস্তাৱত ত্ৰিভাষী সূত্ৰ সংশ্লিষ্ট গ্ৰন্থসমূহৰ বিষয়ে বহুলভাৱে আলোচনা কৰি এটি সুদৃঢ় মত স্থিৰ কৰিবৰ বাবে এখন বিশেষ সমিতি গঠন কৰা হয়। তৃতীয় প্ৰস্তাৱত অসম সাহিত্য সভাৰ নিয়মাৱলীৰ বিভিন্ন প্ৰস্তাৱিত শোধনৰ বাবে আলোচনা কৰি প্ৰতিবেদন কৰিবলৈ এখন সমিতি গঠন কৰি দিয়া হয়।

৭ ফেব্ৰুৱাৰিৰ সন্ধ্যা শ্ৰীশংকৰক্ষেত্ৰৰ মণ্ডপত অনুষ্ঠিত সাংস্কৃতিক সন্মিলনৰ সভাপতিৰ ভাষণ দি অসমৰ থলুৱা সংস্কৃতিৰ সম্যক চৰ্চা আৰু উৎকৰ্ষসাধনৰ বাবে আহ্বান জনায়। জীৱেশ্বৰ গোস্বামী পৰিচালিত কেলিগোপাল নৃত্য-নাটিকা, বৰপেটাৰ সত্ৰীয়া সংস্কৃতিৰ পৰিৱেশন আদি সেইদিনাৰ শ্ৰেষ্ঠ আকৰ্ষণ আছিল। ৮ ফেব্ৰুৱাৰিৰ সন্ধিয়া সাংস্কৃতিক সন্মিলনৰ সভাপতিৰ ভাষণ দিয়ে হেম বৰুৱাই। সাংস্কৃতিক সন্মিলনৰ উপৰি আগদিনা বেউলা নাটকৰ আৰু পাছদিনা আগমণি নাটকৰ অভিনয় হয়।

বৰপেটা অধিৱেশনত জনসাধাৰণৰ মাজত অভূতপূৰ্ব জাগৰণ দেখা গৈছিল। জাতি-ধৰ্ম, গাঁও-নগৰ নিৰ্বিশেষে দুই লক্ষাধিক জনসাধাৰণে এই অধিৱেশনত যোগ দি অসম সাহিত্য সভা তথা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি বৰপেটাবাসী ৰাইজৰ অকৃত্ৰিম প্ৰীতিৰ কথা সোঁৱৰাই দিলে। সাহিত্য সভা উপলক্ষে আয়োজিত বিৰাট প্ৰদৰ্শনীৰ ক্ষেত্ৰতো দৰ্শকসকলৰ ভিৰ।

অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰী। সম্পাদক আছিল - শাস্ত্ৰীয় সংগীতৰ ওজা খগেন্দ্ৰনাথ দাস।

## কাৰ্যনিৰ্বাহক সমিতি

| | | |
|---|---|---|
| আনন্দচন্দ্ৰ বৰুৱা | - | সভাপতি |
| মহেশ চন্দ্ৰ দেৱগোস্বামী | - | উপ-সভাপতি |
| চৈয়দ আব্দুল মালিক | - | প্ৰধান সম্পাদক |
| নগেন শইকীয়া | - | সহকাৰী সম্পাদক (যোৰহাট) |

| | | |
|---|---|---|
| নন্দ তালুকদাৰ | - | সহকাৰী সম্পাদক (গুৱাহাটী) |
| হৰিচন্দ্ৰ ভট্টাচাৰ্য | - | পত্ৰিকা সম্পাদক |
| হৰিপ্ৰসাদ নেওগ | - | ধন ভঁৰালী |

মহেশ্বৰ নেওগ, চন্দ্ৰকান্ত বৰকাকীত, খগেন দাস, প্ৰফুল্ল গোস্বামী, প্ৰফুল্ল চন্দ্ৰ বৰুৱা, লীলা গগৈ, ভগগিৰি ৰায় চৌধুৰী।

## প্ৰস্তাৱ

এই অধিৱেশনত তিনিটা মাথোঁন প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। প্ৰথমটো অসমৰ আৱেগিক ঐক্য আৰু সংহতি ৰক্ষাৰ বাবে আহ্বান। দ্বিতীয়টোত ত্ৰিভাষী সূত্ৰমতে লিখা গ্ৰন্থসমূহ পৰীক্ষা কৰি চাবলৈ উপ-সমিতি গঠন। তৃতীয়টো নিয়মাৱলী সংশোধনৰ বাবে উপ-সমিতি গঠন। চতুৰ্থ প্ৰস্তাৱটো মুকলি সভাত গৃহীত নহ'ল। প্ৰস্তাৱটো আছিল অসম পুনৰ গঠনৰ প্ৰস্তাৱ। ২/৩/৬৯ তাৰিখে বহা কাৰ্যনিৰ্বাহক সমিতিত বিষয়টোৱে গুৰুত্ব পায়। প্ৰস্তাৱ আলোচনাত নীলমণি ফুকন, হৰিপ্ৰসাদ নেওগ, ভগগিৰি ৰায় চৌধুৰী, মহেশ্বৰ নেওগ, প্ৰফুল্ল বৰুৱা, মহেশচন্দ্ৰ দেৱগোস্বামী, অৰুণ গোস্বামী আদিয়ে আলোচনাত ভাগ লয় আলোচনাৰ অন্তত লোৱা সিদ্ধান্তটো হ'ল — পুনৰ গঠনৰ সাম্প্ৰতিক শেহতীয়া সিদ্ধান্তৰ পটভূমিত প্ৰস্তুত হোৱা অধিনিয়মত অসমৰ পাহাৰ আৰু ভৈয়ামৰ সমস্যাৱলী সমাধান কৰিবলৈ যাওঁতে যাতে অসমৰ সংহতি, স্বাৰ্থ, মৰ্যাদা অক্ষুণ্ণ ৰাখি আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ কোনো প্ৰকাৰৰ ক্ষতি সাধন নকৰাকৈ এই সূত্ৰ কাৰ্যকৰী কৰা হয় তাৰবাবে কেন্দ্ৰীয় চৰকাৰক আৰু বিধান মণ্ডলীক অসম সাহিত্য সভাই সতৰ্ক কৰি দিয়ে। ২১/৯/৬৮ তাৰিখে সমিতি গ্ৰহণ কৰা সিদ্ধান্তৰ ভিত্তিত পুনৰ দেহাৰে যে — "সমিতিয়ে ভাৰত চৰকাৰ আৰু অসম চৰকাৰ তথা বিধান মণ্ডলীক সতৰ্ক কৰি দিবলৈ বিচাৰে যেন এনে কোনো সাংবিধানিক ব্যৱস্থা লোৱা হয়; যিহৰ দ্বাৰা অসমৰ সংহতি কোনো প্ৰকাৰে ক্ষুণ্ণ নহয় আৰু উত্তৰ-পূব ভাতৰত নিৰাপত্তা কোনো কাৰণে বিপন্ন হৈ পৰে। সভাই শেহতীয়া পৰিস্থিতি অধ্যয়ন কৰি প্ৰথম প্ৰতিবেদন প্ৰস্তুত কৰিবলৈ উপ-সমিতি এখন গঠন কৰি দিয়ে।

## বিত্তীয় পৰিস্থিতি

আৱশ্যকীয় টকাৰ অভাৱতে এইবাৰ সাহিত্য সভাৰ পত্ৰিকাৰ মাত্ৰ এটা সংখ্যাহে প্ৰকাশ হ'ল। বিভিন্ন ছপাশালক প্ৰায় ৬০ হেজাৰৰো অধিক টকা দিবলগীয়া থকাৰ কাৰণে অসম বা অসমৰ বহিৰৰ ছপাশালবোৰে উঠনাকৈ পত্ৰিকা বা সভাৰ অন্যান্য ছাপাকাম কৰিবলৈ আগ নবঢ়াৰ কাৰণে, প্ৰবন্ধ-পাতি সকলো যুগুত কৰিও পত্ৰিকা ছপাই উলিয়াব পৰা নগ'ল। চৰকাৰী অনুদানৰ টকা পোৱাৰ পিছত আৰু অন্যান্য সূত্ৰৰ



পৰা পোৱাৰ পিছত ছপাশালবোৰক দিব লগা থকা আৰু অন্যান্য টকাৰ ২০ হেজাৰ টকাৰ ধাৰ মৰাৰ পিছতো প্ৰেছত আৰু ৪০ হেজাৰ টকা দিবলৈ এতিয়াও বাকী আছে।

## মহাত্মাগান্ধী শতবাৰ্ষিকী

গান্ধী শতবাৰ্ষিকী উপলক্ষে গ্ৰন্থ অনুবাদ আৰু প্ৰকাশৰ কাৰণে চৰকাৰৰ পৰা ১২ হেজাৰ টকা সাহিত্য সভাই পাইছিল। এই টকাও অন্যত খৰচ হৈ যোৱাৰ কাৰণে গান্ধী শতবাৰ্ষিকী বছৰত সাহিত্য সভাই প্ৰস্তাৱিত গ্ৰন্থ প্ৰকাশ কৰিব নোৱাৰিলে। আৰু গান্ধী শতবাৰ্ষিকী উপলক্ষে নিজস্ব কোনো গ্ৰন্থও প্ৰকাশ কৰিব নোৱাৰিলে। ড° প্যাৰেলালৰ "লাষ্ট ফেজ অৱ গান্ধীজী" নামৰ কিতাপখন অনুবাদ কৰিবৰ কাৰণে ইমৰাণ ছাহ আৰু ড° হৰিশ্চন্দ্ৰ ভট্টাচাৰ্যক ভাৰ দিয়া হয়। গান্ধী শতবাৰ্ষিকী উপলক্ষে গুৱাহাটীত কবি সন্মিলন আৰু আলোচনাচক্ৰ পতা হয়।

## প্ৰকাশন

এই বছৰত প্ৰকাশৰ কাৰণে এটা আধুনিক অসমীয়া কবিতাৰ সংকলন, এটা ইংৰাজীলৈ অনুবাদ কৰা অসমীয়া চুটি গল্পৰ সংকলন, এটা আধুনিক একাংক নাটকৰ সংকলন, মিচিং গীতৰ সংগ্ৰহ আৰু সংকলন, বড়ো, ৰাভা গীতৰ সংগ্ৰহ আৰু সংকলন আৰু চাহ-বাগিচাৰ বনুৱাৰ গীত সংকলনৰ আঁচনি লোৱা হৈছিল। যোগ্য লোকক এইবোৰৰ দায়িত্ব দিয়া হৈছিল। আৰু তেখেতসকলেও সভাৰ আহ্বানক্ৰমে এই দায়িত্ব গ্ৰহণ কৰি কামত আগবাঢ়িছে। ইতিমধ্যে দেউৰী গীতৰ এটা সংগ্ৰহ আৰু চাহ-বাগিচাৰ বনুৱাৰ গীতৰ এটা সংগ্ৰহ আমাৰ হাতত পৰিছেহি। চাহ-বাগিচাৰ বনুৱাৰ গীত সংগ্ৰহ কাৰ্যত কেইজনমান শিক্ষিত চাহ বনুৱা ডেকা আৰু অন্যান্য লোকো সক্ৰিয়ভাৱে লাগি আছে।

বৰ্ষটোত অসমীয়া বিশ্বকোষ প্ৰণয়ন, এখন বৃহৎ অসম বুৰঞ্জী প্ৰণয়ন, অসমীয়া ভাষা-সাহিত্যৰ এখন পূৰ্ণাংগ বুৰঞ্জী প্ৰণয়ন, এখন বিজ্ঞানসন্মত অসমীয়া ব্যাকৰণ প্ৰণয়ন আদি সাহিত্য সভাই গ্ৰহণ কৰা হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী আঁচনিবোৰ প্ৰধানতঃ আৱশ্যকীয় পুঁজিৰ অভাৱতে কাৰ্যকৰী কৰিব পৰা হোৱা নাই। অসমৰ ৰাইজ আৰু চৰকাৰে এনে পুঁজিৰ যোগান নধৰিলে, আঁচনিবোৰ সফল কৰাৰ আশা অতি ক্ষীণ। সুখৰ বিষয় যে ইতিমধ্যে বিশ্বকোষ প্ৰণয়ন আৰু প্ৰকাশৰ বাবে এখন বিস্তৃত আঁচনি প্ৰকাশন পৰিষদে গ্ৰহণ কৰাৰ পিছত সাহিত্য সভাই সেই আঁচনিৰ সফলতাৰ কাৰণে যথাবিহিত কৰিবলৈ মনস্থ কৰিছে।

বহু বছৰ ধৰি সাহিত্য সভাই এটি নিজস্ব ছাপাখানা পতাৰ আঁচনি কৰি আহিছে।

## সোৱণশিৰি কৃষ্টি কেন্দ্ৰ

সাহিত্য সভাৰ সহযোগিতাত নেফাৰ সোৱণশিৰি অঞ্চলত সোৱণশিৰি কৃষ্টিকেন্দ্ৰ আৰু চিয়াঙত পূৰ্বাঞ্চল কৃষ্টিকেন্দ্ৰ নামৰ দুটা সাহিত্য সংস্কৃতিৰ অনুশীলনী কেন্দ্ৰ স্থাপিত হৈছে।

দিল্লী নিবাসী অসমীয়াসকলৰ যত্নত দিল্লী অসমীয়া সাহিত্য সমাজ নামৰ এটা অনুষ্ঠান-প্ৰতিষ্ঠিত হৈছে। ই সাহিত্য সভাৰ স্বীকৃত সভ্যৰূপে পৰিগণিত হৈছে।

## শিক্ষাৰ মাধ্যম

ডিব্ৰুগড় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ে শিক্ষাৰ মাধ্যম অসমীয়া কৰাৰ আঁচনি লৈ কাৰ্যকৰীভাৱে কাম হাতত লৈছে। এই সাহসী পদক্ষেপে অসমীয়া ভাষা-সাহিত্যৰ এক আশাৰূপ ভৱিষ্যতৰ সূচনা কৰিছে। দুয়োটা বিশ্ববিদ্যালয়ে নিৰ্ভুল আৰু নিখুঁত আঁচনি কৰিব লাগিব আৰু এই বিষয়ত অসম সাহিত্য সভা তথা অসমৰ সাহিত্যিকসকলে অকৃত্ৰিম আৰু সক্ৰিয় সহযোগিতা আগবঢ়াই যাব বুলি সভাই আশা কৰে। এই নতুন মাধ্যমৰ সুফল অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰগতি আৰু সম্প্ৰসাৰণৰ নতুন পদক্ষেপ বুলি গ্ৰহণ কৰিবৰ কাৰণে সংশ্লিষ্ট সকলোলৈকে সভাই আহ্বান জনাইছে। অসমীয়া ভাষা বিশ্ববিদ্যালয়ত উচ্চতম শিক্ষাৰ মাধ্যম হেৰা মানে এই ভাষাই উচ্চতম মৰ্যাদা লাভ কৰা। এই কথাৰ প্ৰতি বিশ্ববিদ্যালয় দুখন আৰু অসমীয়া ৰাইজ সজাগ থাকিব বুলি আমি আশা কৰিলোঁ। অসম কৃষি বিশ্ববিদ্যালয়েও পৰ্যায়ক্ৰমে যথাসম্ভৱ সোনকালে অসমীয়া মাধ্যম প্ৰৱৰ্তন কৰিলেহে জ্ঞান-বিজ্ঞানৰ বিভিন্ন দিশত অসমীয়া ভাষাৰ মৰ্যাদা সু-প্ৰতিষ্ঠিত হ'ব। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি সমন্বয় সমিতিয়ে অসম সাহিত্য সভাৰ সহযোগত অনা-অসমীয়া শিক্ষকসকলৰ কাৰণে এটা অসমীয়া ভাষা প্ৰশিক্ষণ শ্ৰেণী খোলাৰ ব্যৱস্থা কৰিছিল।

## ৰাজ্য ভাষা

অসম সাহিত্য সভাৰ নেতৃত্বত সদৌ অসমৰ ৰাইজে দীৰ্ঘকাল ব্যাপি আন্দোলন কৰাৰ ফলত অসমীয়া ভাষাই ৰাজ্যিক শাসকীয় ভাষাৰ স্বীকৃতি লাভ কৰিলে যদিও আৰু ৰাজ্যভাষা আইন গৃহীত হোৱাৰ পিছত কেইবাটাও বছৰ পাৰ হৈ গ'ল যদিও এই ভাষা সদৌ ৰাজ্যত যথাবিহিতভাৱে প্ৰৱৰ্তিত নহ'ল। ১৯৬৯ চনৰ ৪ ডিচেম্বৰত ঘোষণা কৰা সত্বেও আজিপৰ্যন্ত ৰাজ্য ভাষা প্ৰৱৰ্তন নকৰাত সভাই গভীৰ দুখ প্ৰকাশ কৰে। এই বিষয়ত চৰকাৰৰ হেমাহি আৰু উদাসীনতা যিদৰে অক্ষমনীয় সেইদৰে আমাৰ শিক্ষিত শ্ৰেণী ৰাইজ তথা যিসকল লোকৰ অসমীয়াক ৰাজ্যভাষাৰূপে ব্যৱহাৰ কৰাৰ দায়িত্ব আছে সেইসকলৰ বহুতৰে নিষ্ক্ৰিয়তা আৰু স্থান-বিশেষে অসমীয়া ভাষা ব্যৱহাৰৰ প্ৰতি বিৰূপ মনোভাৱো কম জগৰীয়া নহয় বুলি সভাই অনুভৱ কৰে। অসমীয়া ভাষাৰ মৰ্যাদা ৰক্ষাৰ যোগেদিহে অসমীয়াৰ জাতীয় অস্তিত্ব ৰক্ষা কৰিব পাৰে। সভাই আশা কৰে চলিত ১৯৭০ চনৰ পৰাই চৰকাৰে ৰাজ্যিক শাসকীয় ভাষা আইন কটকটীয়াভাৱে প্ৰয়োগ কৰিব আৰু ৰাইজেও এই বিষয়ত নিজস্ব ভূমিকা সচেতনভাৱে পালন কৰিব।



## সাহিত্যিক পেঞ্চন

যোগ্য সাহিত্যিকক চৰকাৰী সাহিত্যিক পেঞ্চন দিয়াবৰ কাৰণে সাহিত্য সভাই আৱশ্যকীয় ব্যৱস্থা লৈ আহিছে। এই বিষয়ত চৰকাৰৰ স্পষ্ট আৰু নিৰপেক্ষ নীতি থকাটো নিতান্ত বাঞ্ছনীয়। সাহিত্য সেৱাৰ স্বীকৃতি আৰু পুৰস্কাৰ স্বৰূপে আৰু ক্ষেত্ৰবিশেষে সাহিত্যিকৰ সংস্থানৰো অংশ হিচাপে প্ৰধানতঃ আৰ্থিকভাৱে নিশকতীয়া আৰু সীমিত আৰ্জনৰ শিল্পী-সাহিত্যিকক উদাৰভাৱে আৰু সন্মানজনকভাৱে পেঞ্চন দিয়াৰ নীতি চৰকাৰে বিধিবদ্ধ কৰা। সাধাৰণ কায়িক শ্ৰম কৰা চৰকাৰী চাকৰিয়ালকো চৰকাৰী পেঞ্চন দিয়াৰ ব্যৱস্থা থকা অৱস্থাত, ভাষা-সাহিত্যৰ কাৰণে জীৱনৰ শ্ৰেষ্ঠতম চিন্তাশ্ৰম আগবঢ়াই নিজৰ সাহিত্য-সংস্কৃতিৰ ভঁৰাল চহকী কৰা লোকসকলক যথাযোগ্য চৰকাৰী আৰ্থিক সাহায্য দিয়াও কাৰ্পণ্য কৰাটো নিতান্ত বাঞ্ছনীয় নহয় বুলি সভাই ভাবে। ভিক্ষাৰীক ভিক্ষা দিয়াৰ মনোবৃত্তিৰে নিদি সন্মানজনক পুৰস্কাৰ হিচাপে পেঞ্চন দিয়াৰ নীতি নকৰিলে, সাহিত্যিকসকলৰ মৰ্যাদা ৰক্ষা নপৰে।

## বিবিধ কাৰ্যসূচী

বছৰটোত অসম সাহিত্য সভাই ৪২ হেজাৰ টকাৰ এখন পুথি প্ৰকাশ আঁচনি চৰকাৰৰ ওচৰত দাখিল কৰিছিল। চৰকাৰৰ পৰা এই বিষয়ত কোনো অনুকূল সঁহাৰি পোৱা নাপালে।

বৰপেটা সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিয়ে দিয়া ২৫০০ টকাৰ অনুদানেৰে বৰপেটা অধিৱেশন বাৰ্ষিকী ছপাৰ কাৰণে দিছিল।

হেমচন্দ্ৰ গোস্বামীৰ উত্তৰাধিকাৰী শৰৎচন্দ্ৰ গোস্বামী আৰু প্ৰফুল্ল চন্দ্ৰ গোস্বামীৰ পৰা হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী সংকলন কৰি প্ৰকাশ কৰিবৰ কাৰণে ১০ হেজাৰ টকাৰ অনুদানৰ প্ৰতিশ্ৰুতি সভাই পায়। গোস্বামীৰ ৰচনাৱলী সম্পাদনাৰ ভাৰ বেণুধৰ শৰ্মাক দিয়া হৈছিল আৰু পৰৱৰ্তী সময়ত প্ৰকাশ হয়।

মফিজুদ্দিন আহমদ হাজৰিকাৰ জন্ম শতবাৰ্ষিকী, পদ্মনাথ গোহাঞি বৰুৱাৰ জন্ম শতবাৰ্ষিকী আৰু হেমচন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকী পালনৰ আঁচনি আৰু প্ৰাৰম্ভিক প্ৰস্তুতিৰ কাম হাতত লোৱা হয়।

গোপাল গোস্বামী স্মৃতি পুঁজিৰ ভিত্তিত শিশু সাহিত্যি প্ৰতিযোগিতাৰ বিষয়বস্তু জোনৰ দেশত মানুহ নমাৰ শিশুৰ উপযোগী গ্ৰন্থ ৰচনা। এই গ্ৰন্থৰ পাণ্ডুলিপি দাখিল কৰাৰ তাৰিখ ৩১ মাৰ্চলৈ বঢ়াই দিয়া হৈছিল।

স্কুলীয়া আৰু কলেজীয়া আলোচনীৰ প্ৰতিযোগিতা পতা হৈছিল। এই প্ৰতিযোগিতাত বি. বৰুৱা কলেজ আলোচনী, প্ৰাগ্‌জোতিষপুৰ কলেজ আলোচনী আৰু আৰ্য বিদ্যাপীঠ কলেজ আলোচনীয়ে পুৰস্কাৰ লাভ কৰিছে। অসম ভেটেনেৰী কলেজৰ মুখপাত্ৰ ভেতকল (Vetcol)-এ বিশেষ পুৰস্কাৰ লাভ কৰিছিল।

স্কুলীয়া পৰ্যায়ত পতা প্ৰতিযোগিতাত অইল ইণ্ডিয়া হায়াৰ চেকেণ্ডেৰী স্কুল, কটন কলেজিয়েত হায়াৰ চেকেণ্ডেৰী স্কুল, ডি.চি.বি. গাৰ্লচ হাইস্কুল আলোচনীয়ে পুৰস্কাৰ লাভ কৰে।

সভাৰ পুঁজিত দান দিবৰ উদ্দেশ্যে প্ৰফুল্ল চন্দ্ৰ বৰুৱাই সুৰ দেউলৰ পুজাৰী নামৰ কিতাপখনিৰ ২৬০ কপি আৰু গান্ধী শতবাণী নামৰ গ্ৰন্থৰ ২৬০ কপি দান কৰাৰ কাৰণে সভাই ধন্যবাদ জনায়।

হৰিমোহন চৰকাৰে তুকুৰীয়া গীত নামৰ তেখেতৰ দ্বাৰা সংগৃহীত আৰু প্ৰকাশিত ৰাভাগীতৰ সংগ্ৰহৰ ৫০ কপি সাহিত্য সভালৈ দান দিয়াৰ বাবে ধন্যবাদ জ্ঞাপন কৰে।

### অন্যান্য

ৰাষ্ট্ৰপতি জাকিৰ হুচেইনক অসম ভ্ৰমণ কালত অভিনন্দন পত্ৰ প্ৰদান কৰা হয় আৰু সম্বৰ্ধনা জনোৱা হয়।

সভাৰ প্ৰচাৰ আৰু সংগঠনৰ কামত সভাপতি, প্ৰধান সম্পাদক, সহকাৰী সম্পাদক দুজনে উজনি আৰু নামনি অসমৰ বিভিন্ন ঠাই ভ্ৰমণ কৰে।

পুৰস্কৃত কৰিব লগা ছাত্ৰসকলৰ নাম শিক্ষা বিভাগৰ পৰা নোপোৱা কাৰণে বনমালী শইকীয়া পুঁজি আৰু হৰিহৰ চৌধুৰী পুঁজিৰ বঁটা বিতৰণ কৰিব পৰা নাছিল।

গুৱাহাটী ষ্টেচন ৰে'লৱে কলনিত জুই লগাৰ ফলত ভগৱতী প্ৰসাদ বৰুৱাৰ ভৱনৰ জুয়ে যি ক্ষতি কৰে তাৰ ক্ষতিপূৰণ বিচাৰি ২৫০০ টকাৰ যি আবেদন জনোৱা হৈছিল, তাৰ কোনো সমিধিান আজিলৈকে পোৱা নাই। ইতিমধ্যে ভৱন সংৰক্ষণ সমিতিয়ে ভগৱতী প্ৰসাদ বৰুৱা ভৱনটো বীমা কৰাৰ ব্যৱস্থা হাতত লৈছে।

কাৰ্যকালত হোৱা ২২ খন নতুন শাখা সভাকে ধৰি সেই সময়ৰ অসম সাহিত্য সভাৰ শাখা সভাৰ সংখ্যা ২৬২ খন।

বছৰটোত ৩ খন নতুন সভাক স্বীকৃতি দিয়া হৈছিল। আৰু আজীৱন সভ্য হ'ল ২০ জন।

শাখা সভাসমূহে মূলসভাৰ নিৰ্দেশ অনুযায়ী আৰু স্থানীয় প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখি আলোচনা সভা, স্মৃতিসভা আদিৰ সম্পন্ন কৰাৰ বিৱৰণ দিছিল। সাধাৰণ সভা বৃদ্ধি আৰু আজীৱন সভ্যভৰ্তিৰ বাবেও কেইবাখনো শাখা সভাই সক্ৰিয়ভাৱে চেষ্টা কৰিছিল।



উত্তৰ লখিমপুৰ আৰু তেজপুৰত সাহিত্য সভাৰ নিজস্ব ভৱন নিৰ্মাণ হয়। তেজপুৰত বহু টকা ব্যয় কৰি সজা ভৱনটি সভাপতিয়ে উদ্বোধন কৰে। নগাঁৱতো ভৱন নিৰ্মাণৰ কাম প্ৰায় সম্পূৰ্ণ হোৱা আৰু বৰপেটাটো সাহিত্য সভাৰ ভৱন নিৰ্মাণৰ আঁচনি লোৱা হয়। ধুবুৰী, ডিগবৈ, পাঠশালা, ৰঙীয়া, মাকুম, পলাশবাৰী, কমলাবাৰী, বৰহাপজানত নিজস্ব ভৱন নিৰ্মাণৰ প্ৰচেষ্টা চলিছে। কোনো কোনো শাখা সভাই ভৱন নিৰ্মাণৰ কাৰণে কেন্দ্ৰীয় সভাৰ পৰা সাহায্য বিচাৰি আবেদন জনায়।

### আনন্দ চন্দ্ৰ বৰুৱা

আনন্দচন্দ্ৰ বৰুৱা (জন্ম ৩ ডিচেম্বৰ, ১৯০৭; মৃত্যু ২৭ জানুৱাৰি, ১৯৮৩) ই ঢেকীয়াখোৱা প্ৰথামিক বিদ্যালয়ৰ পৰা বৃত্তি পাই কাকজান মাইনৰ স্কুলত নাম লগায় ১৯১৮ চনত। ১৯২১ চনত মাইনৰ পৰীক্ষাত উত্তীৰ্ণ হৈ বৃত্তি পায় আৰু চৰকাৰী হাইস্কুলত নাম লগায়। ১৯২৬ চনত কাশী বিশ্ববিদ্যালয়ৰ বিজ্ঞান শাখাত ভৰ্তি হয়। ইয়াত দুবছৰ পঢ়ি পুনৰ কলা বিভাগত নাম লগায়। ১৯২৯ চনলৈকে তাত অধ্যয়ন কৰে।

কাশীৰ পৰা আহি গুৱাহাটীৰ খাৰঘুলিৰ নিউ প্ৰেছৰ পৰা ওলোৱা চন্দ্ৰকুমাৰ আগৰৱালাৰ সাপ্তাহিক "অসমীয়া"ৰ সম্পাদক হয়। ১৯৩২ চনত যোৰহাটৰ স্কুল পৰিদৰ্শকৰ কাৰ্যালয়ত অস্থায়ীভাৱে প্ৰথম সহকাৰী ৰূপে নিযুক্তি পায়। ১৯৩৩ চনত চেনাইৰাম হাইস্কুলত শিক্ষকতা কৰে। ১৯৩৪ চনত সেই কাম এৰি নীলমণি ফুকনৰ সম্পাদনাত যোৰহাটৰ পৰা ওলোৱা "বাতৰি"-ৰ সহকাৰী সম্পাদক নিযুক্ত হয়। ১৯৪৩ চনত দ্বিতীয় মহাসমৰৰ সময়ত বিমান বিভাগত যোগ দি লাহোৰ, ছেকেন্দ্ৰাবাদ আৰু কৰাছীত কাম কৰে। ১৯৪৬ চনত তাৰ পৰা অব্যাহতি লৈ ১৯৪৭ চনত যোৰহাটৰ ইণ্ডাষ্ট্ৰিয়েল ট্ৰেইনিং ইনষ্টিটিউটৰ কাৰ্যালয় সহায়ক নিযুক্ত হয়। ইয়াৰ পৰাই ১৯৬৯ চনৰ ডিচেম্বৰ মাহৰ ৩১ তাৰিখে অৱসৰ গ্ৰহণ কৰে।

গ্ৰন্থসমূহ ঃ *হাফিজৰ সুৰ* (১৯৩৩), কাব্যগ্ৰন্থ। আন কেইখন কিতাপ হ'ল — *পৰাগ* (১৯৩০), *পুষ্পক* (১০৩৪), আৰু *ৰঞ্জন ৰশ্মি* (১৯৩৪)। *বিজয়া* (১৯৩১), আৰু *বিসৰ্জন* (১৯৩৩)। তেওঁৰ দুখন নাটক — *কপৌ-কুঁৱৰী* (১৯৩৮) নামৰ নৃত্যনাটিকা এখনৰো তেওঁ ৰচক। যোৰহাটৰ বিখ্যাত বাণী সন্মেলন (১৯৩০) আৰু অসম সাহিত্য সভাৰ কবি সন্মিলনৰ (১৯৫৫) এৰেঁই জন্মদাতা। অসম সাহিত্য সভাৰ ষট্‌ত্ৰিংশ অধিৱেশনত (বৰপেটা, ১৯৭০) বৰুৱাই সভাপতিত্ব কৰিছিল। তেওঁ ভাৰত চৰকাৰৰ পদ্মশ্ৰী সন্মান (১৯৭৮০) লাভ কৰে।

কাশী বিশ্ববিদ্যালয়ত তিনিবছৰ অধ্যয়ন কৰি সাংবাদিকতাৰে বৰুৱাই কৰ্মজীৱন আৰম্ভ কৰে। *অসমীয়া* কাকতৰ সম্পাদক (১৯৩০), যোৰহাট স্কুল পৰিদৰ্শকৰ কাৰ্যালয়ত কাৰ্যালয় সহকাৰী (১৯৩২), তিনিচুকীয়া চেনাইৰাম হাইস্কুলত শিক্ষকতা (১৯৩৩—৩৪), *সাপ্তাহিক বাতৰি*ৰ সহকাৰী সম্পাদক (১৯৩৪), বিমান বিভাগৰ চাকৰিয়াল (১৯৪৩—৪৬) আৰু যোৰহাট ঔদ্যোগিক প্ৰশিক্ষণ কেন্দ্ৰত কাৰ্যালয় সহকাৰী হিচাপে যোগ দি (১৯৪৭—১৯৬৯) চনত সেই চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। *বকুলবনৰ কবিতা* পুথিখনৰ বাবে তেওঁ সাহিত্য অকাদেমি বঁটা (১৯৭৭) লাভ কৰে।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ নামৰ আগত 'ৰূপকোঁৱৰ' আৰু নীলমণি ফুকনৰ নামৰ আগত 'বাগ্মীবৰ' উপাধি পোনতে আনন্দচন্দ্ৰ বৰুৱায়েই *বাতৰি*-ত লিখিছিল।

## সুবচন

*মহামানৱৰ মিলন তীৰ্থ পৃথিৱীৰ ভিতৰত আটাইতকৈ পুৰণি, ভাৰতবৰ্ষই আমাৰ দেশ আমি ভাৰতবাসী। আজিৰ যুগত পৃথিৱীয়ে যিখন ভাৰতবৰ্ষ দেখিছে, এই নৱ ভাৰতৰ অভ্যুদয়ত থিয় দি আছে হাতত এডাল লাখুটি লৈ, অৰ্দ্ধনগ্ন সৰ্বত্যাগী মহামানৱ গান্ধী। যিজনৰ প্ৰেম, অহিংসা আৰু মৈত্ৰীৰ বাণীয়ে ঘৃণা, হিংসা আৰু কপটতা ধ্বংস কৰি মানৱধৰ্মৰ ভেঁটি চিকুণাই থৈ গ'ল, জাতিৰ জনক সেই মহাত্মাৰ উদ্দেশ্যে এটি প্ৰণিপাত। যিজনৰ মহান নেতৃত্বত ভাৰতবৰ্ষই বিচাৰি পালে গৌৰৱৰ এখন বিজয় ধ্বজা — ত্ৰিৰংগ ধ্বজা পৃথিৱীৰ সৰ্বোচ্চ শিখৰ এভাৰেষ্টত উৰি ঘোষণা কৰিছে মহাভাৰতৰে বিজয় বাৰ্তা।*

*আহক, আজি মহাত্মা গান্ধীৰ জন্ম শতবাৰ্ষিকীৰ বছৰ এই ১৯৬৯ চনৰ আৰম্ভণিৰ পৰাই আমি সকলো বিভেদপাহৰি সমবেত হওঁ আমাৰ গৌৰৱ ধ্বজাৰ তলত। অনুসৰণ কৰোঁ সেই পথ, যি পথেদি গ'লে আমি বিশ্বৰ আদি, বিশ্বৰ বন্দনীয় আৰু নিখিলৰ ভয় হৰণ কৰা ভাৰতবৰ্ষখন পৰিষ্কাৰ ৰূপে আকৌ দেখা পাম। পূবে ব্ৰহ্মকুণ্ড বা পৰশুকুণ্ডৰপৰা আৰম্ভ কৰি পশ্চিমত দ্বাৰকালৈকে আৰু উত্তৰে হিমালয়ৰ পৰা আৰম্ভ কৰি দক্ষিণৰ কন্যাকুমাৰীলৈকে এই বিৰাট দেশখনৰ মহান ঐতিহ্যপূৰ্ণ এটি মাত্ৰ নাম — ভাৰতবৰ্ষ। ভাৰতবৰ্ষৰ ঐতিহাসিক যুগ আৰম্ভ হোৱাৰ ঢলপুৱাত অনাৰ্যসকলৰ লগত আৰ্যসকলৰ মতভেদ, বিবাদ-খৰিয়াল আৰু যুদ্ধ-বিগ্ৰহ হৈছিল। এই সংঘৰ্ষ ফলত আৰ্য্যসকলৰ মাজত এটা কট্‌কটীয়া ঐক্যবোধ আহিল আৰু তেওঁবিলাকৰ ৰাষ্ট্ৰনীতি, সংস্কৃতি আৰু জীৱনৰ লক্ষ্যসমূহীয়া ভাৱে এটা শক্তিশালী গোটত পৰিণত হ'ল। ইয়াতেই জাতীয়তাবাদৰ জন্ম। এয়া নিচেই কমেও ৩৫০০ বছৰৰ আগৰ কথা। তেনেকুৱা আৰ্যসকলৰে এটি গোষ্ঠীৰ এজন বীৰ আছিল, তেওঁৰ নাম ভৰত।*



* * *

*"বেদ আৰু উপনিষদসমূহ, মহাভাৰত আৰু ৰামায়ণৰ বিৰাট কায়, কালিদাস, ভৱভূতি, ভর্তৃহৰি, জয়দেৱ আৰু ভাৰতীয় নাট, কবিতা, ধৰ্মপদ আৰু জাতকবিলাক, পঞ্চতন্ত্ৰ, তুলসীদাস, বিদ্যাপতি, চণ্ডিদাস, নানক, কবীৰ, মীৰাবাঈ ইত্যাদি — এই সকলোবিলাকৰ মাজত অতি উন্নত, অতি বিকশিত মহান প্ৰতিভাৰ পোহৰ জিলিকি আছে। এই সকলোবিলাকৰ আঁৰত এখন দেশৰ মানসিক উৎকৰ্ষ আৰু সূক্ষ্ম দৃষ্টিৰ এক মহান আৰু সদায় উল্লেখযোগ্য স্থান নিহিত হৈ আছে। মানৱ সভ্যতাৰ ইতিহাসে এই স্থান এতিয়াও অতিক্ৰম কৰি যাব পৰা নাই।"*

*বেদৰ মন্ত্ৰবিলাকেই বিশ্বৰূপাগ্নিৰ কেঁচাসোণ বৰণীয়া শিখা আৰু এই শিখাৰ মাজতে শাশ্বত কালৰ ৰহস্যপূৰ্ণ শতদল পদ্মপাহি জিলিকি আছে। এয়েই পৃথিৱীৰ প্ৰথম সাহিত্য সৃষ্টিৰ প্ৰেৰণাৰ উৎস। বৈদিক মন্ত্ৰবিলাকৰ মাজত থকা একো একোটি শব্দৰ পৰাই পৰৱৰ্তী দাৰ্শনিক দৃষ্টিৰ জন্ম হ'ল। এটি শব্দ চাওক, 'তটস্থ'। পানী-যুৱলীত থকা এজোপা গছৰ ছাঁটো পানীত পৰে। যেতিয়া বতাহৰ বা লাগি পানী টৌৱে কোবায়, তেতিয়া সেই গছৰ ছাঁটো ভাগি-ছিগি টুকুৰাটুকুৰ হৈ যোৱা যেন দেখি, কিন্তু পানীৰ তটস্থ গছজোপাৰ পাত এখিলাও নলৰাকৈ আগৰ দৰেই থিয় দি থাকে। গতিকে ছাঁটোৰ কম্পনটো মিথ্যা — মায়া মাত্ৰ। এনেকুৱা আলোচনা, সমালোচনা আদিৰপৰাই উপনিষদৰ যুদ আৰম্ভ হ'ল। অৰণ্যে অৰণ্যে জ্ঞানন্বেষী, ব্ৰহ্মচৰ্য ব্ৰতধাৰী, নিপোটল স্বাস্থ্যৱান, প্ৰসন্নবদন শিষ্যসকলৰ সৈতে ঋষিসকলে আশ্ৰম সৃষ্টি কৰিলে।*

* * *

*যিখন ভাৰতবৰ্ষত মানসিক উৎকৰ্ষ সাধন এনেদৰে হৈছিল সেই সাধনাৰ জিলিঙনিতে সমস্ত ভাৰতীয় ভাষা-সাহিত্য সমৃদ্ধ হৈ আহিছে। আমাৰ চিৰচেনেহী অসমীয়া ভাষাও এটা অতি পুৰণি ভাষা। নিচেই কমেও আমাৰ ভাষাৰ বয়স ১৫০০ বছৰ হ'ব। অনেক পণ্ডিতে অসমীয়া ভাষা-সাহিত্যৰ ইতিহাস লিখি থৈছে আৰু বিবিধ প্ৰবন্ধ লিখিছে। আমি সেই বিষয়ত সময় ব্যয় কৰিব খোজা নাই। আমি মাত্ৰ ইমানকে জানি সন্তুষ্ট হোৱা উচিত যে, আজি যিখন সাৰ্বভৌম স্বাধীন গণতান্ত্ৰিক ভাৰতবৰ্ষ গঠিত হৈছে এই ভাৰতবৰ্ষৰ সংবিধানে গ্ৰহণ কৰা ভাষাসমূহৰ ভিতৰত আমাৰ অসমীয়া ভাষাও এটা ভাৰতীয় ভাষা।*

*ভাষা জীয়াই থাকে সাহিত্য সৃষ্টিৰ দ্বাৰা। সংস্কৃতভাষাই পৃথিৱী জয় কৰিলে অকল সেই ভাষাত থকা অমৰ সাহিত্যৰাজিৰ পৰা। এই একে কথাকে দোহাৰিবৰ প্ৰয়োজন নাথাকিলেও সাহিত্যপ্ৰেমী ৰাইজৰ বিদিতাৰ্থে পণ্ডিত প্ৰৱৰ ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায় মহোদয়ৰ কথাৰেই জনাবলৈ মন গৈছে — "কলিকতাত এছিয়াটিক ছ'চাইটিৰ প্ৰতিষ্ঠাতা ছাৰ উইলিয়াম জন্সে ১৭৮৯ খ্ৰীষ্টাব্দত কালিদাসৰ 'অভিজ্ঞান*

শকুন্তলম'ৰ ইংৰাজী অনুবাদ কৰিলে আৰু অতি অলপকালৰ ভিতৰতে এই শ্ৰেষ্ঠ ৰসৰচনাই ইউৰোপৰ চিত্ত জয় কৰিলে। জাৰ্মান কবি, দাৰ্শনিক গ্যেটেই ইয়াৰ প্ৰশস্তি ৰচনা কৰিলে।"

*   *   *

ধৰ্ম মানে সকলো সংস্কৃতিৰ বিকশিত ৰূপটো আৰু অৰ্থ মানে জনগণ, এই অৰ্থত ধৰ্ম আৰু অৰ্থ স্বৰূপ ফল লগা। ৰাজ্যস্বৰূপ বৃক্ষজোপাক নমস্কাৰ কৰা হৈছিল। আমিও একে সুৰতে আমাৰ এই মহান ৰাষ্ট্ৰক নমস্কাৰ কৰিছোঁ।

*   *   *

এই প্ৰেৰণাৰ সোঁতত ভাৰতীয় সাহিত্য-সংস্কৃতি আগবাঢ়ি ভাব সমুদ্ৰৰ ঢৌৰ বুকুত ওপঙি গৈ থাকোঁতে থাকোঁতে আহিল বুদ্ধৰ দুঃখবাদ — জন্ম দুখ, জৰা দুখ, ব্যাধি দুখ, মৰণ দুখ, অপ্ৰিয় সংযোগ দুখ, প্ৰিয়বিয়োগ দুখ, কাম্যবস্তু নোপোৱা দুখ—

*   *   *

ভাববাদী ভাৰতবৰ্ষ কঠোৰ বাস্তৱৰ সন্মুখীন হ'ব লগা হ'ল। বুদ্ধৰ অনাত্মবাদৰ দৰ্শনে বৈদিক ভাৰতৰ চিন্তাধাৰাত বিপ্লৱ সৃষ্টি কৰিলে। বুদ্ধই অশোকৰ দৰে শক্তিমান সম্ৰাট এজনৰ পৃষ্ঠপোষকতা লাভ কৰিলে। যুগ-যুগান্তৰৰ পৰা একেৰাহে চলি গৈ থকা বৈদিক চিন্তাৰ স্ৰোতধাৰা ৰোধ কৰিবলৈ বৌদ্ধ দৰ্শনে ভাৰতবৰ্ষৰ চিন্তা আৰু সংস্কৃতিৰ ইতিহাসত এটা অস্থিৰ অৱস্থা সৃষ্টি কৰিলে। ইয়াৰ ফলত ভাৰতবৰ্ষত অসংখ্য নতুন নতুন ধৰ্ম সম্প্ৰদায় সৃষ্টি হ'ল আৰু মানুহৰ মন শতধা বিভক্ত হ'ল। এই সময়ছোৱাত ৭২ টি বেলেগ বেলেগ ধৰ্ম-গোষ্ঠী বা সম্প্ৰদায় থকাৰ প্ৰমাণ পোৱা হৈছে বুলি পণ্ডিতসকলে কৈছে। এই বিপদ-সংকুল সময়তে প্ৰেৰিত পুৰুষৰ দৰে আহিল শ্ৰীশংকৰাচাৰ্য। উত্তৰে কাশ্মীৰ আৰু নেপালৰ পৰা দক্ষিণে কন্যাকুমাৰীলৈকে এজন মহাপুৰুষে ধুমুহা গতিৰে অভিযান আৰম্ভ কৰিলে। এই অভিযানত তেওঁ হাতত তৰোৱাল লৈ দেশ ধ্বংসস্তূপত পৰিণত কৰা নাছিল। ইয়াৰ প্ৰধান অস্ত্ৰ আছিল বুদ্ধি-বৃত্তিৰ সম্বল — সাহিত্য, দৰ্শন আৰু তত্ত্ব আলোচনা।

এই এক শংকৰাচাৰ্যকে জগতে এজন সাধু, এজন সন্ন্যাসী, এজন মহাপণ্ডিত, এজন কবি, এজন দাৰ্শনিক, এজন ধৰ্ম-সংস্কাৰক আৰু একন কৰ্মযোগী হিচাপে পালে। তেৰেঁই খণ্ড-বিখণ্ড হোৱা ভাৰতবৰ্ষৰ চিন্তাৰাজ্যখনত সুললিত সংস্কৃত ছন্দেৰে প্ৰাচীন কীৰ্তিসমূহৰ প্ৰশস্তি বন্দনা ৰচি গংগা-যমুনাৰ পবিত্ৰ ধাৰাৰ দৰে ৰস সাহিত্যৰ ধাৰা বোৱাই দিলে। সমস্ত বেদ-উপনিষদৰ সাৰ বেদান্ত দৰ্শন প্ৰতিষ্ঠা কৰি ভাৰতবৰ্ষৰ সাহিত্য-সংস্কৃতিক ন-কৈ সজাই-পৰাই দিলে। বৌদ্ধ ধৰ্মৰ প্ৰভাৱ ভাৰতবৰ্ষত লুপ্ত হৈ গ'ল। ৰাজশক্তিৰ পৃষ্ঠপোষকতা লাভ কৰিও বৌদ্ধ দৰ্শনে বৈদিক ভাৰতবৰ্ষৰ পৰা বিদায় ল'লে।



*   *   *

কালিদাসৰ কাব্য ৰঘুবংশৰ মাজত আমি আমাৰ পুৰণি ভাৰতবৰ্ষখনৰ যি এটা ভৌগোলিক বিৱৰণ পাওঁ সি আমাক কবি কালিদাসৰ অন্তৰত লুকাই থকা জন্মভূমি জননী ভাৰতবৰ্ষৰ মেপখনলৈহে আঙুলিয়াই দিয়ে। ৰঘুবংশত প্ৰাগজ্যোতিষপুৰৰ নামো আছে। মেঘদূত কাব্যত দক্ষিণে ৰামগিৰি পৰ্বতৰ পৰা আৰম্ভ কৰি সাতপুৰা পৰ্বতমালা, মালৱ, ৰেৱা (নৰ্মদা) নদী, বিন্ধ্য পৰ্বত, দশাৰ্ণ, ৰাজধানী বিদিশা, শিপ্ৰা নদীৰ পাৰত থকা উজ্জয়িনী, গন্ধাৱতী নদী, গম্ভীৰা নদী, দেৱগিৰি, চৰ্ম্মন্বতী, দশপুৰ, কুৰুক্ষেত্ৰ, সৰস্বতী নদী, কন্‌খল পৰ্বত আদি অতিক্ৰম কৰি কৈলাস শিখৰত থকা মানস সৰোবৰ আৰু অলকাপুৰীলৈকে এখন ভাৰতবৰ্ষ শাশ্বতকালৰ ভূগোল আৰু ইতিহাসত থৈ গ'ল। যান-বাহন নাইকিয়া, চলাচলৰ আধুনিক সুবিধা নথকা কালতো এই অমৰ ভাৰত সন্তানজনে বিৰাট দেশখনৰ বিভিন্ন ঠাইবিলাক আৰু বিভিন্ন জাতি-উপজাতিৰ মহাসন্মিলন দেখুৱাই কেনেকৈ ভৌগোলিক, সাংস্কৃতিক আৰু ঐতিহাসিক ঐক্যবোধ দেখুৱাই গৈছে — আজিৰ যুগৰ লিখক-সাহিত্যিকসকলে সেই কথা সুঁৱৰি চোৱা প্ৰয়োজন হৈ পৰিছে। কালিদাসৰ কবিতা অকল বুদ্ধিজীৱিৰ নিকপকপীয়া পৰিকল্পনা কিম্বা কিছুমান অখণ্ড ভাৱৰ সমাৱেশ নহয়। ইয়াত আছে সহৃদয়তাপূৰ্ণ অনুভূতি।

*   *   *

আমাৰ সাহিত্যতো লয়লা-মজনু, চিৰি-ফৰহাদ, হাতিমতাই, চোৰাব-ৰুস্তম, কাৰবালা, ফোৰাৎ নদী, হাজান-হুছেন, হাফিজ, ওমৰ খায়াম আদি নিজৰ যেন হৈ পৰিলহি। পাৰস্য দেশৰ এজন ইহুদি ডেকাই প্ৰাচীন হিব্ৰু শাস্ত্ৰসমূহ পঢ়ি গভীৰ জ্ঞান লাভ কৰে। তেওঁ 'চৰ্মদ' নামে এটা গুপ্তনাম লৈ ৰহস্যবাদী কবিতা লিখিছিল। তেওঁ ইছলাম ধৰ্ম গ্ৰহণ কৰিলে আৰু ইছলামীয় দৰ্শন আয়ত্ব কৰিলে। তেওঁ এজন বেপাৰী হৈ ভাৰতলৈ আহিছিল আৰু অভয়চাঁদ নামে এজন হিন্দু ডেকাৰ সৈতে বন্ধুত্ব হ'ল। বেহা-বেপাৰ এৰি তেওঁ ফকীৰ হ'ল আৰু অভয়চাঁদক প্ৰথম শিষ্য কৰি ল'লে। সেই সময়ত চাহজাহান ভাৰতৰ সম্ৰাট। চাহজাহানৰ বৰ পুতেক দাৰ্শনিক দাৰাৰ লগত চৰ্মদৰ সংযোগ ঘটিল। পাৰ্চি ভাষাত লিখা চৰ্মদৰ সুললিত ছন্দত পাৰস্যৰ চুফিবাদৰ ৰহস্যই প্ৰকাশ লাভ কৰিলে। তাৰ উপৰি তেওঁৰ কবিতাত অতি উদাৰ আৰু মানৱীয় প্ৰেমৰ সমাৱেশ ঘটিছিল। খণ্ড খণ্ড সাম্প্ৰদায়িক মনোভাৱৰ উৰ্দ্ধত থকা তেওঁৰ ৰচনাই সকলো ধৰ্মৰে সত্য সমানে গ্ৰহণ কৰিছিল। তেওঁ প্ৰিয় শিষ্য অভয়চাঁদক তেওঁ এই মৰ্মে গীত এটি ৰচি গাবলৈ দিছিল।

*   *   *

কালীনাগে লখীন্দাৰক খুটিবলৈ ধৰোঁতে প্ৰকাশ কৰা মানৱীয় প্ৰেমৰ পৰিচয়টি। লখীন্দৰৰ মুখলৈ চাই থাকোঁতে কালীনাগৰ মনতো দয়াৰ ভাব জন্মিছে —

(আৰে) "কান্দে কালীনাগ লখাইৰ মুখ চাই।
কোন সতে থাকিম বাপাক প্ৰাণ ফুটি যায়।।"

অসমীয়া সাহিত্যত আজান ফকীৰৰ জিকিৰ আৰু জাৰীবিলাকে এটা নতুন অধ্যায় যাউতিযুগীয়াকৈ দি থৈছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সাহিত্য গৱেষণা বিভাগৰ দ্বাৰা প্ৰকাশিত আৰু অধ্যাপক চৈয়দ আব্দুল মালিকৰ দ্বাৰা সংগৃহীত আৰু সম্পাদিত 'অসমীয়া জিকিৰ আৰু জাৰী' এখন মূল্যৱান গ্ৰন্থ।

* * *

আমাৰ ৰাজ্যত হিন্দু-মুছলমানৰ যি অকৃত্ৰিম মিলন ঘটিল তাৰ গুৰিত আজান ফকীৰৰ গীতবিলাকৰ প্ৰভাৱো কম নহয়। পৰস্পৰে পৰস্পৰৰ ধৰ্মক সন্মান কৰি সকলো ধৰ্মৰে প্ৰতি শ্ৰদ্ধাশীল হৈ থকা সোণৰ সপোন ৰচি গ'ল এইজন চিৰস্মৰণীয় বৰেণ্য ফকীৰে। তেওঁ বেদকো সন্মান কৰি গাইছিল —

"চাৰি বেদে গিয়ানকে কয় ঔ আল্লা।
চাৰিবেদে গিয়ানকে কয়।"

আজান ফকীৰৰ এই সম্পদৰাজি ভাৰতবৰ্ষৰ সকলো ভাষালৈ অনুবাদ কৰি বহুল প্ৰচাৰ কৰিলে ককাই-ভাইৰ দৰে থকা হিন্দু-মুছলমানৰ কাৰণে উমৈহতীয়া সম্পত্তি হৈ থাকিব। সাহিত্য অকাদেমীক ইয়াৰ সম্ভেদ দিয়া প্ৰয়োজন। মানুহৰ মনৰ মলি ধুই দিবলৈ সাহিত্যৰ যি শক্তি আছে, বিশেষকৈ ধৰ্ম-সাহিত্যৰ, সেই শক্তি অইন একোতে নাই।

* * *

মন ধৰ্মসমূহৰ পূৰ্বগামী। মনেই শ্ৰেষ্ঠ আৰু ধৰ্মসমূহ মনোময় বা মনৰ দ্বাৰা গঠিত। যদি কোনোৱে দোষযুক্ত মনেৰে কথা কয় কিম্বা কাম কৰে, তেন্তে গাড়ী টানি নিয়া বলধৰ ঠেঙৰ পাছে পাছে ঘূৰি থকা চকাৰ দৰে দুখে তেওঁৰ পাছ নেৰে। শেষৰ শ্লোকটো এনে —

"যি মুনিয়ে পূৰ্বজন্মৰ কথা উপলব্ধি কৰিব পাৰে, যি মানস চকুৰে স্বৰ্গ-নৰক দেখে, যিজনে পুনৰ জন্মৰপৰা পৰিত্ৰাণ পালে, যাৰ জ্ঞানে পূৰ্ণতা লাভ কৰিলে আৰু যি জন সকলো বিধৰ পূৰ্ণতা প্ৰাপ্ত হ'ল, তেওঁকেই মই ব্ৰহ্মজ্ঞানী বুলি কওঁ।"

দৰাচলতে সৰ্বসাধাৰণতে কোৱা সহজ-সৰল ভাষাৰ বাস্তৱ ৰূপ ফ্ৰেমটোৰ ভিতৰত ইলিয়টে যি জীৱন-দৰ্শন লুকাই থৈছে তাৰ লগত ভাৰতীয় দৰ্শনৰ ভাবধাৰাৰ একো প্ৰভেদ নাই। ৰাধাকৃষ্ণণে কয় — "বুদ্ধি আত্মবোধৰ আৰু বাহিৰৰ প্ৰকাশ অন্তৰ্লীন অনুভূতিৰ বশৱৰ্তী। ধৰ্ম মানে বাহিৰৰ উৎসৱ পাৰ্বন নহয়। ধৰ্ম মানে সত্য-দৰ্শন আৰু অনুভৱ। এই অভিজ্ঞতা খন্তেকীয়া আৱেগৰ উত্তেজনা বা বৃথা কল্পনা নহয়। ই আত্ম-উপলব্ধিৰ গভীৰ তত্ত্ব।" ইলিয়টত এইবিলাকেই আছে।



* * *

এতিয়ালৈকে অসম সাহিত্য সভাখনৰ যি গাঁথনি আছে, ইয়াৰ পৰা সকলো কৰিব পৰা সম্ভৱ নহয়। আনহাতে সাহিত্য সভাক যি পৰিমাণ পুঁজি লাগে সিমান পুঁজিও নাই। এবছৰকাল এজন সম্পাদক হৈ কিমান কাম কৰিব পাৰে সেইটোও ভাবিবলগীয়া কথা। সাহিত্য সভাৰ লগত বিশ্ববিদ্যালয়ৰ ফেলোশ্বিপ থকাৰ দৰে কিছু 'সহযোগী সদস্য' লাগে আৰুএজন সম্পৰ্কৰক্ষী বিষয়া স্থায়ীভাৱে লাগে। অসমৰ বিভিন্ন ঠাইত আলোচনাচক্ৰৰ আয়োজন কৰি সকলো সাহিত্যিকৰ লিখিত আলোচনাবিলাক সংগ্ৰহ কৰি সাহিত্য সভা পত্ৰিকাৰ যোগে প্ৰচাৰ কৰিলে অসমীয়া সাহিত্যৰ অশেষ কল্যাণ সাধন হ'ব। এই সম্পৰ্কে আমাৰ বিস্তৃত আঁচনি যথাসময়ত সাহিত্যসেৱীসকলৰ জ্ঞাতাৰ্থে দাঙি ধৰাৰ ইচ্ছা আছে।

* * *

শংকৰদেৱে অসমীয়া সমাজক পূৰ্ণতাৰ ফালে আগবঢ়াই দিলে। মহাপুৰুষজনৰ অন্তৰ্নিহিত ভাব-চিন্তাৰ, সৌন্দৰ্য্যবোধৰ আৰু কল্পনাৰ যি মহান প্ৰতিভা হৃদয়ত লুকাই আছিল সেই সকলোবিলাকৰ সোঁত বৰনৈৰ সোঁতৰ দৰে অসমীয়া সাহিত্যত বৈ গ'ল। মহাপুৰুষজনাক অকল ধৰ্মগুৰু বুলি ক'লেই পূৰ্ণ পৰিচয় দিয়া নহ'ব। তেখেত অসমৰ কলা-গুৰুও। শংকৰদেৱৰ ভাষাৰ ভঁৰালত থকা জতুৱা অসমীয়া শব্দবোৰ বুটলি 'শংকৰী-শব্দকোষ' এখন যুগুত কৰা নিতান্ত উচিত। তেখেতৰ 'ৰুক্মিণী হৰণ' কাব্যত শংকৰদেৱক এজন কবি আৰু অসমীয়া ভাষাবিদ ৰূপে চাবলৈ অপাৰ সম্পদ আছে। এই কাব্যখনত বহু ৰসৰ সমাৱেশ হৈছে। ঠায়ে ঠায়ে জতুৱা খণ্ডবাক্যৰ ব্যৱহাৰে বৰ্ণনাত স্থানীয় ৰহণ দি অতি ঘৰুৱা পৰিৱেশৰ সৃষ্টি কৰিছে।

* * *

নিঃকিনৰ অন্তৰভৰা সেৱাটি যাচিলোঁ।

দূৰৰি বনৰ গাঁথিয়ে গাঁথিয়ে পোখা ওলোৱাদি পুৰুষে পুৰুষে অসমীয়া সাহিত্যসেৱীৰ সংখ্যা বাঢ়ক। ভদ্ৰ বিচাৰে পৰস্পৰ শুভ-সংযোগ ঘটক আৰু সমগ্ৰ বিশ্বৰ মানৱ সমাজৰ মাজত মহামিলনৰ আনন্দ ধ্বনি উঠক।

❖ ❖ ❖

# সপ্তত্ৰিংশ অধিৱেশন

## ধিং

## ১৩, ১৪ আৰু ১৫ ফেব্ৰুৱাৰি, ১৯৭০

### প্ৰাক্‌কথন

অধিৱেশনৰ নিমন্ত্ৰণৰ বাতৰিত ধিঙৰ ৰাইজ আনন্দত উৎফুল্ল হৈ পৰিল। কাৰ্য হাতত ল'বৰ মনেৰে চন্দ্ৰকান্ত বৰকাকতীক সভাপতি আৰু অধ্যক্ষ ৰাজেন্দ্ৰ নাৰায়ণ মজুমদাৰক সম্পাদকস্বৰূপে লৈ প্ৰস্তুতি সমিতি গঠিত হ'ল। অতি আনন্দ মনেৰে প্ৰস্তুতি কাম হাতত লৈ ধিঙৰ ডেকাসকল কাৰ্যক্ষেত্ৰত নামি পৰিল। বহুখিনি কামত আগবঢ়াৰ পাছত পূৰ্ণ অধিৱেশনলৈ ৪ মাহ থকাত অভ্যৰ্থনা সমিতি গঠনৰ সময়ত উপস্থিত হ'লহি। দূৰ দূৰণিত থকা ধিঙৰ ডেকাসকলৰ আৰু স্থানীয় ডেকা-বুঢ়া হেজাৰৰো ওপৰ ৰাইজক, অভ্যৰ্থনা সমিতিৰ গঠন কৰিবলৈ নিমন্ত্ৰণ কৰি অনা হ'ল। ধিং কে.বি. উচ্চ মাধ্যমিক বিদ্যালয়তে সভাৰ স্থান নিৰ্ণয় হ'ল। দুপৰৰে পৰা সাহিত্যানুৰাগী ৰাইজৰ সোঁত ববলৈ ধৰিলে। ৰভাঘৰৰ বাহিৰে-ভিতৰে উপচি পৰিল। ৰাইজে স্থানীয় এডভোকেট পূৰ্ণচন্দ্ৰ বৰাক সভাপতি পাতি চন্দ্ৰকান্ত বৰকাকতীক সভাপতি, ৰাজেনন্দ্ৰ নাৰায়ণ মজুমদাৰক প্ৰধান সম্পাদক, ডাঃ ৰিয়াজুদ্দিন আহমদক ধন-ভঁৰালী স্বৰূপে লৈ ৪৫ জন সভ্যৰে অভ্যৰ্থনা সমিতি গঠন কৰিলে। এইখিনিতে অৱশ্যে দুখজনক ঘটনা এটিও ঘটিছিল। কেইজনমান লোকে পিছদিনা নগাঁও কছাৰীত নতুনকৈ গঠিত হোৱা অভ্যৰ্থনা সমিতিৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰিবৰ কাৰণে প্ৰাৰ্থনা জনাই গোচৰ দাখিল কৰিলে। এই কাৰ্যত, স্থানীয় ৰাইজৰ মন ক্ষুণ্ণ হৈ পৰিল। শেষত সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ হস্তক্ষেপত, তেওঁলোকে গোচৰ উঠাই ল'বলৈ বাধ্য হ'ল। অভ্যৰ্থনা সমিতিয়ে, সকলো পাহৰি, সমিলমিলেৰে যাতে সভাৰ কাম সম্পন্ন হয়, তাকে আশা কৰি সকলোকে অভ্যৰ্থনা সমিতিত সুমুৱাই ল'লে। অভ্যৰ্থনা সমিতিয়ে বিভিন্ন উপ-সমিতি গঠন কৰি কাৰ্যক্ষেত্ৰত আগবাঢ়িবলৈ ডেকা দলক উৎসাহিত কৰাত মনোনিৱেশ কৰিলে। ডেকাসকল পূৰ্ণোদ্যমে কাৰ্যক্ষেত্ৰত আগবাঢ়িল। চন্দ্ৰকান্ত বৰকাকতী, পূৰ্ণ চন্দ্ৰ বৰা, দেৱকান্ত বৰা, নিত্যানন্দ শৰ্মা, ৰূপৰাম নাথ, ছমছুল হুদাক লৈ গঠিত উপ-সমিতিয়ে, অসমৰ বিভিন্ন জিলালৈ গৈ ধন সংগ্ৰহ কাৰ্যত উঠি পৰি লাগিল। ৰাজেন্দ্ৰ নাৰায়ণ মজুমদাৰ, চন্দ্ৰকান্ত বৰা, গিৰিকান্ত গোস্বামী, সুবোধ



বৰা, খগেন্দ্ৰনাথ বৰা, ৰমা দত্ত, মহেন্দ্ৰ কলিতা, কবিন দাস, কনক বৰা, কনক কলিতা, দীপেন্দ্ৰ নাথ ভঁৰালী, পদ্মকান্ত শইকীয়া, সমৰ আলি, মিহিৰাম বৰা, গোবিন্দ দাস, নুৰুল ইছলাম, গিয়াছুদ্দিন আহমদ, ডাঃ ৰিয়াজুদ্দিন আহমদ, শিৱনাথ লাহিড়িকে মুখ কৰি কে.বি. হাইস্কুলৰ শিক্ষক-মণ্ডলী, দলেগাঁও আৰু ভূৰাগাঁও হাইস্কুলৰ শিক্ষকমণ্ডলী, স্থানীয় গণ্যমান্য, সুৰেন্দ্ৰ নাথ বৰা, ৰূপৰাম ভঁৰালী, দেউৰাম ভঁৰালী, ৰত্ন ভঁৰালী, ফেদেলা গাঁওবুঢ়া, ধিং শাখা সাহিত্য সভাৰ সভাপতি, গোপালচন্দ্ৰ কলিতা, ঘনকান্ত হাজৰিকা, কৃষ্ণৰাম বৰদলৈ, ধৰ্মেশ্বৰ বৰাকে প্ৰমুখ্য কৰি ধিং টাউন, আঠগাঁৰৰ সমূহ ডেকাই স্থানীয় গাঁও-ভূইত আৰু নগাঁও জিলাৰ উত্তৰাঞ্চলত অৰ্থ সংগ্ৰহ কাৰ্যত উঠিপৰি লাগিল। বোকনী মৌজাৰ ব্যৱসায়ী হলিৰাম কছাৰী মহাজনে পোন প্ৰথমেই এহেজাৰ এটকা দান আদায় দি কাৰ্যৰ শুভ আৰম্ভণি কৰি দিলে। ২/৩ দিন ঘূৰি একমাত্ৰ আঠগাঁৰতেই ১০ হেজাৰ টকা সংগ্ৰহ হৈ উঠিল। ধিং অঞ্চলৰ গাঁও-ভুঁইত আলোড়নৰ সৃষ্টি হ'ল। চাৰিওফালৰ পৰা অভাৱনীয় ভাৱে সঁহাৰি আহিল। এনেতে ডিচেম্বৰ মাহ পালেহি। স্কুলবিলাকত পৰীক্ষা আৰম্ভ হ'ল। পৰীক্ষাৰ ফলাফল ঘোষণা কৰালৈকে জানুৱাৰি মাহ পালেহি। তেতিয়ালৈকে আশানুৰূপ অৰ্থ সংগ্ৰহ হৈ উঠা নাই। তথাপি শিক্ষকসকলে পৰীক্ষাৰ ভিতৰতে নিশা নিশা ঘূৰি অৰ্থ সংগ্ৰহ কৰিবলৈ ধৰিলে। নাম দুমদুমীয়া, ওপৰ দুমদুমীয়া, বৰভেটা, চমুৱাগাঁও, সোণাৰিগাঁও, ধিংগাঁও, লহৰকৰ গাঁও বিলতীয়া গাঁও, গৰিয়া মাৰিৰ ৰাইজেও হাত উজান দি বৰঙণি আদি আদায় কৰি, হাতে-কামে লাগিবলৈ ৰাইজ ওলাই আহিল। জানুৱাৰিৰ ১৫ তাৰিখলৈকে সকলোটি ধন সংগ্ৰহ কাৰ্যত ব্যস্ত থাকিবলগীয়া হ'ল। ধিং বজাৰৰ ব্যৱসায়ীসকলে আৰু মাৰোৱাৰী সম্প্ৰদায়ে, বিৰোধীদলৰ যথেষ্ট বাধা পোৱা সত্ত্বেও, তেওঁলোকৰ হাক-বচনলৈ ভ্ৰুক্ষেপ নকৰি, ৫ হেজাৰ টকা আগবঢ়াই কৰ্মীসকলক উৎসাহিত কৰিলে। প্ৰবল প্ৰতিবন্ধকতাৰ মাজত কাৰ্যক্ষেত্ৰত আগবাঢ়িবলগীয়া হোৱাত, ডেকাদল এফালে যেনেকৈ হতাশ হৈ উঠে, লগেলগে আকৌ দুগুণ উৎসাহে কঁকালত টঙালী বান্ধি কাৰ্যক্ষেত্ৰত আগুৱাই যাবলৈ সক্ষম হৈ উঠে। অদম্য ডেকা শক্তিয়ে সকলো শক্তি প্ৰয়োগ কৰি হ'লেও, সাহিত্য সভা পাতিবলৈ বদ্ধপৰিকৰ হৈও উঠিল। সভাপতি পৰম শ্ৰদ্ধাস্পদ আনন্দচন্দ্ৰ বৰুৱাই, ধিঙৰ বাতৰি ডাঁৱক ডাঁৱে লৈ আছিল। তেখেতেও মাজে মাজে উৎসাহ বাণী শুনাই আমালৈ বতৰা পঠালে, "সাহিত্যিসকল ভোজভাত খাবলৈ নাহে, আহে সাহিত্য চৰ্চা কৰিবলৈহে। তেওঁলোকক সুধিবলৈ ধিঙৰ ৰাইজে ঘৰে ঘৰে একাজলি চাউল, একো মুঠিকৈ মগুমাহ, মাটিমাহ, বাৰীৰ লাও, বেঙেনা, আলু কচু নিদিয়াকৈ নাথাকে, তাৰেই তেখেতসকলক সোধ-পোছ কৰিব পাৰিব। হতাশ হ'বৰ কাৰণ নাই। নিৰ্ভয়ে কাৰ্যক্ষেত্ৰত আগবাঢ়ি যাওক, ঈশ্বৰ আপোনালোকৰ সহায়।" সভাপতিদেৱৰ এনে আষাৰ আশ্বাসবাণী যেন ধিঙৰ ৰাইজৰ কাৰণে আশীৰ্বাদহে হ'ল।

ডেকা শক্তি অধিক উৎসাহেৰে উৎসাহিত হৈ উঠিল। সভাৰ দিন চমু পাপি আহিল। মাজত এমাহো পূৰা নাই। ৰভাখোলাৰ কাম আৰম্ভ কৰোঁতে জানৱাৰিৰ মাজ পালেহি। স্থান নিৰ্ণয়ৰ কাৰণে নগাঁৱৰও উপায়ুক্ত সাহিত্যানুৰাগী চন্দ্ৰধৰ ত্ৰিপাঠীক নিমন্ত্ৰণ কৰি অনা হ'ল। আগৰে পৰা তেখেতে সভাৰ কাৰ্যত বুদ্ধি-পৰামৰ্শ দি সহায়-সহযোগ কৰি আছিল। তেখেতৰ পৰামৰ্শমতে ধিং চাৰ্কোল অফিচৰ কাষতে এডোখৰ ধূলি, বালিয়ে ঢুকি নোপোৱা ঠাই সভাৰ আৰু প্ৰদৰ্শনীৰ স্থান নিৰ্ণয় হ'ল। শ চকুৰি ডেকাই, দুদিনতে হাতত দা কুঠাৰলৈ ঠাইডোখৰৰ হাবি-জংঘল চফা কৰি, এখন ৰম্যস্থানত পৰিণত কৰি তুলিলে। গড়কাপ্তানী বিভাগৰ অভিযন্তা আৰু স্থানীয় ৰমেশ কলিতা অভয়চিয়াৰ দুজনে, ৰভাৰ নক্সা আৰু প্ৰদৰ্শনীৰ নক্সা আঁকি দি সহায় কৰিলে। মাটিৰ গৰাকীসকলেও, ৰাইজৰ পদধূলাৰে পবিত্ৰ হওক বুলি নিজ নিজ মাটি এৰি দিলে। পোন প্ৰথমে আছুটীয়াকৈ কে.বি. হাইস্কুলৰ চাৰিসীমাৰ ভিতৰতে ৰন্ধনশালাৰ ৰভাৰ কাম আৰম্ভ হ'ল। একে দিনৰ ভিতৰতে শিক্ষক-ছাত্ৰই লগলাগি একেলগে ৫০০ মানুহ বহিব পৰা ৰভাখন উলিয়াই পেলালে। এই ৰভাখনৰ কাৰণে, প্ৰাক্কলনত, ৫০০ টকা ধৰা হৈছিল, কিন্তু মাত্ৰ ৩৫ টকাতে কাম সমাধা হৈ উঠিল। অভিযন্তাই আঁকি দিয়া নক্সামতে ৩১ জানুৱাৰিৰ দিনা মূল সভাৰ ৰভাৰ কাম আৰম্ভ হ'ল। গড়কাপ্তানী বিভাগৰ অভৱচিয়াৰ ৰমেশ কলিতা, শিক্ষক চন্দ্ৰ বৰা, পদ্ম শইকীয়া, মিহিৰাম বৰা, গিৰিকান্ত গোস্বামী, সুবোধ বৰা, খগেন বৰা, নগাঁৱৰ বীৰেন কৰ, প্ৰভৃতিয়ে ডেকা দলক লৈ ৰভাৰ কাম আৰম্ভ কৰিলে। সেই সময়ত বন-বিভাগৰ মন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীদেৱে ৬০ টা শালৰ খুটা, ৪ ট্ৰাক খৰি, ৪ ডাল শিমলু গছ দি সহায় কৰিছিল। সেই খুঁটাবিলাক হাবিৰ পৰা কঢ়িয়াই আনি জমা কৰি থোৱা হৈছিল। তাকে হাতে হাতে দা-কুঠাৰ লৈ চচাই চাঁচিলে লগতে বাঁহ, তামোলৰ খুঁটাবিলাক চাঁচি চিকচিকিয়া কৰিলে। গাঁত খন্দাই গাঁত খান্দিলে। ৪/৫ দিনৰ ভিতৰতে ৩৫০ ফুট দীঘল, ১৫০ ফুট বহল ৰভাখন হৈ উঠিল। ৰাইজৰ নাও যে বামেৰেও চলিব পাৰে সেই কথাৰ প্ৰমাণ হাতে হাতে ফলিয়ালে। দেখায় দেখি বিস্ময় মানিলে। সুযোগ সুবিধা পালে যে ডেকাশক্তিয়ে অসাধ্য সাধন কৰিব পাৰে, এইবাৰৰ সাহিত্য সভাই তাৰ জ্বলন্ত প্ৰমাণ। ৰভাৰ সজাটো হোৱাৰ লগে লগে টিনপাত ত্ৰিপালৰ প্ৰয়োজন হ'ল। নগাঁৱৰ উপায়ুক্তই ৬০০ বাণ্ডিল টিনপাত দি সহায় কৰিলে। ছাপৰমুখৰ পৰা আৰম্ভ কৰি মৈৰাবাৰীলৈকে সকলো ষ্টেচন মাষ্টৰে, ডাঙৰ ডাঙৰ ত্ৰিপাল দি সহায় কৰিলে। গড় আৰু মথাউৰি বিভাগৰ অভিযন্তা আৰু গড়কাপ্তানী বিভাগৰ অভিযন্তায়ো ১৫/২০ খন ডাঙৰ ত্ৰিপাল দি সহায় কৰিলে। ৰভাখনৰ টিনপাত, ত্ৰিপাল দি ১০ তাৰিখৰ দিনা শেষ হ'ল। সুবোধ বৰা, বীৰেন কৰে আৰু কেইজনমান ছাত্ৰ শিল্পীক লগত লৈ ৰভাখন সৰ্বাংগ সুন্দৰ কৰি তুলিবৰ কাৰণে, নিশা ১২ বজালৈকে শ্ৰম কৰি ১২ ফেব্ৰুৱাৰি তাৰিখে নিশা সজোৱা কাম শেষ কৰি



তুলিলে। শিক্ষক মহেন্দ্ৰ কলিতাই, কবিন দাস আৰু কেইজনমান ছাত্ৰ শিল্পী লগত লৈ ২ দিনতে আটকধুনীয়া তোৰণখন সম্পূৰ্ণ কৰি তুলিলে।

ইফালে ১ ফেব্ৰুৱাৰিলৈকে প্ৰদৰ্শনীৰ ঘৰ আদিৰ কাম আৰম্ভ হোৱাই নাই। যিসকলক প্ৰদৰ্শনীৰ ভাৰ দিয়া হৈছিল, তেওঁলোকে টুপাই বুৰ মাৰি দেখাকে নিদিয়া হ'ল। এনেতে বিশ্ববিদ্যালয়ৰ প্ৰশিক্ষণ লৈ শিক্ষক মিহিৰাম বৰা পালেহি। তেওঁ আহিয়েই, সংগীবৃন্দৰে সৈতে প্ৰদৰ্শনীৰ ৰভাৰ কাম হাতত ল'লেহি। গাঁৱৰ ৰাইজে দান কৰা ২ হেজাৰ বাঁহ প্ৰায় শেষ হ'লহি। হাতত কুঠাৰলৈ মিহিৰাম বৰা, মহীধৰ বৰা, কণদেউ কলিতা আদিৰ সৈতে প্ৰায় ৩০ জন ডেকা ছাত্ৰই বাঁহ কাটিবলৈ বিভিন্ন গাঁৱলৈ ওলাই গ'ল। এখন গাঁৱত বিৰোধী দলৰ মানুহে বাঁহ দিবলৈ মানা কৰি ফুৰিছিল। কিন্তু সেইখন গাঁৱৰ মানুহে বাঁহ সৰহকৈহে দিলে। আকৌ দুদিনৰ ভিতৰতে এহেজাৰৰো ওপৰ বাঁহ, দুশ জোপা কাকিনী তামোল সংগ্ৰহ হৈ উঠিল। ৮ তাৰিখৰ ভিতৰতে ৪৩৪৫ বৰ্গ ফুটৰ প্ৰদৰ্শনী ঘৰ, বেৰ আদিৰ কাম শেষ হৈ গ'ল।

ইফালে ৫০০ মানুহ একেলগে বহি ভাত খাব পৰা ৰভাখনত ডেক্স, বেঞ্চৰ এটা সমস্যা উপস্থিত হ'ল। স্কুলৰ বেঞ্চবিলাক হেলনীয়া কাৰণে ব্যৱহাৰ কৰা সম্ভৱ নহয়। ৯ ফেব্ৰুৱাৰিৰ দিনা মন্ত্ৰী ডাঙৰীয়াই দি থোৱা প্ৰকাণ্ড শিমলু গছ ৪ ডাল কাটি ৬ জোৰা কৰতীয়া লগাই তক্তা ফলোৱা হ'ল। লগে লগে, খুঁটা পোতাই খুঁটা পুতিলে, ফলা তক্তাবিলাক আমি এখন এখনকৈ গজালি দিয়া হ'ল। পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ কাৰণে কাগজ পাৰি, তাৰ ওপৰত প্লাষ্টিকৰ মিহি কাগজ মাৰি দিয়া হ'ল। এনেকৈ খোৱা ৰভাৰ সমস্যা সমাধান হ'ল। কামবিলাক যুদ্ধৰ তৎপতৰাৰে চলাই দিয়া হ'ল। চন্দ্ৰ বৰকাকতী, ৰাজেন মজুমদাৰ, পূৰ্ণ বৰা, নিত্যানন্দ শৰ্মা, দেৱ বৰা, ৰূপৰাম নাথে যোগান বিভাগৰ সহকাৰী সঞ্চালক লগত লৈ একমাত্ৰ হোজাইৰ মিল-মালিকসকলৰ পৰা বিনামূল্যে ১০৫ মোন মিহি চাউল সংগ্ৰহ কৰিলে। মীন বিভাগৰ মন্ত্ৰী মহেন্দ্ৰ হাজিৰকাদেৱে কেউদিন খোৱাৰ জোখাৰে মহলবিলাকৰ পৰা মাছ সংগ্ৰহ কৰি দিলে। গংগাৰাম দাসৰ মহলৰ পৰাও কিছু মাছ আহিল। মায়ং আঞ্চলিক পঞ্চায়তৰ সভাপতি লক্ষ্মীকান্ত দাসে নগদ এহেজাৰ টকা দিয়াৰ উপৰি ২,৫০০ মানুহে খাব পৰা মাছ সম্পূৰ্ণভাৱে দি সহায় কৰিলে। ছমছুল হুদা, এম.এল.এ., হেডমাষ্টৰ সমৰ আলি, চৈয়দ উল্লা ভুঞা, ইউছুফ আলী, মকিবুৰ ৰহমান, আহমদ উল্লা, ডাঃ ৰিয়াজ উদ্দিন আহমদ প্ৰভৃতিয়ে শাক-পাচলি, লাও, বেঙেনা, গাঁৱৰ পৰা ট্ৰাক ভৰাই আনিলে। ফেদেলো গাঁওবুঢ়াই নেপালী খুঁটিলৈ গৈ ১২ মোন দৈ সংগ্ৰহ কৰি আনিলে। এনেকৈ চাৰিওফালৰ অভাৱনীয়ভাৱে সঁহাৰি আহিল। অভূতপূৰ্ব সঁহাৰি পাই, অভ্যৰ্থনা সমিতিয়ে আশ্বস্তি লভিলে। লগে লগে বিভিন্ন নগৰ আৰু গাঁৱলৈ যোৱা দলটোৱে সংগ্ৰহ কৰি অনা বহু হেজাৰ টকা অভ্যৰ্থনা সমিতিৰ হাতত পৰিলহি।

১২ তাৰিখৰ পৰাই বিভিন্ন জিলাৰ প্ৰতিনিধিবৰ্গ আৰু দৰ্শক প্ৰতিনিধিসকল আহিবলৈ ধৰিলে প্ৰায় ১২০০ মান সেইদিনাই উপস্থিত হ'লহি। সেইদিনা গধূলিৰ পৰা ৰন্ধনশালাৰ কাম আৰম্ভ হ'ল। ড° অশ্বিনী বৰকাকতীৰ অনুৰোধত কানৈ কলেজৰ অধ্যাপক নৰেন চৌধাৰীদেৱে ৰন্ধন-শালাৰ আৰু ভোজনশালাৰ তত্ত্বাৱধান ল'লেহি। খাদ্য সমিতিৰ সদস্যসকলে চৌধাৰীদেৱক পাই অতিশয় সন্তোষিত হ'ল। শিক্ষক কনক বৰা, চন্দ্ৰ বৰা, বেণুধৰ বৰা, শিৱনাথ লাহিড়ি, সুৰেন বৰা, কনক কলিতা প্ৰভৃতিয়ে নিশা দিন লাগি, একেৰাহে ৩ দিন ৩ ৰাতি টোপনি খতি কৰি অভ্যাগতসকলৰ সেৱাত কটালে। গুৱাহাটীৰ পৰা অহা বৰদা শৰ্মা, মুনীন্দ্ৰ শইকীয়া, গণেশ্বৰ দেৱশৰ্মা প্ৰভৃতিয়েও ৰান্ধনি শালাৰ কাৰ্যতে যোগ দিলেহি। ধিং ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী শোভা দত্তই ৬০ জনী বছা বছা ছাত্ৰীক লগতলৈ একেৰাহে ৩ দিন ৩ ৰাতি অভ্যাগতসকলক ভোজনালয়ত অতি নিয়াৰীকৈ আপ্যায়িত কৰাত ব্যস্ত আছিল। তেওঁলোকে বহিৰত কি হৈছে একোকে দেখা নেপালে। এনেকুৱা অসীম ধৈৰ্য আৰু একাগ্ৰতা আজিৰ দিনত সতকাই পোৱা টান। অধ্যাপক চৌধাৰীদেৱৰ অৱস্থাও তদ্রূপ। তেখেতেও ইমান ব্যস্ততাৰ মাজত থাকিবলগীয়া হৈছিল যে সভাস্থলত এপাক মাৰিবলৈও সময় নাপালে। তেখেতৰ আশাশুধীয়া সহায়-সহযোগ ধিঙৰ ৰাইজে সতকাই পাহৰা টান। প্ৰতি সাজে প্ৰায় দুহেজাৰ অতিথিক সেৱা কৰাটো সহজ-সাধ্য কথা নহয়। ইয়াৰ বাহিৰেও প্ৰদৰ্শনীলৈ অহা প্ৰায় ৪০০ কৰ্মচাৰী, প্ৰচাৰ বিভাগৰ ১০/১২ জন লোক, অগ্নি নিৰ্বাপক বাহিনীৰ ১০/১২ জন লোকৰ উপৰি সেৱক-সেৱিকা বাহিনীৰ ২০০ জন মানকো আমাৰ ৰন্ধন শালাতে খাবলৈ দিহা কৰি দিয়া হৈছিল। সৰ্বমুঠ আঢ়ৈ হাজাৰমান লোকক প্ৰতি সাজে সোধ-পোছ কৰা হৈছিল। অভ্যৰ্থনা সমিতিয়ে অভ্যাগতসকলৰ সেৱাৰ অকণো ত্ৰুটি কৰা নাছিল। ইমান ডাঙৰ অনুষ্ঠানত ভুলভ্ৰান্তি হোৱাটো একো আচৰিত কথা নহয়।

১২ ফেব্ৰুৱাৰিৰ দিনাই প্ৰদৰ্শনীলৈ বৰ খৰখেদাকৈ হ'লেও, অসমৰ বিভিন্ন জিলাত প্ৰদৰ্শনী চলি থকা সময়তো, কৃষিবিভাগ, বয়ন বিভাগ, ৰেশম শিল্প বিভাগ, প্ৰকাশন পৰিষদ, সামাজিক শিক্ষা বিভাগ, পশু চিকিৎসা বিভাগ, মাফ্‌জোফ্‌ বিভাগ, সাহিত্য সভাৰ পুস্তক বিভাগ, ভঁৰালীৰ ৰেডিঅ' বিভাগ, দত্তবৰুৱাৰ পুস্তক বিভাগ, হেমদত্তৰ প্ৰকাশন বিভাগ আদিয়ে অশেষ কষ্ট স্বীকাৰ কৰিও তেওঁলোকৰ প্ৰদৰ্শনৰ বস্তুৰ দোকান-পোহাৰ দি আমাৰ প্ৰদৰ্শনীখন সৰ্বাংগ সুন্দৰ কৰি তুলিঅশেষ সহায় কৰিলে।

১২ তাৰিখৰ পৰা ৰত্ন নগৰত জনতাৰ দলদোপ হেন্দোলদোপ লাগি পৰিল। সেইদিনাই আবেলি কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকল আহি পালেহি। লগে লগে ২/১ জনকৈ প্ৰতিনিধিসকলো আহিবলৈ ধৰিলে। নিশা কাৰ্যনিৰ্বাহক সমিতি বহিল। ১৩ তাৰিখে পুৱাৰে পৰা ৰত্ন নগৰত উখল-মাখল লাগি পৰিল। দূৰ দূৰণিৰ মিতিৰ-কুটুমে, ধিং টাউন, আঠগাঁও, ভকতগাঁও, বিলতীয়া, ধিং গাঁৱৰ ঘৰে ঘৰে আলহীৰে ভৰি পৰিলহি। উলিয়াই দিয়া জীয়াৰীহঁতে কাষত কেঁচুৱা আৰু লগত মিতিৰ-কুটুম লৈ, বাপেক মাকৰ ঘৰত উবুৰি খাই পৰিলহি। ৭ দিন আগৰে পৰা বিশেষকৈ আঠগএগ্ৰা ৰাইজে চিৰা, পিঠা, সান্দহ খুন্দি আলহী সুধিবলৈ সষ্টম হৈ আছিল। এনে এঘৰ মানুহ নাই, যি ঘৰত সেইকেইদিন কুৰিজনৰ কম আলহী নাছিল। ভাত খোৱাই ভাত খালে, জোগাৰ কৰি থোৱা টেকেলীয়ে টেকেলীয়ে দৈ গাখীৰেৰে ভাত নোখোৱাক জলপান খুৱালে। মাঘৰ বিহুতো বোধকৰোঁ এনেকুৱা জা-জলপানৰ পয়োভৰ নহয়। পিছত জানিব পাৰিলোঁ, একোঘৰে আলহী সোধাত ৩/৪ শকৈ টকা খৰচ কৰিছিল। নিতান্ত দুখীয়াজনেও কুৰি টকাৰ ওপৰত খৰচ কৰিছিল। বিলতীয়া গাঁৱৰ একেবাৰেই দুখীয়া মণিৰাম বোলা মানুহজনেও মংগলদৈ ফালৰ পৰা অহা তেওঁৰ মিতিৰ ২০ জনক ৩ দিন খুৱাই-বুৱাই ৰাখিছিল। সেইবাবে তেওঁৰ একমাত্ৰ হালৰ গৰুকে বেচি খৰচ চলাবলগীয়া হৈছিল। মণিৰামক সোধাত কৈছিল, "জীয়াই থাকিলে গৰু এহাল আগলৈকো কিনিব পাৰিম, কিন্তু সহস্ৰ ৰাইজৰ পদধূলি ল'বলৈ জানো জীৱনত কেতিয়াবা পাম?" সাহিত্য সভাৰ প্ৰতি ৰাইজৰ কি হিয়াভৰা সঁহাৰি, তাক ভাষাৰে বৰ্ণাব নোৱাৰি। বাৰী দুখুনীয়েও যেন এজনক খুৱাবলৈ পাই কৃতকৃত্য হৈছিল।

১৩ তাৰিখৰ দিনা দুপৰীয়া ১২ বজাত, ডাঃ দীননাথ শৰ্মা আৰু মহেন্দ্ৰ ডেকাফুকনক সম্বৰ্ধনা জনোৱা হৈছিল। সভাত সভাপতিত্ব কৰিছিল আনন্দ চন্দ্ৰ বৰুৱাই। সম্বৰ্ধনা সভাত প্ৰায় চাৰি হেজাৰ মানুহ উপস্থিত আছিল। সেই দিনা নিশা ২ বজালৈকে প্ৰতিনিধিসকলে বিষয়বাছনি সভাত বহি, পিছদিনাৰ কাৰ্যসূচীমতে প্ৰস্তাৱ আদি প্ৰস্তুত কৰিলে। ইফালে নিশা ৮ বজাৰ পৰা হাতীচোঙৰ ৰাইজে অংকীয়া নাটৰ চিহ্ন যাত্ৰা ভাওনা দেখৱাই হেজাৰ-বিজাৰ ৰাইজক আহ্লাদিত কৰিলে। নিশা ৩ বজাতহে ৰত্ননগৰ নিজম পৰিল। সাংস্কৃতিক শাখাত নিত্যানন্দ শৰ্মা, পবিত্ৰ বৰকাকতী, পূৰ্ণ বৰা আৰু ডাঃ অমূল্য বৰুৱাই আপ্ৰাণ খাটি, সাংস্কৃতিক শাখাটো সৰ্বাংগ সুন্দৰ কৰি তুলিবলৈ চেষ্টাৰ অকণো ত্ৰুটি কৰা নাছিল।

১৪ তাৰিখে পুৱাৰে পৰা জনস্ৰোত ববলৈ ধৰিলে। ৮ বজাত গাম্ভীৰ্যপূৰ্ণ পৰিৱেশত অগণন জনতাৰ উপস্থিতিত বিদায়ী সভাপতি আনন্দচন্দ্ৰ বৰুৱাই সাহিত্য সভাৰ পতাকা উত্তোলন কৰিলে। ১-৩০ বজাত কৃষিবিশ্ববিদ্যালয়ৰ উপাচাৰ্য ডঃ সত্যৰঞ্জন বৰুৱাই প্ৰদৰ্শনী দ্বাৰ উদঘাটন কৰে। ৮-৪০ মিনিটত অসমৰ ৰাইজৰ ককা বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াই গান্ধী তৰ্পণ কৰিলে। ৯ বজাত সভা মঞ্চত বিপিন বৰগোহাঁইৰ সভাপতিত্বত আলোচনাচক্ৰ বহিল। কেইবা হেজাৰো দৰ্শকেৰে সভাঘৰ উপচি পৰিল। অংশ গ্ৰহণ কৰিলে তীৰ্থনাথ শৰ্মা, হৰিপ্ৰসাদ নেওগ, বাগ্মীবৰ নীলমণি

ফুকন ডাঙৰীয়াই। ১১ বজাত সভাৰ সামৰণি পৰিল। নিৰ্বাচিত সভাপতিক অভ্যৰ্থনা সমিতিৰ সহকাৰী সভাপতি, বৰদোৱা থানৰো সম্পাদক কমল চন্দ্ৰ বৰাৰ তত্ত্বাৱধানত ৰখা হৈছিল তাৰ পৰা সভাস্থলীলৈ ৭ মাইল বাট যথাসময়ত ৩৭ খন মটৰেৰে সভাপতিক লৈ বৰদোৱা থানৰ পৰা শোভাযাত্ৰা আৰম্ভ হ'ল। শোভাযাত্ৰাৰ গুৰি ধৰিলে নগাঁও জিলাৰ উপায়ুক্ত চন্দ্ৰধৰ ত্ৰিপাঠী, পুলিচ অধীক্ষক হৰি দাস কছাৰী, অতিৰিক্ত পুলিচ অধীক্ষক লীলা দত্ত, স্কুল বিভাগৰ পৰিদৰ্শক প্ৰভাত দাস আদিয়ে। চাওঁতে চাওঁতে ৩৭ খন মটৰ চেৰাই গৈ ১৭০ খন মটৰে শোভাযাত্ৰাত যোগ দিলেহি। শোভাযাত্ৰা মাজে মাজে থমকি ৰ'বলগীয়া হৈছিল। বিভিন্ন ঠাইত ৰাইজে তোৰণ সাজি সভাপতিক মালা পিন্ধাই শৰাই, গামোচা দি সম্বৰ্ধনা জনাইছিল। তোৰণ সাজি ধোপগুৰিত ন-অসমীয়া মুছলমান ৰাইজে সম্বৰ্ধনা জনোৱা দৃশ্য অত্যন্ত হৃদয়গ্ৰাহী হৈছিল। ধিং বজাৰৰ ওচৰৰ ৰে'লৰ আলি পাওঁতে প্ৰায় ১২ বাজিল। ধিং গাঁও, ভকত গাঁও, আঠগাঁৰৰ ৩ জোৰা গায়ন, বায়ন, ঢুলীয়া, খুলীয়া, কালীয়াই ৰে'লৰ আলিৰ পৰাই প্ৰায় দেৰ মাইল বাট খোল-তালেৰে, গগণ বিদীৰ্ণ কৰা শব্দেৰে সভাপতিক আগবঢ়াই নিলেহি। ধিং নগৰৰ মাৰোৱাৰী সম্প্ৰদায়েও এখনি তোৰণ সাজি সভাপতিক আদৰণি জনালে। বৰদোৱা মৌজাদাৰৰ পদূলিতো এখনি তোৰণ সাজি সম্বৰ্ধনা জনালে। অগণন জনতাৰ দলদোপ-হেন্দোলদোপৰ ভীৰ ঠেলি সভাপতিৰ গাড়ী আহি সভাস্থলীৰ বাটচ'ৰা পাওঁতে ১ বাজিল। অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু প্ৰধান সম্পাদকে সভাপতিক মালা পিন্ধাই, ঠোক তামোল শৰাইৰে আদৰণি জনাই ধূপ-ধূনা গন্ধেৰে চৌদিশ আমোদিত কৰি সভাপতিক সভা মঞ্চলৈ আদৰি আনিলে। বহি থকা ত্ৰিছহাজাৰ জনতাই, সভাপতি সভাস্থল প্ৰৱেশ কৰাৰ লগে লগে থিয়হৈ মুহুৰ্মুহূঃ ধ্বনি কৰি আৰু আইসকলে উৰুলী ধ্বনি কৰি সভাপতিক সম্ভাষণ জনাই মঞ্চত বহুৱাই দিলেগৈ। সভাপতিয়ে মঞ্চত আসন গ্ৰহণ কৰাৰ লগে লগে সভাস্থল কাঁহ পৰি জীণ গ'ল। চিৰ চেনেহী ভাষা জননী গীতেৰে সভাৰ কাৰ্য আৰম্ভ হ'ল। মঞ্চত প্ৰাক্তন সভাপতি নীলমণি ফুকন, বেণুধৰ শৰ্মা, বিনন্দচন্দ্ৰ বৰুৱা, আনন্দচন্দ্ৰ বৰুৱাই সভাপতিৰ চাৰিওকাষে বহি সভাৰ শোভাবৰ্দ্ধন কৰিলে। অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে তেখেতসকলকো স্বাগত সম্ভাষণ জনালে। কবি, সাহিত্যিক দেৱকান্ত বৰুৱাই তেখেতৰ স্বভাৱ সুলভ ওজস্বী ভাষাৰে এটি গভীৰ তাৎপৰ্যপূৰ্ণ ভাষণেৰে সভাৰ শুভ উদ্বোধন কাৰ্য সম্পন্ন কৰিলে। প্ৰধান সম্পাদকে সভাৰ কৃতকাৰ্য কামনা কৰি পঠোৱা বিভিন্ন সাহিত্যিকসকলৰ বাণীসমূহ পাঠ কৰি শুনালে। তাৰ পিছত অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে তেখেতৰ আদৰণি ভাষণ পাঠ কৰি প্ৰতিনিধিবৰ্গ আৰু ৰাইজক আদৰণি জনালে। এদল সেৱিকাই চিৰচেনেহী ভাষা জননী গীতটি গোৱাৰ পিছত মূল সভাৰ সভাপতি লেখাৰুদেৱে তেখেতৰ সাৰগৰ্ভ অভিভাষণখনি পাঠ কৰিলে। সন্ধ্যা ৫ বজাত



সেইদিনাৰ কাৰণে সভাৰ সামৰণি পৰিল। গধূলি ৭ বজাৰ পৰা সাংস্কৃতিক সন্ধিয়া। নটসূৰ্য ফণী শৰ্মাদেৱে তেখেতৰ ভাষণ পাঠ কৰাৰ পিছত, অসমৰ বিভিন্ন ঠাইৰ পৰা নিমন্ত্ৰণ কৰি অনা শিল্পীবৃন্দৰ দ্বাৰা পৰিৱেশন কৰা নানা ধৰণৰ গীত-মাতেৰে সেই নিশা দৰ্শকবৃন্দক আপ্যায়িত কৰি নিশা ২ বজাত সংগীত সন্ধিয়াৰ সামৰণি পৰিল। ইফালে আন এঠাইত ৰাতি ১২ বজালৈকে বিষয়-বাছনী সভা বহিল।

১৫ তাৰিখে পুৱা ৮ বজাৰ পৰা ভূবন চন্দ্ৰ সন্দিকৈৰ সভাপতিত্বত বুৰঞ্জী শাখাৰ অধিৱেশন বহিল। সন্দিকৈদেৱে সুদীৰ্ঘ ভাষণেৰে সকলোকে সন্তোষিত কৰিলে। এই সভাৰ সামৰণি পৰাৰ পিছত, কবি নৱকান্ত বৰুৱাৰ সভাপতিত্বত প্ৰায় ৪ হেজাৰ দৰ্শকৰ সন্মুখত কবি সন্মিলন আৰম্ভ হয়। এটি সাৰগৰ্ভ ভাষণেৰে বৰুৱাদেৱে সভাৰ পাতনি মেলিলে। প্ৰায় ১৪ জন কবিৰ কবিতা পাঠ হ'ল। এজন হিন্দী কবি ৰাজেন্দ্ৰ প্ৰতাপ কৰণৰ পাপৰিৰ হিন্দী অনুবাদ, তাৰ পিছত পাপৰিৰ কবিতা সমূহ, নিজে অসমীয়া শিকি পুনৰ তেওঁ অসমীয়ালৈ অনুবাদ কৰি শুনাই সকলোকে স্তম্ভিত কৰি তুলিলে। ডেকা ফুকন মহেন্দ্ৰনাথেও এটি আবেগময়ী স্বৰচিত কবিতা পঢ়ি শুনাই সকলোকে চমক লগালে। কবিতা শুনা দৰ্শক দেখি বৰুৱাদেৱে মন্তব্য কৰিলে, ধিঙত কবিতা শুনা মানুহো আছে। সঁচাকৈয়ে ধিঙৰ ৰাইজৰ কবিতা প্ৰেম শলাগিবলগীয়া। প্ৰায় ১২ বজাত কবি সন্মিলনীৰ সামৰণি পৰিল।

দুপৰীয়া আহাৰৰ শেষত ২ বজাৰ পৰা আকৌ মূল সভাৰ অধিৱেশন আৰম্ভ হ'ল। সভাত বিষয়-বাছনী সভাই সজাই-পৰাই থোৱা ২ টা প্ৰস্তৱহে গ্ৰহণ কৰিলে। তাৰ পিছত দেৰগাঁৰৰ পৰা অহা এটা দলে জিকিৰ গাই উপস্থিত জনতাক আপ্যায়িত কৰিলে। পুৰণি কাৰ্যনিৰ্বাহক সভাই পদত্যাগ কৰাৰ পিছত পৰাগ চলিহাক উপ-সভাপতি, যতীন্দ্ৰ নাথ গোস্বামীক প্ৰধান সম্পাদক, আৰু গুৱাহাটীৰ যতীন গোস্বামীক পত্ৰিকা সম্পাদক স্বৰূপে লৈ ২১ জন সভ্যেৰে নতুন কাৰ্যনিৰ্বাহক সমিতি গঠিত হ'ল। সভাপতিৰ সামৰণি বক্তৃতাৰ পিছত সভা অহা বছৰলৈ মিকিৰ পাহাৰৰ হাওৰাঘাটলৈ কৰা নিমন্ত্ৰণ সভাই গ্ৰহণ কৰিলে। তাৰ পিছত অভ্যৰ্থনা সমিতিৰ সভাপতি চন্দ্ৰকান্ত বৰকাকতী, ৰাজেন্দ্ৰ নাৰায়ণ মজুমদাৰ, পূৰ্ণচন্দ্ৰ বৰাই আবেগময়ী ভাষাৰে দোষ-ত্ৰুটিৰ ক্ষমা ভিক্ষা কৰি, সকলোলৈকে শলাগৰ শৰাই আগবঢ়ালে। "অ' মোৰ আপোনাৰ দেশ" সমৱেত সংগীতেৰে বিপুল জয়ধ্বনিৰ মাজত ৩৭ তম অধিৱেশনৰে সামৰণি পৰিল। ৰাতিলৈ আঠগাঁও আৰু ভকত গাঁৰৰ ৰাইজে গায়ন-বায়নেৰে ২ খন ভাওনা কৰি উভটিব লগীয়া হেজাৰ-বিজাৰ ৰাইজক আপ্যায়িত কৰি বিদায় দিলে।

বিশেষকৈ মন কৰিবলগীয়া হৈছিল যে এইবাৰৰ সাহিত্য সভাত ৰাজনীতিবিদৰ কোনো প্ৰাদুৰ্ভাব নাছিল। একমাত্ৰ সাহিত্যানুৰাগী ৰাইজ আৰু সাহিত্যিকসকলৰহে সমাৱেশ হৈছিল। প্ৰায় ১ লক্ষৰো ওপৰ জনতাই ক্ষতিক্ষণ নোহোৱাকৈ পুৱা ৬ বজাৰ পিছদিনা ৰাতিপুৱালৈকে নীৰৱ শ্ৰোতা হৈ আছিল।

সহস্ৰ জনতা পবিত্ৰ ভৰি ধূলিৰে, ধিঙক পবিত্ৰ কৰি ধিঙক ৰাইজৰ অন্তৰত এটা দ সাঁচ বহুৱাই থৈ গ'ল। সেই সাঁচ এই চাম মানুহ জীয়াই থকালৈকে মচ নেযায়। সদায় সপোন হৈয়েই ধিঙৰ ৰাইজৰ অন্তৰত জাগ্ৰত হৈ থাকিব।

## সম্বৰ্ধনা সভা

অসম সাহিত্য সভাই সপ্তত্ৰিংশ অধিৱেশনৰ প্ৰাক্‌কালত ১৩ ফেব্ৰুৱাৰি তাৰিখে অসমৰ দুগৰাকী বিশিষ্ট সাহিত্যিকক সম্বৰ্ধনা জনাবলৈ আয়োজন কৰিলে। সম্বৰ্ধিত ব্যক্তি দুগৰাকী হ'ল — 'আৱাহনৰ'ৰ সম্পাদক ডাঃ দীননাথ শৰ্মা আৰু প্ৰতিভাশালী ব্যক্তিত্বৰ অধিকাৰী মহেন্দ্ৰনাথ ডেকাফুকন। অসম সাহিত্য সভাৰ সভাপতি আনন্দ চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত মুকলি মণ্ডপত, হাজাৰ-বিজাৰ জনতাৰ সমাৰেশত ১৩ ফেব্ৰুৱাৰি তাৰিখে দুপৰীয়া সম্বৰ্ধনা সভা আৰম্ভ হ'ল। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক চৈয়দ আব্দুল মালিকে প্ৰথমে ডাঃ দীননাথ শৰ্মক অসম সাহিত্য সভাৰ হৈ অভিনন্দন পত্ৰ, শৰাই, ফুলাম গামোচা আৰু অসম সাহিত্য সভাৰ প্ৰকাশনৰ এটি টোপোলা দান কৰে। সম্বৰ্ধনাৰ প্ৰত্যুত্তৰত ডাঃ শৰ্মাই কৃতজ্ঞতা জ্ঞাপন কৰি, 'আৱাহন'ৰ জন্ম আৰু বিকাশ সম্পৰ্কে বিৱৰি কয়। বাৰ্দ্ধক্যজনিত কাৰণত তেখেতৰ অভিভাষণ নিজে পাঠ কৰিব নোৱৰাত সহকাৰী সম্পাদক নগেন শইকীয়াই পাঠ কৰে। দ্বিতীয় গৰাকী ব্যক্তিকো প্ৰধান সম্পাদক চৈয়দ আব্দুল মালিকে অভিনন্দন জ্ঞাপন কৰি, অভিনন্দন পত্ৰসহ শৰাই, গামোচা আৰু সাহিত্য সভাৰ প্ৰকাশনৰ এটি টোপোলা দান কৰে। ডেকাফুকনে তেখেতৰ স্বাভাৱিক উদাত্ত কণ্ঠ আৰু কবি প্ৰতিভাৰে, সম্বৰ্ধনাৰ প্ৰত্যুত্তৰত এটি স্বৰচিত কবিতা পাঠ কৰে। সভাপতিয়ে দুয়োগৰাকী ব্যক্তিৰ প্ৰতিভা আৰু গুণৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰি এটি ভাষণ দিয়ে। শংখ, ঘণ্টা, ডবা, কাঁহ আৰু উৰুলিৰ ধ্বনিৰে মুখৰিত হৈ পৰা সভামণ্ডপে আপোনা-আপুনি যেন মহিমান্বিত হৈ পৰে। সভাত উপস্থিত থকা প্ৰবীণ বিশিষ্ট সাহিত্যিক বেণুধৰ শৰ্মা, বিনন্দ চন্দ্ৰ বৰুৱা আৰু ৰামচন্দ্ৰ দাসে একো একোটি ভাষণ দিয়ে।

## অসম সাহিত্য সভাৰ ৩৭ তম ধিং অধিৱেশনৰ মুকলি সভাত গৃহীত প্ৰস্তাৱ

*১নং প্ৰস্তাৱ ঃ গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে ইং ১৯৭২ চনৰ পৰা প্ৰাক্ বিশ্ববিদ্যালয় শ্ৰেণীত শিক্ষাৰ মাধ্যম ৰূপে অসমীয়া ভাষা প্ৰৱৰ্তন কৰিবলৈ সিদ্ধান্ত লোৱাত আজিৰ সভাই আনন্দ প্ৰকাশ কৰে। অসমীয়া ভাষাৰ মাধ্যমত বিভিন্ন বিষয়ত পুথি আদিৰ প্ৰণয়ন আৰু অনুবাদৰ ক্ষেত্ৰত বিভিন্ন বিষয়ৰ কাৰণে গঠিত কমিটীৰ সকলোবোৰত অসমীয়া ভাষাত থকা সেই সেই বিষয়ৰ বিশেষজ্ঞকহে দায়িত্ব দিবলৈ আৰু পাঠ্যপুথিসমূহ যাতে উপযুক্ত মান বিশিষ্ট হয় সেই বিষয়ে সতৰ্ক দৃষ্টি ৰাখিবলৈ আৱশ্যক অনুযায়ী বিশেষজ্ঞ নিৰীক্ষক নিয়োগ কৰিবলৈ দুয়োখন বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষক টানি অনুৰোধ জনায়। লগতে অসম চৰকাৰৰ শিক্ষাবিভাগ আৰু দুয়োখন বিশ্ববিদ্যায়ৰ কৰ্তৃপক্ষক অনুৰোধ কৰে যে যিহেতুকে ইং ১৯৭২ চনৰ পৰাই প্ৰাক্ বিশ্ববিদ্যালয় শ্ৰেণীৰ শিক্ষাৰ মাধ্যম অসমীয়া হ'ব সেই হেতুকে অসমীয়া ভাষাত দক্ষতা নথকা শিক্ষকসকলক অসমীয়া ভাষাৰ প্ৰশিক্ষণ দানৰ ব্যৱস্থা কৰিব লাগে আৰু অসমত থকা সকলো অনা-অসমীয়া শিক্ষা প্ৰতিষ্ঠানেই ছাত্ৰ-ছাত্ৰীসকলক বাধ্যতামূলকভাৱে অসমীয়া ভাষা শিকোৱাৰ ব্যৱস্থা কৰিব লাগে যাতে ভৱিষ্যতে শিক্ষাদান আৰু শিক্ষা গ্ৰহণ ক্ষেত্ৰত 'ভাষা জড়িত' কোনো বাধা-বিঘিনিৰ সৃষ্টি নহয়।*

*প্ৰস্তাৱক ঃ বুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰ*

*সমৰ্থক ঃ খগেন্দ্ৰনাথ দাস।*

*২নং প্ৰস্তাৱ ঃ অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ সন্মিলনৰ মুকলি সভাই প্ৰস্তাৱ কৰে যে অসমীয়া আধুনিক সাহিত্যৰ অন্যতম গঢ় দিওঁতা, পদ্মনাথ গোহাঞি বৰুৱাৰ জন্ম শতবাৰ্ষিকী উৎসৱ ১৯৭১ চনত বিস্তৃত আঁচনিৰে উদ্‌যাপন কৰা হওক। লগতে সভাই দাবী জনায় যে, এই জন্ম শতবাৰ্ষিকী উৎসৱ উপলক্ষে কেন্দ্ৰীয় ডাক-তাঁৰ বিভাগে গোহাঞিবৰুৱা স্মাৰক ডাক টিকট প্ৰকাশ আৰু প্ৰচাৰ কৰিব লাগে।*

*প্ৰস্তাৱক ঃ হেমন্ত কুমাৰ শৰ্মা*

*সমৰ্থক ঃ লম্বোদৰ কলিতা*

*৩য় প্ৰস্তাৱ ঃ অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ সন্মিলনৰ মুকলি সভাই প্ৰস্তাৱ কৰে যে অসমৰ দুয়োটা অনাতাঁৰ কেন্দ্ৰ ডিব্ৰুগড় আৰু গুৱাহাটীৰ যোগেদি অনা-অসমীয়া ভাষা-ভাষীসকলক নিয়মিতভাৱে অসমীয়া ভাষা শিক্ষা দিবৰ কাৰণে শীঘ্ৰে ব্যৱস্থা গ্ৰহণ কৰিবলৈ দাবী জনোৱা হওক।*

*প্ৰস্তাৱক ঃ ধীৰেণ বৰুৱা*

*সমৰ্থক ঃ মিনতি হাজৰিকা*

*৪ৰ্থ প্ৰস্তাৱ ঃ অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ সন্মিলনৰ মুকলি সভাই অসমীয়া ৰাজ্যভাষা আইন প্ৰয়োগত অনাৱশ্যক আৰু নিন্দনীয়াভাৱে ৰাজ্য চৰকাৰে ক্ষেত্ৰ বিশেষে দেখুওৱা হেমাহিৰ ফলত ৰাজ্যভাষা আইন যিমান ক্ষিপ্ৰতাৰে আৰু সফলতাৰে প্ৰযোজিত হ'ব লাগিছিল, তেনে ক্ষিপ্ৰতাৰে আৰু সফলতাৰে প্ৰযোজিত নোহোৱাত গভীৰ অসন্তুষ্টি প্ৰকাশ কৰে। সভাই এই মৰ্মে ৰাজ্য চৰকাৰক সকিয়াই দিয়ে যে অনতিবিলম্বে অসমৰ শিক্ষা, প্ৰশাসন, ন্যায়ালয় আদিত অসমীয়া ভাষাৰ পূৰ্ণাংগ আৰু সঞ্চালনি প্ৰয়োগ নকৰিলে, ৰাজ্যজুৰি তীব্ৰ বিক্ষোভৰ সৃষ্টি হ'ব। সভাই দাবী কৰে যে ৰাজ্য চৰকাৰে ৰাজ্যভাষা প্ৰয়োগৰ সকলো অন্তৰায় নিৰ্মূল কৰি সকলো স্তৰতে*

*এই আইন প্ৰয়োগ সম্পূৰ্ণ কৰি তুলিব লাগে।*

*প্ৰস্তাৱক ঃ বীৰেন বৰকটকী*

*সমৰ্থক ঃ দীনেশ ৰঞ্জন সৰকাৰ*

## কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য

উপেন্দ্ৰচন্দ্ৰ লেখাৰু, সভাপতি

পৰাগ চলিহা, উপ-সভাপতি

যতীন্দ্ৰ নাথ গোস্বামী, প্ৰধান সম্পাদক

নবীনচন্দ্ৰ বৰদলৈ, ধনভঁৰালী।

**পত্ৰিকা সম্পাদক ঃ** যতীন গোস্বামী

| | |
|---|---|
| হেমন্ত কুমাৰ শৰ্মা | বীৰেন বৰকটকী |
| হৰিমোহন সৰকাৰ | চন্দ্ৰকান্ত বৰকাকতী |
| মহেন্দ্ৰ নাৰায়ণ চৌধুৰী | নৰেণ তেৰণ |
| ৰাম গোস্বামী | কৃষ্ণপ্ৰসাদ বৰুৱা |
| জীৱন সিং | ডিম্বেশ্বৰ শৰ্মা |
| সত্যৰঞ্জন কলিতা | চৈয়দ আব্দুল মালিক |
| ধৰ্মকান্ত গোহাঁই | খলিলুৰ ৰহমান |
| ভগগিৰী ৰায়চৌধুৰী | শ্ৰীকুমাৰ মেধি |
| হেমন্তকুমাৰ শৰ্মা | ফণী গোস্বামী |
| চন্দ্ৰকান্ত বৰকাকতী | কৃষ্ণপ্ৰসাদ বৰুৱা |
| চৈয়দ আব্দুল মালিক | ধৰ্মকান্ত গোহাঁই |
| ৰাম গোস্বামী | |

## বৰ্ষটোৰ কাম

১) গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাক্ বিশ্ববিদ্যালয় শ্ৰেণীৰ পাঠ্যপুথি প্ৰণয়ন কৰোঁতে অসমীয়া ভাষাত জ্ঞান থকা বিশেষজ্ঞক দায়িত্ব দিবলৈ আৰু উক্ত বিশ্ববিদ্যালয়ৰ স্বীকৃতিপ্ৰাপ্ত কলেজসমূহত নিয়োগ কৰা অসমীয়া ভাষাৰ অনভিজ্ঞ শিক্ষকসকলক অসমীয়া ভাষা প্ৰশিক্ষণৰ ব্যৱস্থা কৰিবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষক অনুৰোধ কৰা হয়। সন্তোষৰ কথা যে ডিব্ৰুগড় বিশ্ববিদ্যালয়ে ইতিমধ্যে অসমীয়া শিক্ষণৰ পাঠ্যক্ৰম যুগুত কৰি কিছুদূৰ অগ্ৰসৰ হৈছে। গুৱাহাটী বিশ্ববিদ্যালয়তো কাম নিয়মমতে চলি আছে।

অনা অসমীয়া বিদ্যালয়সমূহত অসমীয়া ভাষা শিক্ষণৰ ব্যৱস্থা কৰিবলৈ চৰকাৰক অনুৰোধ কৰা হয় আৰু চৰকাৰে জনায় যে বিভিন্ন জিলাত বৰ্তমান ৩২ জন শিক্ষক আছে আৰু অতিৰিক্ত ৬২ জন শিক্ষক আৱশ্যক হ'ব আৰু সেই বিষয়ে শিক্ষা সঞ্চালকে আঁচনি কৰিছে। কাৰ্যনিৰ্বাহক সমিতিয়েও প্ৰস্তাৱিত মাধ্যমিক শিক্ষাৰ পাঠ্যক্ৰমত অনা-অসমীয়া বিদ্যালয়সমূহত অসমীয়া ভাষা বাধ্যতামূলকভাৱে শিক্ষণীয় বিষয় কৰিবলৈ চৰকাৰক অনুৰোধ কৰিছে।



২) পদ্মনাথ গোহাঞিবৰুৱাৰ জন্ম শতবাৰ্ষিকী উপলক্ষে ১৯৭১ চনৰ ২৪ নৱেম্বৰত এটি সোঁৱৰণী ডাক টিকট উলিয়াবৰ কাৰণে কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰী আৰু ভাৰতীয় ডাক-তাঁৰ বিভাগক অনুৰোধ কৰা হৈছিল আৰু অসম চৰকাৰেও কেন্দ্ৰীয় চৰকাৰক সাহিত্য সভাৰ প্ৰস্তাৱটো সহানুভূতিৰে বিবেচনা কৰিবৰ কাৰণে অনুৰোধ কৰিছিল; কিন্তু ডাক-তাঁৰ বিভাগৰ 'ফাইলেটেলিক এডভাইচাৰি কমিটী'য়ে সাহিত্য সভাৰ প্ৰস্তাৱটো অনুমোদন নকৰাৰ কাৰণে ডাক-তাঁৰ বিভাগে গোহাঞিবৰুৱাৰ সোঁৱৰণী ডাকটিকট উলিয়াব নোৱাৰে বুলি সভাক জনায়। অসমৰ লোক সভা আৰু ৰাজ্য সভাৰ সদস্যসকলক এই বিষয়ে যোগাযোগ কৰিবৰ কাৰণে অনুৰোধ কৰে। অনুৰোধক্ৰমে কেন্দ্ৰীয় খাদ্য আৰু যোগান মন্ত্ৰী ফকৰুদ্দিন আলি আহমদে তেতিয়াৰ কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীক গোহাঞিবৰুৱাৰ বিশেষ ডাকটিকট উলিওৱা বিষয়টো সহানুভূতিৰে পুনৰ বিবেচনা কৰিবৰ কাৰণে অনুৰোধ কৰে; কিন্তু সেই চেষ্টাও ব্যৰ্থ হয়। প্ৰধান মন্ত্ৰীলৈ পঠোৱা আবেদনৰো কোনো সুফল নফলিল। কাৰ্যনিৰ্বাহক সমিতিয়ে এই কথাত গভীৰ দুখ প্ৰকাশ কৰে আৰু কেন্দ্ৰীয় চৰকাৰক পুনৰ কথাটো বিবেচনা কৰিবৰ কাৰণে দাবী জনায়।

গোহাঞিবৰুৱাৰ জন্ম শতবাৰ্ষিকী উৎসৱৰ পুঁজি সংগ্ৰহৰ বাবে ত্ৰিছ হেজাৰ টকীয়া কুপন ছপা কৰি প্ৰথম পৰ্যায়ত তাৰে কিছু শাখা সভাসমূহলৈ বিক্ৰীৰ কাৰণে পঠোৱা হৈছে। প্ৰকাশ থাকে যে উক্ত পুঁজি সংগ্ৰহৰ এক চতুৰ্থাংশ শাখা সভাই ৰাখি বাকীখিনি কেন্দ্ৰীয় কাৰ্যালয়লৈ পঠাব। সম্প্ৰতি কাৰ্যনিৰ্বাহক সমিতিয়ে পুঁজি সংগ্ৰহৰ শতকৰা ৪০ ভাগ দিবলৈ সিদ্ধান্ত কৰিছে। গোহাঞিবৰুৱাৰ শতবাৰ্ষিকী উপলক্ষে সত্তৰ হেজাৰ টকাৰ এখন আঁচনি অসম চৰকাৰলৈ পঠোৱা হৈছিল। যোৱা ১।২।৭১ তাৰিখে সভাৰ উপ-সভাপতি আৰু প্ৰধান সম্পাদকে এই বিষয়ে মুখ্যমন্ত্ৰীক শ্বিলঙত লগ ধৰে। মুখ্যমন্ত্ৰীয়ে আশ্বাস দিয়া সত্বেও যোৱা বিত্তীয় বছৰত শতবাৰ্ষিকী শিতানত কোনো অনুদান পোৱা নহ'ল। চলিত বছৰত চৰকাৰলৈ পুনৰ সভাৰ আঁচনি প্ৰেৰণ কৰে।

আমাৰ অনুৰোধক্ৰমে তেজপুৰ পৌৰসভাই গোহাঞিবৰুৱাৰ এটা আৱক্ষ মূৰ্তি নিৰ্মাণ কৰিবলৈ সিদ্ধান্ত লৈছে আৰু এই মূৰ্তি তেজপুৰ সাহিত্য সভা ভৱনৰ প্ৰাংগণত স্থাপন কৰিব বুলি জনা গৈছে।

শতবাৰ্ষিকী উপলক্ষে তলত দিয়া দৰে পুথি যুগুত কৰা হৈছে —

ক) গোহাঞিবৰুৱা প্ৰতিভা (আলোচনামূলক গ্ৰন্থ), সম্পা. ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য
খ) গোহাঞিবৰুৱাৰ জীৱনী - হৰি প্ৰসাদ নেওগ
গ) গোহাঞিবৰুৱাৰ ধেমেলীয়া নাট্যাৱলী, সম্পা. হেমন্ত কুমাৰ শৰ্মা।

৩) আকাশবাণীৰ গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰৰ জৰিয়তে অনাঅসমীয়া লোকসকলক অসমীয়া শিক্ষণৰ ব্যৱস্থা কৰিবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষক অনুৰোধ কৰা হৈছিল। সভাৰ প্ৰস্তাৱক্ৰমে গুৱাহাটী কেন্দ্ৰই যোৱা ১৫ ফেব্ৰুৱাৰিৰ পৰা ইংৰাজীৰ মাধ্যমত পৰীক্ষামূলকভাৱে তিনিমাহৰ বাবে অসমীয়া শিক্ষণৰ এটি পাঠ্যক্ৰম সপ্তাহত চাৰিদিনকৈ আৰম্ভ কৰিছে।

## আকাশবাণী

সভাৰ অনুৰোধক্ৰমে আকাশবাণী গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰই যোৱা ১২।৭।৭০ তাৰিখৰপৰা 'আকাচবাণী'ৰ পৰিৱৰ্তে থলুৱা উচ্চাৰণ 'আকাশবাণী' গ্ৰহণ কৰিছে।

৪) অসম চৰকাৰী ভাষা আইনখন সকলো পৰ্যায়তে পূৰ্ণাংগ প্ৰয়োগৰ দাবী কৰা হৈছে। সভাৰ দাবী প্ৰসংগত তেতিয়াৰ মুখ্যমন্ত্ৰী স্বৰ্গীয় বিমলা প্ৰসাদ চলিহাই ২।৫।৭২ তাৰিখে এটা টোকা যুগুত কৰি বিশেষ কৰ্মচাৰীৰ যোগেদি সভালৈ ৩ মে' তাৰিখে প্ৰেৰণ কৰে। এই টোকাত চলিহাই কয়, "মুখ্যসচিবে বিভিন্ন বিভাগৰ মুখীয়াল বিষয়াসকলৰ আৰু বিভিন্ন জিলাৰ উপায়ুক্তসকলক ৰাজ্য চৰকাৰৰ নীতি কাৰ্যকৰী কৰাত অগ্ৰাধিকাৰ দিবলৈ সঁকিয়াই দিছে। ইয়াৰ লগতে গাঁথি দিয়া টোকাৰ পৰাই ৰাজ্য চৰকাৰে গ্ৰহণ কৰা ব্যৱস্থাসমূহ আৰু ভৱিষ্যতে গ্ৰহণ কৰিব খোজা ব্যৱস্থা সম্বন্ধে সম্যক ধাৰণা হ'ব।

"মই আপোনাক আৰু আপোনাৰ যোগেদি অসম সাহিত্য সভাক জনাব খোজো যে ৰাজ্যভাষা আইনৰ প্ৰয়োগ চৰকাৰৰ নীতি অনুযায়ী কাৰ্যকৰী কৰিবলৈ যত্নৰ ত্ৰুটী নহ'ব।"

মুখ্যমন্ত্ৰী চলিহাৰ অসুখৰ লগে লগে পূৰ্বৰ অৱস্থাই বাহাল থাকিল।

পৰৱৰ্তী মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীক চৰকাৰী ভাষা আইন প্ৰয়োগ সম্পৰ্কে চৰম পত্ৰ দিয়া হয়। অসম চৰকাৰে ১৯৭০ চনৰ ৪ ডিচেম্বৰৰ পৰা সচিবালয় পৰ্যায়ত অসমীয়া ভাষা প্ৰয়োগ হ'ব বুলি বিশেষ ঘোষণা জাৰি কৰে আৰু এই ঘোষণা ১০।২।৭১ তাৰিখৰ অসম ৰাজপত্ৰত প্ৰকাশিত হৈছে।

অসমৰ বিভিন্ন অনুষ্ঠান আৰু প্ৰতিষ্ঠানৰ নাম-ফলিসমূহ অসমীয়াত লিখিবৰ কাৰণে জনোৱা গোহাৰিৰ প্ৰতি ৰাইজে স্বতস্ফূৰ্তভাৱে সঁহাৰি দিয়ে। ডিব্ৰুগড়, শিৱসাগৰ, নলবাৰী, নগাঁও, তেজপুৰ, যোৰহাট, ধুবুৰী, বিলাসীপাৰা, গুৱাহাটী, কোকৰাঝাৰ আদি ঠাইৰ শাখাসভাসমূহেও উক্ত বিষয়ত তৎপৰ হয়।



এই কথা স্বীকাৰ কৰিব লাগিব যে চৰকাৰে আদেশ জাৰি কৰিলেও অসমীয়া ভাষা প্ৰয়োগ যিমান দূৰ হ'ব লাগিছিল সিমানদূৰ হোৱা নাই। চৰকাৰী আৰু বেচৰকাৰী কাৰ্যালয় আৰু অনুষ্ঠানৰ বিষয়াসকলে যদি আন্তৰিকতাৰে দিনেকীয়া কাৰ্যত অসমীয়া ব্যৱহাৰ কৰে আৰু ৰাইজেও যদি সকলো ক্ষেত্ৰত অসমীয়া প্ৰয়োগ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হয় তেতিয়াহে চৰকাৰী ভাষা আইনৰ সাৰ্থক প্ৰয়োগ হ'ব।

## কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন

কাৰ্যকালৰ ভিতৰত কাৰ্যনিৰ্বাহক সমিতিৰ ৪খন অধিৱেশন বহে। প্ৰথমখন মে' মাহৰ ১০ আৰু ১১ তাৰিখে যোৰহাটত, দ্বিতীয়খন ৩১।৮।৭১ তাৰিখে মাকুমত।

কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰথম অধিৱেশনত অসম সাহিত্য সভাৰ বিত্তীয় সংকটৰ কথা পুংখানুপুংখৰূপে আলোচনা কৰে।

কলিয়াবৰৰ যোগেশ্বৰ বৰাৰ ২৩।৩।৭০ তাৰিখৰ 'কাৰ নিৰ্ণয়' বিষয়ক চিঠিখন সভাত পঠিত হয় আৰু কাৰ্যনিৰ্বাহক সমিতিয়ে বৰাৰ মৌলিক চিন্তাধাৰা ফঁহিয়াই চাবৰ কাৰণে হেমন্ত কুমাৰ শৰ্মাক আহ্বায়কস্বৰূপে লৈ এখন উপ-সমিতি গঠন কৰি দিয়ে। উপ-সমিতিয়ে সকলো কথা বিশদ আলোচনা কৰি বৰাৰ মৌলিক চিন্তাৰ সলাগ লয়; কিন্তু মন্তব্য কৰে যে সেই অৱস্থাত বৰাৰ যুক্তিখিনি মানি ল'লে অধিক খেলি-মেলিৰ সৃষ্টি হ'ব পাৰে।

অসমত স্থাপিত কেন্দ্ৰীয় স্কুলসমূহত (চেণ্ট্ৰেল স্কুল) আঞ্চলিক ভাষা অসমীয়া বাধ্যতামূলকভাৱে শিক্ষণৰ ব্যৱস্থা কৰিবৰ বাবে কেন্দ্ৰীয় চৰকাৰক অনুৰোধ কৰা হয় আৰু ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰী ভক্ত দৰ্শনে ২৩।১২।৭০ তাৰিখে সভাক জনায় যে কেন্দ্ৰীয় স্কুলসমূহত আঞ্চলিকভাৱে শিকাবৰ কাৰণে কেন্দ্ৰীয় বিদ্যালয় সংগঠনে সিদ্ধান্ত কৰিছে।

নেফাত শিক্ষাৰ মাধ্যম অসমীয়াৰ পৰিৱৰ্তে ইংৰাজী প্ৰৱৰ্তন কৰিবলৈ নেফা প্ৰশাসনে যি সিদ্ধান্ত লৈছে সেই সম্পৰ্কে অসম আৰু নেফাবাসীৰ মাজত আৱেগিক আৰু আনুভূতিক ঐক্য বজাই ৰখাত অসমীয়া ভাষাৰ গুৰুত্বৰ কথা এজেঞ্চি কাউন্সিলৰ সভ্যসকলক জনোৱা হৈছিল; কিন্তু সেই বিষয়ে সন্তোষজনক উত্তৰ পোৱা নগ'ল।

উত্তৰ-পূব সীমান্ত ৰে'লৰ লামডিং আৰু মালিগাঁৱৰ অসমীয়া কৰ্মচাৰীসকলৰ ল'ৰা-ছোৱালীৰ অসমীয়া মাধ্যমত পঢ়াৰ ব্যৱস্থা কৰিবলৈ ৰে'ল কৰ্তৃপক্ষক অনুৰোধ কৰা হয় আৰু লগতে লামডিঙৰ অসমীয়া মাধ্যমৰ স্কুলখন ৰে'ল প্ৰশাসনক ল'বলৈ অনুৰোধ কৰা হয়। লামডিঙৰ চৰকাৰী সাহায্যপ্ৰাপ্ত অসমীয়া হাইস্কুলখন ৰে'ল প্ৰশাসনৰ অধীনলৈ নিয়া সম্পৰ্কে আলোচনা চলি আছিল।

অসমৰ প্ৰাচীন কীৰ্তিচিহ্নসমূহ যথাযথভাৱে সংৰক্ষণ নোহোৱা বাবে সভাই গভীৰ

উদ্বেগ প্ৰকাশ কৰে আৰু কীৰ্তিচিহ্নসমূহ উপযুক্তভাৱে সংৰক্ষণৰ ব্যৱস্থা কৰিবলৈ ৰাজ্য চৰকাৰক অনুৰোধ কৰা হয়। এই বিষয়ে চৰকাৰে ব্যৱস্থা লৈছে বুলি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা জনা গৈছে। অসম সাহিত্য সভাই ৰাজ্য সমন্বয় সেমিতিৰ (ষ্টেট কো-অৰডিনেচন কমিটী) প্ৰতিনিধিত্ব দাবী কৰিছিল আৰু সম্প্ৰতি চৰকাৰে এই দাবী মানি লৈছে আৰু প্ৰধান সম্পাদকে উক্ত সভাত প্ৰতিনিধিত্ব কৰে।

## প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা

ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত প্ৰাথমিক শিক্ষক কমলেশ্বৰ দত্তই তেওঁৰ ভাতৃ শিশুসাহিত্যিক প্ৰেমধৰ দত্ত সোঁৱৰণীত শিশু সাহিত্যৰ শ্ৰেষ্ঠ পুথিৰ বাবে মূল পুঁজিৰ ৰাহিৰ পৰা বছৰি এটা পুৰস্কাৰ দিবৰ কাৰণে অসম সাহিত্য সভাক দুহেজাৰ টকাৰ এটা দান দিছে। এই টকা আছুতীয়া পুঁজিত জমা ৰখা হৈছে। ১৯৭০ চনত প্ৰথম পুৰস্কাৰ দিবৰ কাৰণে দত্তই সভাক দুশটকা দান দিছে। ড° কালীনাথ শৰ্মাই 'কেকোৰা কাইৰ বিয়া' পুথিখনৰ বাবে উক্ত বঁটা লাভ কৰে।

## ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা

১৯৬৭ চনৰ ১ জানুৱাৰিৰ পৰা ১৯৬৮ চনৰ ৩১ ডিচেম্বৰলৈকে ছপা বা হাতেলেখা পূৰ্ণাংগ অসমীয়া নাটকৰ প্ৰতিযোগিতাৰ বাবে ১৪ খন নাটক পোৱা হৈছিল; কিন্তু নাটক নিৰ্বাচকমণ্ডলীয়ে এখন নাটকো উচ্চমানবিশিষ্ট হোৱা নাই বুলি মত প্ৰকাশ কৰাত ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা দিব পৰা নহ'ল।

## মোহন চন্দ্ৰ শৰ্মা বঁটা

তিনিচুকীয়াৰ আজীৱন সভ্য মোহনচন্দ্ৰ শৰ্মাই অসমীয়া প্ৰবন্ধ বা চিন্তামূলক পুথিৰ বাবে দুবছৰৰ মূৰে মূৰে মূল পুঁজিৰ ৰাহিৰপৰা এটা প্ৰতিযোগিতা পাতিবৰ কাৰণে অসম সাহিত্য সভাক দুহেজাৰ পাঁচশ টকা দান দিয়ে। এই ধন স্থায়ীভাৱে জমা ৰখা হৈছে।

গুৱাহাটী উগ্ৰতৰা সমবায়ৰ ফালৰ পৰা তিনিহেজাৰ টকাৰ এটি স্মাৰকনিধি দান দিবলৈ ইচ্ছা কৰি সম্প্ৰতি আঢ়ৈহাজাৰ টকা দিয়ে।

## মফিজুদ্দিন আহমদ হাজৰিকা জন্ম শতবাৰ্ষিকী

যোৱা বছৰ ৩০ আগষ্ট তাৰিখে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মফিজুদ্দিন আহমদ হাজৰিকাৰ জন্ম শতবাৰ্ষিকী সদৌ অসমতে উলহ-মালহেৰে উদ্‌যাপিত হয়। অসম সাহিত্য সভাই কেন্দ্ৰীয়ভাৱে এই উৎসৱ ডিব্ৰুগড়ত পালন কৰে। এই দিৱসত অসম সাহিত্য সভাই আব্দুছ ছাত্তাৰৰ দ্বাৰা সম্পাদিত 'মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী' নামৰ পুথি আৰু অসম সাহিত্য সভা পত্ৰিকাৰ এটি সোঁৱৰণী সংখ্যা প্ৰকাশ কৰে। অসমৰ সংবাদপত্ৰসমূহেও এই উদ্দেশ্যে বিশেষ সংখ্যা উলিয়ায়। আকাশবাণীয়েও সহযোগ কৰে। অসম সাহিত্য সভাৰ শাখা সভাসমূহেও জন্ম শতবাৰ্ষিকী উৎসৱ বিশেষ কাৰ্যসূচীৰে পালন কৰে।



## ভাষাজ্ঞান পৰীক্ষা

অসম সাহিত্য সভাৰ অসমীয়া ভাষাজ্ঞান পৰীক্ষা সংসদে ১৯৭০ চনৰ ২৬ আৰু ২৭ ডিচেম্বৰ তাৰিখে প্ৰাথমিক আৰু মাধ্যমিক স্তৰৰ পৰীক্ষা গ্ৰহণ কৰে। হাইলাকান্দি, গুৱাহাটী, তিনিচুকীয়া, বৰডুবি, উত্তৰ লক্ষীমপুৰ, তেজপুৰ, নগাঁও, শিলচৰ, বকতা মুঠ ৯ টা কেন্দ্ৰত প্ৰাথমিক স্তৰৰ পৰীক্ষাৰ্থী আছিল ৭৪ জন আৰু মাধ্যমিক স্তৰৰ পৰীক্ষাৰ্থী আছিল ১১ জন। প্ৰাথমিক স্তৰৰ উত্তীৰ্ণ হয় ৬৫ জন, তাৰে প্ৰথম বিভাগত ৫২ জন। মাধ্যমিক স্তৰত উত্তীৰ্ণ হয় ১০ জন। তাৰে ১ জন দ্বিতীয় বিভাগত আৰু ৯ জন তৃতীয় বিভাগত। উল্লেখযোগ্য যে আগৰ বছৰবোৰতকৈ এইবাৰ পৰীক্ষাৰ্থীৰ সংখ্যা যথেষ্ট বৃদ্ধি পাইছে।

## সাহিত্য সভা দিৱস

অসম সাহিত্য সভাৰ আহ্বানক্ৰমে যোৱা বছৰ ডিচেম্বৰৰ ১৯ আৰু ২০ তাৰিখে দুদিনীয়া কাৰ্যসূচীৰে শাখা সভাসমূহে সাহিত্য সভা দিৱস পালন কৰে। দিৱসৰ প্ৰথম দিনটো জোনাকী যুগৰ সাহিত্যিক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ জন্ম শতবাৰ্ষিকীৰূপে পালন কৰা হয়। দান সংগ্ৰহ, পতাকা বিক্ৰী, সভ্য ভৰ্তি আৰু আজীৱন সভ্যভৰ্তি অভিযান, সভাৰ প্ৰকাশন বিক্ৰী, পত্ৰিকাৰ গ্ৰাহক সংগ্ৰহ আদি সাহিত্য সভা দিৱসৰ কাৰ্যসূচীৰ অন্তৰ্ভুক্ত হয়।

## প্ৰকাশন

অসম সাহিত্য সভাৰ বিত্তীয় পৰিস্থিতি বৰ সন্তোষজনক নহ'লেও কাৰ্যকালত।

মফিজুদ্দিন আহমদ হাজৰিকাৰ জন্ম শতবাৰ্ষিকী উপলক্ষে সভাই মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী শীৰ্ষক পুথিখন প্ৰকাশ কৰে।

অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক চৈয়দ আব্দুল মালিকৰ দ্বাৰা সম্পাদিত ষড়ত্ৰিংশ বৰপেটা বাৰ্ষিকী প্ৰকাশ হৈছে।

ধিং অভ্যৰ্থনা সমিতিৰ চাৰিহেজাৰ টকাৰ দানেৰে সপ্তত্ৰিংশ ধিং বাৰ্ষিকীখন সম্প্ৰতি প্ৰকাশ হৈছে।

সভাৰ বিত্তীয় সংকটকালত অসম সাহিত্য সভা পত্ৰিকা নিয়মিতভাৱে প্ৰকাশ

হোৱা কথাও বৈশিষ্ট্যপূৰ্ণ। পত্ৰিকা সম্পাদক যতীন গোস্বামীয়ে বিজ্ঞাপন সংগ্ৰহ কৰি পত্ৰিকাৰ খৰচৰ বোজা পাতলাবৰ কাৰণে চেষ্টা কৰিছিল। সপ্তবিংশ বছৰৰ দ্বিতীয় আৰু তৃতীয় সংখ্যা পত্ৰিকা আগতে ওলাইছিল। সম্প্ৰতি অষ্টবিংশ বছৰৰ প্ৰথম সংখ্যা প্ৰকাশ হয়।

১৯৭২ চনৰ ৮ জানুৱাৰিত জোনাকী যুগৰ অন্যতম ত্ৰিমূৰ্তিৰ হেমচন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাই সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বেণুধৰ শৰ্মাক হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী সম্পাদনাৰ দায়িত্ব দিছে। প্ৰকাশ থাকে যে হেমচন্দ্ৰ গোস্বামীৰ পুত্ৰদ্বয় শৰৎচন্দ্ৰ গোস্বামী আৰু প্ৰফুল্লচন্দ্ৰ গোস্বামীয়ে হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী প্ৰকাশৰ কাৰণে সভাক দহহেজাৰ টকাৰ দান প্ৰতিশ্ৰুতি দিছে আৰু তাৰে চাৰিহেজাৰ টকা পোৱা হ'ল। এই ধন সুকীয়া পুঁজিত ৰখা হৈছে।

## বেজবৰুৱা শতবাৰ্ষিকী হিচাপ

হিচাপ পৰীক্ষক মহম্মদ চাকিৰ দ্বাৰা পৰীক্ষিত বেজবৰুৱা শতাবৰ্ষিকী সমিতিত হিচাপ আৰু সভাৰ সাধাৰণ পুঁজিৰ কিমান টকা শতবাৰ্ষিকীৰ বাবদ খৰচ হৈছে তাক নিৰ্ণয় কৰিবৰ উদ্দেশ্যে কাৰ্যনিৰ্বাহকে গঠন কৰা উপ-সমিতিৰ প্ৰতিবেদন ২৯।১।৭১ তাৰিখে সকলো শাখা সভালৈ পঠোৱা হয়।

## বিত্তীয় পৰিস্থিতি

অসম সাহিত্য সভাৰ বিত্তীয় পৰিস্থিতি মুঠেই সন্তোষজনক নহয়। সেই সময়ত সভাৰ ঋণ তলত দিয়া দৰে আছিল।

| | | | |
|---|---|---|---|
| (ক) | (১) | বেজবৰুৱা শতবাৰ্ষিকী উৎসৱৰ বাবদ | ৪১,৫৮২.৭০ |
| | (২) | সাধাৰণ ধাৰ (ছপাশালত) | ১২,৮৯১.৮৮ |
| | (৩) | ৰাজ্য চৰকাৰৰ (প্ৰকাশনৰ বাবদ) | ১২,০০০.০০ |
| | (৪) | কেন্দ্ৰীয় চৰকাৰৰ (প্ৰকাশনৰ বাবদ) | ১৪,০০০.০০ |
| | | | ৮০,৪৭৪.৫৮ |
| (খ) | (১) | বিষ্ণুৰাম মেধিৰ ন্যাসবিষয়ক দান | ৫,০০০.০০ |
| | (২) | আজীৱন সভ্যৰ পুঁজি (১৯৬৯-৭০) | ২,০২৫.০০ |
| | (৩) | ভগৱতী প্ৰসাদ বৰুৱা ভৱন সমিতিৰ ধাৰ | ১,০০০.০০ |
| | (৪) | ৰাধাকান্ত সন্দিকৈ স্মৃতি পুঁজিৰ ধাৰ | ৩,০০০.০০ |
| | (৫) | গোপাল গোস্বামী স্মৃতি পুঁজি | ৩০০.০০ |
| | | | ১১,৩২৫.০০ |
| | | সৰ্বমুঠ ধাৰ | ৯১,৭৯৯.৫৮ |



কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰথম অধিবেশনত উপৰি উক্ত ঋণ পৰিশোধ সন্দৰ্ভত তলৰ ব্যৱস্থাসমূহ অৱলম্বন কৰা হয়।

(১) আজীৱন সভ্যসকলৰ ভিতৰৰ মৃতসকলৰ বৰঙণি সাধাৰণ পুঁজিলৈ অনা।
(২) সভাৰ প্ৰতিজন সভ্যক অন্যান্য ১ টকাকৈ দান দিবলৈ অনুৰোধ কৰা।
(৩) সভাৰ সভ্য সংখ্যা বৃদ্ধি আৰু বছৰেকীয়া বৰঙণি আগতীয়াকৈ দিয়া।
(৪) সাহিত্য সভাৰ প্ৰকাশন ৩০% হ্ৰাসমূল্য বিক্ৰী আৰু বিশেষ প্ৰতিনিধিৰ জৰিয়তে বিক্ৰীৰ ব্যৱস্থা।

সভাৰ সভ্য সংখ্যা বৃদ্ধি আৰু দান সংগ্ৰহৰ ক্ষেত্ৰত আশানুৰূপ সঁহাৰি পোৱা নগ'ল। ৰাজহুৱাভাৱে দান সংগ্ৰহৰ চেষ্টা কৰা হয়।

| | | |
|---|---|---|
| (১) | শাখা সভাৰ দান | ৯৪১.৭০ |
| (২) | ৰাজহুৱা দান সংগ্ৰহ | ৬,৩০৪.২০ |
| | | ৭,২২৮.৪০ |

সভাৰ প্ৰকাশন বিক্ৰীৰ কাৰণে বুদ্ধিন্দ্ৰ কুমাৰ ৰাজখনিকৰক ডিব্ৰুগড় মহকুমা, শিৱসাগৰ আৰু নগাঁও জিলাত আৰু যোগানন্দ শৰ্মাক কামৰূপ, গোৱালপাৰা জিলাত বিশেষ প্ৰতিনিধিৰূপে নিয়োগ কৰা হয় আৰু তেওঁলোকক মাহে ৩০০.০০ টকাকৈ পাৰিতোষিক দিয়া হয়। তেওঁলোকক প্ৰকৃত ভ্ৰমণ খৰচ আৰু শতকৰা ১০ টকা কৰ্তন দিবলৈ স্থিৰ কৰা হয়। দুয়োজন প্ৰতিনিধিৰ অভিযানত তলত দিয়া দৰে আয় হয়।

(ক) বুদ্ধিন্দ্ৰ কুমাৰ ৰাজখনিকৰে সংগ্ৰহ কৰা ৪৫,৩৮৭.৮৫ পইচাৰ ভিতৰত সভাই পাইছে ২৫,৭৭০.০১ পইচা।
(খ) যোগানন্দ শৰ্মাই সংগ্ৰহ কৰা ১০,৯৫৩.৯৫ পইচাৰ ভিতৰত সভাই পাইছে ৬,৪৯৮.২৫ ।

তলত দিয়া দৰে ঋণ পৰিশোধ কৰা হয়।

| | |
|---|---|
| বেজবৰুৱা শতবাৰ্ষিকীৰ ধাৰ | ৩২,৫৮৯.৯৫ |
| সাধাৰণ প্ৰকাশনৰ ধাৰ | ১২,২৯৯.৫৮ |
| গোপাল গোস্বামী পুঁজি | ৩০০.০০ |
| | ৪৫,১৮৯.৫৩ |

অসম সাহিত্য সভা এতিয়াও তলত দিয়া দৰে ঋণগ্ৰস্ত হৈ আছে।

| | |
|---|---|
| বেজবৰুৱা শতবাৰ্ষিকীৰ | ৮,৯৯২.৭৫ |
| সাধাৰণ ধাৰ | ৫৯২.৩০ |
| ৰাজ্যিক চৰকাৰৰ অনুদান | ১১,৩৩০.০০ |
| কেন্দ্ৰীয় চৰকাৰৰ অনুদান | ১৪,০০০.০০ |
| | ৩৪,৯১৫.০৫ |

| | |
|---|---|
| বিষ্ণুৰাম মেধি ন্যাস পুঁজি | ৫,০০০.০০ |
| আজীৱন সভ্য পুঁজি | ২,০২৫.০০ |
| ভাগৱতী প্ৰদাস বৰুৱা ভৱন সমিতিৰ ধাৰ | ১,০০০.০০ |
| ৰাধাকান্ত সন্দিকৈ ভৱন সমিতিৰ ধাৰ | ৩,০০০.০০ |

চৰকাৰী বাৰ্ষিক অনুদান বৃদ্ধিৰ কাৰণে চেষ্টা কৰা হয় আৰু এই সম্পৰ্কে মুখ্যমন্ত্ৰীয়ে যথোপযুক্ত সঁহাৰি দিছে। চৰকাৰে প্ৰস্তাৱ অনুসৰি চন্দ্ৰকুমাৰ আগৰৱালা আৰু ৰজনীকান্ত বৰদলৈ শতবাৰ্ষিকী উপলক্ষে প্ৰকাশন বাবদ দহহেজাৰ টকাৰ অনুদান দিছে।

## বিশ্ববিদ্যালয়ৰ অনুদান

পৰাগ চলিহাৰ বিশেষ চেষ্টাত ডিব্ৰুগড় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ে অসম সাহিত্য সভাক বছৰি এহেজাৰ টকাকৈ বাৰ্ষিক অনুদান দিবৰ কাৰণে সিদ্ধান্ত কৰিছে আৰু ১৯৭০-৭১ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ এহেজাৰ টকা বাৰ্ষিক অনুদান দিয়ে।

## আজীৱন সভ্য

বছৰটোত ভিতৰত এশচাৰিজন সদাশয়লোকে অসম সাহিত্য সভাৰ আজীৱন সভ্য হয়। সাহিত্য সভাৰ বুৰঞ্জীত একে বছৰতে ইমান নতুন আজীৱন সভ্য হোৱা সৰ্বাধিক; কিন্তু আজীৱন সভ্যৰ বৰঙণিস্বৰূপে পোৱা টকাৰ ৫০০০ টকা স্থায়ীভাৱে জমা ৰখাৰ ব্যৱস্থা কৰা হৈছে। আজীৱন সভ্যৰ ভৰ্তিৰ ক্ষেত্ৰত তেজপুৰ সাহিত্য সভা, যোৰহাট সাহিত্য সভা, ৰংপুৰ সাহিত্য সভা, গোলাঘাট সাহিত্য সভা, মৰিগাঁও সাহিত্য সভা, ডুলিয়াজান সাহিত্য সভা, মোৰগাঁও সাহিত্য সভা, সোণাইপৰীয়া সাহিত্য সভা, গুৱাহাটীৰ শাখা সভাসমূহ আদিৰ নাম উল্লেখযোগ্য। সহকাৰী সম্পাদক ডিম্বেশ্বৰ শৰ্মায়ো ব্যক্তিগতভাৱে আজীৱন সভ্যভৰ্তি কৰিছে।

## শাখা আৰু স্বীকৃত সভা

সাহিত্য সভাৰ শাখা আৰু স্বীকৃত সভাসমূহৰ সংখ্যা বছৰি উঠা-নমা কৰে। সভাৰ বছৰটোত সংখ্যা হ'ল ১৭০, তাৰে ৩৮ খন নতুন। বৰ্তমান স্বীকৃত সভা ৩ খন।

শাখা আৰু স্বীকৃত সভাৰ লগত সততে সংযোগ ৰখা হয়। শাখাই নিয়মিতভাৱে সংগঠনৰ কাম আৰম্ভ কৰাৰ উপৰি মফিজুদ্দিন আহমদ হাজৰিকাৰ শতবাৰ্ষিকী উৎসৱ, সাহিত্য সভা দিৱস আৰু নটসূৰ্য ফণী শৰ্মা দিৱস পালন কৰে। চৰকাৰী ভাষা আইনৰ সম্পূৰ্ণ প্ৰয়োগ, লোকপিয়ল আদিৰ ক্ষেত্ৰতো কোনো সভাই আগভাগ লৈছে।

যোৰহাট সাহিত্য সভাৰ সভ্য সংখ্যা ৬৫০ আৰু সভাই যোৱা বছৰ ২১ জন আজীৱন সভ্যভৰ্তি কৰে। ইয়াৰ উপৰি সভাৈলে ৪০০ টকা দান আগবঢ়ায়। ৰংপুৰ



সাহিত্য সভাই আলোচনা চক্ৰৰ আয়োজন কৰাৰ উপৰি আজীৱন সভ্যভৰ্তি কৰিছে আৰু ২২৫ টকা দান আগবঢ়ায়। ডিব্ৰুগড় সাহিত্য সভাই মফিজুদ্দিন আহমদ হাজৰিকা জন্ম শতবাৰ্ষিকী উৎসৱৰ সাফল্যত আৰু ৰাজ্যভাষা আইনৰ প্ৰয়োগত বিশেষ অৰিহণা যোগায়। নামৰূপ সাহিত্য সভাই আলোচনাচক্ৰ পাতে আৰু সংগঠনৰ ক্ষেত্ৰত জোৰ দিয়ে। শলগুৰি মুকুল সংঘই সভা-সমিতিৰ আয়োজন কৰে। গোলাঘাট সাহিত্য সভাই সাংগঠনিক কামৰ উপৰি ৪ জন লোকক আজীৱন সভ্য কৰে। তিতাবৰ সাহিত্য সভাই সভ্য সংখ্যা বৃদ্ধি কৰাৰ উপৰি দুজন সাহিত্যিকক সম্বৰ্ধনা জনায়। ডুমডুমা সাহিত্য সভাই নিয়মিতভাৱে আলোচনা চক্ৰ আদিৰ আয়োজন কৰে। মৰিগাঁও সাহিত্য সভাই মাজে-সময়ে সভা-সমিতিৰ আয়োজন কৰিছে আৰু ৩ জন আজীৱন সভ্যভৰ্তি কৰিছে। সোণাইপৰীয়া সাহিত্য সভাই ৰাজ্যভাষা আইনৰ পূৰ্ণাংগ প্ৰয়োগৰ কাৰণে জনমত গঢ়ি তোলে। ধিং সাহিত্য সভাই সপ্তত্ৰিংশ অধিৱেশনৰ ৰাহি পুঁজিৰে ৰত্ন ভৱন নিৰ্মাণৰ আয়োজন কৰিছে। ধিং অধিৱেশনৰ ৰাহি পুঁজিৰ পৰা অসম সহিত্য সভাক দুহেজাৰ টকা দান দিছে। কলিয়াবৰ সাহিত্য সভাই সাংগঠনিক কামৰ উপৰি আলোচনা চক্ৰৰ আয়োজন কৰিছে। নগাঁও সাহিত্য সভাই ৰাজ্যভাষা আইন প্ৰয়োগৰ ক্ষেত্ৰত সজাগ দৃষ্টি ৰখাৰ উপৰি সভ্য সংখ্যা বৃদ্ধি কৰিছে, পত্ৰিকাৰ গ্ৰাহক গোটাইছে আৰু সভাৰ কাৰণে দান সংগ্ৰহ কৰিছে। তেজপুৰ সাহিত্য সভা ভৱনৰ ওপৰ মহলা অলপতে অসমৰ ৰাজ্যপাল ব্ৰজকুমাৰ নেহৰুৱে উদ্বোধন কৰিছে। উক্ত সভাই ৩৩ জন আজীৱন সভ্য কৰিছে, 'শোণিত প্ৰবাহ' নামৰ এখন আলোচনী প্ৰকাশ কৰিছে আৰু মাজে-সময়ে সাহিত্যিক সম্বৰ্ধনা জনায়। এই সভাত চেষ্টাত পাঁচমাইলত এখন শাখা সভা স্থাপন হৈছে। ঢেকিয়াজুলি সাহিত্য সভাই সাংগঠনিক কামৰ উপৰি অসম সাহিত্য সভাৰ প্ৰকাশন বিক্ৰীৰ ক্ষেত্ৰতো সহায় কৰিছে। ৰঙিয়া সাহিত্যে সভাৰ সভ্য সংখ্যা আশানুৰূপ বৃদ্ধি পাইছে (২৭৭)। নলবাৰী সাহিত্য সভাই ৰাজ্যভাষা আইন প্ৰয়োগৰ ক্ষেত্ৰতো বিশেষ যত্নপৰ হয়। গুৱালকুছি জ্যোতি সাহিত্য সভাই নিয়মীয়াভাৱে কাম-কাজ কৰাৰ উপৰি 'জ্যোতি' নামৰ এখন আলোচনী উলিয়াইছে। প্ৰাগজ্যোতি সাহিত্য সভাই ভৱন নিৰ্মাণৰ দিহা কৰিছে। পলাশবাৰী সাহিত্য সভাই এখন আলোচনী প্ৰকাশ কৰিছে। পাঠশালা আৰু বংশৰ সাহিত্য সভাই মাজে-সময়ে সভা-সমিতি আদি পাতিছে। পাঠশালাৰ আলোচনী 'আলপিনা' প্ৰকাশ হৈছে। এই সভাই একাংকিকা প্ৰতিযোগিতা পাতে। ভৱন নিৰ্মাণতো যো-জা কৰিছে। বৰপেটা সাহিত্য সভাই ভৱন নিৰ্মাণৰ কাম আৰম্ভ কৰিছে। সবিতা সভাই গুৱাহাটীত মফিজুদ্দিন আহমদ হাজৰিকাৰ জন্ম শতবাৰ্ষিকী উৎসৱ আড়ম্বৰেৰে পালন কৰাৰ উপৰি মাজে-সময়ে সভা-সমিতিৰ আয়োজন কৰে। জালুকবাৰী সাহিত্য সভাই সাংগঠনিক কামৰ উপৰি আজীৱন সভ্য কৰিছে। লামডিং সাহিত্য সভাই নানান অসুবিধাৰ মাজেদি সংগঠনৰ কাম কৰি আছে

আৰু সভাৰ স্থায়ীভৱন নিৰ্মাণৰ কথা চিন্তা কৰিছে। মিকিৰ পাহাৰ জিলাৰ জনকল্যাণ শাখা সাহিত্য সভা (হাৱাইপুৰ) দেৰগাঁও সাহিত্য সভা, বকলিয়াঘাট সাহিত্য সভা আদিৰ শাখা স্থাপন হৈছে। ডিফু সাহিত্য সভাই আলোচনা চক্ৰৰ আয়োজন কৰে আৰু এখন পুথি উলিয়াইছে। জনকল্যাণ সাহিত্য সভাই আলোচনা চক্ৰ পাতিছে আৰু বাৰ্ষিক অধিবেশন পাতিছে। প্ৰতাপগঞ্জ সাহিত্য সভাই বিশেষভাৱে সংগঠনৰ কাম কৰিছে। গোলোকগঞ্জ, চাপৰ আৰু বংগাইগাঁও শাখাৰ কাম-কাজ নিয়মিতভাৱে চলি আছে। বিলাসীপাৰাত এক শ্ৰেণীৰ লোকৰ বিৰুদ্ধে সভাৰ কাৰ্যত বাধা দিলেও সেই ঠাইৰ লোকসকলৰ সংঘৱদ্ধ। কোকৰাঝাৰৰ সাম্প্ৰতিক অশান্তি চিন্তাৰ বিষয় হৈছে। এই প্ৰসংগত চৰকাৰৰ লগত যথোচিত যোগাযোগ কৰে। লক্ষীমপুৰ সাহিত্য সভাই কাৰ্যনিৰ্বাহক সভা (৩য় অধিৱেশন) সেই ঠাইলৈ নিমন্ত্ৰণ কৰিছিল। মূৰামূৰি সময়ত হোৱা কাৰণে সভাৰ নিয়ন্ত্ৰণ ৰক্ষা কৰিব পৰা নহ'ল। সাহিত্য সভাৰ পুথি বিক্ৰী অভিযানত ফুৰোঁতে বুদ্ধিন্দ্ৰ কুমাৰ ৰাজখনিকৰেও ৪ জন আজীৱন সভ্য কৰে।

কাছাৰ জিলাৰ শিলচৰৰ অসম সাহিত্য সভা, হৰিনগৰ সাহিত্য সভা, গড়ৰভিতৰ সাহিত্য সভা, হাইলাকান্দি সাহিত্য সভা আদি সভাসমূহে নানাৰ অসুবিধাৰ মাজেদি কাম-কাজ চলাই আছে নগাভূমিৰ কহিমা সহিত্য সভা আৰু ডিমাপুৰ সাহিত্য সভা সক্ৰিয় হৈ আছে। ডিমাপুৰ সাহিত্য সভাই গৃহ নিৰ্মাণৰ আঁচনি লৈছে।

অসম সাহিত্য সভাৰ স্বীকৃত সভা দিল্লীৰ অসমীয়া সমাজে ইংৰাজীত "ইষ্টাৰ্ণ হৰাইজন" নামৰ এখন আলোচনী উলিয়াই অসমৰ বাহিৰত অসমীয়া ভাষা-সাহিত্যৰ প্ৰচাৰ কৰে আৰু অসম সাহিত্য সভাৰ সভাপতি উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে এই আলোচনী উদ্বোধন কৰে। সভাপতি লেখাৰুৱে দিল্লী বিশ্ববিদ্যালয়ত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ চিত্ৰ উন্মোচন কৰে।



**অসম সাহিত্য সভাৰ ৩৭ তম অধিৱেশনৰ**
**অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাৰ সভ্যৰ তালিকা**

| | | |
|---|---|---|
| ১। | চন্দ্ৰাকন্ত বৰকাকতী | সভাপতি |
| ২। | মৌঃ ইদ্ৰিচ | কাৰ্যকৰী সভাপতি |
| ৩। | ৰাজেন্দ্ৰনাৰায়ণ মজুমদাৰ | সাধাৰণ সম্পাদক |
| ৪। | ডাঃ ৰিয়াজউদ্দিন আহমদ | কোষাধ্যক্ষ |
| ৫। | গোলাপচন্দ্ৰ কলিতা | সহকাৰী সভাপতি |
| ৬। | কেশৱানন্দ নেওগ | " |
| ৭। | মৌঃ গিয়াছউদ্দিন আহমদ | " |
| ৮। | মৌঃ ফয়জউদ্দিন আহম্ | " |
| ৯। | চন্দ্ৰকান্ত গোস্বামী | " |
| ১০। | ৰসময় ভট্টাচাৰ্য | " |
| ১১। | ভূমিধৰ বৰা | " |
| ১২। | কমন চন্দ্ৰ বৰা | " |
| ১৩। | দীনেশ বৰা | যুটীয়া সম্পাদক |
| ১৪। | পূৰ্ণ বৰা | |
| ১৫। | মোঃ আব্দুল কাছেম | |
| ১৬। | চামচুল হুদা | |
| ১৭। | চমৰ আলি | |
| ১৮। | দেৱকান্ত বৰা | |
| ১৯। | মোঃ আবুলহুছেন মীৰ | |
| ২০। | নৰেন্দ্ৰ নাথ কেওঁট | |
| ২১। | শশীভূষণ নমঃশূদ্ৰ | |
| ২২। | ৰমাকান্ত দত্ত | |
| ২৩। | খগেন্দ্ৰ নাথ বৰা | |
| ২৪। | সুৰেন্দ্ৰ দেৱ নাথ | |
| ২৫। | কনক চন্দ্ৰ কলিতা | |
| ২৬। | নিত্যানন্দ শৰ্মা | |
| ২৭। | জিতেন্দ্ৰ নাথ নায়ক | |
| ২৮। | হৰেন্দ্ৰ বৰুৱা | |
| ২৯। | দেবেন্দ্ৰনাথ হাজৰিকা (প্ৰাক্তন অধ্যক্ষ) | |

| | | |
|---|---|---|
| ৩০। | সুৰেন্দ্ৰ বৰা | |
| ৩১। | ঈশপ্ৰসাদ হাজৰিকা | |
| ৩২। | গোবিন্দচন্দ্ৰ দাস | কাৰ্যালয় সম্পাদক |
| ৩৩। | লক্ষ্মীকান্ত মহন্ত | যুটীয়া কাৰ্যালয় সম্পাদক |
| ৩৪। | কুঞ্জ ৰাম নেওগ | সদস্য |
| ৩৫। | ভজোৰাম শইকীয়া | ” |
| ৩৬। | কৃষ্ণৰাম বৰদলৈ | ” |
| ৩৭। | মোঃ আব্দুল মতিনা | ” |
| ৩৮। | অতুল চন্দ্ৰ গোস্বামী | ” |
| ৩৯। | দেবেন্দ্ৰ নাথ হাজৰিকা | ” |
| ৪০। | মিহিৰাম বৰা | ” |
| ৪১। | ধৰণী ৰজা | ” |
| ৪২। | বলোৰাম তালুকদাৰ | ” |
| ৪৩। | বাণেশ্বৰ শইকীয়া | ” |
| ৪৪। | পদ্মকান্ত শইকীয়া | ” |
| ৪৫। | হৰেন্দ্ৰ বৰা | ” |
| ৪৬। | ধৰণীধৰ চৌধুৰী | ” |
| ৪৭। | মোঃ ইউচুফ আলি | ” |
| ৪৮। | মফিবুৰ ৰহমান | ” |
| ৪৯। | তাৰাচান্দ নাহাৰ | ” |
| ৫০। | ঘনকান্ত হাজৰিকা | ” |
| ৫১। | থানুৰাম শইকীয়া | ” |
| ৫২। | ৰূপৰাম ভঁৰালী | ” |
| ৫৩। | দিগেন্দ্ৰনাথ ভঁৰালী | ” |
| ৫৪। | কৈলাশ চন্দ্ৰ শইকীয়া | ” |
| ৫৫। | বেণুধৰ শইকীয়া | ” |
| ৫৬। | টঙ্কেশ্বৰ দাস | ” |
| ৫৭। | নৰেন্দ্ৰ নাথ শৰ্মা | ” |
| ৫৮। | পূৰ্ণচন্দ্ৰ বৰা | ” |
| ৫৯। | শিৱনাথ লাহিড়া | ” |
| ৬০। | মানবেন্দ্ৰ সাহা | ” |
| ৬১। | সুবোধ চন্দ্ৰ বৰা | ” |



| | | |
|---|---|---|
| ৬২। | ধৰ্মেশ্বৰ বৰা | ” |
| ৬৩। | চন্দ্ৰকান্ত বৰা | ” |
| ৬৪। | গিৰিকান্ত গোস্বামী | ” |
| ৬৫। | পদুমচন্দ্ৰ বৰা | ” |

১) প্ৰদৰ্শনী শাখা সমিতি ঃ

| | |
|---|---|
| উপদেষ্টা | কেশৰাম নন্দ নেওগ |
| যুটীয়া আহ্বায়ক | সুৰেন্দ্ৰ দেৱনাথ, মিহিৰাম বৰা |

২) সাংস্কৃতিক শাখা সমিতি ঃ

| | |
|---|---|
| আহ্বায়ক | নিত্যানন্দ শৰ্মা |
| সহকাৰী যুটীয়া আহ্বায়ক | পূৰ্ণচন্দ্ৰ বৰা, পবিত্ৰ বৰকাকতী |

৩) খাদ্য শাখা সমিতি ঃ

| | |
|---|---|
| উপদেষ্টা | ভি.ডি.এছ. নগাঁও |
| যুটীয়া আহ্বায়ক | কনকচন্দ্ৰ কলিতা, শিৱনাথ লাহিড়ী |

৪) মণ্ডপ শাখা সমিতি ঃ

| | |
|---|---|
| উপদেষ্টা | ৰমেশ চন্দ্ৰ কলিতা |
| আহ্বায়ক | মোঃ মুছলেহ উদ্দিন আহমদ |

৫) তোৰণ শাখা সমিতি ঃ

| | |
|---|---|
| উপদেষ্টা | গোলাপ চন্দ্ৰ কলিতা |
| | মহেন্দ্ৰ কলিতা |

৬) থকা-মেলাৰ ব্যৱস্থা শাখা সমিতি ঃ

চন্দ্ৰকান্ত গোস্বামী, খগেন্দ্ৰ বৰা, হেমেন্দ্ৰ দত্ত

৭) স্বেচ্ছাসেৱক শাখা সমিতি ঃ

গিয়াচুদ্দিন আহমেদ, ৰূপৰাম নাথ, গিৰিকান্ত গোস্বামী

৮) পৰিবহণ শাখা সমিতি ঃ

| | |
|---|---|
| উপদেষ্টা | মোঃ ফয়জুদ্দিন আহমদ |
| আহ্বায়ক | ঈশপ্ৰসাদ হাজৰিকা |

৯) প্ৰচাৰ শাখা সমিতি ঃ

| | |
|---|---|
| আহ্বায়ক | ৰমা দত্ত |

১০) স্মৃতিগ্ৰন্থ শাখা সমিতি ঃ

যজ্ঞেশ্বৰ শৰ্মা, মেদিনীমোহন চৌধুৰী, লক্ষেশ্বৰ হাজৰিকা, মহিম বৰা, ডাঃ সৰ্বেশ্বৰ ৰাজগুৰু, বীৰেশ্বৰ বৰুৱা

১১) বিত্ত শাখা সমিতি ঃ

| | |
|---|---|
| আহ্বায়ক | পুৰ্ণ বৰা |

## উপেন্দ্ৰচন্দ্ৰ লেখাৰু

উপেন্দ্ৰ চন্দ্ৰ লেখাৰু (জন্ম ১৩ জানুৱাৰি, ১৯০৫; মৃত্যু ৩ জুন, ১৯৭৯)-এ উত্তৰ গুৱাহাটীতে পঢ়াশলীয়া শিক্ষা আৰম্ভ হয়। ১৯১৮ চনত উত্তৰ গুৱাহাটী মাইনৰ স্কুলৰ পৰা এম.ই. পৰীক্ষাত উত্তীর্ণ হয়। কলেজিয়েট হাইস্কুলত পঢ়ি ১৯২২ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উর্ত্তীণ হয়। কটন কলেজত অধ্যয়ন কৰি ১৯২৬ চনত দর্শনত অনার্চ লৈ বি.এ. পাছ কৰে। কটন কলেজিয়েট স্কুলত ইংৰাজী বিষয়ত এম.এ. পঢ়ে। কিন্তু বঙলা আৰু অসমীয়া দুটা বিষয়তহে এম. এ. পাছ কৰিলে। বি.এল পাছ কৰি ওকালতিত যোগ দিছিল।

১৯৩৮ চনত কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক নিযুক্ত হয়। ১৯৫৯ চনত অৱসৰ লয়। ১৯৬০ চনৰ পৰা ১৯৭৪ চনলৈকে বৃন্দাবন বৈষ্ণৱ পাৰমার্থিক বিশ্ববিদ্যালয়ত অধ্যাপক নিযুক্ত হয়।

লেখাৰুৰ সম্পাদিত *কথাগুৰু চৰিত* (১৯৫২), এখন অমূল্য গ্ৰন্থ। *অসমীয়া ৰামায়ণ সাহিত্য* (১৯৪৮), *অসমীয়া সাহিত্যৰ সেৰক ৰজনীকান্ত বৰদলৈ* (১৯৪৮), *লক্ষ্মীনাথ বেজবৰুৱা* (১৯৮০), অনূদিত গ্ৰন্থ *শ্ৰীশ্ৰীৰামকৃষ্ণৰ উপদেশ* (১৯২২), *ধৰ্মপদ* (১৯৪৭), *এনক আৰ্ডেন* (১৯৪৮), সম্পাদিত গ্ৰন্থ *ভক্তিবিৱেক* (১৯৫১), *কথা সাহিত্য* (১৯৪০), উল্লেখযোগ্য।

## সুবচন

*বিশেষ আনন্দৰ কথা যে সাহিত্য সভাই উদ্দেশ্য পথত অগ্ৰগতি লাভ কৰি আহিছে। পূৰ্বৰ সভাপতিসকলৰ সপোন কাৰ্যত পৰিণত হৈ আহিব ধৰিছে। বৰ্তমান আমাৰ লেখক-পাঠকৰ সংখ্যা যথেষ্টৰূপে বাঢ়িছে। বাতৰি কাকত, মাহিলি কাকত আদিৰো সংখ্যা বাঢ়িছে, আৰু ঠায়ে ঠায়ে চৰ্চাৰ কেন্দ্ৰও প্ৰতিষ্ঠিত হৈছে। এটা এটাকৈ তিনিটা বিশ্ববিদ্যালয় স্থাপিত হৈছে, কৃষি বিশ্ববিদ্যালয়কে ধৰি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ গৱেষকসকলৰ চেষ্টাত ভাষা, সাহিত্য, পুৰাতত্ত্বৰ মূল্যৱান গ্ৰন্থাদি প্ৰকাশ হৈছে আৰু আলোচনা চলিব ধৰিছে। আজি আমাৰ ভাষাত সাহিত্যতত্ত্ব, ভাষাতত্ত্ব, সাহিত্য, বুৰঞ্জী, সংগ্ৰহ, সমালোচনা গ্ৰন্থাদি, সাহিত্যিকসকলৰ জীৱনী আৰু অৱদান আদিৰ চৰ্চামূলক গ্ৰন্থ প্ৰকাশ হ'ব ধৰিছে। নতুন ভাৱ, ৰীতি আৰু আদৰ্শৰ কবিতা, গল্প, উপন্যাস আদি সকলো ক্ষেত্ৰৰে গ্ৰন্থ প্ৰকাশ হ'ব ধৰিছে। চিনেমা ক্ষেত্ৰতো অসমীয়াৰ চেষ্টা আৰু খ্যাতি হ'ব ধৰিছে। গতিকে এটা নৱ জাগৰণৰ সূচনা যে হৈছে সি নিশ্চিত। এই নৱজাগৰণেই এটা নৱযুগ প্ৰতিষ্ঠাৰ আগজাননী বুলি ধৰিব পাৰি।*

* * *



*বছৰৰো আগতে আমাৰ প্ৰাক্তন ডাইৰেক্টৰ উমাকান্ত গোস্বামীদেৱৰ স্বতঃপ্ৰণোদিত অনুদানৰ দ্বাৰা তেখেতৰ প্ৰথম পত্নী প্ৰতিভা দেৱীৰ নামে 'প্ৰতিভা দেৱী স্মৃতি বক্তৃতা''ৰ ব্যৱস্থা হৈছিল আৰু তাৰে জৰিয়তে ড° সুনীতিকুমাৰ চেটাৰ্জিৰ বহুমূলীয়া গ্ৰন্থ - 'The Place of Assam in the History and Civilization of India" (ভাৰত সভ্যতাৰ বুৰঞ্জী অসমৰ স্থান) আৰু ঢাকা বিশ্ববিদ্যালয়ৰ ফাৰ্চি ভাষাৰ অধ্যক্ষ ড° মযিদুল ইছলাম বৰাৰ 'পাৰ্চি সাহিত্যত অসম বুৰঞ্জীৰ সমল' সম্বন্ধীয় আলোচনা আমি পাব পাৰিছোঁ।*

*অতীতৰ সৈতে বৰ্তমানৰ সংযোগতেই ঐতিহ্যৰ পূৰ্ণবিকাশ। বৰ্তমানটো উপেক্ষা কৰিলে অতীতটো যেনে অৰ্থহীন হয়, অতীতৰ সৈতে সম্পৰ্ক এৰাটোও বৰ্তমানৰ পক্ষে তেনে ক্ষতিকৰ। যুগৰ পৰিৱৰ্তন হ'লেও পৰম্পৰা সমাজৰ পক্ষে অতি মূল্যৱান। মধ্যযুগৰ সাহিত্যত পৰম্পৰাগত সংস্কাৰ অতি প্ৰবল আছিল। সামাজিক, অৰ্থনৈতিক পটভূমি ..... গ্ৰন্থাদিৰ টীকা-টিপ্পনি, ব্যাখ্যা, অনুবাদ আদিৰ ভিতৰেদিও অতীতৰ সৈতে আমাৰ সম্পৰ্ক ঘটে আৰু বৰ্তমানৰ সাহিত্য ঐতিহ্যহীন হৈ নপৰে।*

* * *

*সংস্কৃত ভাষা আৰু সাহিত্যই আমাৰ মূল ভেটি। গতিকে ইয়াৰ সম্পৰ্কৰহিত হ'ব আমি নোৱাৰোঁ। সংস্কৃতৰ চৰ্চা আমাক সদায় লাগিব। অতি প্ৰাচীন কালৰে পৰা অৰ্থাৎ সভ্যতা বিস্তাৰ হোৱাৰ দিনৰে পৰা অসম সংস্কৃত শিক্ষা চৰ্চা চলি আছে। এই সংস্কৃত শিক্ষা চৰ্চাৰ ফলতে আমাৰ মধ্যযুগৰ গৌৰৱময় সাহিত্যৰ উদ্ভৱ হৈছে। ইয়াৰ যিকোনো এখন তাম্ৰশাসন উদ্ধাৰ হৈছে সেইবিলাকৰ পৰাই, মহাভূতিবৰ্ম্মা, ভাস্কৰবৰ্মা আদি মহাৰজাসকলৰ দিনত সংস্কৃত শিক্ষাৰ প্ৰাচুৰ্যৰ কথা জানিব পাৰি। কালিকাপুৰাণ, যোগিনীতন্ত্ৰ এই কামৰূপতে ৰচিত হৈছিল। ত্ৰয়োদশ, চতুৰ্দশ শতিকাৰ নীলাম্বৰচাৰ্য, বেদাচাৰ্য আদি স্মৃতিগ্ৰন্থ লেখকসকলৰ উদ্ভৱ হৈছিল। দামোদৰ মিশ্ৰৰ গংগাজলম্, পীতাম্বৰ সিদ্ধান্তবাগীশৰ একাশী কৌমুদী কৌমুদী সমুচ্চয়, পুৰুষোত্তম বিদ্যাবাগীশৰ ৰত্নমালা ব্যাকৰণ, আনকি সৰু সৰু কাব্য, নাটক আৰু বিখ্যাত সংস্কৃত কাব্যৰ আৰু অলংকাৰ গ্ৰন্থৰ অনেক টীকা প্ৰাচীন কামৰূপত ৰচিত হৈছিল। বৰ্তমান কালৰ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যৰ বৃত্তমঞ্জৰীৰ কথাও ইয়াত উল্লেখ কৰিব পাৰি। আধুনিক যুগত সংস্কৃত চৰ্চাৰ ভিতৰেদি ক্ষণজন্মা পুৰুষ আনন্দৰাম বৰুৱাই প্ৰাচ্য-প্ৰতীচ্যৰ সম্পৰ্ক স্থাপনত বিশেষ সহায় কৰিছে। সেই একে আৰ্হিতে নিৰৱ আৰু নেৱানেপেৰা সংস্কৃত চৰ্চাৰ অসাধাৰণ প্ৰতিভাৰ দ্বাৰা স্বনামধন্য কৃষ্ণকান্ত সন্দিকৈদেৱে জগতজোৰা খ্যাতি আৰু সন্মান লাভ কৰি আমাৰ জাতিৰ গৌৰৱস্থল আৰু জ্বলন্ত আদৰ্শ হৈছে।*

* * *

*অনুবাদ সাহিত্যও আমাক লাগে। ভিন ভিন ভাষাত থকা অতি মূল্যৱান গ্ৰন্থসমূহ*

আমাৰ অসমীয়া ভাষালৈ অনুবাদ হোৱা উচিত আৰু আমাৰ নিজৰ পৰিচয় আৰু প্ৰচাৰৰ বাবে আমাৰো তেনে কিছুমান গ্ৰন্থ ভাষান্তৰতি কৰাৰ ব্যৱস্থা হ'ব লাগে আৰু এইবোৰ প্ৰকাশন পৰিষদৰ পৰা প্ৰকাশ হ'ব লাগে। আমাৰ পূৰ্বৱৰ্তী সভাপতি কবিবৰ আনন্দ বৰুৱাদেৱে কালিদাসৰ পদভাঙনি কৰি অসমীয়া কাব্যসাহিত্য ভঁৰালৰ শ্ৰীবৰ্দ্ধন কৰিছে। আমাৰ অসমৰে উপজাতি, পাহাৰীজাতি আদিসকলৰ ভাষাত প্ৰচলিত থকা গীত-মাত, উপকথা, সাধুকথা, প্ৰবাদবাক্য, ধৰ্মীয় আৰু সামাজিক নিয়ম আচৰণ আদি সম্বন্ধৰো সংগ্ৰহ, চৰ্চা, পত্ৰিকাৰ যোগে নাইবা গ্ৰন্থ যোগে প্ৰকাশ পালে জাতীয় সংহতি ক্ষেত্ৰৰ অতি আৱশ্যকীয় কাম হ'ব।

* * *

অসমত স্থায়ীভাৱে বাস কৰা আৰু বাস কৰিবলৈ অহা অনা অসমীয়া লোকসকলে অসমীয়া ভাষা শিকাটো নিতান্ত বাঞ্ছনীয়, যাতে আমি সকলোৱে ঐক্য সূত্ৰত বান্ধ খাই থাকিব পাৰোঁ। অৱশ্যে অনেক দিনৰ পৰা বাস কৰি থকা লোকৰ ভিতৰত অসমীয়া ভাষা জনা লোক আছেও। অসমীয়া ভাষাৰ শিক্ষা প্ৰচাৰৰ ক্ষেত্ৰত আমাৰো কৰ্তব্য আছে। যাতে তেওঁলোকৰ সকলোৱে অসমীয়া ভাষা শিকিব পাৰে তাৰ বাবে ব্যৱস্থা কৰাটো আমাৰ সমাজ আৰু চৰকাৰৰ পক্ষে যুক্তিসংগত। যদি তেওঁলোকক আমি আমাৰ মাজত ঠায়েই দিছোঁ, নাইবা নানা পৰিস্থিতিৰ মাজত নানাভাৱে অনা-অসমীয়া লোক অসমত সোমাইছেহি, তেওঁলোক আমাৰ সৈতে ঐক্যসূত্ৰত বান্ধ খোৱা আৰু আমাৰ ভাষা শিকা উচিত। বনুৱা শ্ৰেণীকে ধৰি সকলো শ্ৰেণীৰ অনা-অসমীয়া লোকে অসমীয়া শিকাৰ সুবিধা যাতে পায় তাৰ ব্যৱস্থা শীঘ্ৰে কৰিব লাগে। ব্যৱস্থাটো হ'ব পাৰে দুমুখীয়া। এটা হ'ল অসম সাহিত্য সভাৰ তৰফৰ পৰা অসমীয়া ভাষাৰ ব্যাপক প্ৰচাৰৰ বাবে এখন শাখা সমিতি গঠন কৰি চৰকাৰৰ অনুদানৰ সহায় লৈ অসমৰ সকলো কেন্দ্ৰতে প্ৰচাৰক নিযুক্ত কৰিব লাগে — যিদৰে হিন্দী ভাষা প্ৰচাৰৰ বাবে কৰা হৈছে। আনটো হ'ল, অসম চৰকাৰে অনা-অসমীয়া স্কুলসমূহ আৰু অসমীয়া স্কুলত পঢ়া অনা-অসমীয়া ছাত্ৰৰ বাবে প্ৰাথমিক স্তৰৰ পৰা প্ৰাক্ বিশ্ববিদ্যালয় স্তৰলৈ অসমীয়া ভাষা শিকাটো বাধ্যতামূলক কৰিব লাগে।

* * *

আমাৰ দেশৰ সকলো প্ৰকাৰৰ আশা-ভৰষাৰ থল আমাৰ উঠি অহা ডেকাসকল। তেওঁলোকে নিজৰ আৰু দেশৰ মংগলৰ অৰ্থে আত্মনিয়োগ কৰিবলৈ নিজকে সকলো প্ৰকাৰে প্ৰস্তুত কৰি ল'ব লাগে। আজিকালি সৰ্বত্ৰ হাই-হুলস্থুলৰ দিন পৰিছে। নানা কাৰণত মানুহৰ ধৈৰ্য-চ্যুতি ঘটিছে। অভাৱগ্ৰস্ত হৈ বা স্বভাৱদোষত অনেকেই হিতাহিত বিবেচনা হেৰুৱাইছে আৰু নিজ কৰ্মৰ দ্বাৰা নিজৰ অনিষ্ঠ কৰিছে; ছাত্ৰসকলে শিক্ষা প্ৰতিষ্ঠানৰ ক্ষতি কৰিছে। ইত্যাদি। এইবোৰ আমাৰ সকলোৰে দুৰ্ভাগ্য। কিন্তু



তুলনামূলক ভাৱে লক্ষ্য কৰিলে আমাৰ দেশৰ ছাত্ৰসমূহৰ আচৰণ শলাগিবলগীয়া। তেওঁলোকে নিয়মানুৱৰ্তিতাৰ মূল্য বুজে, অন্যান্য ঠাইৰ দৰে আমাৰ ছাত্ৰসমূহে উদ্‌বাউল হৈ শিক্ষালয়ৰ সম্পত্তি ধ্বংস কৰা আদি কামত প্ৰবৃত্ত হোৱা নাই। তেওঁলোক সাধাৰণতে আদৰ্শত সুপ্ৰতিষ্ঠ, তেওঁলোকক আমাৰ দেশৰ শান্তিসেনা বুলিব পৰা যায়। শিক্ষকসকল আৰু ছাত্ৰসকল দুটা বিপক্ষ দল নহয়। উভয়ৰে উভয়ৰ প্ৰতি একপ্ৰাণতাৰ আধাৰতেই শিক্ষাৰ মহৎ ফল লাভ হয়। ছাত্ৰৰ মাজতো সাহিত্যিক আছে আৰু থাকিব পাৰে। এই ছাত্ৰসকলৰ মাজতেই আমাৰ ভৱিষ্যৎ দেশনেতাসকল আছে আৰু হয়তো যুগান্তকাৰী সাহিত্যিক লুকাই আছে। আশাকৰোঁ আমাৰ ছাত্ৰসকলে শান্তিৰ শুভ্ৰ পতাকা লৈ জাতিৰ আৰু জগতৰ উন্নতি পথৰ বিজয় অভিযানৰ যাত্ৰী হৈ আগুৱাই যাব।

  

# অষ্টাত্রিংশ অধিৱেশন

## মাকুম

## ২৩, ২৪ আৰু ২৫ এপ্ৰিল, ১৯৭১

অসম সাহিত্য সভাৰ অষ্টাত্রিংশ মুকলি অধিৱেশন চাহ বাগিচাৰে পুষ্ট, পৰিবেষ্টিত আৰু বুৰঞ্জীৰ গৌৰৱেৰে গৌৰৱান্বিত উজনিৰ সৰু চহৰ মাকুমত তিনিদিনীয়া কাৰ্যসূচীৰে অত্যন্ত উলহ-মালহৰ মাজত অনুষ্ঠিত হয়। ২২ এপ্ৰিল বৃহস্পতিবাৰে পুৱাবেলাৰ পৰা অসমৰ বিভিন্ন ঠাইৰ পৰা অহা প্ৰতিনিধিৰ সোঁত ববলৈ ধৰে। কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকল আৰু নৱনিৰ্বাচিত সভাপতি তীৰ্থনাথ শৰ্মাও সেইদিনাই মাকুম পোৱাত মাকুম চহৰ জনসমাগমেৰে মুখৰিত হৈ পৰে।

২৩ এপ্ৰিল শুক্ৰবাৰে পুৱা ৮ বজাত চিপ্‌চিপীয়া বৰষুণৰ মাজতে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বিনন্দ চন্দ্ৰ বৰুৱাই অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰি সাহিত্য সভাৰ অতীত গৌৰৱ সোঁৱৰে আৰু উজ্জ্বল ভৱিষ্যৎ কামনা কৰে।

পুৱা ৮-৩০ বজাত প্ৰাক্তন সভাপতি বাগ্মীবৰনীলমণি ফুকনে প্ৰদৰ্শনী উদ্বোধন কৰি অফুৰন্ত কৰ্মশক্তি সদ্ব্যৱহাৰ কৰি দেশক সমৃদ্ধ কৰি তুলিবলৈ যুৱক-যুৱতীসকললৈ উদাৰ আহ্বান জনায়।

পুৱাবেলা ৯-১২ বজালৈ বিষয় বাছনী সভা নৱনিৰ্বাচিত সভাপতি তীৰ্থনাথ শৰ্মাৰ সভাপতিত্বত বহে। প্ৰধান সম্পাদক যতীন্দ্ৰ নাথ গোস্বামীয়ে প্ৰতিৱেদনত কয় যে বছৰটোত অসম সাহিত্য সভাই ৪৫ হেজাৰ টকাতকৈও অধিক ঋণ পৰিশোধ কৰিছে যদিও আৰু সিমানখিনি ঋণ এতিয়াও পৰিশোধ কৰিবলৈ আছে। আগৰ বছৰত সাহিত্য সভাৰ গ্ৰন্থ বিক্ৰী সম্পৰ্কত হোৱা সাফল্যৰ কথা তেখেতে উল্লেখ কৰে আৰু পদ্মনাথ গোহাঞিবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকীৰ আয়োজনৰ কথা তেখেতে কয়। বিষয় বাছনি সভাত সম্পাদকীয় প্ৰতিবেদন আৰু হিচাপ গৃহীত হয়।

আবেলি ১-৩০ ৰ পৰা ৫ বজালৈ বহা বিষয় বাছনি সভাত সভাপতিত্ব কৰে উপ-সভাপতি পৰাগধৰ চলিহাই। সভাই ৬ টা প্ৰস্তাৱ গ্ৰহণ কৰে। সভাৰ সংগঠন সম্পৰ্কীয় আৱশ্যকীয় সালসলনিৰ বাবে কেবাটাও প্ৰস্তাৱ অহাত সভাই চলিত বছৰৰ জুলাই মাহত নিয়মাৱলী সংশোধনৰ প্ৰস্তাৱ শাখা সভাসমূহৰ পৰা আহ্বান কৰি আগৰ বছৰৰ বিষয় বাছনি সভাৰ নিয়মাৱলী সংশোধনৰ প্ৰস্তাৱ দাঙি ধৰিবলৈ পৰামৰ্শ দিয়ে।



অভিধান, শব্দকোষ, বাগানৰ বনুৱাৰ মাজত অসমীয়া পাঠ্যপুথি, পৰ্বত-ভৈয়াম সম্প্ৰীতিমূলক পুথি প্ৰকাশ, শিশু সাহিত্য সদন, গঠন, লিখক শিবিৰৰ আয়োজন আদিৰ প্ৰস্তাৱখিনি কাৰ্যনিৰ্বাহক সমিতিৰ বিবেচনাৰ্থে সভাই স্থগিত ৰাখে।

২৩ এপ্ৰিলৰ ৰাতি ৬—১১-৩০ বজালৈ বিষয় বাছনি সভাৰ তৃতীয় বৈঠক পৰাগধৰ চলিহাৰ সভাপতিত্বত বহে। উপ-সভাপতি নিৰ্বাচনৰ ভোট গ্ৰহণৰ সময়ছোৱাত প্ৰাক্তন সভাপতি বিনন্দ চন্দ্ৰ বৰুৱাই সভাপতিত্ব কৰে। পৰাগ চলিহা উপ-সভাপতি, যতীন্দ্ৰ নাথ গোস্বামী প্ৰধান সম্পাদক, আব্দুছ ছাত্তাৰ পত্ৰিকা সম্পাদক আৰু নবীন চন্দ্ৰ বৰদলৈ ধনভঁৰালী নিৰ্বাচিত হয়। কাৰ্যনিৰ্বাহক সমিতিৰ আন ১৪ টা সভ্যপদৰ বাবে ৫৪ টা নাম প্ৰস্তাৱিত হোৱাত বহু আলোচনাৰ পাছত সভাই পূৰ্বৰ ৰীতিকে ৰক্ষা কৰি সভাপতি তীৰ্থনাথ শৰ্মা, প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামী, প্ৰাক্তন সভাপতি বিনন্দচন্দ্ৰ বৰুৱা আৰু প্ৰতিনিধি গিৰিধৰ শৰ্মাৰে গঠিত এখন সমিতিৰ ওপৰত ২৬ জন সভ্য বাচি দিবলৈ ভাৰ দিয়ে।

২৪ এপ্ৰিলত মুকলি অধিৱেশনত বতৰ সম্পূৰ্ণ পৰিষ্কাৰ থকাত চাৰিওফালৰ পৰা অহা অগণন জনতাৰে বাট-পথ ভৰি পৰে। পুৱাবেলা ৮—১১-৩০ বজালৈ প্ৰবীণ কবি কমলেশ্বৰ চলিহাৰ সভাপতিত্বত কবি সন্মিলন বহে। সভাত আন বছৰৰ কবি সন্মিলনৰ তুলনাত জনসমাবেশ সন্তোষজনক হৈছে বুলি বহু সন্মিলনত উপস্থিত থকা প্ৰাক্তন সভাপতি বিনন্দ চন্দ্ৰ বৰুৱাই কয়। বাগ্মীবৰ নীলমণি ফুকনে 'সো অহম' নামে স্বৰচিত কবিতাৰ আবৃত্তিৰে সভা উদ্বোধন কৰে। ধ্বনিকবি বিনন্দ চন্দ্ৰ বৰুৱাই 'অ' ৰূপহী! তোমাৰ কিমান দূৰত ঘৰ?' নামে স্বৰচিত কবিতা আবৃত্তি কৰি কয় যে এই কবিতাৰ সুৰ তেখেতৰ আনবিলাক কবিতাৰ লগত নিমিলিলেও কবিতাটি কিন্তু তেখেতৰ নিজৰ ৰচনা। একেজন কবিয়ে সদায় যে একে ধৰণৰ কবিতাকে লিখিব লাগে তাৰ নিশ্চয় কোনো অৰ্থ নাই। কাব্যযোগী আনন্দৰ চন্দ্ৰ বৰুৱাই দুটি স্বৰচিত কবিতা 'কবিতা যেতিয়া আহে' আৰু 'এটি চাহ ছোৱালী' আবৃত্তি কৰে। দ্বিতীয় কবিতাটিত চাহবাগিচাৰ বনুৱাসকলৰ ঝুমুৰ গীতৰ কলি সুমুৱাই দিয়াত কবিতাটি বিশেষ আকৰ্ষণীয় হৈছিল। অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাই পঠোৱা 'মাকুমৰ পণ' নামে কবিতাটি বৰুৱাদেৱে আবৃত্তি কৰে। অসমীয়া ভাষা আয়ত্ত কৰি অসমীয়াত সুন্দৰ কবিতা লিখা প্ৰতিভাশালী কবি ৰাজেন্দ্ৰ প্ৰতাপ কৰণক বৰুৱাদেৱে পৰিচয় জ্ঞাপন কৰাৰ পিছত কৰণে গণেশ গগৈৰ 'পাপৰি'ৰ একাংশ আৰু ইয়াৰ হিন্দী অনুবাদ আবেগিকভাৱে আবৃত্তি কৰি শ্ৰোতাসকলক মুগ্ধ কৰে। তদুপৰি তেওঁ 'মাদাৰ' নামেৰ এটি স্বৰচিত অসমীয়া কবিতা আবৃত্তি কৰে।

কহিমাৰ হৰিপ্ৰসাদ গোৰ্খাৰায়ে 'উৰণীয়া মন' আৰু 'এটি প্ৰশ্ন, এটি পৰিচয়' নামে দুটি স্বৰচিত কবিতা আবৃত্তি কৰে। দ্বিতীয় কবিতাটিত পৰ্বত-ভৈয়ামৰ ঐক্যৰ ওপৰ

আবেগিকভাৱে আলোক পাত কৰে। অমূল্য বৰুৱাৰ অপ্ৰকাশিত কবিতা এটি আৰু আন এটি স্বৰচিত কবিতাৰ আবৃত্তি কৰে প্ৰমোদ কুমাৰ বৰদলৈয়ে। বুয়োবৃদ্ধ কবি অম্বেশ্বৰ চেতিয়া ফুকনে মুণ্ডা লোকগীতি আৰু ইয়াৰ অসমীয়া অনুবাদ পাঠ কৰাৰ উপৰি 'অনুপমা তোমাক ভাল পাওঁ' নামে স্বৰচিত ৰোমাণ্টিক কবিতা এটি আবৃত্তি কৰে। আন এজন বয়োবৃদ্ধ কবি ৰামচন্দ্ৰ দাসে 'হাতেলিখা কিতাপৰ বোজা' নামে এটি ৰসাল কথা-কবিতা পাঠ কৰে। ইয়াৰ বাহিৰে স্বৰচিত কবিতা আবৃত্তি কৰাসকলৰ ভিতৰত আছিল বীৰেন বৰকটকী, নিত্যা দত্ত, এলি আহমদ, কৃষ্ণপ্ৰিয়া হাজৰিকা, যজ্ঞোৰাম গগৈ, চুজাউদ্দিন আহমদ, নবীনচন্দ্ৰ বৰদলৈ, ললিত শৰ্মাবৰুৱা, চন্দ্ৰ চেতিয়া, ইৰফানুল হক, শসীপ্ৰভা দত্ত, ৰেণু শইকীয়া, ফাতেমা খাতুন, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী আদি।

আলোচনাত অংশ গ্ৰহণ কৰি ড° মহেশ্বৰ নেওগে 'ৰাতি পুৱাৰ ডায়েৰী' নামে এটি স্বৰচিত কথা-কবিতা আবৃত্তি কৰে। ড° নেওগে প্ৰাচীনত্বৰ পৰা নতুনত্বলৈ কবিতা বিৱৰ্তনৰ কথা কয়। তেখেতে কয় যে ৰে'লগাড়ী চলাৰ দৰে কবিতা আগলৈকো চলে আৰু পাছলৈকো চলে অৰ্থাৎ কবিতাই দূৰ অতীতৰ পৰা দূৰ ভৱিষ্যলৈকে প্ৰাণৰ সম্ভেদ আমাক দিয়ে। কবিতাত Magic আৰু Music অৰ্থাৎ আশ্চৰ্যবোধ আৰু সংগীত এই দুটা বস্তু আৰু প্ৰাণৰ সম্ভেদ থাকিব লাগিব। আনজন বক্তা ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে ৰাজেন্দ্ৰ প্ৰতাপ কৰণৰ অসমীয়া ভাষা প্ৰীতি আৰু ৰোমান্তিক ধাৰাক প্ৰশংসা কৰে। ড° গোস্বামীয়ে কয় যে অসমীয়া সাহিত্যত ৰোমাণ্টিক ভাৱধাৰা চলি থকা উচিত। সভাপতি চলিহাই তত্ত্বগধুৰ ছাপা ভাষণ পাঠ কৰে আৰু স্বৰচিত 'ব্ৰহ্মপুত্ৰ' কবিতা আবৃত্তি কৰে।

## মুকলি অধিৱেশন

২৪ এপ্ৰিলৰ দিনৰ ১২-৩০-ৰ পৰা সভাপতি তীৰ্থনাথ শৰ্মাৰ বাসভৱনৰ পৰা সভামণ্ডপ অভিমুখে সমদল যাত্ৰা কৰা হয়। মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰী প্ৰমুখ্যে মন্ত্ৰীসকলেও সমদল যাত্ৰাত যোগ দিয়ে। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, আনন্দৰাম বৰুৱা, তৰুণ ৰাম ফুকন, জ্যোতি প্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভা, পদ্মনাথ গোহাঞিবৰুৱা, ৰঘুনাথ চৌধাৰী, গোপীনাথ বৰদলৈ, ফণী শৰ্মা, এই বাৰজন বিশিষ্ট অসমীয়াৰ কাঠত অংকিত পূৰ্ণপৰ্যায়ৰ ছবি চকা লগোৱা গাড়ীত সমদলৰ লগতে চলাই নিয়াত সমদলৰ গাম্ভীৰ্য বৃদ্ধি হয়। এইটো আছিল মাকুমৰ সমদলৰ বিশেষত্ব। ১ বজাত বিৰাট সভামণ্ডপত অগণন জনতাৰে ভৰি পৰে। অভ্যৰ্থনা সমিতিৰ ফালৰ পৰা গিৰিন্দ্ৰ কুমাৰ ৰাজখোৱাই সভাপতিক মাল্যদান কৰে। বিদায়ী উপ-সভাপতি পৰাগ চলিহাই মঞ্চত আসন গ্ৰহণ কৰা বিশিষ্ট অতিথিসকলৰ পৰিচয় প্ৰদান কৰে।



সভা উদ্বোধন কৰি মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীয়ে অসমৰ ঐক্য আৰু সংহতিৰ বাবে আহ্বান জনায়। অভ্যৰ্থনা সমিতিৰ সভাপতি ৰমেশ চন্দ্ৰ বৰুৱা আৰু কাৰ্যকৰী সভাপতি ত্ৰিবেণী প্ৰসাদ সিংহই দুটি ভাষণ পাঠ কৰি চাহ বাগিচাৰে পৰিবেষ্টিত উজনিৰ এই সৰু ঐতিহ্যপূৰ্ণ চহৰ মাকুমত বহা অসম সাহিত্য সভাৰ মুকলি অধিৱেনশনৰ গুৰুত্ব আৰোপ কৰে। সভাপতি তীৰ্থনাথ শৰ্মাই সভাপতিৰ আসন গ্ৰহণ কৰে। সভাই বিখ্যাত ৰাজনীতিজ্ঞ আৰু সাহিত্যিক সংগঠক ড° কানাইলাল মাণিকলাল মুন্সী; অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু অসম সাহিত্য সভাৰ আজীৱন সভ্য বিমলা প্ৰসাদ চলিহা; নটসূৰ্য ফণী শৰ্মা; নাট্যকাৰ, অভিনেতা সৰ্বেশ্বৰ চক্ৰৱৰ্তী; শিক্ষাবিদ, সাহিত্যিক ড° প্ৰসন্নচন্দ্ৰ গোস্বামী; সু-সাহিত্যিক নিৰ্মলেশ্বৰ শৰ্মা; শিক্ষাবিদ গোবিন্দ চন্দ্ৰ শৰ্মা আদি ৩০ জন বিশিষ্টলোকৰ মৃত্যুত শোক প্ৰকাশ কৰি নীৰৱ প্ৰাৰ্থনা জনায়।

সহকাৰী সম্পাদক ডিম্বেশ্বৰ শৰ্মাই পদ্মশ্ৰী নলিনীবালা দেৱী; অসম আৰু নগাৰাজ্যৰ উচ্চতম ন্যায়ালয়ৰ মুখ্যন্যায়াধীশ পাৰ্বতী কুমাৰ গোস্বামী; কেন্দ্ৰীয় মন্ত্ৰী ফকৰুদ্দিন আলি আহমদ; অসম কৃষি বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ড° সত্যৰঞ্জন বৰুৱা, প্ৰবীণ সাহিত্যিক দীননাথ শৰ্মা আদিৰ পৰা অহা শুভেচ্ছা বাণীসমূহ পাঠ কৰে।

প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামীয়ে প্ৰতিবেদন পাঠ কৰে। মফিজুদ্দিন আহমদ হাজৰিকা শতবাৰ্ষিকী আৰু দুৰ্গা প্ৰসাদ মজিন্দাৰ বৰুৱা দিৱস পালন, বৰপেটা আৰু ধিং অধিৱেশনৰ দুখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰা, বছৰটোত হৰিহৰ চৌধুৰী স্মৃতি পুঁজি, বনমালী শইকীয়া স্মৃতি পুঁজি, প্ৰেমধৰ দত্ত স্মৃতি পুঁজি, গোপালচন্দ্ৰ গোস্বামী স্মৃতি পুঁজিৰ পৰা পুৰস্কাৰ দিয়া, বছৰটোত ৪৫ হেজাৰ টকাৰ ঋণ পৰিশোধ, গ্ৰন্থ বিক্ৰী বিষয়ত বিশেষ সফলতা লাভ কৰাৰ কথা কয়। ১০৬ জন আজীৱন সভ্য ভৰ্তি কৰা আৰু ৪১ খন নতুন শাখা স্থাপন বছৰটোৰ বিশেষত্ব। তেখেতে পদ্মনাথ গোহাঞিবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী শতবাৰ্ষিকী আঁচনিৰ কথা কয়।

সভাপতি তীৰ্থনাথ শৰ্মাই শাৰীৰিক অসুস্থতা সত্ত্বেও তেজস্বী ভংগীৰে তেখেতৰ সুদীৰ্ঘ ভাষণ পাঠ কৰি সভাৰ গাম্ভীৰ্য বৃদ্ধি কৰে। সভাৰ শেহলৈকে শ্ৰোতামণ্ডলীৰে সভাগৃহ ভৰি থকাটো এই অধিৱেশনৰ বিশেষত্ব।

## আলোচনা-চক্ৰ

২৫।৪।৭১ তাৰিখে পুৱাবেলা ৮-৩০ ৰ পৰা ১১-৩০ লৈ বহা আলোচনাচক্ৰত সভাপতিত্ব কৰি ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যই অসমীয়া লোক-সাহিত্যৰ বিষয়ে এক সুদীৰ্ঘ তত্ত্বগধুৰ ভাষণ পাঠ কৰে। আলোচনাত অংশ গ্ৰহণ কৰি অধ্যাপক চৈয়দ আব্দুল মালিকে এটি হাস্যমধুৰ বক্তৃতাৰে অসমীয়া লোক-সাহিত্যত থকা ৰসিকতাৰ মাজেদি লোকশিক্ষাৰ কথা আলোচনা কৰে। তেখেতে কয় যে এই লোকগীতবিলাকৰ মাজত

জাতীয় প্ৰকৃত জীৱন লুকাই আছে। আনজন নিৰ্দিষ্ট বক্তা অধ্যাপক যোগেশ দাসে লোক-সাহিত্যৰ বিভিন্ন দিশ ফঁহিয়াই দেখুৱায়। তেখেতে শংকৰীযুগ, আহোম যুগ আৰু বৰ্তমান যুগৰ অসমীয়া সংস্কৃতিৰ পাৰ্থক্য আৰু ঐক্যৰ কথা উদাহৰণ দি ব্যাখ্যা কৰে। অধ্যাপক অপূৰ্ব বৰঠাকুৰীয়াই সাধুকথাত থকা লোক সংস্কৃতিৰ বিষয়ে কয়।

## দ্বিতীয় মুকলি অধিৰেশন

আবেলি ১ বজাৰ পৰা দ্বিতীয় দিনৰ মুকলি অধিৰেশন তীৰ্থনাথ শৰ্মাৰ সভাপতিত্বত বহে। বিশিষ্ট অতিথি হিচাপে সভাত তিনিগৰাকী প্ৰাক্তন সভাপতি বাগ্মীবৰ নীলমণি ফুকন; বুৰঞ্জীবিদ বেণুধৰ শৰ্মা আৰু ধ্বনিকবি বিনন্দ চন্দ্ৰ বৰুৱাই ভাষণ দিয়ে। সমজুৰাৰ ফালৰ পৰা সভাত জিতেন্দ্ৰ নাথ দাস, লক্ষেশ্বৰ শৰ্মা, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, অধ্যক্ষ ৰায়হান চাহ, ৰামচন্দ্ৰ দাস, দুৰ্গা ৰেগন আদিয়ে ভাষণ দিয়ে। সভাত পূৰ্বে উল্লেখ কৰা বিষয়ববীয়াসকলৰ বাহিৰেও কাৰ্যনিৰ্বাহক সমিতিৰ বাবে তলত নাম দিয়া ১২ টা নাম ঘোষণা কৰা হয়। (১) হৰি প্ৰসাদ গোৰ্খাৰায়, কহিমা; (২) নাৰায়ণচন্দ্ৰ ঘাটোৱাৰ, চাবুৱা; (৩) ৰাম গোস্বামী, বৰহাপজা; (৪) লীলা গগৈ, ডিব্ৰুগড়; (৫) বীৰেন বৰকটকী, শিৱসাগৰ; (৬) ডিম্বেশ্বৰ শৰ্মা, যোৰহাট; (৭) কমলেশ্বৰ শইকীয়া, গোলাঘাট; (৮) চন্দ্ৰকান্ত বৰকাকতী, ধিং, নগাঁও; (৯) জীৱন সিংহ, দক্ষিণপাট, নগাঁও; (১০) চন্দ্ৰধৰ গোস্বামী, তেজপুৰ; (১১) অমল কুমাৰ দাস, ধুবুৰী; (১২) লক্ষেশ্বৰ শৰ্মা, শ্বিলং। কাৰ্যনিৰ্বাহক সমিতিৰ আন চাৰিটা নাম পাছত ঘোষণা কৰিবলৈ থোৱা হয়। সভাত অঞ্জলি বৰুৱা, জ্যোতি শইকীয়া আদিৰ গীত-মাত আৰু আৰম্ভণিৰ সমদল সংগীত বিশেষ আকৰ্ষণীয় হৈছিল।

সামৰণি মন্তব্যত সভাপতিয়ে ঐক্য আৰু সংহতিৰ বাবে সকলোলৈকে আহ্বান জনায়। অসমত স্থায়ীভাৱে বাস কৰা অনাঅসমীয়াসকললৈতেখেতে অসমীয়া ভাষা-সংস্কৃতিৰ লগত এক হৈ মিলি যাবলৈ আহ্বান জনায়। অভ্যৰ্থনা সমিতিৰ হৈ পৰমানন্দ গগৈয়ে আৰু প্ৰতিনিধিবৰ্গৰ হৈ প্ৰফুল্লচন্দ্ৰ দত্তই শলাগৰ শৰাই আগবঢ়ায়।

মুকলি সভাৰ দুয়োদিনা ৰাতি ৬-১২বজালৈ বিপুল জনসমাবেশৰ মাজত সাংস্কৃতিক সন্মিলন অনুষ্ঠিত হয়। সাংস্কৃতিক সন্মিলনৰ সভাপতিত্ব কৰি বিশিষ্ট শিল্পী কমল নাৰায়ণ চৌধুৰীয়ে সংস্কৃতিৰ পটভূমিত অসমত বাস কৰা সকলো বাসিন্দাকে এক হৈ ঠিক হ'বলৈ আহ্বান জনায়। অসম সাহিত্য সভাৰ সাংস্কৃতিক সন্মিলনৰ দুগৰাকী প্ৰাক্তন সভাপতি জীৱেশ্বৰ গোস্বামী আৰু প্ৰফুল্ল চন্দ্ৰ বৰুৱাও সন্মিলনত উপস্থিত আছিল।

সূৰ্যকান্ত ফুকনৰ সম্পাদনাত মাকুম অধিৰেশনৰ অভ্যৰ্থনা সমিতিয়ে তিনি খণ্ডত বিভক্ত এখন উন্নত পৰ্যায়ৰ স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। অধিৰেশনৰ দিনকেইটিত অসমৰ বিভিন্ন কেন্দ্ৰত প্ৰৱেশিকা পৰীক্ষা চলি থকা সত্ত্বেও আৰু মাকুম অসমৰ পূব প্ৰান্তত



অৱস্থিত সৰহভাগ অনা অসমীয়া বাসিন্দাৰ এখন সৰু চহৰ যদিও তিনিও দিনৰ প্ৰদৰ্শনীত, মূলসভাত আৰু সাংস্কৃতিক সন্মিলনত বিপুল জনসমাৱেশ, চাৰিওফালৰ চাহ বাগিচাৰ বনুৱাসকলৰ যোগদান আৰু অনা-অসমীয়া স্থায়ী বাসিন্দাসকলৰ সহযোগে মাকুম অধিৰেশন সৰ্বতোপ্ৰকাৰে সাফল্যমণ্ডিত কৰি তুলিছিল।

## সন্মিলনত গৃহীত প্ৰস্তাৱসমূহ

*১নং প্ৰস্তাৱ ঃ অসমীয়া ৰাজ্যভাষা হিচাপে ঘোষণা হোৱাৰ দহ বছৰৰ পিছতো ব্ৰহ্মপুত্ৰ উপত্যকা আৰু সচিবালয় পৰ্যন্ত চৰকাৰী, অৰ্দ্ধচৰকাৰী আৰু বেচৰকাৰী অনুষ্ঠানসমূহত পূৰ্ণ পৰ্যায়ত ৰাজ্যভাষাৰ প্ৰয়োগ নোহোৱাত অসম সাহিত্য সভাৰ আজিৰ অধিৰেশনে গভীৰ উদ্বেগ প্ৰকাশ কৰে আৰু এই সংক্ৰান্তত খৰতকীয়া আৰু সক্ৰিয় ব্যৱস্থা ল'বলৈ অসম চৰকাৰৰ ওচৰত দাবী জনায়। এই বিষয়ত অসম সাহিত্য সভাই ৰাইজকো সতৰ্ক কৰি দিবলৈ বিচাৰে আৰু সকলোৰে সকলো বিষয়তে অসমীয়া ভাষাহে প্ৰয়োগ কৰিবলৈ অনুৰোধ জনায়। ৰাজ্যভাষা সংক্ৰান্তত সভাই তলত দিয়া পৰামৰ্শাৱলীৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰে।*

*১) যিবোৰ কাৰ্যালয়ত এতিয়াও অসমীয়া নাম-ফলি দিয়া হোৱা নাই সেইবিলাকত দিয়াৰ ব্যৱস্থা কৰা।*

*২) সকলো চৰকাৰী, বেচৰকাৰী আৰু অৰ্দ্ধচৰকাৰী অনুষ্ঠানত অসমীয়া লিখন-যন্ত্ৰ ৰখা আৰু ইয়াৰ ব্যৱহাৰৰ কাৰণে বিভিন্ন লোকক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰা। ইয়াৰ উপৰি বিভিন্ন কাৰ্যালয়ত অসমীয়া ভাষাত প্ৰ-পত্ৰ, চালান, চাব-মোহৰ আদিৰ যোগান ধৰা।*

*৩) বিভিন্ন কাৰ্যালয়ৰ যিসকল বিষয়াই ইচ্ছাকৃতভাৱে অসমীয়া ভাষা প্ৰয়োগৰ ক্ষেত্ৰত নিষ্ক্ৰিয়তা অৱলম্বন কৰে সেইসকলৰ নিষ্ক্ৰিয়তা দূৰ কৰাৰ উপযুক্ত ব্যৱস্থা লোৱা আৰু প্ৰয়োজন অনুসৰি শাস্তিমূলক ব্যৱস্থা লোৱা।*

*৪) আৱশ্যক অনুযায়ী অসমীয়া ভাষাত অভিজ্ঞতা নথকা কৰ্মচাৰীক অসমীয়া ভাষা প্ৰশিক্ষণ দিয়া।*

*৫) পৰিভাষা সংশোধন, পৰিবৰ্দ্ধন আৰু পুনঃ প্ৰকাশ কৰাৰ খৰতকীয়া ব্যৱস্থা কৰা।*

*প্ৰস্তাৱক ঃ হৰিমোনহ সৰকাৰ*

*সমৰ্থক ঃ ধৰ্মকান্ত গোহাঁই*

*গৃহীত ঃ স্বাঃ তীথনাথ শৰ্মা, সভাপতি*

২৫/৪/৭১

*২য় প্ৰস্তাৱ ঃ আভ্যন্তৰিণ শৃংখলাৰ অজুহাত দেখুৱাই পাকিস্তান চৰকাৰে পুৰ্ববংগত আজি নিষ্ঠুৰ হত্যাকাণ্ডৰে মানৱতা বিৰোধী যি ধ্বংসলীলা চলাইছে আজিৰ*

*অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনে তাৰ তীব্ৰ নিন্দা কৰে আৰু অতি সোনকালে এই ধ্বংসলীলা বন্ধ কৰাবলৈ পৃথিৱীৰ সকলো শক্তিক আহ্বান জনায়।*

*প্ৰস্তাৱক ঃ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী*
*সমৰ্থক ঃ নন্দ তালুকদাৰ*

*গৃহীত ঃ স্বাঃ তীৰ্থনাথ শৰ্মা*
*সভাপতি*
*২৫।৪।৭১*

*৩ নং প্ৰস্তাৱ ঃ ভাৰতৰ অন্যান্য প্ৰান্তত শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষাৰূপে স্বীকৃতি হোৱাৰ পিছৰে পৰা বিশ্ববিদ্যালয়ৰ গৱেষণা গ্ৰন্থৰ মাধ্যমৰূপেও আঞ্চলিক ভাষাকে গ্ৰহণ কৰিছে। ইয়াৰ ফলত গৱেষণা গ্ৰন্থসমূহৰ লগত জনসাধাৰণৰ সম্পৰ্ক স্থাপন সম্ভৱপৰ হৈছে; কিন্তু অসমত এতিয়াও গৱেষণা গ্ৰন্থৰ মাধ্যম ইংৰাজীহে, অসমীয়া নহয়। তাৰ ফলত গৱেষণা গ্ৰন্থবোৰ জনগণৰ কামত অহা নাই। মাথোন এমুঠি পণ্ডিতলোকৰ মাজতে সীমিত হৈ আছে। গণতান্ত্ৰিক দেশত জাতীয় জীৱনৰ বিকাশৰ পথত ই প্ৰধান অন্তৰায়ৰূপে দেখা দিছে। এনে জাতীয়তাৰ পৰিপন্থী ৰীতি বৰ্জনীয়।*

*সেয়ে অসম সাহিত্য সভাৰ এই বাৰ্ষিক অধিৱেশনে অসমৰ বিশ্ববিদ্যালয়সমূহৰ কৰ্তৃপক্ষক অনুৰোধ কৰে যাতে জাতীয় জীৱনৰ বৃহত্তৰ স্বাৰ্থলৈ লক্ষ্য ৰাখি অসমৰ আঞ্চলিক ভাষাকো গৱেষণাৰ মাধ্যমৰূপে প্ৰয়োগ কৰাৰ বিশিষ্ট ব্যৱস্থা অনতিবিলম্বে গ্ৰহণ কৰে।*

*প্ৰস্তাৱক ঃ চৈয়দ আব্দুল মালিক*
*সমৰ্থক ঃ মিনতি হাজৰিকা*

*গৃহীত ঃ (স্বাঃ) তীৰ্থনাথ শৰ্মা*
*সভাপতি*

*৪ৰ্থ প্ৰস্তাৱ ঃ অসম সাহিত্য সভাৰ এই অধিৱেশনে গভীৰ দুখেৰে অসম চৰকাৰক জনায় যে অসম ভাষা-সাহিত্য-সংস্কৃতিৰ একমাত্ৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাক এতিয়াও চৰকাৰে উপযুক্ত পৰিমাণৰ আৰ্থিক অনুদান দিয়া নাই। এখন গণতান্ত্ৰিক ৰাজ্যৰ ভাষা-সাহিত্যৰ উন্নতিৰ অৰ্থে চৰকাৰে যি আন্তৰিকতা দেখুৱাব লাগিছিল তেনে আন্তৰিকতাৰ পৰা সাহিত্য সভা আজিও বঞ্চিত হৈ আছে। যুগৰ লগত সমানে আগবাঢ়ি যাবলৈ এখন দেশৰ সাহিত্য-সংস্কৃতিয়ে প্ৰেৰণা যোগাবৰ কাৰণে পৰিৱেশ সৃষ্টি কৰিবলৈ প্ৰচুৰ অৰ্থৰ প্ৰয়োজন।*



*গতিকে আজি সভাই অসম চৰাকৰক সাহিত্য সভাৰ কাৰণে বছৰি এক লাখ টকাৰ এটি অনুদান দিবলৈ অনুৰোধ জনায়।*

*প্ৰস্তাৱক ঃ বিনন্দ চন্দ্ৰ বৰুৱা*
*সমৰ্থক ঃ নগেন শইকীয়া*

*গৃহীত ঃ (স্বাঃ) তীৰ্থনাথ শৰ্মা*
*সভাপতি*
*২৫।৪।৭১*

*৫ম প্ৰস্তাৱ ঃ অসমীয়া সাহিত্যৰ অন্যতম কৰ্ণধাৰ আৰু সাহিত্য সভাৰ পোন প্ৰথম অধিৱেশনৰ সভাপতি পদ্মনাথ গোহাঞিবৰুৱাৰ জন্ম-শতবাৰ্ষিকীত ডাক-তাঁৰ বিভাগে এটি সোঁৱৰণী ডাক-টিকট উলিয়াবলৈ অক্ষমতা প্ৰকাশ কৰাত আজিৰ সভাই গভীৰ ক্ষোভ প্ৰকাশ কৰে আৰু এই ডাক টিকট যাতে জন্ম-শতবাৰ্ষিকীত ওলায় তাৰ বাবে কাৰ্যকৰী ব্যৱস্থা হাতত ল'বলৈ ডাক-তাঁৰ বিভাগক দাবী জনায়। এই ডাক টিকট সময়মতে প্ৰকাশৰ কাৰণে সকলো প্ৰকাৰৰ চেষ্টা চলোৱাৰ তৎপৰতা অৱলম্বন কৰিবলৈ অসম চৰকাৰক আৰু অসমৰ সংসদী সদস্যসকলক আজিৰ সভাই টানি অনুৰোধ জনায়।*

*প্ৰস্তাৱক ঃ কৃষ্ণপ্ৰসাদ বৰুৱা*
*সমৰ্থক ঃ খলিলুৰ ৰহমান*

*গৃহীত ঃ (স্বাঃ) তীৰ্থনাথ শৰ্মা*
*সভাপতি*
*২৫।৪।৭১*

*৬ষ্ঠ প্ৰস্তাৱ ঃ উদ্যোগত থলুৱালোকৰ সুবিধা দাবী*

*অসম চৰকাৰে Assam Industrial Employment (Standing order) Rule তলত দিয়া অনুসৰি সংশোধন কৰিবলৈ ওলাইছে ঃ*

*All vacancies will be notified to the local Employment Exchange and all requirements be normally made from amongst the candidates sponsored by the Employment Exchange. Other sources of recruitment may be tried only when the Local Employment Exchange joins non availability cerrtificate.*

*While making recruitment preference shall be given as under :*

1. *Ex-employees with good records.*
2. *Near relations of Employee.*
3. *People of the Locality.*
4. *People of the state.*

*প্ৰস্তাৱিত সংশোধনী মতে অসমীয়া মানুহৰ আৰু অসমৰ স্থায়ী অধিবাসীসকলৰ স্বাৰ্থ তথা অসমীয়া ভাষা আৰু সংস্কৃতিৰ স্বাৰ্থ বিশেষৰূপে ব্যাঘাত হ'ব। কাৰণ, প্ৰাক্তন কৰ্মীৰ (Ex-employee) নামত অৱসৰপ্ৰাপ্ত কৰ্মী আৰু সাময়িক কৰ্মীসকলে প্ৰথমে স্থান পাব। দ্বিতীয়তে বৰ্তমানৰ প্ৰাৰ্থীৰ আত্মীয়-স্বজনৰ সুবিধালৈ বৰ্তমানৰ অনা-অসমীয়া কৰ্মী, যাৰ সংখ্যা অসমীয়াতকৈ বহুত বেছি তেওঁলোকে সুবিধা পাব। তাৰ পিছতহে স্থানীয় লোক আৰু তাৰ পিছত অসম ৰাজ্যৰ লোকে সুবিধা পাব।*

*সেইকাৰণে অসমীয়াৰ আৰু অসমীয়া ভাষা-সংস্কৃতিৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে অসম সাহিত্য সভাৰ আজিৰ সন্মিলনে প্ৰস্তাৱ কৰে যে চাকৰিত সুবিধা দিবৰ কাৰণে চৰকাৰে প্ৰস্তাৱ কৰা সংশোধনী তলত লিখা দৰে সংশোধন কৰা হ'ব। প্ৰথমতে সুবিধা পাব স্থানীয়লোকে, দ্বিতীয়তে সুবিধা পাব ৰাজ্যিক খিলঞ্জীয়া অধিবাসীয়ে, তৃতীয়তে সুবিধা পাব অসমীয়া ভাষাত জ্ঞান থকা আগৰ কৰ্মচাৰীয়ে আৰু চতুৰ্থতে পাব আত্মীয়সকলে।*

*প্ৰস্তাৱক ঃ খনীন্দ্ৰচন্দ্ৰ বৰুৱা*

*সমৰ্থক ঃ কনক ডেকা*

*গৃহীত ঃ (স্বাঃ) তীৰ্থনাথ শৰ্মা*
*সভাপতি*

## কাৰ্যনিৰ্বাহক সমিতি

| | |
|---|---|
| তীৰ্থনাথ শৰ্মা | সভাপতি |
| পৰাগধৰ চলিহা | উপ-সভাপতি |
| যতীন্দ্ৰ গোস্বামী | প্ৰধান সম্পাদক |
| আব্দুছ ছাত্তাৰ | পত্ৰিকা সম্পাদক |
| নবীন চন্দ্ৰ বৰদলৈ | ধনভঁৰালী |
| হৰিপ্ৰসাদ গোৰ্খাৰায় | কহিমা |
| নাৰায়ণ চন্দ্ৰ ঘাটোৱাৰ | চাবুৱা |
| ৰাম গোস্বামী | বৰহাপজান |
| লীলা গগৈ | ডিব্ৰুগড় |
| বীৰেন বৰকটকী | শিৱসাগৰ |
| ডিম্বেশ্বৰ শৰ্মা | যোৰহাট |
| ভগগিৰি ৰায় চৌধুৰী | সহকাৰী সম্পাদক, গুৱাহাটী |
| কমলেশ্বৰ শইকীয়া | গোলাঘাট |
| চন্দ্ৰকান্ত বৰকাকতী | ধিং |



| | |
|---|---|
| জীৱন সিংহ | দক্ষিণপাট, নগাঁও |
| চন্দ্ৰধৰ গোস্বামী | তেজপুৰ |
| অমল কুমাৰ দাস | ধুবুৰী |
| লক্ষেশ্বৰ শৰ্মা | ছিলং |
| মহেশ্বৰ নেওগ | |
| সূৰ্যকান্ত ফুকন | |
| গিৰিধৰ শৰ্মা | |

*(বিষয় বাছনী সভাত বিষয়ববীয়া মনোনয়নৰ বাবে এখন সমিতি পাতি দিছিল। সেই সমিতিয়ে উল্লিখিত নাম অন্তৰ্ভুক্ত কৰে যদিও পৰৱৰ্তী সময়ত দুজনে এই পদ্ধতি অবৈধ বুলিকাকতত লেখে আৰু দুয়োজনে নাম প্ৰত্যাহাৰ কৰে। সেই দুজনৰ ঠাইত মহেশ্বৰ নেওগ আৰু সূৰ্যকান্ত ফুকনক অন্তৰ্ভুক্ত কৰে।)*

## বছৰটোত কৰা কাম
## অষ্টাত্ৰিংশ সন্মিলনৰ প্ৰস্তাৱ ঃ

১) মাকুম সন্মিলনে অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০ আৰু অসম শাসকীয় ভাষা (সংশোধন) অধিনিয়ম ১৯৬১ ত গৃহীত হোৱাৰ দহ বছৰৰ পিছতো চৰকাৰে শাসকীয় ভাষা স্বৰূপে অসমীয়া ভাষা সচিবালয়ৰ পৰা মহকুমা পৰ্যায়লৈকে পূৰ্ণাংগভাৱে প্ৰয়োগ নকৰাত গভীৰ উদ্বেগ প্ৰকাশ কৰি এই সংক্ৰান্তত খৰতকীয়া আৰু সক্ৰিয় ব্যৱস্থা ল'বলৈ চৰাকৰক অনুৰোধ জনায়; আৰু জনসাধাৰণক ৰাজ্যভাষা প্ৰয়োগৰ ক্ষেত্ৰত অধিক গুৰুত্ব দিবৰ কাৰণে অনুৰোধ কৰে। উক্ত অধিনিময় কাৰ্যকৰী কৰা প্ৰসংগত অসম চৰকাৰক ক্ষিপ্ৰ ব্যৱস্থা অৱলম্বন কৰিবৰ বাবে টানি অনুৰোধ কৰা হয়। অসম চৰকাৰৰ ভাষা প্ৰয়োগ শাখাৰ উপ-সচিবে পত্ৰেৰে জনায়, "…. চৰকাৰী কাৰ্যালয়ত অসমীয়া প্ৰচলনত কেনেকৈ অগ্ৰগতি লাভ কৰিব পাৰি সেই বিষয়ে তৎপতাৰে আশ্যকীয় ব্যৱস্থা লোৱা হৈছে।

ব্ৰহ্মপুত্ৰ উপত্যকাত ইংৰাজী, বঙলা ফৰ্ম বা প্ৰ-পত্ৰ প্ৰচলনৰ প্ৰতিবাদ কল্পে মুখ্যমন্ত্ৰীলৈ দিয়া চিঠিৰ উত্তৰত তেতিয়াৰ মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীয়ে পত্ৰযোগে (৩১।৮।৭১) জনায়, "ভৱিষ্যতে যাতে তেনে কাৰ্যৰ পুনৰাবৃত্তি নহয়, তাৰবাবে উপযুক্ত নিৰ্দেশ মুদ্ৰণ আৰু লেখন সামগ্ৰী বিভাগত দিয়া হৈছে।"

২) অসমৰ আঞ্চলিক ভাষাক গৱেষণাৰ মাধ্যমৰূপে প্ৰয়োগ কৰাৰ বিহিত ব্যৱস্থা ল'বৰ কাৰণে ডিব্ৰুগড় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ক অনুৰোধ কৰা হয়। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পঞ্জীয়কে বিষয়টো বিবেচনাধীন হৈ থকা বুলি জনায়। গুৱাহাটী

বিশ্ববিদ্যালয়ে জনায় যে গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰণালীবদ্ধভাৱে আঞ্চলিক ভাষাক উচ্চ শিক্ষাৰ মাধ্যম কৰাৰ ব্যৱস্থা কৰিছে আৰু উচ্চ গৱেষণাৰ বাহন স্বৰূপে আঞ্চলিক ভাষা প্ৰয়োগ কৰাটো উপযুক্ত সময়ত বিবেচনা কৰা হ'ব।

৩) ১৯৭১-৭২ চনৰ বিত্তীয় বছৰৰ পৰা অসম সাহিত্য সভাৰ চৰকাৰী অনুদান একলাখ টকালৈ বৰ্দ্ধিত কৰিব লাগে বুলি সন্মিলনত গৃহীত প্ৰস্তাৱটি চৰকাৰলৈ প্ৰেৰণ কৰা হয় আৰু এই সন্দৰ্ভত সাহিত্য সভাৰ সজাতিদলে মুখ্যমন্ত্ৰীক তিনিবাৰ লগ ধৰে। অসম সাহিত্য সভাৰ প্ৰস্তাৱৰ সন্মান ৰক্ষা কৰি যোৱা বিত্তীয় বছৰত চৰকাৰে দহহেজাৰ টকাৰ এককালীন বৰ্দ্ধিত অনুদান দিয়ে। চলিত বিত্তীয় বছৰৰ পৰা বাৰ্ষিক অনুদান পঁচিশ হেজাৰ টকালৈ বৰ্দ্ধিত হ'ব বুলি আশ্বাস পোৱা হৈছে।

৪) পদ্মনাথ গোহাঁঞিবৰুৱাৰ জন্ম বৰ্ষিকীৰ সোঁৱৰণত ২৬ নৱেম্বৰত (১৯৭১) এটা সোঁৱৰণি ডাকটিকট উলিয়াবৰ কাৰণে কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰী তথা ভাৰত চৰকাৰক অনুৰোধ কৰা হয়। এই সন্দৰ্ভত কেন্দ্ৰীয় চৰকাৰৰ লগত যোগাযোগ কৰিবৰ কাৰণে অসমৰ লোকসভা আৰু ৰাজ্য সভাৰ সদস্যসকল, কেন্দ্ৰীয় মন্ত্ৰীদ্বয় ফখৰুদ্দিন আলি আহমদ আৰু মইনুল হকচৌধুৰীক তথা অসমৰ তদানীন্তন মুখ্যমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীক অনুৰোধ কৰা হয়। কেন্দ্ৰীয় মন্ত্ৰীদ্বয়ে ভাৰতৰ যোগাযোগ দপ্তৰলৈ পত্ৰ দিয়ে; অসম আৰু মেঘালয়ৰ এম.পি.সকলে কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীক লগ ধৰি এই বিষয়ে যুটীয়া চহীৰে এখন আবেদনপত্ৰ দিয়ে আৰু প্ৰাক্তন মুখ্যমন্ত্ৰী চৌধুৰীয়েও বিষয়টো পুনৰ বিবেচনা কৰিবৰ কাৰণে কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীক অনুৰোধ কৰে। লোকসভাৰ সদস্য বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে ২৯।৬।৭১ তাৰিখে উক্ত প্ৰসংগ লোকসভাত উত্থাপন কৰে। কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীৰ আশ্বাস অনুযায়ী গোহাঞিবৰুৱা সোঁৱৰণি ডাকটিকট উলিওৱা প্ৰসংগটো ডাকটিকটৰ পৰামৰ্শ সমিতিত (ফাইলেটেলিক এডভাইচৰি কমিটী) উত্থাপিত হ'ল যদিও পুনৰ সমিতিয়ে ডাকটিকট প্ৰকাশ কৰিবলৈ অপাৰগ হ'ল। ফাইলেটেলিক অফিচাৰে ১৬।১১।৭১ তাৰিখৰ পত্ৰেৰে জনালে "অধ্যাদেশ অনুযায়ী শৰণাৰ্থী সাহায্য ডাকটিকট মুদ্ৰণত ইণ্ডিয়া চিকিউৰিটি প্ৰেছ ব্যস্ত থাকিব লগা হোৱাৰ কাৰণে এই বছৰ সোঁৱৰণি ডাকটিকট উলিয়াব পৰা নহ'ব।" এই চিঠিৰ প্ৰতিবাদ জনাই ১৮।১১।৭১ তাৰিখে পুনৰ কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীলৈ চিঠি দিয়া হয়। কেন্দ্ৰীয় মন্ত্ৰীয়ে ১৭।১২।৭১ তাৰিখৰ পত্ৰেৰে জনায় যে সোঁৱৰণি ডাকটিকট উলিওৱা প্ৰসংগটো পুনৰ ফাইলেটেলিক এডভাইচৰি কমিটীৰ দ্বাৰা আলোচনা কৰোৱা হ'ব। কাৰ্যনিৰ্বাহক সমিতিৰ ৯।১।৭২ তাৰিখৰ জৰুৰী অধিবেশনে ১৯৭২ চনৰ ২১ এপ্ৰিলত গোহাঞিবৰুৱাৰ জন্ম দিনত সোঁৱৰণ ডাকটিকট প্ৰকাশ কৰিবলৈ কেন্দ্ৰীয় চৰকাৰক অনুৰোধ কৰে। কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীলৈ দিয়া চিঠিৰ উত্তৰ স্বৰূপে ফাইলেটেলিক অফিচাৰে ১৩।৩।৭২ তাৰিখৰ চিঠিৰে জনায় যে বিষয়টো এতিয়াও বিবেচনাধীন হৈ



আছে। আশা কৰে গোহাঞিবৰুৱাৰ জন্ম-শতবাৰ্ষিকী দিৱসত বিশেষ ডাকটিকট প্ৰকাশ নহ'লেও ১৯৭২ চনৰ ভিতৰত এটা টিকত নিশ্চয় প্ৰকাশ হ'ব।

৪) উদ্যোগত থলুৱা লোকৰ নিয়োগ সন্দৰ্ভত সন্মিলনে অসম চৰকাৰক অসম উদ্যোগ বিনিয়োগ আইনখন (১৯৪৭) সংশোধন কৰোঁতে স্থানীয় লোকক প্ৰথম সুবিধা, ৰাজ্যিক খিলঞ্জীয়া লোকক ২য় সুবিধা, অসমীয়া ভাষাৰ জ্ঞান থকা আগৰ কৰ্মচাৰীক তৃতীয় সুবিধা আৰু আত্মীয়সকলক চতুৰ্থ সুবিধা দিয়াৰ ব্যৱস্থা কৰিবৰ কাৰণে কৰা দাবী যথাস্থানলৈ প্ৰেৰণ কৰা হয়। এই বিষয়ে সজাতিদলে উদ্যোগ মন্ত্ৰীক লগ ধৰে। তেতিয়াৰ উদ্যোগমন্ত্ৰী বিশ্বদেৱ শৰ্মাই (৩১।৭।৭১ তাৰিখৰ চিঠি) জনায় যে বিষয়টো পৰীক্ষা কৰা হৈছে।

## কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন

অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ পাঁচখন অধিবেশন বহে। প্ৰথমখন অধিবেশন ৩০।৫।৭১ তাৰিখে গুৱাহাটীত, দ্বিতীয়খন ৭।৮।৭১ তাৰিখে নগাঁৱত, তৃতীয়খন ২৩।১০।৭১তাৰিখে যোৰহাটত, চতুৰ্থখন (জৰুৰী অধিবেশন) ৯।১।৭২ তাৰিখে গোলাঘাটত আৰু পঞ্চমখন ৬।৪।৭২ তাৰিখে ধুবুৰীত।

কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰথম অধিবেশনত মাকুম সন্মিলনত বিষয়বাছনী সভাৰ দ্বাৰা অধিকাৰ প্ৰাপ্ত চাৰিজনীয়া সদস্যৰ তালিকাত থকা ৪ জন লোকৰ ভিতৰৰ পৰা ড° মহেশ্বৰ নেওগ আৰু সূৰ্যকান্ত ফুকনক কাৰ্যনিৰ্বাহকৰ সভ্য কৰা হয় আৰু আন দুজনৰ নিৰ্বাচন অবৈধ বুলি সভ্য হ'বলৈ অসন্মতি প্ৰকাশ কৰাত তেওঁলোকৰ ঠাইত গিৰিধৰ শৰ্মা আৰু ভগগিৰি ৰায় চৌধুৰীক কাৰ্যনিৰ্বাহকে সভ্য নিৰ্বাচন কৰে।

এই অধিৱেশনত অষ্টাত্ৰিংশ সন্মিলনৰ বিষয় বাছনী সভাই কাৰ্যনিৰ্বাহকৰ কাৰণে থোৱা প্ৰস্তাৱসমূহ পৰ্যালোচনা কৰি কেইটামানৰ ওপৰত তলত দিয়া দৰে সিদ্ধান্ত লয়।

১) অসমীয়া গ্ৰন্থপঞ্জী —১৯৫৬ চনৰ পৰা ১৯৭০ চনলৈকে প্ৰকাশিত অসমীয়া পুথিৰ এখন গ্ৰন্থসূচী যুগুত কৰিবৰ কাৰণে অধ্যাপক লীলা গগৈ আৰু অধ্যাপক ড° কেশৱানন্দ দেৱগোস্বামীক ভাৰ দিয়া হয়। দুয়ো অশেষ শ্ৰম কৰি পুথিখন যুগুত কৰে আৰু এইখন প্ৰকাশৰ কাৰণে পৰৱৰ্তী কাৰ্যনিৰ্বাহকে সিদ্ধান্ত লয়।

২) ন-শিকাৰুৰ বাবে সহজ পাঠ্য — নতুনকৈ অসমীয়া শিকা লোকৰ ভাষাৰ জ্ঞান দৃঢ় কৰিবৰ কাৰণে এলানি সহজ পাঠ্য যুগুত কৰাৰ উদ্দেশ্যে তলত নাম দিয়া সভ্যৰে এখন উপ-সমিতি গঠন কৰে। এইসকল হ'ল — সভাপতি তীৰ্থনাথ শৰ্মা, অতুল চন্দ্ৰ হাজৰিকা, ড° মহেশ্বৰ নেওগ, নাৰায়ণ ঘাটোৱাৰ, যতীন্দ্ৰ নাথ গোস্বামী আৰু ভগগিৰি ৰায়চৌধুৰী। এই সমিতি দুবাৰ বহি এখন আঁচনি যুগুত কৰে। পৰৱৰ্তী কাৰ্যনিৰ্বাহকে এই বিষয়ে কামক আগবাঢ়িব পাৰিব।

৩) ৰাজ্যভাষাৰ কাৰ্যশিক্ষা — অসমীয়া ভাষাত চৰকাৰী কাম-কাজ চলোৱাত সুবিধাৰ বাবে অসম চৰকাৰী পৰিভাষা সমিতিৰ সভাপতি লক্ষেশ্বৰ শৰ্মাক 'ৰাজ্যভাষাৰ কাৰ্য শিক্ষা' শীৰ্ষক এখনি পুথি লিখিবৰ কাৰণে দায়িত্ব দিয়া হয়। শৰ্মাই এই কামৰ দায়িত্ব লয়।

বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সম্পৰ্কত উচ্চতম ন্যায়ালৰ ৰায়ৰ পৰিপ্ৰেক্ষিতত তলত দিয়া প্ৰস্তাৱটি গৃহীত হয়।

'অসমৰ উচ্চ শিক্ষাৰ মাধ্যম সম্পৰ্কে অসম সাহিত্য সভাৰ কাৰ্য নিৰ্বাহক সমিতিয়ে বিস্তৃতভাৱে আলোচনা কৰি দৃঢ়মত প্ৰকাশ কৰে যে প্ৰশাসনীয় ভাষাৰূপে অসমীয়া প্ৰযোজ্য হোৱা সমস্ত অঞ্চলতে নতুন শিক্ষা ব্যৱস্থাত কলেজ আৰু বিশ্ববিদ্যালয়ত (সাম্প্ৰতিক চলিত ইংৰাজীৰ বাহিৰে) অসমীয়া মাত্ৰ মাধ্যমৰূপে গৃহীত হ'ব লাগে। শিক্ষাৰ ক্ষেত্ৰত অন্যান্য সুফলৰ বাহিৰেও আঞ্চলিক সংহতিৰ অৰ্থে আৰু আঞ্চলিক সংহতিৰ যোগেদি সৰ্ব ভাৰতীয় সংহতিৰ পোষকতাৰ অৰ্থে এই নীতি নিতান্ত প্ৰয়োজনীয় বুলি সমিতিয়ে সম্পূৰ্ণ বিশ্বাস কৰে।

এইখিনিতে উল্লেখ থাকে যে অসম চৰকাৰৰ দ্বাৰা আহুত শিক্ষা সন্মিলনত অনুৰূপ প্ৰস্তাৱ এটি গৃহীত হয় (২৫, ২৬ জুন, ১৯৭১)।

কাৰ্যনিৰ্বাহকৰ দ্বিতীয় অধিৱেশনত ভাৰত চৰকাৰৰ উত্তৰ-পূব আঞ্চলিক পৰিষদৰ বিৰোধিতা কৰি এই প্ৰস্তাৱ গৃহীত হয়। 'আখৰ জোঁটনি'ৰ বৰ্তমান চলি থকা খেলি-মেলি দূৰ কৰি এটা সুস্থ নীতি গ্ৰহণ কৰিবৰ উদ্দেশ্যে ছদিন জুৰি গুৱাহাটীত এখন আলোচনা চক্ৰ পতাৰ সিদ্ধান্ত কৰি ৩৭ জন লোকেৰে এখন সমিতি গঠন কৰা হয়। এই উদ্দেশ্যে গঠিত আঁচনি সমিতিয়ে আলোচনাৰ আঁচনি যুগুত কৰে; আৰু উক্ত সমিতিৰ প্ৰতিৱেদনৰ ভিত্তিত আখৰ জোঁটনি সমিতিৰ সভ্যসকল আৰু শাখা সভাৰ মতামতৰ বাবে প্ৰেৰণ কৰা হয়। আচম্বিতে হোৱা পাক-ভাৰত সংঘৰ্ষ আৰু উনচত্বাৰিংশ সন্মিলনৰ দিন ডিচেম্বৰৰ শেহত স্থিৰ কৰাৰ কাৰণে পূৰ্বৰ পৰিকল্পনা অনুসৰি ডিচেম্বৰ মাহত আখৰ জোঁটনি সম্পৰ্কীয় আলোচনাচক্ৰ বহুৱাব পৰা নগ'ল। এই আলোচনা চক্ৰ মে' মাহৰ ভিতৰত আহ্বান কৰিবৰ কাৰণে কাৰ্যনিৰ্বাহকৰ শেহৰ অধিৱেশনত সিদ্ধান্ত লোৱা হৈছে।

কাৰ্যনিৰ্বাহকৰ চতুৰ্থ (জৰুৰী) অধিৱেশনত অসমৰ লোকগীতসমূহৰ এখন পূৰ্ণাংগ সংকলন আৰু প্ৰকাশৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয় আৰু প্ৰাথমিক পৰ্যায়ত সংগ্ৰহ কাৰ্য চলাবৰ কাৰণে শাখা সভাক নিৰ্দেশ দিয়া হয়। ইতিমধ্যে ব্যাসকুচি ভট্টদেৱ সাহিত্য সমাজ, মাজুলীৰ গড়মূৰ সাহিত্য সভা, দুলিয়াজান সাহিত্য সভা, ফৰকাটিং সাহিত্য সভা, বকো সাহিত্য সভা, চমতা আঞ্চলিক শাখা সাহিত্য সভা, ডাঁহী সাহিত্য সভা, ধ্ৰুৱজ্যোতি সাহিত্য সভা, কনিহা কেন্দ্ৰ সাহিত্য সভা আদিয়ে সংগ্ৰহৰ ব্যৱস্থা লৈছে।



## বিবিধ

মাকুমৰ পৰা প্ৰত্যাৱৰ্তন কৰা সাহিত্য সভাৰ প্ৰতিনিধিসকলক ২৭।৪।৭১ তাৰিখে লামডিঙৰ দুৰ্বৃত্ত আৰু সমাজবিৰোধী লোকে কৰা ঘৃণনীয় আৰু অসৎ আচৰণৰ প্ৰতি তেতিয়াৰ মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীৰ দৃষ্টি আকৰ্ষণ কৰা হয় আৰু এই বিষয়ে প্ৰধান সম্পদকেও বাতৰি কাকতৰ জৰিয়তে এটা বিবৃতি দিয়ে।

যোৰহাট পোষ্ট গ্ৰেজুৱেট ট্ৰেইনিংকলেজত অসমীয়া শিক্ষণৰ বাবে অসমীয়া এম.এ.-ৰ ব্যৱস্থা নকৰাকৈ এজন বঙালী ভাষাৰ এম.এ.-ৰ প্ৰাৰ্থীত্বৰ কাৰণে আবেদন বিচাৰি অসম লোক সেৱা আয়োগৰ নামত ওলোৱা আবেদনৰ প্ৰতি ১৮।৫।৭১ তাৰিখে তেতিয়াৰ মুখ্যমন্ত্ৰীৰ দৃষ্টি আকৰ্ষণ কৰা হয়। সভাত প্ৰতিবাদৰ কাৰণে উক্ত বিজ্ঞাপন অনুসৰি অধ্যাপক লোৱা নহ'ল।

অসম চৰকাৰে ১৯৬৯ চনতে ঘোষণা কৰা সত্ত্বেও সাহিত্যিক কেইগৰাকীয়ে সাহিত্যিক পেঞ্চন নোপোৱাত কাৰ্যনিৰ্বাহকে অসন্তুষ্টি প্ৰকাশ কৰে আৰু এই বিষয়ে বিহিত ব্যৱস্থা ল'বৰ কাৰণে চৰকাৰক অনুৰোধ কৰাৰ উপৰি প্ৰধান সম্পাদকে মুখ্যমন্ত্ৰী চৌধুৰীক তিনিবাৰ লগ ধৰে। চৌধুৰীয়ে আশ্বাস দিয়া সত্ত্বেও এতিয়ালৈকে সাহিত্যিক পেঞ্চনৰ ব্যৱস্থা নহ'ল। এই বিষয়ে নতুন মুখ্যমন্ত্ৰী সিংহলৈ চিঠি দিয়া হয়।

অসম চৰকাৰে যোৱা বছৰ ২৫, ২৬ জুনত আহ্বান কৰা অসম শিক্ষা সন্মিলনত প্ৰধান সম্পাদকে যোগ দিয়ে।

অসমৰ হাইস্কুলৰ পাঠ্যপুথি নিৰ্বাচন প্ৰসংগত যোৱা বছৰ বাতৰি কাকতত প্ৰকাশিত বেমেজালি সন্দৰ্ভত মুখ্যমন্ত্ৰীৰ দৃষ্টি আকৰ্ষণ কৰি বিহিত ব্যৱস্থা ল'বৰ কাৰণে অনুৰোধ কৰা হয়। এই বিষয়ে বৰ্তমান মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহলৈকো চিঠি দিয়া হয়।

কাছাৰ জিলাত ভাষা প্ৰচাৰ বিষয়ত কাৰ্যনিৰ্বাহকে সক্ৰিয় ব্যৱস্থা লয়। হাইলাকান্দি সাহিত্য সভাৰ আৱেদনক্ৰমে হাইলাকান্দিৰ কাষৰে-পাজৰে স্থাপিত চাৰিখন অসমীয়া প্ৰাথমিক বিদ্যালয়ৰ কাৰণে চাৰে সাতশ টকাৰ মূল্য পাঠ্যপুথি যোগান ধৰা হয় আৰু উক্ত স্থানৰ নৈশ বিদ্যালয়ৰ কাৰণে এশটকাৰ এককালীন অনুদান দিয়া হয়। লাৰছিংপাৰ পুথিভঁৰালৈ কিছু পুথি পঠোৱা হয়। এই জিলাত স্থাপিত অসমীয়া বিদ্যালয়সমূহৰ অনেক অভাৱ-অভিযোগ আছে। ইচ্ছা থাকিলেও সাহিত্য সভাই শকত অনুদান আগবঢ়াব পৰা নাই। হাইলাকান্দিত নতুনকৈ স্থাপন কৰা প্ৰাথমিক পঢ়াশালি কেইখন ব'ৰ্ডৰ অধীনলৈ নিবৰ কাৰণেও চৰকাৰক অনুৰোধ কৰা হৈছে।

লামডিঙৰ অসমীয়া হাইস্কুলখন ৰে'ল প্ৰশাসনৰ অধীনলৈ নিয়া সম্পৰ্কে যোগাযোগ চলি আছে। সুখৰ কথা যে চলিত লোকসভাত উক্ত সভাৰ সদস্য তৰুণ

গগৈয়ে ৰে'ল প্ৰশাসনৰ অধীনত এখনো অসমীয়া হাইস্কুল নোহোৱাৰ কথা বিতৰ্কত উত্থাপন কৰে।

## শতবাৰ্ষিকী উদ্‌যাপন

এই বৰ্ষত সাহিত্যকাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱা আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী উদ্‌যাপিত হয়।

পদ্মনাথ গোহাঞিবৰুৱাৰ সোঁৱৰণি ডাকটিকত প্ৰকাশৰ কাৰণে কৰা প্ৰচেষ্টাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। গোহাঞিবৰুৱাৰ শতবাৰ্ষিকী উপলক্ষে অনুদান বিচাৰি এখন আঁচনি অসম চৰকাৰলৈ পঠোৱা হৈছিল। তেতিয়াৰ মুখ্যমন্ত্ৰীয়ে গোহাঞিবৰুৱাৰ যাৱতীয় গ্ৰন্থ প্ৰকাশন পৰিষদৰ জৰিয়তে সোনকালে উলিয়াই দিব বুলি কোৱাত কাৰ্যনিৰ্বাহকে গোহাঞিবৰুৱাৰ ধেমেলীয়া নাটক কেইখন প্ৰকাশ কৰাৰ আঁচনি পৰিহাৰ কৰিবলগীয়া হয়। চৰকাৰক সংশোধিত আঁচনি দিয়া হ'ল। পূৰ্বৰ কাৰ্যনিৰ্বাহকৰ সিদ্ধান্ত অনুসৰি ত্ৰিশ হেজাৰ টকা মূল্যৰ গোহাঞিবৰুৱা কুপন বহী শাখা সভাসমূহলৈ পঠোৱা হয়। সময়মতে সংগ্ৰহৰ ধন সভাৰ কোষলৈ নহাৰ বাবে আৰু এতিয়াও টকা পাবলৈ বাকী থকাৰ বাবে আমি বৰ সাৱধানে শতবাৰ্ষিকী পালনত আগবাঢ়িবলগীয়া হয়।

ৰাজ্যিক চৰকাৰে গোহাঞিবৰুৱা শতবাৰ্ষিকী উপলক্ষে তিনি হেজাৰ পাঁচশ টকাৰ এটি অনুদান দিয়ে আৰু এই টকা যোৱা মাহত পোৱা হৈছে।

গোহাঞিবৰুৱা শতবাৰ্ষিকী কুপনৰ ধন আৰু সভাৰ অনুষ্টুপীয়া পুঁজিৰে ড০ হৰিচন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত 'গোহঞিবৰুৱা প্ৰতিভা' শীৰ্ষক আলোচনা গ্ৰন্থ আৰু আব্দুছ ছাত্তাৰ সম্পাদিত অসম সাহিত্য সভা পত্ৰিকাৰ শতাবাৰ্ষিকী সংখ্যা (অষ্টাদশ বছৰ তৃতীয় সংখ্যা) প্ৰকাশ কৰা হয়। নানা অসুবিধাৰ বাবে হৰিপ্ৰসাদ নেওগ ৰচিত পদ্মনাথ গোহাঞিবৰুৱা জীৱনী প্ৰকাশ কৰিব পৰা নহ'ল।

অসম সাহিত্য সভাৰ সকলো শাখা সভাই স্থানীয়ভাৱে গোহাঞিবৰুৱাৰ জন্ম-শতবাৰ্ষিকী পালন কৰাৰ উপৰি অসম সাহিত্য সভাই কেন্দ্ৰীয়ভাৱে ২৬ নৱেম্বৰ তাৰিখে তেজপুৰত, ২৭ তাৰিখে উত্তৰ লখিমপুৰত, ২৮ তাৰিখে কহিমাত আৰু ২৯ তাৰিখে শিৱসাগৰত উদ্‌যাপিত হয়। তেজপুৰ, উত্তৰ লখিমপুৰ আৰু শিৱসাগৰত গোহাঞিবৰুৱাৰ আৱক্ষমূৰ্তি প্ৰতিষ্ঠিত হয়। যোৰহাটৰ আৰতি হাজৰিকাই অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত গোহাঞিবৰুৱাৰ শিশু-জীৱনী প্ৰতিযোগিতাত তিনিশ টকা মূল্যৰ বঁটা লাভ কৰে। ডিব্ৰুগড় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ে গোহাঞিবৰুৱা জন্ম-শতবাৰ্ষিকী পালন কৰে।

গোহাঞিবৰুৱাৰে সমনীয়া, সহপাঠী সাহিত্যিক পানীন্দ্ৰ গগৈৰ জন্ম-শতবাৰ্ষিকী ২৮ নৱেম্বৰ তাৰিখে উত্তৰ লখিমপুৰত উদ্‌যাপিত হয়।



হেমচন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে সভাই বেণুধৰ শৰ্মা সম্পাদিত পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী আৰু শৰ্মা প্ৰণীত পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী শীৰ্ষক গ্ৰন্থ প্ৰকাশ কৰে। হেমচন্দ্ৰ গোস্বামীৰ পুত্ৰত্ৰয় শৰৎ চন্দ্ৰ গোস্বামী, প্ৰফুল্ল চন্দ্ৰ গোস্বামী আৰু তৰুণ চন্দ্ৰ গোস্বামীয়ে পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী প্ৰকাশৰ কাৰণে দহ হেজাৰ টকা সভাক দান দিছে। অসম চৰকাৰেও হেমচন্দ্ৰ গোস্বামী শতবাৰ্ষিকী বাবদ পোন্ধ হেজাৰ টকাৰ এটি অনুদান দিছে।

অসম সাহিত্য সভাৰ নিৰ্দেশক্ৰমে সকলো শাখা সভাই ৮ জানুৱাৰিত হেমচন্দ্ৰ গোস্বামী জন্ম-শতবাৰ্ষিকী পালন কৰাৰ উপৰি অসম সাহিত্য সভাই কেন্দ্ৰীয়ভাৱে ৮ জানুৱাৰীত গোলাঘাটত পণ্ডিত গোস্বামীৰ আৱক্ষমূৰ্তি এটা প্ৰতিষ্ঠিত হয়।

## ভাষাজ্ঞান পৰীক্ষা

অসম সাহিত্য সভাৰ ভাষাজ্ঞান পৰীক্ষা সংসদৰ দ্বাৰা পৰিচালিত ১৯৭১ চনৰ ভাষাজ্ঞান পৰীক্ষা প্ৰাথমিক স্তৰত ২৭ জন আৰু মাধ্যমিক স্তৰত ৬ জন পৰীক্ষাৰ্থী উত্তীৰ্ণ হয়। সুখৰ কথা যে মাধ্যমিক স্তৰৰ পৰীক্ষাৰ্থীৰ ৬ জন ভিতৰত ৪ জনেই হাইলাকান্দিৰ।

## ডিগবৈ সাহিত্য সেৱা সমিতিৰ বঁটা

ডিগবৈ সাহিত্য সেৱা সমিতিৰ পুঁজিৰ পৰা আয়োজিত নাটক প্ৰতিযোগিতাত ডিগবৈৰ হিমেন্দ্ৰকুমাৰ বৰঠাকুৰৰ 'বাঘ' নাটকখনে শ্ৰেষ্ঠ স্থান লাভ কৰিছে।

## প্ৰেমধৰ দত্ত সোঁৱৰণি বঁটা

১৯৭০ চনৰ ভিতৰত লিখিত শ্ৰেষ্ঠ শিশু-সাহিত্য প্ৰতিযোগিতাত ডিগবৈৰ প্ৰফুল্ল চন্দ্ৰ বৰুৱা প্ৰণীত 'মেও মহাৰাজ' নামৰ পুথিখন শ্ৰেষ্ঠ বিবেচিত হোৱাত বৰুৱাক প্ৰেমধৰ দত্ত সোঁৱৰণি বঁটা দিয়া হয়।

## গোপাল চন্দ্ৰ গোস্বামী বঁটা

'আকাশ ৰহস্য' বিষয়ৰ শিশুৰ উপযোগী পাণ্ডুলিপি আহ্বান কৰা প্ৰতিযোগিতাত দীনেশ চন্দ্ৰ গোস্বামীৰ পুথি শ্ৰেষ্ঠ বুলি বিবেচিত হোৱাত তেওঁক গোপাল চন্দ্ৰ গোস্বামী বঁটা দিয়া হ'ব।

## হৰিহৰ চৌধুৰী বঁটা

হৰিহৰ চৌধুৰী পুঁজিৰ ফালৰ পৰা অৰুণাচলৰ ছাত্ৰৰ বাবে আয়োজিত ৰচনা প্ৰতিযোগিতাত (উত্তৰ-পুব সীমান্ত অঞ্চলৰ কৃষি আৰু শিল্প) কটন কলেজৰ প্ৰাক্

বিশ্ববিদ্যালয় (বিজ্ঞান শাখা) শ্ৰেণীৰ ছাত্ৰ চৌকেদাৰ গোহাঁয়ে প্ৰথম স্থান লাভ কৰিছে আৰু তেওঁক হৰিহৰ চৌধুৰী বঁটা দিয়াৰ ব্যৱস্থা কৰা হৈছে।

## বনমালী শইকীয়া বঁটা

বনমালী শইকীয়া পুঁজিৰ ফালৰ পৰা চাহ শ্ৰমিক ছাত্ৰৰ বাবে আয়োজিত ৰচনা প্ৰতিযোগিতাত উক্ত ছাত্ৰৰ পৰা ৰচনা নোপোৱাত কাৰ্যনিৰ্বাহক সমিতিয়ে পুনৰ ৰচনা দাখিল কৰাৰ সময় ৩১ মাৰ্চলৈকে বঢ়াই দিয়ে। ইতিমধ্যে দুখন ৰচনা সভাৰ হাতত পৰে।

## অসম সাহিত্য সভা পত্ৰিকা

অসম সাহিত্য সভাৰ মুখ-পত্ৰ অসম সাহিত্য সভা পত্ৰিকা ব্যৱসায়ৰ ফালৰ পৰা সভাৰ পক্ষে বিৰাট গৰাখহনীয়া। গ্ৰাহকৰ সংখ্যা বঢ়াব নোৱাৰিলে পত্ৰিকাৰ পৰা আয়তকৈ লোকচান হে বেছি। নিয়মাৱলী অনুযায়ী প্ৰতি শাখা সভাই কমেও দহখনকৈ পত্ৰিকা বিক্ৰী কৰিলে পত্ৰিকা স্বাৱলম্বী হোৱাৰ সম্ভাৱনা থকা সত্বেও কাৰ্যব্যৱস্থা গ্ৰহণ কৰা নহ'ল।

বৰ্ষটোত আব্দুছ ছাত্তাৰ সম্পাদিক পত্ৰিকাৰ তিনিটা সংখ্যা (অষ্টবিংশ বছৰ ২য়-৩য় সংখ্যা আৰু ঊনত্ৰিংশ বছৰ ১ম সংখ্যা) প্ৰকাশ হয়। মুদ্ৰণ ব্যয় বেছি হোৱাৰ কাৰণে কাৰ্যনিৰ্বাহক সমিতিয়ে ঊনত্ৰিংশ বছৰৰ পৰা পত্ৰিকাৰ বছৰেকীয়া বৰঙণি পাঁচ টকাকৈ বৃদ্ধি কৰে।

## প্ৰকাশন

বৰ্ষটোত তলত উল্লেখ কৰা গ্ৰন্থসমূহ প্ৰকাশ হয়।

১) গোহাঞিবৰুৱা প্ৰতিভা
২) পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী
৩) পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী
৪) অসম সাহিত্য সভা বাৰ্ষিকী (অষ্টাত্ৰিংশ সন্মিলন)

প্ৰকাশ থাকে যে অসম সাহিত্য সভা বাৰ্ষিকী প্ৰকাশৰ বাবে মাকুমৰ অভ্যৰ্থনা সমিতিৰ পৰা তিনিহেজাৰ পাঁচশ টকা সভাই লাভ কৰে।

## ৰাধাকান্ত সন্দিকৈ ভৱন

ৰাধাকান্ত সন্দিকৈ ভৱনৰ আধাৰশিলা ১৯৬০ চনৰ ডিচেম্বৰত স্থাপন কৰা হ'ল যদিও এই বিষয়ে ভৱন নিৰ্মাণ সমিতিয়ে আগবাঢ়িব পৰা নাই। যোৱা ৫।৬।৭১ তাৰিখে ভৱন নিৰ্মাণ সমিতিৰ অধিবেশন বহে। ৰাধাকান্ত সন্দিকৈ ভৱন পুঁজিৰ পৰা



১৯৬৯-৭০ চনত সভাৰ সাধাৰণ পুঁজিত খৰচৰ বাবে ধাৰলৈ নিয়া তিনিহেজাৰ টকা পুনৰ উক্ত পুঁজিত জমা দিয়া হৈছে।

## বিত্তীয় পৰিস্থিতি

অসম সাহিত্য সভাৰ আৰ্থিক অৱস্থা সেইসময়ত সংকটাপন্ন।

১৯৭১-৭২ চনত সভাৰ চলি অহা ধাৰৰ পৰিমাণ তলত দিয়া হ'ল —

| | |
|---|---|
| বেজবৰুৱাৰ শতবাৰ্ষিকীৰ ধাৰ | ৪৫৯০.০০ |
| সাধাৰণ ধাৰ৪৯৭.৩৫ | |
| চৰাকীৰ (ৰাজ্যিক) অনুদানৰ বাবদ | ১১৩৩০.০০ |
| চৰাকীৰ (কেন্দ্ৰীয়) অনুদানৰ বাবদ | ১৪০০০.০০ |
| | ৩০৪১৭.৩৫ |
| বিষ্ণুৰাম মেধিৰ পুঁজি | ৫০০০.০০ |
| আজীৱন সভাৰ পুঁজি | ২০২৫.০০ |
| ভগৱতী প্ৰসাদ বৰুৱা ভৱন পুঁজি | ১০০০.০০ |
| ৰাধাকান্ত সন্দিকৈ পুঁজি | ৩০০০.০০ |
| দক্ষিণপাট অধিকাৰ গোস্বামী পুঁজি | ১০১৩.০০ |
| (হিচাপ পৰীক্ষকৰ মতে) | |
| সৰ্বমুঠ | ১২০৩৮.০০ |
| | ৪২৪৪৫.৩৫ |

কাৰ্যনিৰ্বাহকৰ কাৰ্যকালৰ ভিতৰত তলত দিয়া ঋণ পৰিশোধ কৰা হ'ল —

| | | |
|---|---|---|
| (ক) | বেজবৰুৱাৰ শতবাৰ্ষিকীৰ ধাৰ | ৩৪৪০.০০ |
| | সাধাৰণ ধাৰ | ৪৯৭.৩৫ |
| | | ৩৯৩৭.৩৫ |
| (খ) | বিষ্ণুৰাম মেধিৰ পুঁজি স্থায়ী জমা | ৫০০০.০০ |
| | আজীৱন সভ্যৰ পুঁজি (স্থায়ী জমা) | ২০২৫.০০ |
| | ভগৱতী প্ৰসাদ বৰুৱা ভৱন সমিতি | ১০০০.০০ |
| | ৰাধাকান্ত সন্দিকৈ ভৱন সমিতি | ৩০০০.০০ |
| | দক্ষিণপাট অধিকাৰ গোস্বামী পুঁজি | ১০১৩.০০ |
| | | ১২০৩৮.০০ |
| | | ১৫৯৭৫.৩৫ |

বিষ্ণুৰাম মেধিয়ে শিশু সাহিত্য পুথিৰ বাবদ দিয়া পাঁচ হেজাৰ টকা সাধাৰণ হিচাপত খৰচ হৈ আছিল আৰু সেই টকা সম্প্ৰতি বিষ্ণুৰাম মেধি ন্যাস পুঁজি নামত যোৰহাট আসাম এপেক্স কো-অপাৰেটিভ বেংকত স্থায়ী জমা খোলা হৈছে। সভাই অন্ততঃ পাঁচ বছৰমান ব্যয়বহুল আঁচনি নলৈ অতি সাৱধানেৰে চলিলে আৰ্থিক সংকটৰ পৰা উদ্ধাৰ পাব বুলি আমাৰ বিশ্বাস।

কাৰ্যনিৰ্বাহক সমিতিয়ে আৰ্থিক সংকট দূৰ কৰিবৰ কাৰণে পুঁজি সংগ্ৰহ আঁচনি লৈছিল। এশ এটকীয়া কুপন বহীৰে অৰ্থ সংগ্ৰহৰ ব্যৱস্থা কৰা হ'ল। সেই বিষয়ে কৃতকাৰ্য নহ'ল। পাক-ভাৰত সংঘৰ্ষ আৰু অধিৱেশনৰ দিন পোনতে ডিচেম্বৰ মাহৰ শেহত ধাৰ্য কৰাৰ কাৰণে পুঁজি সংগ্ৰহৰ কামত অন্তৰায়ৰ সৃষ্টি হয় আৰু পূৰ্বৰ পৰিকল্পনা অনুসৰি কাম কৰিব নোৱাৰিলে।

শাখা সভালৈ পঠোৱা পুঁজি সংগ্ৰহৰ গোহাৰিত তলত দিয়া দৰে টকা পোৱা হৈছিল —

| | | |
|---|---|---|
| ১) | যোৰহাট সাহিত্য সভা | ২৫৯.০০ |
| ২) | মৰঙী সাহিত্য সভা | ২৮.০০ |
| ৩) | চুঙী সাহিত্য সভা | ৭৫.০০ |
| ৪) | বৈঠালাংচু সাহিত্য সভা | ৮৩.০০ |
| ৫) | ডিমাপুৰ সাহিত্য সভা | ২০.০০ |
| | সৰ্বমুঠ | ৪৬৫.০০ |

পুথিবিক্ৰী অভিযানৰ দ্বাৰাও সভাৰ পুঁজি টনকিয়াল কৰাৰ চেষ্টা কৰা হৈছিল। হেম ভট্টাচাৰ্যই লখিমপুৰ জিলাত পুথিবিক্ৰী অভিযান চলায়। ভট্টাচাৰ্যই এমাহত ৬০৮৪.৫০ পইচা মূল্যৰ সভাৰ প্ৰকাশন বিক্ৰী কৰে।

এই কাৰ্যকালৰ ভিতৰত গুৱাহাটীৰ শ্ৰীগুৰু প্ৰেছৰ গুদামত জমা হৈ থকা বিংশ শতাব্দীৰ অসমীয়া সাহিত্য ৭২৩ খন আৰু ৰঘুনাথ চৌধাৰী স্মৃতিগ্ৰন্থ ১০৬৪ খন উদ্ধাৰ কৰা হয় ইয়াৰ মুঠ মূল্য ১০,০৪০.০০ টকা।

## সংগঠন

শাখা সভা সংগঠন ক্ষেত্ৰতো অধিক গুৰুত্ব দিয়া হয়। সভাপতি তীৰ্থনাথ শৰ্মাই অকলে গোৱালপাৰাৰ অভয়াপুৰী, মাণিকপুৰ, বিজনী, কোকৰাঝাৰ, বঙ্গাইগাঁও, ধূপধৰা, ৰংজুলি, দুধনৈ, দলগোমা, লখিমপুৰ আদি ভ্ৰমণ কৰে। সভাপতি আৰু প্ৰধান সম্পাদকে যুটীয়াভাৱে মিকিৰ পাহাৰ জিলাৰ বৈঠালাংচু, নগাঁৱৰ কামপুৰ; গোৱালপাৰাৰ সাপটগ্ৰাম, ফকিৰাগ্ৰাম, বিলাসীপাৰা, গৌৰীপুৰ আৰু ধুবুৰী, শিৱসাগৰ, চুঙী, মৰিয়নী, তিতাবৰ, শিৱসাগৰ, ডিমৌ আৰু সোণালী, ডিব্ৰুগড় জিলাৰ নামৰূপ,



ডুলিয়াজান, তিনিচুকীয়া, মাকুম, ডুমডুমা, খোৱা, কামৰূপৰ ডুমুনীচকী, দৰংৰ চিপাঝাৰ আৰু মঙ্গলদৈ, সভাপতি আৰু সহকাৰী সম্পাদক ডিম্বেশ্বৰ শৰ্মাই টীয়ক, জাঁজী আৰু আমগুৰি। প্ৰধান সম্পাদকে লখিমপুৰৰ উত্তৰ লখিমপুৰ, নাওবৈছা, দৌলতপুৰ, বঙালমৰা, লালুক, বিহ্পুৰীয়া আৰু ঢলপুৰ, দৰঙৰ চতিয়া, তেজপুৰ আৰু ঢেকিয়াজুলি, সহকাৰী সম্পাদক ডিম্বেশ্বৰ শৰ্মাই লামডিং আদি ঠাইলৈ গৈ শাখা সভাৰ লগত সংযোগ স্থাপন কৰে। কাৰ্যনিৰ্বাহকৰ সদস্য গিৰিধৰ শৰ্মাই কামৰূপ জিলাৰ কেইবা ঠাইতো শাখা সভা স্থাপন কৰে। কাৰ্যনিৰ্বাহকৰ সদস্য অমল কুমাৰ দাসে গোৱালপাৰাৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰে। কাৰ্যনিৰ্বাহকৰ সদস্য ৰাম গোস্বামীয়েও ডিব্ৰুগড় জিলাৰ ২/৩ ঠাইত শাখা স্থাপন কৰে। বছৰটোত ৬৮ খন নতুন শাখা স্থাপন হয়।

---

কেন্দ্ৰীয় কাৰ্যালয়ে শাখা সভাৰ লগত যিমানদূৰ সম্ভৱ সংযোগ স্থাপনৰ চেষ্টা কৰি আহিছে। বিশেষকৈ পদ্মনাথ গোহাঞিবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ জন্ম- শতবাৰ্ষিকী পালনত শাখা সভাসমূহ ব্যস্ত থাকিবলগীয়া হয়। শাখা সভাসমূহেও নিজ নিজ পৰিসৰৰ ভিতৰত দুয়োটা শতবাৰ্ষিকী উদ্‌যাপন কৰিছিল। সকলো শাখা সভাই নিয়মীয়া কাম-কাজ কৰাৰ উপৰি তাৰ ভিতৰত যি কেইখন শাখা সভাই উল্লেখযোগ্য কাম কৰিছে —

নগাৰাজ্যৰ কহিমা সাহিত্য সভাই বিশেষ ধুমধামেৰে গোহাঞিবৰুৱা শতবাৰ্ষিকী পালন কৰে আৰু কবি সন্মিলন পাতে। সভাই গোহাঞিবৰুৱা কুপন বেচি ৮২ টকা দিয়ে। ডিমাপুৰ সভাই গোহাঞিবৰুৱা জন্ম-শতবাৰ্ষিকী পালন কৰে আৰু সভালৈ কুৰি টকা দান আগবঢ়ায়।

কাৰ্বি পাহাৰ জিলাৰ ডিফু সাহিত্য সভাই 'কাৰবি প্ৰসংগ' নামৰ এটি প্ৰবন্ধ সংকলন আৰু এখন আলোচনী প্ৰকাশ কৰিছে। উক্ত সভাই দুজন আজীৱন সভা ভৰ্তি কৰে। গোহাঞিবৰুৱা শতবাৰ্ষিকী কুপন বিক্ৰী কৰি সভাক ১৪৮.২০ পইচা দিয়ে। বৈঠালাংচুৰ ৰাইজে অসম সাহিত্য সভাৰ সভাপতিক যি দৰে আদৰ অভ্যৰ্থনা কৰি অভিনন্দন দিলে সি স্বৰূপতে কাৰ্বি ৰাইজৰ অসম সাহিত্য সভাৰ প্ৰতি গভীৰ অনুৰাগৰ পৰিচায়ক। ন-কৈ স্থাপিত হোৱা বৈঠালাংচু সাহিত্য সভাৰ তেতিয়া সভ্য সংখ্যা ৫৩ জন আৰু এই সভাই মূল সভালৈ ৮৩.০০ টকা দান আগবঢ়াইছিল। বালিপথাৰত দ্বিতীয়খন নতুন সভা স্থাপন হৈছিল। গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি ডেৰগাঁও সাহিত্য সভা আৰু সৰিয়হজান সাহিত্য সভাই ক্ৰমে ত্ৰিশ টকা আৰু সাতষষ্ঠী টকা পঞ্চাশ পইচা দিয়ে।

কাছাৰ জিলাৰ শিলচৰ, হৰিনগৰ, দেওয়ানবস্তি, গড়ৰ ভিতৰ, লাৰছিংপাৰ আদি ঠাইৰ শাখাবিলাক সক্ৰিয় শাখা। হাইলাকান্দি সাহিত্য সভাৰ উদ্যোগত কেইবাখনো অসমীয়া প্ৰাথমিক স্কুল স্থাপিত হৈছে আৰু সাহিত্য সভাই এই প্ৰসংগত সাহায্য আগবঢ়াইছে।

ডিব্ৰুগড় জিলাৰ টিংৰাই, পাৱৈ আৰু টিপুক বাগানত স্থাপিত আৰু শিৱসাগৰ জিলাৰ মথুৰাপুৰ বাগানত শাখা সাহিত্য সভাই চাহ বাগিচাৰ শ্ৰমিসকলকো সভ্য কৰি ভাষা-সাহিত্য প্ৰচাৰ আৰু সাংস্কৃতিক বিনিময়ৰ চেষ্টা চলাইছে। চাচনি সাহিত্য সভাই সভ্য সংখ্যা বৃদ্ধি কৰাৰ উপৰি পত্ৰিকাৰ গ্ৰাহক ভৰ্তি কৰিছে। এই সভাৰ উদ্যোগত পণ্ডিত হেমচন্দ্ৰ গোস্বামী শতবাৰ্ষিকী উলহমালহেৰে পালন কৰে। সাহিত্য কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱা জন্ম-শতবাৰ্ষিকী উদ্‌যাপিত হয়। দুলিয়াজান সাহিত্য সভাই গোহাঞিবৰুৱা স্মৃতি পুস্তিকা প্ৰকাশ কৰে। খোৱাং সাহিত্য সভাই সভ্য সংখ্যা আশানুৰূপ বৃদ্ধি কৰাৰ উপৰি অসম সাহিত্য সভাৰ সভাপতি তীৰ্থনাথ শৰ্মা আৰু সাহিত্যিক ৰাজেন্দ্ৰ প্ৰতাপ কৰণক সম্বৰ্ধনা জনায়। এই সভাই গোহাঞিবৰুৱা

কুপন বিক্ৰী কৰি ১৬২.৬০ পইচা মূল সভালৈ পঠিয়ায়। নামৰূপ সাহিত্য সভাই গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি মূল সভাক দুশ টকা দিয়াৰ উপৰি নিজা কাৰ্যালয় নিৰ্মাণৰ কাম আৰম্ভ কৰে।

ধেমাজি সাহিত্য সভাই গোহাঞিবৰুৱা আৰু গোস্বামীৰ শতাবাৰ্ষিকী পালনৰ উপৰি দুজন স্থানীয় বয়োবৃদ্ধ সাহিত্যিকক সম্বৰ্ধনা জনায়। উত্তৰ লখিমপুৰ সাহিত্য সভাৰ উদ্যোগত পদ্মনাথ গোহাঞিবৰুৱাৰ কেন্দ্ৰীয় উৎসৱটি ২৭ নৱেম্বৰ তাৰিখে মহা আড়ম্বৰেৰে পালন কৰা হয়। এই সভাই ২৮ নৱেম্বৰ তাৰিখে গোহাঞিবৰুৱাৰ সহপাঠী আৰু সমনীয়া সাহিত্যিক পানীন্দ্ৰনাথ গগৈৰ জন্ম শতাবিৰ্ষকী পালন কৰে। শতবাৰ্ষিকী উপলক্ষে এখন স্মৃতিগ্ৰন্থও প্ৰকাশ হয়।

তেজপুৰ সাহিত্য সভাৰ উদ্যোগত গোহাঞিবৰুৱা জন্ম-শতবাৰ্ষিকী মহাপয়োভৰেৰে তেজপুৰত ২৯ নৱেম্বৰত উদ্‌যাপিত হয়। এই উপলক্ষে 'শোণিতপ্ৰবাহ' নামৰ স্মৃতিগ্ৰন্থ প্ৰকাশ হয়। সভাই এটা সংগীতৰ শ্ৰেণীও খুলিছিল। কলাবাৰী সাহিত্য সভাই নিয়মীয়া কাম-কাজ চলোৱাৰ উপৰি সভ্য সংখ্যা বৃদ্ধি কৰিছে। ঢেকিয়াজুলি সাহিত্য সভাই গোহাঞিবৰুৱা আৰু গোস্বামীৰ জন্ম শতবাৰ্ষিকী পালন কৰে। গোহাঞিবৰুৱা শতবাৰ্ষিকীত এখন স্মৃতিগ্ৰন্থ প্ৰকাশ হয়। সভাৰ সকলো কাম-কাজ বৰ শৃংখলাবদ্ধভাৱে চলে। ভবলীপবীয়া সাহিত্য সভাই এখন আলোচনী আৰু অঞ্চলটিৰ থান, সত্ৰ আদিৰ ইতিবৃত্তমূলক পুথি প্ৰকাশ কৰিছে। ডাঁহী সাহিত্য সভাই 'স্বাক্ষৰ' নামৰ এখন আলোচনী প্ৰকাশ কৰিছে। বিশ্বনাথ চালিআলি সাহিত্য সভাই গোহাঞিবৰুৱা কুপন বেছি ১২০ টকা মূল সভাক দিয়ে। সন্তোষৰ কথা যে বছৰটোৰ ভিতৰত কামৰূপ জিলাৰ ভিতৰত আটাইতকৈ সৰহসংখ্যক শাখা সভা স্থাপন হৈছে। বঙিয়া আলোচনী সভাৰ কাম-কাজ আশুনুৰূপভাৱে নিয়মীয়া আৰু সেই বছৰ সভ্য সংখ্যা ৩০০ হৈছে। গোহাঞিবৰুৱা কুপন বেছি সভাক ৯৭ টকা মূল সভাক দিয়ে। জ্ঞানোদয় সমাজে নিয়মীয়া কাম-কাজ কৰাৰ উপৰি দীনবন্ধু ডাঃ গংগাধৰ ভট্টচাৰ্যৰ জীৱনী, বুদ্ধিৰাম মহাজনৰ নীতিবাণী আৰু ব্ৰজপতি মহন্ত সম্পাদিত 'কান্দপীয় লোকগীত সঁফুৰা' (প্ৰথম খণ্ড) প্ৰকাশ কৰিছে। পাঠশালা সাহিত্য সভাই পৰিহৰেশ্বৰ দেৱালয়ৰ তথ্য সংগ্ৰহ কৰি এখন পুথি যুগুত কৰিছে। সদৌ অসম ভিত্তিত সন্তৰাম চৌধুৰী একাংকিকা প্ৰতিযোগিতা চলাইছে আৰু পুথিমাৰীত এখন শাখা সভা স্থাপন কৰিছে। লক্ষ্মী সাহিত্য সভাই (বংশৰ) নিয়মীয়া সভা-সমিতি পতাৰ উপৰি 'লখিমী' নামৰ এখন আলোচনী প্ৰকাশৰ যো-জা কৰে। সভাই গোহাঞিবৰুৱা কুপন বেছি ৪৫.৬০ টকা মূল্য সভাক দিয়ে। চতমা আঞ্চলিক সাহিত্য সভাই এটি স্থায়ী ভৱন নিৰ্মাণৰ আঁচনি লৈছে আৰু এখন আলোচনী প্ৰকাশৰ দিহা কৰিছে। বৰমা সাহিত্য সভাই বাৰ্ষিক অধিবেশন, আলোচনা চক্ৰ আদি পাতি জনজাতীয় লোকৰ মাজত ভাষা-সংস্কৃতি প্ৰচাৰ কৰিছে। সোণাপুৰ সাহিত্য সভাই নিজা ভৱন নিৰ্মাণৰ কামত আগবাঢ়িছে। বেতকুচি সাহিত্য সভাই পত্ৰিকাৰ গ্ৰাহক কৰিছে। উত্তৰ গুৱাহাটী সাহিত্য কাননে উত্তৰণ নামৰ এখন চাৰিমহীয়া আলোচনী প্ৰকাশ কৰে। মালিগাঁও সাহিত্য সভাই গোহাইঞিবৰুৱাৰ জন্ম শতবাৰ্ষিকী ধুমধামেৰে পালন কৰিছে আৰু গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি মূল সভাক ১৭০.৬০ টকা দিয়ে। সবিতা সভাই মাজে-সময়ে সভা-সমিতি পাতিছে।

গোৱালপাৰা জিলাত বছৰটোত ভালেকেইখন নতুন শাখা সভা হয়। ধুবুৰী সাহিত্য সভাই বাৰ্ষিক সন্মিলনৰ কামত ব্যস্ত থাকিলেও নিয়মীয়াভাৱে কাম-কাজ চলাইছে আৰু গোহাঞিবৰুৱাৰ কুপনৰ বাবদ ১২০ টকা মূল সভাক দিছে। দলগোমা সাহিত্য সভা অধিক সক্ৰিয় হৈছে।

নগাঁও সাহিত্য সভাই সভ্য সংখ্যা বৃদ্ধি কৰাৰ উপৰি অসম সাহিত্য সভা পত্ৰিকাৰ গ্ৰাহক কৰিছে। সভাৰ ভৱনটি ইতিমধ্যে মুকলি কৰা হৈছে। সভাই গোহাঞিবৰুৱা কুপনৰ বাবদ মূল সভাক ২৭০.২০ টকা দিছে। কলিয়াবৰ সাহিত্য সভাই সভ্য সংখ্যা বৃদ্ধি কৰিছে, দুজন আজীৱন সভ্য কৰিছে আৰু কেইবাজনো সাহিত্যিকক সম্বৰ্ধনা জনাইছে। বটদ্ৰৱা আঞ্চলিক সাহিত্য সভাই নিয়মীয়াভৱে কাম-কাজ চলাইছে। ধিং সাহিত্য সভাই নিয়মীয়া সভা-সমিতি পতাৰ উপৰি স্থানীয় বিভিন্ন ভাষা-ভাষী লোকৰ মাজত ভাষা প্ৰচাৰৰ চেষ্টা চলাইছে। গোহাঞিবৰুৱা কুপন বেছি ১৬০ টকা মূল সভাক দিছে। ধিং পুবেৰুণ সাহিত্য সদনে সভ্য সংখ্যা বৃদ্ধি কৰাৰ উপৰি এখন আলোচনী প্ৰকাশ কৰিছে। লামডিং সাহিত্য সভাই প্ৰতিকূল অৱস্থাৰ মাজত নিয়মীয়াভাৱে অধিৱেশন পাতি ভাষা সাহিত্য প্ৰচাৰ কৰিছে।



ৰংপুৰ সাহিত্য সভাৰ উদ্যোগত ২৯ নৱেম্বৰ তাৰিখে মহাপয়োভৰেৰে দুদিনীয়াকৈ গোহাঞিবৰুৱাৰ জন্ম-শতবাৰ্ষিকী পালন কৰা হয়। শতবাৰ্ষিকী উপলক্ষে স্মৃতিগ্ৰন্থ প্ৰকাশৰ উপৰি এখন আকৰ্ষণীয় প্ৰদৰ্শনী পাতে। গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি ১৭৫ টকা মূল সভাক দিয়ে। সোনাৰী সাহিত্য সভাই নিয়মীয়াভাৱে কাম-কাজ চলোৱাৰ উপৰি গোহাঞিবৰুৱা শতবাৰ্ষিকী উপলক্ষে এখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। নিতাইপুখুৰী সাহিত্য সভাই নিয়মীয়াভাৱে সভা-সমিতি পতাৰ উপৰি গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি মূল সভাক ১২০ টকা দিয়ে। মৰাণ আৰু ডিমৌ সাহিত্য সভাই মহা পয়োভৰেৰে গোহাঞিবৰুৱা শতবাৰ্ষিকী পালন কৰে। যোৰহাট সাহিত্য সভাই সভ্য সংখ্যা সৰ্বাধিক। সেই সভাত সভ্য সংখ্যা ৮৪০ জন। ইয়াৰ ভিতৰৰ ১৪০ জনক সহকাৰী সম্পাদক ডিম্বেশ্বৰ শৰ্মাই পত্ৰিকাৰ গ্ৰাহক কৰিছে। যোৰহাট সভাই নিয়মীয়া কাম-কাজ চলোৱাৰ উপৰি মহা ধুমধামেৰে ২৮ নৱেম্বৰ তাৰিখে গোহাঞিবৰুৱা শতবাৰ্ষিকী পালন কৰে। এই উপলক্ষে এখন স্মৃতিগ্ৰন্থ প্ৰকাশ হয়। সভাই হেমচন্দ্ৰ গোস্বামী জন্ম-শতবাৰ্ষিকীও বিশদ কাৰ্যসূচীৰে পালন কৰে। এই সভাই মূল সভাক গোহাঞিবৰুৱাৰ কুপনৰ বাবদ ২৩১.৪০ টকা দিয়াৰ উপৰি ২৫০ টকাৰ দান আগবঢ়ায়। চিনামৰা সাহিত্য সভাই বাগিচাৰ বনুৱাসকলৰ মাজত সাহিত্য সংস্কৃতি প্ৰচাৰ কৰিছে আৰু সভাৰ স্থায়ী ভৱন নিৰ্মাণৰ যো-জা কৰিছে। চুতী সাহিত্য সভাই নিজ পৰিসৰৰ ভিতৰত কাম কৰাৰ উপৰি মূল সভালৈ ৭৫ টকা দান আগবঢ়ায়। গোলাঘাট সাহিত্য সভাৰ উদ্যোগত পণ্ডিত হেমচন্দ্ৰ গোস্বামী জন্ম-শতবাৰ্ষিকী কেন্দ্ৰীয়ভাৱে ৮ জানুৱাৰি তাৰিখে (১৯৭২) মহা পয়োভৰেৰে উদ্‌যাপন কৰে। শতবাৰ্ষিকী উপলক্ষে এখন প্ৰদৰ্শনী পাতে আৰু এখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। হেমচন্দ্ৰ গোস্বামীৰ পুত্ৰ শৰৎচন্দ্ৰ গোস্বামী আৰু তৰুণ চন্দ্ৰ গোস্বামীৰ দানেৰে নিৰ্মিত গোলাঘাট সাহিত্য সভাৰ কাৰ্যালয় 'পণ্ডিত হেমচন্দ্ৰ গোস্বামী ভৱন' ৮ জানুৱাৰি তাৰিখে মুকলি কৰা হয়। গোলাঘাট সাহিত্য সভাই সকলো নিয়মীয়া কাম-কাজ কৰাৰ উপৰি গোহাঞিবৰুৱা কুপনৰ বাবদ মূল সভাক ১৬৯.২০ টকা দিয়ে। ঢেকিয়াল জ্যোতি সাহিত্য সভাৰ উদ্যোগত দুদিনীয়া কাৰ্যসূচীৰে হেমচন্দ্ৰ গোস্বামী জন্ম শতবাৰ্ষিকী পালন কৰা হয়। দেৰগাঁও সাহিত্য সভাই গোস্বামী শতবাৰ্ষিকী উপলক্ষে স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। মৰঙী সাহিত্য সভাই নিয়মীয়াভাৱে কাম-কাজ কৰাৰ উপৰি মূলসভালৈ ৪৪ টকা দান আগবঢ়ায়। তিতাবৰ সাহিত্য সভাই নিয়মীয়াভাৱে সভা-সমিতি পাতে আৰু গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি ১০৯.৮০ টকা মূল সভাক দিয়ে।

বৰথলদলৈ গাঁও সাহিত্য সভা, মৰিয়নী সাহিত্য সভা, ভট্টদেৱ সাহিত্য সমাজ, সাপেখাতী সাহিত্য সভা, জাঁজী সাহিত্য সভা, টীয়ক সাহিত্য সভা, দা-ধৰা সাহিত্য সভা, বালিগাঁও সাহিত্য সভা, কেন্দুগুৰি সাহিত্য সভা, চাৰিগাঁও সাহিত্য পৰিষদ, দিদৈনগৰ সাহিত্য সভা, কাকডোঙা সাহিত্য সভা, ন-আলি ঢেকিয়াজুলি সাহিত্য সভা, গড়গাঁও সাহিত্য সভা, শালিকীহাট সাহিত্য সভা, হাৰিভাঙা সাহিত্য সভা, দুনী সাহিত্য সভা, বঙাইগাঁও সাহিত্য সভা, কুঞ্জবন চেমনীয়া সাহিত্য সভা, কামাখ্যাধাম সাহিত্য সভা, শ্বিলং মুকুল সংঘ, নাজিৰা সাহিত্য সভা আদি শাখাসমূহে নিয়মিতভাৱে সভা-সমিতি পাতি সাহিত্য-সংস্কৃতিৰ পৰিৱেশ অটুট ৰাখিছে।

সাহিত্য সভাৰ শাখা আৰু সভ্য সংখ্যা বঢ়াতো সুখৰ কথা। কিন্তু তাৰ লগে লগে যদি সংগঠনৰ কাম আউল নলগা কৰা নহয়, তেন্তে অনুষ্ঠানত বেমেজালিৰ সৃষ্টি হ'ব পাৰে। এনে অনুষ্ঠানৰ কাৰণে যে সভ্যৰ পঞ্জী এখন আৱশ্যক তাক সকলোৱে স্বীকাৰ কৰে। সভ্য পঞ্জীখন সম্পূৰ্ণ কৰিবৰ উদ্দেশ্যে সভ্যভৰ্তি বহী আৰু বৰঙনি আগতীয়াকৈ বিচাৰি চিঠি দিছিল। শাখাসমূহে অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ নিৰ্দেশ মানি আগতীয়াকৈ বহি আৰু বৰঙনি প্ৰেৰণ কৰা হ'লে পঞ্জীখন সম্পূৰ্ণ কৰাত সুবিধা হ'লহেঁতেন। কোনো কোনো সভাই বৰঙনিহে দিয়ে সভ্যভৰ্তি বহী ব্যৱহাৰ নকৰে।

## অষ্টাত্ৰিংশ মাকুম অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ কৰ্মকৰ্তাসকল

| | |
|---|---|
| মহেন্দ্ৰ মোহন চৌধুৰী | মুখ্য পৃষ্ঠপোষক |
| কামাখ্যা প্ৰসাদ ত্ৰিপাঠি | পৃষ্ঠপোষক |
| বিশ্বদেৱ শৰ্মা | ” |
| যদুনাথ ভূঞা | ” |
| প্ৰফুল্ল চন্দ্ৰ বৰুৱা, | উপদেষ্টা |
| লক্ষ্মী প্ৰসাদ দত্ত | ” |
| ত্ৰৈলোক্য নাথ গোস্বামী | ” |
| ৰাধাকিষণ খেমকা | ” |
| মহাদেৱ জালান | ” |
| ৰমেশ চন্দ্ৰ বৰুৱা, | সভাপতি |
| ত্ৰিবেণী প্ৰসাদ সিং, | কাৰ্যকৰী সভাপতি |
| পৰমানন্দ গগৈ, | উপ-সভাপতি |
| তুলসীৰাম মহন্ত | ” |
| নগেন্দ্ৰ নাথ দাস | ” |
| গিৰীন্দ্ৰ কুমাৰ ৰাজখোৱা, | সাধাৰণ সম্পাদক |
| বানোৱাৰী লাল চৌখানী, | কোষাধ্যক্ষ |
| বেণুধৰ নেওগ, | সহ সম্পাদক |
| নৰেন্দ্ৰ নাথ দত্ত | ” |
| ছলাল বৰুৱা, | সম্পাদক কৃষ্টি |
| দিলিৰাম কাৰ্কেচেত্ৰী | |
| বিশ্বনাথ দাস | |
| মহেন্দ্ৰ নেওগ | |
| চিউকৰণ খৈতান | |
| ধৰ্মকান্ত গোহাঁই | |
| ৰাজ্যমল ডেকা | |
| বীৰেন বৰুৱা | |
| হৰিনাৰায়ণ তামূলী | |
| মুলচান্দ কানৈ | |
| লালচান্দ আগৰৱালা | |
| বনমালী শইকীয়া | |



| | |
|---|---|
| সূৰ্যকান্ত ফুকন | সম্পাদক, স্মৃতি গ্ৰন্থ |
| ৰবীন্দ্ৰ সিং | সম্পাদক, মণ্ডপ |
| বিশ্বনাথ ৰায় | সম্পাদক, বিদ্যুৎ |
| ডাঃ চামচুল আলম হাজৰিকা | সম্পাদক, জনস্বাস্থ্য |
| গিৰিশ বড়া | সম্পাদক, খাদ্য |
| প্ৰফুল্ল দত্ত | সম্পাদক, বিত্ত |
| যামিনী বড়া | সহঃসম্পাদক বিত্ত |
| ভগীৰাম বৰুৱা, | সম্পাদক, স্বেচ্ছাসেৱক |
| জিতেন শৰ্মা | সম্পাদক, প্ৰচাৰ আৰু জনসম্পৰ্ক ৰক্ষী |
| নীলকান্ত ডেকা | সংস্থাপন আৰু শিবিৰ |
| জিতেন বৰুৱা | মঞ্চ |
| খগেন কোচ | সম্পাদক, কবি সন্মিলন |
| অজিত বিশ্বাস | সম্পাদক, পানী যোগান |
| হৰেন বৰঠাকুৰ | তোৰণ |
| দীননাথ কোঁৱৰ | শোভাযাত্ৰা |
| দেৱেশ্বৰ কাকতী | প্ৰদৰ্শনী |
| প্ৰদীপ দুৱৰা | অনুসন্ধান |
| ৰবিশংকৰ সিং | পৰিবহণ আৰু আসন |
| নগেন্দ্ৰ নাথ ভট্টাচাৰ্য | সম্পাদক, ব্যংগ সাহিত্য সন্মিলন |
| মহেন্দ্ৰ বৰঠাকুৰ | |
| পোনাৰাম বৰগোহাঁই | অলোচনাচক্ৰ |
| দেবেন্দ্ৰ নাথ হাজৰিকা | |

সভ্যসকল —

হৰেন্দ্ৰ কুমাৰ দাস, সন্তোষ কুমাৰ চক্ৰৱৰ্তী, পদ্মকুমাৰী গোহাঁই, লিলি সেনগুপ্তা, মাখনী বৰুৱা, পুষ্পলতা তামূলী, মাণিক দাস, মলিয়া তাঁতি, উপেন সনাতন, মোদিনী মোহন চৌধুৰী, ক্ষীৰোদ কুমাৰ গোহাঁই, যোগেন ডেকা, যজ্ঞেশ্বৰ ভূঞা, বদন পাঠক, প্ৰেমচুক আগৰৱালা, সৰৰাম নেওগ, টঙ্কেশ্বৰ বৰা, তুলসী ফুকন, দুৰ্গেশ্বৰ বৰা, পূৰ্ণ ভূঞা, বিশ্বনাথ সিং, শিৱপ্ৰসাদ সিং, জগদীশ সিং, চৰ্দাৰ বীৰ সিং, বালেশ্বৰ প্ৰসাদ গুপ্তা, কৃষ্ণ প্ৰসাদ বৰুৱা, দ্বিজেশ দেৱ শৰ্মা, হৰিপ্ৰসাদ নেওগ, নগেন ডেকা, লম্বেশ্বৰ চুতীয়া, লম্বিত চেতিয়া, মজিত মৰাণ, বিপিন হাজৰিকা, ৰাম গোস্বামী, সুৰেন বৰুৱা, ৰঞ্জিত ডেকা, অজিত দাস, গৌৰাংগ কুণ্ডু, দেবেন বৰগোহাঁই, তাৰা গগৈ, হৃদয়ানন্দ গগৈ, কৈলাশ চন্দ্ৰ বেজবৰুৱা, বাঞ্ছা শইকীয়া, দুৰ্গাদত্ত কেজৰিৱাল, থোলোক গোহাঁই,

ৰুদ্ৰ গগৈ, তিলিক হাজৰিকা, প্ৰণৱ কুমাৰ লাহিড়ী, এম. কে. মিৰি, কুল দত্ত, জগবন্ধু দাস, নৃপেন্দ্ৰ নাথ ভট্টাচাৰ্য, পূৰ্ণ মাহতু, পূৰ্ণেন্দু চেতিয়া, ওম প্ৰকাশ বাগাৰিয়া, শৈলেন দাস, ৰামগোপাল লোহিয়া, চন্দ্ৰ হাজৰিকা, নন্দ কিশোৰ বাগাৰিয়া, বিনয় সোণোৱাল।

## তীৰ্থনাথ শৰ্মা

তীৰ্থনাথ শৰ্মা (জন্ম ২৩ নৱেম্বৰ, ১৯১১, মৃত্যু ১৯৮৬)। যোৰহাটত প্ৰাথমিক শিক্ষা লাভ কৰে, ১৯২৯ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় আৰু কটন কলেজত নাম লগায় যদিও পঢ়া-শুনা এৰি স্বাধীনতা আন্দোলনত জঁপিয়াই পৰে। দেশ সুস্থিৰ হোৱাত ফাটেকৰ পৰা মুক্তি পাই পুনৰ শিক্ষা অৰম্ভ কৰে। ১৯৩৪ চনত কটন কলেজৰ পৰা সংস্কৃতত অনাৰ্চ লৈ বি.এ. পাছ কৰে। কলিকতা বিশ্ববিদ্যালয়ৰ এম.এ. আৰু আইন পঢ়ে। ১৯৩৭ চনত এম.এ. উপাধি লাভ কৰে। ১৯৩৮-৫০ চনলৈ কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া বিভাগৰ অধ্যাপকৰ দায়িত্ব পালন কৰে যদিও সেই দায়িত্ব এৰি কটন কলেজৰ গ্ৰন্থাগাৰিকৰ দায়িত্ব পালন কৰে। এই সময়চোৱাতে অপৰিসীম পৰিশ্ৰম কৰি প্ৰাগজ্যোতিষ কলেজ স্থাপন কৰে। ১৯৫৪-৫৭ লৈকে অবৈতনিক অধ্যক্ষ হয়। ১৯৫৭ চনত কটন কলেজৰ চাকৰি এৰি স্থায়ী অধ্যক্ষ হয়। বিশ্বহিন্দু পৰিষদৰ অসম শাখাৰ সভাপতিও আছিল।

সুগদ্য লেখক শৰ্মাৰ ভালেখিনি প্ৰবন্ধ প্ৰকাশ পাইছিল। নিৰ্মলাদেৱী ছদ্ম নামত গল্পও প্ৰকাশ হৈছিল। *সাহিত্য বিদ্যা পৰিক্ৰমা* (১৯৬২), *পঞ্চপুষ্প* (১৯৬৯), *আউনীআটী সত্ৰৰ বুৰঞ্জী* (১৯৭৫), *ভক্তিবাদ* (১৯৭৬), *উপনিষদ অষ্টক* (১ম খণ্ড ১৯৮৭, ২য় খণ্ড ১৯৯১), *বেণুধৰ শৰ্মা* (১৯৮৩), *ৰত্নসংগম* (১৯৮৮), *ছান্দোগ্য উপনিষদ* (১৯৯৮), উল্লেখযোগ্য গ্ৰন্থ। বেণুধৰ শৰ্মা গ্ৰন্থৰ বাবে সাহিত্য অকাদেমি বঁটা (১৯৮৬) লাভ কৰে। কামসেন্দূৰ একমাত্ৰ কবিতা পুথি। গান্ধী সম্পৰ্কীয় পুথি হ'ল — মহাত্মাৰ বাণী, গান্ধীৰ শিক্ষাসাৰ।

## অভিভাষণৰ সুবচন

*সৰ্বভাৰতীয় আঞ্চলিক মৰ্যাদা পোৱা ভাষা অসমত বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাই সামৰা পৰ্বত-ভৈয়াম ভূ-ভাগত একমাত্ৰ অসমীয়াই। ৰাজ্যভাষাও অসমীয়াই হ'ব আৰু থাকিব, বিশ্ববিদ্যালয়ৰ শিক্ষা-মাধ্যম আঞ্চলিক ভাষা হিচাপে অসমীয়াই হ'ব লাগিব আৰু হৈছেও। সৰু-সুৰা ভাষা গোষ্ঠীৰ কথাই নকওঁ, আপেক্ষিকভাৱে সৰহীয়া জনসংখ্যা থকা গোষ্ঠীয় ভাষায়ো জনসংখ্যা, ভাষাৰ প্ৰকাশশক্তি, সাহিত্য-বিস্তৃতি আৰু আৰ্থিক বিচাৰ - কোনো ফালৰ পৰাই মণিব পৰা ভৱিষ্যতত বিশ্ববিদ্যালয়ৰ স্তৰত কলা, বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ মাধ্যম হ'বৰ যোগ্যতা আৰ্জন কৰিব পাৰিব বুলি আশা কৰিব নোৱাৰি। প্ৰাথমিক আৰু কোনো কোনো ক্ষেত্ৰত মাধ্যমিক শিক্ষাৰ বাহন স্বৰূপে গোষ্ঠীয় ভাষাই স্থান পোৱাত আপত্তি থাকিব নোৱাৰে; কিন্তু সৃষ্টি কৰিব নোৱাৰিলে কেৱল উগ্ৰ প্ৰচাৰৰ দ্বাৰাই সেই ভাষা চলাবলৈ গ'লে বিৰোধ-বিদ্বেষৰ গুটি সিঁচা হয়। সেই দেখি ভাষা প্ৰচাৰৰ ক্ষেত্ৰত সাৱধান আৰু সন্তৰ্পণে আগবঢ়াই বিবেচকৰ লক্ষণ। যিসকলৰ মাজত অসমীয়া ভাষাৰ শিক্ষাৰ প্ৰচলন হ'ব তেওঁবিলাকে সেই প্ৰথমে এই ভাষা শিকাৰ প্ৰয়োজন উপলব্ধি কৰিব লাগিব। সেই প্ৰয়োজন উপলব্ধি কৰা প্ৰাক্-স্থিতিৰ সৃষ্টি কৰিব লাগিব। তেনে প্ৰাক্স্থিতি নিৰ্ভৰ কৰিব অসমীয়া সাহিত্যৰ স্বয়ং সম্পূৰ্ণতা আৰু বিশ্ববিদ্যালয়ৰ কলা, বিজ্ঞান আৰু কাৰিকৰী সকলো প্ৰকাৰৰ বিদ্যাৰ শিক্ষা মধ্যমৰূপে অসমীয়া ভাষা প্ৰতিষ্ঠিত হোৱাৰ ওপৰত।*

*সবাতোকৈ ফলদায়ক উপায় হৈছে যিবিলাকৰ মাজত অসমীয়া ভাষা শিক্ষাৰ প্ৰচলন হ'ব লাগে, তেওঁলোকৰ সৈতে ঘনিষ্ঠভাৱে সামাজিক সম্বন্ধ স্থাপন কৰাটো। সাদিনীয়া সাংস্কৃতিক দল বা শুভেচ্ছাবাহী দলৰ ভ্ৰমণৰ পৰা এই কাম সিদ্ধ নহয়। অসমীয়া ডেকাসকল নানা প্ৰকাৰ সামাজিক সেৱাৰ মনেৰে এই পাৰ্বত্য অঞ্চলবোৰত সোমাব লাগিব, বসবাসকৰিব লাগিব। শিক্ষক, চিকিৎসক, উন্নত প্ৰণালীৰ খেতিয়ক হিচাপে জনসেৱামূলক কামৰ যোগে অসমীয়া ডেকাই সেই লোকসকলৰ বিশ্বাস আৰু আস্থা আৰ্জন কৰিব লাগিব; তেওঁলোকৰ ভাষা আদৰ কৰিব লাগিব, শিকিব লাগিব, ব্যৱহাৰ কৰিব লাগিব। তাকে কৰিব পাৰিলে অসমীয়া ভাষালৈকো তেওঁলোকৰ আগ্ৰহ জন্মিব।*

* * *

*১৮৭১ চনলৈকে এক যুঁজ গ'ল সঁচা; কিন্তু তাৰ পিছতো জ্বৰে এৰিলেও পকিতিয়ে নেৰাৰ দৰে চুৰুচুৰীয়াকৈ হ'লেও বিহুৰে-সংক্ৰান্তিয়ে ৰণ একোখন লাগিয়ে থাকিল। ফলত লক্ষ্মীনাথ বেজবৰুৱাৰ নিচিনা একোটা বিচিত্ৰ সাহিত্য প্ৰতিভা কৃপাবৰ বৰবৰুৱা মহাধনুৰ্দ্ধৰৰূপে বাক্সমৰত অৱতীৰ্ণ হ'ব লগা হৈছিল। সাহিত্য সৃষ্টিৰ বেলিকাও এই যুদ্ধৰেই আত্মৰক্ষাত্মক স্বৰূপ এটাহে প্ৰকট হৈছিল। কবিতা, নাটক, উপন্যাস, ৰস ৰচনা, সকলোতে অসমীয়াৰ বৈশিষ্ট্য, সুকীয়া অস্তিত্বৰ গৌৰৱ, প্ৰাচীন জাতীয় গৰিমা, এইবিলাক দৃঢ় প্ৰতিপন্ন কৰাই সাহিত্য কৰ্মৰ ধ্যান-জ্ঞান হৈ পৰিছিল। "আমি অসমীয়া নহও দুখীয়া" গীতটো নামে-কামে সেই যুগৰ অসম সংগীত আছিল। সেই যুগৰ সাহিত্যকৰ্মৰ এটা প্ৰধান প্ৰতিষ্ঠাপ্য বিষয় আছিল — "সকলো আছিল সকলো আছে।" আত্ম-প্ৰতিষ্ঠাই ঊনবিংশ শতিকাৰ আৰু বিংশ শতিকাৰো আদি ছোৱাত অসমীয়া সাহিত্যসাধনাৰ এটা কোবাল ধাৰা আছিল। এনে আত্ম-প্ৰতিষ্ঠা আৰু*

আত্মৰক্ষাৰ উগুল-থুগুল পৰিৱেশত অসমীয়া সাহিত্য যথাসম্ভৱ আগবাঢ়িলেও সত্য-সুন্দৰৰ সৃষ্টিৰ কাৰণে যি নিৰংকুশ, আত্মস্থ চিত্তবৃত্তিৰ প্ৰয়োজন অসমীয়া সাহিত্যিকে তাক লাভ কৰাৰ সুযোগ পোৱা নাছিল আৰু আজিও পাইছে বুলি নিৰুদ্বেগচিত্তে ক'ব পৰা হোৱা নাই। হিন্দীক ৰাষ্ট্ৰভাষা হিচাপে আৱশ্যক বিষয় কৰি ত্ৰিভাষা সূত্ৰ অনুসাৰে গজগজীয়া স্থান দিলে। দ্বিতীয় ভাষাৰূপে অসমীয়া ভাষাৰ কাৰণে ঠাই নোহোৱাৰ আশংকা আহি পৰে। এইটো চিন্তনীয় বিষয়, ইয়াৰ সমাধান অৱশ্যে হ'ব লাগিব। ত্ৰিভাষা সূত্ৰ ভূমিষ্ঠ হোৱাৰ দিন ধৰি শিক্ষাপদ্ধতিত ভাষাৰ সংখ্যা আৰু স্থান লৈ বহুত কথন-মথন হৈ গৈছে। সাধাৰণভাৱে ইয়াৰ উপযোগিতা আৰু যুক্তিপূৰ্ণতা সকলোৱে স্বীকাৰ কৰি লৈছে। কিন্তু সেইবুলি ত্ৰিভাষা সূত্ৰ এটা অপৰিৱৰ্তনীয় সনাতম নীতি আৰু যাৰ চন্দ্ৰ-দিবাকৰ তাৰ চুলি এডলমানো ইফাল সিফালহ হ'ব নোৱাৰিব এনে এটা ধাৰণা লৈ সৰ্বত্ৰ, সৰ্বতিকাল ভাষাশিক্ষাৰ বিষয়টো নিৰ্ণয় কৰিব লাগিব এনে কথা হ'ব নোৱাৰে। দ্বিভাষা বা চতুৰ্ভাষা-সূত্ৰ প্ৰয়োগৰ স্থল আৰু আৱশকতা ওলাব পাৰে। শিক্ষা জগতত কোনো নীতিকেই 'এতৰন্ত' বুলি গঢ় মাৰি থ'ব নোৱাৰি, নিকণকণীয়া ডোলেৰে বান্ধিব নোৱাৰি। অসমৰ প্ৰয়োজন অনুসৰি, প্ৰয়োগ-লব্ধ অভিজ্ঞতা কামত খটুৱাই শিক্ষানীতি নিৰ্ধাৰণ কৰিবলৈ যাওঁতে ক'ৰবাত কিবা সাল-সলনি কৰিব লগা হ'লে মহাভাৰত অশুদ্ধ হ'ব বুলি ভয় খোৱাৰ কোনো হেতু নাই। অলপ চিন্তা কৰিলে, দহজন সুখীলোকে একেলগে উপায় চিন্তিলে, ত্ৰিভাষা সূত্ৰৰ ভিতৰতে থাকিও ৰাষ্ট্ৰভাষা হিন্দী আৰু দ্বিতীয়ভাষা অসমীয়া স্থান উলিওৱা অলপ টান কাম হ'লেও অসাধ্য নহ'ব। দৰ্কাৰ যদি হয় ত্ৰিভাষা-সূত্ৰৰ মেৰজালৰ পৰা এৰাই হ'লেও এই বিষয়ৰ সমাধান কৰিব লাগিব। ত্ৰিভাষা সূত্ৰৰ দণ্ড উদ্ধত কৰি অসমীয়া শিক্ষাক হেঁচুকি একাষৰীয়া কৰিব খোজা অপচেষ্টা যদি কোনোবাই কৰেও তাক প্ৰতিৰোধ কৰিবলৈ আমাৰ হক আৰু বল দুয়োটাই আছে।

মাকুম অধিৱেশনৰ যি তিনিটা বিশেষত্বৰ কথা পোনাতে উনুকিয়াই এই ভাষণৰ ওৰা পাতি লৈছিলোঁ — তাৰ আনুষংগিক সমাধেয় বিষয় কেইটালৈকো সভাৰ দৃষ্টি আহ্বান কৰিলোঁ। অসমীয়াক ধাত্ৰীষাভাৰূপে শিক্ষাদানৰ সুব্যৱস্থা, দ্বিতীয়ভাষাৰূপে স্বীকৃতি আৰু সুকীয়া পাঠ্যৰ যথাযোগ্য দিহা কৰা, পাৰ্বত্য স্থলীত অসমীয়া ভাষাৰ প্ৰতি আগ্ৰহ সৃষ্টিৰ কাৰ্যক্ৰম হাতত লোৱা, হিন্দী, বঙলা আদি ভাষাভাষী ছাত্ৰৰ মাধ্যমিক স্তৰ, ত্ৰিভাষা-সূত্ৰৰ লগত সম্বন্ধ ৰক্ষা কৰিব পাৰিলে আৰু নোৱাৰিলে ফালৰি কাটি হ'লেও, অসমীয়া শিক্ষাৰ প্ৰৱৰ্তন কৰা।

* * *

যোৱা এশ বছৰে যি হ'ল হ'ল, এতিয়া হেস্ত-নেস্ত এটা হ'ব লাগে। অসমীয়া ভাষা স্ব-মহিম্নি, ভূখণ্ডে পূৰ্ণ গৌৰৱত প্ৰতিষ্ঠিত হোৱাৰ যথাবিহিত কিবা এটা হৈ



যাব লাগিব। সমস্যাক নল মাৰি গজালি মেলিবলৈ এৰি দিব নোৱাৰি, পালমৰা সমাধানেৰেও স্বস্তিৰ নিশ্বাস পেলোৱা কাপুৰুষালিক প্ৰশ্ৰয় দিব নোৱাৰোঁ। আমি ভাৰতমাতাৰ বাটলু সন্তান বা চপনীয়া জোঁৱাই নহওঁ যে নিজৰ স্বত্ব, অধিকাৰ আৰু গুৰি-গোষ্ঠী প্ৰতিপন্ন কৰাই আহবমান কাললৈ আমাৰ জাতীয় ব্যাপৃতি হ'ব। ক্ষুদ্ৰ হওক, বৃহৎ হওক, আমাৰ এলাকা আমি বুজি ল'ব লাগিব। ভাৰতৰ ভাগ্যবিধাতাই গংগা-যমুনাৰ তটভূমি হিন্দীক দিছে, হুগলী-পদ্মাৰে সিক্ত ভূমি বঙলাক দিছে, গোদাবৰীৰ জলেৰে ধৌত প্ৰদেশ তেলেগু ভাষাক দিছে, সেইদৰে মহাবাহু ব্ৰহ্মপুত্ৰৰ গিৰিমালাবেষ্টিত তটভূমি ঈশ্বৰে আমাক অসমীয়া ভাষাক দিছে, তাত আনক ভাগ বহুৱাবলৈ কদাপি এৰি দিব নোৱাৰোঁ। মহাবাহুৰ দুইপাৰৰ ভূভাগত অসমীয়া মাত-কথাই কাৰো অন্যায় নকৰাকৈ, কাৰো ভাগত থপিয়াথপি নকৰাকৈ আপোন গৰিমাৰে প্ৰোজ্বল আৰু অধিষ্ঠিত থকাৰ স্বাধিকাৰ বাহাল ৰাখিব লাগিব। এই স্বাধিকাৰ নতুনকৈ আৰ্জন কৰিবলগীয়া স্বাধিকাৰ নহয় — উপজিয়ে ৰঙা হৈ লগতে লাগি অহা জন্ম-স্বত্ব আৰু স্বাধিকাৰ। যোৱা এশ বছৰে যি হ'ল হ'ল — গতস্য শোচনা নাস্তি। এতিয়া ইবোৰ সিবোৰ গাবৰ দিন টুলিটল — সেই খেলা সামৰি অসমীয়া সাহিত্যই অগ্ৰগতিৰ দ্বিতীয় পৰ্যায়ত নাও মেলিবৰ হ'ল।

* * *

ৰাজ্যভাষাৰ নামত অসমীয়া ভাষাৰ হক ৰক্ষাৰ উদ্যমত আমি কেতিয়াবা জাবাৰতে ৰস উলিওৱাৰ অপচেষ্টা কৰিছোঁ আৰু সেইদৰে জাতীয় শক্তিৰ অপচয় কৰিছোঁ। মটৰ গাড়ীৰ সংখ্যাফলক, দোকান-পোহাৰৰ নামফলক অসমীয়া আখৰেৰে লিখিব লাগে, নিলিখিলে পোতক তোলা বা তোলাৰ ভাবুকি দিয়াৰ ধৰণৰ পাবত গজা অভিযান একোটাই অ'ত-ত'ত মূৰ দাঙি উঠাৰ সংবাদ পঢ়িবলৈ পাওঁ। দুৰ্ভাগ্যৰ কথা চকুৰেও দেখিছোঁ। এনে অভিযানৰ গুৰি ধৰোঁতাসকলৰ ভাষা প্ৰেমৰ প্ৰাচুৰ্য সম্বন্ধে সন্দেহ কৰা নাই; কিন্তু তেওঁবিলাকৰ ভাষা-প্ৰেমৰ জোৱাৰ অৰ্থত উথলি পৰি নিবীৰ্য হৈছে তাত সন্দেহ নাই। আখৰকেইটা ভাষা নহয় এই নিখুঁট সত্যটো কাকো বুজাব নালাগে। Eastern Cloth House বুলি ইংৰাজী আখৰত নিলিখি 'ইষ্টাৰ্ণ ক্লথ হাউচ' বুলি লিখিলেই অসমীয়া ভাষাৰ উন্নতি হ'ব বুলি ভবাবিলাকে আপোনাকে প্ৰতাৰিত কৰিব খোজে, অথবা অল্পৰে ভূমাৰ কাম সাধিবলৈ গৈ দেশক আভুৱা ভাৰিব খোজে। এনে ধৰণৰ সৰু কথাক বৰ পাতি ধনঞ্জয় ঢোল কোবালে জাতীয় শক্তিৰ অপচয় হয়, প্ৰকৃত কামত বেলিকালৈ শকতি ঢুকাই যায়। ৰে'লৰ ইঞ্জিনে উকি মাৰোঁতেই তাৰ ভাপ শক্তিখিনি নিঃশেষ কৰে তেনেহ'লে সি চলিব আৰু ডবা টানিব কোন শক্তিৰে? ৰাজ্যভাষাৰ দৃঢ় আৰু অৱশ্য প্ৰয়োগৰ কাৰণে চৰকাৰক অবহিত কৰাৰ কামৰ উপৰি আমি নিজেও এই প্ৰয়োগ সৰ্বতোবিসাৰি কৰিবলৈ সু-কল্পিত কামৰ আঁচনি

গ্ৰহণ কৰিব লাগে আৰু সেইমতে লাগি যাব লাগে। তাকো এই বছৰতে, দিন-কাল ভালৰ পিনে গতি লোৱা নাই, পশ্চিম দিগন্ত ক'লা হৈ আহিছে।

পিছে কথা হ'ল — সেই কামৰ আঁচনিখননো কি হ'ব? ৰাজ্যভাষা দৃঢ় ভেটিত থাকিবলৈ আমাৰ ফালৰ পৰা কৰণীয় কি কি আছে? এইবোৰ প্ৰশ্ন আপোনা-আপুনি মনলৈ উফৰি আহে। অসমত, বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাত ৰাজ্যভাষাৰ ভেটি কটকটীয়া আৰু যুগমীয়া কৰিবলৈ হ'লে চাৰিওপিনে যি দেখিছোঁ তাৰপৰা অনুমান হয় যে এই বিষয়টো এটা জাতীয় সংকল্পস্বৰূপে গ্ৰহণ নকৰিলে কাম নিসিজিব। ৰাইজে যদি স্বভাষা ব্ৰত গ্ৰহণ কৰে আৰু তাক অকপট চিত্তে পালন কৰে চৰকাৰৰ নিৰ্বিকাৰ হৈ বহি থকা সম্ভাৱ নহ'ব। চৰকাৰে একতৰফীয়াকৈ এশখন আদেশ-পত্ৰ জাৰি কৰিলেও কাম আধাসিজা হৈ থাকিব। মহাত্মা গান্ধীয়ে বিলাতী বৰ্জন সফল কৰাত চৰকাৰী আইনৰ সহায়তা বিচৰা নাছিল। স্বদেশী ব্ৰত প্ৰচাৰ কৰি ৰাজহুৱা সহযোগৰ ওপৰতে নিৰ্ভৰ কৰিছিল, তাৰ ফলত মানচেষ্টাৰত কাপোৰৰ কল বন্ধ কৰিব লগা হৈছিল। গোটেই অসম জুৰি অসম সাহিত্য সভাৰ সদস্যৰ সংখ্যা নিচেই অলপীয়া নহয়, তাৰ ভিতৰত চৰকাৰী কাৰ্যালয়ৰ কৰ্মচাৰীৰ সংখ্যাও কম নহ'ব।

* * *

ভাষাৰ সৌষ্ঠৱ আৰু সামৰ্থ বৃদ্ধি কৰাৰ ফালৰ পৰা চালে যোৱা শতাধিক বছৰে অসমীয়া কৃতী সাহিত্যিকসকলে যি কৰি গ'ল তাক লৈ সন্তোষ আৰু গৌৰৱ কথাৰ থল আছে। ভাষাৰ এটা স্বগত সামৰ্থ আছে। সেই সামৰ্থ অসমীয়া ভাষাই সংস্কৃতৰ পৰাই উত্তৰাধিকাৰ সূত্ৰে পাইছে, সেইবিষয়ে আমাৰ চিন্তা কৰিবলগীয়া একো নাই। ভাষাৰ আন এটা শক্তি বা সামৰ্থ আছে সেইটো আহাৰ্য। ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিবেষ্টনীৰ পৰিৱৰ্তন আৰু সামাজিক বিপ্লৱৰ লগে লগে যুগে যুগে ভাষাই নতুন শক্তি-সামৰ্থ আৰু সঁজুলি আহৰণ কৰি নিজকে সমৃদ্ধতৰ কৰি গৈ থাকে। প্ৰায় এহেজাৰ বছৰীয়া জীৱনৰ বাটত নিজ বলেৰে এই সমৃদ্ধি আহৰণ কৰি অসমীয়া ভাষা এটি প্ৰাণময়ী আৰু শক্তিমতী ভাষাৰূপে প্ৰতিষ্ঠিত হৈছে। পূৰ্ব অপ্ৰমাদী কবিসকলে, শ্ৰীমন্ত শংকৰ আৰু তেওঁৰ শক্তিমান অনুৱৰ্তী আৰু পৰৱৰ্তীসকলৰ প্ৰচুৰ বৰ্ষিণী লেখনীয়ে, বিভিন্ন কথা-গ্ৰন্থ আৰু বুৰঞ্জীৰ ৰচয়িতাসকলে অসমীয়া ভাষাক যেনেকৈ ইচ্ছা পোনাব পৰাকৈ লেহুকা অথচ দৃঢ় কৰি থৈ গৈছে। সেইকালৰ জ্ঞান-বিজ্ঞানৰ কথা প্ৰকাশ কৰিবলৈ ভাষাক যিখিনি বিভূতি লাগে সেই সকলোখিনিৰে আমাৰ প্ৰাচীন সাহিত্যকাৰসকলে অসমীয়া ভাষাক বিভূষিত কৰি গৈছে। কলথোকা বাদুলিয়ে খোৱাৰ পৰা ৰাজভগনলৈকে সকলো বিষয়ৰ কথাকে খোকোজা নলগাকৈ সহজ-বোধ্য কৰি লিখিব পৰা শব্দসম্ভাৰ আৰু প্ৰকাশ-প্ৰকাৰ নিজ উদ্ভাৱনীৰে আৰু প্ৰয়োজন অনুসাৰে খুজি বিচাৰি হ'লেও যতনাই লৈছিল। সেইকাৰণে ৰাজনীতি, সংগীত, ৰসায়ন, আয়ুৰ্বেদ, পশুপালন, মৈদাম সজা, পুখুৰী খন্দা, দ'ল-দেৱালয় নিৰ্মাণ, এইবোৰ বিভিন্ন বিষয়ত ক'তো উজুটি নোখোৱা দৈন্যহীন অসমীয়া ভাষাৰে মূল্যৱান গ্ৰন্থ ষোড়শ সপ্তদশ আৰু অষ্টাদশ শতিকাত ৰচিত হ'ব পাৰিছিল। সমসাময়িক উত্তৰ ভাৰতীয় ভাষাই ইমানবোৰ বিষয়ৰ বিভিন্ন প্ৰকাৰ গ্ৰন্থ দেখুৱাব নোৱাৰে। পিছে এই ভাষাটোৱেই ঊনবিংশ শতিকাত আহি চাৰিওপিনে চাই ক'ত সোমালোহি বুলি মোৰ হেৰুৱাইছিল। স্বৰ্গীয় হেম গোস্বামীৰ ভাষাত ক'বলৈ গ'লে পাদুৰিসকলে বা তেওঁলোকৰ অনুগামী লেখকসকলৰ অসমীয়া ভাষা প্ৰথম মাতফুটা শিশুৰ থুনুক-থানাক কথাৰ নিচিনা সোৱাদ লগা আছিল যদিও প্ৰকাশ ক্ষমতাৰ ফালৰ পৰা নিশকতীয়া আছিল তাত সন্দেহ নাই।



* * *

অসমীয়া সাহিত্যৰ উদ্‌গতিৰ আন এটা প্ৰধান অন্তৰায় হৈছে আপোন বুলিব পৰা ৰাজধানী এখন নোহোৱাকৈ বুৰঞ্জীৰ এটা গুৰুত্বপূৰ্ণ কাল কটোৱাৰ জাতীয় দুৰ্ভাগ্য অসমীয়াই বহুত কাল ভোগ কৰিব লগা হ'ল। কোচবিহাৰ আৰু গড়গাঁও নিজম পৰাৰ পিছত "কথা শুনি তল যাওঁ" বুলি গৌৰৱ কৰিব পৰা গাতে লাগি থকা ৰাজধানী এখন অসমীয়াই নাপালে। তাকো নাপালে কেতিয়া? যেতিয়া গোটেই ভাৰতত ইংৰাজ আমোলৰ প্ৰথমছোৱাত নতুন সংস্কৃতি সমাগমৰ বতাহ বলিছিল।

* * *

আনৰ পৰা আমাৰ বিপদ লঘু নহয়, উদ্বেগৰ গভীৰতাও নকমে। আমি খাৰংখাচ ইমানকে বুজোঁ — ব্ৰহ্মপুত্ৰ ভূভাগক আমি খণ্ডিত হ'বলৈ এৰি দিব নোৱাৰোঁ আৰু নিদিওঁ।

এই সংক্ৰান্তত আমাৰ কৰ্তব্য দুটা হ'ব পাৰে —

(১) প্ৰচাৰ আৰু সৌহাৰ্দ্যপূৰ্ণ আলোচনা আৰু বুজাবুজিৰ মাজেদি এনে পৃথক কামিতাৰ গুৰি কথা কি জানিবলৈ চেষ্টা কৰা। যিবোৰ কাৰণত পৃথককামীসকলৰ অসন্তোষ জন্মিছে আৰু অভিমান বা নিৰাশাত আঁতৰি যোৱাকে একমাত্ৰ উপায় বুলি ঠাৱৰ কৰিছে তেনে যুক্তিপূৰ্ণ তথ্যৰ ওপৰত প্ৰতিষ্ঠিত অভাৱ-অভিযোগবোৰ অলপ ত্যাগ স্বীকাৰ কৰি হ'লেও আঁতৰাবলৈ চেষ্টা কৰাটো ৰাষ্ট্ৰৰ কল্যাণ কামীলোকৰ উচিত কৰ্তব্য হ'ব।

(২) প্ৰথমোক্ত নীতি আৰু কাৰ্যপদ্ধতি বিফল হ'লে প্ৰতিবাদ আৰু অসহযোগৰ বাহিৰে গত্যন্তৰ নাথাকিব। আমি সকলোৰে একযোগে বিপৰীত কণ্ঠে ধ্বনি তুলি এই পৃথককামিতাৰ গতি ৰোধ কৰিব লাগিব। যিবোৰ অঞ্চলৰ পৰা পৃথককৰণৰ দাবী উঠিছে সেই অঞ্চলত পৃথককামীসকলেই একচেতীয়া অধিবাসী নহয়। সেইবোৰ ঠাইত সকলো সম্প্ৰদায়ৰ মানুহে খিলঞ্জীয়াকৈ বহুকালৰ পৰা বাস কৰিছে। সেইবোৰ অঞ্চলৰ

*ওপৰত দৈৱস্বত্ব কাকো কোনেও দিয়া নাই। ঐতিহাসিক হকো কাৰো ক'তো নাই, থাকিলেও সি আজিৰ যুগত অচল। এই ভূ-খণ্ডবোৰ কোন বেতনিত পৰা ঔ যে বাকী অধিবাসীবিলাকে তেওঁলোকৰ নামত বাসুদেৱায় নমঃ কৰিব? গিৰিমালাবেষ্টিত ব্ৰহ্মপুত্ৰৰ তটভূমি এক অখণ্ড, অবিভাজ্য আৰু স্বাভিমানযুক্ত ৰাজ্য হৈ ভাৰতমাতাৰ মুকুটমণি স্বৰূপে আপ্ৰলয় বৰ্তি থাকিব লাগিব।*



# ঊনচত্বাৰিংশ অধিৱেশন

## ধুবুৰী

## ৭, ৮, আৰু ৯ এপ্ৰিল, ১৯৭২

১৯৭২ চনৰ এপ্ৰিল মাহৰ ৭, ৮, আৰু ৯ তাৰিখ শুক্ৰ, শনি আৰু দেওবাৰে অসমৰ পশ্চিম সীমান্তৰ কিম্বদন্তি প্ৰসিদ্ধ নেতাই ধুবুনী ঘাটৰ ধুবুৰী নগৰীত অসম সাহিত্য সভাৰ ঊনচত্বাৰিংশ মুকলি অধিৱেশন অত্যন্ত উলহ-মালহেৰে, উৎসাহ-উদ্দীপনাৰ মাজেদি অনুষ্ঠিত কৰে। এয়া আছিল ধুবুৰীত অসম সাহিত্য সভাৰ তৃতীয় মুকলি অধিৱেশন। ইয়াৰ আগতে ১৯২৬ চনত বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত আৰু ১৯৫৬ চনত বেণুধৰ শৰ্মাৰ সভাপতিত্বত (ৰূপালী জয়ন্তী অধিৱেশন) ধুবুৰীতেই বহিছিল। এপ্ৰিলৰ ৬ তাৰিখে দুপৰৰ পৰা অসমৰ বিভিন্ন ঠাইৰ পৰা অহা প্ৰতিনিধিসকলে আৰু সাহিত্য সভাক প্ৰাণৰ বস্তু বুলি ভাবি আগ্ৰহেৰে চাবলৈ অহা সাহিত্য প্ৰেমী ৰাইজে উখল-মাখল লগাই দিলেহি। ৬ এপ্ৰিলৰ গধূলি মহকুমা পৰিষদ কাৰ্যালয়ত অসম সাহিত্য সভাৰ বিগত বছৰৰ শেষ কাৰ্যনিৰ্বাহক সমিতি স্থায়ী সভাপতি তীৰ্থনাথ শৰ্মাৰ অনুপস্থিতিত ড° মহেশ্বৰ নেওগৰ সভাপতিত্বত বহিল। সেইদিনা মাজ ৰাতিলৈকে অসমৰ বিভিন্ন ঠাইৰ পৰা অহা প্ৰতিনিধি দলক অভ্যৰ্থনা সমিতিয়ে যথাসাধ্য শুশ্ৰূষা কৰিলে। উদাহৰণস্বৰূপে যোৰহাটৰ পৰা প্ৰতিনিধিসকলক লৈ অহা বাছ এখন ৰাতি ১২ বজাত ধুবুৰী পায়। অভ্যৰ্থনা সমিতিয়ে ৰাতি ১২ বজাত পুনৰ ভাত ৰন্ধাই প্ৰতিনিধিসকলক খুৱাই-বুৱাই যথা স্থানত শুবলৈ দিয়ে। এইখনি বাছতে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বিনন্দ চন্দ্ৰ বৰুৱাও আছিল। অভ্যৰ্থনা সমিতিৰ আন্তৰিকতাত প্ৰতিনিধিসকলে বৰ সন্তোষ পালে।

৭ এপ্ৰিলৰ পুৱা বিপুল জনসমাৱেশৰ মাজত অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰি অসমৰ প্ৰখ্যাত মহিলা কবি অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী পদ্মশ্ৰী নলিনীবালা দেৱীয়ে অসম সাহিত্য সভাৰ পতাকাৰ তলত সকলো অসমবাসীকে ঐক্যবদ্ধভাৱে থিয় দিবলৈ আহ্বান জনালে। তাৰ পাছতে প্ৰদৰ্শনী উদ্বোধন কৰি ভাষণ দিলে গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৱাহৰলাল নেহৰু অধ্যাপক ড° মহেশ্বৰ নেওগে।

## বিষয়বাছনী সভা

৭ এপ্ৰিলৰ আবেলিৰ পৰা ৰাতি ১২ বজালৈকে প্ৰতিনিধিসকলৰ সভা নৱনিৰ্বাচিত সভাপতি হেম বৰুৱাৰ সভাপতিত্বত বহে। অসমৰ বিভিন্ন ঠাইৰ পৰা অহা চাৰিশ প্ৰতিনিধিয়ে সভাত যোগদান কৰে। কাছাৰ জিলাৰ পৰা ৯ জন আৰু মিকিৰ পাহাৰ জিলাৰ পৰা ৬ ন পুৰুষ আৰু মহিলা প্ৰতিনিধিও আহিছিল। মেঘালয়ৰ শ্বিলং মুকুল সংঘ আৰু ৰঙাই আঞ্চলিক সাহিত্য সভাৰ প্ৰতিনিধিয়েও যোগদান কৰিছিল। বিদায়ী সভাপতি তীৰ্থনাথ শৰ্মা, প্ৰাক্তন সভাপতি বিনন্দ চন্দ্ৰ বৰুৱা, কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকল আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি দীনেশ ৰঞ্জন সৰকাৰ, উপ-সভাপতি গৌৰি কান্ত ব্ৰহ্ম, যাদৱ নাৰায়ণ দাস, প্ৰধান সম্পাদক যতীন্দ্ৰ নাথ গোস্বামীয়ে দাঙি ধৰা সম্পাদকীয় প্ৰতিবেদনত কোৱা হয় যে প্ৰবল আৰ্থিক সংকট চলি থকা সত্ত্বেও যোৱা বছৰটোও অসম সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্যৰ দুগৰাকী কৰ্ণধাৰ পদ্মনাথ গোহাঞিবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী উৎসৱ সদৌ অসম জুৰি সফলতাৰে পাল কৰে। কহিমা, তেজপুৰ, উত্তৰ লখিমপুৰ, শিৱসাগৰ আৰু যোৰহাটত পালন কৰা গোহাঞিবৰুৱা শতবাৰ্ষিকী উৎসৱসমূহ আৰু গোলাঘাট, ঢেকীয়াল আৰু গুৱাহাটীত পালন কৰা হেমচন্দ্ৰ গোস্বামী উৎসৱসমূহ সাফল্য আৰু এই দুয়োটি উৎসৱ উপলক্ষে প্ৰকাশিত গ্ৰন্থাৱলী আৰু স্মৃতিগ্ৰন্থসমূহৰ কথা তেখেতে বিশেষভাৱে উল্লেখ কৰে। বছৰটোৰ ভিতৰতে তিনি কুৰিখনতকৈও অধিক নতুন শাখা স্থাপনে অসম সাহিত্য সভাৰ প্ৰতি জনসাধাৰণৰ বাঢ়ি অহা আগ্ৰহ আৰু সমৰ্থনৰ কথাই সূচনা কৰে বুলি প্ৰধান সম্পাদকে কয়। তেখেতে আৰু কয় যে অসম সাহিত্য সভাই প্ৰবল আৰ্থিক সংকট দূৰ কৰিবলৈ যত্নৱান হৈছে আৰু ঋণমুক্ত হোৱাৰ পথত বহুখিনি আগবাঢ়িছে। তেখেতে শাখা সভাসমূহক অধিক সক্ৰিয় হ'বলৈ আৰু সভ্যসংখ্যা বৃদ্ধি কৰিবলৈ আহ্বান জনায়।

সভাই কেইবাটিও গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰে। অসম সাহিত্য সভাৰ নিয়মাৱলীৰো কেইটিমান গুৰুত্বপূৰ্ণ সংশোধনী সভাই গ্ৰহণ কৰে। তাৰ ভিতৰত উল্লেখযোগ্য কেইটিমান হ'ল —

১) সংস্থা সভ্য (Institutional Member) "সংস্থা সভ্য" নিয়মাৱলীত নতুনকৈ যোগ দিয়া হয়। সংস্থা সভ্যৰ সংজ্ঞা — "অন্ততঃ দহ বছৰীয়া অসমীয়া পুস্তক প্ৰকাশক, নাট্যসমাজ, সত্ৰ আৰু কাৰ্যনিৰ্বাহক সমিতিৰ স্বীকৃতিমতে বছৰত ৫০.০০ (পঞ্চাশ) টকা বৰঙণি দি সংস্থা সভ্য হ'ব পাৰিব।"

২) আগৰ নিয়মাৱলী মতে সহকাৰী সম্পাদক দুজন কাৰ্যনিৰ্বাহক সমিতিয়ে নিৰ্বাচন কৰিছিল। নতুন সংশোধনী অনুযায়ী সহকাৰী সম্পাদক দুজন পোনপটীয়াভাৱে বিষয়বাছনী সভাই নিৰ্বাচন কৰিব।



৩) শাখা সভাবিলাক লগলাগি সংগঠনৰ সুবিধাৰ্থে জিলা পৰ্যায়ত বা আঞ্চলিক পৰ্যায়ত একোখনি সাহিত্য সন্মিলন পাতিব পাৰিব। — এই নিয়ম নতুনকৈ যোগ দিয়া হয়।

৪) আগৰ পৰা প্ৰচলিত ৰীতিৰ উচ্ছেদ সাধন কৰি এইবাৰৰ বিষয়ববাছনী সভাই বিষয়ববীয়াসকল আৰু কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকলৰ নিৰ্বাচনৰ ক্ষেত্ৰত এটি নতুন নিয়ম প্ৰৱৰ্তন কৰে। এইটো ধুবুৰী অধিৱেশনৰ বিশেষত্ব বুলি ক'ব পাৰি। সভাই হৰেশ্বৰ গোস্বামীক নিৰ্বাচনী বিষয়া নিযুক্ত কৰে আৰু সভাপতিৰ বাহিৰে প্ৰতিটো বিষয়বাব আৰু কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য নিৰ্বাচনৰ প্ৰস্তাৱ আহ্বান কৰা হয়। সভাপতি ইতিমধ্যেই শাখা সভাসমূহৰ দ্বাৰা নিৰ্বাচিত হৈছিল। ৮ এপ্ৰিল তাৰিখে গধূলি নিৰ্বাচনী বিষয়াই প্ৰাৰ্থীসকলৰ নাম ঘোষণা কৰাত ভালেকেইজন প্ৰাৰ্থীয়ে নিজ নিজ নাম প্ৰত্যাহাৰ কৰে যদিও শেষত প্ৰতিটো পদবীতে একাধিক প্ৰাৰ্থী থকাত আৰু কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকলৰ কাৰণেও বহুতো নাম থকাত গোপন ভোট গ্ৰহণ কৰি বিষয়ববীয়া আৰু কাৰ্যনিৰ্বাহক সদস্যসকল নিৰ্বাচিত কৰা হয়।

## বুৰঞ্জী সন্মিলন

সিদিনাখনেই পুৱা ৯ বজাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ মুখ্য অধ্যা পক ড° হেৰম্বকান্ত বৰপূজাৰীৰ সভাপতিত্বত 'বুৰঞ্জী সন্মিলন' আৰম্ভ হয়। এই শাখাৰ আহ্বায়ক বঙ্কিম চন্দ্ৰ চক্ৰৱৰ্তীয়ে আলোচ্য বিষয় 'অসমৰ পশ্চিম অঞ্চল বুৰঞ্জী' সভাত উত্থাপন কৰে। শিৱানন্দ শৰ্মাই এটি সুদীৰ্ঘ তথ্যগধুৰ প্ৰবন্ধত দ্বাদশ শতিকাৰ পৰা অসমৰ পশ্চিম অঞ্চলৰ বুৰঞ্জীমূলক তথ্যসমূহৰ এটি তুলনামূলক আলোচনা দাঙি ধৰে। লোকসভাৰ সদস্য বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে কয় যে, পুৰাণত ভাৰতীয় জাতীয়ত্বৰ কথা উল্লেখ আছে। ভাৰতৰ বিভিন্ন ভাষাত থকা গ্ৰন্থসমূহত কামৰূপ ৰাজ্যৰ বুৰঞ্জীৰ তথ্য সিঁচৰতি হৈ আছে। সেয়েহে অসমৰ প্ৰাচীন বুৰঞ্জীৰ সম্যক অধ্যয়নৰ বাবে ভাৰতৰ বিভিন্ন ভাষাসমূহ জনাৰ প্ৰয়োজন হয়। আলোচনাত অংশ গ্ৰহণ কৰি ড০ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যই কয় যে অসমৰ সম্পূৰ্ণ বুৰঞ্জী ৰচনা কৰা উপযুক্ত গৱেষণাৰ বাবে অসম চৰকাৰ তথা ভাৰত চৰকাৰৰ সহযোগত গৱেষণাকেন্দ্ৰ গঢ়ি উঠিব লাগে। অম্বিকা চৰণ চৰকাৰেও এটি চমু তথ্যপূৰ্ণ বক্তৃতা দিয়ে আৰু সোণাৰাম দত্তই দুআষাৰ কয়। হেৰম্ব বৰদলৈয়ে অসমৰ প্ৰাচীন কীৰ্তিসমূহ উপযুক্ত ৰক্ষণাবেক্ষণ নথকাত আক্ষেপ প্ৰকাশ কৰে। প্ৰফুল্ল চন্দ্ৰ দত্তই কয় যে বুৰঞ্জী শাখাই মঠ-মন্দিৰ আৰু প্ৰাচীন কীৰ্তিচিহ্নসমূহৰ বিষয়ে পুস্তিকা প্ৰকাশ কৰিব লাগে। 'জয়মতী কাহিনী'ৰ অবিকৃত তথ্য আজিও প্ৰকাশ নোহোৱাটো আক্ষেপৰ কথা। লাচিত বৰফুকন সম্পৰ্কেও বহু তথ্য এতিয়াও অপ্ৰকাশিত হৈ আছে। সভাপতি ড০ বৰপূজাৰীয়ে পাঠ কৰা ভাষণত

অসম বুৰঞ্জীৰ এটি তথ্যবহুল চিত্ৰ দাঙি ধৰে। গৱেষণা আৰু চৰ্চাৰ বাবে তেখেতে সকলোকে আহ্বান জনায়।

## কবি সন্মিলন

বুৰঞ্জী সন্মিলনৰ পাছতে পণ্ডিত বৈকুণ্ঠনাথ তৰ্কতীৰ্থৰ সভাপতিত্বত কবি সন্মিলন আৰম্ভ হয়। ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱাই কবি সন্মিলন উদ্বোধন কৰি ইয়াৰ সৰ্বময় সাফল্য কামনা কৰে। বয়োবৃদ্ধ কবি শ্ৰীৰাম চন্দ্ৰ দাসে আবৃত্তি কৰা 'দেউতা এমুঠি ভাত দিয়া' কবিতাটিত এমুঠি অন্নৰ বাবে হাহাকাৰ কৰি থকা দৰিদ্ৰ জনসাধাৰণৰ মৰ্মান্তিক বেদনাৰ প্ৰতি লক্ষ্য কৰি সাহিত্য সভাৰ দৰে বিৰাট সন্মিলনত যাতে অন্নৰ অপচয় নহয় তাৰ প্ৰতি সকলোলৈকে আহ্বান জনায়। তিনিটি উল্লেখযোগ্য স্বৰচিত কবিতা আবৃত্তি কৰে পৰেশমল্ল বৰুৱা, নাৰায়ণ বেজবৰুৱা আৰু অৱনীন্দ্ৰ চন্দ্ৰ বৰাই। প্ৰায় কুৰি-পঁচিশ গৰাকী কবিয়ে কবিতা আবৃত্তি কৰিলে যদিও সময়ৰ অভাৱত ভালেমান ইচ্ছুক কবি কবিতা আবৃত্তিৰ পৰা বিৰত হ'ব লগা হয়। হেমন্ত কুমাৰ আৰু দুৰ্গেশ্বৰ শৰ্মাই বিশিষ্ট বক্তা হিচাপে সময়ৰ অভাৱত অতি চমুকৈ কবিতাৰ ধৰ্ম সম্পৰ্কে আলোচনা কৰে। সভপতি তৰ্কতীৰ্থদেৱে তেখেতৰ পাণ্ডিত্যপূৰ্ণ ভাষণত বৈদিক যুগৰ পৰা ধৰি ভাৰতীয় কবিতাৰ পৰম্পৰা সম্পৰ্কে আলোচনা কৰে।

## মুকলি অধিৱেশন

৮ এপ্ৰিলৰ দুপৰীয়া এটি আকৰ্ষণীয় শোভাযাত্ৰাৰে নৱনিৰ্বাচিত সভাপতি হেম বৰুৱাক সভাকক্ষলৈ আগবঢ়াই অনা হয়। দুই বজাত অসম সাহিত্য সভাৰ ৩৯ তম মুকলি অধিৱেশন আৰম্ভ হয় 'চিৰ চেনেহী মোৰ ভাষা জননী' গতিটিৰে। বিদায়ী সভাপতি তীৰ্থনাথ শৰ্মাই নৱনিৰ্বাচিত সভাপতি হেম বৰুৱাক বৰণ কৰি সভাপতিৰ আসনত বহুৱায়। এটি শোক প্ৰস্তাৱ গ্ৰহণ কৰাৰ পাছত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীয়ে মূল সভা উদ্বোধন কৰি অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ বিশিষ্ট অৱদানৰ কথা সোঁৱৰে।

প্ৰধান সম্পাদকে তলত নাম দিয়া বিশিষ্ট ব্যক্তিসকলৰ পৰা অহা শুভেচ্ছা বাণীসমূহ পাঠ কৰে।

১) ভাৰতৰ জাতীয় অধ্যাপক ড° সুনীতি কুমাৰ চট্টোপাধ্যায়, (২) উৰিষ্যাৰ বিখ্যাত সাহিত্যিক কালিন্দী চৰণ পাণিগ্ৰাহী, (৩) বংগদেশৰ বিখ্যাত সংস্কৃতিবিদ মনোজ বসু, (৪) সাহিত্য অকাদেমিৰ সচিব ড° প্ৰভাকৰ মাছৱে, (৫) হায়দৰাবাদৰ ইনায়েৎ উল্লা খান, (৬) লোকসভাৰ অধ্যক্ষ ড° জি.এছ. ধীলন, (৭) পুনা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ড° বি.পি. আপ্তে, (৮) ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ (ব্যক্তিগত সচিব যোগে), (৯) মেঘালয়ৰ মুখ্যমন্ত্ৰী উইলিয়মচন চাংমা (ব্যক্তিগত সচিব যোগে), (১০) কেন্দ্ৰীয় মন্ত্ৰী মইনুল হক চৌধুৰী, (১১) অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অতুল চন্দ্ৰ হাজৰিকা, (১২) অসম মন্ত্ৰী সভাৰ পৰমানন্দ গগৈ আৰু (১৩) উত্তম চন্দ্ৰ ব্ৰহ্মা, (১৪) নামৰূপ সাৰকাৰখানাৰ জেনেৰেল মেনেজাৰ এ. কে. মিত্ৰ, (১৫) ভাৰতীয় চাহ পৰিষদৰ অসম শাখাৰ সভাপতি এম.কে. কাৰ্টনা, (১৬) প্ৰফুল্ল চন্দ্ৰ বৰুৱা (শিৱসাগৰ), (১৭) অসম সাহিত্য সভাৰ আজীৱন সভ্যসকল, (১৮) দুলাল বৰুৱা, এম.এল.এ., (১৯) ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, (২০) অতুল বৰুৱা, (২১) অসম সাহিত্য সভাৰ বিশিষ্ট কৰ্মী (শিলচৰ), কবিৰাজ হৰেশ চন্দ্ৰ ভট্টাচাৰ্য, (২২) অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক নগেন শইকীয়া।

অভ্যৰ্থনা সমিতিৰ সভাপতি দীনেশ ৰঞ্জন সৰকাৰে পাঠ কৰা ভাষণে সমৱেত বিপুল জনতাক উৎসাহিত আৰু উৎফুল্লিত কৰা দেখা গৈছিল। প্ৰধান সম্পাদক যতীন্দ্ৰ নাথ গোস্বামীয়ে ইতিমধ্যে বিষয় বাছনী সভাত গৃহীত হোৱা সম্পাদকীয় প্ৰতিবেদন পাঠ কৰে। হেম বৰুৱাই সভাপতিৰ ভাষণত সাহিত্য মৌলিক তথ্যসমূহৰ চমু ব্যাখ্যা দিয়ে আৰু সেইসময়ৰ অসমীয়া সাহিত্যৰ স্বৰূপ চমুকৈ দাঙি ধৰে। সভাপতিৰ শাৰীৰিক দুৰ্বলতাৰ বাবে ভাষণটিৰ শেষাংশ পাঠ কৰে চন্দ্ৰধৰ গোস্বামীয়ে।



## আলোচনা-চক্ৰ

৯ এপ্ৰিল দেওবাৰে পুৱা ৯ বজাত জননেতা আৰু সাহিত্য প্ৰেমী খনীন্দ্ৰ চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত আলোচনাচক্ৰ আৰম্ভ হয়। আৰম্ভণি গীতৰ পাছত আহ্বায়ক দেবেন্দ্ৰ নাথ শৰ্মাই আলোচ্য বিষয় বস্তু "পশ্চিম অসমৰ ভাষা আৰু সাহিত্য" আৰু নিমন্ত্ৰিত বক্তাসকলৰ পৰিচয় সমৱেত ৰাইজৰ আগত দাঙি ধৰে। সভাপতি বৰুৱাই তেখেতৰ লিখিত ভাষণত ব্যক্তিগত অভিজ্ঞতাৰ পটভূমিত আৰু পণ্ডিতসকলৰ মন্তব্যৰ আধাৰত পশ্চিম অসমৰ ভাষা আৰু সাহিত্যৰ চমুকৈ বিশ্লেষণ কৰি অংশ গ্ৰহণকাৰীসকল সবিশেষ আলোচনাৰ বাবে অনুৰোধ জনায়। অম্বিকা চৰণ চৰকাৰে আলোচনাৰ বিষয়বস্তু আৰু মানদণ্ডৰ বিষয়ে কেতবোৰ নীতিগত প্ৰশ্নৰ উত্থাপন কৰি পশ্চিম অসমৰ প্ৰাচীন কামৰূপী বা ৰাজবংশী ভাষা আৰু সংশ্লিষ্ট সাহিত্যৰ পটভূমি আৰু বৈশিষ্ট্য উদাহৰণেৰে দাঙি ধৰে। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই পশ্চিম অসমৰ গোৱালপাৰাৰ ৰাজবংশী উপভাষা, বিদেশী আৰু দেশী পণ্ডিতৰ সংগৃহীত নিৰ্দশন আৰু মন্তব্যৰ আধাৰত আলোচনা কৰি কেইটামান ধ্বনিমূলক, ৰূপতাত্ত্বিক, শব্দগত আৰু বাক্যগত উদাহৰণ দাঙি ধৰে। প্ৰসংগক্ৰমে অসমীয়া ভাষাৰ উপাদান স্বৰূপে ৰাজবংশী, বড়ো, গাৰো, ৰাভা, হাজং, কাছাৰ জিলাৰ লোকসকলৰ ভাষা-উপভাষাৰ

বৰঙণি স্বীকাৰ্য বুলি ঘোষণা কৰে। অধ্যক্ষ ৰুক্মিণী ৰায়ে সভাপতিৰ বিশেষ আমন্ত্ৰণক্ৰমে ৰাজবংশী ভাষাতে ভাষণ দি পশ্চিম অসমৰ কথিত ভাষাৰ আংশিক হ'লেও নিদৰ্শন দাঙি ধৰে। ড° গোলোক চন্দ্ৰ গোস্বামীয়ে অসমীয়া ভাষাৰ ক্ৰম বিকাশত নামনি অসমৰ পুৰণি উপভাষাই লিখিত মাধ্যম ৰূপে যোগোৱা বৰঙণি, আহোম যুগৰ পৰৱৰ্তী মিছনেৰী যুগুত উজনি অসমৰ কথিত উপ-ভাষাক কেন্দ্ৰ কৰি বৰ্তমান যুগত চলি থকা মান্যভাষা গোৱালপাৰাৰ ৰাজবংশী, ৰাভা আদি কথিত উপ-ভাষা আৰু কামৰূপৰ উপভাষাসমূহৰ বৈজ্ঞানিক আৰু ভাষাতাত্ত্বিক বৈশিষ্ট্যৰ কথা উল্লেখ কৰে। অমল ৰাজখোৱাই পশ্চিম অসমৰ বিশেষকৈ কোচবিহাৰ আৰু কমতাপূৰক কেন্দ্ৰ কৰি বৈষ্ণৱ আৰু প্ৰাক্‌বৈষ্ণৱ সাহিত্যৰ পটভূমি, ইতিবৃত্ত আৰু অৱস্থাৰ আভাস দিয়ে।

আলোচনাত অংশ গ্ৰহণ কৰি অসমৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই পশ্চিম অসমৰ ভাষা আৰু সাহিত্যৰ বাবে এনে আলোচনচক্ৰ পতাৰ বাবে আনন্দ প্ৰকাশ কৰি লুইতৰ দুপাৰে শদিয়াৰ পৰা ধুবুৰীলৈ ভাষাগত পাৰ্থক্য লক্ষ্য কৰিবলৈ সাহিত্যিক আৰু ভাষাবিদসকলক অনুৰোধ জনায়। গোৱালপাৰাৰ চম্পাৱতী নদীৰ পূৱে অসমীয়া শ, ষ, স, ৰ উচ্চাৰণ স হৈ আছে আৰু চম্পাৱতীৰ পশ্চিমেহে ছ হৈছে। বৈজ্ঞানিক দৃষ্টিৰে আৰু সাহিত্যিক সাংস্কৃতিক মাধ্যমেৰে অসমৰ ভাষা-সংস্কৃতিৰ উদ্‌ঘাটন, চৰ্চা আৰু বিশ্লেষণ কৰিবলৈ সুধী সমাজলৈ মুখ্যমন্ত্ৰীয়ে আহ্বান জনায়। মন্তব্যত সভাপতিয়ে আলোচ্য বিষয় বস্তুৰ প্ৰয়োজনীয়তা বিশ্লেষণ কৰি এয়া তাৰেই সূচনা বুলি কয় আৰু অভ্যৰ্থনা সমিতিৰ হৈ অৰ্থসচিব উমাপতি শৰ্মাই সকলোলৈকে ধন্যবাদ জ্ঞাপন কৰে। ধুবুৰী অধিৱেশনৰ আলোচনা চক্ৰটি উন্নত পৰ্যায়ৰ আৰু ফলপ্ৰসু হৈছিল বুলি সমবেত ৰাইজৰ মুখে মুখে শুনা যায়।

## দ্বিতীয় মুকলি অধিৱেশন

৯ এপ্ৰিল দেওবাৰে আবেলি ২ বজাৰ পৰা দ্বিতীয় দিনৰ মুকলি সভা হেম বৰুৱাৰ সভাপতিত্বত বহে। সভাত বিশিষ্ট অতিথি হিচাপে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ৯২ বছৰীয়া জননায়ক বাগ্মীবৰ নীলমণি ফুকনে তেজোদ্দীপ্ত ভাষণেৰে অসমবাসী ৰাইজৰ মাজত ঐক্য আৰু সাংস্কৃতিক সংহতিৰ প্ৰতি আহ্বান জনায়। ফুকনে অসমীয়া ভাষা-সাহিত্যৰ একান্ত সেৱক 'সীমান্ত প্ৰহৰী' প্ৰমথনাথ চক্ৰৱৰ্তীৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা জনায় আৰু এইবাৰৰ অভ্যৰ্থনা সমিতিৰ সভাপতি দীনেশ ৰঞ্জন সৰকাৰক (এখেতেই ১৯৫৬ চনৰ ৰূপালী জয়ন্তী অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক আছিল) 'সীমান্ত কেশৰী' উপাধিৰে বিভূষিত কৰে।

বিশিষ্ট অতিথি হিচাপে ভাষণ দি মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহই কয় যে



ৰাজনৈতিকভাৱে বিভক্ত হ'লেও ওচৰ-চুবুৰীয়া ৰাজ্যসমূহৰ মাজত ভাষা-সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰত সংহতি স্থাপন হোৱাটো বাঞ্ছনীয়। অসমৰ বহিৰ্ৰলৈ যোৱা ৰাজ্য খণ্ডবিলাকৰ লগত অসমৰ এনে ধৰণৰ সাংস্কৃতিক সম্বন্ধ অটুত থকাটো আশা কৰিব পাৰি। শিক্ষামন্ত্ৰী হৰেন্দ্ৰনাথ তালুকদাৰেও সভাত এষাৰ কয়।

## সম্বৰ্ধনা আৰু বঁটা বিতৰণ

প্ৰবীণ ৰাজনীতিজ্ঞ, সুসাহিত্যিক আৰু সাংবাদিক অমিয় কুমাৰ দাসক সম্বৰ্ধনা জনাই বিদায়ী সভাপতি তীৰ্থনাথ শৰ্মাই এষাৰ কয়। প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামীয়ে এখনি অভিনন্দন পত্ৰ পাঠ কৰি দাসক সম্বৰ্ধনা জনায়। প্ৰত্যুত্তৰত দাসে অসম সাহিত্য সভাৰ যোগেদি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সাৰ্থক সেৱা কামনা কৰে।

সভাত প্ৰফুল্লচন্দ্ৰ বৰুৱাক তেওঁৰ 'মেও মহাৰাজ' গ্ৰন্থৰ বাবে প্ৰেমধৰ দত্ত সোঁৱৰণী শিশু সাহিত্য বঁটা, হিমেন্দ্ৰকুমাৰ বৰঠাকুৰক 'বাঘ' নাটকৰ বাবে ডিগবৈ সাহিত্য সোৱা সমিতিৰ বঁটা, দীনেশচন্দ্ৰ গোস্বামীক তেওঁৰ 'আকাশ ৰহস্য' গ্ৰন্থখনিৰ বাবে গোপাল চন্দ্ৰ গোস্বামী বঁটা আৰু অৰুণাচলৰ ছাত্ৰ চৌকেদাৰ গোহাঁইক তেওঁৰ ৰচনাৰ বাবে হৰিহৰ চৌধুৰী বঁটা দিয়া হয়। সভাত প্ৰাক্তন সভানেত্ৰী নলিনীবালা দেৱী আৰু প্ৰাক্তন সভাপতি বিনন্দ চন্দ্ৰ বৰুৱাই সমজুৱাৰ ফালৰ পৰা একো আষাৰ কয়। সভাত চাৰিটি প্ৰস্তাৱ গৃহীত হয় আৰু নতুন বিষয়ববীয়া আৰু কাৰ্যনিৰ্বাহক সমিতিৰ নাম ঘোষণা কৰা হয়। অহা বছৰৰ বাবে সভাই ৰঙিয়া আলোচনী সভাৰ নিমন্ত্ৰণ গ্ৰহণ কৰে। অভ্যৰ্থনা সমিতিৰ তৰফৰ পৰা উপ-সভাপতি গৌৰীকান্ত ব্ৰহ্মাই আৰু প্ৰতিনিধিসকলৰ ফালৰ পৰা প্ৰফুল্ল চন্দ্ৰ দত্তই শলাগৰ শৰাই আগবঢ়ায়।

## সাংস্কৃতিক সন্মিলন

সন্মিলনৰ প্ৰথম দিনা ৰাতি বিচিত্ৰানুষ্ঠান আৰু ২য় আৰু ৩য় দিনৰ ৰাতি সাংস্কৃতিক সন্মিলন অনুষ্ঠিত হয়। সাংস্কৃতিক সন্মিলন উদ্বোধন কৰি ড° অন্নদাচৰণ দাসে থলুৱা সংস্কৃতিৰ মহত্ব ব্যাখ্যা কৰে আৰু ইয়াৰ সম্যক চৰ্চা আৰু উৎকৰ্ষ সাধনৰ বাবে সমৱেত বিৰাট জনতালৈ আহ্বান জনায়।

## বিশেষত্ব

ধুবুৰী অধিবেশনৰ মূল সভামণ্ডপত, সীমান্ত কেশৰী প্ৰমথনাথ চক্ৰৱৰ্তীৰ পুণ্য সোঁৱৰণত 'প্ৰমথ-নগৰ' নামকৰণ কৰা হৈছিল। ইয়াৰ বাহিৰেও বিশিষ্ট ভাষা-সাহিত্যৰে পূজাৰীসকল ৰূপনাথ ব্ৰহ্মা, অমৃতভূষণ দেৱ অধিকাৰী আৰু প্ৰমথেশ বৰুৱাৰ নামত

একোটিকৈ তোৰণ নিৰ্মাণ কৰা হৈছিল। ছত্ৰশালৰ মন্দিৰৰ আৰ্হিত নিৰ্মিত মূল সভামণ্ডপৰ তোৰণখনে দৰ্শকসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল। দ্বিতীয় দিনৰ মূল সভাত প্ৰমথনাথ চক্ৰৱৰ্তীৰ বয়োবৃদ্ধা পত্নী সাবিত্ৰী দেৱী উপস্থিত আছিল। প্ৰতিনিধিসকলৰ বহুতেই চক্ৰৱৰ্তীৰ ঘৰলৈ গৈ আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰা দেখা গৈছিল।

শিৱানন্দ শৰ্মাৰ সম্পাদনাত অভ্যৰ্থনা সমিতিয়ে এখনি উন্নত স্তৰৰ স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। অন্যান্য মূল্যৱান প্ৰবন্ধৰ উপৰি গোৱালপৰীয়া সংস্কৃতিৰ উন্নত আলোচনাই স্মৃতিগ্ৰন্থখনিৰ মূল্য বৃদ্ধিত সহায় কৰিছে।

ধুবুৰী অধিৱেশনৰ দিনকেইটিত অসমৰ বহু ঠাইত ধাৰাষাৰ বৰষুণ দিয়া সত্ত্বেও ধুবুৰীত এই তিনিও দিন এটোপাল বৰষুণো নথকাত সমৱেত বিৰাট জনতা, প্ৰতিনিধিসকল আৰু অভ্যৰ্থনা সমিতিয়ে স্বচ্ছন্দতা অনুভৱ কৰিছিল। শেষৰ দিনা ৰাতি ১২ মান বজাত সাংস্কৃতিক সন্মিলন চলি থাকোঁতেই ধাৰাষাৰ বৰষুণ দিছিল যদিও এই বৰষুণে সন্মিলনৰ সাফল্যত বাধা প্ৰদান কৰা নাছিল। বাৰিষাৰ সমাগমৰ লগে লগে শাক-পাচলি, মাছ আদিৰ প্ৰাচুৰ্য হ্ৰাস পোৱাত আৰু মূল্য বৃদ্ধি হোৱাত অভ্যৰ্থনা সমিতি নিশ্চয় কিছু অসুবিধাৰ সন্মুখীন হৈছিল। তথাপি অভ্যৰ্থনা সমিতিৰ আশাশুধীয়া যত্নৰ ফলত প্ৰতিনিধিসকলক যি অভ্যৰ্থনা দেখুৱালে তাৰ উচ্চ প্ৰশংসা প্ৰতিনিধিসকলৰ মুখে মুখে শুনা গৈছিল। অধিৱেশনত স্থানীয় ভিন্ন ভাষাভাষী ভদ্ৰলোক, ভদ্ৰমহিলাসকলৰ সহযোগিতা। বিশেষভাৱে প্ৰশংসনীয়। ভোজনালয়ৰ স্বেচ্ছাসেৱিকা হিচাপে বিশেষকৈ বঙালী ভদ্ৰমহিলাসকলক পাই তেওঁলোকৰ এনে আশাশুধীয়া সহযোগিতাত প্ৰতিনিধিসকল মুগ্ধ হৈছিল। নেতাই ধুবুনীৰ ঘাট, গদাধৰ আৰু ব্ৰহ্মপুত্ৰৰ সংগমস্থল, গৌৰীপুৰৰ ৰাজকাৰেং, শিখ ধৰ্মগুৰু তেজবাহাদুৰ স্থাপিত শিখ মন্দিৰ, ধুবুৰীৰ বিখ্যাত জুইশলা কাৰখানা, পাঁচ পীড়ৰ দৰগাহ আদি চাবলৈ বহুতো দৰ্শকে উচপিচ লগাইছিল।

ধুবুৰী অধিৱেশনৰ সৰ্বময় সাফল্যই অসম সাহিত্য সভাক আৰু এটি খোজ নিৰ্বিবাদে আগবঢ়াই নিলে।

## অসম সাহিত্য সভাৰ ঊনচত্বাৰিংশ অধিবেশনত গৃহীত প্ৰস্তাৱসমূহ

*১নং প্ৰস্তাৱ ঃ "অসমৰ শাসকীয় ভাষাস্বৰূপে অসমীয়া ভাষা প্ৰযোজ্য অঞ্চলত অসমৰ বিশ্ববিদ্যালয়সমূহৰ অন্তৰ্গত কলেজসমূহত শিক্ষাৰ মাধ্যম একমাত্ৰ অসমীয়া হ'ব লাগে। অসম চৰকাৰ আৰু বিশ্ববিদ্যালয়সমূহৰ কৰ্তৃপক্ষক অনতিপলমে উক্ত বিষয়ত ব্যৱস্থা ল'বলৈ টানি অনুৰোধ কৰা হওক।"*

*প্ৰস্তাৱক ঃ অম্বিকাচৰণ সৰকাৰ (বঙাইগাঁও সাহিত্য সভা)*

*সমৰ্থক ঃ পুষ্পধৰ চাংমাই (খোৱাং সাহিত্য সভা)*



*২নং প্ৰস্তাৱ ঃ "যিহেতু দেশৰ অৰ্থনৈতিক জীৱন সাহিত্য-সাংস্কৃতিৰ মূল ভিত্তি দিনক দিনে বৃদ্ধি পোৱা আমাৰ থলুৱা লোকৰ নিবনুৱা সমস্যা সমাধানাৰ্থে কেন্দ্ৰীয় চৰকাৰৰ অধীনত থকা অসম ৰাজ্যৰ অন্তৰ্গত সকলো বিভাগতে বিশেষকৈ ৰে'ল বিভাগ, ডাক-তাঁৰ বিভাগ, তেল, সাৰ, গেচ কোম্পানী বিভাগত থলুৱা অসমীয়া নিবনুৱাক শতকৰা আশী ভাগ খালি পদত মকৰল কৰিবলৈ সংশ্লিষ্ঠ কৰ্তৃপক্ষক দাবী জনোৱা হওক।"*

*প্ৰস্তাৱক ঃ নৰেন্দ্ৰ নাথ শৰ্মা (সবিতা সভা)*

*সমৰ্থক ঃ হৰেশ্বৰ নেওগ (কমলাবাৰী সাহিত্য সভা)*

*৩নং প্ৰস্তাৱ ঃ "১৯৬৯ চনৰ জুলাই মাহত অসম চৰকাৰে কেইজনমান কবি-সাহিত্যিকক পেঞ্চন দিয়া হৈছে বুলি ঘোষণা কৰাৰ পৰা আজিলৈকে প্ৰায় তিনিবছৰ দিনে চৰকাৰী সিদ্ধান্ত কাৰ্যকৰী নেহোৱা বাবে অসম সাহিত্য সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে। ভাষা সাহিত্যৰ পূজাৰী গুণী লোকসকলক সমাজবাদী ৰাষ্ট্ৰই এনেদৰে অবজ্ঞা কৰা বাবে অসমৰ ৰাইজ বিতুষ্ট হৈছে আৰু কাকতে-পত্ৰই এই সম্পৰ্কে ৰাইজৰ বিক্ষোভ প্ৰকাশ হৈ আছে। এনে অৱস্থাত চৰকাৰ নিমাত হৈ থকাৰ বাবে অসম সাহিত্য সভাই মুখ্যমন্ত্ৰী ডাঙৰীয়াক বিশেষ অনুৰোধ কৰে যাতে ঘোষণা কৰা দিনৰ পৰা বাকী থকা পেন্সনসহ চৰকাৰে যেন প্ৰতিশ্ৰুতি ৰক্ষা কৰে। লগতে অধিক সংখ্যক গুণী সাহিত্যিকসকলক সাহিত্যিক পেঞ্চন দিবলৈ চৰকাৰে কাৰ্যকৰী পন্থা হাতত ল'বলৈ অসম সাহিত্য সভাই চৰকাৰক টানি অনুৰোধ জনায়।"*

*প্ৰস্তাৱক ঃ পুষ্পকান্ত খাউণ্ড (কলিয়াবৰ সাহিত্য সভা)*

*সমৰ্থক ঃ গজেন চহৰীয়া (মঙলদৈ সাহিত্য সভা)*

*৪নং প্ৰস্তাৱ ঃ "উচ্চ আৰু উচ্চ মাধ্যমিক বিদ্যালয়সমূহৰ শিক্ষাৰ মাধ্যম অসমীয়া হোৱা সত্ত্বেও পৰীক্ষাবিলাকৰ প্ৰশ্ন কাকতবোৰ আজিপৰিমিত একমাত্ৰ ইংৰাজীতে হৈ আছে। অসম সাহিত্য সভাৰ ঊনচত্বাৰিংশ সন্মিলনে উক্ত পৰীক্ষাসমূহৰ প্ৰশ্ন কাকত অনতিপলমে ইংৰাজী আৰু অসমীয়া দুই ভাষাত ছপাবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষক অনুৰোধ জনায়।"*

*প্ৰস্তাৱক ঃ প্ৰফুল্ল চন্দ্ৰ দত্ত (নাজিৰা সাহিত্য সভা)*

*সমৰ্থক ঃ দীনেশ্বৰ তাছা (যোৰহাট গড়মূৰ সাহিত্য সভা)*

**১৯৭২-৭৩ চনৰ অসম সাহিত্য সভাৰ নৱ-গঠিত কাৰ্যনিৰ্বাহক সমিতিৰ সভ্যসকল —**

| | | |
|---|---|---|
| সভাপতি | - | হেম বৰুৱা |
| উপ-সভাপতি | - | ড° মহেশ্বৰ নেওগ |
| প্ৰধান সম্পাদক | - | যতীন্দ্ৰ নাথ গোস্বামী |

কোষাধ্যক্ষ - ৰমা বৰঠাকুৰ
পত্ৰিকা সম্পাদক - পৰমেশমল্ল বৰুৱা
সহঃ সম্পাদক (যোৰহাট) - ডিম্বেশ্বৰ শৰ্মা
সহঃ সম্পাদক (গুৱাহাটী) - প্ৰসন্নৰাম দাস

সভ্যসকল ঃ চাথী তেৰনপী (মিকিৰ পাহাৰ), বিপিন ৰাজবংশী (কাছাৰ), চফিয়ুৰ ৰহমান (গাৰোপাহাৰ), শিৱানন্দ শৰ্মা (গোৱালপাৰা), ফণীন্দ্ৰ নাথ ব্ৰহ্ম (গোৱালপাৰা), অম্বিকাচৰণ সৰকাৰ (গোৱালপাৰা), অমিয়া চক্ৰৱৰ্তী (দৰং), চন্দ্ৰধৰ গোস্বামী (নগাঁও), ভগৱান মৰল (কামৰূপ), অৱনীন্দ্ৰ চন্দ্ৰ বৰা (কামৰূপ), শ্ৰীমান চক্ৰৱৰ্তী (কামৰূপ), ব্ৰজপতি মহন্ত (কামৰূপ)।

স্বাঃ হেম বৰুৱা
৯।৪।৭১
সভাপতি
অসম সাহিত্য সভা
ঊনচত্বাৰিংশ সন্মিলন

## অভিনন্দন-পত্ৰ

### প্ৰবীণ সাংবাদিক, সাহিত্যসেৱী আৰু দেশসেৱক অমিয় কুমাৰ দাস ডাঙৰীয়াৰ কৰকমলেষু

শ্ৰদ্ধেয় দাস ডাঙৰীয়া,

অসম সংবাদ, সাহিত্য আৰু ৰাজনৈতিক জীৱনলৈ আপুনি স্বাৰ্থহীন আৰু ক্লান্তিহীনভাৱে আগবঢ়াই অহা বৰঙণিৰ কথা সুঁৱৰি, অসম সাহিত্য সভাই, পুৰাণ-প্ৰসিদ্ধ ধুবুৰীত বহা এই অনুষ্ঠানৰ ঊনচত্বাৰিংশ সন্মিলনত আপোনাক অভিনন্দিত কৰাৰ সুযোগ লাভ কৰি পৰম আনন্দ লাভ কৰিছে।

সাহিত্যৰথী বেজবৰুৱা প্ৰমুখ্যে আধুনিক অসমীয়া ভাষা-সাহিত্য-সাংস্কৃতিৰ নৱজাগৰণৰ উদগাতাসকলৰ সান্নিধ্যই, স্বাধীনতা আন্দোলনৰ অগ্ৰগণী যুঁজাৰু, স্মৰণীয় অসমীয়া ব্যক্তিসকলৰ সাহচৰ্যই আৰু সৰাৱো উপৰি মহাত্মা গান্ধীৰ আদৰ্শই আপোনাৰ প্ৰাণত যি সাধনা, সেৱা আৰু ত্যাগৰ শিখা জ্বলাই দিলে, সেই শিখা আজিও অনিৰ্বাপিত।

বেজবৰুৱা 'বাঁহী'-ৰ সম্পাদনাৰ আঁত ধৰাৰে পৰা 'বাঁহী' সম্পাদনা কৰালৈকে আৰু তাৰ পিছতো বৰ্তমানলৈকে প্ৰত্যক্ষ বা অপ্ৰত্যক্ষভাৱে অসমীয়া সংবাদ-পত্ৰৰ লগত আজীৱন জড়িত থাকি, আপুনি অসমীয়া সাহিত্য আৰু সংবাদ-পত্ৰলৈ মূল্যৱান অৰিহণা যোগাই আহিছে।



অসমীয়া ভাষাত মহাত্মা গান্ধীৰ জীৱনী আৰু আদৰ্শ প্ৰচাৰ কৰি, গান্ধীজীৰ প্ৰতি আৰু গান্ধীজীৰ আদৰ্শৰ প্ৰতি থকা আপোনাৰ অবিচল আস্থা আৰু বিশ্বাসকে কেৱল প্ৰকাশ কৰা নাই, অসমীয়া ভাষাত যথাৰ্থতে আপুনিয়েই 'গান্ধী-সাহিত্য'ৰ এখনি যুগমীয়া আসনো প্ৰতিষ্ঠা কৰিলে। আমি অতিশয় আনন্দেৰে লক্ষ্য কৰিছোঁ যে আপুনি প্ৰয়োজন বুজি অসমীয়া সাহিত্যলৈ মূল্যৱান প্ৰবন্ধসম্ভাৰ আগবঢ়াই আহিছে। অসমৰ শিল্প-সাহিত্য আৰু ৰাজনীতিত দৰং জিলাৰ স্মৰণীয় অৱদানৰ পৰম্পৰা আপোনাৰ ব্যক্তিত্বৰ মাজেৰে অসমে গৌৰৱেৰে অনুভৱ কৰে। আপোনাৰ এই সাধনাৰ প্ৰতি আমাৰ শ্ৰদ্ধাঞ্জলি গ্ৰহণ কৰক।

নিৰলস দেশ সেৱক দাস ডাঙৰীয়া,

গান্ধীজীৰ নেতৃত্বত গঢ়ি উঠা অসহযোগ আন্দোলনত যোগ দি, ভাৰতৰ মুক্তি সংগ্ৰামত অসমৰ ভূমিকাক আপুনি গুৰুত্বপূৰ্ণ কৰি তোলাত আত্মনিয়োগ কৰিলে; দীঘলীয়া কাৰাবাস আৰু অশেষ কষ্টয়ো টলাব নোৱৰা আপোনাৰ মনোবল উত্তৰপুৰুষৰ বাবে চিৰদিন আদৰ্শনীয় হৈ ৰ'ব। কেৱল এয়ে নহয়, দেশে স্বাধীনতা লাভ কৰাৰ পিছত বিধান সভাত যোগ দি আপুনি সক্ৰিয়ভাৱে সাংগঠনিক দায়িত্বও ধৈৰ্য, সহিষ্ণুতা আৰু নিষ্ঠাৰে পালন কৰিলে। মন্ত্ৰীত্বৰ গুৰুদায়িত্ব বহন কৰিও, আপুনি সৰল, অনাড়ম্বৰ, নিৰহংকাৰ আৰু ত্যাগৰ জীৱন যাপন কৰি গান্ধীৰ জীৱনাদৰ্শ নিজৰ জীৱনৰ মাজেৰে যথাৰ্থভাৱে প্ৰকাশ কৰিলে। আপোনাৰ জীৱনৰ আৰু আদৰ্শৰ এই অখণ্ডিত ৰূপে আপোনাৰ ব্যক্তিত্বক দান কৰিছে বিৰল প্ৰায় সততাৰ মাধুৰ্য।

আদৰ্শ-নিষ্ঠ দাস ডাঙৰীয়া,

অসম সাহিত্য সভাই আপোনাৰ সুদীৰ্ঘ জীৱন আৰু সুন্দৰ স্বাস্থ্য কামনা কৰিছে। আমাৰ আন্তৰিক অভিনন্দন গ্ৰহণ কৰক। ইতি —

চন্দ্ৰকান্ত সন্দিকৈ ভৱন ঃ যোৰহাট-১
শিৱিৰ ঃ অসম সাহিত্য সভাৰ ঊনচত্বাৰিংশ
সন্মিলন, ধুবুৰী, অসম
৯ এপ্ৰিল, ১৯৭২ চন

অসম সাহিত্য সভাৰ হৈ -
যতীন্দ্ৰ নাথ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা।

## অভ্যৰ্থনা সমিতিৰ বিষয়ববীয়াসকল

| | | |
|---|---|---|
| সভাপতি | - | দীনেশ ৰঞ্জন সৰকাৰ |
| উপ-সভাপতি | - | যাদৱ নাৰায়ণ দাস<br>গৌৰীকান্ত ব্ৰহ্ম |
| সাধাৰণ সম্পাদক | - | তোৰাচৰণ মজুমদাৰ |
| সংগঠক সম্পাদক | - | ৰবীন্দ্ৰ নাথ চৌধুৰী |
| কোষাধ্যক্ষ আৰু<br>খাদ্যবিভাগৰ যুটীয়া সম্পাদক | - | ভৈৰৱ কান্ত বৰা |
| যুটীয়া সম্পাদক আৰু<br>স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক | - | কালীন্দ্ৰনাথ নাথ |
| যুটীয়া সম্পাদক | - | জয়নাল আবেদিন |
| সহঃ সম্পাদক | - | নৃপেন্দ্ৰ নাথ দাস<br>অকন বায়ন<br>আবদুল ৰসিদ<br>বিভব চক্ৰৱৰ্তী |
| সহকাৰী সংগঠক সম্পাদক | - | ৰমেন্দ্ৰ চন্দ্ৰ নাথ<br>ৰবীন শীল |
| সম্পাদক স্মৃতিগ্ৰন্থ | - | শিবানন্দ শৰ্মা |
| সাংস্কৃতিক বিভাগ | - | মানগোবিন্দ চক্ৰৱৰ্তী, সভাপতি<br>কালীচৰণ ভঁৰালী- সম্পাদক |
| সম্পাদকদ্বয় প্ৰদৰ্শনী বিভাগ | - | যামিনী কান্ত শৰ্মা<br>ভূপেন নাৰায়ণ ব্ৰহ্ম |
| ধন সংগ্ৰহ বিভাগ | - | ঋতেন্দ্ৰ মোহন দত্ত, অধ্যক্ষ<br>উমাপতি শৰ্মা, সচিব আৰু<br>শোভাযাত্ৰা পৰিচালক<br>মোহন চন্দ্ৰ ৰায়, সহঃ সচিব। |
| প্ৰচাৰ সচিব | - | উদ্ধৱ চন্দ্ৰ কলিতা |
| আহ্বায়ক, কবি সন্মিলন | - | অধ্যাপক যামিনী কান্ত শৰ্মা |
| আহ্বায়ক, আলোচনা চক্ৰ | - | দেবেন্দ্ৰ নাথ শৰ্মা |
| আহ্বায়ক, বুৰঞ্জী সন্মিলন | - | বঙ্কিম চন্দ্ৰ চক্ৰৱৰ্তী |
| বিজুলী আৰু পানীযোগান বিভাগ | - | পৰিতোষ চন্দ্ৰ |



| | | |
|---|---|---|
| কাৰ্যালয় সচিব | - | নিৰিকান্ত ৰায় |
| যুগ্ম কাৰ্যালয় সচিব | - | হেমন্ত বৰকলিতা<br>দিবাকৰ দাস |
| পতাকা উত্তোলন | - | সুবোধ চন্দ্ৰ চক্ৰৱৰ্তী |
| বাসস্থান বিভাগৰ সচিব | - | ব্ৰহ্মানন্দ পাটক |
| খাদ্যবিভাগৰ যুটীয়া সচিব | - | উমেশচন্দ্ৰ গোস্বামী |
| স্বাস্থ্য বিভাগৰ সচিব | - | ডাঃ দ্বিজেন্দ্ৰ নাথ হাজৰিকা |
| মণ্ডপ, মঞ্চ, তোৰণাদি<br>বিভাগৰ যুটীয়া সচিব | - | বলেন্দ্ৰনাৰায়ণ দাস<br>গোলাপ চন্দ্ৰ মিলি |
| মণ্ডপ নিৰ্মাণৰ উপদেষ্টা | - | অমল বৰুৱা |
| প্ৰতিনিধিবৰ্গৰ আদৰণীৰ | - | অমল কুমাৰ দাস |

পৃষ্ঠপোষক আৰু উপদেষ্টা ঃ

| | | |
|---|---|---|
| মুখ্য পৃষ্ঠপোষক | - | মহেন্দ্ৰ মোহন চৌধুৰী<br>শৰৎ চন্দ্ৰ সিংহ |
| মুখ্য উপদেষ্টা | - | ছৈয়দ আহমদ আলি |
| উপদেষ্টা | - | মদন প্ৰসাদ বেজবৰুৱা<br>বীৰেন্দ্ৰ মোহন হাজৰিকা। |

## হেম বৰুৱা

হেম বৰুৱা (জন্ম ২২ এপ্ৰিল, ১৯১৫, মৃত্যু ৯ এপ্ৰিল, ১৯৭৭)- ই যোৰহাটৰ তৰাজান পাঠশালাত স্কুলীয়া শিক্ষা আৰম্ভ। ১৯২৮ চনত যোৰহাট টাউন এম.ই. স্কুলৰ (বৰ্তমান শংকৰদেৱ ছেমিনেৰী) পৰা ডিষ্ট্ৰিংছন লৈ এম.ই. পাছ কৰি ১৯৩২ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩৪ চনত কটন কলেজৰ পৰা আই.এ., ১৯৩৬ চনত ইংৰাজী অনাৰ্চ লৈ বি.এ.; ১৯৩৮ চনত গুৱাহাটী সন্দিকৈ কলেজত অস্থায়ীভাৱে অধ্যাপনা কৰে। সেই বছৰতে যোৰহাটত জগন্নাথ বৰুৱা কলেজত অধ্যাপকৰূপে যোগ দিয়ে। ১৯৪২ চনৰ ১২ অক্টোবৰত জাতীয় আন্দোলনত যোগ দি কাৰাবাৰণ কৰে। জে'লৰ পৰা ওলাই ১৯৪৪ চনৰ ৩০ জুনৰ পৰা গুৱাহাটীৰ ভোলা বৰুৱা কলেজত ইংৰাজী সাহিত্যৰ অধ্যাপক আৰু উপাধ্যক্ষৰূপে যোগ দিয়ে। ১৯৪৫ চনত অধ্যক্ষৰূপে নিযুক্তি লাভ কৰে। ১৯৬৭ চনলৈকে অধ্যক্ষ হৈ আছিল। ১৯৫৭ চনত পি.এছ.পি. প্ৰাৰ্থী স্বৰূপে লোক সভালৈ সাংসদ স্বৰূপে নিৰ্বাচিত হয়। তেতিয়াৰ পৰা ১৯৬২ আৰু ১৯৬৭ চনতো সাংসদ ৰূপে দুবাৰ নিৰ্বাচিত হয়। ১৯৫০ চনত ব্ৰহ্মদেশলৈ যায়, ইয়াৰ পিছত আমেৰিকা, ৰুছদেশ, ইজৰাইল, ইংলেণ্ড .... দক্ষিণ-পূব এচিয়াৰ ঠাইলেণ্ড, কম্বোডিয়া, মালয়েচিয়া, ছিংগাপুৰ আৰু টাইৱান ভ্ৰমণ কৰে। এই ভ্ৰমণ অভিজ্ঞতাৰে কেবাখনো গ্ৰন্থ লেখে।

*আধুনিক সাহিত্য* (১৯৫০); *সানমিহলি* (১৯৫৭); *সাহিত্য আৰু সাহিত্য* (১৯৬২); *সাহিত্য আৰু সমস্যা* (১৯৭৮); *এই গাঁও এই গীত* (১৯৬১); *আঁচুফুল* (১৯৬৪); *ডাকপখিলী* (১৯৬৮); *ব'হাগতে পাতি যাওঁ বিয়া* (১৯৬৯); *পছোৱা ৰেঙণি* (১৯৬৯); *স্মৃতিৰ পাপৰি* (১৯৭০); *ছিন্নমূল* (১৯৭৩); *তলসৰা* (১৯৭৬); *সত্য আৰু অহিংসা ঃ গান্ধীজী* (১৯৭১); *বিয়াল্লিছৰ গণ বিপ্লৱত অসম* (১৯৪৭) গদ্য পুথি। *বালিছন্দা* (১৯৫৯); *মনময়ূৰী* (১৯৬৫) কবিতা পুথি। *সাগৰ দেখিছা* (১৯৫৪); *ৰঙা কৰবীৰ ফুল* (১৯৫৯), *ইজৰাইল* (১৯৬৫); *মেকং নৈ দেখিলোঁ* ভ্ৰমণ কাহিনী। *কন্নকী* (১৯৬০), *কিউপিড আৰু চাইকী* (১৯৫৯); *ভাৰত বৰ্তমান আৰু ভৱিষ্যৎ, অসমৰ জনজাতি* অনূদিত পুথি।

ইংৰাজীত লিখা গ্ৰন্থসমূহ - *The August Revoluton in Assam* (1945), *The Red River and the Blue Hills* (1954), *Fairs and Festivals of Assam* (1956), *Modern Assamese poetry* (1960), *Idle House* (1961), *Assamese Literature* (1965) *Folk Song of India* (1965), *Lakshminath Bezbarua* (1961)



## অভিভাষণৰ সুবচন

*দুখৰ কথা, সাধাৰণতে আমি সাহটো পাহৰি খোলাটোৰ কথা ধৰোঁ। সকলো জাতি-উপজাতিক এই দুজনাই সম্প্ৰীতিৰ একেডাল ডোলেৰে বান্ধিব খুজিছিল। যি নামেৰেই নামাতো লাগিলে ভগৱান একেজনাই। আজিৰ যুগত অৰ্থাৎ বিভেদকামী শক্তিসমূহৰ উত্থানৰ যুগত এইষাৰ বৰ অপৰিহাৰ্য কথা। আচলতে ধৰ্ম আৰু ধৰ্মৰ মাজত নাইবা সম্প্ৰদায়ৰ মাজত কোনো খৰিয়াল থাকিব নোৱাৰে। এইষাৰ হৈছে সংস্কৃতিগত কথা। খৰিয়াল হয়,আৰ্হিৰ মাজত। সকলো ধৰ্মৰে মূল কথা হৈছে মানুহ সৎ আৰু নিৰ্মল হোৱাটো। আচলতে যিমানেই প্ৰতিভাশালী নহওক লাগিলে, অন্তৰৰ সততা বা নিৰ্মলতা বিৱৰ্জিত মানুহ কেতিয়াও মানুহ নহয়। আমি জানো এইষাৰ কথা মনত ৰাখো? আমাৰ দৰ্শনতত্ত্বয়ো এইষাৰ কথাকে নিশিকায় জানো? ভাৰতীয় দৰ্শন তত্ত্বৰ পৰা বছা বছা ফুল বুটলি আনি আমাৰ সমাজ, ধৰ্ম আৰু সাহিত্য সজাওঁতা বৈষ্ণৱ গুৰুসকলেও এইষাৰ কথাকে শিকাইছিল।*

*একোজন মানুহ প্ৰতিভাশালী শিল্পী বা সাহিত্যিক হোৱাটো একো আচৰিত কথা নহয়। কেৱল প্ৰতিভাই জানো মানুহ গঢ়ে? প্ৰতিভা শাণত দিয়া কথা এষাৰ আছে যদিও মানুহ, মানুহ বাবেই মহৎ। অন্তৰৰ সৎগুণৰাশিৰ উৎকৰ্ষ সাধন কৰিব নোৱাৰিলে কোনো মানুহ কেতিয়াও মহৎ হ'ব নোৱাৰে। এইকাৰণেই শাস্ত্ৰসমূহত থকাৰ দৰে আমাৰ শংকৰ-মাধৱেও অন্তৰৰ গুণৰাশিৰ উৎকৰ্ষ সাধানৰ ওপৰত অধিক গুৰুত্ব দিছিল। যি ধৰ্মই অলপ গুণ 'বিস্তাৰ' কৰি ল'বলৈ শিকাইছে, সেই ধৰ্ম যে বিশ্ববৰেণ্য, সন্দেহ নাই। তাহানি 'নামঘোষা' পুথি বিশ্লেষণ কৰোঁতে আজিৰ যুগৰ এজনা লেখক ল'বলীগায় মনীষী বিনোৱা ভাৱেই এইষাৰ কথাকে কৈছিল ঃ ভগৱানৰ বাহিৰে মানুহ কেতিয়াও 'সম্পূৰ্ণ' হ'ব নোৱাৰে। আগতে পঢ়া স্বামী বিবেকানন্দৰ কথা এষাৰ এইখিনিতে মনত পৰিছে ঃ "মানুহ কেতিয়াও সম্পূৰ্ণ নহয়। ভগৱানেহে সম্পূৰ্ণতাৰ আলয়। সম্পূৰ্ণতাৰ পিনে আগবাঢ়িব পাৰিছে বাবেই মানুহ মহৎ।" অন্তৰৰ সৎ গুণৰাশি সজাই তুলিব নোৱাৰিলে মানুহ কেতিয়াও মহৎ হ'ব নোৱাৰোঁ।*

* * *

*আনক, অৰ্থাৎ অনা-অসমীয়াক অসমীয়া ভাষা গ্ৰহণ কৰিবলৈ কোৱাৰ আগতে যিসকলৰ মাতৃভাষা অসমীয়া, সেইসকলে অসমীয়া ভাষা ভালকৈ ব্যৱহাৰ কৰিবলৈ শিকিব লাগে। নিজে মদপী হৈ আনক মদ এৰিবলৈ কোৱাটো বৰ শুদ্ধ কথা নহয়, তেনেকৈ নিজে ঠেৰুছিগা ভাষা ব্যৱহাৰ কৰি আনক অসমীয়া ভাষা শিকিব লাগে বুলি কোৱাটোও বৰ শুদ্ধ কথা নহয়। বল প্ৰয়োগে শাৰীৰিক শক্তিৰ পৰিচয় দিব পাৰে, সেই বুলি সকলো কথাতে বলপ্ৰয়োগ নকৰাটোৰেই ভাল। নিজে ইংৰাজী বা অন্য*

প্ৰান্তীয় ভাষাৰ শব্দ প্ৰয়োগ কৰি আনক অসমীয়া ভাষাটো শুদ্ধকৈ প্ৰয়োগ কৰিবলৈ কোৱাটো ভুল কথা। আমাৰ শিক্ষিত সমাজৰ কেইজনে ইংৰাজী বা অন্য প্ৰান্তীয় শব্দ প্ৰয়োগ নকৰাকৈ নিজৰ ভাষাটো শুদ্ধকৈ ব্যৱহাৰ কৰিব পাৰে?

* * *

কোনো কোনোৱে পুৰণি যুগটো নকৈ সংস্থাপন কৰিবলৈ ওলোৱাটো অশুদ্ধ কথা বুলি কয়। সুকুমাৰ কলাসৃষ্টিৰ ক্ষেত্ৰত যেনেকৈ এৰা-ধৰাৰ প্ৰয়োজন, তেনেকৈ এই ক্ষেত্ৰতো এৰা-ধৰাৰ প্ৰয়োজন। এইষাৰ কথা সুকুমাৰ কলাৰ বিষয়ে কওঁতে তাহানি ড° বাণীকান্ত কাকতিদেৱে আমাক কৈছিল — পুৰণি যুগৰ সকলো সৎ আৰু সুন্দৰ আছিল বুলি ক'বলৈ যোৱাটো বৰ শুদ্ধ কথা নহয়। এইষাৰ কথা তাহানি ইলাষ্ট্ৰেটেড ইউকলীৰ প্ৰবন্ধত আমি কৈছিলোঁ। নতুন যুগৰ সকলো সৎ আৰু সুন্দৰ বুলি কোৱাটোও বৰ শুদ্ধ কথা নহয়। যি সাহিত্যত জনসাধাৰণৰ জীৱন মূৰ্তিমন্ত হৈ উঠে, সেইয়াহে প্ৰকৃত সাহিত্য। ভাব-বিলাসী ইংৰাজ কবি শ্বেলীৰ কাব্য সাধনাত এইষাৰ কথা স্পষ্ট হোৱা নাছিল। এইখিনিতে জৱাহৰলাল নেহৰুৱে জীয়েক ইন্দিৰালৈ লেখা কথা এষাৰ মনত পৰিছে। শ্বেলীৰ কবিতাসমূহৰ ভিতৰত নেহৰুৰ হেনো 'দি মাস্ক অৱ এনাৰ্কী' বোলা কবিতাটো বৰ ভাল লাগিছিল। এইটো কবিতাত সমাজবাদৰ ইংগিত আছে। শুদ্ধ পথেৰে পৰিচালিত গণতান্ত্ৰিক সমাজবাদহে দেশ আৰু সমাজ নিয়াৰিকৈ সজাব পাৰিব। সেইবুলি ভাব বা আদৰ্শৰ কোনো প্ৰয়োজন নাই বুলি ক'বলৈ যোৱাটো বৰ শুদ্ধ নহয়। প্ৰত্যেক বস্তুৰ অন্তৰালত কিবা ভাব বা আদৰ্শ আছে — সমাজবাদৰো আছে। শ্বেলীয়ে সম্ভৱতঃ এই কাৰণেই উৰণীয়া গুটিৰ পৰা গছ গজাৰ দৰে সামাজিক আদৰ্শ গজি উঠে বুলি ভাবধাৰাক ওলগ জনাইছিল। কৰিশিল্পীয়ে সমাজ সংগঠনৰ স্বপ্ন দেখে — এই স্বপ্নৰ কিবা এক মূল্য আছে। ভাবধাৰা বা আদৰ্শইহে জীৱন আৰু সমাজ সজীৱ কৰে।

প্ৰত্যেক প্ৰদেশৰে একোটা ৰাজ্যিক ভাষা থকাৰ দৰে অসমতো থকাৰ প্ৰয়োজন। এই দাবীক কেন্দ্ৰ কৰি আজি কেইবছৰমানৰ আগতে বিৰাট এক গণ-আন্দোলন গঢ়ি উঠিছিল। যেহেতু অসমৰ সৰহভাৱে অসমীয়া ভাষা জানে বা কয়, সেই হেতুকে অসমীয়া ৰাজ্যিক ভাষা হোৱা উচিত। এইহে আছিল দাবী। নানা প্ৰতিবাদ সত্ত্বেও, বৰ্তমান ইয়াক ৰাজ্যিক ভাষাৰ মৰ্যাদা দিয়াৰ কাৰণে আমি সুখী হৈছোঁ।

* * *

আন ভাষাৰ শব্দ প্ৰয়োগ কৰাটো বিশেষ কোনো আপত্তি থকাটো উচিত নহয়। অৱশ্যে সেই শব্দসমূহ হাড়ে-মিহজুৱে নিজৰ ভাষাত জীণ যাব লাগিব। ঋণ শব্দসমূহৰ বিষয়ে গৱেষণাৰ জৰিয়তে ড° বাণীকান্ত কাকতি ডাঙৰীয়াই ভাষাতত্ত্বৰ বুৰঞ্জীত বঢ়িয়াকৈ ব্যক্ত কৰিছে। ইতিমধ্যে আমাৰ ভাষাত বহুতো বিদেশী শব্দ সোমাইছে। আনকি বিহুনামতো সোমাইছে। 'হাৰামজাদা' বোলা শব্দটো লোক-গীতত সোমাইছে। কানু 'হাৰামজাদা' বুলি গীত গোৱা নিজে শুনিছোঁ। এনেদৰে বাহিৰৰ পৰা বহুতো শব্দ ধাৰ কৰি ইংৰাজী ভাষাটো সমৃদ্ধিশালী হৈছে। 'ভিলা', 'ৰেষ্টোৰা', 'বেম্বো', 'টমেটো', 'কষ্টিউম', 'পেডী' ইত্যাদি আচলতে ইংৰাজী শব্দ নহয়। আনকি 'এগ' বোলা শব্দটোও ইংৰাজী শব্দ নহয়। অট' জেছপাৰচনে এই বিষয়ে ইংৰাজী ভাষাতত্ত্বৰ বুৰঞ্জীত বহলাই আলোচনা কৰিছে। এয়া হৈছে ইংৰাজৰ সাম্ৰাজ্য বিস্তাৰ যুগৰ কথা।

* * *

অসম বা অসমৰ জিলাসমূহক ডোখৰ কৰা কাৰ্যত ৰাজনীতিজ্ঞৰ স্বপ্ন সাৰ্থক হ'ব পাৰে। মন্ত্ৰীৰ পদবী পোৱাটোৱেই ৰাজনীতিজ্ঞৰ একমাত্ৰ স্বপ্ন। দেশৰ জনসাধাৰণৰ সমস্যা মন্ত্ৰী একোজনাই জানো সমাধান কৰিব পাৰে? কেন্দ্ৰত অসমীয়া মানুহ কেইবাজনো মন্ত্ৰী হৈছে। এইসকলে অসমৰ সমস্যা সমাধান কৰা কাৰ্যত কিবা জানো বৰঙণি যোগাব পৰিছে? অসমৰ সমস্যা বহুতো। সেইবোৰ সমস্যাৰ কথা আলোচনা কৰি ৰাজনীতিৰ মেৰঘৰত সোমাব খোজা নাই। আশাকৰোঁ ৰাইজে আমাক ক্ষমা কৰিব।

* * *

বৰ্তমান আমাৰ সমাজ কেৰোণগ্ৰস্ত। ই সমাজ ডোখৰ ডোখৰ কৰিছে। অভাৱ-অনাটন, দৰিদ্ৰত জনসাধাৰণৰ জীৱন বৰ্তমান জুৰুলা হৈছে। জনসাধাৰণৰ জীৱন উন্নত নকৰিলে সমাজ উন্নত কৰিব নোৱাৰি। অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক, সংস্কৃতিগত, সকলো ক্ষেত্ৰতে শোষণৰ অন্ত পৰিলেহে সমাজ উন্নয়ন কৰিবলৈ আশা কৰিব পাৰি। শোষণ অন্ত কৰিব নোৱাৰিলে সমাজবাদো সম্ভৱ নহয়। সমাজ সমাজবাদী নহ'লে উন্নতি হয় কেনেকৈ? এচাম মানুহে আন এচাম মানুহক হাড়লৈকে চেপি শোষণ কৰাৰ অৰ্থ সমাজবাদ নহয়। শোষণহীনতা হৈছে সমাজবাদৰ এটা লেখত ল'বলগীয়া লক্ষণ।

* * *

ভাষা-জ্ঞান যিমানেই বাঢ়ে, সিমানেই জাতি একোটাক উন্নত বুলিব পাৰি। চুইজালৰলেণ্ডৰ জেনেভা চহৰত একেলগে তিনিটা আন্তৰ্জাতিক ভাষা জনা মানুহ মই নিজে লগ পাই আহিছোঁ। একেজন মানুহে যিমানেই আন ভাষা জানে, সিমানেই সেইজন সংস্কৃতি সম্পন্ন হয়। এনেদৰে কোৱাত কাৰো প্ৰতি আমাৰ ঘৃণা বা বিদ্বেষৰ ভাব নাই। অসমীয়া ভাষা আৰ্য আৰু অনাৰ্য, উভয়ৰ বৰঙণিৰে সমৃদ্ধ।

আমাৰ অৰ্থনীতিক ভৈয়ামৰ জনজাতীয় সমাজে ৰূপ দিয়াৰ দৰে সংস্কৃতিকো এইসকলে ৰূপ দিছে। সেইপিনৰ পৰা এইসকল মহৎ। বৈষ্ণৱ যুগত সম্ভৱ হোৱাৰ দৰে সকলোকে সাৱটি লৈ বিৰাট অসমীয়া সংস্কৃতি আৰু সমাজ গঢ়ি তুলিবলৈ যত্নৱান

*হ'ব লাগিব। নিজকে উন্নত বুলি ভাবি, আনক অৱজ্ঞাৰ চকুৰে চোৱাটো হীন মনোভাৱৰ কথা। এইখিনিতে আগতে পঢ়া কবিগুৰু ৰবীন্দ্ৰনাথৰ কথা এষাৰলৈ মনত পৰিছে। এইজনাই কৈছিল — "ব্ৰাহ্মণে যেতিয়া শূদ্ৰক নিম্নগামী কৰিবলৈ যত্ন কৰে, তেতিয়া শূদ্ৰ নিম্নগামী নহয়, ব্ৰাহ্মণহে হয়।" অৰ্থনৈতিক সমস্যাৰ সমাধান নহ'লে ভাষা-সংস্কৃতিয়ে মাথোন একোটা জাতিক সৰহদূৰ আগবঢ়াই নিব নোৱাৰে। এইষাৰ কথা সঁচা কথা। যুগে যুগে মনীষীসকলে এইষাৰ কথাকে শিকাই আহিছে।*

*দেশখন সৰু সৰু গোটত বিভক্ত কৰি কোনো এজন ব্যক্তিয়ে ৰাজনৈতিক ক্ষমতা পাব পাৰে। সম্প্ৰদায় বিশেষে "আমাৰ সম্প্ৰদায়ৰ এজন মন্ত্ৰী হৈছে" বুলি 'মানসিক তৃপ্তি' পোৱাৰ বাহিৰে সম্প্ৰদায়টোৰ অৱস্থা একেদৰেই "পানীত হাঁহ নচৰা" হৈ থাকে। বহলভাৱে ভাবি চাবলৈ গ'লে, ইয়াৰ পৰা কাৰো উপকাৰ নহয়। সেইকাৰণেই মন্ত্ৰীৰ পদবীৰ জৰিয়তে কোনো সমাজ বা সম্প্ৰদায়ৰ সমস্যা সমাধান হ'ব নোৱাৰে বুলি কৈছোঁ।*

*সঁচা কথা, আমি বুৰ্জোৱা সমাজত বাস কৰিছোঁ। এনে এখন সমাজৰ কিছুমান চিৰন্তন গুণ আছে। সেইবোৰ ভাঙি-ছিঙি ডোখৰ ডোখৰ কৰাৰ পৰা কাৰোবাৰ কিবা জানো লাভ হ'ব পাৰে? সাহিত্যিক, দাৰ্শনিক অলডইছ হাক্সলীয়ে কোৱাৰ দৰে "সকলো চিৰন্তন বস্তুৰে নিজস্ব একোটা ৰূপ আছে। পৰিৱৰ্তন নঘটে।" অৰ্থনৈতিক ক্ষেত্ৰৰ স্বাৱলম্বিতাই চিৰন্তন গুণৰাশিৰ ধ্বংস নুসূচায়। এইষাৰ কথা আমি মনত ৰখা উচিত।*

* * *

*যি সাহিত্যই মানুহৰ মন চিৰকলীয়াকৈ পোহৰ কৰে, তেনে সাহিত্যহে বিশ্বজননী আৰু সৰ্বব্যাপী হোৱাটো সম্ভৱ। ৰচনা কৌশলৰ প্ৰয়োজনীয়তা আছে। সেইবুলি বিষয়বস্তুৰ প্ৰয়োজনীয়তাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। সঁচা সথা, ফাপৰে ধৰা কুকুৰ এটা চিত্ৰশিল্পীৰ যাদুস্পৰ্শত মোহনীয় হৈ উঠাটো একো আচৰিত কথা নহয়। ৰচনা কৌশলৰ কথা অস্বীকাৰ কৰা নাছিল যদিও শংকৰ-মাধৱে নাইবা আন বৈষ্ণৱ কবি-শিল্পী সমাজে বিষয়বস্তুৰ কথাও অস্বীকাৰ নকৰিছিল। শিক্ষিত সমাজৰ মানুহৰ মাজত থকাৰ দৰে, অনাখৰী সমাজৰ মানুহৰ মাজতো শংকৰ-মাধৱৰ প্ৰভাৱ আছে। নহ'লে খৰিকটীয়া মানুহ এজনৰ মুখত বৰগীত ধ্বনিত হয় কেনেকৈ? বৰগীতৰ সুৰ লৈ সুধীসমাজৰ মাজত মতানৈক্য আছে। ই যে ভাৰতীয় ৰাগপ্ৰধান সংগীত আঁচনিৰ অন্তৰ্ভুক্ত, সেই বিষয়ে মহাপণ্ডিত ড০ সুনীতিকুমাৰ চট্টোপাধ্যায় ডাঙৰীয়াই মন্তব্য কৰিছে।*

* * *

*আমাৰ জীৱন বিচিত্ৰ নহয়, উপন্যাস সাহিত্যই ঠেকুছিগা জীৱনৰ এই ৰূপটো*



*প্ৰকাশ নকৰাকৈ থকা নাই। উপন্যাস সাহিত্যৰ মাদকতা সাৰ্বজনীন। বহিৰ্জাগিতক পৰিৱেশৰ বুজ যেনেদৰে লয়, তেনেদৰে মনৰ সংঘাতৰো ই বুজ লয়। জীৱন সমৃদ্ধ নহ'লে, মনৰ সংঘাত সমৃদ্ধ হ'ব নোৱাৰে। ঔপন্যাসিক জেমছ জয়ছে অন্তঃস্ৰোতৰ কথা কৈছিল। জটিলতাৰ কাৰণে বিশ্ব জীৱন যথেষ্ট সমৃদ্ধিশালী আৰু বিচিত্ৰ। অনুন্নত দেশৰ জীৱন চেপাখোৱা বিধৰ হোৱাটো স্বাভাৱিক কথা।*

*আমাৰ সাহিত্যৰ বিশ্বসাহিত্যৰ বোৱতী সুঁতিৰ নানা পৰীক্ষা-নিৰীক্ষা চলিছে। আমাৰ সাহিত্যৰ কিবা যদি পৰিৱৰ্তন হৈছেও, সেই পৰিৱৰ্তন আৰ্হিৰহে পৰিৱৰ্তন। যাক চিৰন্তন বোলা হয়, সেই বস্তুৰ পৰিৱৰ্তন নহয়। চিন্তন বস্তু শাশ্বত। আমাৰ জীৱন বিচিত্ৰ আৰু সমৃদ্ধিশালী নহ'লে উপন্যাস সাহিত্য বিচিত্ৰ আৰু সমৃদ্ধিশালী হোৱাটো বিচাৰিব নোৱাৰি। বিশ্বসাহিত্যৰ আদৰ্শাত্মক অনুপ্ৰেৰণাত ৰজনী বৰদলৈৰ পৰা ৰাশ্না বৰুৱালৈকে উপন্যাস সাহিত্যৰ আৰ্হিৰ ভালেমান পৰিৱৰ্তন সংঘটিত হৈছে। ৰজনী বৰদলৈৰ উপন্যাসসমূহ সাধাৰণতে বুৰঞ্জীগত যদিও, সেইবোৰতো ডুখৰীয়া হ'লেও সমাজ-জীৱনৰ ছবি আছে। সকলো সৃষ্টিৰ গুৰিত সমাজ-মন একোটাৰ প্ৰয়োজনীয়তা আছে। বিশ্বৰ উপন্যাস সাহিত্য অধ্যয়ন কৰিলে, এইষাৰ কথাৰ প্ৰমাণ ওলাই পৰে।*

* * *

*গাঁৱে-ভূঞে স্থাপিত পুথিভঁৰালৰ জৰিয়তে অসমীয়া সাহিত্যৰ যথেষ্ট জনপ্ৰিয়তা বাঢ়িছে। সেইবিষয়েও সন্দেহ নাই। পুথিৰ প্ৰকাশকসকলে এই বিষয়ে যথেষ্ট বৰঙণি যোগাইছে। অভাৱগ্ৰস্ত হোৱা হেতুকে মানুহ একোজনে নিজে কিতাপ কিনি পঢ়াটো অসম্ভৱ। এই কাৰণেই ৰাজহুৱা পুথিভঁৰালৰ প্ৰয়োজন। অৰ্থনৈতিক ক্ষেত্ৰত আমাৰ নিচিনা অনুন্নত দেশ এখনত পুথিভঁৰালৰ বিশেষ প্ৰয়োজনীয়তা আছে। পুথিভঁৰালে যেতিয়াই আন্দোলন হৈ দেখা দিয়ে, তেতিয়াই দেশৰ কাৰণে মঙ্গল। পুথিভঁৰালৰ ওপৰত কেৱল নিৰ্ভৰশীল নহৈ অৰ্থশালীসকলে মাহেকীয়া খৰচৰ তালিকাত কিতাপ কিনাটো অন্তৰ্ভুক্ত কৰি ল'ব পৰিলে অসমীয়া সাহিত্যৰ প্ৰচাৰ বহুগুণে বাঢ়িব। পকীঘৰত থাকিলেই নাইবা ধূলি উৰুৱাই মটৰ গাড়ীত বিচৰণ কৰিলেই ব্যক্তি একোজন মহৎ নহয়। ব্যক্তিৰ সমষ্টিয়েই সমাজ উন্নত কৰিবলৈ হ'লে, আন বছা বছা গুণৰ লগতে ব্যক্তি একোজনে অধ্যয়নৰ অভ্যাস কৰাটো উচিত। "মই অসমীয়া কিতাপ নপঢ়ো" বুলি গৰ্ব কৰাৰ পৰা লাভ জানো কিবা আছে? মাতৃভাষা অসমীয়া হোৱা সত্ত্বেও অসমীয়া কিতাপ নপঢ়াজনে কোনো কিতাপকে নপঢ়ে। আচলতে কিতাপ পঢ়োঁতাজনে মাতৃভাষাত ৰচিত কিতাপক কেতিয়াও এনেদৰে আওকাণ নকৰে।*

* * *

*এই বিষয়ে সৰহকৈ কৈ "খাল খান্দি ঘৰিয়াল চপাই" আনিব খোজা নাই। সাধাৰণতে এইখিনিতে প্ৰশ্ন হয়, প্ৰগতিৰ অৰ্থ কি? আজি যাক প্ৰগতিশীল বুলিছোঁ,*

*কাইলৈ সি জানো আওপুৰণি নোহোৱাকৈ থাকিব? প্ৰগতিশীল অৰ্থ হৈছে নিয়াৰিকৈ সজা, শোষণহীন সমাজ। এনেকৈয়ে মই ভাবো। এনে এখন সমাজ অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিগত, ভাষাগত সকলো ক্ষেত্ৰতে ন্যায়পৰায়ণ সমাজ। শোষণমুক্ত সমাজ বিপদ সংকুল সমাজ।*

* * *

*লোক-সাহিত্য হৈছে জনসমাজৰ বস্তু। এইবোৰ একোখন নিৰ্মল অজটিল সমাজৰ বস্তু। এনে এখন সমাজেহে, কোচত কেঁচুৱা নচুৱাই মাকেআকাশৰ জোনটোক "জোনবাই এ বেজী এটি দিয়া" বুলি নিচুকাব পাৰে। সেইকাৰণে ভাষাৰ পিনৰ পৰা নহ'লেও সামাজিক দৃষ্টিকোণৰ পৰা চাই, এইবোৰক আওপুৰণি বস্তু বোলা হৈছে। সেই কাৰণেই এইবোৰক লোক-সাহিত্য বোলা হয়। কেৱল বৰগীতৰেই নহয়, গোৱলপৰীয়া লোকগীতৰো অধ্যয়ন আৰু গৱেষণা হোৱাটো উচিত। হাড়ে-হিমজুৱে গোৱালপাৰা অসমৰ অবিচ্ছেদ্য অংগ। প্ৰাচীন কালত আজিৰ গোৱালপাৰা জিলা অতিক্ৰম কৰি অসমৰ সীমা প্ৰবাহিত হৈছিল। কেৱল লোকগীতেই নহয়, গোৱালপৰীয়া সংস্কৃতিৰো বিশেষ অধ্যয়ন আৰু গৱেষণা হোৱা উচিত। এই কাম অসম সাহিত্য সভাই কৰিব পাৰে।*

❖ ❖ ❖

# চত্বাৰিংশ অধিৱেশন

## ৰঙিয়া

## ১০, ১১, আৰু ১২ ফেব্ৰুৱাৰি, ১৯৭৩

অসম সাহিত্য সভাৰ চত্বাৰিংশ অধিৱেশন ১০, ১১, আৰু ১২ ফেব্ৰুৱাৰি, (১৯৭৩ চন) তাৰিখ শনি, দেও আৰু সোমবাৰে ৰঙিয়াৰ হৰদত্ত-বীৰদত্ত নগৰত অতি উলহ-মালহেৰে বিপুল জনসমাৱেশৰ মাজত সুচাৰুৰূপে সম্পন্ন হয়। অধিৱেশনৰ ছদিন আগৰে পৰা অসমৰ বিভিন্ন সাংস্কৃতিক দল আৰু অসমৰ বিভিন্ন ঠাইৰ প্ৰতিনিধিসকলৰ উপৰি মেঘালয়, নগাৰাজ্য আদিৰ পৰাও প্ৰতিনিধিৰ সোঁত ববলৈ ধৰে। তাৰ আগৰে পৰাই অভ্যৰ্থনা সমিতিৰ সভাপতি প্ৰাণেশ্বৰ শৰ্মা, উপ-সভাপতিসকল দুৰ্গাদত্ত আগৰৱালা, কামিনীমোহন শৰ্মা, বাহৰুদ্দিন আহমেদ, নিকুঞ্জ চৌধুৰী, হৰিকান্ত সিং সম্পাদক অধ্যক্ষ বীৰেন্দ্ৰ নাথ বৰদলৈ আদি কৰ্মকৰ্তাসকল দিনে-ৰাতিয়ে অত্যন্ত কৰ্মব্যস্ত হৈ পৰিছিল।

৮ ফেব্ৰুৱাৰি শুক্ৰবাৰে সন্ধিয়া ৬ বজাৰ পৰা বিদায়ী বছৰটোৰ শেষ কাৰ্যনিৰ্বাহক সমিতি হেম বৰুৱাৰ সভাপতিত্বত বহে। সমিতিয়ে মূল সভাৰ বাবে প্ৰধান সম্পাদকৰ প্ৰতিবেদন গ্ৰহণ কৰে আৰু বিভিন্ন শাখা সভাৰ পৰা অহা বহু সদস্যৰ প্ৰস্তাৱ জুকিয়াই মূল সভাত উত্থাপনৰ বাবে কেইটিমান প্ৰস্তাৱ যুগুত কৰিবলৈ এখনি উপ-সমিতি গঠন কৰি দিয়ে।

### পতাকা উত্তোলন

১০ ফেব্ৰুৱাৰি শনিবাৰে পুৱা ৮ বজাত মূল সভাৰ মণ্ডপ প্ৰাংগণত অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰি বিদায়ী সভাপতি হেম বৰুৱাই অসম সাহিত্য সভাৰ পতাকাৰ তলত থিয় হৈ ঐক্য আৰু সম্প্ৰীতিৰ বান্ধোনেৰে বান্ধ খাবলৈ সদৌ অসমবাসীকে আহ্বান জনায়।

### প্ৰদৰ্শনী আৰু স্মৃতিগ্ৰন্থ উন্মোচন

পুৱা ৯ বজাত প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰি প্ৰসিদ্ধ কলাবিদ যুগল দাসে অসমৰ বাহিৰত অসমীয়া সংস্কৃতি আৰু কলাৰ উপযুক্ত প্ৰচাৰৰ বাবে আহ্বান জনায়. অসমৰ

প্ৰাচীন কলা সম্পদৰ উপযুক্ত ৰক্ষণাবেক্ষণৰ বাবে দাসে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। উল্লেখযোগ্য যে সভাৰ তিনিদিনৰ ভিতৰত প্ৰায় দুইলাখ লোকে প্ৰদৰ্শনী দৰ্শন কৰে। অসম সাহিত্য সভাৰ উপৰি অসম প্ৰকাশন পৰিষদ আদিয়েও প্ৰদৰ্শনীত ৰেহাই মূল্যত পুথি বিক্ৰী কৰে।

প্ৰদৰ্শনী উদ্বোধনৰ আগে আগে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীয়ে অভ্যৰ্থনা সমিতিৰ ফালৰ পৰা নীলকান্ত মহন্ত আৰু পদ্মৰাম শালৈৰ সম্পাদনাত প্ৰকাশ পোৱা এখনি উন্নত মানৰ স্মৃতিগ্ৰন্থ উন্মোচন কৰি কয় যে এনে স্মৃতিগ্ৰন্থসমূহে একোটি শুভ আৰু জাতীয় সংস্কৃতিৰ উন্নতি সাধক ক্ষণৰ স্মৃতি চিৰস্থায়ী কৰি ৰাখে আৰু এই স্মৃতিগ্ৰন্থসমূহো সাহিত্যৰ এক বিশেষ অংগ।

## কবি সন্মিলন

১০ ফেব্ৰুৱাৰি শনিবাৰে গধূলি ৬ বজাত বহা কবি সন্মিলনত সভাপতিত্ব কৰে কবিতা কোঁৱৰ, অম্বেশ্বৰ চেতিয়া ফুকন। চেতিয়া ফুকনৰ ছন্দোবদ্ধভাৱে ৰচনা কৰা ছপা ভাষণটি অভিনৱ আৰু মনোগ্ৰাহী হৈছিল। ভাষণটিৰ শেষৰ শাৰীকেইটা —

আজি ৰঙিয়াৰ ৰঙ মহলত
ভাষা জননীৰ মান মন্দিৰত
জিলিকি উঠক সোণৰ কলচী জ্বলক প্ৰেমৰ
প্ৰদীপ ধূপ,
বাণী-বন্দনাৰে জ্যোতি মড়লক চাওঁ জননীৰ
মোহিনী ৰূপ।
সকলোতে দেখো সুন্দৰৰ ছবি, নাই কলংকৰ
কালিমা ক'তো,
জয় হক আজি মানৱ জাতি "সৰ্বে সত্তা
সুখিনা ভৱন্তু।"

কবি সন্মিলনত স্বৰচিত কবিতা আবৃত্তি কৰোঁতাসকলৰ ভিতৰত আছিল পদ্মশ্ৰী নলিনীবালা দেৱী (এওঁৰ কবিতাটি ড° মহেশ্বৰ নেওগে আবৃত্তি কৰে), ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱা, ড° মহেশ্বৰ নেওগ, শ্ৰীৰাম চন্দ্ৰ দাস, পৰেশমল্ল বৰুৱা, এম.ইব্ৰাহিম আলি, হীৰেন ভট্টাচাৰ্য, নিত্যা দত্ত, নাৰায়ণ বেজবৰুৱা, অৱনীচন্দ্ৰ বৰা, ভুবনেশ্বৰ শৰ্মা, সিদ্ধেশ্বৰ তামুলী, ৰাম গোস্বামী, আনন্দ চন্দ্ৰ শৰ্মা, ড° সত্যনাথ কাকতি, ৰোহিণী শৰ্মা, প্ৰেমময়ী দাস, ফাতেমা খাতুন, এলি. আহমেদ, কমলিনী বৰবৰা, চিত্ৰলতা ফুকন প্ৰমুখ্যে প্ৰায় ৪০ জন কবি।



## আলোচনা-চক্ৰ

১১ ফেব্ৰুৱাৰি দেওবাৰে পুৱা ৮ বজাৰ পৰা ১১ বজালৈ অনুষ্ঠিত আলোচনা-চক্ৰৰ বিষয়বস্তু আছিল — "বৰ্তমান সমাজ ব্যৱস্থাত সাহিত্যিকসকলৰ ভূমিকা কেনে হোৱা উচিত।" সভা উদ্বোধন কৰি অসমৰ প্ৰাক্তন শিক্ষাধিকাৰ দিবাকৰ গোস্বামীয়ে কয় — "সমাজৰ ঐক্য আৰু শান্তি অটুট ৰখাত সাহিত্যিকে প্ৰধান ভূমিকা গ্ৰহণ কৰিব লাগিব। সমাজৰ দুৰ্নীতি, ব্যভিচাৰ আদি আঁতৰাই সাহিত্যিকসকলেই নিকা সমাজ প্ৰতিষ্ঠাত আগ স্থান ল'ব লাগিব। সাহিত্যিকসকলৰ চিন্তাধাৰাই সমাজক প্ৰভাৱান্বিত কৰি আহিছে আৰু কৰিব লাগিব। সাহিত্য সভাৰ ওপৰত হোৱা সমালোচনাৰ খণ্ডন কৰি গোস্বামীয়ে কয় যে এনে ধৰণৰ আলোচনা চক্ৰই সাহিত্য সভাৰ উদ্দেশ্য সাধনত যথেষ্ট সহায় কৰিব।

আলোচনা চক্ৰত সভাপতিত্ব কৰি ছগনলাল জৈনে দিয়া সুলিখিত ভাষণটিয়ে শ্ৰোতাসকলক মুগ্ধ কৰে।

আলোচনাত অংশ গ্ৰহণ কৰি অধ্যক্ষ শৰৎ চন্দ্ৰ গোস্বামীয়ে কয় যে সমাজৰ আশা-আকাংক্ষা দাঙি ধৰাটোৰে সাহিত্যিকৰ প্ৰধান ভূমিকা হ'ব লাগে। সাহিত্যিক হ'ব লাগিব দিক্ নিৰ্ণয়কাৰী আৰু সাহিত্য হ'ব লাগিব যুগধৰ্মী। দুৰ্নীতি মষিমূৰ কৰিবলৈ আৰু সমাজক সামগ্ৰিক উন্নতিৰ পথত সহায় কৰিবলৈ সাহিত্যিক প্ৰেৰণা দিব লাগিব। ক্ষমতা লোভ আৰু ধৰ্মৰ গোড়ামি এই দুটাই আমাৰ ডাঙৰ ব্যাধি। সাহিত্যিক এই দুটা ব্যাধি দূৰ কৰিবলৈ আৰু মানুহৰ প্ৰকৃত ৰূপ দিবলৈ চেষ্টা কৰিব লাগিব। প্ৰাক্তন শিক্ষাধিকাৰ উমাকান্ত শৰ্মাই কয় যে জনসাধাৰণৰ জীৱনৰ আশা উতলা আকাংক্ষাক ৰূপ দিয়াত সাহিত্যিকসকল যত্নৱান হ'ব লাগিব। শিক্ষাধিকাৰ ড° কালিনাথ শৰ্মাই আলোচনাত অংশ গ্ৰহণ কৰি কয় যে আমি অসমীয়া জাতিটো বৰ্তমান সন্ধিক্ষণত আছে এই কাৰণেই যে আমাৰ ভাষাৰ ওপৰত কিছুমান আক্ৰমণ চলি আছে। আমাৰ সাহিত্য উন্নত কৰিব পাৰিলেহে আমি এই আক্ৰমণ প্ৰতিহত কৰিব পাৰিম। আব্দুল জেলিলে কয় যে শান্তি আৰু সংহতি ৰক্ষা সাহিত্যৰ অন্যতম লক্ষ্য। সাহিত্যিকে মৌলিক চিন্তাৰে সামাজিক স্বাধীনতাবোধৰ ওপৰত গুৰুত্ব আৰোপ কৰা উচিত আৰু সেইবাবে অশ্লীল ৰচনা পৰিত্যাগ কৰা সাহিত্যিকৰ কৰ্তব্য। সৌন্দৰ্যবোধৰ দীপ্তিৰে সাহিত্য মহীয়ান কৰিব লাগে আৰু বিশ্বৰ জীৱনৰ লগত সম্পৰ্ক ৰাখিব লাগে। শশী শৰ্মাই কয় যে আমাৰ দেশত শতকৰা ৭০ ভাগ লোক নিৰক্ষৰ এইসকলক বুৰ্জোৱা শ্ৰেণীয়ে, সুবিধাবাদিয়ে বৰ্বৰতাৰ ফালে ঠেলি দিছে। বিপ্লৱৰ মাজেদি মানৱীয় মৰ্যাদা লাভত জনসাধাৰণক সহায় কৰিব পাৰিলেহে সাহিত্যিকসকলে প্ৰকৃত দায়িত্ব গ্ৰহণ কৰা হ'ব। হেকিম এ আহমদ আৰু অধ্যাপক দিলীপ চৌধুৰীয়ে আলোচনাত অশ

গ্ৰহণ কৰি সমাজৰ লগত সাহিত্যৰ অংগাংগী সমন্বন্ধৰ কথা ব্যক্ত কৰে। সভাত ডাঃ সত্যনাথ কাকতিয়ে শ্বহীদ অনিল বৰাৰ স্মৃতিত এটি কবিতা পাঠ কৰে।

## বুৰঞ্জী সন্মিলন

১২ ফেব্ৰুৱাৰি সোমবাৰে পুৱা ৮ বজাৰ পৰা ১১ বজালৈ বহা বুৰঞ্জী সন্মিলনত সভাপতিত্ব কৰে বুৰঞ্জীবিদ মুৰাৰিচৰণ দাসে, শিক্ষামন্ত্ৰী হৰেন্দ্ৰ নাথ তালুকদাৰে সন্মিলন উদ্বোধন কৰি দিয়া ভাষণত কয় — সাহিত্যৰ লগত বুৰঞ্জী ওতপ্ৰোতভাৱে জড়িত। বুৰঞ্জী হৈছে ভাষা জননীৰ ভূষণস্বৰূপ। জাতিৰ জাতীয় জীৱনৰ প্ৰকৃত মানদণ্ড নিৰূপণ কৰিবলৈ বুৰঞ্জী চৰ্চা নিতান্ত প্ৰয়োজন। অকল কাব্য, উপন্যাস, গল্প, প্ৰবন্ধ আদিৰে সাহিত্যৰ কলেৱৰ বৃদ্ধি কৰিব নোৱাৰি। ইয়াৰ লগতে ইতিহাস, বিজ্ঞান, দৰ্শন, ৰাজনীতি, সমাজনীতি, কলা, শিল্প প্ৰভৃতি ভিন্ ভিন্ দিশত আমি সমৃদ্ধিশালী হোৱা নিতান্ত প্ৰয়োজন।

সভাত বক্তৃতা দি প্ৰসিদ্ধ বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই বুৰঞ্জীমূলক তথ্য উদ্‌ঘাটনৰ গুৰুত্বৰ কথা কয়। বক্তৃতা প্ৰসংগত মুনীন বকটকীয়ে কয় যে অসমৰ এখন পূৰ্ণাংগ বৈজ্ঞানিক বুৰঞ্জী অসমীয়া ভাষাত প্ৰণয়ন কৰাৰ প্ৰয়োজন। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই আলোচনাত অংশ গ্ৰহণ কৰি কয় যে কোনো কোনো লোকে গাৰ বলেৰে ঐতিহাসিক হ'বলৈ গৈ উদ্দেশ্য প্ৰণোদিতভাৱে কিতাপ লিখি কছাৰী ভাষাক অসমীয়া ভাষাৰ পৰা বেলেগ কৰাত সহায় কৰিছে। ড° ভট্টাচাৰ্যই আৰু কয় যে সংগ্ৰাহালয়, বিশ্ববিদ্যালয় আৰু পুৰাতত্ত্ব বিভাগৰ সংগ্ৰহ একেলগে হ'ব লাগে। ড° ভট্টাচাৰ্যই আৰু কয়, গোৱালপাৰাৰ গোলোকগঞ্জৰ দৈমাৰী শিলালিপি আৰু মানকাছাৰৰ মৃন্ময় লিপি হেৰাই যোৱাটো বৰ আক্ষেপৰ কথা হৈছে আৰু তেওঁ নিজে জমা দিয়া মৃন্ময় মূৰ্তিও সংগ্ৰহালয়ত প্ৰদৰ্শনৰ দিহা হ'ব লাগে। চৰকাৰ এই বিষয়ত সজাগ হোৱা উচিত। অসমৰ বুৰঞ্জীত জনজাতিসকলৰ প্ৰকৃত ভূমিকা নিৰ্ণয়ৰ কাৰণে অসমৰ জনজাতীয় বুৰঞ্জী এখন প্ৰণয়নৰ আৱশ্যক। অসমীয়া মানুহৰ ইতিহাস ৰচনা কৰিবলৈ প্ৰকাশন পৰিষদৰ জৰিয়তে যি আঁচনি লৈছে সেয়া অন্ততঃ দহ বছৰ কাল লাগিব; কিয়নো অসমৰ পৰ্বতে-ভৈয়ামে থকা জনগণৰ সঠিক, প্ৰকৃত আৰু বৈজ্ঞানিক বুৰঞ্জী এখন লিখিবলৈ হ'লে অসমৰ সকলো শাখা সাহিত্য সভা আৰু নানা বিষয়ৰ পণ্ডিতৰ সহযোগ লাগিব। সভাত তথ্যগধুৰ ভাষণ দি বুৰঞ্জীৰ বিভিন্ন দিশ মুকলিকৈ আলোচনা কৰে শিৱানন্দ শৰ্মা, অম্বিকা চৰণ চৰকাৰ আৰু ৰামচন্দ্ৰ দাসে।

## প্ৰথম মুকলি অধিৱেশন

অসম সাহিত্য সভাৰ চত্বাৰিংশ অধিৱেশনৰ সভাপতি গিৰিধৰ শৰ্মাক আগত লৈ



১১ ফেব্ৰুৱাৰি দেওবাৰে দুপৰীয়া এটি বিৰাট শোভাযাত্ৰাই ৰঙিয়া নগৰ পৰিভ্ৰমণ কৰে। কাষত কলহ লৈ সমদলৰ আগে আগে যোৱা কিশোৰীৰ দলটোৱে সমদলৰ শোভা আৰু গাম্ভীৰ্য বৃদ্ধি কৰে। দুপৰীয়া এক বজাত মূল অধিৱেশন হৰদত্ত-বীৰদত্ত নগৰৰ মূল সভা মণ্ডপৰ তলত অধ্যক্ষ গিৰিধৰ শৰ্মাৰ সভাপতিত্বত আৰম্ভ হয়। সভা উদ্বোধন কৰি অসমৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই অসমৰ সাহিত্য-সংস্কৃতিলৈ অসম সাহিত্য সভাই আগবঢ়োৱা অৱদানৰ কথা সোঁৱৰে আৰু অসমীয়া ভাষাৰ মৰ্যাদা ৰক্ষাৰ ক্ষেত্ৰত এই সভাই আগবঢ়াই অহা সাহসী প্ৰচেষ্টাৰ কথাত গুৰুত্ব দিয়ে। শোক প্ৰস্তাৱ গ্ৰহণ কৰাৰ পিছত প্ৰধান সম্পাদক যতীন্দ্ৰ নাথ গোস্বামীয়ে অসম তথা ভাৰতৰ বিশিষ্ট লোকসকলৰ শুভেচ্ছা বাণীসমূহ পাঠ কৰে। উক্ত প্ৰতিবেদনত কোৱা হয় — উচ্চ শিক্ষাৰ মাধ্যম আন্দোলনত সদৌ অসম ছাত্ৰ সন্থাই যি অদম্য সাহস আৰু ধৈৰ্য দেখুৱালে সি অত্যন্ত প্ৰশংসনীয়। গোস্বামীয়ে মাধ্যম আন্দোলনত শ্বহীদ হোৱা ছাত্ৰনেতাসকল মোজাম্মিল হক, অনিল বৰা, প্ৰমোদ বৰা, বলেন ৰাজখোৱা আৰু সাহিত্য সভাৰ নিষ্ঠাৱান কৰ্মী নৰেন্দ্ৰনাথ মহন্তলৈ শ্ৰদ্ধা তৰ্পণ কৰে। প্ৰধান সম্পাদকে কয় যে বছৰটোত এইখন কাৰ্যনিৰ্বাহক সমিতিয়ে মাত্ৰ দহমাহহে সময় পায় (ধুবুৰী অধিৱেশন এপ্ৰিল মাহত বহিছিল) আৰু উচ্চ শিক্ষাৰ মাধ্যম আন্দোলনত নিয়মীয়া কাৰ্য পৰিচালনাত যথেষ্ট বাধা পৰে যদিও এই দহমহীয়া বছৰটোত ৪৪খন নতুন শাখা গঠন হোৱা কাৰ্যই অসম সাহিত্য সভাৰ ক্ৰমবৰ্দ্ধমান জনপ্ৰিয়তাৰ কথাই সূচনা কৰে। বছৰটোৰ ভিতৰত দুজন কৃতবিদ্য প্ৰাক্তন সভাপতি বেণুধৰ ৰাজখোৱা আৰু কনকলাল বৰুৱাৰ শতবাৰ্ষিকী উৎসৱ পালন কৰাৰ উপৰি সুবিস্তৃত অসমীয়া গ্ৰন্থপঞ্জী আৰু অসম সাহিত্য সভাৰ চৈধ্যজন প্ৰাক্তন সভাপতিৰ ভাষণাৱলী প্ৰকাশ কৰা হয়। গুৱাহাটীৰ কনকলাল বৰুৱা শতবাৰ্ষিকী উছব সমিতিয়ে কনকলাল বৰুৱাৰ ইংৰাজী আৰু অসমীয়া প্ৰবন্ধসমূহ গোটাই দুখনি গ্ৰন্থ প্ৰকাশ কৰি এটি উল্লেখযোগ্য কাম কৰিলে। সভাৰ মঞ্চত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকল বাগ্মীবৰ নীলমণি ফুকন, নলিনীবালা দেৱী, ত্ৰৈলোক্যনাথ গোস্বামী, অতুল চন্দ্ৰ হাজৰিকা, বিনন্দ চন্দ্ৰ বৰুৱা, হেম বৰুৱা, শাখা সন্মিলনৰ প্ৰাক্তন সভাপতিসকল — খনিন্দ্ৰ চন্দ্ৰ বৰুৱা, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, ড° মহেশ্বৰ নেওগ আদি আৰু ৰঙিয়া অধিৱেশনৰ বিভিন্ন শাখা সন্মিলনৰ সভাপতিসকল উপস্থিত থাকি সভাৰ গাম্ভীৰ্য বৃদ্ধি কৰিছিল। প্ৰাক্তন সভাপতি অতুল চন্দ্ৰ হাজৰিকাই 'ৰঙিয়া' নামে স্বৰচিত কবিতা এটি পাঠ কৰি সমজুৱাসকলক অনুপ্ৰাণিত কৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি, প্ৰধান শিক্ষাবিদ প্ৰাণেশ্বৰ শৰ্মাই পাঠ কৰা অভিভাষণত ৰঙিয়াৰ ঐতিহ্যৰ কথা আৰু অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ মৰ্যাদা ৰক্ষাত অসম সাহিত্য সভাৰ ভূমিকাৰ কথা ব্যক্ত কৰে।

সভাপতি গিৰিধৰ শৰ্মাই পাঠ কৰা প্ৰায় দহ হাজাৰ শব্দৰ ওজস্বী ভাষণত

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিভিন্ন সমস্যাসমূহৰ ওপৰত আলোকপাত কৰে আৰু অসম সাহিত্য সভা তথা অসমবাসী ৰাইজৰ কৰ্তব্য আৰু দায়িত্বৰ কথা সোঁৰৰাই দিয়ে? সভাপতিয়ে সভাৰ ভৱিষ্যৎ কাৰ্যপন্থা সম্পৰ্কে এখনি বাৰদফীয়া আঁচনিও দাঙি ধৰে। বিৰাট জনতাই বিস্ময় বিমুগ্ধভাৱে এই ভাষণ শুনাৰ পিছতে প্ৰথম দিনৰ মুকলি অধিৱেশনৰ সামৰণি পৰে।

## দ্বিতীয় মুকলি অধিৱেশন

১২।২।৭৩ তাৰিখে দ্বিতীয় দিনৰ মুকলি অধিৱেশন অধ্যক্ষ গিৰিধৰ শৰ্মাৰ সভাপতিত্বত বহে। এই সভাত প্ৰাক্তন সভাপতি বাগ্মীবৰ নীলমণি ফুকনে অসমীয়া জাতিৰ সংহতিৰ বাবে আহ্বান জনাই কয় যে অসমত বাস কৰা সকলো অনা অসমীয়া লোকেই অসমীয়া ভাষা শিকিব লাগে — অসমত বাস কৰি অসমীয়া ভাষা নজনাটো অন্যায় আৰু বিদ্বেষমূলক কথা। কাছাৰৰ থলুৱা ৰাইজে অসমীয়া ভাষাৰ বাবে কৰা আন্দোলনক ফুকনে পূৰ্ণ সমৰ্থন জনায় আৰু অসমীয়া ভাষাৰ বিৰুদ্ধে বহিৰাগত ষড়যন্ত্ৰকাৰীসকলে কৰা অপচেষ্টাক তীব্ৰ নিন্দা কৰে। ৯৩ বছৰীয়া বৃদ্ধ সাহিত্যিক জনাৰ ওজস্বী আৰু প্ৰাণস্পৰ্শী বক্তৃতাই শ্ৰোতাসকলক মুগ্ধ কৰে। ফুকনৰ বাহিৰেও সভাত প্ৰাক্তন সভাপিত বিনন্দ চন্দ্ৰ বৰুৱা, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, অধ্যাপক ৰায়হান শ্বাহ আদিয়ে বক্তৃতা দিয়ে। কাছাৰৰ প্ৰতিনিধিসকলৰ পৰা মহম্মদ চাহাবুদ্দিন, বীৰেন্দ্ৰ সিং, আব্দুল কাহেৰ লস্কৰ, ৰায়মণি ৰাজবংশী, মইমুদ্দিন ভূএগ, কুমাৰ মেধি, বিপিন ৰাজবংশী, হুশিয়াৰৰ সম্পাদক মুছলিমুদ্দিন বৰলস্কৰ আদিয়ে বক্তৃতাত কয় যে কাছাৰৰ থলুৱা লোকসকল অসম মুখ্যমন্ত্ৰীৰ ১১ নৱেম্বৰৰ ঘোষণাত অতিশয় সুখী হৈছে আৰু অসমৰ দুয়োটা বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম একমাত্ৰ অসমীয়া হোৱাটো তেওঁলোকে সৰ্বান্তঃকৰণে সমৰ্থন কৰে।

সভাত শিক্ষামন্ত্ৰী হৰেন্দ্ৰ নাথ তালুকদাৰে বিশিষ্ট অতিথি হিচাপে ভাষণ দিয়ে। অন্যান্য বক্তাসকলৰ ভিতৰত আছিল কামাখ্যা প্ৰসাদ গংগোপাধ্যায়, নাৰায়ণ ঘাটোৱাৰ, লালন কুমাৰ সিং, মেৰা সিং, পৰেশ চৌধুৰী আদি। সভাত এই বছৰৰ সাহিত্য অকাদেমিৰ বঁটা লাভ কৰোঁতা — 'অঘৰী আত্মাৰ কাহিনী'ৰ লেখক বিখ্যাত কথা-সাহিত্যিক চৈয়দ আব্দুল মালিকক ওলগ জনাই প্ৰধান সম্পাদক গোস্বামীয়ে একেষাৰ কয়। প্ৰত্যুত্তৰ মালিকে এটি মনোগ্ৰাহী বক্তৃতা দিয়ে। সভাত ফাইজনুৰ আলিক তেওঁৰ 'জীৱজগতৰ সাধু' নামৰ শিশু গ্ৰন্থৰ বাবে প্ৰেমধৰ দত্ত বঁটা প্ৰদান কৰে। ইতিমধ্যে বিষয় বাছনী সভাত গৃহীত প্ৰস্তাৱকেইটি সভাপতিৰ অনুমতিক্ৰমে সহকাৰী সম্পাদক ডিম্বেশ্বৰ শৰ্মাই পাঠ কৰে আৰু সৰ্বসন্মতিক্ৰমে গৃহীত হয়।

অহাবাৰলৈ অসম সাহিত্য সভাৰ একচত্বাৰিংশ অধিৱেশন মংগলদৈ লৈ প্ৰতিনিধি মুক্তিনাথ গোস্বামীয়ে নিমন্ত্ৰণ জনায় আৰু সভাই সৰ্বসন্মতিক্ৰমে নিমন্ত্ৰণ গ্ৰহণ কৰে। প্ৰতিনিধিসকলৰ হৈ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই আৰু অভ্যৰ্থনা সমিতিৰ হৈ সভাপতি প্ৰাণেশ্বৰ শৰ্মা আৰু উপ-সভাপতি দুৰ্গা দত্ত আগৰৱালাই শলাগৰ শৰাই আগবঢ়ায়।



## সাংস্কৃতিক সন্মিলন

অধিৱেশনৰ তিনিও দিন সন্ধিয়া সাংস্কৃতিক সন্মিলনে দুই লক্ষ জনতাৰ মানসিক তৃপ্তি সাধন কৰিছিল। ২৭ মাঘ, শনিবাৰে ৰাতি ৮ বজাৰ পৰা জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'ৰূপালীম' নাটকখনি স্থানীয় শিল্পীসকলে সফলতাকৰে অভিনয় কৰে। তাৰ পাছত নাগৰা নাম অনুষ্ঠিত হয়।

২৮ মাঘ, দেওবাৰে সন্ধিয়া ৭ বজাত সাংস্কৃতিক সমাৰোহ উদ্বোধন কৰি শোণিত কোঁৱৰ গজেন বৰুৱাই অসমীয়া সংস্কৃতিৰ অতীত, বৰ্তমান আৰু ভৱিষ্যৎৰ বিষয়ে আলোকপাত কৰি এটি তত্ত্বগধুৰ ভাষণ দিয়ে।

২৯ মাঘ, সোমবাৰে সন্ধিয়া ৭ বজাত সাংস্কৃতিক সমাৰোহ উদ্বোধন কৰে বিখ্যাত সংগীতজ্ঞ ৰুদ্ৰ বৰুৱাই। এই দুইদিনৰ সাংস্কৃতিক সন্মিলনৰ অসমৰ বিভিন্ন ঠাইৰ পৰা অহা সাংস্কৃতিক দলসমূহে যোগদান কৰি সন্মিলনৰ সৌষ্ঠৱ বৃদ্ধি কৰে।

## বিষয়বাছনী সভা

উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ বুৰঞ্জীত ৰঙিয়াৰ অধিৱেশনতে প্ৰতিনিধি আৰু দৰ্শক প্ৰতিনিধিৰ সংখ্যা সৰ্বাধিক হৈছিল। দৰ্শক প্ৰতিনিধি সংখ্যা বাদ দি অকল প্ৰতিনিধিৰ সংখ্যাই আঠশজন। কাছাৰ জিলাৰ পৰা এইবাৰেই সৰ্বাধিক প্ৰতিনিধি (৪০ জন) আহিছিল। প্ৰতিনিধি সভা ১০ ফেব্ৰুৱাৰি শনিবাৰে দিনৰ দুই বজাৰ পৰা মাজত অলপ বিৰতিৰে সৈতে ৰাতি ১১ বজালৈ আৰু ১১ ফেব্ৰুৱাৰি দেওবাৰে ৰাতি ৮ বজাৰ পৰা ১২-৩০ বজালৈ বহিছিল। নৱনিৰ্বাচিত সভাপতি গিৰিধৰ শৰ্মাৰ সভাপতিত্বত হৰদত্ত-বীৰদত্ত ভৱনত বহিছিল আৰু গোটেই ভৱনটো প্ৰতিনিধিসকলেৰে ঠাহখাই পৰিছিল। প্ৰতিনিধিৰ সংখ্যা বেছি হোৱা বাবে এইবাৰ ভোট গ্ৰহণ আৰু গণনাত বহুত সময় লৈছিল।

## ৰঙিয়া আলোচনী সভাৰ ভৱন উদঘাটন

২৮ মাঘ দেওবাৰে ৰঙিয়া সাহিত্য সভাৰ এটি সুনিৰ্মিত স্থায়ী ভৱন উন্মোচন কৰে বাগ্মীবৰ নীলমণি ফুকনে। ৯৩ বছৰীয়া বয়োবৃদ্ধ সাহিত্যিক গৰাকীৰ প্ৰাণ-মন উথলোৱা সৰল প্ৰাণৰ কথাকেইটিয়ে শ্ৰোতাসকলক মুগ্ধ কৰে। অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, বিশিষ্ট ৰাজনীতিজ্ঞ মহেন্দ্ৰ মোহন চৌধুৰীয়ে উক্ত ভৱন উদ্বোধন সভাত বিশিষ্ট অতিথি হিচাপে এটি ভাষণ দিয়ে।

## বৈশিষ্ট্য

ৰঙিয়া অধিৱেশনৰ মূল সভামণ্ডপৰ সন্মুখৰ তোৰণখনি শিৱসাগৰ ৰংঘৰৰ আৰ্হিত কৰা হৈছিল। মূল মণ্ডপ স্থানৰ নাম দিয়া হৈছিল হৰদত্ত-বীৰদত্ত নগৰ। মূল তোৰণৰ ওচৰতে নিৰ্মিত শ্বহীদ স্তম্ভটি আছিল অধিৱেশনৰ সৰ্বশ্ৰেষ্ঠ আকৰ্ষণ। পাঁচ হেজাৰ টকাৰ ব্যয়ত এই স্তম্ভ নিৰ্মাণ কৰোৱায় ৰঙিয়া আঞ্চলিক পঞ্চায়ত আৰু সহযোগীসকলে। স্তম্ভৰ পৰিকল্পনা কৰিছিল উদীয়মান শিল্পী অমূল্য বৰুৱাই আৰু নিৰ্মাণ কৰিছিল অমূল্য বৰুৱা, অনিল কুমাৰ চৌধুৰী আৰু নৱ কুমাৰ চৌধুৰীয়ে। তৈলচিত্ৰ অংকন কৰিছিল অমূল্য বৰুৱাই। শিক্ষাৰ মাধ্যম আন্দোলনৰ শ্বহীদসকলৰ তৈলচিত্ৰৰ তলত সুন্দৰ স্পষ্ট আখৰেৰে লিখা হৈছিল —

১। মোজাম্মিল হক

আই অ' কিহেৰে পূজিম তোক
আই অ' জীৱন দি পূজিম তোক।

২। অনিল বৰা

লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই।

৩। প্ৰমোদ বৰা

মৰে অসম জীয়ে কোন!
জীয়ে অসম মৰে কোন!

৪। বলেন ৰাজখোৱা

আমি আগে বাঢ়ি
ডিঙি পাতি পাতি
তেজেৰে বলিশাল যামে বোলাই।

৫। নৰেন্দ্ৰনাথ মহন্ত

চিৰ চেনেহী মোৰ ভাষা জননী

স্মৃতিফলকখনিত লিখা আছিল —

"কলিজাৰ কেঁচা তেজ ঢালি
ভাষা জননীৰ ধুৱালোঁ চৰণ
সাৰ্থক হওক জাতিৰ আশা
সাৰ্থক হওক আমাৰ মৰণ।"

স্মৃতিস্তম্ভৰ উপৰি নগৰৰ বিভিন্ন চৌপথত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা প্ৰমুখ্যে কেবাগৰাকীও অসমীয়া কলা সাধকৰ নামত তোৰণ নিৰ্মাণ কৰা হয়।



## অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকল

তলত নাম দিয়া লোকসকলেৰে অসম সাহিত্য সভাৰ ১৯৭৩-৭৪ চনৰ কাৰ্যনিৰ্বাহক সমিতি গঠিত হৈছে।

| | | |
|---|---|---|
| ১। | গিৰিধৰ শৰ্মা | সভাপতি |
| ২। | হৰেশ্বৰ গোস্বামী | উপ-সভাপতি |
| ৩। | নগেন শইকীয়া | প্ৰধান সম্পাদক |
| ৪। | ৰজনীকান্ত দেৱশৰ্মা | কোষাধ্যক্ষ |
| ৫। | অমল ৰাজখোৱা | সহকাৰী সম্পাদক |
| ৬। | গোবিন্দ মহন্ত | সহকাৰী সম্পাদক |
| ৭। | হেমন্ত কুমাৰ শৰ্মা | পত্ৰিকা সম্পাদক |
| ৮। | সাথী তেৰনপী | সদস্যা |
| ৯। | চফিয়ুৰ ৰহমান হাজৰিকা | সদস্য |
| ১০। | ৰায়মণি ৰাজবংশী | সদস্য |
| ১১। | হৰিপ্ৰসাদ গোৰ্খাৰায় | সদস্য |
| ১২। | ৰাম গোস্বামী | সদস্য |
| ১৩। | এম. ইব্ৰাহীম আলি | সদস্য |
| ১৪। | নাৰায়ণ ঘাটোৱাৰ | সদস্য |
| ১৫। | অবলা গোহাঁই | সদস্যা |
| ১৬। | বিনন্দ চন্দ্ৰ বৰুৱা | সদস্য |
| ১৭। | কমল বাইলুং | সদস্য |
| ১৮। | বীৰেন্দ্ৰ নাথ কলিতা | সদস্য |
| ১৯। | অম্বিকা চৰণ সৰকাৰ | সদস্য |
| ২০। | যতীন গোস্বামী | সদস্য |
| ২১। | তৰুণ চন্দ্ৰ পামেগাম | সদস্য |

## প্ৰস্তাৱসমূহ

*১ম প্ৰস্তাৱ ঃ অসমৰ আঞ্চলিক ভাষা অসমীয়া অসমৰ উচ্চ শিক্ষাৰ মাধ্যম বুলি ঘোষণা কৰাৰ লগতে ১৯৭৩ চনৰ শিক্ষা বছৰৰ পৰা সমগ্ৰ অসমৰ যিসকলৰ মাতৃভাষা অসমীয়া নহয় সিসকলৰ বিদ্যালয়সমূহৰ মাধ্যমিক স্তৰত অসমীয়া বিষয় বাধ্যতামূলকভাৱে শিক্ষাদান কৰা হ'ব বুলি আগৰ বছৰৰ ১৯ নৱেম্বৰ তাৰিখে অসমৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াই ঘোষণা কৰাৰ পিছতো চৰকাৰে খৰতকীয়া ব্যৱস্থা নোলোৱাত*

*অসম সাহিত্য সভাই গভীৰ অসন্তুষ্টি প্ৰকাশ কৰি সেই শিক্ষা বছৰৰ পৰাই সমগ্ৰ অসমৰ বিদ্যালয়সমূহত কাৰ্যকৰী কৰাটো এই সন্মিলনে দৃঢ়তাৰে বিচাৰে। লগতে উচ্চ শিক্ষাৰ মাধ্যম প্ৰশ্নৰ সন্দৰ্ভত সম্প্ৰতি অসমৰ কোনো অংশতে কোনো প্ৰকাৰৰ অশান্তিকৰ পৰিস্থিতিৰ যাতে উদ্ভৱ হ'ব নোৱাৰে তাৰবাবে উপযুক্ত ব্যৱস্থা ল'বলৈ আৰু অৰ্থৰ অনাটন বা শিক্ষকৰ অভাৱৰ অজুহাট নাইবা ন্যস্তস্বাৰ্থন্বেষী এদল লোকৰ অযুক্তিকৰ দাবীৰ সন্মুখত নত হৈ ঘোষিত প্ৰতিশ্ৰুতিৰ পৰা যাতে পিছুলি নপৰে তাৰ বাবে অসম সাহিত্য সভাই অসম চৰকাৰৰ ওচৰত দৃঢ় দাবী জনায়।*

| | |
|---|---|
| *গৃহীত* | *প্ৰস্তাৱক ঃ কাহেৰ লস্কৰ (কাছাৰ)* |
| *স্বাঃ গিৰিধৰ শৰ্মা* | *সমৰ্থক ঃ হেৰম্ব বৰদলৈ (ডিব্ৰুগড়)* |
| *সভাপতি* | |

*২য় প্ৰস্তাৱ ঃ অসম ৰাজ্যখনৰ নানাভাৱে বিভাজন হোৱাৰ ফলস্বৰূপে আৰু কাছাৰৰ, বিশেষকৈ সমগ্ৰ গাঁও অঞ্চলৰ সংখ্যাগৰিষ্ঠ লোকৰ দাবীলৈ দৃষ্টি ৰাখি সমস্ত ৰাজ্যখনত সকলো পৰ্যায়ত অসমীয়া ভাষাক শাসকীয় কাৰ্যাৱলীৰ মাধ্যমৰূপে প্ৰতিষ্ঠা কৰা বৰ্তমান মুহূৰ্তত নিতান্ত বাঞ্ছনীয় হৈ পৰিছে। এই পৰিস্থিতিলৈ দৃষ্টি ৰাখি 'অসম শাসকীয় ভাষা অধিনিয়ম, ১৯৬০' খন (১৯৬১ চন আৰু ১৯৬৪ চনৰ সংশোধন অধিনিয়মকে ধৰি) আমূল সংশোধন কৰি, অহা বাজেট অধিৱেশনতে এখন সংশোধন বিল উপস্থাপন কৰিবলৈ অসম চৰকাৰক অসম সাহিত্য সভাই আহ্বান জনায়।*

| | |
|---|---|
| *গৃহীত* | *প্ৰস্তাৱক ঃ বসন্তলাল দুৱৰা (শিৱসাগৰ)* |
| *স্বাঃ গিৰিধৰ শৰ্মা* | *সমৰ্থক ঃ মেঘ গগৈ (নামৰূপ)* |
| *সভাপতি* | |

*৩য় প্ৰস্তাৱ ঃ আজি কিছুদিনৰ পৰা কাছাৰ জিলাৰ নগৰলৈ অসমৰ বাহিৰৰ পৰা আহি বসবাস কৰা অথচ থলুৱা ৰাইজৰ জীৱনৰ লগত সৰ্বপ্ৰকাৰে বিচ্ছিন্ন জীৱন যাপন কৰা এমুঠি বঙলা-ভাষী লোকৰ অসংগত দাবীকে বেদবাক্য বুলি মানি অসমীয়া ভাষাৰ হকে কাছাৰৰ বুনিয়াদী লোকসকলৰ ন্যায্য দাবী হেলাৰঙে উপেক্ষা কৰি অহা হৈছে। অসম সাহিত্য সভাই ইয়াক এক চৰম পৰিতাপৰ বিষয় বুলি গণ্য কৰে আৰু চৰকাৰক দোহাৰি দোহাৰি ক'ব খোজে যে ৰাজ্যখনৰ প্ৰগতি আৰু শান্তিৰ অৰ্থে কাছাৰৰ স্কুল-কলেজসমূহৰ সকলো শ্ৰেণীতে তুৰন্তে অসমীয়া ভাষা চলোৱাৰ ব্যৱস্থা কৰি শিক্ষক নিয়োগ, অনুষ্ঠানসমূহলৈ অনুদান, শিক্ষক প্ৰশিক্ষণ আদি কাম অতিশীঘ্ৰে হাতত লওক; এই বিষয়ত চৰকাৰৰ ঢিলা-সোলোকা নীতিয়ে শান্তি, প্ৰগতি সংহত কৰিব বুলি অসম সাহিত্য সভাৰ ধ্ৰুৱ বিশ্বাস।*



| | |
|---|---|
| *গৃহীত* | *প্ৰস্তাৱক ঃ শিৱানন্দ শৰ্মা (ধুবুৰী)* |
| *স্বাঃ গিৰিধৰ শৰ্মা* | *সমৰ্থকঃ গোবিন্দৰ ৰাম ডেকা (মঙলদৈ)* |
| *সভাপতি* | |

*৪নং প্ৰস্তাৱ ঃ অসমৰ শিক্ষা বিভাগ তথা ৰাজ্যিক প্ৰাথমিক শিক্ষা বোৰ্ডৰ অধীনস্থ ধুবুৰী মহকুমা আঞ্চলিক শিক্ষাবোৰ্ডে যথেষ্ট সংখ্যক অসমীয়া প্ৰাথমিক পঢ়াশালি ল'বলৈ বাকী থকা সত্বেও বঙলা মাধ্যমৰ প্ৰাথমিক পঢ়াশালিক মঞ্জুৰী দিছে বুলি অসম সাহিত্য সভাই জানিব পাৰি গভীৰ উদ্বেগ প্ৰকাশ কৰে। গোৱালপাৰা, কাছাৰ আদিত বঙলা মাধ্যমৰ পাঠশালাসমূহে আওপাকে চৰাকীৰ সাহায্য পাই থকাতো অসমীয়া শিক্ষা উন্নয় আৰু জাতীয় স্বাৰ্থৰ পৰিপন্থী বুলি অসম সাহিত্য সভাই অনুভৱ কৰে আৰু অসমীয়া মাধ্যমৰ প্ৰাথমিক পঢ়াশালি সাহায্য বা মঞ্জুৰী পাবলৈ বাকী থাকিলে বঙলা মাধ্যমৰ পঢ়াশালিক যাতে চৰকাৰে সাহায্য নিদিয়ে তাৰ বাবে অসম চৰকাৰক অনুৰোধ জনায়।*

| | |
|---|---|
| *গৃহীত* | *প্ৰস্তাৱক ঃ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী (ডিব্ৰুগড়)* |
| *স্বাঃ গিৰিধৰ শৰ্মা* | *সমৰ্থক ঃ সিদ্ধেশ্বৰ তামুলী (তিনিচুকীয়া)* |
| *সভাপতি* | |

*৫ নং প্ৰস্তাৱ ঃ অসমৰ কেইখনমান চাহ বাগিচা আৰু কোনো আন অঞ্চলতো ৰাজ্যখনৰ সংহতি আৰু সম্প্ৰীতি সংহত কৰি সক্ৰিয় হৈ উঠা একশ্ৰেণী ষড়যন্ত্ৰকাৰী বিভেদকামী শক্তিৰ ওপৰত অসম সাহিত্য সভাই তীক্ষ্ণদৃষ্টি ৰাখি আহিছে। এনে বিভ্ৰান্তকাৰী যি কোনো শক্তিকে সৰ্বপ্ৰকাৰে প্ৰতিৰোধ কৰিবলৈ সভাই ৰাজ্যৰ সমগ্ৰ ৰাইজক সনিৰ্বন্ধ আহ্বান জনায় আৰু অসম চৰকাৰকো এই বিষয়ে সাৱধান কৰি দিয়ে।*

## বৰ্ষটোৰ কাম

প্ৰস্তাৱ প্ৰসংগ ঃ চত্বাৰিংশ সন্মিলনত গ্ৰহণ কৰা (১) মাধ্যম সম্পৰ্কীয়, (২) ৰাজ্যভাষা প্ৰৱৰ্তন সম্পৰ্কীয়, (৩) কাছাৰত অসমীয়া ভাষা প্ৰৱৰ্তন সম্পৰ্কীয়, (৪) অসমীয়া মাধ্যমৰ স্কুলসমূহৰ বাবে মঞ্জুৰী দান সম্পৰ্কীয় আৰু (৫) অসমৰ সংহতি ৰক্ষা কৰাত গুৰুত্বদান সম্পৰ্কীয় পাঁচটি প্ৰস্তাৱ যথাস্থানলৈ প্ৰেৰণ কৰাৰ পিছত পুনৰ বিহিত ব্যৱস্থা গ্ৰহণাৰ্থে যোগাযোগ কৰে।

**মাধ্যম প্ৰসংগ ঃ** অসমৰ বিশ্ববিদ্যালয়ৰ মাধ্যম সম্পৰ্কে এপ্ৰিলৰ ৫ তাৰিখে অসমৰ মুখ্যমন্ত্ৰীলৈ সভাই দিয়া মুকলি চিঠিত মুখ্যমন্ত্ৰীৰ ১৯৭২ খ্ৰীষ্টাব্দৰ ১১ নৱেম্বৰৰ বিবৃতিক সভাই স্পষ্ট অৰ্থত গ্ৰহণ কৰা বুলি আৰু অসমীয়া ভাষাৰ ন্যায্য অধিকাৰ আৰু মৰ্যাদাৰ সামান্য হানিও ঘটাব পৰা কোনো সূত্ৰকে গ্ৰহণ নকৰা বুলি স্পষ্ট ভাষাৰে জনোৱা হয়। পুনৰ কেন্দ্ৰীয় ৰাজ্যিক গৃহমন্ত্ৰীৰ লগত মুখ্যমন্ত্ৰী আৰু কাছাৰৰ এক শ্ৰেণী লোকৰ প্ৰতিনিধিৰ মাজত হোৱা আলোচনাৰ পিছত ২৪ এপ্ৰিল তাৰিখে মুখ্যমন্ত্ৰীলৈ দিয়া সভাৰ দ্বিতীয় মুকলি চিঠিত, অসম সাহিত্য সভাৰ পূৰ্বৰ মনোভাৱ দৃঢ়তাৰে দোহাৰি কোৱা হয় যে "অসমীয়া ভাষাৰ ন্যায্য অধিকাৰ খৰ্ব কৰিবলৈ আৰু অসমৰ শান্তি আৰু সম্প্ৰীতি ব্যাহত কৰিবলৈ চেষ্টা কৰা যিকোনো শক্তিৰ বিৰুদ্ধে অসম সাহিত্য সভা থিয় দিব।" পুনৰ ২৫ জুলাই তাৰিখে সভাপতি প্ৰমুখ্যে আঠজনীয়া সঁজাতী দল এটিয়ে মুখ্যমন্ত্ৰীক সাক্ষাৎ কৰি সভাৰ মনোভাৱ মুকলিকৈ দাঙি ধৰে।

**তদন্ত আয়োগৰ ওচৰত সাক্ষ্যদান ঃ** ১৯৭২ খ্ৰীঃ ৰ ৫ অক্টোবৰ তাৰিখে দুবৃত্তৰ হাতত খাৰুপেটীয়াত নিহত হোৱা মোজাম্মিল হক আৰু ৭ অক্টোবৰ তাৰিখে হোজাইত নিহত হোৱা অনিল বৰাৰ মৃত্যুৰ বাবে গঠিত তদন্ত আয়োগৰ ওচৰত গুৱাহাটী হাইকোৰ্টৰ উকীল বিশ্বেশ্বৰ শৰ্মাৰ যোগে দুখন স্মাৰক পত্ৰ দাখিল কৰে আৰু দুয়োগৰাকী নিৰপৰাধী ছাত্ৰকে পৰিকল্পিতভাৱে হত্যা কৰা হৈছে বুলি যুক্তিসহকাৰে দাবী কৰে। আন এগৰাকী ভাষা আন্দোলনৰ শ্বহীদ প্ৰমোদ বৰা, বলেন ৰাজখোৱা আৰু নৰেন মহন্তৰ মৃত্যুসম্পৰ্কে সাক্ষ্যদান কৰিবলৈ স্থানীয় শাখা-সভাসমূহক সভাই অনুৰোধ কৰে।

**ৰাজ্যচৰকাৰৰ লগত যোগাযোগ ঃ** ২৫ জুলাই তাৰিখে অসমৰ মুখ্যমন্ত্ৰীক সাক্ষাৎ কৰোঁতে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সম্পৰ্কীয় বিষয়ৰ উপৰি (১) অনা-অসমীয়া স্কুলত অসমীয়া ভাষাৰ প্ৰৱৰ্তন, (২) কাছাৰ অসমীয়া স্কুলক স্বীকৃতি দান কৰা কাছাৰৰ স্কুলত অসমীয়া শিক্ষকৰ নিযুক্তি আৰু সাহায্য দান, (৩) অৰুণাচলৰ ভাষানীতি, (৪) উত্তৰ-পূব ৰে'লৱেত অসমীয়া ভাষাৰ প্ৰয়োগ আৰু অসমীয়া স্কুল, (৫) কেন্দ্ৰীয় চৰকাৰৰ চাকৰিত থলুৱা লোকৰ নিযুক্তি, (৬) ভাষাজ্ঞান পৰীক্ষা, (৭) সাহিত্যিক পেন্সন, (৮) গোহাঞি বৰুৱা বঁটা, (৯) আনন্দচন্দ্ৰ আগৰৱালাৰ বাসভৱন, (১০) লেখক-শিবিৰ, (১১) প্ৰকাশন আঁচনি, (১২) স্বৰ্গীয় হৰিপ্ৰসাদ নেওগৰ পৰিয়াললৈ সাহায্য দান আৰু (১৩) ৰাধাকান্ত সন্দিকৈ ভৱন আৰু চিত্ৰশালা — এইকেইটি বিষয়ত আমাৰ মনোভাৱ দাঙি ধৰা হয়। মাধ্যম সংক্ৰান্ত বিষয়টি মুখ্যমন্ত্ৰীয়ে নীতিগতভাৱে মানি লোৱা বুলি জনোৱাৰ উপৰি নীতিগতভাৱে অসমীয়া ভাষা প্ৰৱৰ্তনৰ বাবে প্ৰাথমিক প্ৰস্তুতি কৰা বুলি জনায়। কেন্দ্ৰীয় চৰকাৰৰ চাকৰিত থলুৱা



লোকৰ নিযুক্তিৰ বাবে ৰাজ্যচৰকাৰে কৰিব পৰাখিনি কৰি আছে আৰু কৰি থাকিব বুলি জনায়। সাহিত্যিক পেন্সন সম্পৰ্কত সঁজাতিদলৰ প্ৰস্তাৱ তেখেতে গ্ৰহণ কৰে। গোহাঞিবৰুৱা বঁটা সম্পৰ্কে পূৰ্বৰ সিদ্ধান্ত বিচাৰ কৰি ব্যৱস্থা গ্ৰহণ কৰিব বুলি আৰু আনন্দচন্দ্ৰ আগৰৱালাৰ বাসভৱনটিক এটি সাহিত্য সংগ্ৰহালয়ত পৰিণত কৰিবৰ বাবেও সভাৰ হাতত ন্যস্ত কৰিব বুলি কয়। লেখক শিবিৰৰ আঁচনিত সমৰ্থন জনাই প্ৰয়োজনীয় অৰ্থসাহায্য দিয়াৰ বাবে কথা দিয়ে। নেওগৰ পৰিয়ালক সাহায্য দিবৰ বাবে প্ৰতিশ্ৰুতি দিয়ে আৰু স্বৰ্গীয় নৰেন মহন্তৰ পৰিয়ালক এককালিন সাহায্য দিবলৈ চেষ্টা কৰিব বুলি কয়। ৰাধাকান্ত সন্দিকৈ ভৱন আৰু প্ৰকাশন আঁচনি সম্পৰ্কে বিচাৰ বিবেচনা কৰি চাব বুলিও জনায়।

সভাৰ এই প্ৰস্তাৱসমূহ আৰু আঁচনি সম্পৰ্কত অসমৰ শিক্ষামন্ত্ৰীৰ লগতো ২ ছেপ্টেম্বৰ তাৰিখে আলোচনা কৰে আৰু শিক্ষামন্ত্ৰীয়েও বিভিন্ন বিষয় সম্পৰ্কে সহানুভূতিসূচক সঁহাৰি জনায়।

অসমৰ অনা-অসমীয়া স্কুলসমূহৰ বাবে অসমীয়া ভাষাৰ শিক্ষক নিয়োগৰ বাবে প্ৰাথমিক প্ৰস্তুতি কৰি যোৰহাটৰ শিক্ষক প্ৰশিক্ষণ কলেজত এটা চমু প্ৰশিক্ষণ শিবিৰৰ কাম সম্পূৰ্ণ কৰে।

**সাহিত্যিক পেঞ্চন ঃ** যোৱাবছৰ সাহিত্যিক পেঞ্চন দিবৰ বাবে ৰাজ্যচৰকাৰে ঘোষণা কৰা বাৰগৰাকী সাহিত্যিকৰ উপৰি সভাৰ প্ৰস্তাৱিত অতিৰিক্ত ন গৰাকী প্ৰবীণ ভাষা-সাহিত্যসেৱীৰ নাম চৰকাৰে গ্ৰহণ কৰি এই বছৰ ২৬ জানুৱাৰি তাৰিখে সিসকলকো সাহিত্যিক পেঞ্চন দিব বুলি চৰকাৰে ঘোষণা কৰে

**লেখক শিবিৰ ঃ** ইতিমধ্যে ২৬ ডিচেম্বৰৰ পৰা ১ জুনুৱাৰিলৈকে গুৱাহাটীত থলুৱা অসমীয়া ভাষা আৰু মূল অসমীয়া ভাষাৰ সন্তৰ গৰাকী লেখক-লেখিকালৈ এটি 'সাদিনীয়া লেখক শিবিৰ' আয়োজন কৰে। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অতুলচন্দ্ৰ হাজৰিকাৰ সভাপতিত্বত হোৱা উদ্বোধনী উৎসৱ উদ্বোধন কৰে শিক্ষামন্ত্ৰী হৰেন্দ্ৰনাথ তালুকদাৰে আৰু বিশিষ্ট অতিথিৰূপে যোগ দিয়ে প্ৰাক্তন সভাপতি ত্ৰৈলোক্যনাথ গোস্বামীদেৱে। অসম সাহিত্য সভাৰ সভাপতি গিৰিধৰ শৰ্মাৰ সভাপতিত্বত অনুষ্ঠিত সামৰণি উৎসৱত মুখ্য অতিথি স্বৰূপে ভাষণ দিয়ে মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই। অসমত গঢ়ি উঠিব খোজা ভাষিক বিচ্ছিন্নতাবাদৰ মূলোচ্ছেদ কৰি উত্তৰ-পূব ভাৰতক শক্তিশালী কৰিতোলা আৰু অসমৰ স্বাধীনতাৰ পৰৱৰ্তীযুগৰ লেখকসকলক সমৱেত কৰি আমাৰ সাহিত্যৰ সমস্যা সমাধান আৰু ভৱিষ্যতৰ গতি-প্ৰকৃতি নিৰ্ণয়ৰ চেষ্টাৰে সৃষ্টিশীল লেখসকলক লৈ সাহিত্য সভাৰ যোগে এটি বৌদ্ধিক পৰিমণ্ডল ৰচনা কৰা — এই দুয়োটি দিশৰে প্ৰাথমিক শুভাৰম্ভ এই লেখক শিবিৰে ঘটোৱা বুলি অনুভৱ কৰা হয়। মূল অসমীয়া ভাষা-সাহিত্য উন্নয়নৰ উপৰি সাহিত্য

সভাই থলুৱা ভাষা-সাহিত্যৰ বিকাশ আৰু উন্নয়নত সক্রিয় ভূমিকা লৈ থলুৱা ভাষা-ভাষীসকলৰ অসন্তোষ দূৰীভূত কৰি অসমৰ ভাষিক আৰু সাংস্কৃতিক সংহতিৰ গৰাখহনীয়া ৰোধ কৰিবলৈ যত্নপৰ হৈছে। থলুৱা ভাষা-ভাষীসকলে সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্বক সমৰ্থন কৰাৰ উপৰি বেলেগ ৰাজ্য স্থাপন প্ৰচেষ্টাত নিজৰ অসন্তোষ প্ৰকাশ কৰে। বড়ো ভাষী প্ৰতিনিধিয়েও বেলেগ ৰাজ্য স্থাপনৰ বিৰোধীতা কৰে।

**থলুৱা ভাষাৰ উদ্ধাৰ আৰু উন্নয়ন আঁচনি ঃ** সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে ইতিমধ্যে কাৰবি ভাষাৰ উদ্ধাৰ আৰু উন্নয়নৰ এখন প্ৰাথমিক আঁচনি গ্ৰহণ কৰিছে আৰু তদনুৰূপ অন্যান্য ভাষাগোষ্ঠীৰ ক্ষেত্ৰতো আঁচনি গ্ৰহণৰ কথা সভাই অনুভৱ কৰে। কাৰ্বি ভাষা সংক্ৰান্ত আঁচনিৰ প্ৰাথমিক খছৰা কৰি শীঘ্ৰেই এই আঁচনিৰ কাৰ্যকৰীসকৰণ কথাও সভাই চিন্তা কৰিছে। লিপি সম্পৰ্কতো মুকলিকৈ আলাপ-আলোচনা কৰাৰ বাবে আছে। ডিচেম্বৰ মাহৰ ২ আৰু ৩ তাৰিখে অসম সাহিত্য সভাৰ সভাপতিৰ আহ্বানত বিভিন্ন ভাষাগোষ্ঠীৰ লোকক নিমন্ত্ৰণ কৰি আনে।

**অসম সাহিত্য সভা সেৱা কেন্দ্ৰ ঃ** কাৰ্যনিৰ্বাহক সমিতিয়ে অসমৰ অনগ্ৰসৰ অঞ্চলবোৰত শিক্ষাৰ প্ৰচাৰ আৰু স্বাস্থ্যৰ উন্নয়ন আদিৰ লক্ষ্য আগত ৰাখি প্ৰস্তাৱ কৰা 'সেৱা কেন্দ্ৰ' স্থাপনৰ বাবেও কাৰ্যব্যৱস্থা গ্ৰহণ কৰে।

**ভাষা-জ্ঞান পৰীক্ষা ঃ** সাহিত্য সভাই অনা-অসমীয়াভাষীৰ বাবে প্ৰাথমিক আৰু মাধ্যমিক স্তৰত গ্ৰহণ কৰা ভাষা-জ্ঞান পৰীক্ষাত যোৱা বছৰ প্ৰায় তিনি হাজাৰ পৰীক্ষাৰ্থীলৈ সংখ্যা বৃদ্ধি হোৱাতো এটা উল্লেখযোগ্য অভিলেখ। ১৯৭৪ খ্ৰীঃৰ পৰা এই পৰীক্ষা প্ৰাথমিক, মাধ্যমিক, প্ৰাক-স্নাতক আৰু স্নাতক এই চাৰিটা পৰ্যায়ত গ্ৰহণ কৰিবৰ বাবে কাৰ্যনিৰ্বহকে সিদ্ধান্ত গ্ৰহণ কৰিছে আৰু "ভাষা-জ্ঞান পৰীক্ষা সংস্কাৰ সাধন সমিতি"য়ে তাৰবাবে পাঠ্যক্ৰম প্ৰস্তুত কৰি উলিয়াইছে। চৰকাৰীভাৱেও এই পৰীক্ষাৰ স্বীকৃতি পোৱাৰ প্ৰতিশ্ৰুতি সভাই লাভ কৰিছে।

**ৰাধাকান্ত সন্দিকৈ ভৱন আৰু চিত্ৰশালা ঃ** অসম সাহিত্য সভাৰ স্থায়ী কেন্দ্ৰীয় কাৰ্যালয় স্থাপন আৰু চন্দ্ৰকান্ত অভিধান দাতা দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ স্মৃতিত চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ চৌহদত 'ৰাধাকান্ত সন্দিকৈ ভৱন' স্থাপন কৰিবৰ বাবে ১৯৬২ খ্ৰীঃতে আধাৰশিলা প্ৰতিষ্ঠা কৰা হৈছিল। তেতিয়াৰ প্ৰধান সম্পাদক আৰু একচত্বাৰিংশ সন্মিলনৰ সভাপতি ড° নেওগৰ কাৰ্যকালতে। এই ভৱনটি অসমীয়া ভাষা-সংস্কৃতিৰ গৱেষণা কেন্দ্ৰৰূপে আৰু অসমৰ প্ৰথম চিত্ৰশিলা স্থাপনৰ বাবে নিৰ্মাণ কৰিবৰ বাবে কাৰ্যনিৰ্বাহক সমিতিয়ে সিদ্ধান্ত গ্ৰহণ কৰি এখনি ভৱন নিৰ্মাণ সমিতি গঠন কৰি দিছে।

**শতবাৰ্ষিকী ঃ** অসম সাহিত্য সভাই অসমৰ বৰেণ্য লেখকসকলৰ জন্ম



শতবাৰ্ষিকী উছৱ পালন কৰি আহিছে। ১৯৭২ খ্ৰীঃত বেণুধৰ ৰাজখোৱা আৰু কনকলাল বৰুৱাৰ জন্ম শতবাৰ্ষিকী উছৱ কেন্দ্ৰীয়ভাৱে ক্ৰমে ডিব্ৰুগড় আৰু গুৱাহাটীত আয়োজিত হয়। তদুপলক্ষে বৰুৱাৰ পৰিয়ালৰ সাহায্যত অসম সাহিত্য সভাই ড° মহেশ্বৰ নেওগ সম্পাদিত "Studies in the Early History of Assam" নামৰ মূল্যবান গ্ৰন্থ এখনি আৰু নন্দ তালুকদাৰ সংকলিত 'কনকলাল বৰুৱা ৰচনাৱলী' প্ৰকাশ কৰি উলিয়াছে। তদুপৰি ৮ জানুৱাৰিত স্বৰ্গীয় বৰুৱাৰ বাসস্থানৰ প্ৰাংগণত প্ৰতিষ্ঠাপিত কনকলাল বৰুৱাৰ এটি আৱক্ষমূৰ্তি অসমৰ ৰাজ্যপাল লালন প্ৰসাদ সিঙে এটি গাম্ভীৰ্যপূৰ্ণ আয়োজনত অনাবৰণ কৰে। ৰাজখোৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশ কৰিবলগীয়া গ্ৰন্থখনি ডিব্ৰুগড়ত গঠিত উছৱ সমিতিক প্ৰকাশৰ বাবে ভাৰ দিয়া হৈছিল যদিও, অৰ্থাভাৱত সমিতিয়ে সেই কাম কৰিব নোৱৰাত সভাই সেই গ্ৰন্থ প্ৰকাশৰ বাবে ব্যৱস্থা গ্ৰহণৰ কৰে।

১৯৭৪ চনত যোৰহাটত কেন্দ্ৰীয়ভাৱে চন্দ্ৰধৰ বৰুৱা জন্ম-শতবাৰ্ষিকী উছৱ আৰু তেজপুৰত কেন্দ্ৰীয়ভাৱে উদ্‌যাপিত আনন্দচন্দ্ৰ আগৰৱালাৰ জন্ম-শতবাৰ্ষিকী উছৱ উদ্‌যাপনৰ আয়োজন কৰে। বৰুৱা আৰু আগৰৱালাৰ দুখন জীৱনী, বৰুৱাৰ প্ৰবন্ধসম্ভাৰ আৰু আনন্দচন্দ্ৰ আগৰৱালাৰ বাসভৱনটিক এটি সাহিত্য সংগ্ৰহালয় কৰি গঢ়ি তুলিবলৈ প্ৰস্তাৱ কৰে আৰু বাসভৱন সমন্বিতে প্ৰায় পোন্ধৰ বিঘা মাটিৰ পাহাৰটিক 'আনন্দগিৰী' নামেৰে নামকৰণ কৰা হৈছে। বাসভৱটি অধিগ্ৰহণ কৰা সম্পৰ্কত ৰাজ্য চৰকাৰৰ লগত যোগাযোগো সভাই কৰে।

**ন্যাস পুঁজিৰ পৰা দিয়া বিভিন্ন বঁটা ঃ** অসম সাহিত্য সভাত গচ্ছিত (১) হৰিহৰ চৌধুৰী ন্যাস, (২) বনমালী শইকীয়া ন্যাস, (৩) প্ৰেমধৰ দত্ত সোঁৱৰণী ন্যাস, (৪) ডিগবৈ সাহিত্য সেৱা সমিতি ন্যাস, এই চাৰিটি ন্যাস পুঁজিৰ সূতৰে সাহিত্য বঁটা প্ৰদান কৰা হৈছে। এই বছৰ ক্ৰমে (১) উগ্ৰতাৰা ন্যাস আৰু (২) মোহনচন্দ্ৰ শৰ্মা ন্যাস এই দুটি অতিৰিক্ত ন্যাস পুঁজি সভাই লাভ কৰে।

(১) আগৰ দুবছৰত প্ৰকাশিত অসমীয়া চিন্তামূলক গ্ৰন্থৰাজিৰ ভিতৰত "অসমীয়া কাহিনী কাব্যৰ প্ৰবাহ" শ্ৰেষ্ঠ বিৱেচিত হৈছে আৰু গ্ৰন্থকাৰ ড° সত্যেন্দ্ৰনাথ শৰ্মাই এই পুথিৰ বাবে "মোহন চন্দ্ৰ শৰ্মা বঁটা" লাভ কৰিছে।

(২) দুবছৰত (৭১ আৰু ৭২) প্ৰকাশিত অসমীয়া কবিতা পুথিৰ ভিতৰত "ফুলি থকা সূৰ্যমুখী ফুলটোৰ ফালে" শ্ৰেষ্ঠ বিবেচিত হৈছে আৰু গ্ৰন্থকাৰ নীলমণি ফুকনে এই পুথিৰ বাবে উগ্ৰতাৰা ন্যাসৰ পৰা "ৰঘুনাথ চৌধুৰী বঁটা" লাভ কৰিছে।

(৩) ১৯৭২ চনৰ ভিতৰত প্ৰকাশিত অসমীয়া শিশু সাহিত্য পুথিৰ ভিতৰত "ৰামধেনু কাৰধেনু" শ্ৰেষ্ঠ বিবেচিত হৈছে আৰু গ্ৰন্থকাৰ দেবেন্দ্ৰনাথ আচাৰ্যই এই পুথিৰ বাবে "প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা" লাভ কৰিছে।

(৪) প্ৰতি দুবছৰৰ মূৰে মূৰে শ্ৰেষ্ঠ পূৰ্ণাংগ নাটকৰ নাট্যকাৰক "ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা" দি অহা হৈছে। এই বছৰ বিচাৰকসকলৰ পৰা পোৱা মতামতৰ ভিত্তিত পুৰস্কাৰ প্ৰদান স্থগিত ৰখা হয়।

(৫) অৰুণাচলৰ ছাত্ৰ-ছাত্ৰীৰ মাজত প্ৰতিবছৰে অসমীয়া ভাষাত ৰচনা প্ৰতিযোগিতাৰ ব্যৱস্থা কৰি শ্ৰেষ্ঠ প্ৰতিযোগীক "হৰিহৰ চৌধুৰী বঁটা" দি অহা হৈছে। বছৰটোত "অৰুণাচলৰ উন্নয়নত ছাত্ৰৰ ভূমিকা" শীৰ্ষক ৰচনা প্ৰতিযোগিতাত শ্ৰেষ্ঠ স্থান লাভ কৰি বলোং ছিৰামে এই বঁটা লাভ কৰিছে।

(৬) চাহ বগিচাৰ বনুৱা অসমীয়াসকলৰ নৱম-দশম শ্ৰেণীত পঢ়ি থকা ল'ৰা-ছোৱালীৰ মাজত প্ৰতিবছৰে অসমীয়া ভাষাত ৰচনা প্ৰতিযোগিতাৰ ব্যৱস্থা কৰি শ্ৰেষ্ঠ প্ৰতিযোগীক "বনমালী শইকীয়া বঁটা" সভাই দি আহিছে। বছৰটোত "চাহ মজদুৰ সমাজৰ উন্নয়নৰ বাবে কি কি কাম কৰিব লাগে বুলি তুমি ভাবাঁ" — শীৰ্ষক ৰচনা প্ৰতিযোগিতাত শ্ৰেষ্ঠ স্থান লাভ কৰি ৰথীন্দ্ৰ কুমাৰ মণ্ডলে এই বঁটা লাভ কৰিছে।

(৭) **গোপাল গোস্বামী বঁটা** ঃ স্বৰ্গীয় গোপাল চন্দ্ৰ গোস্বামীৰ নামত প্ৰতিবছৰে তিনিশ টকাকৈ পাঁচবছৰ পাঁচোটি পুৰস্কাৰ "শ্ৰেষ্ঠ শিশু সাহিত্যৰ পাণ্ডুলিপি"-ৰ বাবে গ্ৰন্থকাৰক প্ৰদান কৰিবলৈ উত্তৰাধিকাৰীসকলে দি অহা দানেৰে ৫ম আৰু শেষ পাণ্ডুলিপি প্ৰতিযোগিতা আহ্বান কৰি সাংস্কৃতিক অসমৰ পৰিচয়মূলকভৱে লেখা "আমাৰ দেশ" শিতানৰ পাণ্ডুলিপি বিচৰা হৈছিল যদিও, কেৱল এখনি পাণ্ডুলিপিহে সময়ত আহি হাতত পৰাত, এই বছৰ এই বঁটা স্থগিত ৰখা হয়।

(৮) **মুদ্ৰণ আৰু অলংকৰণ বঁটা** ঃ প্ৰতিবছৰে প্ৰকাশিত অসমীয়া পুথিসমূহৰ ভিতৰত মুদ্ৰণ আৰু অলংকৰণত শ্ৰেষ্ঠ বিবেচিত গ্ৰন্থৰ প্ৰকাশকক এই বঁটা দিবৰ বাবে ব্যৱস্থা কৰা হৈছিল যদিও, মনোনীত বিচাৰকসকলৰ মনোনয়ন সময়মতে আহি নোপোৱাত এই বঁটাও সেই বছৰৰ বাবে স্থগিত ৰখা হ'ল।

**অভিনন্দন জ্ঞাপন** ঃ আনন্দৰ কথা ভাৰতৰ সাহিত্য অকাডেমীয়ে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বাগ্মীবৰ নীলমণি ফুকন "ককা"-ক অকাডেমীৰ 'ফেল' অৰ্থাৎ 'সদস্য মহত্তম' সন্মান প্ৰদান কৰিছে। এই উদ্দেশ্যে যোৰহাটত অকাদেমিয়ে সভাৰ সহযোগত অনুষ্ঠানৰ আয়োজন কৰে। অসম সাহিত্য সভাৰ এচত্বাৰিংশ সন্মিলনৰ বৰেণ্য সভাপতি ড° মহেশ্বৰ নেওগক ভাৰত চৰকাৰে 'পদ্মশ্ৰী' সন্মান প্ৰদান কৰাৰ বাবেও সভাই আনন্দ প্ৰকাশ কৰে। আনন্দৰ কথা যে যোৱা বছৰৰ পৰা অসম প্ৰকাশন পৰিষদে বছৰৰ শ্ৰেষ্ঠ অসমীয়া গ্ৰন্থৰ গ্ৰন্থকাৰক এটি বঁটা দিবলৈ ব্যৱস্থা কৰিছে আৰু প্ৰথমবাৰৰ বাবে এই বঁটা "সেন্দুৰ" নামৰ চুটি গল্প পুথিৰ বাবে ড° ভবেন্দ্ৰ নাথ শইকীয়াই লাভ কৰিছে।

তদুপৰি অধ্যাপক নগেন ঠাকুৰে মিখাইল চলোকভৰ 'কোৱায়েট ফ্লজ দি ডন'-ৰ অসমীয়া ৰূপান্তৰ কৰাৰ বাবে 'ছোভিয়েট দেশ' নেহৰু বঁটা লাভ কৰিছে। যতীন গোস্বামীয়ে এলাহবাদৰ এটা অনুষ্ঠানৰ পৰা তেখেতৰ 'বাগমতী দেখিছোঁ' গ্ৰন্থৰ বাবে "সফৰ সাহিত্য বঁটা" লাভ কৰিছে। দ্বীজেন্দ্ৰ মোহন শৰ্মাই বঙলা ভাষাত কবিতা পুথি লেখি এটি পুৰস্কাৰ লাভ কৰিছে আৰু লোকনাথ ভঁৰালীয়ে অহিন্দীভাষী হিন্দী পুথি শিতানত কেন্দ্ৰীয় চৰকাৰৰ পুৰস্কাৰ লাভ কৰিছে। তেখেতসকললৈও সভাই আন্তৰিক অভিনন্দন জনায়।



**কেন্দ্ৰীয় চৰকাৰৰ বঁটা আৰু হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী** ঃ কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা মন্ত্ৰণালয়ে আয়োজন কৰা ষোড়শ 'মুদ্ৰণ আৰু অলংকৰণ' প্ৰতিযোগিতাত প্ৰথমবাৰৰ বাবে অসমীয়া ভাষাৰ কিতাপ — অসম সাহিত্য সভাৰ প্ৰকাশন 'হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী' মান-পত্ৰৰ দ্বাৰা পুৰস্কৃত হয়। নৱেম্বৰ মাহত এই মান-পত্ৰ দিল্লীত আনুষ্ঠানিকভাৱে প্ৰদান কৰে।

**অন্যান্য ন্যাস পুঁজি** ঃ (১) অসম সাহিত্য সভাত গচ্ছিত শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰৰ নৱদেৱ ন্যাস পুঁজিৰ সুতেৰে পুৰণি পুথি প্ৰকাশৰ ব্যৱস্থা এসময়ত কৰা হৈছিল; কিন্তু ছপাব্যয় বাঢ়ি যোৱাত সেই সুতেৰে পুথি প্ৰকাশ কৰা সম্ভৱ হোৱা নাছিল। এই বছৰ সেই পুঁজিৰ সুতৰ লগত সাধাৰণ পুঁজিৰো সহায়লৈ সপ্তদশ শতিকাতে শ্ৰীকান্তই অসমীয়ালৈ অনুবাদ কৰা তুলসীদাসী ৰামায়ণৰ লংকা কাণ্ড প্ৰকাশৰ বাবে ব্যৱস্থা কৰে।

(২) শ্ৰীশ্ৰীমাহৰা সত্ৰৰ 'কমলাদেৱী ন্যাস পুঁজি'ৰ সুতেৰে শিশু সাহিত্য পুৰস্কাৰ দিয়াৰ ব্যৱস্থা আছিল; কিন্তু ইতিমধ্যে দুটি তেনে পুৰস্কাৰ অতিৰিক্তভাৱে যোগ হোৱাত সাম্প্ৰতিকলৈকে গোট খোৱা এই পুঁজিৰ সুতৰ লগত সাধাৰণ পুঁজিৰ সহায় হৈ 'গোপাল গোস্বামী পুৰস্কাৰ' লাভ কৰা শিশু সাহিত্যৰ পাণ্ডুলিপি এখনি প্ৰকাশৰ ব্যৱস্থা কৰিছে।

(৩) শিশু সাহিত্য প্ৰকাশৰ বাবে বিষ্ণুৰাম মেধি ডাঙৰীয়াই ৫ হাজাৰ টকা সাহিত্য সভাক দিছিল। তাৰে শিশু উপযোগীকৈ দেশভক্ত তৰুণৰাম ফুকন আৰু চক্ৰৱৰ্তী ৰাজা গোপালাচাৰীৰ জীৱনী প্ৰকাশৰ ব্যৱস্থা কৰিছে আৰু ক্ৰমে জিতেন্দ্ৰনাথ বুজৰবৰুৱা আৰু আনন্দচন্দ্ৰ বৰুৱাক লেখিবৰ বাবে দায়িত্ব দিয়ে।

**অসম সাহিত্য সভা পত্ৰিকা** ঃ অসম সাহিত্য সভাৰ মুখপত্ৰ আৰু গৱেষণা-পত্ৰ 'অসম সাহিত্য সভা পত্ৰিকা'-খনি তিনিমহীয়াকৈ প্ৰকাশিত হৈ আছিল। ১৯৭৩ চনৰ প্ৰথম কাৰ্যনিৰ্বাহক সমিতিতে সাহিত্য সভাৰ মাননীয় সভাপতিয়ে পত্ৰিকাখন মাহেকীয়াকৈ প্ৰকাশ কৰাৰ প্ৰস্তাৱ কৰা আৰু এই উদ্দেশ্যে অতিৰিক্ত আঠোটা সংখ্যাৰ বাবে আৱশ্যকীয় ধন ব্যক্তিগতভাৱে সংগ্ৰহ কৰি দিয়াৰ ভাৰ লোৱাত সমিতিয়ে সন্মতি প্ৰকাশ কৰে। ইতিমধ্যে পত্ৰিকাৰ আঠোটা সংখ্যা হেমন্তকুমাৰ শৰ্মাৰ সম্পাদনাত প্ৰকাশিত হৈছে; কিন্তু বিতৰণ কৰা সৰহসংখ্যক পত্ৰিকাৰ মূল্য এতিয়াও শাখা সভাসমূহৰ পৰা নোপোৱাত ছপাশালত চৈধ্যহাজাৰ টকাৰো ওপৰ ধাৰ হয়। পত্ৰিকাৰ

দ্বিতীয় সংখ্যাটি স্বৰ্গীয় হৰিপ্ৰসাদ নেওগ সোঁৱৰণী সংখ্যাৰূপে প্ৰকাশ কৰা হৈছিল। তদুপৰি পত্ৰিকাখনি ভাৰতীয় আলোচনী পঞ্জীবদ্ধকৰণ তালিকাতো সেই বছৰৰ পৰা অন্তৰ্ভুক্ত কৰোৱা হৈছে।

**সভাৰ প্ৰকাশন ঃ (ক) বছৰটোত প্ৰকাশিত হোৱা গ্ৰন্থসমূহ হ'ল** — (১) Studies in the Early History of Assam, (২) কনকলাল বৰুৱা ৰচনাৱলী, (৩) অসমীয়া গ্ৰন্থপঞ্জী, (৪) অসম সাহিত্য সভাৰ ভাষণাৱলী — ৪ৰ্থ ভাগ, (৫) অসম সাহিত্য সভা বাৰ্ষিকী — চত্বাৰিংশ ৰঙিয়া সন্মিলন। প্ৰথম দুখন স্বৰ্গীয় বৰুৱাৰ পৰিয়ালৰ দানেৰে অসম সাহিত্য সভাৰ হৈ কনকলাল বৰুৱা জন্ম শতবাৰ্ষিকী উছব সমিতিয়ে প্ৰকাশ কৰি দিয়ে। গ্ৰন্থপঞ্জীৰ বিষয়-সূচীত থকা অনিচ্ছাকৃত আসোঁৱাহ ভৱিষ্যতে দূৰ কৰিবৰ বাবে সিদ্ধান্ত গ্ৰহণ কৰে। বাৰ্ষিকীখনৰ বাবে ৰঙিয়াৰ অভ্যৰ্থনা সমিতিয়ে আমাৰ প্ৰস্তাৱিত পাঁচহাজাৰ টকাৰ পৰিবৰ্তে আঢ়ৈ হাজাৰ টকাৰ অনুদান দিয়াত বাৰ্ষিকীখনত অত্যাৱশ্যকীয় বিষয়সমূহ সন্নিৱিষ্ট কৰি অলংকাৰশূন্যভাৱে প্ৰকাশ কৰা হয়।

**(খ)** মোৰ জীৱন সোঁৱৰণ, কেহোঁকলি, সাহিত্য সমীক্ষা আৰু অসমীয়া সংস্কৃতি, এই চাৰিখন পুথি পিছৰ একোটা সংস্কৰণ ব্যক্তিগত প্ৰকাশকক প্ৰকাশ কৰিবলৈদিয়া হৈছিল। মণিমাণিক প্ৰকাশে কেহোঁকলি প্ৰকাশ কৰে আৰু নিউবুক ষ্টলে সাহিত্য সমীক্ষা প্ৰকাশ কৰিছে; নিউ বুক ষ্টলে 'মোৰ জীৱন সোঁৱৰণ' প্ৰকাশ কৰে। অসমীয়া সংস্কৃতি গ্ৰন্থত সন্নিৱিষ্ট এটা প্ৰবন্ধৰ সম্পৰ্কত দৈৱজ্ঞ ব্ৰাহ্মণ সমাজৰ পৰা পোৱা চিঠিৰ ভিত্তিত আপত্তিজনক বাক্যকেইটি আঁতৰাই দিয়ে আৰু সভাই সেই সংশোধিত ৰূপতহে প্ৰবন্ধটি সন্নিৱিষ্ট কৰিছে।

**(গ) অনুবাদ গ্ৰন্থ ঃ** অসম সাহিত্য সভাই কেন্দ্ৰীয় চৰকাৰৰ অনুদানেৰে অনুবাদ কৰি প্ৰকাশ কৰিবলগীয়া গ্ৰন্থ "দি চাৰপেণ্ট এণ্ড দি ৰোপ" খনি প্ৰফুল্ল চন্দ্ৰ বৰুৱা আৰু শুচীব্ৰতা ৰায়চৌধুৰীয়ে অনুবাদ কৰে আৰু ১৯৭৪ চনত পুথিখনিৰ প্ৰকাশ হৈছিল। এই শিতানতে প্ৰকাশ কৰিবলগীয়া ফিচাৰৰ "কালচাৰেল হেৰিটেজ অৱ ইণ্ডিয়া" গ্ৰন্থখনি অসম আৰু ভাৰতৰ বিভিন্ন প্ৰকাশক, পুস্তকবিক্ৰেতা আৰু ৰাজ্যিক তথা কেন্দ্ৰীয় পুথিভঁৰাললৈ লিখিও সভাই সংগ্ৰহ কৰিব নোৱাৰিলে। মহাত্মাগান্ধীৰ জন্ম শতবাৰ্ষিকী উপলক্ষে ৰাজ্য চৰকাৰৰ অনুদানেৰে প্ৰকাশ কৰিবলগীয়া প্যাৰেলালৰ "দি লাষ্ট ফেজ অৱ গান্ধীজী"ৰ অনুবাদৰ আঁচনি সভাই লৈছিল।

**(ঘ) অন্যান্য প্ৰকাশন ঃ** ন-শিকাৰুৰ উপযোগীকৈ 'ৰামায়ণৰ কথা' শীৰ্ষক পুথি আৰু 'মহাভাৰতৰ কথা'। "কৰম পূজা আৰু ঝুমুৰগীত" শীৰ্ষক পুথি"চাহ বাগিচাৰ বনুৱাৰ আত্মকথা" শীৰ্ষক পুথি প্ৰকাশৰ ব্যৱস্থা কৰিছিল। "ৰত্নেশ্বৰ (শৰ্মা) মহন্তৰ ৰচনাৱলী" প্ৰকাশৰ বাবে সিদ্ধান্ত লৈ ৰচনাৱলী সংকলনৰ বাবে যোগেন্দ্ৰ নাৰায়ণ ভূঞাক দিয়া দায়িত্ব গ্ৰহণ কৰি কাম সম্পূৰ্ণ কৰিছে। তুলসীদাসৰ 'ৰামচৰিত মানস'ৰ



অনুবাদ প্ৰকাশ কৰিবৰ বাবে কেন্দ্ৰীয় চৰকাৰক ১৮ হাজাৰ টকাৰ এখনি আঁচনি অগ্ৰৱৰ্তী কাৰ্যনিৰ্বাহকে দিছিল যদিও কেনো ইতিবাচক সহাৰি সভাই নাপালে।

**ঙ) কাৰ্যকৰীকৰণৰ অপেক্ষাত থকা প্ৰকাশন ঃ** অসম সাহিত্য সভাৰ আগৰ কেইবছৰমানৰ কাৰ্যনিৰ্বাহক সমিতিসমূহে অসম সাহিত্য সভাৰ বুৰঞ্জী, জ্ঞাননাথ বৰা স্মৃতিগ্ৰন্থ, সাম্প্ৰতিক অসমীয়া কবিতা সংকলন, অসমীয়া একাংক নাটক সংকলন, অসমীয়া চুটি গল্পৰ এটি সংকলন (ইংৰাজী অনুবাদসহ), মিচিং গীত সংকলন, অসম সাহিত্য সভাৰ সাংস্কৃতিক সন্মিলনৰ উদ্বোধকৰ ভাষণাৱলী আদি কেইখনমান গ্ৰন্থ প্ৰণয়ন আৰু প্ৰকাশৰ আঁচনি গ্ৰহণ কৰিছিল; কিন্তু এইবছৰ এখন বিশেষ প্ৰকাশন আঁচনি গ্ৰহণ কৰাত আগৰ আঁচনিসমূহৰ কাৰ্যকৰীকৰণ সম্পৰ্কে কোনো সিদ্ধান্ত সম্প্ৰতি গ্ৰহণ কৰিব নোৱাৰিলে।

**চ) বিশেষ প্ৰকাশন আঁচনি ঃ** কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰথম অধিৱেশনতে সভাপতিয়ে ৰজনীকান্ত দেৱশৰ্মাৰ নেতৃত্বত 'ব্যাকৰণ আৰু অভিধান আঁচনি সমিতি', ছগনলাল জৈনৰ নেতৃত্বত 'অনুবাদ আঁচনি সমিতি', যোগেশ দাসৰ নেতৃত্বত 'মৌলিক সাহিত্য আঁচনি সমিতি', ড° হৰিচন্দ্ৰ ভট্টাচাৰ্যৰ নেতৃত্বত 'অসমীয়া জাতিৰ ইতিবৃত্ত নিৰ্মাণ আঁচনি সমিতি', ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যৰ নেতৃত্বত 'প্ৰাচীন গ্ৰন্থ আৰু গ্ৰন্থাগাৰ আঁচনি সমিতি, ভাষাজ্ঞান পৰীক্ষা সংস্কাৰ সমিতি গঠনৰ বাবে প্ৰচাৰ আৰু সংগঠনৰ আঁচনিৰ বাবে গোবিন্দচন্দ্ৰ মহন্ত আৰু প্ৰসন্নৰাম দাসক দায়িত্ব দিয়ে। পত্ৰিকা সম্পাদক আৰু প্ৰধান সম্পাদকক লৈ প্ৰকাশন উপ-সমিতি গঠনৰ প্ৰস্তাৱ কৰে। এই আঁচনিৰ বাবে প্ৰয়োজনীয় অৰ্থ সংগ্ৰহ কৰিবলৈও সভাপতিয়ে দায়িত্ব গ্ৰহণ কৰে। স্বৰূপাৰ্থতে এই 'প্ৰকাশন উপ-সমিতি'ৰ শাখা সমিতিসমূহ গঠন কৰি সভাপতিয়ে বিভিন্ন লেখক-লেখিকাক লেখিবৰ বাবে দায়িত্ব দিয়ে আৰু পত্ৰিকা আৰু এই প্ৰকাশন আঁচনিৰ বাবে অৰ্থসংগ্ৰহ কৰিবলৈ নিজা দায়িত্বত ৰচিদ বহী আদি ছপোৱা আৰু বিতৰণৰ ব্যৱস্থা কৰে। (১) অসমীয়া জাতিৰ ইতিবৃত্ত, (২) সাহিত্যৰ ধাৰা, (৩) দৰ্শন আৰু দাৰ্শনিক পৰিচয়, (৪) সাহিত্য আলোচনামূলক, (৫) অনুবাদ সাহিত্য, (৬) অসমীয়া ব্যাকৰণ আৰু (৭) বিভিন্ন জনগোষ্ঠীৰ পৰিচয়মূলক পুথি — এই আঁচনিৰ কাৰ্যকৰীকৰণ সম্ভৱ কৰি তুলিবলৈ সভাপতি ডাঙৰীয়াই নিজাকৈ কেন্দ্ৰীয় চৰকাৰ, ৰাজ্য চৰকাৰ আৰু সাহিত্য অকাদেমিলৈ অৰ্থসাহায্য বিচাৰি আঁচনি পঠায়। তদুপৰি কেইখনমান পুথিৰ ছপাব্যয় বহন কৰিবৰ বাবে দাতাৰ প্ৰতিশ্ৰুতি লোৱাৰ কাৰ্যতো সমিতিয়ে অনুমোদন জনায়। ইতিমধ্যে প্লেট', জীৱনী সাহিত্য, ড° জনছন, ছক্ৰেটিছ, নাট্য-সাহিত্য, স্বপ্নবাসৱদত্তা, হিন্দী চুটি গল্প, অসমীয়া জাতিৰ ইতিবৃত্ত আৰু ৰাভা জনজাতি শীৰ্ষক পুথি ছপা হৈ ওলায়। ইয়াৰ ভিতৰতে জনগোষ্ঠীৰ পৰিচয়মূলক পুথি লানিৰ বাবে ৰাজ্য চৰকাৰে অৰ্থসাহায্য আগবঢ়ায়।

**চৰকাৰৰ ওচৰত দাখিল কৰা আঁচনি ঃ** আগষ্টৰ ৩১ তাৰিখে শিক্ষাবিভাগলৈ অগ্ৰাধিকাৰ অনুসৰি আঁচনি প্ৰস্তুত কৰি পঠিয়ায় আৰু সেই আঁচনিৰ প্ৰতিলিপি ২ ছেপ্টেম্বৰত সভাপতি প্ৰমুখ্য কৰি সঁজাতী দলে শিক্ষামন্ত্ৰীক দেখা কৰোঁতে দিয়ে।

**ক) অতিশয় জৰুৰী ঃ** ১ নং আঁচনি লেখক শিৰিৰ, ২ নং ভাষণাৱলী চতুৰ্থ ভাগকে আদি কৰি কাম চলিথকা প্ৰকাশন, ৩ নং শতবাৰ্ষিকী প্ৰকাশন। এই তিনিখন আঁচনিৰ বাবে ৯৩,৩৭৫.০০ টকাৰ আঁচনি সভাই দিয়ে।

**খ) দ্বিতীয় স্তৰত জৰুৰী আঁচনি ঃ** (১) বিশেষ পত্ৰিকা আৰু বিশেষ প্ৰকাশন আঁচনি আৰু (২) ৰাধাকান্ত সন্দিকৈ ভৱন আৰু চিত্ৰশালা আদি আৰু ইয়াৰ বাবে ২ লাখ টকাৰ আঁচনি দিয়ে।

**গ) দীৰ্ঘম্যাদী আঁচনিত ঃ** (১) বিশেষ প্ৰকাশন আঁচনিৰ শেষ স্তৰ, (২) অসম সাহিত্য সভা পত্ৰিকা, (৩) গ্ৰন্থাগাৰ, (৪) ৰাধাকান্ত সন্দিকৈ ভৱন আৰু চিত্ৰশালাৰ শেষ স্তৰ।

ইয়াৰ বাবে ধৰা হয় ১২ লাখ ৭৫ হাজাৰ টকাৰ আঁচনি। অসমৰ ৰাজ্য চৰকাৰে কাম চলি থকা প্ৰকাশন, লেখক শিৰিৰ, শতবাৰ্ষিকী প্ৰকাশন আৰু বিভিন্ন জনগোষ্ঠীৰ পৰিচয়মূলক পুথি প্ৰকাশৰ বাবে ৭৫ হাজাৰ টকাৰ অনুদান আগবঢ়াইছে আৰু অসম সাহিত্য সভাক দিয়া বাৰ্ষিক ১৫ হাজাৰ আৰু বাৰ্ষিক তদৰ্থ মঞ্জুৰী ১০ হাজাৰ টকাৰ মঞ্জুৰী দিছে। প্ৰথমবাৰৰ বাবে ৰাজ্য চৰকাৰে মুঠ অতিৰিক্ত ৭৫ হাজাৰ টকাৰ মঞ্জুৰী দিয়ে।

জনগোষ্ঠীৰ পৰিচয়মূলক পুথিৰ ভিতৰত বড়ো, ৰাভা, মিছিং, ডিমাছা, কাৰবি আৰু চাহ মজদুৰ সমাজৰ পৰিচয়মূলক পুথি লেখিবলৈ কৰা অনুৰোধক্ৰমে ফণী ব্ৰহ্ম, ৰাজেন ৰাভা, নাহেন্দ্ৰ পাদুন, নিৰুপমা হাগজেৰ, লংকাম টেৰণ, অৰুণ খেৰিয়াই দায়িত্ব পালন কৰে।

**পৰৱৰ্তী বছৰৰ বাবে খচৰা আঁচনি ঃ** ইয়াৰ উপৰি নৱেম্বৰৰ ১০ তাৰিখে শিক্ষামন্ত্ৰীক পৰৱৰ্তী বছৰৰ বাবে এখন খচৰা আঁচনি দাখিল কৰে। এই আঁচনিত ধৰা হৈছে — [ক] (১) ৰাজবংশী, (২) দেউৰীচুতীয়া, (৩) গাৰো আৰু (৪) লালুং জনগোষ্ঠীৰ পৰিচয়মূলক পুথি। [খ] (১) কাৰবি ভাষা-সংস্কৃতি বিষয়ক আঁচনি, (২) বড়ো ভাষা-সংস্কৃতি বিষয়ক আঁচনি, (৩) মিচিং ভাষা-সংস্কৃতি বিষয়ক আঁচনি। [গ] (১) কামৰূপত কোচ ৰাজত্ব, (২) টাই ভাষাৰ উৎপত্তি আৰু গঠন, (৩) অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি, বিভিন্ন জনগোষ্ঠী আৰু সম্প্ৰদায়ৰ সামূহিক অৱদান, (৪) অৰুণাচল আৰু (৫) নগাভূমি সম্পৰ্কীয় পুথি। [ঘ] (১) আনন্দগিৰিত সাহিত্য সংগ্ৰহালয় স্থাপন আৰু (২) ৰাধাকান্ত সন্দিকৈ ভৱন আৰু চিত্ৰশালাৰ আঁচনি।

**পুনৰ্মুদ্ৰণ ঃ** অসম সাহিত্য সভাৰ কেইবাখনিও গ্ৰন্থৰ পুনৰ্মুদ্ৰণৰ প্ৰয়োজন হৈছে। তাৰ ভিতৰত ‘অসমৰ জনজাতি’ নামৰ গ্ৰন্থখনিৰ পুনৰ্মুদ্ৰণৰ বাবে আৱশ্যকীয় সংশোধন আৰু পৰিবৰ্ধন কৰিবৰ বাবে পুথিখনৰ সম্পাদক ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যদেৱক অনুৰোধ কৰে।



**স্মৃতি দিৱস উদ্‌যাপন ঃ** বছৰটোত হৰিপ্ৰসাদ নেওগৰ আদ্যশ্ৰাদ্ধৰ দিনটো ‘নেওগ সোঁৱৰণী দিৱস’ হিচাপে উদ্‌যাপনৰ বাবে শাখা সভাসমূহক অনুৰোধ কৰে। অসম সাহিত্য সভাৰ প্ৰায় সকলো শাখাই এই দিৱস পালন কৰে। তদুপৰি ১৯৭৭ চনৰ ১৭ জানুৱাৰি দিনটো ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ সোঁৱৰণত “জ্যোতি দিৱস” স্বৰূপে দিনজোৰা কাৰ্যসূচীৰে উদ্‌যাপন কৰিবলৈ জনোৱা আহ্বানতো প্ৰায় সৰহসংখ্যক শাখাই সঁহাৰি দি এই দিৱস উদ্‌যাপনৰ কৰে।

১৯৭৪ চনৰ ২৬ জানুৱাৰিৰ দিনটো ৰাধাকান্ত সন্দিকৈ দিৱসৰূপে উদ্‌যাপনৰ কথাও ভবা হৈছিল; কিন্তু ৰাধাকান্ত সন্দিকৈ ভৱন উপ-সমিতিক এই মৰ্মে প্ৰস্তুত কৰিবলৈ দিয়া প্ৰতীক-পট আদি সময়মতে হৈ নুঠাত এই বছৰ কেৱল অন্যান্য বছৰৰ দৰে কেন্দ্ৰীয় কাৰ্যালয়তে এই দিৱস উদ্‌যাপন সীমাৱদ্ধ কৰি ৰাখে।

**অসম সাহিত্য সভা সপ্তাহ ঃ** ১৯৭৩ চনৰ ৫ ডিচেম্বৰৰ পৰা ৯ ডিচেম্বৰলৈকে সভাৰ প্ৰতীক বিক্ৰী, সভ্যভৰ্তি, প্ৰকাশন বিক্ৰী, স্বৰ্গগত লেখক আৰু শ্বহীদৰ স্মৃতিত তৰ্পণ, ভাষা-সাহিত্য সম্পৰ্কীয় আলোচনাচক্ৰ, স্থানীয়ভাৱে লেখক সমাৰোহ আৰু শিল্পী-সাহিত্যিক-সাংবাদিক সম্বৰ্ধনা; সম্প্ৰীতি দিৱস আৰু সাংস্কৃতিক সমাৰোহৰ কাৰ্যসূচীৰে “অসম সাহিত্য সভা সপ্তাহ” পালন মহাসমাৰোহেৰে হয়।

**শাখা-সভাৰ বাতৰি ঃ** অসম সাহিত্য সভাৰ শাখা-সভাৰ সংখ্যা দিনে দিনে বৃদ্ধি পাইছে। শাখা-সভাসমূহৰ লগত পৰ্যায়মানে যোগাযোগ কৰি সাধাৰণ সভ্য বৃদ্ধিৰ বাবে, আজীৱন সভ্যভৰ্তিৰ বাবে; ওচৰে-পাঁজৰে নতুন শাখা-সভা গঠনৰ বাবে, ভাষা-জ্ঞান পৰীক্ষাকেন্দ্ৰ আদিস্থাপনৰ বাবে, পত্ৰিকাৰ গ্ৰাহক ভুক্তিৰ বাবে, মূলসভাৰ পুঁজিলৈ দান-বৰঙণি সংগ্ৰহৰ বাবে শাখা-সভাসমূহলৈ আহ্বান জনাই বিজ্ঞপ্তি আদি প্ৰচাৰ কৰে। ধুবুৰী, তেজপুৰ, ৰঙিয়া, তিনিচুকীয়া, উত্তৰ লখিমপুৰ, নগাঁও, মাকুম, ডুমডুমা, গোলাঘাট, দেৰগাঁও, নলবাৰী, নৱজ্যোতি, গামাৰীমুৰী আদি শাখা-সভাই নিজাকৈ একোটি ভৱন নিৰ্মাণ কৰিছে। ডিব্ৰুগড় শাখাই লক্ষ্মীনাথ বেজবৰুৱা ভৱন নিৰ্মাণৰ প্ৰস্তুতি সম্পূৰ্ণ কৰে। টিহু, লুটুমা, বৰপেটাৰোড, বৰপেটা টাউন আৰু জ্ঞানোদয় সমাজ, কলগছীয়া, মদাৰখাট, নাহৰবাৰী আদিৰো ভৱন নিৰ্মাণৰ ব্যৱস্থা কৰে। বহুতো শাখাই অস্থায়ীভাৱে কাৰ্যালয় স্থাপন কৰি লৈছিল। শাখাসমূহৰ কেইবাখনিয়েও একোখন মুখপত্ৰ বা অন্যান্য প্ৰকাশনৰ ব্যৱস্থা কৰে। ডাঁহি সভাৰ “স্বাক্ষৰ”-কুঞ্জবন সাহিত্য চ'ৰাৰ ‘কুঞ্জবন’, তিতাবৰ শাখাৰ ‘জননী’, তেজপুৰ সাহিত্য সভাৰ ‘শোণিতপ্ৰভা’, বৰভাগ সাহিত্য সভাৰ মুখপত্ৰ, মঙলদৈ সাহিত্য-সংস্কৃতি চ'ৰাৰ মুখপত্ৰ, তিনিচুকীয়া

সাহিত্য সভাৰ জিলা কবি সন্মিলনৰ উপলক্ষে প্ৰকাশিত কবিতা সংকলন, ৰূপজ্যোতি সাহিত্য সভাৰ মুখপত্ৰ, শ্বিলং মুকুল সংঘৰ ৫০০ তম অধিৱেশনৰ স্মৃতিগ্ৰন্থ, যোৰহাট সাহিত্য সভাৰ পত্ৰিকা 'সমলয়' প্ৰকাশ হয়। বহুতো শাখাই সাহিত্য আলোচনাচক্ৰ, সাংস্কৃতিক অনুষ্ঠান, স্থানীয়ভাৱে ৰচনা প্ৰতিযোগিতা, শিল্পী-সাহিত্যিক সম্বৰ্ধনা আদিৰ আয়োজন কৰে। মাজুলী সাহিত্য সভাই সদৌ অসম ভিত্তিত আয়োজন কৰা ৰচনা প্ৰতিযোগিতা, মালিগাঁও সাহিত্য সভাই স্থাপন কৰা অসমীয়া ভাষা শিক্ষা শ্ৰেণী, পাঠশালা সাহিত্য সভাই আয়োজন কৰা 'সন্তৰাম চৌধুৰী' নাটক প্ৰতিযোগিতা আদি কাৰ্য নিঃসন্দেহে উল্লেখযোগ্য। তিনিচুকীয়া শাখা সভাই 'কৰম পূজা আৰু ঝুমুৰ গীত' নামৰ পুথিখনি ছপাবৰ বাবে ২,৫০০.০০ (আঢ়ৈ হাজাৰ) টকাৰ এটি অনুদান অসম সাহিত্য সভালৈ আগবঢ়াইছিল। এই অনুদান আনুষ্ঠানিকভাৱে মুকলি সভাত প্ৰদান কৰে। মাকুম সাহিত্য সভাই ৭৫১.০০ টকাৰ অনুদান কাছাৰৰ স্কুলত পুথি বিতৰণৰ বাবে দান কৰিছে। নলবাৰী শাখাই স্থাপন কৰা সংগ্ৰহালয়, তেজপুৰ শাখাই আগভাগ লৈ স্থাপন কৰা অসম সাংস্কৃতিক শাখা, ৰূপকলা সংগীত বিদ্যালয়, সাহিত্য কানন, মইনা পাৰিজাত, চিত্ৰ আৰু ভাস্কৰ্যবিদ্যা শিক্ষণ শ্ৰেণী আদি অনুষ্ঠানৰ নাম উল্লেখযোগ্য। ডিগবৈ সাহিত্য সেৱা সমিতিয়ে লোৱা কাৰ্যসূচীৰ ভিতৰত আছে শিশু গল্প সংকলন প্ৰকাশ, পুথিভঁৰাল আৰু জিৰণি চ'ৰা স্থাপন, প্ৰাথমিক বিদ্যালয়লৈ সাহায্য, অনা-অসমীয়া ছাত্ৰ-ছাত্ৰীৰ মাজত প্ৰতিযোগিতাৰ যোগে বিভিন্ন বিষয়ত পুৰস্কাৰ প্ৰদান আদি। দেৰগাঁও সাহিত্য সভাই সভাৰ সোণালী জয়ন্তী উদ্‌যাপন কৰে। ইয়াৰ উপৰি প্ৰায় সৰহসংখ্যক শাখাই বাৰ্ষিক অধিৱেশন, নিয়মীয়া আলোচনাচক্ৰ আৰু অন্যান্য অনুষ্ঠানৰ আয়োজন কৰি অসম সাহিত্য সভাৰ উদ্দেশ্য সাধনত ব্ৰতী হয়। একসংখ্যক শাখাই কেৱল বাৰ্ষিক বৰঙণিফেৰা কোনোমতে আদায় দিয়েই বছৰটোৰ বাবে নিষ্ক্ৰিয় হৈ পৰে। সভাৰ সংখ্যা বৃদ্ধি আৰু গাঁও-ভূঁই, চাহ বাগিচা, উদ্যোগ প্ৰধান অঞ্চলসমূহত শাখা সভা গঠনত আগভাগ লৈ শাখা সভাসমূহে জাতীয় দয়িত্ব পালন কৰিবলৈ সভাই আহ্বান জনাইছিল। যোৰহাট শাখাই সেই বছৰ সভ্য সংখ্যা দেড় হাজাৰৰো অধিক কৰিছিল। ১৯৭৪ চনত হ'বলগীয়া চন্দ্ৰধৰ বৰুৱা আৰু আনন্দচন্দ্ৰ আগৰৱালাৰ জন্ম শতবাৰ্ষিকী উছৱ কেন্দ্ৰীয়ভাৱে আয়োজন কৰাতো যোৰহাট আৰু তেজপুৰ শাখা সভাই ল'বলগীয়া দায়িত্বত লয়।

**নৱগঠিত শাখা সভা ঃ** বছৰটোত মুঠতে ৫৬ খন নতুন শাখা সভা গঠিত হৈছে। ডিব্ৰুগড় জিলাত (১) মদাৰখাট, (১২) চামদাং, (৩) জমিৰা, (৪) মধ্য ডিব্ৰুগড় শাখা সভা। শিৱসাগৰ জিলাত — (১) দিচৈপৰীয়া, (২) সৰুপথাৰ, (৩) দেওপানী, (৪) ভোলানাথ বৰুৱা সোঁৱৰণী সাহিত্য চ'ৰা, (৫) খনামুখ, (৬) জ্ঞানজ্যোতি, (৭) মাধৱপুৰ, (৮) সুৰভি, (৯) জনতা, (১০) খুমটাই, (১১) আঠখেল, (১২) শ্ৰীমন্ত শংকৰদেৱ, (১৩) নাওজান, (১৪) বান্দৰচলিয়া, (১৫) আদৰ্শ শাখা সাহিত্য সভা। নগাঁও জিলাত — (১) ৰাঙলু, (২) মাঠিখোলা, (৩) চৰাইবাহী, (৪) ৰূপজ্যোতি, (৫) ডবকা, (৬) কঠীয়াতলী, (৭) অৰুণোদয় সাহিত্য সভা। কামৰূপ জিলাত — (১) শংকৰদেৱ সাহিত্য সভা, (২) সৰুপেটা সাহিত্য সভা, (৩) পশ্চিম বজালী আঞ্চলিক সভা, (৪) বৈটামাৰী, (৫) বাঘমৰা সভা, (৬) উপৰহালি জ্যোতি সভা, (৭) পাটাচাৰকুছি, (৮) শৰাইঘাট, (৯) বজালী, (১০) নাগ্ৰিজুলি, (১১) কাউৰবাহা আঞ্চলিক, (১২) কলংপৰীয়া আঞ্চলিক সাহিত্য সভা। কাছাৰ জিলাত — (১) মধ্য হাইলাকান্দি, (২) হাতিৰহাৰ, শ্ৰীকোণা, (৩) শুনাতলা বজাৰ, (৪) লক্ষীৰবন্দ, (৫) বিক্ৰমপুৰ, (৬) ৰামপ্ৰসাদপুৰ, (৭) পাঁচআলি। দৰং জিলাত — (১) পদুম পুখুৰী, (২) ঔতলা সাহিত্য-সংস্কৃতি আলোচনা চক্ৰ, (৩) নিজৰা সাহিত্য সভা, (৪) পাথাৰিঘাট, (৫) দৰং পাণবাৰী, (৬) নাহৰবাৰী, (৭) খাৰুপেটীয়া, (৮) অমিয় শাখা সভা, (৯) ভোলাবাৰী, (১০) ডুমুনীচকী। লখিমপুৰ জিলাত — (১) জ্যোতি মিলন কেন্দ্ৰ।



বছৰটোত শাখা সভাৰ সংখ্যা ৪১২ খনলৈ বৃদ্ধি পালে।

**আজীৱন সভ্য ঃ** বছৰটোত ৮২ গৰাকী সভ্যক আজীৱন সভ্য হয়।

**জিলা পৰিষদ ঃ** অসমৰ বিভিন্ন জিলাত ইতিমধ্যে হোৱা জিলা পৰিষদসমূহেও, যেনে — ডিব্ৰুগড়, নগাঁও, কামৰূপ, গোৱালপাৰাত অধিৱেশন আদি আয়োজন কৰিছে।

**কাছাৰ আৰু অৰুণাচল ঃ** অসম সাহিত্য সভাৰ সভাপতি গিৰিধৰ শৰ্মাই ডাঙৰীয়াই বছৰটোত কাছাৰ আৰু অৰুণাচল ভ্ৰমণ কৰি বিভিন্ন গোটৰ লোকক লগ ধৰি পৰিস্থিতিৰ বুজ লয়। এই অঞ্চলসমূহত অসমীয়া ভাষাৰ ব্যাৱহাৰিক গুৰুত্ব আৰু ৰাইজৰ অসমীয়া ভাষা গ্ৰহণৰ প্ৰবল ইচ্ছা সত্ত্বেও ন্যস্ত স্বাৰ্থক সততে বাধাৰ সৃষ্টি কৰিবলৈ চেষ্টা চলাই থকাৰ পৰিপ্ৰেক্ষিতত ভৱিষ্যৎ কৰ্মপন্থা গ্ৰহণৰ বাবে এনে ভ্ৰমণৰ পৰা যথেষ্ট ইতিবাচক ফল লাভ কৰে। অসমৰ বিভিন্ন জনজাতিপ্ৰধান আৰু অনগ্ৰসৰ অঞ্চলসমূহত থকা সংহতিবিনাশক শক্তিবোৰৰ অপচেষ্টা ৰোধ কৰিবলৈ জাতি-বৰ্ণ-ধৰ্ম-সম্প্ৰদায়ৰ বন্ধন ছিন্ন কৰি ভাষিক, সামাজিক আৰু সাংস্কৃতিক সম্পৰ্কক কটকটীয়া কৰি বাহুত বাহু লগাই থিয় দিবলৈ সভা বদ্ধপৰিকৰ হয়।

## গিৰিধৰ শৰ্মা

গিৰিধৰ শৰ্মা (জন্ম ৩০ জুলাই, ১৯১২; মৃত্যু ১০ মে', ১৯৭৮)-ই ঘৰুৱা প্ৰাথমিক শিক্ষাৰেই আৰম্ভ কৰি ১৯৩৩ চনত তিনিটা বিষয়ত সন্মানসহ চামতা হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩৫ চনত ককয়া চতুস্পাঠী টোলৰ পৰা স্বৰ্ণ পদক পাই ব্যাকৰণ উপাধি লাভ কৰি ১৯২৭ চনত যোৰহাট নৰ্মাল স্কুলত অধ্যয়ন কৰে। তাৰ পৰা উত্তীৰ্ণ হৈ ১৯৩৯ চনত কহিমাত পোনতে এম.ই. আৰু তাৰ পিছত হাইস্কুলত শিক্ষকতা কৰে আৰু লগে লগে প্ৰাইভেটকৈ আই.এ. পাছ কৰে ১৯৪০ চনত। ১৯৪৩ চনত ধুবুৰী হাইস্কুলত শিক্ষকতা কৰি প্ৰাইভেটকৈ স্নাতক পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৪৮ চনত লখিমপুৰ হাইস্কুলত শিক্ষকতা কৰি প্ৰাইভেটকৈ এম.এ. পাছ কৰে। ১৯৫০ চনত সন্দিকৈ ছাত্ৰী মহাবিদ্যালয়ত অধ্যাপনা কৰি থাকোঁতেই কটন কলেজত অধ্যাপকৰূপে নিযুক্ত হয়। ১৯৫৮ চনত আৰ্যবিদ্যাপীঠ উচ্চতৰ মাধ্যমিক আৰু আৰ্যপীঠ মহাবিদ্যালয় স্থাপন কৰে। ১৯৬২ চনত কটন কলেজৰ চাকৰী এৰি দি আৰ্যবিদ্যাপীঠ মহাবিদ্যালয়ৰ অধ্যক্ষৰূপে যোগ দিয়ে।

তেওঁৰ Sanskrit Grammar, Composition Translation (1947) প্ৰৱেশিকা ৰচনা শিক্ষা (১৯৪৮), Sarnia's Anglo-Assamese Dictionary (1950), অসমীয়া অভিধান (১৯৪৯), আধুনিক অসমীয়া ভাষাৰ ব্যাকৰণ (১৯৫৩), শুৱলাপাঠ ১ম ভাগ (১৯৫৯), শুৱলা পাঠ ৩য় ভাগ (১৯৫৯), সংস্কৃত ব্যাকৰণ চন্দ্ৰিকা (১৯৬৮), উল্লেযোগ্য। অনূদিত গ্ৰন্থ দেৱী চৌধুৰাণী, গল্পগুচ্ছ, সম্পাদিত গ্ৰন্থ অসমীয়া চুটি গল্প সংকলন (১৯৫৯)।

## সুবচন

*প্ৰগতিশীল জাতি এটা জীৱনত দুৰ্যোগ, সংকট আৰু নানা ধৰণৰ সংঘাত আহি পৰাটো অস্বাভাৱিক একো নহয়। যুগে যুগে পৃথিৱীৰ সমস্ত জাতিয়েই নানা সংকটৰ সন্মুখীন হৈছে আৰু সেই সংকটাপন্ন অৱস্থাৰ মাজতেই ফুটি উঠিছে তেওঁলোকৰ শক্তি, ধৈৰ্য, বুদ্ধিমত্তা, আত্মচেতনা আৰু দেশাত্মবোধ। আমাৰ দেশ ভাৰতবৰ্ষতো যুগে যুগে অধৰ্মৰ অভ্যুত্থান হৈ আছে আৰু যুগে যুগে হাজাৰ হাজাৰ নৰ-নাৰীয়ে আনকি আত্মবলি দিও অধৰ্মক পৰাজয় কৰি আহিছে। সেয়ে আমাৰ অতীত গৌৰৱ। আমাৰ প্ৰকৃতিৰ দান, প্ৰাকৃতিক ঐশ্বৰ্য আৰু সম্পদ হ'ল আমাৰ ভাগ্যৰ কথা — গৌৰৱৰ নহয়। আমি গৌৰৱ কৰিব পাৰোঁ আমাৰ নিজৰ শক্তি, বুদ্ধি আৰু পৰকাষ্ঠাক লৈ, আমাৰ দেশাত্মবোধক লৈ আমাৰ স্বাৰ্থত্যাগক লৈ। আমাৰ অসম দেশৰ ক্ষেত্ৰতো সেই একে কথা। আমি এমুঠি মানুহে ইয়াত বাস কৰোঁ। নানা ঠাইৰ পৰা সভ্যতা-কৃষ্টিৰ ৰহণ লৈ, বিভিন্ন সময়ত এইখন দেশলৈ মানুহ আহিল আৰু আজিও আহি আছে। এই আটাইবোৰ মানুহ মিলি, আটাইবোৰ সভ্যতাৰ ৰহণ সানি, আটাইবোৰ ভাষা-কৃষ্টিৰ মাধুৰিমা সাৰটি লৈ আমি এইখন দেশত বাস কৰোঁ — যিখন দেশ আমাৰ মনোৰমা আমাৰ বাবে পয়াভৰা।*



*যি পথেৰে আজি হাজাৰ বছৰ আগেয়ে, অথবা মাত্ৰ এশ বছৰ আগেয়ে আমি নানাভাৱে পৰ্যনটন কৰি এই মাটি পালোহি সেই পথ অতি প্ৰাচীন, অতি দূৰ, আমাৰ বাবে সি নিশ্চিহ্ন হৈ গৈছে। সেই পথৰ কথা ভাবি আজি আৰু দুখ, সন্তাপ কৰাৰ অৰ্থ নাই, হেতু নাই। আমাৰ আগত যি আছে, সেই মাটি আমাৰ মাটি। সেই মাটিৰ সমস্ত ধন আমাৰ, সেই মাটিৰ ৰস আমাৰ, সেই মাটিৰ গোন্ধ আমাৰ। সেই মাটিয়ে আমাক জীয়াই ৰাখিছে, সেই মাটি আমাৰ আশ্ৰয়। আমি আজি সেই মাটিৰেই বন্দনা কৰিম। এই দেশৰ — এই মাটিৰ যদি ধ্বংস হয়, তেন্তে ধ্বংস হ'ম আমি — ধ্বংস হ'ব আমাৰেই সতি-সন্ততি। আৰু যদি আমাৰ এই দেশখন সমৃদ্ধ হয়, তেনে সমৃদ্ধ হ'ম আমি, সমৃদ্ধি হ'ব আমাৰ সতি-সন্ততি।*

*অথচ সমৃদ্ধিসম্ভৱা দেশখন আমাৰ আগতেই পৰি আছে। আমাৰ শক্তিবোৰ যিমানে পৰস্পৰ আত্মঘাতী হ'ব, সিমানেই সম্পদবোৰ আমাৰ পৰা আঁতৰি যাব আৰু যিমানে আমাৰ শক্তিবোৰ পৰস্পৰ মিলিত হ'ব, সিমানে আমাৰ সম্পদবোৰ আমাৰ কৰায়ত্ব হ'ব। আমাৰ ভিতৰতে নানা ৰকমৰ বৈষম্য আছে। বৈষম্য আছে বুলিয়েই আমি অসম। বৈষম্য আমাৰ দুৰ্বলতা নহয়, সিয়েই আমাৰ শক্তিৰ উৎস।*

*আমি মিলিত হ'লে আমাৰ পৰাজয় নাই। মিলিত হ'লে আমি মহান, আমি শক্তিমান। প্ৰগাঢ় নিষ্ঠাৰে যদি আমি দেশখনক ভাল পাওঁ, তেনে আমাৰ ক্ষুদ্ৰতা দূৰ হ'ব আৰু আমাৰ দেশৰ ভৱিষ্যৎ উজ্জ্বল হৈ উঠিব। আজি এই শুভ মুহূৰ্তত মই প্ৰাৰ্থনা কৰিছোঁ, আমাৰ সহৃদয় মিলন হওক, আমাৰ মনত ক্ষুদ্ৰতা আঁতৰ হওক, আমাৰ দেশ জয়ী আৰু সমৃদ্ধ হওক, আমৰ ভাষাজননীৰ জয় আৰু সমৃদ্ধি হওক, আমি এটা সমুজ্জ্বল ভৱিষ্যতৰ অৰ্থে আত্মত্যাগ কৰি নিজে ধন্য হওঁ।*

* * *

*আমি আমাৰ পাহাৰ-ভৈয়ামৰ ভাইসকলৰ লগত কথা-বতৰা পাতি যি বুজিছোঁ, আমাৰ মাজত নানা ভুল বুজাবুজি হৈছে নাইবা তেনে হ'বলৈ ষড়যন্ত্ৰকাৰীসকলে নানা অপচেষ্টা কৰি আছে। আমাৰ মাজত বিশেষ যোগাযোগ নোহোৱা বাবে তেনে কাম সম্ভৱ হৈছে, অনেক ক্ষেত্ৰত আমি সেইসকলক অৱহেলা কৰা বুলি কোৱাও শুনো। আমাৰ এই ভাইসকলে যাতে সৰ্বতোপ্ৰকাৰ উন্নতি সাধন কৰি আগুৱাই আহিব পাৰে, তেনে চেষ্টা কৰাও আমাৰ কৰ্তব্য। বৰ আনন্দৰ কথা এইসকলৰ মাজত আমি আত্মচৈতন্য জাগৰূক হৈ পৰিছে, বলিষ্ঠ নেতৃত্ব দিব পৰা কিছু লোকো সেইসকলৰ*

মাজৰ পৰা ওলাইছে। গতিকে আমি উপযুক্ত যোগাযোগৰ মাজেৰে ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰি আমাৰ সংহতিৰ ঐতিহ্য ৰক্ষা কৰিব পাৰিবই লাগিব। সেই উদ্দেশ্যেৰে আমি সাহিত্য সভাভৱনক এটা সাংস্কৃতিক সমন্বয়ৰ কেন্দ্ৰ কৰিবলৈ ইচ্ছা কৰিছোঁ। তাত যদি আমাৰ বড়ো, ৰাভা, কছাৰী, মিকিৰ, ডিমাছা, লালুং মণিপুৰী, চাহমজদুৰ আৰু সন্তৰস্থলত অৰুণাচল, নগাৰাজ্য, মিজোৰাম আৰু মেঘালয়ৰো একো একোটা সৰু বিভাগ খুলি তাত সেই সেই সংস্কৃতিৰ উন্নতিৰ কাৰণে আৱশ্যকীয় ব্যৱস্থা কৰিব পাৰোঁ আৰু মাজে-সময়ে সকলো বিভাগ মিলি আলোচনা কৰাৰ দিহা কৰিব পাৰোঁ, তেনেহ'লে অদূৰ ভৱিষ্যতত আমাৰ মাজত উদ্ভৱ হোৱা অসংহতিৰ বীজ ধ্বংস হৈ পৰিব। এই পদ্ধতিৰে আমাৰ ৰাজ্যতে স্থায়ীভাৱে বসবাস কৰি থকা বিভিন্ন গোষ্ঠী সম্প্ৰদায়ৰ লোকৰ পাৰস্পৰিক সহযোগ আৰু সন্মিলনেৰে এই পূব প্ৰান্তত এক বিশাল সংস্কৃতিৰ সৃষ্টি হ'ব পাৰে।

* * *

সৰ্বভাৰতীয় ৰাষ্ট্ৰীয় ভাষা এটা নথকাটো ভাৰতৰ কাৰণে যেন গৌৰৱৰ কথা নহয়, তেনেকৈ প্ৰত্যেক ৰাজ্যৰ সুকীয়া ৰাজ্যভাষা নথকাটোও গৌৰৱৰ কথা নহয়। এই কথা ৰাজ্যত স্থায়ীভাৱে বসবাস কৰি থকা প্ৰতিজন নাগৰিকেই অনুভৱ কৰিব লাগিব। ঠিক সেইদৰে অসমত স্থায়ীভাৱে বসবাস কৰি থকা লোকসকলেও যি ভাষা সূত্ৰই হওক লাগিলে অসমত আঞ্চলিক নাইবা ৰাজ্যভাষা অসমীয়া পঢ়িবই লাগিব। ইয়ে ৰাজ্যখনৰ প্ৰতি তেওঁলোকৰ আনুগত্য প্ৰকাশ কৰিব আৰু ই তেওঁলোকৰ কাৰণে সকলো ক্ষেত্ৰতে মংগলদায়ক হ'ব। অইন ৰাজ্যত এই ব্যৱস্থা হৈছে, অসমতো ইয়াৰ কোনো বৈকল্পিক ব্যৱস্থা হ'ব নোৱাৰে, সি খাটাং সিদ্ধান্ত।

* * *

আটাতকৈ ডাঙৰ কথা হৈছে যে সৰ্বভাৰতীয় চাকৰিৰ কেন্দ্ৰবোৰত এই ৰাজ্যৰ প্ৰতি আনুগত্য নাইবা শ্ৰদ্ধা নথকা এক শ্ৰেণীৰ বহু সংখ্যক লোকক দীৰ্ঘদিন ব্যাপী অসমৰ একেঠাইতে থকাৰ অবাধ সুবিধা দিয়া হৈছে। সৰ্বভাৰতীয় চাকৰি, যেনে — ৰে'ল-জাহাজ, ডাক-তাঁৰ বিভাগ, জীৱন বীমা, বেংক আদিৰ চাকৰিৰ ক্ষেত্ৰত ভাৰতৰ সকলো ঠাইৰ লোকৰে চাকৰি পোৱাৰ অধিকাৰ আছে; কিন্তু ভাৰতৰ অইন কোনো ৰাজ্যত এইদৰে নিজ ৰাজ্যৰ বাহিৰৰ পৰা অহা একে ভাষা-ভাষী লোক একে ঠাইতে ইমান বেছিকৈ কলোনী (উপনিবেশ) পাতি থকাৰ দৃষ্টান্ত নাই। এই চাকৰিবোৰত আমাৰ ৰাজ্যতো অসমীয়া, বঙালী, উৰিয়া, বিহাৰী, হিন্দুস্থানী, পঞ্জাৱী, মাৰাঠী, মাদ্ৰাজী নাইবা কেৰালাবাসী আদি লোকক এই চাকৰিবোৰত নিযুক্তি দিলে, আমাৰ কোনো কথা ক'বলগীয়া নাই; কিন্তু আজি কোকৰাঝাৰ, বঙাইগাঁও, বৰপেটা ৰোড, পাণ্ডু, হোজাই, লামডিং, তিনিচুকীয়া, হাফলং প্ৰভৃতি ঠাইত এই চাকৰিয়ালবোৰৰ সংখ্যা কথা কোনোবোই ভাবি চাইছেনে?

* * *

দেশপ্ৰেমী ৰাইজ, আমি আত্মবিশ্লেষণ কৰি চাই আত্মবিশ্বাস লাভ কৰিবলৈ সাজু হ'বৰ হ'ল, তেতিয়াহে আত্মপ্ৰতিষ্ঠা তথা জাতীয় প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হ'ব পাৰিম। কি কাৰণে ক'ব নোৱাৰো আমাৰ মন অৱসাদ, দুৰ্বলতা আৰু হীনমন্যতাই অধিকাৰ কৰিছে। আমাৰ অতীতৰ সভ্যতা-সংস্কৃতি, শৌৰ্য-বীৰ্যৰ কথা স্মৰণ কৰি, জাতীয় চৈতন্য লাভ কৰি, দুৰ্বাৰ সাহসেৰে আমাৰ মনৰ পৰা অৱসাদ, দুৰ্বলতা আঁতৰাই পেলাব লাগিব। আমি আত্মবলিদানৰ মন্ত্ৰেৰে আকৌ দীক্ষিত হ'ব লাগিব। সেয়েহে আজি যুৱশক্তিৰ তেজীয়ান জাগৰণ দেখি মনলৈ আশাৰ সঞ্চাৰ আহিছে। তেওঁলোকৰ শক্তিৰ আস্ফালন নাই; কিন্তু শক্তিৰ ওপৰত আস্থা আছে। তেওঁলোকৰ জাগৰণ সুপৰিকল্পিত আৰু এই জাগৰণে তেওঁলোকৰ দুৰ্বলতা আৰু হীনমন্যতা দূৰ কৰিছে। তেওঁলোকৰ অসীম শক্তি আৰু জাগৰণ দেখি ৰক্ষণশীল কোনো লোকে হয়তো ভয় কৰিব পাৰে; কিন্তু প্ৰগতিবাদী উদ্ভৱ হোৱা হীনমন্যতা।

❖ ❖ ❖

# একচত্বাৰিংশ অধিৱেশন
## মঙলদৈ
## ৭, ৮, ৯ আৰু ১০ ফেব্ৰুৱাৰি, ১৯৭৪

বুৰঞ্জীয়ে গৰকা মঙলদৈ চহৰত সভাৰ একচত্বাৰিংশ অধিৱেশন ১৯৭৪ চনৰ ৭, ৮, ৯ আৰু ১০ ফেব্ৰুৱাৰি তাৰিখে অনুষ্ঠিত হয় আৰু মঙলদৈ হৈ পৰে পুন্য তীৰ্থ। ১৯৩৪ চনত আনন্দচন্দ্ৰ আগৰৱালাৰ সভাপতিত্বত অধিৱেশন অনুষ্ঠিত হোৱাৰ ৪০ বছৰৰ পিছত পুনৰ মঙলদৈত মিলিত হ'ল।

এই অধিৱেশনৰ বিশেষ তাৎপৰ্য দেখা যায়। অসম সাহিত্য সভাৰ মেলামুখী হোৱাৰ অপবাদৰ পৰা মুক্ত কৰিবৰ কাৰণে নৱ-নিৰ্বাচিত সভাপতি মহেশ্বৰ নেওগে সভাপতিৰূপে নিৰ্বাচিত হোৱাৰ পিছতে শাখা সভা আৰু আজীৱন সভ্যসকললৈ এটি গোহাৰি জনাই সভাৰ যোগেদি এখন চিঠি দিছিল। চিঠিখনৰ পূৰ্ণ পাঠ উদ্ধৃত কৰা হ'ল।

*মিনতি,*

*অসম সাহিত্য সভাৰ লেখীয়া এটি মহৎ জাতীয় অনুষ্ঠানৰ সভাপতিৰ উত্তংগ পদলৈ এই নিছলাক বিশ্বস্তসূত্ৰে জানিব পৰামতে বিপুল ভোটাধিকাৰে তুলি দি আপোনালোকে অযোগ্যক দেৱৰ দুৰ্লভ জাতীয় সন্মানৰ গৰাকী কৰিছে আৰু নিতান্ত ঋণী কৰিছে। আনফালে, নলৰ কাণমাৰিত পহুৰ মঙহৰ ভাৰৰ দৰে নিশকতীয়া কাণত অৰ্পিত এই দায়িত্ব পালন কৰি অঋণী হ'বলৈ হ'লে আপোনালোকৰ সৰ্বজনৰ সহায়-সহযোগৰ বাহিৰে মোৰ আশ্ৰয় নাই। মোৰ সকলো কৰ্মশক্তি সেইদেখি সভাৰ হাততে অৰ্পণ কৰিছোঁ। এতিয়া মই কিবাৰূপে কৰোঁতা হ'লেও আপোনালোকহে কৰাওঁতা হ'ব লাগিব।*

*আপোনালোকক ক'বৰ প্ৰয়োজন নাই যে সাহিত্য সভা এক বৃহৎকায় অনুষ্ঠান। সভাৰ উদ্দেশ্য প্ৰধানকৈ অসমীয়া ভাষা-সাহিত্যৰ চৰ্চা আৰু উন্নতি সাধন। আনফালে, আপোনালোকে আমাৰ সমালোচকসকলৰ পৰা এই কথাও কিজানি শুনিছে, সাহিত্য সভাৰ সন্মিলনত সাহিত্যৰ আলোচনা যেনেভাৱে হ'ব লাগিছিল তেনেভাৱে নহয় আৰু সাম্প্ৰতিক সাহিত্যৰ চলন্ত গতিৰ পৰা সভা বিচ্ছিন্ন হোৱাৰ উপক্ৰম হৈছে। এই সমালোচনাৰ সমুচিত প্ৰত্যুত্তৰ আমি দিব লাগিব। সৎ-সাহিত্য সৃষ্টি কৰা আৰু তেনে*



*সৃষ্টিত উছাহ-উদগনি যোগোৱা কাৰ্য সাহিত্য সভাই সম্পাদন নকৰিলে সভাৰ বিপুল সদস্য সংখ্যাৰ প্ৰকৃত আত্মপ্ৰয়োগ হোৱা নাই বুলি কোনোৱে ক'ব পাৰে। মোৰ দৃঢ় বিশ্বাস এতিয়াও আমি সভাক এটি নিটোল সাহিত্যানুষ্ঠানৰ ৰূপত পাব পাৰোঁ আৰু পাব লাগিব; লগতে সভাৰ সকলো শাখাই সাহিত্য-কৃতিৰ গৌৰৱ কৰিব পৰা, সেই বিৰাট অনুষ্ঠানৰ একোটি ক্ষুদ্ৰ তাঙৰণ হৈ নিশ্চয় গঢ় লৈ উঠিব পাৰে আৰু উঠিব লাগিব আৰু লগতে সদস্যসকল কেৱল স্ব-ভাষা-সাহিত্য প্ৰেমীয়েই নহৈ সক্ৰিয় ভাষা-সাহিত্য সেৱী হ'লে কিমান মনোৰম কথা হ'ব।*

*সাহিত্য সভাৰ বাৰ্ষিক সন্মিলনৰ আদৰণী সমিতিয়ে যিমান ধন ভাঙে, তাৰে একোটি বৃহৎ অট্টালিকা সাজি থ'ব পাৰি। এতিয়া আমি আমাৰ সন্মিলনৰ যোগেদি সাহিত্য শক্তিৰ তেনে এটি অট্টালিকা হৃদয়ত নিৰ্মাণ কৰিব নোৱাৰেনে? এইবাৰেইচোন আমি অতি আন্তৰিকতাৰে এটি সৰু যত্ন কৰি চাওঁ। অধুনৈৰ ৱা ন কদাচন। মঙলদৈয়েই যেন সেই মঙলৰ সূচনা কৰে। আনবাৰৰ দৰেই এইবাৰো সভাৰ কেইবাটিও শাখা অধিৱেশন থাকিব। সেই শাখাসমূহে যদি আমাৰ সাহিত্য-সংস্কৃতিৰ বিভিন্ন সমস্যাৰ একোটি দিশৰ গভীৰ আলোচনা কৰে, সেই আলোচনাৰ পৰাই হয়তো আমি নতুন দিশৰ সন্ধান পাব পাৰোঁ। লগতে যিসকল সাহিত্যিকে আজি আমাৰ সাহিত্যৰ জীৱন্ত ইতিহাস ৰচনা কৰি আছে, সেইসকলকো সাহিত্য সভাই সক্ৰিয় সদস্য আৰু সহযোগীৰূপে পাবলৈ কামনা কৰিলে জানো ভুল ভাৰসা কৰা হ'ব?*

*আপোনালোকক হাতযোৰ কৰি অনুৰোধ কৰিব খোজোঁ, (১) আপোনালোকৰ প্ৰতিনিধিসকল যেন আলোচ্য বিষয়ৰ কোনো নহয় কোনো এটিত দক্ষতাৰে নিজৰ মত দিবলৈ সক্ষম হৈ আহে। (২) আপোনালোকৰ অঞ্চলত যদি অসমীয়া সাহিত্যৰ অচল প্ৰতিষ্ঠ সেৱক আছে, সেইসকলক সদস্যৰূপে পোনতে লৈ প্ৰতিনিধিৰূপে যেন সন্মিলনলৈ পঠিয়ায়। এই দুটি পথেদি গৈ আমি মঙলদৈত আমাৰ গ্লানি সহজে আছাৰি পেলাব পাৰিম, এই আস্থা আমাৰ আছে।*

*মই তলত আমাৰ বিভিন্ন শাখাৰ আলোচ্য বিষয় আৰু গুণী-জ্ঞানী নেতা-সভাপতিসকলৰ নাম দিলোঁ। আপুনি উচিত ভাবিলে পূৰ্বৰেপৰা বিশেষ কেনোগৰাকীৰ লগত পত্ৰালাপৰ সুবিধা ল'ব পাৰে বা আলোচনাত যোগদানৰ ইচ্ছা প্ৰকাশ কৰি থ'ব পাৰে।*

*সাহিত্য আলোচনা অধিৱেশন — সভাপতি — মুনীন বৰকটকী, পঞ্চৱতী, গুৱাহাটী।*

*বিষয় ঃ অসমীয়া সাহিত্য — ঐতিহ্য আৰু আধুনিকতাৰ সমস্যা।*

*বুৰঞ্জী অধিৱেশন ঃ সভাপতি — অধ্যক্ষ সদানন্দ চলিহা, বিশ্বনাথ কলেজ, চাৰিআলি (দৰং)।*

*বিষয় ঃ অসমীয়া জাতি গঠনত মংগোলীয় দান।*

*সাংস্কৃতিক সন্মিলনৰ উদ্বোধক আৰু সংগীত অধিৱেশনৰ সভাপতি - নাৰায়ণ বেজবৰুৱা, উত্তৰ গুৱাহাটী, গুৱাহাটী - ৩।*

*কবিতা অধিৱেশন ঃ সভাপতি — অধ্যক্ষ ভৱানন্দ ৰাজখোৱা, গোৱালপাৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়।*

*বিষয় ঃ অসমীয়া কবিতাত জগতৰ কবিতাৰ প্ৰভাৱ আৰু তাৰ শেষ ফল।*

*ইয়াৰ উপৰি আমি মুকলিভাৱে অসমীয়া সাহিত্য-সংস্কৃতিৰ সমস্যা আৰু অসম সাহিত্য সভাৰ ভূমিকাৰ বিষয়ে কেনেধৰণে আলোচনাত প্ৰবৃত্ত হ'ব পাৰোঁ সেই সম্পৰ্কে বিচাৰ কৰা যাব।*

*আপোনালোকলৈ পুনৰ কৃতজ্ঞতা আৰু আন্তৰিক অভিবাদন জনাই সামৰিছোঁ।*

*বিনয়াবনত*
*মহেশ্বৰ নেওগ*

ইয়াৰ দ্বাৰা মেলামুখিতাৰ মাজেদি যাতে অসমীয়া ভাৱশক্তি সৰ্বত্ৰ বিয়পি পৰে আৰু লগতে শাখাসমূহক অসাহিত্যিকৰ অনুষ্ঠান বোলাৰ অপবাদৰ পৰা মুক্ত কৰিবলৈ গাঁৱে-ভূঁয়ে সৎ সাহিত্য সৃষ্টিৰ বাবে ৰুচিবোধ গঢ় দিবলৈ আৰু গ্ৰন্থ কিনা আৰু পাঠক সৃষ্টি কৰিবলৈ আহ্বান জনোৱা হৈছিল। শাখা সভা সমূহে সভাৰ প্ৰতি থকা আনুগত্যক চিন্তাৰ নিয়াৰিত গঢ় দি স্বাস্থ্যৱান কৰ্ম প্ৰৱণতালৈ ৰূপান্তৰ কৰিব লাগিব বুলিও আহ্বান জনোৱা হৈছিল। লগতে সভাই এইটোও স্বীকাৰ কৰিছিল যে এসময়ত অৰ্থাৎ দ্বিতীয় মহাসমৰৰ আগলৈকে অসমৰ প্ৰতিগৰাকী সাহিত্যিক কিবা নহয় কিবা প্ৰকাৰে সভাৰ লগত জড়িত হৈ আছিল; কিন্তু দ্বিতীয় মহাযুদ্ধই অনা পৰিৱৰ্তনে নব্যশিক্ষিত চামটোক প্ৰভাৱান্বিত কৰা আৰু লগতে বয়সস্থ লোকৰ অনুষ্ঠান বুলি ভবাৰ কাৰণেও এইসকলৰ একাংশই সভাৰ লগত আত্মীয়তা স্থাপন কৰিব পৰা নাছিল যদিও সভাৰ কাৰ্যসূচীত ভাগ ল'বলৈ নিমন্ত্ৰণ কৰা হৈছিল।

এই অধিৱেশনতেই সভাৰ নিমন্ত্ৰিত অতিথিসকলক আৱাহন-পত্ৰ দিয়া হৈছিল। পাট বা মুগা কাপোৰত ছপা কৰি আকৰ্ষণীয় বাঁহৰ চুঙাত ভৰাই আৱাহন-পত্ৰ দিয়া হৈছিল। এই ধৰণৰ চুঙাৰ শিল্প যোৰহাটতহে আছে।

একেলগে দুখন মুকলি অধিৱেশন হৈছিল। এখন ৯ ফেব্ৰুৱাৰি তাৰিখে সন্ধ্যা ৬ বজাত মঙলদৈ নাট্য মন্দিৰত। একে দিনাই মূল মণ্ডপত প্ৰথম মুকলি অধিৱেশন অনুষ্ঠিত হয়। দুয়োখনতে শ্ৰোতাৰ সংখ্যা দুই লাখতকৈ অধিক হৈছিল। সাহিত্য সভাৰ অধিৱেশনৰ দিন চমু চাপি অহাৰ লগে লগে মঙলদৈ সজীৱ হৈ উঠিল। উলহ-মালহে মঙলদৈয়া ৰাইজে গৃহস্থ হৈ ভাষাজননীৰ সেৱকসকলক অভ্যৰ্থনা জনাবলৈ মনে-



প্ৰাণে চেষ্টা কৰিলে। বাহাদুৰ বসুমতাৰী, এম.এল.এ.আৰু ৰমেশচন্দ্ৰ চহৰীয়া, এম.এল.এক যথাক্ৰমে অভ্যৰ্থনা সমিতিৰ সভাপতি প্ৰধান সম্পাদক হিচাপে লৈ এখন শক্তিশালী অভ্যৰ্থনা সমিতি গঠন কৰিলে। দেগা নদীৰ পাৰত, মঙলদৈ ক্ৰীড়া সন্থাৰ খেলপথাৰখনক কেন্দ্ৰ কৰি মঙলদৈয়া ৰাইজে গঢ়ি তুলিলে 'সাহিত্য নগৰ'। প্ৰায় একলাখ ৰাইজে চাব পৰাকৈ মূল মণ্ডপ সজা হয়। মণ্ডপত এটি এশ বৰ্গফুটৰ মঞ্চৰ তৈয়াৰ কৰা হয়। মূল মণ্ডপতে মূলসভা, আলোচনা সভা, কবিতা অধিৱেশন আৰু সাংস্কৃতিক সমাৰোহ অনুষ্ঠিত হৈছিল। মূল মণ্ডপৰ সমুখতেই অভ্যৰ্থনা সমিতিয়ে সজা মূল অধিৱেশনৰ তোৰণখন। চালে চকুৰোৱাকৈ সজা, কবি ধনাই বৰা আৰু অসম সাহিত্য সভাৰ নামত থকা এই তোৰণখন ৩৬ ফুট দীঘল আৰু বহলে প্ৰায় ১৮ ফুটমান হ'ব। প্ৰদৰ্শনী মণ্ডপৰ সমুখতে এখন আহল-বহল তোৰণ সজা হৈছিল। মোজাম্মিল হকৰ স্মৃতিতো এখন তোৰণৰ ব্যৱস্থা আছিল। তদুপৰি গুৱাহাটী আৰু তেজপুৰৰ পৰা মঙলদৈলৈ অহা দুয়োটা পথতে কেইবাখনো সুসজ্জিত আহল-বহল তোৰণ স্থানীয় ৰাইজে সাজি ভাষাৰ পূজাৰীসকলক স্বাগত সম্ভাষণ জনাইছিল। প্ৰতিনিধিসকলৰ থকা-মেলাৰ বাবে স্থানীয় স্কুল-কলেজত প্ৰতিনিধি বাহৰ পতা হৈছিল। ভেবাৰ ঘাটৰ পৰা গভীৰ নলী পাম্পেৰে পানী যোগানৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। এহেজাৰজন প্ৰতিনিধিয়ে যাতে একে সময়তে খোৱা-বোৱা কৰিব পাৰে তাৰ বাবেও বিৰাট ভোজনালয়ৰ ব্যৱস্থা আছিল। মঙলদৈৰ প্ৰতিঘৰতে আলহী ভৰি পৰা দেখিবলৈ পোৱা গৈছিল। দুবাৰকৈ সাহিত্য সভাৰ অধিৱেশন অনুষ্ঠিত হোৱাৰ বাবে প্ৰতিঘৰ মানুহে দুগছিকৈ বন্তি অধিৱেশনৰ কেইদিন জ্বলাইছিল।

## কাৰ্যনিৰ্বাহক সমিতি

৭ ফেব্ৰুৱাৰী পুৱা ১০ বজাত মঙলদৈ পৌৰসভাৰ সভাগৃহত আৰম্ভ হয় ১৯৭৪-৭ চনৰ কাৰ্যনিৰ্বাহক সমিতিৰ পঞ্চম আৰু শেষ বৈঠক। এই বৈঠকতে একচত্বাৰিংশ অধিৱেশনৰ কাৰ্যসূচী গ্ৰহণ কৰা হয়।

## আদৰণি ঃ আৱাহন

সাহিত্য সভাৰ মূল কাৰ্যসূচী যদিও ৮ তাৰিখৰ পৰা আৰম্ভ ৭ তাৰিখৰ গধূলিৰ পৰাই বিষয়বাছনী সভাৰ অধিৱেশন বহে। যদিও বহুসংখ্যক প্ৰতিনিধি আহিবলৈ তেতিয়াও বাকী; তথাপিও ৭ তাৰিখে সন্ধ্যা ৬০০ প্ৰতিনিধিয়ে "প্ৰতিনিধিৰ উপস্থিত বহীত" স্বাক্ষৰ কৰে। প্ৰতিনিধিবৰ্গক আদৰণি জনাই মঙলদৈ কলেজৰ অধ্যক্ষ প্ৰবোধচন্দ্ৰ গোস্বামীয়ে চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ত প্ৰতিনিধি শিৱিৰ আনুষ্ঠানিকভাৱে মুকলি কৰে।

## নতুন ৰূপ ঃ নতুন সিদ্ধান্ত বিষয়বাছনী সভা

গধূলি ৬ বজাত স্থানীয় নাট্য মন্দিৰত প্ৰথম বিষয়বাছনী সভা বহে। এইখিনিতে উল্লেখ কৰি থওঁ, এই মন্দিৰতে অনুষ্ঠিত হয়, বিষয়বাছনী সভা, দ্বিতীয় মুকলি অধিৱেশন, বুৰঞ্জী অধিৱেশন আৰু সংগীত অধিৱেশন।

এক চত্বাৰিংশ সন্মিলনৰ নৱ-নিৰ্বাচিত সভাপতি ড° মহেশ্বৰ নেওগক বিপুল সম্বৰ্ধনা জনাই নাট্য মন্দিৰলৈ লৈ যোৱা হয়। আহল-বহল নৱ-নিৰ্মিত নাট্য মন্দিৰত, প্ৰথমদিনাৰ বিষয়বাছনী সভাত বছৰটোৰ ভিতৰত পৰলোকপ্ৰাপ্তি ঘটালোকৰ স্মৃতিত এটি শোক প্ৰস্তাৱেৰে আৰম্ভ হয়। শোক প্ৰস্তাৱৰ পাছত সম্পাদকীয় প্ৰতিবেদন পাঠ কৰে নগনে শইকীয়াই। চিন্তাগধুৰ সম্পাদকীয় বাৰ্ষিক প্ৰতিবেদনখনত বছৰটোৰ লেখক শিৱিৰৰ নিচিনা মুখ্য খতিয়ানসমূহ দাঙি ধৰা হয়। বিষয়বাছনী সভা ৮ আৰু ৯ তাৰিখেও বহে। বিষয়বাছনী, নিয়মাৱলী সংশোধন, ১৯৭৩-৭৪ চনৰ হিচাপ পৰীক্ষা আৰু মুকলি অধিৱেশনত গ্ৰহণৰ বাবে বিতং আলোচনা কৰি প্ৰস্তাৱ গ্ৰহণ কৰে আৰু পৰৱৰ্তী বছৰৰবাবে বিষয়ববীয়াসকলক নিৰ্বাচন কৰে।

বিষয়বাছনী সভাত এইবাৰ প্ৰতিনিধি পৰিচয়ৰ চিৰ প্ৰচলিত নিয়ম ভংগ হোৱাত দুই-এগৰাকী প্ৰতিনিধিয়ে আক্ষেপ কৰিছিল। আলোচনাসমূহ বেছ ৰসগ্ৰাহী হৈছিল। দুই-এগৰাকী প্ৰতিনিধিয়ে আলোচনাত হাস্য ৰসৰো সৃষ্টি কৰিছিল।

৮ ফেব্ৰুৱাৰি। মাঘ মাহৰ শেষ শীতৰ বতৰ। নীলা আকাশৰ তলত মূল মণ্ডপৰ সমুখত বিদায়ী সভাপতি গিৰিধৰ শৰ্মাই হাজাৰ হাজাৰ লোকৰ সমাৱেশত অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰে। পতাকা উত্তোলনৰ লগে লগে গীতত ধ্বনিত হয় অসম সংগীত "আমি অসমীয়া নহওঁ দুখীয়া...।" পতাকা উত্তোলনৰ পাছতে একে ঠাইতে, অসমৰ প্ৰাক্তন মন্ত্ৰী, কাছাৰ জিলাৰ আলতাব হুছেইন মজমুদাৰে প্ৰবন্ধ সংকলন "মধ্যবিংশ শতিকাৰ অসমীয়া সাহিত্য" আনুষ্ঠানিকভাৱে উন্মোচন কৰে। সাহিত্য সংকলনৰ সভাপতি আৰু সম্পাদক আছিল যথাক্ৰমে অতুলচন্দ্ৰ বৰুৱা আৰু তফজ্জুল আলি। একেদিনাই দুপৰীয়া কাৰ্বি পাহাৰ জিলাৰ প্ৰধান কাৰ্যনিৰ্বাহক বিষয়া জয়ছিং দলৈয়ে স্মৃতিগ্ৰন্থ "দৰংগস্মৃতি" মুকলি কৰে। "দৰংগস্মৃতি" সংকলন সমিতিৰ সভাপতি লক্ষ্মীকান্ত শইকীয়া এম.এল.এ. আৰু সম্পাদনাৰ দায়িত্বত আছিল কিৰণ চন্দ্ৰ শৰ্মা।

দেগানৈৰ পাৰত, উত্তৰ ট্ৰাংক ৰোডৰ কাষত শ্বহীদ স্মৃতি স্তম্ভ স্থাপন কৰা হয়। ফুলকুমলীয়া মঙলদৈৰ চেমনীয়া মোজামিল হকৰ স্মৃতিত এই স্তম্ভ স্থাপন কৰা হয়। পুৱা ৮ বজাত এই শ্বহীদ স্তম্ভত শ্বহীদ তৰ্পণ অনুষ্ঠান অনুষ্ঠিত হয়। ৯৪ বছৰীয়া ককা, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নীলমণি ফুকনে যেতিয়া প্ৰথম শ্বহীদৰ উদ্দেশ্যে স্মৃতি তৰ্পণ কৰে, তেতিয়া সমৱেত জনতাৰ মাজত বেজী পাৰিলেও শব্দ হোৱাৰ মৌন পৰিৱেশ সৃষ্টি হৈছিল। মোজামিলৰ মাতৃ হামিদা বেগমে স্মৃতি তৰ্পণ কৰোঁতে শোকাকুল জনতাৰ মাজত উচুপনি শুনিবলৈ পোৱা গৈছিল। হাজাৰ হাজাৰ লোকে শ্বহীদ স্তম্ভত পুষ্পাঞ্জলি প্ৰদান কৰি পুনৰ ভাষাজননীৰ শ্বহীদসকলক সোঁৱৰণ কৰে।



## প্ৰদৰ্শনী

"লেখসকলে ভাষাৰ মাধ্যমেৰে সমাজ আৰু জনজীৱনৰ সমস্যাৱলী দাঙি ধৰিব লাগিব" — এই বুলি অসমৰ শিক্ষা মন্ত্ৰী হৰেন্দ্ৰনাথ তালুকদাৰে অসমৰ সাহিত্য সভাৰ মূল মণ্ডপৰ লগতে আয়োজন কথা বিৰাট প্ৰদৰ্শনীখনৰ দ্বাৰ উদ্‌ঘাটন কৰে। প্ৰায় দহ-এঘাৰ হাজাৰমান ৰাইজৰ সমাৱেশৰ দ্বাৰ উদঘাটনৰ সময়ত হৈছিল। প্ৰদৰ্শনীত প্ৰায় ৯০ খন ডাঙৰ-সৰু চৰাকৰী, বে-চৰকাৰী প্ৰতিষ্ঠানে বস্তু প্ৰদৰ্শন কৰিছিল। সাহিত্য সভা আৰু অন্যান্য পুথি প্ৰতিষ্ঠান মণ্ডপসমূহত ৰাইজৰ সমাগম হোৱা দেখিবলৈ পোৱা গৈছিল, লগতে আছিল নৱ-নিৰ্বাচিত সভাপতি ড° নেওগৰদ্বাৰা প্ৰণিত, সম্পাদিত পুথিসমূহেৰে "সভাপতিৰ হাটঘৰ।"

## সাংস্কৃতিক সমাৰোহ

৮ ফেব্ৰুৱাৰিৰ গধূলি ৭ বজাত মূল মণ্ডপতে অগণন কলামোদী জনতাৰ সমাগত নাট্যকাৰ, অভিনেতা নাৰায়ণ বেজবৰুৱাই সাংস্কৃতিক সমাৰোহৰ শুভ উদ্বোধন কৰে। অধিৱেশনৰ বাকী কেইদিনতো সাংস্কৃতিক সমাৰোহ হয়। অসমৰ বিভিন্ন অঞ্চলৰ অসমীয়া জনজাতিসকলৰ নৃত্য-গীত, খ্যাতনামা শিল্পীসকলৰ গীত, কৌতুক অভিনয়, ভাওনা, একাংকিকা ইত্যাদি পৰিৱেশন। পোন প্ৰথমবাৰৰ বাবে এই অধিৱেশনত এখন সংগীত অধিৱেশনো পতা হয়। নাট্য মন্দিৰত ১০ ফেব্ৰুৱাৰিৰ দিনা পুৱা ৮-৩০ বজাত নাৰায়ণ বেজবৰুৱাৰ সভাপতিত্বত বহা এই অধিৱেশনত আলোচনা হৈছিল — "অসমীয়া সংগীতত ধ্ৰুপদী ঐতিহ্য।" আলোচনাত যোগদান কৰে ড° কেশৱানন্দ দেৱ গোস্বামী, গিৰিকান্ত মহন্ত, কেশৱ চাংকাকতি আৰু ৰোমেশ্বৰ শইকীয়া বায়নে। সংগীত অধিৱেশনৰ বিষয়ৰ সূচনা কৰে ড° মহেশ্বৰ নেওগে। সভাপতি বেজবৰুৱাই অসমীয়া ধ্ৰুপদী সংগীতৰ বহল গৱেষণাৰ আৱশ্যকতা বোধ কৰি শিল্পীসকলক চৰকাৰে গৱেষণা কৰিবলৈ সুবিধা দিবৰ বাবে অনুৰোধ জনায়। তেখেতে বৰগীত আদিৰ তাল আদি লিপিবদ্ধ কৰি প্ৰচাৰ কৰাৰ আৱশ্যকতা অনুভৱ কৰে।

## আলোচনা-চক্ৰ

৯ ফেব্ৰুৱাৰিৰ পুৱা ৮ বজা। স্থান মূল মণ্ডপ। আৰম্ভ হয় সাহিত্য আলোচনা অধিৱেশন। বিষয় ঃ অসমীয়া সাহিত্য ঃ ঐতিহ্য আৰু আধুনিকতাৰ সমস্যা।"

সাংবাদিক, সমালোচক মুনীন বৰকটকীৰ সভাপতিত্বত বহা আলোচনা অধিৰেশনত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, ড° মহেন্দ্ৰ বৰা আৰু যতীন্দ্ৰ নাথ গোস্বামীয়ে আলোচনাত অংশ গ্ৰহণ কৰে। বৰকটকীয়ে তেখেতৰ ভাষণত কয় যে অসমীয়া সাহিত্যক অসমীয়াৰ মাজতে আৱদ্ধ নাৰাখি বিশ্বৰ সাহিত্য কৰিবলৈ সকলোৱে যত্ন কৰিব লাগে। বৰকটকীয়ে ঐতিহ্য আৰু আধুনিকতাক এক পাৰস্পৰিক সংঘাত আৰু বিভিন্ন দুটা সমস্যা বুলি অভিহিত কৰে। "... অচলায়তন স্থিতিশীল অতীত বা পুৰাতনৰ প্ৰতি অহেতুক নষ্টেলজিয়াবোধক ঐতিহ্য বুলি নিৰ্বাচন আৰু সমালচোনাবিহীন পৰিৱৰ্তন বা প্ৰৱণতা বা নিত্য নতুনতাৰ অনুসৰণকে আধুনিকতা বুলি ভ্ৰম নকৰিলেই হ'ল" — এই বুলি বৰকটকীয়ে তেখেতৰ ভাষণ সামৰণি মাৰে। বৰকটকী অহাত কিছু পলম হোৱাত অধ্যাপক ৰায়হান স্বাহে কিছু সময়ৰ বাবে আলোচনা সভাৰ পৰিচালনাৰ ভাৰ লয়।

## বুৰঞ্জী অধিৰেশন

একেদিনাই একে সময়তে নাট্য মন্দিৰত অনুষ্ঠিত হয় বুৰঞ্জী অধিৰেশন। বুৰঞ্জী অধিৰেশনৰ আলোচনাৰ বিষয় হ'ল — 'অসমীয়া জাতি গঠনত মংগোলীয় দান'। ত্ৰিছ পৃষ্ঠাৰ সভাপতিৰ ভাষণত সদানন্দ চলিহাই মংগোলীয় ঐতিহ্যৰ বাবে অসমীয়া মানুহে গৌৰৱ অনুভৱ কৰিব পাৰে বুলি কয়। ভাষণত তেখেতে এযাৰ স্পষ্ট কথা কৈছে, "বুৰঞ্জীৰ প্ৰকৃত সত্যত উপনীত হ'ব লাগিলে আমি পক্ষপাতশূন্য হ'ব লাগিব অৰ্থাৎ আমাৰ মন সংস্কাৰমুক্ত হ'ব লাগিব।" বুৰঞ্জী অধিৰেশনৰ আলোচনাত অংশ গ্ৰহণ কৰি লীলা গগৈয়ে কয় যে অসম হ'ল ভাৰতৰ ক্ষুদ্ৰ সংস্কৰণ। মংগোলীয়গোষ্ঠীৰ বিশদ বুৰঞ্জী আলোচনা কৰি গগৈয়ে অসমীয়া জাতি গনঠনত মংগোলীয়সকলৰ বিৰাট অৱদানৰ কথা উল্লেখ কৰে। আন এগৰাকী বক্তা ভবেন নাৰ্জিয়ে মংগোলীয় সংস্কৃতিৰ বিভিন্ন ধাৰাৰ বিষয়ে আলোচনা কৰে। তেখেতে মংগোলীয়গোষ্ঠীৰ অন্যতম শাখা বড়োসকলৰ সংস্কৃতিয়ে কেনেকৈ অসমীয়া ভাষা-সংস্কৃতি তথা জাতি গঠনত সহায় কৰিছে তাৰ বিশদ আলোচনা আগবঢ়ায়।

## কবিতা অধিৰেশন

পৰিষ্কাৰ নীলা আকাশ। মাঘ মাহৰ নিৰুত্তাপ বতৰ। ৰিব ৰিব বতাহ। এনে এটা কবিতা কবিতা লগা পৰিৱেশনত মূল মণ্ডপত আৰম্ভ হৈছিল ১০ তাৰখে পুৱা কবিতা অধিৰেশন। কবিতা অধিৰেশনত সভাপতিত্ব কৰে যশস্বী কবি, অধ্যক্ষ ভৱানন্দ ৰাজখোৱাই। কাৰ্যনিৰ্বাহক সমিতি আৰু অভ্যৰ্থনা সমিতিয়ে যুটীয়াভাৱে অসমৰ ১৫ গৰাকী কবিক কবিতা অধিৰেশনত কবিতা পাঠ কৰিবলৈ আমন্ত্ৰণ জনায়। দহগৰাকী কবিয়ে অধিৰেশনত কবিতা পাঠ কৰে। কবিসকল হ'ল নলিনীবালা দেৱী (তেখেতৰ অনুপস্থিতিত কবিতাটি পঢ়ি শুনাই মিনতি হাজৰিকাই), ড° মহেন্দ্ৰ বৰা, অধ্যাপক নৰকান্ত বৰুৱা, ড° নিৰ্মলপ্ৰভা বৰদলৈ, আব্দুল মালিক, ড° লক্ষহীৰা দাস, পৰেশ মল্ল বৰৱা, নগেন ঠাকুৰ,এম. ইব্ৰাহীম আলি আৰু আনিছ উজ জামানে।



কবিতা অধিৰেশনত "অসমীয়া কবিতাত জগতৰ কবিতাৰ প্ৰভাৱ আৰু তাৰ শেষ ফল" এই বিষয়ে আলোচনা কৰা হয়। ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে এই বিষয়ে বিশদ আলোচনা আগবঢ়ায়। সভাপতিৰ ভাষণত অধ্যক্ষ ৰাজখোৱাই কয় যে এখন দেশক বুজালে দেশৰ মাটি-পানীকেই বা ভৌগোলিক ব্যাখ্যাকে নুবুজায়; তাৰ মানুহৰ কথাকো বুজায়। কবিতাৰ মাধ্যমেৰে দেশৰ মানুহৰ ছবি নিখুঁতভাৱে অংকণ কৰিবলৈ তেখেতে কবিসকলক অনুৰোধ জনায়। তেখেতে ৰাজনৈতিক বিপ্লৱৰ ঠাইত হৃদয়ৰ অনুভূতিৰ মাজেদি সমাজ চিত্ৰ অংকণ কৰাত গুৰুত্ব আৰোপ কৰি কয় — "ইয়াত বিপ্লৱৰ প্ৰয়োজন নাই, লাগে মাথোন হৃদয়ৰ সুকুমাৰ অনুভূতিৰ পৰশ।"

মঙলদৈ অধিৰেশনৰ সৰ্বাতকৈ আকৰ্ষণীয়, অভূতপূৰ্ব দৃশ্য হ'ল নৱ-নিবাৰ্চিত সভাপতি ড০ নেওগক তেখেত থকা স্থানৰ পৰা মূল মণ্ডপলৈ শোভাযাত্ৰাৰে আদৰি অনা দৃশ্য। আৱেগিকভাৱেৰে ভাৰতৰ প্ৰখ্যাত সাহিত্যিক কালিন্দী চৰণ পাণিগ্ৰাহীয়ে মন্তব্য কৰোঁতে জাতীয় ভাষা সন্মিলনৰ সভাপতিগৰাকীক এনে ধৰণৰ সন্মান জনোৱা দৃশ্য তেওঁ আগতে কোনো সাহিত্য সন্মিলনত দেখা নাই। লোকাৰণ্য ৰাইজ আৰু সমদলৰ বাতৰি শুনি অসমৰ ৰাজ্যপাল লালন প্ৰসাদ সিঙে মন্তব্য কৰে যে "এনে সন্মান প্ৰকৃততে বিৰল।" 'দি আসাম ত্ৰিবিউনে' কয় — "ইম্‌প্ৰেছিভ্, প্ৰচেশ্বন্' (Impressive procession) 'দৈনিক অসম'ৰ ভাষাত "জনসাধাৰণেৰে ভৰপূৰ এক অভুত পূৰ্ব শোভাযাত্ৰা।" এগৰাকী মঙলদৈৰ ওচৰৰ গাঁৱৰ মানুহক সোধাত ক'লে, "এনে দৃশ্য চাই জনম সফল হ'ল।" সঁচাই অভুতপূৰ্ব এই শোভাযাত্ৰা। অসমৰ জনসাধাৰণে অসমৰ জাতীয় অনুষ্ঠানৰ সভাপতিগৰাকীক ইয়াতকৈ একো সন্মান যাচিব নোৱাৰে। সভাপতিৰ শিৱিৰ আছিল মঙলদৈ কলেজৰ ওচৰত (উপগুপাৰাত)। তাৰপৰা মঙলদৈ প্ৰায় দুমাইল। এই দুমাইল বাটচোৰাত দুয়োফালে হাজাৰ হাজাৰ জনতাই সভাপতিজনাক সন্মান জনাবলৈ বাট চাই আছিল। সভাপতিক লৈ কৰা শোভাযাত্ৰাত আছিল দুটা হাতী পোৱালি সহ ৪১ টা হাতী, ছখন ট্ৰাক (তাৰে সুসজ্জিত এখন ট্ৰাকত সভাপতি, পাণিগ্ৰাহী, অভ্যৰ্থনা সমিতিৰ সভাপতিকে আৰম্ভ কৰি কেইবাগৰাকী বিশিষ্ট লোক আহিছিল)। দহজনীয়া এটি বেণ্ডপাৰ্টি, আঠজন বৰ ঢুলীয়া দল, চৈধ্যগৰাকী সৰু ঢুলীয়া, সাতগৰাকী খঞ্জৰীৰ দল, দুযোৰ খুলীয়া, পোন্ধৰজন কালীয়া, জয়ঢোল, খেৰাই নৃত্য আৰু ওজাপালীৰ দল, সংকীৰ্তনৰ এটি দল, ওঠৰটা অন্যান্য সাংস্কৃতিক অনুষ্ঠানৰ দল, একচল্লিছগৰাকী অসমীয়া সাজ-পাৰেৰে মূৰত জাপি, কাষত আমপাতেৰে মাংগলিক কলহ হৈ গাভৰু, একচল্লিজ গৰাকী একে সাজেৰে শৰাই লৈ

মহিলা, মইনা পাৰিজাতৰ দলে সভাপতিক শোভাযাত্রা কৰি আদৰি আনে। শোভাযাত্রাৰ লগত যোগ দিয়ে হাজাৰ হাজাৰ ৰাইজে। স্ব-চক্ষুৰে নেদেখিলে এই শোভাযাত্রাৰ বিৱৰণ দিয়া কঠিন। সেই সময়ছোৱাত এনে ভাব হৈছিল মঙলদৈ খেলপথাৰলৈকে যেন এখন মানৱ সমুদ্রতহে পৰিণত হৈছে। বাতৰি যোগনীয়াৰসকলৰ মতে প্ৰায় দুইলাখ জনতা তাত গোট খাইছিল।

## প্ৰথম মুকলি অধিৱেশন

শোভাযাত্ৰাৰ অন্তত সভাপতি মূল মণ্ডপত সোমোৱাৰ লগে লগে উৰুলি ধ্বনি হয় "জয় অসম সাহিত্য সভা" ধ্বনিত হয়। প্ৰধান সম্পাদক নগেন শইকীয়া, অভ্যৰ্থনা সমিতিৰ সম্পাদক ৰমেশ চন্দ্ৰ চহৰীয়া প্ৰমুখ্যে অন্যান্য কৰ্মকৰ্তাসকলে আগবাঢ়ি সভাপতিক মঞ্চলৈ আগবঢ়াই আনে। মঞ্চত উঠাৰ লগে লগে আইতা, প্ৰাক্তন সভানেত্ৰী নলিনীবালা দেৱীয়ে সভাপতিক সাৰটি চুমা খোৱা দৃশ্যই সকলো ৰাইজকে অভিভূত কৰি তোলে; লগে লগে সভাপতিক মালা দি অৰ্পণ কৰি বহুওৱাৰ লগে লগে অধ্যাপক কৃষ্ণকান্ত সন্দিকৈ আৰু তেওঁৰ দলে ড০ নেওগৰ বিষয়ে এটি সুন্দৰ মালিতা গাই ঢুলীয়া হাত কৰে। মালিতা অন্তৰ লগে লগে সমস্বৰত ধ্বনিত হয় অসম সাহিত্য সভাৰ আৰম্ভণী গীত "চিৰ চেনেহী মোৰ ভাষা জননী"। আৰম্ভণী গীতৰ অন্তত প্ৰধান সম্পাদক নগেন শইকীয়াই নিমন্ত্ৰিত উদ্বোধক পাণিগ্ৰাহীক একচত্বাৰিংশ অধিৱেশন উদ্বোধন কৰিবলৈ আহ্বান কৰি, পাটৰ কাপোৰত মুদ্ৰিত আৱাহন বাণী বাঁহেৰে সজা অলংকৃত কৰি পাত্ৰত ভৰাই ফুলাম গামোচাসহ এখনি শৰাইসহ আনন্দ ধ্বনিৰ মাজত অৰ্পণ কৰে। তেখেতে সাহিত্য অকাদেমিৰ ফেল', পদ্মভূষণ, ঔপন্যাসিক উৎকল সাহিত্য সভাৰ সভাপতি ভাৰতৰ প্ৰখ্যাত সাহিত্যিক গৰাকীয়ে তেখেতৰ ভাষণত "নিখিল অসমীয়া সাহিত্য সন্মিলনীৰে যোগদান কৰি মোৰ সৰ্বাংগৰে এই নৱপ্ৰাণ, নৱ-উন্মাদনাৰ বাণী আজি সঞ্চাৰিত হওঁ অন্তৰে বাহাৰে সৰ্বত্ৰ।" ভাষণ প্ৰসংগত পাণিগ্ৰাহীয়ে নিজৰ মাতৃভাষাৰ বাবে অসমীয়া আৰু উড়িয়া ৰাইজে কৰা আন্দোলনৰ বিষয়ে উল্লেখ কৰে। "আমি যদিও বিভিন্ন ৰাজ্যত বাসকৰি বিভিন্ন ভাষাৰে মনৰ ভাব প্ৰকাশ কৰো তথাপিও আমি সৰ্বশেষত এক ভাৰতৰেই সন্তান — "ভাৰত বৰ্ষহি আমাৰ চৰম ধৰ্ম, পৰম পবিত্ৰ মাতৃভূমি।"

উদ্বোধনী ভাষণ অন্ত পৰাৰ লগে লগে অসম সাহিত্য সভাৰ বিদায়ী সভাপতি গিৰিধৰ শৰ্মাই এটি সংস্কৃত শ্লোকেৰে মংগলাচৰণম্ কৰি নৱনিৰ্বাচিত সভাপতি ড° নেওগক একচত্বাৰিংশ সন্মিলনত পৌৰোহিত্য কৰিবলৈ আনুষ্ঠানিকভাৱে আহ্বান জনাই প্ৰস্তাৱ কৰে আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি বাহাদুৰ বসুমতাৰীয়ে প্ৰস্তাৱ সমৰ্থন কৰে; লগে লগে প্ৰধান সম্পাদক নগেন শইকীয়াই পাটৰ কাপোৰত মুদ্ৰিত আহ্বান



বাণী পাঠ কৰি সেই মুদ্ৰিত বাণী সুদৃশ্য বাঁহৰ পাত্ৰত ভৰাই ফুলাম গামোচা আৰু শৰাই সহ ড° নেওগৰ হাতত অৰ্পণ কৰে। সভাপতিৰ আসনত অধিষ্ঠান কৰি ড° নেওগে সকলোকে নমকস্কাৰ জনাই, সকলোৰে সহায়-সহযোগিতা আৰু শুভেচ্ছা কামনা কৰে।

সভাৰ মুখ্য অতিথি, অসমৰ ৰাজ্যপাল লালন প্ৰসাদ সিঙক প্ৰধান সম্পাদককে ধৰি কৰ্মকৰ্তাসকলে আগবঢ়াই আনে। সভাপতি ড° নেওগে মুখ্য অতিথিক ভাষণ দিবৰ বাবে আহ্বান জনোৱাৰ পাছত প্ৰধান সম্পাদকে পাটৰ কাপোৰত মুদ্ৰিত আবাহন বাণী সুদৃশ্য বাঁহৰ পাত্ৰত ফুলাম গামোচা আৰু শৰাইসহ আগবঢ়ায়। মুখ্য অতিথি অসমৰ ৰাজ্যপাল লালন প্ৰসাদ সিঙে অসম সাহিত্য সভাৰ সমৱেত হোৱা জনসমুদ্ৰ দেখি আশ্চৰ্য প্ৰকাশ কৰে। অসমৰ ৰাইজে নিজৰ মাতৃভাষাৰ প্ৰতি যি শ্ৰদ্ধা-ভক্তি জনোৱা দেখিলে তাৰ বাবে ৰাজ্যপালগৰাকীয়ে এই বুলি মত প্ৰকাশ কৰে যে "অসম সাহিত্য সভা অকল অসমৰেই নহয়, সৰ্বভাৰতীয় ক্ষেত্ৰতো অদ্বিতীয় বৃহত্তম অ-ৰাজনৈতিক অনুষ্ঠান।" প্ৰাক্তন সভাপতি অতুলচন্দ্ৰ হাজৰিকাই এটি কবিতা পাঠ কৰি অসম সাহিত্য সভাৰ সদ্য প্ৰকাশিত কেইখনমান পুথি আনুষ্ঠানিকভাৱে উন্মোচন কৰে।

৭৭ পৃষ্ঠাৰ সভাপতিৰ "সভাপতি অভিভাষণ"খনত তলত দিয়া বিষয়সমূহ আলোচনা কৰা হৈছিল, অপৰাধ বিনাশন, সাহিত্য সভাৰ চৰম ভূমিকা, দৰঙী ৰাজ্যলৈ আহিছোঁ; সাংস্কৃতিক অগ্ৰগতিৰ অৰ্থে লাগে সংহতি; স্নেহৰ অৰুণাচল; মাই হিলছ ছো ষ্ট্ৰং; উদয়াচলৰ বড়োসকলেই যদি অসমীয়া নহয়, অসমীয়া কোন? সেউজী পাতৰ কাহিনী; নেপালী ভাইসকল; জানু পৰো কাঞ্চী নানি জাৰ্মানিকা ধাৰামা; গোৱালপাৰা ঃ গানৰ চৰাই মোৰ; অসমীয়া ভাষাৰ অভিনৱ ভূমিকা; অসমীয়া বাণীৰ যুদ্ধোত্তৰ যোৱা পঁচিছটা বছৰ; সাহিত্যৰ বুৰঞ্জী বৈজ্ঞানিক ভিত্তিত নতুনকৈ লেখিব লাগিব; ভাত পালেহে মাত ঃ অৰ্থনৈতিক সমস্যাত সাহিত্যিকৰ ভূমিকা, শিক্ষা-সাহিত্য প্ৰমূল্য ঃ অসমীয়া ভাষা-সাহিত্যৰ পৃথিৱীখন আৰু অসমীয়াক এটা দ্বীপ কৰি নাৰাখিব ঃ মানৱ এক, সাহিত্য এক ..." এই ওঠৰটা বিষয়ত ড° নেওগে সুচিন্তিতভাৱে সাহিত্য, সংস্কৃতি তথা অসমীয়া সমাজৰ বিভিন্ন দিশ চৰ্চা কৰিছে। 'অন্যায়লৈ নগাযাঠি ঃ ন্যায়লৈ সোণৰ কলচি" ভাৰত লেখিছেনে নাই নাজানো; কিন্তু এই অভিভাষণখন অসমীয়া সমাজ আৰু সাহিত্যৰ স্পষ্ট ছবি আঁকাত কৃতকাৰ্য হৈছে। সাম্প্ৰতিক অসমৰ সমস্যাবোৰ আঙুলিয়াই দি তাৰ সম্ভাব্য সমাধানৰ উপায়বোৰ বিচাৰ কৰাটো ড° নেওগৰ ভাষণৰ অন্যতম কথা। দৈনিক জনমভূমিয়ে (১০।২।৭৪) এই অভিভাষণখন 'গতানুগতিকাৰপৰা সম্পূৰ্ণ আঁতৰত' বুলি অভিমত দিছে। সাপ্তাহিক জনমভূমিৰ মতে এইখন "এক ঐতিহাসিক ভাষণ"। নতুন অসমীয়াৰ মতে "সাৰুৱা আৰু সময়োপযোগী হৈছে।" (১০।২।৭৪) উল্লেখযোগ্য ড° নেওগে ভাষণখন পৰম্পৰাগতত নপঢ়ি মাত্ৰ তাৰ সাৰাংশহে কয়।

## দ্বিতীয় মুকলি অধিৱেশন

৯ তাৰিখে গধূলি ৬ বজাত নাট্য মন্দিৰত দ্বিতীয় মুকলি অধিৱেশন বহে। দ্বিতীয় মুকলি অধিৱেশনত বছৰটোৰ অসমীয়া সাহিত্যৰ খতিয়ান আৰু ব্যাকৰণৰ সমস্যাৰ বিষয়ে আলোচনা কৰা হয়। নন্দ তালুকদাৰে যোৱা বছৰটোত প্ৰকাশিত অসমীয়া পুথিৰ এটি আলোচনা আগবঢ়ায়। অনিমা দত্ত আৰু নিৰ্মলপ্ৰভা বৰদলৈয়ে যোৱা বছৰৰ চুটি গল্প সম্পৰ্কে, অধ্যাপক চন্দ্ৰ কটকীয়ে যোৱা বছৰ অসমীয়া কবিতা সম্পৰ্কে, অৰুণ শৰ্মাই যোৱা বছৰৰ অসমীয়া নাটক সম্পৰ্কে একোটি খতিয়ান দাঙি ধৰে। দৰ্শক, শ্ৰোতাসকলৰ প্ৰশ্ন আৰু আলোচকসকলৰ উত্তৰেৰে আলোচনা সজীৱ হৈ উঠিছিল।

অসমীয়া ব্যাকৰণ সম্পৰ্কে আলোচনা সম্পৰ্কত প্ৰধান সম্পাদকে ১৯৭৩ চনৰ ছেপ্টেম্বৰ মাহত গুৱাহাটী বিশ্ববিদ্যালয় শিক্ষক সন্থাই আয়োজন কৰা আলোচনাচক্ৰ আৰু তাৰ সিদ্ধান্তসমূহৰ কথা উল্লেখ কৰি জনায় যে বিশ্ববিদ্যালয়ৰ শিক্ষক সন্থাই এই বিষয়টো অসম সাহিত্য সভালৈও আলোচনাৰ পাতনি মেলে ড° উপেন্দ্ৰ চন্দ্ৰ গোস্বামীয়ে। তেখেতে চমু ভাষণত অসমীয়া ব্যাকৰণৰ সমস্যাৱলীৰ কথা উল্লেখ কৰি এই সমস্যাসমূহৰ সমাধানত গুৰুত্ব আৰোপ কৰে। আলোচনাৰ অন্তত এই সম্পৰ্কত গ্ৰহণ কৰা এটি প্ৰস্তাৱত কোৱা হয় — গুৱাহাটী বিশ্ববিদ্যালয় শিক্ষক সন্থাই অসম সাহিত্য সভা, ডিব্ৰুগড় বিশ্ববিদ্যালয় আৰু অসমৰ মাধ্যমিক শিক্ষা পৰিষদৰ সহযোগিতাৰে অসমীয়া ব্যাকৰণৰ নীতি নিৰ্ধাৰণৰ বাবে বিশ্ববিদ্যালয়ৰ শিক্ষা কৰ্তৃপক্ষৰ ফালৰ পৰা যি নিতান্ত কৰণীয় ব্যৱস্থাৰ পৰামৰ্শ দিছে, তাত অসম সাহিত্য সভাৰো সহযোগ আৰু সমৰ্থন আছে। গুৱাহাটী বিশ্ববিদ্যালয়ত ব্যাকৰণ সম্পৰ্কে যিখন সমিতি গঠন কৰাৰ পৰামৰ্শ শিক্ষক সন্থাই আগবঢ়াইছে সেই সমিতিত যোগ দিবলৈ স্থিৰ কৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ভাইচ-চেঞ্চেলাৰে সমৰ্থন জনাইছে বুলি জানি সভাই আনন্দ প্ৰকাশ কৰে আৰু আশা কৰে মাধ্যমিক শিক্ষা পৰিষদেও অনুৰূপ ব্যৱস্থা ল'ব। আৱশ্যক বোধে গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই আহ্বান জনালে অসম সাহিত্য সভাৰ তৰফৰ পৰা ব্যাকৰণ সম্পৰ্কীয় সমিতিত এজন প্ৰতিনিধি দিয়া হ'ব।

স্বাঃ মহেশ্বৰ নেওগ
সভাপতি
ফেব্ৰুৱাৰি, ১৯৭৪



## তৃতীয় মুকলি অধিৱেশন

১০ তাৰিখে দুপৰীয়া এক বজাৰ পৰা তৃতীয় আৰু শেষ মুকলি অধিৱেশন আৰম্ভ হয়। তৃতীয় অধিৱেশনৰ বিশিষ্ট অতিথি মুখ্য মন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই সাহিত্যিকসকলক সমাজৰ উচ্চ আদৰ্শ আৰু উচ্চতৰ মূল্যবোধ জগাই তুলিবলৈ আহ্বান জনায়। সাহিত্য সভাৰ মহান আদৰ্শক লক্ষ্য কৰি কয় "আমাৰ কলা-সাহিত্যৰ ক্ষেত্ৰত অসম সাহিত্য সভাই ভৱিষ্যতেও অবিৰাম শুভ প্ৰভাৱ বিস্তাৰ কৰি থাকিব - এই বিষয়ে সন্দেহৰ অৱকাশ নাই।" হাজাৰ-বিজাৰ ৰাইজৰ সমাগমে তৃতীয় মুকলি অধিৱেশন মুখৰিত কৰি তোলে। অসমৰ প্ৰথিতযশা সাহিত্যিক, সাংবাদিক লক্ষ্মীনাথ ফুকন, আজীৱন সাহিত্যসেৱী ৰামচন্দ্ৰ দাস পঞ্চদশ অসম সাহিত্য সভাৰ মঙলদৈ অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি, মঙলদৈৰ বয়োবৃদ্ধ নাগৰিক তপেশ্বৰ শৰ্মা আৰু মঙলদৈ বুৰঞ্জী প্ৰণেতা দীনেশ্বৰ শৰ্মাক সাহিত্য সভাই সম্বৰ্ধনা জনায়। সম্বৰ্ধনা পত্ৰ, শৰাই, গামোচা আৰু সাহিত্য সভাৰ একোটিকৈ টোপোলা আগবঢ়ায়। অসুখৰ বাবে লক্ষ্মীনাথ ফুকন আহিব নোৱাৰিলে, বাকীকেইগৰাকীয়ে সম্বৰ্ধনাৰ উত্তৰস্বৰূপে একেষাৰ কয়। তদুপৰি সাহিত্য সভাই আগবঢ়োৱা মৌলিক চিন্তামূলক গ্ৰন্থৰ বাবে মোহনচন্দ্ৰ শৰ্মা বঁটা ড° সত্যেন্দ্ৰ নাথ শৰ্মাক, প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা দেবেন্দ্ৰ নাথ আচাৰ্যক, গোপাল চন্দ্ৰ গোস্বামী বঁটা ৰমেশচন্দ্ৰ গোস্বামীক, ৰঘুনাথ চৌধাৰী বঁটা নীলমণি ফুকনক, বনমালী শইকীয়া বঁটা ৰথীন্দ্ৰ কুমাৰ মণ্ডলক আৰু হৰিহৰ চৌধাৰী বঁটা বলোং ছিৱামক অৰ্পণ কৰা হয়। সভাত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বাগ্মীবৰ নীলমণি ফুকন, অসম কংগ্ৰেছৰ সভাপতি ললিত কুমাৰ দলে আদি কেইবাগৰাকীও বিশিষ্ট লোকে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ বাবে অসম সাহিত্য সভাৰ দায়িত্ব আৰু ভূমিকা সম্পৰ্কে কয়।

তৃতীয় মুকলি অধিৱেশনৰ সামৰণিৰ লগেলগে একচত্বাৰিংশ সন্মিলনৰো সামৰণি পৰে। অসম সাহিত্য সভাৰ পক্ষৰ পৰা প্ৰধান সম্পাদক নগেন শইকীয়াই মাননীয় সভাপতিকে প্ৰমুখ্য কৰি নিমন্ত্ৰিত সকলো কেইগৰাকী বিশিষ্ট ব্যক্তিৰ প্ৰতি, প্ৰতিনিধিসকলৰ প্ৰতি, দৰ্শকসকলৰ প্ৰতি, মঙলদৈৰ অভ্যৰ্থনা সমিতিৰ সভাপতি-সম্পাদককে প্ৰমুখ্য কৰি মঙলদৈয়া ৰাইজৰ প্ৰতি শলাগ জ্ঞাপন কৰে আৰু অভ্যৰ্থনা সমিতিৰ সাধাৰণ সম্পাদকৰ হাতত প্ৰীতি শুভেচ্ছা আৰু শলাগৰ চিনস্বৰূপে অসম সাহিত্য সভাৰ প্ৰকাশনৰ এটি টোপোলাসহ ফুলাম গামোচা আৰু শৰাই অৰ্পণ কৰে।

প্ৰতিনিধিবৰ্গৰ ফালৰ পৰা অসম সাহিত্য সভা আৰু অভ্যৰ্থনা সমিতিৰ কৰ্মকৰ্তাসকলৰ প্ৰতি শলাগ জ্ঞাপন কৰে ... শেষত অভ্যৰ্থনা সমিতিৰ পক্ষৰ পৰা সাধাৰণ সম্পাদক ৰমেশচন্দ্ৰ চহৰীয়াই সভাপতিকে প্ৰমুখ্য কৰি অসম সাহিত্য সভাৰ কৰ্মকৰ্তাসকললৈ, বিশিষ্ট ব্যক্তিসকললৈ, প্ৰতিনিধিসকললৈ, দৰ্শকসকললৈ আৰু সদৌ ৰাইজলৈ শলাগ আৰু কৃতজ্ঞতা জ্ঞাপন কৰে।

## বোলছবি মহোৎসৱ

একচত্বাৰিংশ মঙলদৈ অধিৱেশনৰ লগতে মঙলদৈত অসমীয়া বোলছবি মহোৎসৱৰ এটিৰো আয়োজন কৰা হৈছিল। স্থানীয় উদয়ন চিনেমা গৃহত ইউনাইটেড ক্লাবে ৮, ৯ আৰু ১০ তাৰিখে এই মহোৎসৱৰ আয়োজন কৰে। সাহিত্য সভাৰ বুৰঞ্জী অধিৱেশনৰ লগত পোন প্ৰথমবাৰৰ বাবে আয়োজন কৰা এই মহোৎসৱত ছখন ন-পুৰণি অসমীয়া বোলছবি প্ৰদৰ্শন কৰা হয়। মহোৎসৱ মুকলি কৰে ড° ভূপেন হাজৰিকায়। সভাপতিত্ব কৰে কথাশিল্পী চৈয়দ আব্দুল মালিকে। ড° হাজৰিকাই অসমীয়া বোলছবিৰ এটি বহল বুৰঞ্জী দাঙি ধৰি অসমীয়া বোলছবি শিল্পৰ সমস্যাবোৰ দাঙি ধৰে। সভাপতি চৈয়দ আব্দুল মালিকে জ্যোতি চিত্ৰবনৰ সহায়েৰে অসমীয়া বোলছবি শিল্পৰ উন্নতি কামনা কৰে। কমললোচন দাসৰ সম্পাদনাত এখন সচিত্ৰ প্ৰবন্ধ সমৃদ্ধ স্মৃতিগ্ৰন্থও প্ৰকাশ হৈছিল।

## তথ্য চিত্ৰ

যোৰহাটৰ উদ্যোগী ডেকা ৰাইচ কুৰ্ণী বৰা আৰু তেখেতৰ সহযোগীসকলে মঙলদৈ অধিৱেশনৰ লগতে ৰজিতা খুৱাই একেলগে দুখন তথ্যচিত্ৰৰ বাবে দৃশ্য গ্ৰহণ কৰে। তেখেতসকলে হাতত লোৱা তথ্যচিত্ৰ দুখন হ'ল ককা নীলমণি ফুকন আৰু আনখন অসম সাহিত্য সভা।

## বাতৰি কাগজ ঃ অনাতাঁৰ কেন্দ্ৰৰ ভূমিকা

অসম সাহিত্য সভাৰ অধিৱেশনৰ সময়ত অসমৰ বাতৰি কাগজসমূহে কাগজৰ নাটনি সত্ত্বেও বিশেষ সংখ্যা প্ৰকাশ কৰাৰ উপৰি প্ৰতিদিনে বিশেষ বাতৰি প্ৰকাশ কৰিছিল। আকাশবাণী গুৱাহাটী, ডিব্ৰুগড় কেন্দ্ৰয়ো সাহিত্য সভাৰ বিভিন্ন বাতৰি প্ৰকাশ কৰিছিল। ১১ ফেব্ৰুৱাৰি তাৰিখে ৰাতি ৯-৩০ বজাত আকাশ বাণীয়ে সাহিত্য সভাৰ বিশেষ কথিকা প্ৰচাৰ কৰে। তদুপৰি সাহিত্য সভাৰ লগতে অসমৰ বিভিন্ন অনুষ্ঠানে বা ব্যক্তিগতভাৱেও দুই-এগৰাকীয়ে আলোচনী, পুথি, পুস্তিকা আদি প্ৰকাশ কৰি ভাষা জননীৰ প্ৰতি সেৱা আগবঢ়াইছিল।

## পৰিবহণ

অধিৱেশনৰ কেইদিন অসম ৰাজ্যিক পথ পৰিবহণ নিগমে মঙলদৈলৈ বিশেষ সেৱা আগবঢ়াইছিল। স্থানীয় টেক্সী সন্থা প্ৰাইভেট চিণ্ডিকেট বাছসমূহেও দৰ্শকৰ সুবিধাৰ বাবে দিনে-ৰাতিয়ে সেৱা আগবঢ়াইছিল।

অসমৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ একচত্বাৰিংশ অধিৱেশনত যোগদান



দিয়া প্ৰতিনিধি, দৰ্শক প্ৰতিনিধিৰ সংখ্যা পোন্ধৰশজন (কাৰ্যালয়ৰ হিচাপ মতে)। অতি সুখৰ বিষয় যে সন্মিলন চাবৰ বাবে উৰিষ্যা আৰু বিহাৰৰ পৰাও বুজনসংখ্যক দৰ্শক আহিছিল। ৰাজ্যপাল সিঙে এই অনুষ্ঠান 'সৰ্বভাৰতীয় বৃহৎ' অনুষ্ঠান বোলা মন্তব্যও সুখৰ কথা। পৰৱৰ্তী অধিৱেশনসমূহত ভাৰতৰ বিভিন্ন ৰাজ্যৰ দৰ্শকৰ সমাগমে অসম সাহিত্য সভাক মহান কৰি তুলিব বুলি সেই সময়ত আশা কৰা হৈছিল। বিৰাট বপুৰে অসম সাহিত্য সভাৰ শাখাসমূহৰ পৰা অহা প্ৰতিনিধিসকলে নিজৰ দায়িত্ব আৰু শৃংখলা বজাই ৰাখি অসম সাহিত্য সভাক সজীৱ কৰি তুলিলে। প্ৰতিনিধিসকলে অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতি গঠনৰ বাবে নিৰ্বাচনৰ প্ৰতিযোগিতা আয়োজন নকৰি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সেৱাত সৃষ্টিশীল সাংগঠনিক সেৱা আগবঢ়াই অহা লোকক মনোনীত কৰি সভাৰ সন্মানিত আৰু গাম্ভীৰ্যপূৰ্ণ ৰূপক অধিক আকৰ্ষণীয় আৰু শক্তিশালী কৰি তুলিব বুলিও সকলোৱে আশা কৰে।

## বিষয়বাছনী সভা

১। অসম সাহিত্য সভাৰ নৱনিৰ্বাচিত সভাপতি ড° মহেশ্বৰ নেওগক অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক নগেন শইকীয়া আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি বাহাদুৰ বসুমতাৰী আৰু সাধাৰণ সম্পাদক ৰমেশচন্দ্ৰ চহৰীয়া প্ৰমুখ্যে ব্যক্তিসকলে আদৰণি জনাই সভাঘৰলৈ আনে।

২। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকে অসম সাহিত্য সভাৰ একচত্বাৰিংশ সন্মিলনৰ বিষয়বাছনী সভাত সভাপতিত্ব কৰিবৰ বাবে নৱনিৰ্বাচিত সভাপতিক আহ্বান জনায়। অভ্যৰ্থনা সমিতিৰ পক্ষৰ পৰা মাল্য আৰু প্ৰতীক প্ৰদান কৰা হয়। সভাপতিয়ে আসন গ্ৰহণ কৰি সভা পৰিচালনাৰ বাবে সমৱেত সকলো প্ৰতিনিধিৰ সহায় আৰু সহযোগিতা কামনা কৰে।

---

**শুভেচ্ছা-বাণী**

অসম সাহিত্য সভাৰ একচত্বাৰিংশ সন্মিলনলৈ দেশ-বিদেশৰ বহুতো খ্যাতনামা ব্যক্তিক নিমন্ত্ৰণ জনোৱা হৈছিল। যিসকলৰ বহুতেই সন্মিলনৰ সফলতা কামনা কৰি পঠোৱা শুভেচ্ছা-বাণীৰ কিয়দংশ উদ্ধৃত কৰা হ'ল

আনন্দ চন্দ্ৰ বৰুৱা — বকুলবন
প্ৰাক্তন সভাপতি — যোৰহাট -১
অসম সাহিত্য সভা — ৭।২।৭৪

প্ৰিয় নেওগ,

মোৰ, কুটুম আহিল পুৱাৰ বেলা
বহিল বিৰাট মেলা,
মেলাৰ মাজৰ হেন্দোলদোপত
মনোহৰৰ খেলা।...

৩। অভ্যৰ্থনা সমিতিৰ সভাপতি বাহাদুৰ বসুমতাৰীয়ে প্ৰতিনিধিসকলক স্বাগত সম্ভাষণ জনায়।

৪। প্ৰধান সম্পাদকে বাৰ্ষিক প্ৰতিবেদন উত্থাপন কৰে। বাৰ্ষিক প্ৰতিবেদনত তলত দিয়া অনুচ্ছেদ অনুসৰি যোৱা বছৰটোৰ কাৰ্যক্ৰমৰ খতিয়ান দাঙি ধৰে।

(১) প্ৰস্তাৱনা, (২) তৰ্পণ, (৩) প্ৰস্তাৱ প্ৰসংগ, (৪) মাধ্যম প্ৰসংগ, (৫) তদন্ত আয়োগৰ ওচৰত সাক্ষদান, (৬) ৰাজ্য চৰকাৰৰ লগত যোগাযোগ, (৭) সাহিত্যিক পেঞ্চন, (৮) লেখক শিবিৰ, (৯) থলুৱা ভাষাৰ উদ্ধাৰ আৰু উন্নয়ন আঁচনি, (১০) অসম সাহিত্য সভাৰ সেৱা কেন্দ্ৰ, (১১) ভাষাজ্ঞান পৰীক্ষা, (১২) ৰাধাকান্ত সন্দিকৈ ভৱন আৰু চিত্ৰশালা, (১৩) শতবাৰ্ষিকী পালন, (১৪) ন্যাস পুঁজিৰ পৰা দিয়া বিভিন্ন বঁটা, (১৫) অভিনন্দন জ্ঞাপন, (১৬) কেন্দ্ৰীয় চৰকাৰৰ বঁটা আৰু হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, (১৭) অন্যান্য ন্যাস পুঁজি, (১৮) সাহিত্য সভা পত্ৰিকা, (১৯) সাহিত্য সভাৰ প্ৰকাশন, (২০) পৰৱৰ্তী বছৰৰ বাবে খচৰা আঁচনি, (২১) পুৰ্ণমুদ্ৰণ, (২২) স্মৃতি-দিৱস উদ্‌যাপন, (২৩) অসম সাহিত্য সভা সপ্তাহ, (২৪) শাখা সভাৰ বাতৰি, (২৫) নৱগঠিত শাখা-সভা, (২৬) আজীৱন সভ্য, (২৭) কাছাৰ আৰু অৰুণাচল, (২৮) কৃতজ্ঞতা জ্ঞাপন।

৫। প্ৰতিনিধিসকলৰ মাজৰ পৰা যতীন তালুকদাৰ, গোলোক পাঠক, বুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰ, ৰমা বৰঠাকুৰ, চিত্ৰৰঞ্জন চৌধুৰী, যোগেশ্বৰ বৰা, মেঘ গগৈ, শ্ৰীমান চক্ৰৱৰ্তী, উমেশচন্দ্ৰ কলিতা, সতীশ চৌধুৰী, ধৰ্মকান্ত গোহাঁই, যোগেন্দ্ৰনাথ তালুকদাৰ, মহেন্দ্ৰ নাথ ভট্টাচাৰ্য, ভৰত নেওগ, ৰাম গোস্বামী, গোবিন্দ বৰুৱা আদি কেইবাগৰাকী ব্যক্তিয়েও প্ৰতিবেদনৰ বিভিন্ন অনুচ্ছেদ সম্পৰ্কে আলোচনা কৰে। প্ৰধান সম্পাদকে প্ৰতিনিধিসকলে কৰা প্ৰশ্ন আৰু বিস্তৃতভাৱে জানিবলৈ বিচৰা বিষয়ৰ ব্যাখ্যা দিয়ে।

(ক) যতীন তালুকদাৰৰ প্ৰশ্নৰ উত্তৰত প্ৰধান সম্পাদকে জনায় যে পত্ৰিকাৰ বাবে সাধাৰণ পুঁজিৰ পৰা ১২,০০০ (বাৰ হাজাৰ) টকা দিয়া হৈছে। সভাপতিয়ে ৰচিদ বহী যোগে সংগ্ৰহ কৰা আৰু বিক্ৰীৰ পৰা ২০,০০০ (বিছহাজাৰ) টকা পোৱা হৈছে আৰু খৰচ কৰা হৈছে; সপ্তম সংখ্যালৈকে ১৮,০০০ (ওঠৰহাজাৰ) টকা ধাৰ আছে।

(খ) বুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰে পত্ৰিকাৰ পুঁজি আৰু প্ৰকাশন পুঁজি সম্পৰ্কে স্পষ্টিকৰণ বিচৰাত প্ৰধান সম্পাদকে জনায় যে কাৰ্যনিৰ্বাহক সমিতিৰ অনুমোদন লৈ সভাপতিয়ে নিজ দায়িত্বত এই দুই পুঁজিৰ বাবে অৰ্থসংগ্ৰহ কৰে। তদুপৰি বিশেষ প্ৰকাশন আঁচনিৰ প্ৰকাশিত পুথিকেইখন সভাপতিয়ে নিজে ছপাশালত দিছে। সেই সম্পৰ্কীয় হিচাপ-পত্ৰাদি প্ৰধান সম্পাদকৰ হাতত নাই। প্ৰতিনিধিগৰাকীয়ে এনে কাৰ্য নিয়ম বহিৰ্ভুত হোৱা বুলি সভাপতিৰ দৃষ্টি আকৰ্ষণ কৰে।

(গ) গহপুৰ, অভয়াপুৰী, ৰহা আদিৰ প্ৰতিনিধিয়ে আজীৱন সভাৰ বৰঙণি বিদায়ী সভাপতিৰ হাতত দিয়াৰ পিছতো স্বীকৃতি নোপোৱাৰ কাৰণ সোধাত প্ৰধান সম্পাদকে জনায় যে যিসকল সভ্যৰ বৰঙণি কাৰ্যালয়ত পোৱা হৈছে, সিসকলক আজীৱন সভ্যস্বৰূপে ইতিমধ্যে স্বীকৃতি দিয়া হৈছে।

---

জনগণৰ হেন্দোলদোপৰ মাজৰ পাৰ আপোনাক আগবঢ়াই আনি আমাৰ প্ৰাণতকৈও প্ৰিয় সাহিত্য সভাৰ গাদীখনত বহুৱাই আনন্দ লাভ কৰাত স্বাস্থ্য প্ৰতিবন্ধক হৈ থিয় দিলে। এখেৰ পৰাই সেই পবিত্ৰ দৃশ্য চাই আপোনাক অভিনন্দন যাচিছোঁ। আমাৰ সভাপতিৰূপে নমস্কাৰ কৰিছোঁ।

নমস্কাৰেই স্বৰ্গ-মৰ্ত্যক একেলগ কৰে। আপোনাৰ নেতৃত্বত অসমীয়া ভাষা-সাহিত্যৰ মহামিলন হওক। সকলো বিভেদ আঁতৰাই আপুনি এখন নতুন অসমীয়া সাহিত্যিক সমাজ গঢ়িবলৈ সমৰ্থ হওক।

ঈশ্বৰে আপোনাৰ সুদীৰ্ঘ জীৱন, সুন্দৰ স্বাস্থ্য আৰু অটুট মনোবল দান কৰক।

ইতি
বিনীত
আনন্দ চন্দ্ৰ বৰুৱা

"…. I avail myself of this oportunity to convey through you our best wishes and many successes for the 41st Annual conference of the Asom Sahitya Sabha."…

— Jozsef Szabo
Atache
A Magyar Neokoztarsasag Nagyko vetsege
Hungarian peoples' Republic.

---

"…. Wish for all success in your efforts."

— Prof. Dr. Heinz Mode
Buch-und Zeitschriftensendungen an
Direktor Budhist Centre, 402 Halle (saale), den.
Universital, G. D. R.

Sehr Geehrter Herr Saikia !
Ich wunche der 41. Jahrestagung des Asam Sahitya Sabha einen kreative Verlauf.
Mogen die Dinge, die sie und Jhre Kollegen zu beraten und zu verantworten habex, dem Fortschrift, der wissenchaft dienen, dem wohl Jhres Volkes und dem Frieden der welt.

Mit oufrichtiger Ho chachtung
U.W. Khuls
Professor Max Water Schulz, Leipzing

Herr Max Zimmering (Dresden WH, Collenbusch-strasse 7 German Democratic)

৬। বিষয়বাছনী সভাই প্ৰতিবোদন গ্ৰহণ কৰে আৰু একচত্বাৰিংশ সন্মিলনৰ মুকলি অধিৱেশনত দাঙি ধৰিবৰ কাৰণে অনুমোদন জনায়।

৭। প্ৰধান সম্পাদকে ১৯৭২-৭৩ বিত্তীয় বছৰৰ পৰীক্ষিত সম্পূৰ্ণ হিচাপ দাঙি ধৰে। বিষয়বাছনী সভাই হিচাপ গ্ৰহণ কৰে।

৮। প্ৰধান সম্পাদকে ১৯৭৩ চনৰ ১ এপ্ৰিলৰ পৰা ৩১ ডিচেম্বৰলৈ আংশিক হিচাপো দাঙি ধৰি জনায় যে কাৰ্যনিৰ্বাহকে এই আংশিক হিচাপৰ ভিতৰত পত্ৰিকাত কৰা ব্যয়ৰ হিচাপ সম্পূৰ্ণ নোহোৱাত পৰৱৰ্তী কাৰ্যনিৰ্বাহকলৈ স্থগিত ৰাখিছে। তদুপৰি ১৯৭৩-৭৪ বিত্তীয় বছৰৰ সম্পূৰ্ণ পৰীক্ষিত হিচাপ পৰৱৰ্তী সন্মিলনৰ বিষয়বাছনী সভাতহে দাঙি ধৰাৰ নিয়ম।

বিষয়বাছনী সভাই এই আংশিক হিচাপৰ ওপৰত আলোচনা কৰে। প্ৰতিনিধিসকলৰ একাংশই প্ৰকাশন পুঁজিৰ হিচাপ, পত্ৰিকা পুঁজিৰ হিচাপ, আজীৱন সভ্য ভৰ্তিৰ বাবে বিভিন্ন ব্যক্তিয়ে দিয়া বৰঙণিৰ হিচাপ সম্পৰ্কে তোলা প্ৰশ্নৰ ভিত্তিত প্ৰধান সম্পাদকে যোৱা বছৰৰ কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰথম অধিৱেশনৰ ২৩ নং সিদ্ধান্ত, ৫৫ নং সিদ্ধান্ত, ২য় অধিৱেশনৰ ৬ (ট) আৰু (ঠ) নং সিদ্ধান্তৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰে। মহেন্দ্ৰনাথ ভট্টাচাৰ্য, শ্ৰীমান চক্ৰৱৰ্তী, বুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰ আদি প্ৰতিনিধিয়ে এই বিষয়ত আপত্তি জনায়।

---

আছিল এজন জাৰ্মান কবি। ১৯৭৩ চনৰ ১৫ ছেপ্টেম্বৰ তাৰিখত তেখেতৰ পৰলোক ঘটাৰ বাতৰি পোৱা নাছিল বাবে সন্মিলনলৈ নিমন্ত্ৰণ জনাই চিঠি দিছিল। ঝিমাৰিঙে চিঠিৰ উত্তৰত সেই খবৰ দিয়াৰ লগতে তেখেতৰ স্বামীৰ তিনিটি কবিতাৰ ইংৰাজী অনুবাদ পঠিয়াই দিয়ে। পৰিশিষ্টত কবিতাকেইটা সন্নিবিষ্ট কৰা হ'ল।

Instead of a message I allow myself to send you 3 poems by my husband... I whish you all the best for your Annual Conerence.

Mrs. Zimmering

We hope the Conference fulfilled its aims and there will be a good result and influence on the spiritual and cultural needs of the Assamese people.

Mrs. Deniela Miga
Mr. Constantin Dragon
Bucuresti, Romania.

I am most pleased to learn from your letter that our friend Prof. Neog has been elected president of the Asam Sayitya Sabha. I am sure under his guidance the Sabha will be able to make a noteworthy contribution.

Dr. V. Raghavan
Prof. of Sanskrit
University of Madras.



বিষয়বাছনী সভাই এই সম্পৰ্কত সৰ্বসন্মতিক্ৰমে তলৰ সিদ্ধান্তটি গ্ৰহণ কৰে। "অসম সাহিত্য সভাৰ একচত্বাৰিংশ সন্মিলনৰ বিষয়বাছনী সভাই অনুভৱ কৰে যে ১৯৭৩-৭৪ চনৰ বিত্তীয় বছৰত সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে খোলা প্ৰকাশন পুঁজিৰ হিচাপ, পত্ৰিকা পুঁজিৰ হিচাপ, আজীৱন সভ্য ভৰ্তিৰ বাবে বিভিন্ন ব্যক্তিয়ে দিয়া বৰঙণিৰ হিচাপ আৰু ৰচিদ বহী যোগে সংগৃহীত দান-বৰঙণিৰ হিচাপ ক্ৰটীপূৰ্ণ হৈ ৰৈছে। অসম সাহিত্য সভাৰ সকলো হিচাপ ক্ৰটীশূন্য আৰু প্ৰণালীৱদ্ধ হোৱাটো একান্ত বাঞ্ছনীয়। এই মৰ্মে সভাই সিদ্ধান্ত গ্ৰহণ কৰে যে উল্লিখিত পুঁজিসমূহৰ হিচাপ-পত্ৰাদি তদন্ত কৰি এটি প্ৰতিবেদন দাখিল কৰিবৰ বাবে সৰ্বশ্ৰী খনীন্দ্ৰচন্দ্ৰ বৰুৱা, বুধীন্দ্ৰ কুমাৰ ৰাজখনিকৰ আৰু মহেন্দ্ৰনাথ ভট্টাচাৰ্যক লৈ এটি তিনিজনীয়া তদন্ত সমিতি গঠন কৰা হয়। এইসকলে ১৯৭৩-৭৪ চনৰ হিচাপ পৰীক্ষা কৰি সেই সম্পৰ্কে উঠা সকলোপ্ৰকাৰ অভিযোগবোৰ আঙুলিয়াই দেখুৱায়। সমিতিৰ আহ্বায়ক হ'ব অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক, লগতে সভাই সিদ্ধান্ত কৰে যে উল্লিখিত পুঁজি সম্পৰ্কে অসম সাহিত্য সভাৰ শাখা সভাসমূহৰ সাধাৰণ আৰু আজীৱন সভ্যসকলৰ আৰু কোনো দাতাৰ যদি মন্তব্য থাকে তেনে মন্তব্য বিচাৰি এটি বিবৃত্তি প্ৰচাৰ কৰিবৰ বাবে প্ৰধান সম্পাদকক দায়িত্ব দিয়ে। ১৯৭৪ চনৰ মে' মোহৰ ভিতৰত অসম সাহিত্য সভাৰ সকলো শাখা-সভা আৰু আজীৱন সভ্যলৈ প্ৰতিবেদন পঠোৱাৰ বাবে প্ৰধান সম্পাদকে ব্যৱস্থা কৰিব।"

৯। এই সিদ্ধান্ত গ্ৰহণৰ পিছত বিষয়বাছনী সভা ৮।২।৭৪ তাৰিখলৈ স্থগিত ৰখা হয়।

---

I am delightedc to know that the Asam Sahitya Sabha is having its annual conference in February to be presided over by professor Maheswar Neog....

Narayan Menon
Executive Director
National Centre for the performing Arts,
Bombay

I see that the Asam Sahitya Sabha was established in a historic year, the year of the Great October revolution. This is an event which has effected the minds of men and the trends in literature in many parts of the world; and Asam is no exception. Another formative influence on the writers of India is of course Mahatma Gandhi and the non-violent revolution effected by him. I wish I had know Assamese to see these twin influences are reflected in the literature of Asam. I wish you 41st National Conference all success.

K.P.S. Menon
Palat House, Ottapalam
Kerala

## প্ৰস্তাৱ

*বিষয়বাছনী সভাই সৰ্বমুঠ ৩ টা প্ৰস্তাৱ অধিৱেশনত দাঙি ধৰিবৰ বাবে গ্ৰহণ কৰে। প্ৰস্তাৱ তিনিটা হ'ল —*

*প্ৰথম প্ৰস্তাৱ ঃ অসমৰ বিভিন্ন ন্যস্ত স্বাৰ্থই থলুৱা অসমীয়া জনগোষ্ঠীৰ সৰলতাৰ সুবিধা লৈ ভাষিক আৰু সাংস্কৃতিক বিচ্ছিন্নতাবাদ গঢ়ি তুলিবলৈ চেষ্টা কৰি আহিছে বুলি অসম সাহিত্য সভাই উদ্বেগেৰে লক্ষ্য কৰিছে। এই সম্পৰ্কত অসম সাহিত্য সভাই অসমৰ ভাষিক, সাংস্কৃতিক আৰু সাম্প্ৰদায়িক বিচ্ছিন্নতাবাদ গঢ়ি তুলিবলৈ বিচৰা শক্তিসমূহৰ প্ৰতি কঠোৰ দৃষ্টিভংগীৰে ব্যৱস্থা গ্ৰহণ কৰি অসমৰ সমূহ ঐক্য ৰক্ষা কৰিবৰ বাবে ৰাজ্য চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰে; লগতে অসমৰ বিভিন্ন সম্প্ৰদায়ৰ লোকৰ এনে বিচ্ছিন্নতাবাদৰ পৃষ্ঠপোষকসকলৰ কথা আৰু কাৰ্যৰ প্ৰতি সতৰ্ক হ'বলৈ অনুৰোধ জনায়।*

*প্ৰস্তাৱক ঃ ধৰ্মকান্ত গোহাঁই*

*সমৰ্থক ঃ ৰাজেন ৰাভা*

*দ্বিতীয় প্ৰস্তাৱ ঃ অসমৰ বিভিন্ন স্থানত থকা প্ৰাচীন কীৰ্তিসমূহ উপযুক্ত সংৰক্ষণৰ অভাৱত ক্ৰমাত ধ্বংস ৰূপত পৰিণত হোৱাৰ উপক্ৰম হৈছে। তদুপৰি অসমৰ বিভিন্ন স্থানত প্ৰাগৈতিহাসিক কালৰে পৰা সিঁচৰতি হৈ থকা প্ৰাচীন সভ্যতাৰ সম্পদসমূহ উপযুক্ত খননৰ অভাৱত এতিয়াও ভূগৰ্ভতে পৰি থকাৰ যথেষ্ট প্ৰমাণ আছে। এই সম্পদসমূহে অসমৰ সভ্যতা আৰু সংস্কৃতিৰ ইতিহাস ধৰি ৰাখিছে; কিন্তু অসম সাহিত্য সভাই দুখেৰে অনুভৱ কৰিছে যে প্ৰাচীন কীৰ্তি সংৰক্ষণৰ ৰাষ্ট্ৰীয় ব্যৱস্থা থকা সত্ত্বেও আমাৰ চৰকাৰে তাৰ প্ৰতি তেনে দৃষ্টি দিয়া পৰিলক্ষিত হোৱা নাই। অসম সাহিত্য*

---

আপোনাদেৰ অশেষ শুভ বাৰ্ষিক অনুষ্ঠান উপলক্ষে জানাই আপেনাবদেৰ সকলকে আমাদেৰ সকলেৰ আন্তৰিক শ্ৰদ্ধা-প্ৰীতি-শুভেচ্ছা, মংগলাশীৰ্বাদ, পুণ্যাভিনন্দন। 'সাহিত্যে'ৰ মৰ্ম কথা - সহভাব বা সহমৰ্মিতা, অৰ্থাৎ বিশ্বপ্ৰীতি ও বিশ্বমৈত্ৰী। এৰূপ মধুৰ মোহন, ললিত-লোভন, সৰস-শোভন ভাবটাই আপনাদেৰ ৰচনা ও আলোচনায় পৰিস্ফুট হয়ে উঠবে - সে ভৰা আমৰা ৰাখি।

ৰমা চৌধুৰী, উপাচাৰ্য
ৰবীন্দ্ৰনাথ ভাৰতী বিশ্ববিদ্যালয়
কলিকতা।

".... I extend my good wishes. I am sure this conference will go long way in establishing the healthy tradition and deeper understanding in Assamese litearture.

Gul Bardhan. General Secy.
Little Ballet Troupe. Institute
of Theatre Arts. Gwalior.



*সভাৰ একচত্বাৰিংশ অধিৱেশনে ৰাজ্য চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰক প্ৰাচীন কীৰ্তিৰ সংৰক্ষণৰ বাবে আৰু উপযুক্তভাৱে খনন কাৰ্যৰ যোগে অসমৰ ভূগৰ্ভস্থ সাংস্কৃতিক সম্পদ উদ্ধাৰৰ বাবে দাবী জনায়।*

*প্ৰস্তাৱক ঃ বিশ্বেশ্বৰ হাজৰিকা*

*সমৰ্থক ঃ উপেন বৰকটকী*

*তৃতীয় প্ৰস্তাৱ ঃ অসমৰ উচ্চ ইংৰাজী বিদ্যালয় শিক্ষান্ত (H.S.L.C. Exam.,) পৰীক্ষাৰ পাঠ্যক্ৰমত সংস্কৃত, আৰবী আৰু ফাৰ্চী ভাষা বাধ্যতামূলক কৰাৰ প্ৰয়োজনীয়তা আজিৰ সভাই গভীৰভাৱে অনুভৱ কৰে আৰু সেই সম্পৰ্কে যথোচিত কাৰ্যপন্থা ল'বলৈ অসমৰ উচ্চ মাধ্যমিক শিক্ষা বোৰ্ড আৰু ইয়াৰ লগত জড়িত কৰ্তৃপক্ষক অনুৰোধ জনায়।*

*প্ৰস্তাৱক ঃ অম্বিকাচৰণ সৰকাৰ*

*সমৰ্থক ঃ তিলক কাকতী*

বিষয়বাছনী সভাই এই প্ৰস্তাৱসমূহ সংশ্লিষ্ট ব্যক্তি আৰু বিভাগলৈ পঠাবৰ বাবে প্ৰধান সম্পাদকক দায়িত্ব দিয়ে। ইয়াৰ উপৰি অসমীয়া ভাষাত প্ৰশ্নকাকত যুগুত কৰা সম্পৰ্কে অসম মাধ্যমিক শিক্ষা পৰিষদক অসম সাহিত্য সভাই আহ্বান জনাই অহাতো

---

Asam Sahitya Sabha has distinguished itself over the years through its scholarly contributions not only to the Assamese studies, but also to the study of Neo-Indo Aryan Languages and Liteartures.... May the New Year bring many happy returns to the Sabha and scholars connected with it.

D.P. Pattanayak
Central Institute of Indian Language,
Mysore.

"... As the premier Literary and Cultural organisation of Assam, the Asam Sahitya Sabha Immensely contributed to the cause of Culture and education in the State and also outside ...

Dr. K.K. Dutta
Former V.C.,
Magadh & Patna Universities
Patna.

The Asam Sahitya Sabha has rendered commendable service to the growth and development of Assamese Language and Literature during the last several decades, I send my best wishes ...

W.A. Sangma
Chief Minister,
Meghalaya

পৰিষদে কোনো ব্যৱস্থা গ্ৰহণ নকৰাত বিষয়বাছনী সভাৰ অসন্তুষ্টি প্ৰকাশ কৰে আৰু বিষয়বাছনী সভাৰ এই মনোভাৱ পৰিষদক জনাবৰ বাবে প্ৰধান সম্পাদকক দায়িত্ব দিয়ে।

গৱেষণাৰ মাধ্যম হিচাপে অসমীয়া ভাষাক স্বীকৃতি দিবৰ বাবে দাবী জনাই অহা প্ৰস্তাৱ সম্পৰ্কে সংশ্লিষ্ট কৰ্তৃপক্ষৰ লগত যোগাযোগ কৰিবৰ বাবে পৰৱৰ্তী কাৰ্যনিৰ্বাহকলৈ স্থগিত ৰাখে। তদুপৰি কাৰ্যনিৰ্বাহকলৈ তলৰ প্ৰস্তাৱসমূহ বিবেচনাৰ বাবে ৰাখে।

(ক) সাহিত্য সভাৰ প্ৰকাশনৰ পুনৰ মুদ্ৰণ। অসমীয়া খণ্ড বাক্য কোষ। কবি চৌধাৰী আৰু চৌধাৰীদেৱৰ কবিতা। অসমীয়া সংস্কৃতি।

(খ) অসমীয়া লোকগীত সংগ্ৰহ। গোৱালপাৰা লোক-সংস্কৃতি বিষয়ক গ্ৰন্থ প্ৰকাশ

(গ) অৰুণাচলৰ বিদ্যালয়ত অসমীয়া ভাষা।

(ঘ) থলুৱাী জনগোষ্ঠীৰ লোকৰ লগত সংহতি স্থাপন।

(ঙ) কাছাৰৰ প্ৰাথমিক বিদ্যালয়লৈ চৰকাৰী সাহায্য।

(চ) দুষ্প্ৰাপ্য পুথিৰ পুনৰ প্ৰকাশ।

(ছ) অসমীয়া পৰিভাষা সম্পৰ্কীয়।

(জ) অসম সাহিত্য সভা সেৱা-কেন্দ্ৰ স্থাপন।

(ঝ) অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰণনয়।

(ঞ) অভিধানিক হেমচন্দ্ৰ বৰুৱাৰ স্মৃতিৰক্ষা।

(ট) অম্বিকাগিৰিৰ পত্ৰাৱলী প্ৰকাশ

(ঠ) চাহবাগিচাত অসমীয়া ভাষা প্ৰশিক্ষণ কেন্দ্ৰ।

বিষয়বাছনী সভাই সিদ্ধান্ত গ্ৰহণ কৰে যে অসমীয়া ভাষাজ্ঞান পৰীক্ষা অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ৰ পৰা পৰিচালিত হ'ব আৰু সংসদৰ এজন সচিব থাকিব।

---

I feel complimented by your countesy in writing to me and letting me know about the 41st Annual Conference of the Asam Sahitya Sabha ... I offer my greetings and good wishes... The Assamese and Punjabi Languages and literatures owe their development to the renaissance which arose in the country in the 15th century. Sri Sankardeva in Assam and Guru Nanak in the Punjub were the originators of this new awakening. Both were contemporaries and as has been said by some scholais, they met together at 'Patboushi' (in the Kingdom of Koch Kings) at the time of Guru Nanak's visit to Assam....

Harbans Singh
Prof. of Sikh Studies and
Editor Encyclopaedia of Sikhism,
Punjab University



অসম সাহিত্য সভাৰ দ্বিচত্বাৰিংশ সন্মিলনলৈ নিমন্ত্ৰণ জনাই দিয়া মুঠ ৫ খন শাখা সভাৰ পত্ৰ প্ৰধান সম্পাদকে উত্থাপন কৰে। শাখাসমূহ হ'ল - (১) তিতাবৰ, (২) টিহু, (৩) শুৱালকুছি, (৪) অভয়াপুৰী, (১৫) গোলাঘাট।

ক) বিষয়বাছনী সভাই তিতাবৰ সাহিত্য সভাৰ নিমন্ত্ৰণক অগ্ৰাধিকাৰ দিয়ে।

খ) তিতাবৰ শাখা সাহিত্য সভাৰ সম্পাদক ভোলানাথ শৰ্মাই আনুষ্ঠানিকভাৱে দ্বিচত্বাৰিংশ সন্মিলন নিমন্ত্ৰণ জনায়।

পৰৱৰ্তী বছৰৰ বাবে অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতি গঠন কৰিবলৈ সভাপতি ডাঙৰীয়াই প্ৰতিনিধিসকলক আহ্বান জনায় বিষয়বাছনী সভাই সিদ্ধান্ত গ্ৰহণ কৰে যে সৰ্বসন্মতিক্ৰমে বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হোৱা বিষয়ববীয়াৰ বাহিৰে প্ৰস্তাৱিত বাকী সকলো বিষয়ববীয়া আৰু সদস্য কেৱল বেলট ভোট যোগে নিৰ্বাচিত কৰে।

সভাপতিয়ে উপ-সভাপতিৰ পদৰ পৰা ক্ৰমান্বয়ে বিষয়ববীয়াসকলৰ আৰু সদস্যসকলৰ নাম প্ৰস্তাৱৰ বাবে আহ্বান জনায়। এই আহ্বানৰ ভিত্তিত প্ৰস্তাৱিত আৰু

---

I hope the Sabha will grow from strength to strength in serving the cause of language and culture....

Dr. K.K. Pillay, Director,
Indtitute of Traditional Cultures,
Marras.

We wish all success to your annual conference.

Dr. P. Machwe
Sahitya Academy
New Delhi.

I am sure the Conference will be a great success under the able guidance of Dr. Maheswar Neog ....

K. M. George
Chief Editor
Malayalam Encyclopaedia
Trivandrum.

I am sure, the Sabha will be greatly benefited by his (Dr. Neog's) ability and learning ....

Nagendra
Delhi University.

Asamiya Literature is one of the richest and liveliest in our country, with unique achievements in certain fields to its credit, growing tirelessly

বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিতসকলৰ নাম সভাপতিয়ে ঘোষণা কৰে। বাকীসকলৰ নিৰ্বাচন পৰিচালনা কৰিবৰ বাবে বিষয়বাছনী সভাই প্ৰস্তাৱ কৰে যে কৃষ্ণ প্ৰসাদ বৰুৱা (ডিগবৈ) ক নিৰ্বাচনী বিষয়া হিচাপে দায়িত্বভাৰ গ্ৰহণ কৰিবলৈ অনুৰোধ কৰে। বৰুৱাই আনুষ্ঠানিকভাৱে দায়িত্বভাৰ গ্ৰহণ কৰে।

সভাপতিয়ে ঘোষণা কৰে - (১) ১৯৭৪-৭৫ চনৰ বাবে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হিচাপে নগেন শইকীয়া (অধ্যাপক, ডিব্ৰুগড় বিশ্ববিদ্যালয়), (২) কেন্দ্ৰীয় কাৰ্যালয়ৰ লগত যুক্ত সহকাৰী সম্পাদক পদৰ বাবে অমল ৰাজখোৱা (অধ্যাপক, যোৰহাট কলেজ), (৩) কেন্দ্ৰীয় কাৰ্যালয়ৰ লগত যুক্ত ভাষা-জ্ঞান পৰীক্ষা সংসদৰ সচিব পদৰ বাবে বসন্ত কুমাৰ গোস্বামী (অধ্যাপক, দেৱীচৰণ বৰুৱা ছোৱালী কলেজ), বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হৈছে। প্ৰতিনিধিসকলে হাত চাপৰিৰে অভিনন্দন জনায়।

সভাপতি ডাঙৰীয়াই ঘোষণা কৰে যে বাকী বিষয়ববীয়া আৰু সদ্যস পদৰ বাবে এইসকলৰ নাম প্ৰস্তাৱিত হৈছে।

১। উপ-সভাপতি ঃ যতীন্দ্ৰনাথ গোস্বামী, ড° মহেন্দ্ৰ বৰা, হিতেশ ডেকা, লীলা গগৈ। (২) কোষাধ্যক্ষ ঃ লীলা গগৈ, ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী। (৩) সহকাৰী সম্পাদক (গুৱাহাটী), গোবিন্দ মহন্ত, প্ৰসন্নৰাম দাস, বীৰেন্দ্ৰনাথ কলিতা। (৪) পত্ৰিকা সম্পাদক ঃ ড° মহেন্দ্ৰ বৰা, বিশ্বেশ্বৰ হাজৰিকা, এম. ইব্ৰাহীম আলি, হেম বৰা, কামাখ্যাচৰণ ভাগৱতী। (৫) কাৰ্যনিৰ্বাহকৰ সদস্য ঃ নাৰায়ণ ঘাটোৱাৰ, ধৰ্মকান্ত

---

from strength to strength, functioning as a source of pleasure and pride for every partiotic Indian.

Dr. Amalendu Bose
Head of the Deptt. of English
Calcutta University.

Dr..... Neog is a distinguished scholar of Assamese as well as a allied branches of studies. I am sure, the Conference will be a great success under his guidance.

A. N. Upadhye
Dept. of P.G. Studies and Research in
Jainology and Prakrits.
University of Mysore.

Greatly appreciate of kind invitation .... wishing all success.
Yagin Aier, Kohima.



গোহাঁই, ৰাম গোস্বামী, মেঘ গগৈ, হেৰম্ব বৰদলৈ, ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, ৰহমত আলি, আব্দুছ ছাত্তাৰ, ভৰত চন্দ্ৰ নেওগ, চেনীৰাম কুৰ্মী, প্ৰফুল্ল বৰুৱা, তৰুণ কুমাৰ গগৈ, সুশীল গগৈ, বুদ্ধিন্দ্ৰ কুমাৰ ৰাজখনিকৰ, দীনেশ্বৰ তাছা, নৰেন কাকতি, আনন্দচন্দ্ৰ শৰ্মা, সুৰেন্দ্ৰ নাথ বৰদলৈ, কমলেশ্বৰ শইকীয়া, পূৰ্ণ বৰা, মিনতি হাজৰিকা, প্ৰসন্ন গোস্বামী, অবলা গোহাঁই, বসন্ত লাল দুৱৰা, তৰুণ চন্দ্ৰ পামেগাম, প্ৰফুল্ল বৰদলৈ, উপেন্দ্ৰ বৰকটকী, হৰেশ্বৰ গোস্বামী, কুঁহি বৰা, পুষ্পকান্ত খাউণ্ড, জীৱন সিংহ, সাথী তেৰণপী, ছামছিং হাঞ্চে, ৰাইমণি ৰাজবংশী, আজিজুৰ ৰহমান, সুহাগমণি বৰ্মন, উমেশ চন্দ্ৰ ভাগৱতী, কালিন্দ্ৰনাথ নাগ, অম্বিকা চৰণ সৰকাৰ, ৰাজেন ৰাভা, অমল কুমাৰ দাস, চিত্তৰঞ্জন চৌধুৰী, হৰেশ্বৰ বৰ্মণ, এম. ইব্ৰাহীন আলি, ধৰণীধৰ মেধী, তিলক কাকতি, সদানন্দ চলিহা, গকুল ডেকা, অতুলানন্দ গোস্বামী, মুকুন্দ শৰ্মা, সমৰ সিং ৰাভা, তোষেশ্বৰ চেতিয়া, গোবিন্দ মোহন ডেকা, কমল বাইলুং, কনকচন্দ্ৰ ডেকা, হেমেন তালুকদাৰ, অনিল কুমাৰ, পিনকেশ্বৰ শৰ্মা, শ্ৰীমান চক্ৰৱৰ্তী, দিলীপকুমাৰ শৰ্মা, কামাখ্যা চৰণ ভাগৱতী, শশীনাথ শৰ্মা, হেমন্তকুমাৰ শৰ্মা, চম্পৰাম নাথ, ভৃগুৰাম দাস, গৰ্গৰাম বৰ্মণ, যতীন গোস্বামী, মহেন্দ্ৰ ভট্টাচাৰ্য, সদানন্দ মিশ্ৰ, ভগৱান মৰল, ৰাধাকান্ত তালুকদাৰ, তৰুণচন্দ্ৰ শইকীয়া, কৈলাস মল্ল বৰুৱা, ভগৱান শৰ্মা, প্ৰেমময়ী দাস, যোগেশ চন্দ্ৰ দাস, খগেন বায়ন, ব্ৰজপতি মহন্ত আৰু গোপাল চন্দ্ৰ কলিতা।

সভাপতিয়ে ঘোষণা কৰে যে - ১০।২।৭৪ তাৰিখে পুৱা ৮ বজাৰ পৰা ১ বজাৰ ভিতৰত মঙলদৈ পৌৰসভা ভৱনত ভোট গ্ৰহণ কৰা হ'ব। ভোটৰ ফলাফল ২০ তাৰিখৰ মুকলি অধিৱেশনত ঘোষণা কৰা হ'ব। যদি সেই সময়লৈ ভোট গণনা সম্পূৰ্ণ নহয়, তেনেহ'লে ১০।২।৭৪ তাৰিখে ৰাতিৰ সাংস্কৃতিক সন্মিলনৰ মাজতে ভোটৰ ফলাফল ঘোষণা কৰা হ'ব। সভাপতি ডাঙৰীয়াই জনায় যে বিষয়বাছনী সভাৰ অধিৱেশনৰ ইমানতে অন্ত পৰিছে। ভোট গণনাৰ ফলাফল ঘোষণাৰ অংশটি কেৱল মূলতুবী থাকিব। সভাপতি ডাঙৰীয়াই অসম সাহিত্য সভাৰ প্ৰতিনিধিসকললৈ সহায় আৰু সহযোগিতাৰ বাবে ধন্যবাদ জ্ঞাপন কৰে। তেখেতে আশা কৰে যে অসম সাহিত্য সভাৰ শাখাসমূহৰ পৰা পোৱা অৰ্থবল, জনবল আৰু সহায়-সহযোগিতাৰ ভিত্তিত অহা বছৰ সভাৰ কাৰ্য সুকলমে পৰিচালনা কৰা সম্ভৱ হৈ উঠিল।

## অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকল

তলত নাম দিয়া লোকসকলৰে অসম সাহিত্য সভাৰ ১৯৭৪-৭৫ চনৰ কাৰ্যনিৰ্বাহক সমিতি গঠিত হৈছে।

| | |
|---|---|
| ১। ড° মহেশ্বৰ নেওগ | সভাপতি |
| ২। যতীন্দ্ৰনাথ গোস্বামী | উপ-সভপতি |

| | | |
|---|---|---|
| ৩। | নগেন শইকীয়া | প্ৰধান সম্পাদক |
| ৪। | অমল ৰাজখোৱা | সহকাৰী সম্পাদক |
| ৫। | প্ৰসন্নৰাম দাস | সহকাৰী সম্পাদক |
| ৬। | লীলা গগৈ | কোষাধ্যক্ষ |
| ৭। | ড° মহেন্দ্ৰ বৰা | পত্ৰিকা সম্পাদক |
| ৮। | বসন্ত কুমাৰ গোস্বামী | সচিব, ভাষা-জ্ঞান পৰীক্ষা সংসদ |
| ৯। | সাথী তেৰণপী | সদস্যা |
| ১০। | ছামছিং হাঞ্চে | সদস্য |
| ১১। | নাৰায়ণ ঘাটোৱাৰ | ” |
| ১২। | ৰায়মণি ৰাজবংশী | ” |
| ১৩। | আজিজুৰ ৰহমান বৰভূঞা | ” |
| ১৪। | বুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰ | ” |
| ১৫। | উপেন্দ্ৰ বৰকটকী | ” |
| ১৬। | মুকুন্দ শৰ্মা | ” |
| ১৭। | এম. ইব্ৰাহীম আলি | সদস্য |
| ১৮। | সমৰ সিং ৰাভা | ” |
| ১৯। | তৰুণ চন্দ্ৰ পামেগাম | ” |
| ২০। | চিত্তৰঞ্জন চৌধুৰী | ” |
| ২১। | কনক ডেকা | ” |

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকে মঙলদৈ অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সাধাৰণ সম্পাদক প্ৰমুখ্যে মঙলদৈয়া ৰাইজলৈ সভাৰ পক্ষৰ পৰা শলাগ জ্ঞাপন কৰে আৰু অসম সাহিত্য সভাৰ প্ৰতিনিধিসকললৈ সিসকলৰ সহায়-সহযোগৰ বাবে ধন্যবাদ জ্ঞাপন কৰে।

সভাপতি ডাঙৰীয়াই বিষয়বাছনী সভাৰ সামৰণি ঘোষণা কৰে।

১০।২।৭৪ তাৰিখে গ্ৰহণ কৰা ভোটৰ ফলাফল নিৰ্বাচনী বিষয়া কৃষ্ণ প্ৰসাদ বৰুৱাই ১০।২।৭৪ তাৰিখে নিশা ১০ বজাত সভাপতিৰ হাতত অৰ্পণ কৰে।

সভাপতি ডাঙৰীয়াৰ নিৰ্দেশক্ৰমে প্ৰধান সম্পাদকে ৰাজহুৱাভাৱে ফলাফল ঘোষণা কৰে।

১। উপ-সভাপতি ঃ যতীন্দ্ৰনাথ গোস্বামী
২। সহকাৰী সম্পাদক ঃ (গুৱাহাটী কাৰ্যালয়) প্ৰসন্নৰাম দাস
৩। কোষাধ্যক্ষ ঃ লীলা গগৈ
৪। পত্ৰিকা সম্পাদক ঃ ড° মহেন্দ্ৰ বৰা



৫। সদস্যসকল ঃ নাৰায়ণ ঘটোৱাৰ, ৰায়মণি ৰাজবংশী, উপেন্দ্ৰ বৰকটকী, মুকুন্দ শৰ্মা, এম. ইব্ৰাহীম আলি, ছামছিং হাঞ্চে, বুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰ, সমৰ সিং ৰাভা, আজিজুৰ ৰহমান বৰভূঞা, কনক ডেকা, তৰুণচন্দ্ৰ গামেগাম, চিত্তৰঞ্জন চৌধুৰী, সাথী তেৰণপী।

| | |
|---|---|
| স্বাঃ নগেন শইকীয়া | স্বাঃ মহেশ্বৰ নেওগ |
| প্ৰধান সম্পাদক | সভাপতি |
| অসম সাহিত্য সভা | অসম সাহিত্য সভা |
| | ১০।২।৭৪ |
| | মঙলদৈ। |

## বছৰটোৰ কাম

**প্ৰস্তাৱ প্ৰসংগ ঃ**

অসম সাহিত্য সভাৰ একচত্বাৰিংশ সন্মিলন (১) ভাষিক আৰু সাংস্কৃতিক বিচ্ছিন্নতাবাদ গঢ়ি তুলিবলৈ চেষ্টা কৰি অহাসকলৰ কাৰ্য-কলাপৰ প্ৰতি ৰাইজ আৰু চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি, (২) অসমৰ প্ৰাচীন কীৰ্তিসমূহ সংৰক্ষণৰ বাবে আৰু ভূগৰ্ভৰ ঐতিহাসিক তথা সাংস্কৃতিক সম্পদৰ পুনৰুদ্ধাৰৰ বাবে ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি আৰু (৩) উচ্চ মাধ্যমিক শিক্ষান্ত পৰীক্ষাৰ পাঠ্যক্ৰমত সংস্কৃত, আৰবী আৰ ফাৰ্চ ভাষা সন্নিৱেশৰ বাবে অসম মাধ্যমিক শিক্ষা পৰিষদ আৰু সংশ্লিষ্ট কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰি গ্ৰহণ কৰা তিনিটা প্ৰস্তাৱ যথাস্থানলৈ প্ৰেৰণ কৰা হয়।

## আঁচনি আৰু কাম

একচত্বাৰিংশ সন্মিলনে গ্ৰহণ কৰা প্ৰথম প্ৰস্তাৱ সম্পৰ্কত কেৱল গোহাৰি জনাই সন্তুষ্ট নাথাকি নতুন কাৰ্যনিৰ্বাহকে তাকে ভেঁটি কৰি যোৱা বছৰটোৰ কামৰ আঁচনি গ্ৰহণ কৰে। তদুপৰি একচত্বাৰিংশ সন্মিলনৰ বিষয়বাছনী সভাই দিয়া পৰামৰ্শসমূহো কাৰ্যকৰী কৰাৰ ব্যৱস্থা গ্ৰহণ কৰা হয়। এই আঁচনিৰ ভিতৰত ঘাইকৈ আছিল (১) প্ৰকাশন আঁচনি, (২) ভাষা প্ৰশিক্ষণ কেন্দ্ৰ স্থাপনৰ আঁচনি আৰু (৩) লেখক শিৰিৰ আয়োজনৰ আঁচনি। সাংস্কৃতিক অসমৰ বিভিন্ন জনগোষ্ঠীয়ে যাতে বহল অসমীয়া জাতীয়তাৰ পৃষ্ঠভূমি নেহেৰুৱাকৈ ইয়াৰ অন্তঃস্থলত স্বাধিকাৰ বিচাৰি পায় আৰু তাৰদ্বাৰা বিভিন্ন শক্তিয়ে ঘটাবলৈ চেষ্টা কৰা ভাষিক, সাংস্কৃতিক আৰু সাম্প্ৰদায়িক বিচ্ছিন্নতাকামী মনোভাৱক উত্তৰ-পূব ভাৰতৰ জনসাধাৰণে প্ৰতিৰোধ কৰি জন-জীৱনৰ

ভেঁটি দৃঢ়ৰ পৰা দৃঢ়তৰ কৰি তুলিব পাৰে আৰু আনহাতে বহল অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বাঞ্ছিত বিকাশ সাধিত হ'ব পাৰে এয়ে আছিল লক্ষ্য। এই লক্ষ্য লৈ গ্ৰহণ কৰা প্ৰকাশন আঁচনিৰ ভিতৰত বছৰটোত এইকেইখনি পুথি আৰু পুস্তিকা প্ৰকাশ কৰা হৈছিল — (১) কাৰবি জনগোষ্ঠী, (২) ডিমাছা, (৩) দেউৰী-চুতীয়া, (৪) বিষ্ণুপ্ৰিয়া মণিপুৰী, (৫) কৰম পূজা আৰু ঝুমুৰগীত, (৬) মপিন উছৱ, (৭) টাই ভাষা, (৮) গাৰো সংস্কৃতিৰ ৰূপৰেখা, (৯) গোৱালপৰীয়া লোকগীত সংগ্ৰহ, (১০) চাহ বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি। এই আঁচনিৰ অন্তৰ্গত বড়ো, টিৱা, কোচ ৰাজবংশী, অৰুণাচল, মিচিং, নগাভূমি আদি গ্ৰন্থ আহ্বান কৰা হয়।

বছৰটোত প্ৰকাশ কৰা আন গ্ৰন্থসমূহৰ ভিতৰত (১) কবি, প্ৰত্নতত্ত্ববিদ আনন্দচন্দ্ৰ আগৰৱালাৰ গ্ৰন্থাৱলী, (২) সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী, (৩) আনন্দচন্দ্ৰ আগৰৱালাৰ জীৱনী, (৪) তুলসীদাসী ৰামায়ণৰ লংকাকাণ্ডৰ শ্ৰীকান্ত সূৰ্যবিপ্ৰকৃত অসমীয়া পদ ভাঙনি, (৫) অসমৰ লিপি সমস্যা, (৬) চুটি গল্প, (৭) মঙলদৈ-মঙলদৈ আৰু (৮) একচত্বাৰিংশ সন্মিলনৰ সভাপতিৰ ভাষণৰ ইংৰাজী প্ৰতিৰূপ।

ইয়াৰ উপৰি আঁচনিত থকা কেইবাখনিও গ্ৰন্থৰ পাণ্ডুলিপিও যুগুত কৰা হৈছিল। তাৰ ভিতৰত (১) প্ৰথম লেখক শিৱিৰৰ আলোচনা গ্ৰন্থ 'আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ', (২) চন্দ্ৰধৰ বৰুৱাৰ জীৱনী, (৩) দেশভক্ত তৰুণৰাম ফুকনৰ শিশু উপযোগী জীৱনী, (৪) গোপাল চন্দ্ৰ গোস্বামী বঁটাপ্ৰাপ্ত পাণ্ডুলিপি 'সাগৰৰ কথা', (৫) ইংৰাজীত লিখিত অসম সাহিত্য সভাৰ পৰিচয়, (৬) দি চাৰ্পেণ্ট এণ্ড দি ৰ'পৰ অসমীয়া অনুবাদ এইকেইখনিয়েই প্ৰধান। আমাৰ বিভিন্ন গ্ৰন্থসমূহৰ লেখক, সম্পাদক, অনুবাদকসকললৈ আন্তৰিক শলাগ জ্ঞাপন কৰে। স্বৰ্গীয় ৰত্নেশ্বৰ মহন্তৰ ৰচনা সমগ্ৰ প্ৰকাশৰ বাবেও পাণ্ডুলিপি সম্পূৰ্ণ হয়। সেই গ্ৰন্থ অসম প্ৰকাশন পৰিষদৰ প্ৰকাশন আঁচনিতো থকাৰ বাবে প্ৰকাশন পৰিষদৰ সচিবে অসম সাহিত্য সভাৰ পক্ষৰ পৰা সম্পাদিত গ্ৰন্থখনিৰ প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰে। তাৰ বাবে অসম প্ৰকাশন পৰিষদলৈ ধন্যবাদ জ্ঞাপন কৰে।

## পুনৰ মুদ্ৰণ

অসম সাহিত্য সভাৰ কেবাখনিও পুথিও পুনমুৰ্দ্ৰণৰ আৱশ্যকতা হোৱাত আন প্ৰকাশকৰ দ্বাৰা সভাৰ হৈ প্ৰকাশ কৰোৱাৰ ব্যৱস্থা কৰা হৈছিল। 'অসমীয়া সংস্কৃতি' প্ৰকাশকৰ বাবে গুৱাহাটীৰ 'বাণী প্ৰকাশ'ৰ লগত 'সাহিত্য-সমীক্ষা' আৰু 'অসমৰ জনজাতি' প্ৰকাশৰ বাবে 'লয়াৰ্ছ বুক ষ্টল'ৰ লগত আৰু 'কেহোঁকলি' প্ৰকাশৰ বাবে 'মণিমাণিক প্ৰকাশ'ৰ লগত চক্তি কৰা হৈছিল। কেহোঁকলিৰ তৃতীয় সংস্কৰণ আৰু অসমীয়া সংস্কৃতিৰ প্ৰকাশ হয়।



## অসম সহিত্য সভা পত্ৰিকা

অসম সাহিত্য সভা পত্ৰিকাৰ ত্ৰিংশ বছৰত পত্ৰিকাখনি মাহেকীয়াকৈ ৯ টা সংখ্যা প্ৰকাশ কৰা হৈছিল যদিও পত্ৰিকাত হোৱা ঘাটিলৈ চাই আৰু পূৰ্বৰ পৰম্পৰা অনুসৰণ কৰি পত্ৰিকাখনি গধূৰ প্ৰবন্ধৰে তিনিমহীয়াকৈ প্ৰকাশৰ ব্যৱস্থা কৰা হয়। ইতিমধ্যে ড° মহেন্দ্ৰ বৰা সম্পাদিত একত্ৰিংশ বছৰৰ পত্ৰিকাৰ তিনিটা সংখ্যা প্ৰকাশিত হৈছে আৰু চতুৰ্থ সংখ্যা প্ৰকাশৰ পথত। প্ৰত্যেক শাখা সভা পত্ৰিকাৰ গ্ৰাহক হোৱাটো বাধ্যতামূলক হোৱা সত্ত্বেও আৰু শাখাসমূহে পত্ৰিকা বিক্ৰীত আগভাগ লোৱাটো কৰ্তব্য যদিও বহু শাখাই বছৰেকীয়া বৰঙণিৰ আধা দাম ধৰি ৰেজিষ্ট্ৰী কৰি পঠোৱা পত্ৰিকাও গ্ৰহণ নকৰি সভাৰ দুগুণ ভৰণি কৰিছে। তেনে শাখাসমূহৰ কোনোৱে যদি সন্মিলনলৈ প্ৰতিনিধি পঠাইছে, আমি সেই শাখাৰ পৰা বছৰেকীয়া বৰঙণিৰ লগত পত্ৰিকাৰ বছৰেকীয়া বৰঙণিৰ আধা আৰু সভাৰ ডাক ভৰণি আদায় কৰিবলৈ বাধ্য হ'ব লগা হয়।

## জন্ম-শতবাৰ্ষিকী উছৱ

অসম সাহিত্য সভাৰ দুগৰাকী প্ৰাক্তন সভাপতি কবি, প্ৰত্নতত্ত্ববিদ আনন্দচন্দ্ৰ আগৰৱালা আৰু সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উছৱ ১৯৭৪ খ্ৰীষ্টাব্দৰ ক্ৰমে ৫ আৰু ১৫ অক্টোবৰত সমগ্ৰ ৰাজ্য জুৰি সাধাৰণভাৱে আৰু ক্ৰমে তেজপুৰ আৰু যোৰহাটত দুয়ো ঠাইৰে স্থানীয় উছৱ সমিতিৰ সহযোগত কেন্দ্ৰীয়ভাৱে উদ্‌যাপিত হয়। এই উপলক্ষে দুয়োগৰাকী ব্যক্তিৰ ৰচনা সংকলন কৰি প্ৰকাশ কৰে। চন্দ্ৰধৰ বৰুৱাৰ জীৱনীও পৰৱৰ্তী বৰ্ষত প্ৰকাশ হয়। শতবাৰ্ষিকীৰ সয়মত তেজপুৰত থকা আনন্দ আগৰৱালাৰ বাসভৱন সমন্বিতে টিলাটিক 'আনন্দগিৰি' নামেৰে নামকৰণ কৰা হয়; কিন্তু বাসভৱনটিত এটি 'সাহিত্য সংগ্ৰহালয়' প্ৰতিষ্ঠাৰ বাবে সভাই দিয়া আঁচনিত চৰকাৰী আশ্বাস পোন প্ৰথমে পোৱা সত্ত্বেও শেষ পৰ্যন্ত সেই আঁচনি কাৰ্যকৰী নহ'ল। দুয়ো ঠাইতে সাহিত্যিক দুজনৰ আৱক্ষ মূৰ্তি প্ৰতিষ্ঠাৰ বাবেও স্থানীয় পৌৰসভা দুখনক জনোৱা অনুৰোধৰো ইতিবাচক সঁহাৰি লাভ নকৰিলে। ইতিমধ্যে তেজপুৰ সাহিত্য সভাই এগৰাকী ব্যক্তিৰ দানেৰে আগৰৱালাৰ এটি আৱক্ষ মূৰ্তি স্থাপন কৰে।

দুয়োগৰাকী সাহিত্যিকৰ সোঁৱৰণত বক্তৃতামালা আয়োজন কৰিবলৈ জনোৱা অনুৰোধ অনুসৰি গুৱাহাটী বিশ্ববিদ্যালয়ে আনন্দচন্দ্ৰ আগৰৱালা সোঁৱৰণী বক্তৃতা আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে চন্দ্ৰধৰ বৰুৱা সোঁৱৰণী বক্তৃতাৰ আয়োজন কৰে।

## দ্বিতীয় লেখক শিৰিৰ

অসম সাহিত্য সভাৰ উদ্যোগত অসমত প্ৰথমবাৰৰ বাবে আয়োজন কৰা লেখক শিৰিৰ অসমতেই নহয়, ৰাজ্যিক ভিত্তিত আছিল ভাৰততেই প্ৰথম। এই শিৰিৰৰ আৰ্হিত আমাৰ কেবাখনিও শাখাই অকলে বা জিলাভিত্তিত লগহৈ স্থানীয়ভাৱে লেখক শিৰিৰৰ আয়োজন কৰা দেখা যায়। ১৯৭৪ খ্ৰীষ্টাব্দৰ নৱেম্বৰৰ ৬ তাৰিখৰ পৰা ৯ তাৰিখলৈকে গুৱাহাটীত দ্বিতীয় লেখক শিৰিৰৰ আয়োজন কৰা হয়; কিন্তু তাৰ আগে আগে অসমৰ একাংশ ৰোমান লিপিৰ সমৰ্থনত হোৱা আন্দোলনলৈ চাই শিৰিৰৰ কাৰ্যসূচী 'অসমৰ জনজাতীয় লোকৰ বাবে উপযোগী লিপি ৰোমান নে অসমীয়া' আৰু অসমীয়া লিপিৰ সৰলীকৰণ' এই বিষয়ৰ মাজতে সীমাৱদ্ধ কৰি আয়োজন কৰে। বড়ো, মিচিং, কাৰবি, ৰাভা, ডিমাছা, টিৱা আদি অসমৰ বিভিন্ন জনজাতীয়, 'অসমীয়া ভাষা'-ৰ প্ৰতিনিধি সমন্বিতে ভাষা-বিজ্ঞান আৰু দেশীয় সাংস্কৃতিক পটভূমিক আধাৰ স্বৰূপে লৈ কৰা আলোচনাৰ কাৰ্যবিৱৰণিসহ 'অসমৰ লিপি সমস্যা' শীৰ্ষক গ্ৰন্থ সভাত প্ৰকাশ কৰে। এই শিৰিৰত সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকে লিপি সম্পৰ্কীয় সিদ্ধান্ত বিদ্যায়তনিক ভিত্তিত হ'ব লাগে বুলি পৰামৰ্শ জনাই লোৱা প্ৰস্তাৱ আৰু বড়ো সাহিত্য সভাই ৰোমান লিপি গ্ৰহণৰ বাবে প্ৰদৰ্শন কৰা যুক্তিসমূহ পুংখানুপুংখভাৱে বিশ্লেষিত আৰু আলোচিত হয়। বড়ো সাহিত্য সভাৰ প্ৰতিনিধিসকলে সিসকলৰ দাবী ত্যাগ কৰা নাছিল যদিও সিসকলৰ উপস্থিতিয়ে অন্তৰংগ আলাপ-আলোচনাৰ সুযোগ দিলে। বাকী প্ৰায় সকলো প্ৰতিনিধিয়ে অসমীয়া লিপিৰ উপযোগিতাৰ বিষয়ে একমত পোষণ কৰে। তদুপৰি এই শিৰিৰে অসমীয়া লিপিসৰলীকৰণৰ বাবে আগবঢ়োৱা 'পৰামৰ্শ-সমিতি' এখন গঠনৰ পৰামৰ্শও কাৰ্যনিৰ্বাহকে গ্ৰহণ কৰিছে। অসম সাহিত্য সভাৰ এই আন্তৰিক প্ৰচেষ্টাক কোনেও ভুল নুবুজিব বা ভুল ব্যাখ্যা কৰিবলৈ যত্ন নকৰিবৰ বাবে সভাই আহ্বান জনায়।

## ভাষাজ্ঞান পৰীক্ষা আৰু প্ৰশিক্ষণ কেন্দ্ৰ

১৯৭৪ চনৰ পৰা অসমীয়া ভাষাজ্ঞান পৰীক্ষা ক্ৰমে প্ৰাথমিক, মাধ্যমিক, প্ৰাগভাৰতী এই তিনিটা স্তৰত লোৱা হৈছিল। পৰীক্ষাৰ্থীৰ সংখ্যা প্ৰায় তিনি হেজাৰলৈ বৃদ্ধি পাইছিল আৰু কেন্দ্ৰৰ সংখ্যাও ৩৮ টা হৈছিল। তদুপৰি প্ৰথমবাৰৰ বাবে কাছাৰ জিলাৰ শিলচৰ আৰু হাইলাকান্দিত মাধ্যমিক আৰু ভাৰতী শ্ৰেণীৰ দুটা হ্ৰস্বকালীন প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰি দুজন শিক্ষকক তালৈ পঠিয়ায়। আগষ্টৰ পৰা ডিচেম্বৰলৈকে চলোৱা এই প্ৰশিক্ষণত ভাৰতী পৰীক্ষাত ৪ গৰাকীয়ে উপাধি লোৱাৰ যোগ্যতা লভিছিল আৰু মাধ্যমিকত ৪ গৰাকী পৰীক্ষাৰ্থী উত্তীৰ্ণ হৈছিল। এই আঁচনি ক্ৰমাত সম্প্ৰসাৰিত হ'ব আৰু ৰাজ্যৰ শিক্ষা বিভাগেও অচিৰেই আমাৰ দুয়োটা পাঠ্যক্ৰমত আৱশ্যকীয় স্বীকৃতি দান কৰিব বুলি সভাই আশা কৰে।



## সম্প্ৰীতি মেল আৰু ভ্ৰমণ

কাছাৰৰ বিভিন্ন ঠাইত সহকাৰী সম্পাদক অমল ৰাজখোৱা, ভাষাজ্ঞান সংসদৰ সচিব বসন্ত কুমাৰ গোস্বামী আৰু প্ৰধান সম্পাদকে ভ্ৰমণ কৰে আৰু বিভিন্ন গোটৰ লোকৰ অসমীয়া ভাষা শিকাৰ বাবে আৰু গ্ৰহণৰ বাবে আগ্ৰহ দেখা যায়। ইতিমধ্যে ৰাজ্য চৰকাৰে কাছাৰত প্ৰতিষ্ঠিত অসমীয়া মাধ্যমৰ প্ৰাথমিক স্কুল ১৫ খন গ্ৰহণ কৰাৰ কথা ঘোষণা কৰিছিল; কিন্তু ৰাজহুৱা আগ্ৰহৰ প্ৰতি আৰু অধিক গভীৰ মনোযোগ দিয়াৰ প্ৰয়োজন আছে। লামডিং সাহিত্য সভাৰ উদ্যোগত লামডিঙত কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন বহাৰ সময়ত তাতো অসমীয়া আৰু অন্যান্য ভাষাভাষীসকলক লৈ আয়োজিত প্ৰীতিমেলৰ কথা স্মৰণীয়; কিন্তু লামডিঙৰো অসমীয়া হাইস্কুলৰ আৰু পাৰিপাৰ্শ্বিক প্ৰাথমিক স্কুলসমূহৰ বিষয়ে অধিক মনোযোগ দিয়াৰ প্ৰয়োজন আছে। ডিফুতো অনুষ্ঠানৰ আয়োজন কৰা হৈছিল।

১১ জানুৱাৰি তাৰিখে শ্ৰীলংকাম টেৰণ ডাঙৰীয়াই লিখা আৰু সভাৰ পৰা প্ৰকাশ কৰা 'কাৰবি জনগোষ্ঠী' নামৰ গ্ৰন্থখনি ডিফুত আয়োজিত এটি অনুষ্ঠানতে আনুষ্ঠানিকভাৱে উন্মোচন কৰে ধনীৰাম ৰংপী ডাঙৰীয়ায়। সেইদিনাই ৰংবং টেৰাঙৰ কাৰবি অসমীয়া অভিধানখনিৰো উন্মোচন কৰা হয়। সভাৰ হৈ প্ৰতিনিধিত্ব কৰে উপ-সভাপতি যতীন্দ্ৰনাথ গোস্বামী আৰু সহকাৰী সম্পাদক অমল ৰাজখোৱায়। তাত হোৱা জনসমাৱেশ আৰু ৰাজহুৱা সদিচ্ছাৰ কথাও মন কৰিবলগীয়া।

## সাহিত্য সভা সপ্তাহ

১৭ জানুৱাৰিৰ পৰা ২৩ জানুৱাৰিলৈকে অসম সাহিত্য সভা সপ্তাহ পালনৰ বাবে প্ৰথম তিনিদিনৰ কাৰ্যসূচী নিৰ্দিষ্ট কৰি শাখাসভাসমূহক জনায়।

জ্যোতি দিৱস, সাহিত্য দিৱস আৰু সম্প্ৰীতি দিৱসৰ কাৰ্যসূচীৰে শাখাসভাসমূহে কৰা আয়োজনে সভাৰ লক্ষ্য আৰু উদ্দেশ সম্প্ৰসাৰিত কৰাত সহায়ক হৈছে।

## সাহিত্য সভাৰ বঁটা

অসম সাহিত্য সভাত গচ্ছিত ন্যাস আৰু অক্ষয় পুঁজিৰপৰা বছৰটোত দিয়া বিৱৰণ অনুসৰি ব'টা ঘোষণা কৰা হয়।

(ক) ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা ঃ 'জন্ম' নামৰ নাটকৰ বাবে মহেন্দ্ৰ বৰঠাকুৰে লাভ কৰে।

(খ) হৰিহৰ চৌধুৰী বঁটা ঃ 'অৰুণাচলৰ সংহতি সাধনত ভাষাৰ ভূমিকা' শীৰ্ষক ৰচনা প্ৰতিযোগিতাত প্ৰথম হৈ টালি কাৰ্লে লাভ কৰে।

(গ) বনমালী শইকীয়া বঁটা ঃ 'অসমৰ চাহ বাগিচাত শিক্ষাৰ প্ৰসাৰ' শীৰ্ষক ৰচনা প্ৰতিযোগিতাত প্ৰথম হৈ ৰেখা তাছাই লাভ কৰে।

(ঘ) উপযুক্ত পাণ্ডুলিপি আৰু গ্ৰন্থৰ অভাৱত গোপাল চন্দ্ৰ গোস্বামী বঁটা আৰু প্ৰেমধৰ দত্ত সোঁৱৰণি বঁটা সভাই দিব নোৱাৰিলে।

## হৰিপ্ৰসাদ নেওগ সোঁৱৰণী মুদ্ৰণ অলংকৰণ বঁটা

মুদ্ৰণ আৰু অলংকৰণত শ্ৰেষ্ঠ বিবেচিত প্ৰতি বছৰৰ অসমীয়া পুথিক দিবৰ বাবে সিদ্ধান্ত কৰা 'হৰিপ্ৰসাদ নেওগ সোঁৱৰণী মুদ্ৰণ আৰু অলংকৰণ বঁটা' 'প্ৰাচ্য শাসনাৱলী' নামৰ গ্ৰন্থৰ বাবে অসম প্ৰকাশন পৰিষদে লাভ কৰিছে।

## অন্যান্য সাহিত্য বঁটা

ভাৰতৰ সাহিত্য অকাদেমিৰ দ্বাৰা 'গোলাম' নামৰ গল্প পুথিৰ বাবে সৌৰভ কুমাৰ চলিহা আৰু অসম প্ৰকাশন পৰিষদৰ দ্বাৰা 'মোৰ আৰু পৃথিৱী'-ৰ কবিতা পুথিৰ বাবে নৱকান্ত বৰুৱা পুৰস্কৃত হয়।

## সভালৈ দান

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই প্ৰতিবছৰে অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ত উদ্‌যাপন কৰা 'দানবীৰ ৰাধাকান্ত সন্দিকৈ স্মৃতি দিৱস'ত ব্যয় কৰিবৰক বাবে আঢ়ৈহাজাৰ টকাৰ এটা অক্ষয় পুঁজিআৰু 'চন্দ্ৰকান্ত সন্দিকৈ ভৱন'ৰ অগ্নিবীমাৰ প্ৰিমিয়াম দিবৰ বাবে পাঁচহাজাৰ টকাৰ এটা অক্ষয় পুঁজি অসম সাহিত্য সভাত গচ্ছিত ৰাখিবৰ বাবে দান কৰে। অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী নলিনীবালা দেৱীয়ে ২০০ সংখ্যক 'অলকানন্দা' আৰু প্ৰাক্তন সভাপতি অতুলচন্দ্ৰ হাজৰিকাই ৫০০ সংখ্যক 'দিগ্বিজয়ী' সভাক দান কৰিছে।

## তদন্ত সমিতি

অসম সাহিত্য সভাৰ একচত্বাৰিংশ সন্মিলনৰ বিষয়বাছনী সভাই ১৯৭৩-৭৪ চনৰ বিত্তীয় বছৰৰ হিচাপ-পত্ৰ তদন্ত কৰিবৰ বাবে গঠন কৰি দিয়া তদন্ত সমিতিৰ সৰ্বমুঠ পাঁচখন বৈঠকৰ পিছত দুখন প্ৰতিবেদন সদস্যসকলে দাখিল কৰিছিল।

## বানপানী সাহায্য

১৯৭৪ চনত অসমত হোৱা উপৰ্য্যুপৰি বানপানীৰ ফলত বিভিন্ন অঞ্চলত ৰাইজৰ দুৰ্গতি সীমা নোহোৱা হয়। সভাৰ পক্ষৰ পৰা ৰাজ্যিক বান সাহায্য পুঁজিলৈ দিবৰ



বাবে বৰঙণি বিচাৰি শাখাসমূহলৈ দিয়া বিজ্ঞপ্তিৰ ফলস্বৰূপে সংগৃহীত ধনৰ সৈতে সভাৰ পুঁজিৰ পৰা এহেজাৰ টকা দান কৰে।

## সভাৰ আৰ্থিক অৱস্থা

চলিত বিত্তীয় বছৰত ৪,৩১,৫৬১.৫০ টকা প্ৰস্তাৱিত ব্যয়ৰে ৪,২১৮০.৯৫ টকা প্ৰত্যাশিত আয়ৰে ২৯,৩৮০.৫৫ টকা এখন ঘাটি বাজেট গ্ৰহণ কৰে। প্ৰকাশন, সাংস্কৃতিক ভ্ৰমণ, শতবাৰ্ষিকী, ভাষাজ্ঞান প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন, লেখক শিবিৰ আদিৰ বিস্তৃত আঁচনিৰে ৪,১৩,৭০০.০০ টকাৰ এখন বিস্তৃত আঁচনি ৰাজ্য চৰকাৰৰ ওচৰত দাখিল কৰা হয়। ইতিমধ্যে বছৰেকীয়া চৰকাৰী মঞ্জুৰীসহ ৩,০০০ টকাৰ লাভ কৰে। আঁচনিৰ বাবে আৰু একলাখ টকা মঞ্জুৰী এই বিত্তীয় বছৰতে লাভ কৰিব বুলি আশা কৰে; কিন্তু সভাৰ ব্যয়লৈ চাই আৰ্থিক অৱস্থা সন্তোষজনক বুলি ক'ব নোৱাৰি। সভাৰ শাখাৰ সংখ্যা বৃদ্ধি হোৱা সত্বেও কিছু সংখ্যক পুৰণি শাভা সভাৰ নিষ্ক্ৰিয়তাৰ ফলত প্ৰত্যাশিত পৰিমাণৰ বৰঙণি পোৱা নাছিল।

## সাহিত্যিক পেঞ্চন

ৰাজ্য চৰকাৰে এইবছৰত ২৬ জানুৱাৰিৰ দিনা লক্ষ্মীনাথ ফুকন, সীতানাথ ব্ৰহ্ম চৌধুৰী, দীননাথ শৰ্মা, জমিৰুদ্দিন আহমদ, অম্বেশ্বৰ চেতিয়া ফুকন আৰু মুক্তিনাথ শৰ্মা বৰদলৈক সাহিত্যিক পেঞ্চন দিয়াৰ কথা ঘোষণা কৰিছিল।

## শাখা সভাৰ বাতৰি

অসম সাহিত্য সভাৰ শাখা সভাৰ সংখ্যা বছৰটোত ৪৫০ আৰু স্বীকৃত সভাৰ সংখ্যা হ'ল ১০ খন। ১৯৭৪-৭৫ চনত গঠিত শাখা সভাৰ সংখ্যা হ'ল ৬ আৰু স্বীকৃত সভাৰ সংখ্যা হ'ল ২। নগালেণ্ড, অৰুণাচল আৰু মেঘালয়তো নতুন শাখা সভা গঠন হয়। তদুপৰি মুঠ ৬২৩ জন আজীৱন সভ্যৰ ভিতৰত বছৰটোত স্বীকৃত হৈছে ২৪ জন। শাখাসমূহলৈ ১২।৩।৭৪, ২৪।৫।৭৪, ২০।৮।৭৪, ৪।১১।৭৪, ২৩।১২।৭৪ তাৰিখৰ বিজ্ঞপ্তিৰে শাখা সভাৰ কৰণীয় সম্পৰ্কে জনাই শাখা সভাসমূহৰ লগত যোগোযোগ ৰক্ষা কৰা দেখা যায়। বিক্ষিপ্ত অনুসৰি শাখা সভাসমূহে সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা আৰু কবি, প্ৰত্নতাত্ত্বিক আনন্দচন্দ্ৰ আগৰৱালাৰ জন্ম-শতবাৰ্ষিকী উছৱ পালন কৰে। ইয়াৰ উপৰি মধ্য ছয়দুৱা, শাখা সাহিত্য সভা, শলগুৰি শাখা সাহিত্য সভা আদি অনুষ্ঠানে শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ গ্ৰন্থ প্ৰকাশ কৰিছিল। তেজপুৰ শাখা সাহিত্য সভাৰ সৌজন্যত আনন্দচন্দ্ৰ আগৰৱালা এটি আৱক্ষ মূৰ্তি স্থাপন কৰা হয়।

শাখা সভাৰ প্ৰকাশনৰ ভিতৰত সৰিতা সভাই প্ৰকাশ কৰা অতুলচন্দ্ৰ হাজৰিকাৰ 'সাহিত্য প্ৰতিভা' শীৰ্ষক বৃহৎ গ্ৰন্থ, যোৰহাট সাহিত্য সভাৰ 'সমলয়', নিতাইপুখুৰী শাখাৰ 'আৱাহন যুগৰ অসমীয়া সাহিত্য' কোকৰাঝাৰ সাহিত্য সভাৰ 'নতুন সমন্বয়' আদি প্ৰধান। তদুপৰি সৰিতা সভাই আয়োজন কৰা 'অতুল জয়ন্তী' যোৰহাট সাহিত্য সভাই আয়োজন কৰা লিপি সম্পৰ্কীয় আলোচনা চক্ৰ আৰু মিত্ৰদেৱ মহন্তৰ অশীতিতম জয়ন্তী, গুৱাহাটী সাহিত্য সভাই আয়োজন কৰা বেণুধৰ শৰ্মাৰ অশীতিতম জন্ম জয়ন্তী, পাঠশালা শাখা সভাই আয়োজন কৰা লেখক শিবিৰ, নিতাইপুখুৰী শাখাৰ লেখক সমাৰোহ আৰু ৰূপালী জয়ন্তী, ৰংপুৰ সাহিত্য সভাৰ ৰূপালী জয়ন্তী, দেৰগাঁও সাহিত্য সভাৰ সোণালী জয়ন্তী উছৱ আদি প্ৰধান। ইতিমধ্যে বৰপেটা সাহিত্য সভাই অম্বিকাগিৰি-বাণীকান্ত ভৱন নিৰ্মাণ কৰি উলিয়াইছিল।

কিছু সংখ্যক শাখা সভাই বছৰেকীয়া অধিৱেশন পতাৰ সংবাদো পোৱা যায়। বিভিন্ন দিৱস, উৎসৱ সম্বৰ্ধনা সভা, আলোচনা চক্ৰ আদি আয়োজন কৰা শাখাসমূহ হ'ল —

তেজপুৰ, সৰিতা সভা গুৱাহাটী, যোৰহাট, পাঠশালা, বজালী, ডিব্ৰুগড়, তিনিচুকীয়া, ডুমডুমা, চামদাং, দেৰগাঁও, নিতাইপুখুৰী, লামডিং, বৈথালাংছু, ডিফু, মধ্য ছয়দুৱাৰ, ৰামখাটা, শলগুৰি মুকুল, দুলীয়াডান, ভোলানাথ বৰুৱা সোঁৱৰণী সাহিত্য চ'ৰা, বঙইগাঁও, ৰূপহী, পূবেৰুণ সাহিত্য সদন, শিলচৰ, হাইলাকান্দি, ঈদগাহ, লাইটুমখুনা, বিদ্যানগৰ, মাটিজুৰি, নগাঁও, কলিয়াবৰ, পুৰণি গুদাম, হাবিভাঙা, মাকুম, গড়গাঁও, দৰং ঢেকীয়াজুলি, নৱজ্যোতি, হাতীগড় মৌজা শাখা, বান্দৰচলিহা, বাহনা, চাৰিগাঁও, টিংহু, খাজিখোৱা, চাবুৱা, সোণাইপৰীয়া, চৰাইমাৰী, উত্তৰ আঞ্চকি, গোলাঘাট, কোকৰাঝাৰ, ধুবুৰী, বিলাসীপাৰা, ডিগবৈ সাহিত্য সেৱা সমিতি, মালিগাঁও, কহিমা, হাজো, শৰাইঘাট সাহিত্য সমাজ, কুঞ্জবন চেমনীয়া সাহিত্য চ'ৰা, পাণ্ডু, মহুৰামুখ, মদাৰখাট, কাকডোঙা ইত্যাদি।

## অভ্যৰ্থনা সমিতিৰ হিচাপ-পত্ৰ

অসম সাহিত্য সভাৰ নিয়মাৱলী অনুসৰি প্ৰত্যেক সন্মিলন হৈ যোৱাৰ তিনিমাহৰ পিছতে অভ্যৰ্থনা সমিতিয়ে আয়-ব্যয়ৰ হিচাপ সম্পূৰ্ণ কৰি পৰীক্ষা কৰাই মূল সভালৈ পঠাব লাগে। তদুপৰি অভ্যৰ্থনা সমিতিৰ ৰাহি পুঁজিৰ পৰা সেই সন্মিলনৰ বাৰ্ষিকী ছপোৱাৰ ব্যয় বহন কৰাটোও এটা গৃহীত পৰম্পৰা; কিন্তু কেইবাখনো সন্মিলনৰ হিচাপ-পত্ৰ অভ্যৰ্থনা সমিতিয়ে দাখিল নকৰাটো দুৰ্ভাগ্যজনক কথা। উপৰ্যুপৰি যোগাযোগ কৰি থকা সত্বেও এচত্বাৰিংশ মঙলদৈ সন্মিলনৰ হিচাপ-পত্ৰাদিও পোৱা নাই আৰু বাৰ্ষিকী ছপোৱা বাবে ধাৰ্য ১২ হাজাৰ টকাও পোৱা নাই। এনেভাৱে হিচাপ-



পত্ৰাদি সম্পূৰ্ণ কৰাত আৰু বাৰ্ষিকীৰ ব্যয় পৰিশোধ কৰাত পলম কৰাৰ ফলত সভাৰ গাত ঋণ আৰু দুৰ্ণাম দুয়োটাৰে চেঁকা পৰাৰ সম্ভাৱনা।

## অসমীয়া ভাষা আৰু সাহিত্য

অসমৰ বিভিন্ন জনগোষ্ঠীৰ সামূহিক পৰিচয়েই অসমীয়া জাতিৰ পৰিচয় আৰু ৰাজনৈতিক অসমৰ উপৰি সাংস্কৃতিক অসমৰ বিভিন্ন জনগোটৰ মাজত পাৰস্পৰিক চিন্তা, অনুভূতি আৰু কল্পনা বিনিময়ৰো একমাত্ৰ মাধ্যম অসমীয়া ভাষা। ইয়েই আমাৰ জনসাধাৰণক যুগে যুগে একগোট কৰি ৰাখি আহিছে। অসম সাহিত্য সভাই অনুভৱ কৰি আহিছে যে বিভিন্ন সৰু-বৰ শক্তিয়ে উত্তৰ-পূব ভাৰতত জনসাধাৰণৰ এই ভাষিক, সাংস্কৃতিক আৰু সাম্প্ৰদায়িক ঐক্য বিনষ্ট কৰিবৰ বাবে অসমৰ সৰল জনসাধাৰণৰ মাজত ভুল বুজা-বুজি সৃষ্টি কৰিবলৈ যত্ন কৰি আহিছে; কিন্তু সভাই আমাৰ থলুৱা ভাষা-উপ-ভাষাসমূহৰ উচিত বিকাশ বাঞ্ছা কৰাৰ লগতে অসমীয়া ভাষাৰ গুৰুত্বপূৰ্ণ অৱস্থান, ব্যৱহাৰিক প্ৰয়োজনীয়তা আৰু ব্যৱহাৰিক উপযোগিতাৰ কথা অৱহিত হৈ থাকিবলৈও নিবেদন কৰি আহিছে। অৰুণাচল, নগাভূমি আৰু মেঘালয়তো অসমীয়া ভাষাৰ ব্যৱহাৰিক প্ৰয়োজনীয়তা সংশ্লিষ্ট কৰ্তৃপক্ষই অনুভৱ কৰিব পাৰিলেই জোৰকৈ হিন্দীক বা ইংৰাজীক সেই স্থান দিয়াৰ প্ৰশ্ন নুঠিলহেঁতেন। কাছাৰৰ এটা চামেও এই সত্য বুজিবলৈ চেষ্টা কৰিলে সামূহিক মগংল হ'ব। সভাই এই কথাও স্পষ্ট কৰি দিছে যে — ইংৰাজী ভাষা বাধ্যতামূলক হিচাপে স্নাতক শ্ৰেণী পৰ্যন্ত শিকোৱাত সভাৰ সমৰ্থন সদায় আছে; কিন্তু মাধ্যম হিচাপে নহয়।

দিনে দিনে বাঢ়ি অহা অৰ্থনৈতিক অনাটন, প্ৰাকৃতিক দুৰ্যোগ আদিৰ ফলত, জনসাধাৰণৰ ক্ৰয়-ক্ষমতা কমি যোৱাৰ পৰিপ্ৰেক্ষিতত আৰু ছপা ব্যয় বৃদ্ধি, কাগজৰ মহাৰ্ঘ আদিৰ ফলত পুথি-পত্ৰৰ উৎপাদন কমি যোৱাৰ পৰিপ্ৰেক্ষিতত সাহিত্যৰ প্ৰসাৰ বাধাগ্ৰস্ত হৈছে।

তত্ৰাচ যিসকল প্ৰকাশকে অসমীয়া পুথি, সংবাদ-পত্ৰ, আলোচনী আদিৰ প্ৰকাশেৰে ভাষা-সাহিত্যৰ সুঁতিটোক বোৱাই ৰাখিছে সিসকললৈ সভাই আন্তৰিক শলাগ জ্ঞাপন কৰা দেখা যায়।

## আধৰুৱা কাম

বছৰটোত বহা কাৰ্যনিৰ্বাহক সমিতিৰ পাঁচখন অধিৱেশনৰ কাৰ্যবিৱৰণি অসম সাহিত্য সভাৰ পত্ৰিকাত সন্নিৱিষ্ট হৈছে। আধৰুৱা কাম বহুতো থাকিল। ৬২ চনত আধাৰশিলা প্ৰতিষ্ঠা কৰাতে ৰাধাকান্ত সন্দিকৈ ভৱনৰ কাম স্থগিত হৈ ৰ'ল। 'ৰাধাকান্ত সন্দিকৈ ভৱন'ক অসম সাহিত্য সভাৰ এটি কেন্দ্ৰীয় বিদ্যাসদন'লৈ ৰূপান্তৰিত কৰি

অসমৰ বিভিন্ন থলুৱা ভাষা-উপভাষা আৰু সংস্কৃতিৰ চৰ্চা আৰু গৱেষণাৰ কেন্দ্ৰ আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ এটি বিজ্ঞানসন্মত সংগ্ৰহালয় এক কথাত ক'বলৈ গ'লে ভাষা-সাহিত্য-সংস্কৃতিৰ এটি স্বতন্ত্ৰ অকাদেমিত পৰিণত কৰিব পাৰিলেহে অসম সাহিত্য সভাই লক্ষ্য আৰু উদ্দেশ্যত উপনীত হ'ব পাৰিব। তাৰ বাবে ক্ষুদ্ৰ বিশ্ববিদ্যালয় সদৃশ বিস্তৃত দীৰ্ঘম্যাদী আৰু দূৰদৰ্শী আঁচনি লৈ কাম কৰাৰ প্ৰয়োজন হ'ব। প্ৰয়োজন হ'ব নিষ্ঠাৱান কৰ্মীৰ। গুৱাহাটী 'ভগৱতী প্ৰসাদ বৰুৱা ভৱন'-ক প্ৰকৃত অৰ্থত সভাৰ আৰু ভৱিষ্যতৰ অকাদেমিৰ ৰাজধানী কাৰ্যালয়ত পৰিণত কৰি তোলাৰ কল্পনাক ৰূপ দিবলৈও দীৰ্ঘম্যাদী আঁচনিৰ দৰ্কাৰ। সংগঠন, সম্প্ৰসাৰণ আৰু প্ৰকাশনৰ এইবোৰ বিভিন্ন কাম সভাই কৰিব পৰা নাই।

এই অধিৱেশনত সভাই প্ৰথিত যশা সাহিত্যিক, সাংবাদিক লক্ষ্মীনাথ ফুকন, ৰামচন্দ্ৰ দাস, তপেশ্বৰ শৰ্মা, মঙলদৈৰ বুৰঞ্জী প্ৰণেতা দীনেশ্বৰ শৰ্মাক সম্বৰ্ধনা জনায়।

চক্ৰেশ্বৰ উট্টাচাৰ্যই এটি সংস্কৃত কবিতাৰে সভাপতি নেওগক প্ৰশস্তিপত্ৰ এখন প্ৰদান কৰে।

## অধিৱেশনৰ কাৰ্যসূচী

৭ ফেব্ৰুৱাৰি, বৃহস্পতিবাৰ

| | | | | |
|---|---|---|---|---|
| পুৱা | ১০-০০ | বজাত | ঃ | কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন |
| আবেলি | ৪-০০ | বজাত | ঃ | প্ৰতিনিধি শিবিৰৰ দ্বাৰ উদ্‌ঘাটন |
| গধূলি | ৬-০০ | বজাত | ঃ | বিষয়বাছনী সভাৰ অধিৱেশন |

৮ ফেব্ৰুৱাৰি, শুক্ৰবাৰ

| | | | | |
|---|---|---|---|---|
| পুৱা | ৭-৩০ | বজাত | ঃ | পতাকা উত্তোলন (বিদায়ী সভাপতি গিৰিধৰ শৰ্মাৰ দ্বাৰা।) |
| পুৱা | ৮-০০ | বজাত | ঃ | "স্মৃতিগ্ৰন্থ" উন্মোচন জয়ছিং দলৈ 'সাহিত্য সংকলন' উন্মোচন ঃ আলতাব হুছেইন মজুমদাৰে। |
| পুৱা | ৮-৩০ | বজাত | ঃ | স্মৃতি তৰ্পণ |
| পুৱা | ৯-০০ | বজাত | ঃ | বিষয়বাছনী সভাৰ অধিৱেশন |
| আবেলি | ১-৩০ | বজাত | ঃ | প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটিত হয় অসমৰ শিক্ষামন্ত্ৰী হৰেন্দ্ৰনাথ তালুকদাৰৰ দ্বাৰা। |
| আবেলি | ২-৩০ | বজাত | ঃ | বিষয়বাছনী সভাৰ অধিৱেশন। |
| গধূলি | ৭-০০ | বজাত | ঃ | সাংস্কৃতিক সমাৰোহ, উদ্বোধন ঃ নাৰায়ণ বেজবৰুৱা। |



৯ ফেব্ৰুৱাৰি, শনিবাৰ

| | | | | |
|---|---|---|---|---|
| পুৱা | ৮-০০ | বজাত | ঃ | সাহিত্য আলোচনা অধিৱেশন |
| পুৱা | ১১-০০ | বজাত | ঃ | অসমীয়া সাহিত্য ঃ ঐতিহ্য আৰু আধুনিকতাৰ সমস্যা |
| | | সভাপতি | ঃ | মুনিন বৰকটকী |
| | | বক্তা | ঃ | বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, ড০ মহেন্দ্ৰ বৰা। |
| পুৱা | ৮-৩০ | বজাৰপৰা | ঃ | বুৰঞ্জী অধিৱেশন |
| | ১১-৩০ | বজাত | ঃ | অসমীয়া জাতি গঠনত মংগোলীয় দান |
| | | সভাপতি | ঃ | সদানন্দ চলিহা |
| | | বক্তা | ঃ | লীলা গগৈ, ভৱেন নাৰ্জি |
| আবেলি | ১-০০ | বজৰাপৰা | ঃ | প্ৰথম মুকলি অধিৱেশন |
| | | উদ্বোধক | ঃ | কালিন্দীচৰণ পাণিগ্ৰাহী |
| | | সভাপতি | ঃ | ড° মহেশ্বৰ নেওগ |
| | | মুখ্য অতিথি | ঃ | লালন প্ৰসাদ সিংহ, অসমৰ ৰাজ্যপাল |
| গধূলি | ৬-০০ | বজাত | ঃ | দ্বিতীয় মুকলি অধিৱেশন |
| | | সভাপতি | ঃ | ড° মহেশ্বৰ নেওগ |
| | | বছৰটোৰ অসমীয়া সাহিত্যৰ খতিয়ান আৰু অসমীয়া ব্যাকৰণৰ সমস্যা-সাংস্কৃতিক-সমাৰোহ। | | |

১০ ফেব্ৰুৱাৰি, দেওবাৰ

| | | | | |
|---|---|---|---|---|
| পুৱা | ৮-০০ | বজাৰ পৰা | ঃ | কবিতা অধিৱেশন |
| | ১১-০০ | বজা | | |
| | | সভাপতি | ঃ | ভৱানন্দ ৰাজখোৱা |
| | | 'অসমীয়া কবিতাত জগতৰ কবিতাৰ প্ৰভাৱ আৰু তাৰ শেষ ফল (নিৰ্বাচিত ১৫ গাৰীক কবিয়ে যোগ দিয়ে) | | |
| পুৱা | ৮-৩০ | বজাৰপৰা | ঃ | সংগীত অধিৱেশন |
| | ১১-৩০ | বজালৈ | | |
| | | সভাপতি | ঃ | নাৰায়ণ বেজবৰুৱা |
| আবেলি | ১-০০ | বজাত | ঃ | তৃতীয় মুকলি অধিৱেশন |
| | | সভাপতি | ঃ | ড° মহেশ্বৰ নেওগ |
| | | বিশিষ্ট অতিথি | ঃ | শৰৎচন্দ্ৰ সিংহ, মুখ্যমন্ত্ৰী, অসম |
| গধূলি | ৬-০০ | বজাত | ঃ | সাংস্কৃতিক সমাৰোহ। |

**'মঙলদৈ তোমাৰে নাম/ হওক মঙল তোমাৰ/**
**অতীত ঘাটি চাইলে পাবা, ঐতিহ্য অপাৰ'**

অসম সাহিত্য সভাৰ মঙলদৈ অধিৱেশনৰ সাংস্কৃতিক সমাৰোহত বিশেষভাৱে সেইদিনাই লেখি উলিওৱা গীত

মঙলদৈ তোমাৰে নাম, হওক মঙল তোমাৰ।
অতীত ঘাটি চাইলে পাবা, ঐতিহ্য অপাৰ।।
কোচ ৰাজাৰ জীয়াৰী, মঙলা যাৰ নাম।
সেহি নামে নামকৰণ, মঙলদৈ ধাম।।
হৰিহৰৰ যুদ্ধ ভৈলা, হৰিয়ে শিঙা বায়।
সেহি স্থানে হৰিশিঙা, আজিও শোভা পায়।।
'দৌ ৰংগ' দৰং হৈলা দেৱে ৰংগ কৰা।
আৰ্য আছিল এহি স্থানত, বৈদিক যুগৰ পৰা।।
শাহেই ৰাজাৰ নগৰ বুলি যিখান স্থান খ্যাত।
সেহি ৰাজা সতী বেউলাৰ পিতৃ বুলি জ্ঞাত।।
আৰিমত্ত নৃপতিয়ে এ, ৰাজত্ব কৰিলা।
বুঢ়ী নগৰ পুষ্কৰিণী প্ৰমাণৰূপে ৰৈলা।।
চিলাৰায়ৰে পুত্ৰ এহে, পৰীক্ষিত নাৰায়ণ।
কোচ বিহাৰ এৰি দৰঙে পাতিলা শাসন।।
পৰীক্ষিতৰ পুত্ৰ এ, বলি নাৰায়ণে পাই।
মঙলদৈ বুৰঞ্জীত ৰচে, সুবৰ্ণ অধ্যায়।।
বিশ্ববিমোহিনী ৰূপৰ, যি দেৱী দৰ্শন লয়।
সেহি কেন্দুকলাইৰ জনম, কলাই গাঁৱত হয়।।
আৰিমত্ত নৃপতিয়ে এ, ৰাজত্ব কৰিলা।
বুঢ়ী নগৰ পুষ্কৰিণী প্ৰমাণৰূপে ৰৈলা।।
চিলাৰায়ৰে পুত্ৰ এহে, পৰীক্ষিত নাৰায়ণ।
কোচবিাৰ এৰি দৰঙে পাতিলা শাসন।।
পৰীক্ষিতৰ পুত্ৰ এ, বলি নাৰায়ণে পাই।
মঙলদৈ বুৰঞ্জীত ৰচে, সুৱৰ্ণ অধ্যায়।।
বিশ্ববিমোহিনী ৰূপৰ, যি দেৱী দৰ্শন লয়।
সেই কেন্দুকলাইৰ জনম, কলাই গাঁৱত হয়।।
কোচ ৰাজাৰ পুৰ্বে কোনে ৰাজত্ব কৰিলা।



ভূঞাসৱেও ইয়াতেহে মহিমা দেখাইলা।।
ৰেলচ্ চাহাব নামধাৰী, এক ইংৰাজ কাপ্তানে।
ৰাজা কৃষ্ণ নাৰায়ণক ধৰিলা গোপনে।।
ওঠৰশ চাৰিছ চনত এ - য়াণ্ডাবু সন্ধি।
স্বাধীনতা হৰি নিলা, কৰি নানা ফন্দী।।
শংকৰী যুগৰ পূৰ্বে এ - বিপ্ৰ হৰিহৰ।
লুৱ কুশ কাব্য ৰচি ভৈলাহা অমৰ।।
কবি ৰামসৰস্বতী আৰু দ্বিজ দামোদৰ।
জয়ৰাম, সূৰ্য খড়িৰ মঙলদৈতে ঘৰ।।
সৰ্বানন্দ ব্যাস কলাইৰ, গীতত মেঘ জমে।
নাৰায়ণ দেউৰ শুকনান্নীক জগতে প্ৰণামে।।
'টঙ'ত উঠিলাহা শিল্প, টংলাত কৰিছিলা।
আজিও কতই চৰ্চা কৰে সুকুমাৰ কলা।।
মঙলদৈয়া ৰাইজে জানে এ - বিপ্লৱ কৰিবা।
ইংৰাজৰ অত্যাচাৰক, খুজিলা খেদিবা।।
ওঠৰশ চৌৰান্নবৈত, কৃষক বিদ্ৰোহ ভৈলা।
পথৰুঘাটৰে মাটিত, কতই প্ৰাণ দিলা।।
শাক্ত বৈষ্ণৱ সৱে মিলি এ, মঙলদৈ সজায়।
হিন্দু মুছলমানেও মিলি সুকনান্নী গায়।।
এহি জাতি সেই জাতি এ, আৰু নানা জনজাতি।
হিয়াই হিয়াই মিলিজুলি কৰিলা বসতি।।
মঙলদৈৰে কিশোৰ বাচা - ধনটি মোজাম্মিল।
মোজাম্মিলৰ ৰক্ত পাই, ভাষা জিলমিল।।
শ্বহীদ মোজাম্মিলৰ ৰক্তে, ভাষাকে বচায়।
মোজাম্মিলৰ মঙলদৈচোন পীঠস্থান হয়।।
কিমানো গুণ বখানিম এ, মঙলদৈধামৰ।
শতকোটি সেৱা ল'বা, গায়ক ভুপেন্দ্ৰৰ।।

— ভূপেন হাজৰিকা

## মহেশ্বৰ নেওগ

মহেশ্বৰ নেওগৰ (জন্ম ৭ ছেপ্টেম্বৰ, ১৯১৫, মৃত্যু ১৩ ছেপ্টেম্বৰ, ১৯৯৫) প্ৰাথমিক শিক্ষা শিৱসাগৰৰ কমাৰফদীয়া নিম্নপ্ৰাথমিক বিদ্যালয়ত। ১৯২৬ চনত সেই বিদ্যালয়ৰ পৰা উত্তীৰ্ণ হৈ শিৱসাগৰ চৰকাৰী হাইস্কুলৰ ক্লাছ থ্ৰিত নাম লগায়। ককায়েক ডিম্বেশ্বৰ নেওগৰ লগত থাকি লখিমপুৰলৈ যায়। তাৰ পৰাই পুনৰ যোৰহাটৰ চৰকাৰী হাইস্কুলত নাম লগায়। আৰু ১৯৩৪ চনত ষ্টাৰ নম্বৰ পাই লগতে অসমীয়া আৰু ইংৰাজীত সৰ্বোচ্চ নম্বৰ পাই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩৬ চনত কৰ্টন কলেজৰ পৰা প্ৰথম বিভাগত আই.এছ.চি. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩৯ চনত ইংৰাজীত অনাৰ্চ লৈ বি.এ. পাছ কৰে। ১৯৪৭ চনত কলিকাত বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত প্ৰথম শ্ৰেণী পাই এম.এ. পৰীক্ষাত উত্তীৰ্ণ হয়। নেওগে তৃতীয় শ্ৰেণীৰ পৰাই কবিতা লেখা আৰম্ভ কৰে। পঞ্চম শ্ৰেণীৰ পৰা দুই-এটা কবিতা প্ৰকাশ হয়। ত্ৰিছৰ দশকত বাঁহীত গল্প আৰু কবিতা প্ৰকাশ পাইছিল।

১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত অধ্যাপক ৰূপে যোগ দিয়ে। ইয়াৰ আগতে যোৰহাট, লখিমপুৰ, যোৰহাটৰ মিছন স্কুল আদিত শিক্ষকতা কৰিছিল। ১৯৪৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ন্যাস সমিতিৰ সচিবৰূপে কাৰ্যনিৰ্বাহ কৰে। ১৯৫৭ চনত নেওগ প্ৰফেছৰ অব আছামিছ আসনৰ অধ্যাপক হয়। এই কালছোৱাতে বঙলা বিভাগ আৰু Cultural and Civilization of Assam - বিভাগতো অধ্যাপনা কৰিছিল। ১৯৭৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে Dean of Faculty of Arts-ৰ দায়িত্ব গ্ৰহণ কৰে। ইয়াৰ পিছত পাঞ্জাৱৰ পাটিয়ালাৰ পাঞ্জাব বিশ্ববিদ্যালয়ৰ শংকৰদেৱ অসমৰ অধ্যাপক হিচাপে পাঁচ বছৰ অধ্যাপনা কৰে। ভালেসংখ্যক বিশ্ববিদ্যালয়ৰ ভিজিটিং প্ৰফেছৰ ৰূপেও কাৰ্যনিৰ্বাহ কৰিছিল।

Sankardeva and His Times গৱেষণা গ্ৰন্থৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ১৯৫৫ চনত পি.এইছ.ডি. ডিগ্ৰী লাভ কৰে। Jarnal of University of Gauhati-ৰ ১৯৫৮ চনৰ পৰা প্ৰায় দুই দশক সম্পাদকৰ দায়িত্ব লৈছিল। ১৯৬০ চনৰ পৰা ১৯৬৫ চনলৈকে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক আৰু উপ-সভাপতিৰ পদো অলংকৃত কৰিছিল। প্ৰাচ্যতত্ত্ববিদ, সদস্য মহিয়ান, পদ্মশ্ৰী সন্মানেৰে বিভূষিত নেওগ সাহিত্য অকাদেমি, National School of Dramma, Sangeet Natak Akademy-ৰ লগতো গভীৰভাৱে জড়িত হৈ আছিল।

মহেশ্বৰ নেওগৰ কৰ্ম আৰু সাধনা বহু প্ৰসাৰিত। অসমীয়া প্ৰাচীন সাহিত্যৰপৰা আধুনিক সাহিত্যলৈ, বুৰঞ্জী, পুৰাতত্ত্ব, পাঠসমীক্ষা, প্ৰাচীন পুথিৰ বিজ্ঞানসন্মত সম্পাদনা, সাহিত্যৰ বুৰঞ্জী, ভাৰততত্ত্ব, অসমতত্ত্বৰ এগৰাকী সাৰ্থক গৱেষক। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিদগ্ধ পণ্ডিত নেওগৰ বিচৰণ ক্ষেত্ৰ সৰ্বত্ৰ। গৱেষণা গ্ৰন্থ *Sankardev and His times* (১৯৬৫), *শ্ৰীশ্ৰীশংকৰদেৱ* (১৯৪৮), *অসমীয়া গীতি সাহিত্য* (১৯৫৭), *স্বৰেখাত বৰগীত* (১৯৫৮), *ৰিডম ইন দি বৈষ্ণৱ মিউজিক অভ্ আছাম* (১৯৬২), *Sattriya Dance of Assam* (1973), আদি উল্লেখযোগ্য গ্ৰন্থ। কবিৰূপেও নেওগে জয়ন্তী কাকতত আধুনিকতাৰ দিশে গতি কৰিছিল। *মুছাফিৰখানা* (১৯৭৫), *সঞ্চাৰিণী দীপ শিক্ষা* (১৯৭৮), *ৰক্তকমল* (১৯৮৩), *লাজৱন্তী* (১৯৮৮), আৰু ইংৰাজী কবিতাৰ সংকলন *Under one Sky* (১৯৭৪)-ত সন্নিৱিষ্ট হৈছে। *বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য* (১৯৪৮), *পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি* (১৯৫৭), *অসমীয়া সাহিত্য* (১৯৬৭), *গুৰু-চৰিত ইতিকথা* (১৯৮৩), *অসমৰ ধৰ্মৰ বুৰঞ্জী আন্ধাৰ আৰু পোহৰ* (১৯৮৮), *শ্ৰীশ্ৰীমাধৱদেৱ* (১৯৮৮), *Sankardev and His Predissesore* (1953), *The Art of Painting in Assam* (1960), *শংকৰদেৱ* (১৯৬৮), *Tradition and Style* (1981), ইয়াৰ উপৰি সম্পাদিত গ্ৰন্থ *পবিত্ৰ অসম* (১৯৬০), *চন্দ্ৰকান্ত অভিধান* (১৯৬৪), *প্ৰাচ্য শাসনাৱলী* (১৯৭৪), *গুৰুচৰিত কথা* (১৯৮৮), *অৰুনোদই* (১৯৮৩), *শ্ৰীহস্তমুক্তাৱলী* (১৯৯১)।

অসমীয়া সাহিত্যৰ ৰূপৰেখা নেওগৰ বিজ্ঞানসন্মত সাহিত্যৰ বুৰঞ্জীৰূপে পৰিচিত।

বিবিধ সন্মানৰ ভিতৰত অসম সাহিত্য সভাৰ সভাপতি (১৯৭৪), সভাৰ সৰ্বোচ্চ সন্মান সদস্যমহীয়ান (১৯৮৮), শ্ৰীমন্ত শংকৰদেৱ বঁটা (১৯৮৯), গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইমেৰিটাছ প্ৰফেছৰ (১৯৯০), মৰনোত্তৰভাৱে ৰাষ্ট্ৰীয় সংগীত নাটক অকাদেমিৰ ফেলো (১৯৯৫), সৰ্বভাৰতীয় প্ৰাচ্য বিদ্যা সন্মিলনৰ আলিগড় অধিৱেশনৰ (১৯৬৫), Technical Science and Fine Arts-ৰ সভাপতি পদতো অধিষ্ঠিত হৈছিল।



## অভিভাষণৰ সুবচন

*মই এই কথা কোৱা বাবে আপোনালোকে দায় নধৰিব, কাৰণ কিছু দিনৰ পৰা সাহিত্য সভাৰ ভূমিকা সম্পৰ্কে সকলোৰে বিশেষকৈ সাহিত্যিকসকলৰ ধাৰণা ধুঁৱলি-কুঁৱলী হৈ পৰিছে। আমাৰ এগৰাকী আগশাৰীৰ কবিয়ে সাহিত্য সভাৰ মাজিয়াতে কৈ পেলাইছিল, এইখন প্ৰাক্তন সাহিত্যিকসকলৰ অনুষ্ঠান। কোনোৱে ইমান পৰ্যন্ত ক'বলৈ বাকী ৰখা নাই, ই অসাহিত্যিকৰহে সম্পত্তি হৈ পৰিছে আৰু সেই ছবি সভাৰ নিৰ্বাচন আদিত প্ৰতিফলিত হ'বলৈকে ধৰিছে, কাৰণ শ্ৰেষ্ঠ সাহিত্যিকৰ যোগ্য আসনত সাহিত্য বুৰঞ্জীৰ পাদটীকাত বৰ্জইছ হৰফেৰে নাম নুঠা লোককো বোলে বহুওৱা হৈছে।*

আকৌ মুখে মুখে এটা মাথোন কথা - সাহিত্য সভা মেলামুখী হ'ল। মেলা মুখী বোলোঁতে সভাক নিন্দা কৰা হয় নে প্ৰশংসা কৰা হয়? হাজাৰ হাজাৰ জনতাই সভাত আধুনিক কবিতা পাঠ কৰালৈ যেতিয়া কাণ দি থাকে, তেতিয়া ভাব হয়, কবিতা বস্তুটিয়েই জনতাৰ উপলব্ধিৰ বস্তু হ'ল আৰু সাহিত্য সভাও জনতামুখী হ'ল। কিন্তু ৰ'ব। বিদগ্ধজন গাহ্য কবিতাৰ উপলব্ধি ইমন সহজনে? আৰু জনতাৰ জীৱনৰলগত আমাৰ সাহিত্য আৰু সভাইবা কিমান ঘন সম্বন্ধেৰে সম্বন্ধিত হৈছে? সূক্ষ্মভাৱে বিশ্লেষণ কৰিলে দেখা যাব যে এই সম্বন্ধ কোনো পক্ষই গহীনকৈ লোৱা নাই। আমাৰ কবি সন্মিলন এদিনৰ মাথোন। তাৰ কালি আৰু কাইলৈ নাই। তাৰ কবিতাৰ পুথিকেইখনেইবা বিক্ৰী হয়? অৱশ্যে সাহিত্য সভায়ে কবিতাক জনতাৰ মাজলৈ আনি তাক জনতাৰ উপলব্ধি সীমাৰ ভিতৰত সুমুৱাই দিব লাগিব।

* * *

সাহিত্য সভাৰ বিৰুদ্ধে এটা ডাঙৰ অভিযোগ — যিসকলৰ সৃষ্টিশীল সাহিত্যিকে অসমীয়া সাহিত্যৰ জীৱন্ত বুৰঞ্জী নিৰ্মাণ কৰিব লাগিছে, সেইসকলক সভাৰ গঠনৰ মাজলৈ টানি আনি লোৱা নাই, গতিকে অসম সাহিত্য সভা নামটোৰেই অসাৰ্থক হৈছে। কেতিয়াবা-কাচিৎ সিসকলক আলহী মাতি অনাটো সুকীয়া কথা; কিন্তু সাহিত্য সভাৰ বুৰঞ্জী সদায় তেনে নাছিল। অন্ততঃ যুদ্ধৰ আগলৈকে সাহিত্য সভাৰ মাজ মজিয়াত আছিল সাহিত্যিকসকল আৰু তেওঁলোকক আৱৰি ধৰিছিল সাহিত্য প্ৰেমীসকলে। এতিয়া কিন্তু বহিৰ্বৃত্তটোৰে অন্তৰ্বৃত্তক ধৃতৰাষ্ট্ৰই লৌহ ভীমক সাৱটি ধৰাৰ দৰে সাৱটি ধৰিছে। তাৰ ফলত লাখ টকা ভাঙি কৰা সাহিত্য সন্মিলনত সাহিত্য আলোচনা নহয়। প্ৰতিনিধিসকলে যি আলোচনা কৰে, সি সাহিত্যৰ বাহিৰে আন পদাৰ্থ। যদি সিসকলে জনাই-নজনায়ো সাহিত্য-সংস্কৃতিৰ চুক-কাণ মাৰি কোনো প্ৰসংগ আলোচনা কৰিলেহেঁতেন, তেতিয়াও সভাৰ নাম সাৰ্থক হ'লহেঁতেন। সভাখনিক সেই গঢ়লৈ নিব পাৰিলে এটি আদৰ্শ কাম হয়।

* * *

সকলো প্ৰতিষ্ঠানৰে পৰিষ্কাৰভাৱে বিস্তৃত লক্ষ্য আৰু উদ্দেশ্য থাকে। অসম সাহিত্য সভাৰো আছে। বৰং সভাৰ উদ্দেশ্য আৰু প্ৰস্তাৱিত কাম অতি বহল পৰিসৰৰে। তাৰ ভিতৰৰ দুই-এটি উদ্দেশ্য শুই আছে বুলিয়েই ক'ব পাৰি। উদাহৰণস্বৰূপে দুকুৰি-ষোল বছৰীয়া সভাই কিমানখিনি সংগীত আৰু চিত্ৰবিদ্যাৰ উন্নতিসূচক কাৰ্যৰ বিধান কৰিছে, সেইটি প্ৰশ্ন কৰিলে সভাৰ কৰ্ণধাৰসকলে ধুপুহ কৰে উত্তৰটো দিব পাৰিব বুলি মনে নধৰে; কিন্তু এইটো উদ্দেশ্য ব্যাখ্যানৰ পৰা স্পষ্ট যে সভা হ'ল অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ অনুষ্ঠান। এই ভূমিকা সম্পৰ্কে কাৰো ধাৰণা ভ্ৰান্ত হ'ব নালাগে। ভাষা-সাহিত্য-সংস্কৃতিত সভাই নেতৃত্ব দিব লাগিব। সভাৰ এই নিতান্ত অপৰিহাৰ্য দায়িত্বৰ প্ৰতি সভাই পলায়নবাদী মনোভাৱ ল'লে নচলিব। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সুস্পষ্ট ধাৰণা থকা ভাষাতাত্ত্বিক, সাহিত্যিক আৰু কলাতত্ত্বৰ পণ্ডিতসকল সাহিত্য সভাৰ গুৰিত হ'ব লাগিব। এনে বিৱৰণৰ লোকসকল সভাৰ প্ৰথম আৰু প্ৰবীণ শ্ৰেণীৰ সদস্য হ'ব লাগিব। তাৰ পৰিৱৰ্তে মাথোন ক্ষমতা আৰু সন্মানৰ লোভক আগঠাই দিলে মাধৱ কন্দলিৰ উপমাত শালগ্ৰাম মাটিত পেলাই নটিনীক পীৰা দিয়াৰ দৰে মহাবিশংগতি হ'ব আৰু বৃথা বন্ধনত সাহিত্য সভা বন্দী হৈ নিজৰ মুক্তি বিচাৰি নাপাব। সেয়েহে কৈছোঁ, সাহিত্য সভাই 'অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীন উন্নতি সাধন' কৰাৰ চৰম ভূমিক ল'বলৈ হ'লে, হে ভাষা-সাহিত্য-সংস্কৃতি প্ৰেমীসকল, আপোনালোকে প্ৰকৃত সাহিত সেৱী, সাহিত্য কৰ্মীসকলক বাট এৰি দি সবাৰ শীৰ্ষত বহুৱাওকহি, কাৰণ সিসকলৰ কৰ্মক শক্তিশালী কৰাই সভাৰ প্ৰধান কাম।

* * *

আজি উত্তৰ-পূব সীমান্ত অঞ্চলৰ পাঁচখন সীমান্ত জিলাক লৈ অৰুণাচল ৰাজ্য গঠিত হৈছে। এই কাৰ্যই সীমন্তবাসী ৰাইজৰ আত্মবিকাশত সহায় কৰিব বুলি সৰ্বান্তঃকৰণে আশা কৰিছোঁ। কিন্তু লগতে কামনা কৰোঁ যেন অৰুণাচনত অৰুণাচলৰ স্থানীয়লোকৰ সংহতি আৰু বিকাশত বাধা দি সি যেন আন সুবিধাবাদীসকলৰ চৰণীয় পথাৰ হৈ নপৰে। আমাৰ নিজৰ অভিজ্ঞতাৰ পৰা তেনে এক আশংকাৰ যে স্থল নাই, এনে নহয় বুলি মাজে মাজে ভাব হয়। অৰুণাচলৰ একেখন কলেজক গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুকৰ পৰা আঁতৰাই নি উত্তৰ-পূব পাৰ্বত্য বিশ্ববিদ্যালয়ৰে লগ লগাই দিয়া হৈছে। তাৰদ্বাৰা অসমীয়া ভাষা-সংস্কৃতিৰ লগত অৰুণাচলবাসী সম্পূৰ্ণ বিচ্ছিন্ন হোৱাৰ আশংকা জন্মা স্বাভাৱিক। এই বিচ্ছিন্নতাক অৰুণাচলবাসীয়ে প্ৰথমৰ পৰা ৰোধ কৰি আহিছিল আৰু সি এক ক্ৰমবৰ্দ্ধ ষড়যন্ত্ৰৰ ফলৰূপেহে সিদ্ধ হৈছেল, এই কথা বুজিবলৈ যোৱা কুৰি বছৰৰ ঘটনাৱলীলৈ চকু ঘূৰাই চালেই হ'ব। অসম আৰু অৰুণাচলৰ সম্বন্ধ আজিৰ নহয়, যুগমীয়া। সেই সম্বন্ধ ছাইৰ আলি নহয়, শিলৰ সেন্দূৰীয়া আলিহে। সেই সম্বন্ধৰ মাধ্যম অসমীয়া ভাষা। ভাৰতীয় সংবিধানে আশা দিছিল এই চিৰদিনীয়া সম্বন্ধ ৰক্ষা কৰি অৰুণাচলবাসীক আৱশ্যকীয় ৰক্ষণাবেক্ষণ দি সীমান্তৰ অসমৰ মিলন ঘটোৱা হ'ব; কিন্তু উদক ভেঁটাৰখীয়া দিয়াৰ দৰে যিসকল কৰ্মচাৰীক সীমান্তৰ কাৰ্যত নিয়োগ কৰা হ'ল, তেওঁলোকে আদিৰ পৰা এই আদৰ্শৰ বিৰোধিতা কৰি অসমীয়া ভাষাক সীমান্তৰ পৰা বহিষ্কাৰ কৰাৰ এটা গোপন অভিযান আৰম্ভ কৰিলে। অসমীয়াৰ বাহিৰে আন কোনো ভাৰতীয় ভাষাৰ যোগেদি অৰুণাচলবাসীৰ লগত ভাৰতৰ সম্পৰ্ক যে সহজ হ'ব নোৱাৰে, এই কথা ভাৰতৰ ঐক্যকামীসকলে বুজিবলৈ বাকী ৰাখে কিয়? যাৰ লগত অৰুণাচলবাসীৰ তেজ-মঙহৰ সম্বন্ধ, যুগ-যুগান্তৰৰ ঐতিহাসিক সম্পৰ্ক সেইসকলৰ লগত বিৰোধ সৃষ্টি কৰি

*অৰুচলবাসীক ভাৰতীয় কৰিবলৈ যোৱাটো এটা অনৈতিহাসক আৰু একপ্ৰকাৰে অবাস্তৱ প্ৰস্তাৱ। এই প্ৰস্তাৱ অৰুণাচলত জীণ যাব, আমি এতিয়াও আশা কৰা নাই। এই প্ৰস্তাৱৰ পাতনিতে তাৰ ডেকাসকল জিকমিকাই উঠিছিল। ১৯৫৯-ৰ ৯ ছেপ্টেম্বৰ তাৰিখে দাইং ইৰিং প্ৰমুখ্যে তৰুণসকলে ভাৰতৰ প্ৰধান মন্ত্ৰীলৈ পঠোৱা স্মাৰক পত্ৰতে সাৱধান কৰি দিয়া হৈছিল, বিশেষকৈ সীমান্ত শিক্ষাবিভাগৰ কৰ্মচাৰীৰ এনে ষড়যন্ত্ৰ নুগুচিলে সীমান্তত আৰু এখন বিদ্ৰোহী নগাপাহাৰৰ সৃষ্টি হ'ব। দিহিং, দিহাং, লুইত, ছিয়াং, ছিয়ঙেদি বহুত পানী বৈ গ'ল। ৰজাঘৰীয়া হাতী, টিকায়ো নকৰে কাতি। সীমান্তৰ শিক্ষানীতিয়ে অলপ কাতি-কুটা কৰিলেও, অসমীয়া ভাষাক শিক্ষাৰ মাধ্য কৰা হ'ব বুলি ছুহছুহাই থাকিলেও, অসমীয়া শিক্ষক ঠায়ে ঠায়ে নিয়োগ কৰা হ'লেও মূল অসমীয়া বিৰোধী নীতিৰ লৰচৰ নহ'ল যাতে ইচ্ছা কৰিলেই তেওঁলোকে সীমান্তৰ লুইতখনক অসমৰ বুকেৰেদি বোৱৰ পৰা ক্ষান্ত ৰাখি মহেঞ্জোদাৰো-হৰপ্পাৰ টিঙনাইদি চোঁচৰাই লৈ যাব পাৰে। সাধাৰণ সাংস্কৃতিক নীতিতো একে ধৰণৰ বিভেদকামী মনোভাৱেই ধৰা দিবলৈ ধৰিলে। নগাৰ ৰজা নৰোত্তমৰ গুৰু শ্ৰীৰামদেৱৰ বংশধৰ এজন তেওঁৰ নক্টে শিষ্যসমাজলৈ যাওঁতে ধৰি আনি জৰিমনা কৰা হ'ল। তাৰ বাবে নক্টেসকলৰ মাজত যথেষ্ট আঘাত পৰিছিল। নক্টেসকলৰ বৈষ্ণৱ ধৰ্মৰ ডক্টৰ ভেৰিয়াৰ এল্‌ৱিনে কোৱা দৰে 'ছিম্পোল ফৰ্ম' হ'লেও তাত মালিন্য নাই।*

* * *

*উদয়াচলৰ বড়োসকলেই যদি অসমীয়া নহয়, অসমীয়া কোন?*

*আমি সদায় চিঞৰি চিঞৰি কৈ আহিছোঁ, 'কছাৰীসকল অসমীয়া জাতিৰ এটি বিশিষ্ট অংগ, অসমীয়া সংস্কৃতিৰ বুনিয়াদ, ই-বুনিয়াদ। বুৰঞ্জীয়ে নকয় তেওঁলোকে কিমান সুদীৰ্ঘকাল ধৰি কি প্ৰতাপেৰে এই পূব ভাৰতৰ ৰাজত্ব কৰিছিল; কিন্তু ডিব্ৰু-দিখৌ, দিচাং, দিহং, দিহাং, দিহিং আদি নৈৰ নামবোৰেই কৈ দিব বড়ো সংস্কৃতিৰ সাঁচ অসমৰ মানচিত্ৰত কিমান গভীৰ প্ৰাগ্‌জ্যোতিষ, কামৰূপ, লৌহিত্য, কমতা, সৌমাৰ-কাম, অসম, উদয়গিৰি আদি বিভিন্ন নামেৰে বিভিন্ন কালত জনাজাত ভাৰতৰ এই পূৰ্বাঞ্চলত মানুহৰ বসবাস কেতিয়াৰ পৰা হ'ল জানিবৰ এতিয়া উপায় ওলোৱা নাই। বেদ পুথিবোৰ লেখা নাৰ্ডিসকলে যাক কিৰাত নাম দি উল্লেখ কৰিছে, সেইসকলেই আজিকালি মংগোলীয় নামে জনাজাত বড়ো-কছাৰী আদি অসমৰ বিভিন্ন জনজাতিৰ গুৰি মানুহ বুলি অনুমান কৰা হৈছে। যজুৰ্বেদনৰ ব্ৰাহ্মণ-সংহিতাৰ 'গুহাভ্যঃ কিৰাতম্ কথাটোৰ পৰা আমি বুজিছোঁ, সেই কালত নৰ্ডিক আৰু মংগোলীয়ৰ সংস্পৰ্শ ঘটিছিল আৰু নৰ্ডিকে মংগোলীয়ানসকলক পাৰ্বত্য অঞ্চল নিবাসী বুলি জানিছিল। এই বেদৰ পিছৰ সংস্কৃত গ্ৰন্থবোৰৰ পৰা দেখা যায়, মংগোলীয় জনগোষ্ঠী পশ্চিম হিমালয়ৰ পৰা পূব হিমালয় প্ৰদেশলৈকে বিয়পি পৰিছিল। মহাভাৰত আৰু ৰামায়ণৰ*



*পৰা ভাৰতীয় মংগোলীয়সকল যে উচ্চ এক সংস্কৃতিৰ বাহক আছিল, এই কথা জনা যায়। উজ্জ্বল তেওঁলোকৰ গাৰ পীত বৰণ-কাঞ্চন-দ্ৰুম-সন্নিভ বা কৰ্ণিকাৰ ফুলৰ নিচিনা। নানা প্ৰকাৰ বনজ, খনিজ আৰু শিল্পজ দ্ৰব্য আনসকল ভাৰতীয়ই তেওঁলোকৰ পৰা পাইছিল। কপাহ আৰু উণৰ নানাবিধ বস্ত্ৰৰ শিল্প তেওঁলোকে তেতিয়াই গঢ়ি তুলিছিল। মহাভাৰততো কিৰাত পৰ্ব নামে এটি পৰ্বই আছে, অৰ্থ-গৌৰৱ ভৰা ভাৰতীয় সংস্কৃত কাব্য 'কিৰাতাৰ্জুনীয়'ই আছে য'ত শিৱ আৰু পাৰ্বতী হ'ল কিৰাত আৰু কিৰাতী। এই কথাটিৰ লগত 'কালিকা পুৰাণ'ৰ শিৱ কিৰাতসকলৰ মাজত অন্তৰ্গুপ্ত হৈ থকা কথা আৰু 'যোগিনী তন্ত্ৰ'ত কালিকা পীঠৰ সকলো ধৰ্মক কৈৰাতজ বোলা কথাটি যোগ দিয়ক। এইবোৰ দেখাত অসংলগ্ন কথা হ'লেও তাত ইতিহাসে হাড়যোৰা লগোৱা বন লগাই সংলগ্ন কৰিব পাৰে। মুঠতে ভাৰতীয় সংস্কৃতিৰ যিটি পূৰ্বাঞ্চলীয় ৰূপক আমি ঊনবিংশ আৰু বিংশ শতিকাত অসমীয়া সংস্কৃতি বুলি জানিছোঁ আৰু মানিছোঁ, তাক পত্তন দিয়ে এই কিৰাতসকলেই।*

* * *

*উদয়াচলৰ দাবী ভৈয়াম জনজাতি পৰিষদৰ, কিন্তু এই পৰিষদত আন জনজাতিৰ কথাকে নকওঁ, বহুল কছাৰী সমাজৰ মাজৰ সোণোৱাল-কছাৰী, দক্ষিণ গোৱালপাৰা আৰু কামৰূপ অঞ্চলৰ ৰাভা-কছাৰীসকলো নাই। আন অসমীয়া জনজাতিৰ লগতে সোণোৱালসকলে জানে, তেওঁলোকৰ লগত বড়োসকলৰ তেজ-মঙৰ সম্পৰ্ক; কিন্তু তেওঁলোক এতিয়ালৈকে হাড়ে-হিমজুৱে অসমীয়া। ইয়াৰ বাবে তেওঁলোকৰ আক্ষেপ কৰিবলগীয়া একো নাই (ৰূপনাথ খাখলাৰী, দৈনিক অসম, ২১ জানুৱাৰি, ১৯৭৩)। নানা ফালৰ পৰা পৰীক্ষা কৰি চালে আজি পৰিষদৰ দাবী ভাষাগত কিম্বা জনগোষ্ঠীগত কিম্বা ভৌগোলিক চেতনাৰ পৰা উদ্ভুত নহয়। অসমৰ সমস্ত জনজাতিৰ বাবে অসমীয়াৰ বাহিৰে সাধাৰণ এটা ভাষা নাই। জনগোষ্ঠীগত বা ভৌগোলিক চেতনা ফালৰ পৰা এই দাবী উঠা হ'লে সি সমস্ত অকমকেই নহয় মেঘালয়, মিজোৰাম, অৰুণাচল, নগাভূমি, সকলোকে সামৰিব লাগিছিল। কোকৰাঝাৰেই হ'ল বৰ্তমান উদয়াচল আন্দোলনৰ কেন্দ্ৰ; কিন্তু মহকুমাটোৰ ৰাজবংশী, চাওঁতালী, নেপালী, কলিতা আৰু মুছলমান জনসংখ্যাৰ বাদেও বড়োসকলৰ ভিতৰেৰে বহুতে পৰিষদৰ বিচ্ছিন্নতাবাদ সমৰ্থন নকৰে। ভৈয়ামৰ জনজাতি পৰিষদ বা পি.টি.চি.ৰ ফালৰ পৰা বিচ্ছিন্ন উদয়াচলৰ দাবীৰ সপক্ষে যুক্তি দেখুওৱা হয় যে অসম চৰকাৰআৰু অসমীয়াই বড়োসকলক শোষণ কৰিছে, জনজাতিৰ উন্নয়নৰ অৰ্থে নিৰূপিত ধন অন্য কামত খৰচ হয় আৰু অজনজাতীয় লোকৰ মতাধিক্যত নিৰ্বাচিত জনজাতীয় এম.এল.এ. সকলে জনজাতিৰ প্ৰতি আনুগত্য নাৰাখে। এনেবোৰ অভিযোগৰ কিছু সঁচা হ'ব পাৰে; কিন্তু অভিযোগবোৰ অৰ্ধসত্যহে। অৰ্ধসত্যৰ ওপৰত প্ৰতিষ্ঠিত তত্ত্ব আৰু প্ৰয়োগ*

*সদায়েই বিপজ্জনক। জনজাতীয় লোকসকলৰ অনুন্নত অৱস্থালৈ লক্ষ্য ৰাখি ব্ৰিটিচৰ অসম চৰকাৰেই ১৮৮৬ চনৰ ভূমি ৰাজত্ব অধিনিয়ম অনুসৰি যি মাপৰ বিকাশৰ বাবে তেত্ৰিছটা জনজাতিৰ বেল্ট আৰু ব্লক নিৰূপণ কৰে। এই আছুতীয়া অঞ্চল আৰু খণ্ডবোৰ মুঠ ৫,৭০৪ বৰ্গমাইল মাটিৰ কোনো কোনো ভাগত অজনজাতীয় লোক বহুৱাই অঞ্চল আৰু খণ্ডবোৰ অসম চৰকাৰে সংকুচিত কৰি পেলাইছে বুলি আপত্তি তোলা হৈছে। যদি এয়া হৈছে, সি বহুতদিনীয়া বুৰঞ্জী হ'ব লাগিব। তাৰ প্ৰতিকাৰ নিশ্চয় বাঞ্ছনীয়। জনজাতীয় উন্নতিৰ অৰ্থে ৰাজস্ব নিয়মৰ ২৭৫ ধাৰাত থকা কোষ যদি অন্য বিষয়ত খৰচ হৈছে, সিকি পৰিস্থিতিত হৈছে, তাকো বিচাৰ কৰিব লাগে। কোকৰাঝাৰ অঞ্চলত যদি বড়োক অবড়োৱে শোষণ কৰিছে, কোন অবড়োৱে কৰিছে? নগৰৰ ভিতৰৰ দুহেজাৰ বড়োক এহেজাৰ থলুৱা অবড়োৱে কৰিছে নে বড়ো-অবড়ো কাৰো লগত জীণ নোযোৱা প্ৰায় পোন্ধৰ হেজাৰৰ অবড়ো সম্প্ৰদায়ে কৰিছে? এইটো কথা ঠিক যে বড়ো ৰাইজৰ অসন্তুষ্টিৰ প্ৰধান কাৰণ অৰ্থনৈতিক অস্বস্তি; কিন্তু তাক অচিলা কৰি ৰাজনৈতিক মুনাফা উলিয়াব খোজা সকলে পৰিসংখ্যা ঠিক কৰক, মহকুমাটোৰ ধানকল, কাঠকল, আটাকল, মম-তেল-চাবোনৰ কাৰখানা কাৰ হাতত? বাছবোৰ কোনে চালয়? মহাজনী কাৰবাৰ কোনে চলায়?*

* * *

*নেপালী ভাইসকল ঃ জানু পৰোকাণ্ঠী নানি জাৰ্মানকা ধাৰমা*

*কৰ্মকুশল নেপালীসকলৰ কথা ভাবিলেই মনত পৰে, এই গীতটিঃ হাতমা গোলী কঁধমা বন্দুক, জানু পৰোকাণ্ঠী নানি জাৰ্মানকো ধাৰাম। মনত পৰে গোৰ্খা ৰেজিমেণ্টৰ কথা, অসমৰ হাবিয়ে-চাপৰিয়ে গৰুখুঁটি পতা নেপালী গোৱালাসকলৰ কথা, অসমৰ কাৰ্যালয়বোৰত নিযুক্ত চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীসকলৰ কথা। নেপালৰ লগত অসমৰ সম্বন্ধ অতি পুৰণি। হৰ্ষাব্দ ১৫৩ ৰ নেপালৰাজ দ্বিতীয় জয়দেৱৰ পশুপতি শাসনত ৰাণী ৰাজ্যমতীক 'ভগদত্ত ৰাজকুলজ' বোলা হৈছে আৰু তাৰপৰা ৰাজমতীৰ পিতা হৰ্ষদেৱক কামৰূপৰ হৰ্ষবৰ্মদেৱ বুলি কনকলাল বৰুৱাদেৱে নিৰ্ণয় কৰিছে। কোচবেহাৰ ৰাজ্য প্ৰতিষ্ঠা কৰা বিশ্বসিংহই নেপালৰ পৰা ৰত্নকান্তিক বিবাহ কৰিছিল আৰু তেওঁৰ কোঁৱৰ নৰসিংহক অতীৱ আদৰ কৰিছিল। সেই পুৰণি কালৰ পৰা এই প্ৰদেশলৈ নেপালী লোক আহিছিল বুলি অনুমান কৰিব পাৰি। শংকৰদেৱৰ ভাগৱতত উল্লিখিত জাতিৰ ভিতৰত গোৱালসকল এই নেপালী বুলিয়ে অনুমান হয়; কিন্তু যোৱা শতিকাৰ আৰম্ভণিৰ পৰাহে অসম তথা ভাৰতৰ অন্যানম্য ঠাইলৈ নেপালীসকলৰ প্ৰব্ৰজনৰ ইতিহাস পোৱা যায়। ১৮১৬ চনৰ ইংৰাজ-নেপালীৰ সুগৌল-সন্ধিক্ৰমে গড়ৱাল, কুমাওন, ছিমলা, নৈনিতাল, তৰাই অঞ্চল আদি এক বহুল ভূখণ্ড নেপালে ব্ৰিটিছক এৰি দিয়ে। লগে লগে লাখ লাখ নেপালী ভাৰতীয় প্ৰজা হৈ পৰিল। নিপুণ যুঁজাৰু*



*অনেক নেপালী ব্ৰিটিছৰ ভাৰতীয় সৈন্য দলত সোমাইছিল আৰু অৱসৰৰ পিছত তেওঁলোক ভাৰতীয় হৈ ৰৈ গৈছিল। ইয়াৰ পিছতো গো-পালকৰূপে, বনুৱা হিচাপে অন্নৰ সন্ধানত অলেখ নেপালী ভাৰত তথা অসমলৈ আহি ইয়াত আছে। কামাখ্যা, পৰশুকুণ্ডলৈ তীৰ্থ যাত্ৰাত অহা নেপালৰ লোকে ইয়াত ৰৈ যোৱা বিৰল নহয়। অসমৰ অনেক নেপালীৰ চাৰি-পাঁচ পুৰুষে বোধহয় অসমীয়া লোকগীতত প্ৰতিধ্বনিত হৈছে। তেওঁলোকৰ ভাগ্য স্থানীয় ভাগ্যৰ লগত নিবিড়ভাৱে জড়িত হৈ পৰিছে, স্থানীয় লোকৰ পৰা তেওঁলোক আজি অবিচ্ছেদ্য হৈ পৰিছে। তেওঁলোকৰ অৰ্থনৈতিক দুঃস্থতা আছে; কিন্তু সেয়া তেওঁলোকৰ সুকীয়া সমস্যা নহয়, সকলোৰে সমস্যা। অস্থায়ীভাৱে থকা কোনো লোকে যদি নিজৰ সমস্যাক সুকীয়া কৰি চাব খোজে, সেইটো অবাঞ্ছনীয় বহিৰ্মুখী মনোভাৱ হ'ব। অসমৰ নেপালীসকল সৰ্বপ্ৰকাৰে অসমীয়াই। এই নেপালী অসমীয়াসকলো আনসকলৰ সুখ-দুখ আন্দোলন-আলোচনাত আনৰ সমানেই যোগ দিছে। ভাৰতৰ মুক্তি আন্দোলন, গ্ৰুপিঙৰ বিৰুদ্ধে আন্দোলন, সংৰক্ষিণী সভাৰ দলদোপ-হেন্দোলদোপ, শংকৰ সংঘৰ ভকতীয়া কাম, শাসকীয় ভাষা আৰু বিশ্ববিদ্যালয়ৰ মাধ্যমৰূপে অসমীয়াক প্ৰতিষ্ঠা কৰাৰ আলোড়ন — এই সকলোতে আনৰ বাহুত নিজৰ বাহু লগাই নেপালী-অসমীয়াসকল আগবাঢ়িছিল। আমাৰ বন্ধু হৰিপ্ৰসাদ গোৰ্খা ৰায় যে নেপালী, সেই কথা আমি বিশ্বাস কৰিবলৈ টান পাও। তেওঁৰ দান অসমীয়া ভাষাই সন্মানিত দানৰূপে গ্ৰহণ কৰিছে। ধন বাহাদুৰ সোণাৰ বা হৰিভক্ত কটোৱাল বা নাৰদ উপাধ্যায় বা লক্ষ্মী উপাধ্যায়ৰ কথাকেবা আমি পাহৰি যাব পাৰোঁনে? নেপালী গীত-নাচে আমাৰ অংগক হিল্লোলিত কৰিছে। অসমীয়া বিহুৰ চেৰত নেপালী ডেকা-গাভৰুৰ মন আৰু তনুত ডেকাধনি লাগিছে। পুব ইউৰোপত তিনিবছৰ পূৰ্বে ভ্ৰমণ কৰোঁতে ভাৰতৰ এই অঞ্চলৰ লোকগীতৰ বক্তৃতা দিওঁতে মই নেপালী-অসমীয়াসকলৰ গীতো সি সি দেশৰ সংগীতানুৰাগীসকলক শুনাবলৈ পাহৰা নাছিলোঁ। এগৰাকী নেপালী-অসমীয়া নেতাৰ কথা কেইটিমানৰ ইয়াতে উদ্ধৃতি দিব খোজোঁ — "অসমত নেপালীসকলে ৰঘুমলা হৈ থাকিব খোজা নাই; কিম্বা শাসন আৰু শোষণৰ মনোভাৱ লৈ ইয়াত থাকিবলৈ বিচৰা নাই; বিচাৰিছে স্থানীয় অধিবাসীসকলৰ লগত শান্তি আৰু মিলা-প্ৰীতিৰ মাজত সকলো ধৰণৰ সুখ-দুখৰ সমভাগী হৈ জীৱন নিৰ্বাহ কৰিবলৈ। কোনো ধৰণৰ প্ৰৰোচনাৰ বশৱৰ্তী নোহোৱাকৈ নিজৰ সৰল ব্যৱহাৰৰ মাজেদি ক্ষুদ্ৰ জ্ঞানেৰে ঢুকি পোৱাকৈ নিষ্ঠাৰে কাছৰ গতিত আগবাঢ়ি যাব খোজে, শহাৰ গতিত লৰি-ধাপৰি হায়ৰাণ হ'ব নোখোজে।" আমাৰ মাজত মিলা-প্ৰীতি আৰু শান্তি ভংগ কৰা সকলো চেষ্টাকে আমি পৰিহাৰ কৰিব লাগিব।*

* * *

গোৱালপাৰাক লৈ আমাৰ জাতীয় বুৰঞ্জীৰ বহুত মূৰৰ কামোৰণি গৈছে। লক্ষ্মীনাথ বেজবৰুৱাই 'বাঁহী'ত কাৰ্টুন ছপাই উলিয়াইছিল — ৰূপহী গোৱালপাৰাক বঙালী চিলাই উৰুৱাই লৈ গৈছে। বেচেৰীয়ে ভয়ত চিঞৰিছে। অসমীয়া বীৰপুৰুষে কৈছে — 'ৰ'বা, মই ধেনুখন লৈ গৈছোঁ, একেটা বাটলু গুটিতে বঙালী চিলা টলব্।' 'অসমীয়া গোৱালাপাৰাত বঙালীৰ সাহিত্য সভা' লৈ আমাৰ ধনুৰ্ধৰ স্বয়ং বেজবৰুৱাই গাণ্ডীৱত টংকাৰ দিব লগা হৈছে। সেই ধনঞ্জয় চিকুট গ'ল। মাজে মাজে কৃপাবৰ বৰুৱাই কৃপাময় জগদীশ্বৰলৈ চিঠিও দিবলগীয়া হৈছে, যেন কৃপাময়ে গোৱালপাৰাৰ বাগৰ জমিদাৰসকলক কৈ দিয়ে, তেওঁলোক অসমীয়া মানুহেই নে বিবাহ-সূত্ৰে বঙালীয়ানা পোৱা বঙালী। বংগদেশৰ দৰে চিৰস্থায়ী বন্দোবস্ত পোৱা জমিদাৰসকল আজিৰ এইখন ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰৰ গোৱালপাৰা — যি ৰাজা বাহাদুৰে 'ছোচিয়েল্ হিষ্টৰি অব্ কামৰূপ' লেখাইছিল, লক্ষ্মীৰাম বৰুৱা আদিৰ যোগে ভাৰতীয় সংগীতক সমাদৰ কৰিছিল। এয়া কীৰ্তিমন্ত ৰাজকুমাৰ প্ৰথমেশচন্দ্ৰ বৰুৱাৰ, ৰাণী অভয়েশ্বৰীৰ গোৱালপাৰা। তেওঁলোক আমাৰ দুখৰ ডাৱৰৰ ৰূপালী ৰেঙনি।

গোলাপাৰাৰ ভাষা কি? যাক আমি গোৱালপৰীয়া বা ৰাজবংশী নাম দিয়া শুনিছোঁ, সেয়া অসমীয়া ভাষা নহয় জানো? প্ৰতিমা বৰুৱাই আকাশবাণীত গান গাবলৈ আহোঁতে তেওঁৰ গানৰ ভাষা 'অসমীয়া কৰি ল'বলৈ' কোৱা হৈছিল; কিন্তু আজি আকাশবাণীয়েও গোৱালপৰীয়া ভাষা গ্ৰহণ কৰি লৈছে, আমিও সকলোৱেই লৈছোঁ। নাগামিজ আৰু নগামীয়া, নিফা অসমীয়া বা অৰুণামীয়া যদি হ'ব পাৰে, গোৱালপৰীয়া অসমীয়া ৰূপ এটা কিয় হ'ব নোৱাৰে? এই ভাষা বৈজ্ঞানিকভাৱে অধ্যয়ন কৰিবৰ কাৰণে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগে এখনি আঁচনি কৰিছিল। তাৰ বাবে বিশ্ববিদ্যালয়দ অনুদান আয়োগে ধনো দিলে; কিন্তু বিধাতাই দিলে কি হ'ব? শিক্ষাবিদ নাম লোৱা চুক ভেঁকুলীয়ে সেই আঁচনি, সেই ধন কেঁচুমটাৰ তলত সুমুৱালেগৈ। ভালেদিনৰ মূৰত ভেঁকুলী, কেঁচুমটা আঁতৰাই শেহ মুহূৰ্তত তাক উদ্ধাৰ কৰা হৈছে তাৰ ম্যাদ উকলি যোৱাত। তথাপি আশা কৰিছোঁ, এইবাৰলৈ কামটো অন্ততঃ আৰম্ভ কৰিব পৰা যাব। এই বহদিনৰ বন্ধত সেইদেখি আমাৰ গৱেষকে গৌৰীপুৰত শুভাৰম্ভ কৰি আহিছে।

গোৱালপাৰাৰ লোক-গীত, লোক-নৃত্য, লোক-সংস্কৃতি এটা মেটমৰা ভঁৰাল। কিমান বিধৰ লখিমীয়েইযে তাত বাহ লৈ থকা নাই। গৌৰীপুৰৰ কাৰ্তিক পূজাৰ গীত-নাচ, চড়ক-পূজাৰ অৰ্ধনাট্য, কুশান-গান, দোতাৰাৰে পালা গান, কেচ্ছা-বন্দী, ভাৱী-গান, গীতাল-পাইলৰ দিশা-পদ, মাহুত বা হাতীমাউতৰ গান, মইষাল দু ম'হগুৱালৰ গীত — এইবোৰৰ মই নামকে কৈ শেষ কৰিব নোৱাৰোঁ। আমাৰ অবজ্ঞা আৰু আধুনিক সভ্যতাৰ আক্ৰমণ সত্বেও এইখিনিযে জীয়াই আছে, সিয়ে ঘৰৰ মূধচত উঠি



আমাক চিঞৰি চিঞৰি কৈছে, জনজীৱনৰ শক্তি কিমান লেকেটীয়া। এই জনজীৱনৰ অধ্যয়ন লাগে। তাৰ সাধনাক জীৱনৰ ব্ৰত কৰি লোৱা প্ৰতিমা বৰুৱাও প্ৰতিমা পাণ্ডে হৈ ভাগৰি পৰিছে। আমাৰ এজন শ্ৰেষ্ঠ কলাকাৰ আৰু পণ্ডিত বীৰেন দত্তই এই জীৱনৰ পীৰিতিত পগলা হৈ তাৰ সন্ধানত নিয়তভাৱে লাগিছে। আমাৰ ধুবুৰী সন্মিলনৰ সময়ত ধুবুৰীত বহা আমাৰ কাৰ্যপালিকাক বল কৰি মই এই সংকল্প লোৱাইছিলোঁ, গোৱালপাৰাৰ গীত সংগ্ৰহ আমি কৰিম। আমাৰ সেই ব্ৰতৰ প্ৰদীপৰূপে বীৰেন আজি গোৱালপাৰাৰ গাঁৱে-ভুঞে ঘুৰি ফুৰিছে। আশা কৰিছোঁ, আমাৰ এই প্ৰেম আৰু বিচৰণাই গোৱালপাৰাক আমাৰ বুকুৰ মাজলৈ অধিককৈ টানি আনিব।

* * *

অসমীয়া সাহিত্যৰ অগ্ৰগতি কি হৈছে বা নহৈছে তাক বিচাৰ নকৰাকৈ ক'ব লাগিব, অসমীয়া ভাষাৰ ক্ষেত্ৰত চাৰিওফালে প্ৰসাৰিত হৈছে। তাৰ বাবে অসমীয়া ভাষাক নতুন শক্তি লগা হৈছে। অসম ৰাজ্যৰ প্ৰশাসনীয় ভাষাৰূপে অসমীয়া ভাষা গৃহীত হোৱাৰ লগে লগে চৰকাৰৰ সকলো বিভাগতে পৰ্যাপ্ত পৰিমাণে নতুন পাৰিভাষিকৰ আৱশ্যক হৈছে। আমাৰ বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা পৰ্যন্ত মাধ্যম অসমীয়া হোৱা মাত্ৰকতে জ্ঞানৰ বিভিন্ন শাখাতো পাৰিভাষিক শব্দৰ প্ৰয়োজন হৈছে। অসমীয়া ভাষাতত্ত্ব আৰু সমলোচনা উচ্চাংগলৈ উঠি আহিছে, তাৰ কাৰণেও নানা তত্ত্ব সামৰিব পৰা পাৰিভাষিক শব্দাৱলীৰ চাহিদা বাঢ়িছে। আজি অনাঅসমীয়া মাধ্যমৰ বিদ্যালয়বোৰতো অসমীয়া শিকাবলগীয়া হোৱা এই শিক্ষণীয় ভাষাটো যাতে নিজৰ মৰ্যাদা ৰাখি চলিব পাৰে, তাৰ বিষয়ে সাৱধান হ'বলগীয়া হৈছে। এনেকৈ সকলোফালে অসমীয়া ভাষাই হাত-ভৰি মেলি ল'বলগীয়া হোৱা অৱস্থাত সাৱধান নহ'লে সমস্ত ভাষাৰে এক অবাঞ্ছনীয় বিকৃতি ঘটিব পাৰে। হেমচন্দ্ৰ বৰুৱাৰ দিনৰে পৰা আজিলৈ এক অভিনৱ বিৱৰ্তন ঘটিছে। আমি যি ভাষাতে সাহিত্যৰ আলোচনা লিখোঁ বা বিদ্যালয়বোৰত বিজ্ঞান পঢ়োঁ, আজি ক'ৰবাৰ পৰা 'হেমকোষ' লেখোঁতাজন ওলোৱাহি হ'লে, তাক বৰ আচহুৱা আচহুৱা যেন পালেহেঁতেন, সংস্কৃতৰ প্ৰকৃতি আৰু প্ৰত্যয়ৰ নতুন ব্যৱহাৰেৰে শব্দবোৰ যে আমি সৃষ্টি কৰোঁ, সিহঁতে প্ৰাচীন সংস্কৃত পণ্ডিতক বিব্ৰত কৰি তুলিলেহেঁতেন। আগতে একেটা 'মনস' (মনঃ, মন) শব্দেৰেই য'ত হৈছিল, এতিয়া আকৌ তাত 'মানসিকতা' শব্দ এটা যোগ দি ল'বলীগায় হৈছে। এইদৰে সংস্কৃতৰ ওপৰত নিৰ্ভৰ কৰিয়ে আমি আমাৰ পাৰভাষিক শব্দবোৰ সৃষ্টি কৰিব লাগিব, কাৰণ লেটিন, গ্ৰীকৰ দৰে সংস্কৃতৰ প্ৰকৃতি প্ৰত্যেয়ৰ এক বহুল স্থিতিস্থাপকতা আছে, যিটো লেকেটা হৈ লাগিহে থাকে সতকাই ছিগি নাযায়। বিশেষকৈ, সমৰ্থক আৰু প্ৰায় সমাৰ্থক শব্দ, একেটা বিভাগৰ প্ৰণালীবদ্ধ ক্ৰমিক পৰ্যায় বুজোৱা শব্দ সৃষ্টি কৰিবৰ বাবে সংস্কৃতে অত্যন্ত সাহায্য দিব পাৰে। 'জিলাৰ বৰচাহাব' বা 'মাটি হাকিম' শব্দৰ

পাৰিভাষিকৰ ৰহণ আৰু ধ্বনি দুইটাই কম। 'উপায়ুক্ত' বা 'উপপ্ৰতি-সমাহৰ্তা' লৈ বিষয়াৰ ক্ৰমৰ সৰু-বৰ লেখ ৰাখি, শব্দবোৰক নানা প্ৰত্যয়েৰে প্ৰত্যয়ান্বিত কৰিব পাৰি আৰু ছেগ বুজি উপসৰ্গেৰে ধাত্বৰ্থো বলাদন্যত্ৰ নীয়তেও কৰিব পাৰি। বিজ্ঞানৰে হওক কিম্বা প্ৰশাসনৰে হওক, পাৰিভাষিক শব্দ গঢ়োঁতে সংস্কৃত ভাষাৰ অক্ষুন্ন জ্ঞান নহ'লে হাস্যকৰ পৰিস্থিতিৰো মাজে মাজে সৃষ্টি হ'ব পাৰে বুলি বা গুৰু-চণ্ডাল আদি হৈ ভাষাৰ জাৰ্গন উদ্ভৱ হ'ব পাৰে। এই বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কামখিনি মুঠৰ ওপৰত ভালেই হৈছে। মুঠৰ ওপৰতহে। সেই কামৰ উন্নয়নৰ আৱশ্যকতা ৰৈ গৈছে। প্ৰশাসনীয় পৰিভাষা কৰিবৰ বাবে অসম চৰকাৰে যিখনি পৰিভাষা সমিতি কৰি দিছে, তাৰ গঠন কাৰ্যকৰী নহয়। পশ্চিম বংগ চৰকাৰে য'ত ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়, ৰাজশেখৰ বসু আদি ভাষাৰ বিদগ্ধসকলক সংস্থাপন কৰিছে ত'ত অসম চৰকাৰে সংস্কৃত ভাষা বা ভাষাতত্ত্বৰ চাৰিসীমাতো ভৰি নিদিয়া অৱসৰপ্ৰাপ্ত বিভাগীয় সচিব আৰু সংস্কৃত অভিধানৰপাত লুটিয়াই খাব নজনা পণ্ডিত যদি নিয়োগ কৰে, আমি কি পৰিভাষা সেই সমিতিৰ পৰা আশা কৰিব পাৰোঁ? অসমৰ বুকেৰেদি যোৱা ৰাষ্ট্ৰীয় পথৰ কাষে কাষে তৰঙাই ৰখা গো-উন্নয়নৰ কেন্দ্ৰ নামবোৰত ইংৰাজী শব্দ 'ইন্টান্‌ছিভ' আৰু একে উশাহতে অসমীয়াত তাৰ প্ৰতিশব্দ 'বিস্তৃত'ৰ ব্যৱহাৰে এই হাঁহি উঠা বিপৰ্যয়ৰ কথা চৰকাৰক বা ৰাইজক চিঞৰি চিঞৰি কৈ দিয়া নাই জানো? চৰকাৰৰ 'প্ৰশাসনীয় পৰিভাষা'ৰ প্ৰথম খণ্ড আৰু তাৰ প্ৰতিৰূপ দ্বিতীয় খণ্ড যহন-তহন; কিন্তু এতিয়াও সংকলিত হৈ ওলাবলগীয়া বিভিন্ন আমি ক'ব পৰা নাই। সময় থাকোঁতেই চৰকাৰে ভাষা-বিভ্ৰাটৰ জনি মাৰি থ'লে ভাল হ'ব। পৰিভাষা সমিতিখন ভাষা-পণ্ডিতক লৈ পুনৰ্গঠন কৰা নিতান্ত বাঞ্ছনীয়; বিভিন্ন প্ৰশাসনীয় বিভাগৰ নিপুণ বিষয়াসকল তাত বিষয়ক্ৰমে প্ৰয়োজন নিৰ্দেশক ৰূপেহে থাকিব লাগে। অসমীয়া ভাষাৰ বিস্তাৰৰ এই অভিনৱ প্ৰয়োজনৰ সময়ত দায়িত্ব থকা সকলোলোকেই নিতান্ত দায়িত্বশীলতাৰে আগবাঢ়িব লাগিব। ভাষাৰ এই নতুন প্লাৱন যেন ঘৰ-দুৱাৰ ভঙা আৰু লেতেৰা বস্তু আনি ঘৰৰ ভিতৰ সুমুওৱা ঘোল বানপানী নহয়, এই সাৱধান বাণীলৈ আমি কাণ দিয়া অতি বাঞ্ছনীয় হৈছে।

* * *

যুদ্ধোত্তৰ অসমীয়া নাটৰ স্বৰূপ বিচাৰিবলৈ গ'লে ধনগুলৈ খেদা যেনেই লাগে। বুৰঞ্জীমূলক আৰু পৌৰাণিক নাটকৰ ধাৰা যদি বন্ধ হৈছে, তাৰ বাবে সি আনক দুষিবলৈ নাই। যি নতুন সম্পৰীক্ষা চলিছে, তাতো এডোলেছেন্সৰ সীমা অতিক্ৰম কৰা টান হৈছে। শাৰদীয় সমাৰোহৰ বাণমঞ্চ, ভাস্কৰ নাট্যমন্দিৰ, শিৱসাগৰ, নগাঁও নাট্য সমাজৰ ঐতিহ্য ৰুদ্ধ হৈ গৈছে সহাভিনয়ৰ আৱশ্যকতাৰ বাবেই ঘাইকৈ। আগৰ প্ৰবীণ-নবীনৰ মিলনৰ ঠাই এই মঞ্চলবোৰ এৰাপৰলীয়া হৈছে। সিবোৰৰ আনুষ্ঠানিক



ক্ৰমৰক্ষাৰ পৰিৱৰ্তে নগৰে নগৰে ক্ষুদ্ৰ ক্ষুদ্ৰ নাট্যগোষ্ঠীৰ পতা-ভঙাৰ নাট চলিছে। আনবোৰ ভাৰতীয় নগৰৰ দৰে পেছাদাৰ মঞ্চ আমাৰ হোৱা নাই; পেছাদাৰ অভিনেতা-অভিনেত্ৰীও আমাৰ ভালকৈ ওলোৱা নাই। বাহিৰ জগতৰ এব্‌ছাৰ্ড, এক্সপ্ৰেছনিষ্ট, নেচুৰেলিষ্ট, ছাইকোলজিকেল নাটকৰ সম্ভেদ আহি আমাৰ গোষ্ঠীবোৰৰ হৃদয় স্পৰ্শ কৰা নাই, কাৰণ সেই ঘটনা হ'বলৈ হ'লে গভীৰ অধ্যয়ন আৰু চিন্তাশক্তি গভীৰ অনুশীলন আৰু নিয়ত অভিজ্ঞতা নাট্যকাৰ-অভিনেতা উভয় পক্ষতে লাগিব। শব্দ শুনি এইবোৰ সম্পৰীক্ষাই নহয়। মাথোন বিনোদবিচৰা অভিনেতা আৰু দৰ্শকেৰে আজি নাট্য আন্দোলন গঢ়া টান হৈছে। কিতাপৰ পোক, দাৰ্শনিক, নাট্যকাৰ আৰু ভাব-তন্ময়তা থকা অভিনেতা, দৰ্শকৰ হঠাতে সৃষ্টি হ'ব নোৱাৰে। এই সমস্যাৰ সমাধান কোনে দিব? কষ্টৰ ধন পানীত পেলোৱাৰ খজুৱতি লগা মন নহ'লে নাটক ছপা কৰাৰ প্ৰস্তাৱ আকৰ্ষকৰী। 'আহাৰ'ৰ নিচিনা সাৰ্থক সম্পৰীক্ষা যে আমাৰ হৈছে, সেই কথাটিকে নাট্যামোদীসকলক তাৰ সাৰ্থকতাৰে বুজাই দিবলৈ তেনে নতুন নাটৰ সংগ্ৰহ আৰু বিস্তৃত আলোচনা চৰকাৰী বা চৰকাৰ-পুষ্ট অনুষ্ঠানে গ্ৰন্থ আকাৰে প্ৰকাশ নকৰিলে নাটকক মৰণ সংকটৰ পৰা উদ্ধাৰ কৰা টান হৈছে। ঘটনাই ইমানেই বেয়া ৰূপ ধাৰণ কৰিছে।

* * *

ৰামায়ণ-মহাভাৰত আমাৰ ইতিহাস। আন ফালে হিষ্টৰি হ'ল কাৰ্যকাৰণৰ সম্বন্ধৰ বাস্তৱ ব্যাখ্যা থকা জাতিৰ উৎপত্তি আৰু বিকাশৰ বৰ্ণনা। শব্দটোৰ লগত তাৰ ধাৰণাটোও পাশ্চাত্যৰ পৰা আমাৰ মাজত প্ৰৱেশ কৰিছেহি। তথাপি আমি অলপ সোপা-ঢিলা হ'লেও হিষ্টৰিৰ প্ৰতিশব্দৰূপে বুৰঞ্জী বা ইতিহাসকে লওঁ আৰু সেই শব্দ দুটাৰে কাৰ্যকাৰণ সম্বন্ধ ঘটনাৰ বৰ্ণনাস্বৰূপ হিষ্টৰিকে বুজোঁ। দ্বিতীয় কথা, সাহিত্যৰ ইতিহাসত ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক আদি ইতিহাসৰ লেখীয়াকৈ একে পদ্ধতি আৰু বিচাৰৰ প্ৰয়োগ হ'ব লাগিব। ইতিহাসৰ যুক্তিসিদ্ধ প্ৰমাণ আৰু প্ৰামাণ্য, সম্ভাৱ্য আৰু সম্ভাৱনাৰ প্ৰশ্ন ইয়াত যোলঅনায় থাকিব লাগিব। প্ৰমাণ, অনুমান, প্ৰবাদৰ পাৰ্থক্য ঐতিহাসিকে বুজি নল'লে ইতিহাস হ'ব পাৰে মাথোন পুৰণা কথা। বিচাৰ পদ্ধতিও আত্মগত ভাবোচ্ছাসৰ পৰা মুক্ত, নিৰ্মম, বিষয়নিষ্ঠ হোৱা উচিত। তাহানিতে ডক্টৰ কাকতিয়ে এজন লেখকৰ কথা কৈছিল, 'চোৱাঁচোন, এওঁৰ প্ৰথম কিতাপখনৰ প্ৰথম বাক্যটোতে কৈছে বোলে, উষা অসমৰে জীয়ৰী। মই প্ৰোটেষ্ট কৰিছোঁ। কাৰণ এইটো আনহিষ্টৰিকেল উক্তি।' লেখকজনে মাথোন ক'লে, 'আমাৰ অসমৰ দাবীটো এৰি দিব নালাগে।' কাকতি হাঁহি হাঁহি মনে মনে থাকিল। প্ৰকৃততে, এনে অনৈতিহাসিক দৃষ্টিভংগীৰে বোধ হয় অসমীয়া হ'ব পাৰি; কিন্তু সাহিত্যৰে হওক বা যিহৰে হওক ঐতিহাসিক হ'ব নোৱাৰি। বাস্তৱ সমালোচনা সাহিত্যত ঐতিহাসিকৰ

প্ৰধান দৃষ্টিভংগী হ'ব লাগিব। ইতিহাসৰ যুক্তি, ইতিহাসৰ ধাৰা নিৰ্মম, নিৰাশী। প্ৰতি যুগ তাৰ অতীতৰ সন্তান আৰু ভৱিষ্যতৰ পিতৃ এয়ে ইতিহাসৰ ধাৰা। 'দেশ-কাল-সময়ৰ সীমা হেৰুৱাই' ৰাজনীতি বা সাহিত্যৰো কোনো ঘটনা নঘটে।

* * *

পুৰণি অসমীয়া সাহিত্যৰ বুৰঞ্জীত আৰু কেইটামান আহুকলীয়া কথাই আমাক আহুকাল কৰি আছে। পাঁচালী ছন্দ লেখা মনকৰ, দুৰ্গাবৰ কায়স্থ, পীতাম্বৰ শংকৰদেৱৰ সমসাময়িক, সুকবিনাৰায়ণ বহুত পিছৰ। প্ৰাক্-শংকৰী বায়ু লগা বায়ুৰে দুই-একে মাথোন সেইটো জানিও এওঁলোকক প্ৰাক্-শংকৰ বুলি খলকনি লগায় অনাহকতে। দুৰ্গাবৰ মনকৰ বিশ্বসিংহৰ ৰাজত্বৰ লোক, যদি পিছৰো নহয়। দুৰ্গাবৰ শংকৰদেৱৰ দ্বাৰা প্ৰভাৱিত। মনসাৰ পাঁচালী লেখা আৰু ৰামায়ণৰ পাঁচালী লেখা দুৰ্গাবৰ দুজন লোকো হ'ব পাৰে। পীতাম্বৰ কবিৰ 'ঊষা-পৰিণয়' ১৪৫৫ শকত আৰু 'মাৰ্কণ্ডেয়-চণ্ডী' ১৫২৪ শকত ৰচিত। তেওঁনো প্ৰাক্-শংকৰ হ'ল কেনেকৈ সময়ৰ চক্ৰত পাকঘূৰণি খোৱা সমালোচকে ভাবি নাচায়। পীতাম্বৰ কবিক লৈ আমাৰ আন বিপদো হৈছে। এদিন মোৰ স্নাতকোত্তৰ শ্ৰেণীত মোৰ এগৰাকী প্ৰিয় ছাত্ৰীয়ে 'শংকৰদেৱে পীতাম্বৰক, শাক্ত-কামসিক বুলি আৰু গৰ্ব-পৰ্বতত উঠি থকা বুলিয়ে গালি পাৰিলে, তাৰ কাৰণ হ'ল পীতাম্বৰ দ্বিজ আছিল' বুলি কৈ আমাক স্তম্ভিত কৰি দিলে। এনেটো সৰু ভাৱৰ কথা। সেই সৰু ভাৱৰ পৰাই কোনো কোনোৱে পীতাম্বৰৰ সপক্ষে আৰু শংকৰদেৱৰ বিপক্ষে ওকালতি কৰিব লাগে বুলি ভাবিছে। আলচতে পীৰাম্বৰ দ্বিজ নহয়। হেমচন্দ্ৰ গোস্বামীয়েহে তেওঁক দ্বিজ বুলি এটা ভ্ৰান্তিৰ সৃষ্টি কৰিছিল। তেওঁৰ ভিত্তি কি, মই নাজানো। মই পোনতে 'ঊষ-পৰিয়ণ' সম্পাদন কৰি উলিয়াওঁতে এই ভ্ৰান্তিতে আছিলোঁ। ড° সুকুমাৰ সেনে আঙুলিয়াই দেখুৱালে, পীতাম্বৰ দ্বিজ নহয়, দাসহে, তেওঁ পোৱা 'নল-দময়ন্তী'ৰ পুথিত সেইটো স্পষ্টকৈ আছে। পিছত দেখোঁ, কনকলাল বৰুৱাই ইতিপূৰ্বেই 'আৰ্লি হিষ্টৰি অৱ্ কামৰূপ'ত পীতাম্বৰ দাস বুলিহে লেখিছে। 'ঊষা-পৰিণয়'ৰ দ্বিতীয় সংস্কৰণত মোৰ মত সলালোঁ। তাৰ বাবে 'অসম সাহিত্য সভা পত্ৰিকা'ৰ সম্পাদকে তেওঁৰ ইনাৰ্চিয়া-যুক্ত স্থবিৰ মনেৰে মোক কটু কাটব্য কৰিলে, যেনে পীতাম্বৰ দাস হ'ব লাগিলে আৰু একেবাৰেই পেলনি গ'ল। আমি ঘৰৰ অশোভনভাৱে বামুণ-শূদিৰ লগাই মকৰা জালত লাগি থাকোঁতেই কিন্তু ইফালে পীতাম্বৰক বাহিৰত 'বঙালী চিলাই থাপ মাৰিবৰ' উপক্ৰম কৰিলে। ডক্টৰ শশীভূষণ দাসগুপ্তই পীতাম্বৰক কামৰূপী বুলি কৈও তেওঁৰ ভাগৱতক 'ষোড়শ শতিকাৰ এখানা বাংলা ভাগৱত' বুলি সাব্যস্ত কৰিলে। আমাৰ ভেলা মধুপুৰ বৈকুণ্ঠপুৰ কোচবেহাৰত বৈ যোৱাৰ দৰে পীতাম্বৰৰ 'মাৰ্কণ্ডেয় চণ্ডী' ভাগৱতৰ প্ৰথম আৰু দশম স্কন্ধ আদি কোচবেহাৰতে বৈ গ'ল; 'নল-দময়ন্তী'ৰ দুপাতমান মাথোন আমাৰ হাতত



আছে। ইবোৰৰ উদ্ধাৰৰ উপায় আজিও হোৱা নাই। পীতাম্বৰ এইদৰে এঘৰীয়া হোৱাৰ বাবে হয়তো তেওঁৰ সময়ৰ সাহিত্যৰ ডিক্টেটৰ শংকৰদেৱৰ ৰায়আষাৰেই দায়ী হ'ব পাৰে। সত্ৰৰ পুথি ভঁৰালত সোমাবলৈ পোৱা হ'লে পীতাম্বৰ হয়তো আমাৰ মাজত জীয়াই থাকিলেহেঁতেন; কিন্তু আধুনিক এজন সমালোচকে 'পীতাম্বৰ অবৈষ্ণৱ কবি' আৰু পীতাম্বৰ কবিৰ 'দুশাৰী পদ শুনি মহাপুৰুষ শংকৰদেৱৰ মনত যি তাৎকালিক প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল' বুলি তাত সন্দেহ প্ৰকাশ কৰিছে দেখি সামান্যভাৱে বিস্ময় মানিছোঁ। হৰিবংশ ভাগতত বুৰগৈ থকা পীতাম্বৰ অবৈষ্ণৱ হ'ল কিয়? শংকৰদেৱে 'দুশাৰী' মাথোন পদ শুনি হঠকাৰিতা প্ৰদৰ্শন কৰিলে, এই কথাত চৰিতেই বিৰোধ কৰে - মহাপুৰুষৰ আগত নাৰায়ণ ঠাকুৰে পীতাম্বৰৰ কবিতা আওৰাই যাওঁতে যোওঁতে যেতিয়া এই শাৰী দুটা পালেগৈ, তেতিয়াহে 'আৰ গাইবে নলাগয়' বুলি আবৃত্তি বন্ধ কৰালে। দ্বিতীয় কথা, 'ঊষা-পৰিণয়'ৰ পৰা দেখা যায় 'ৰতিৰস বিশেষ কহিতে' তেওঁৰ অস্বাভাৱিক এটা 'তৃপিতি'। তৃতীয়তে, সমালোচকজনে ভাগৱতৰ মূল শাৰী, টীকাৰ ব্যাখ্যা, শংকৰদেৱ, অনন্ত কন্দলিৰ ব্যাখ্যা মিলাই চোৱা হ'লে গম পালেহেঁতেন, পীতাম্বৰে ৰুক্মিণীৰ চৰিত্ৰত মূলত নোহোৱা এক অতিশয় কামুকতা হঠাতে আৰোপ কৰিছে আৰু তেওঁৰ আৰ্টেও তেওঁক সমৰ্থন নকৰে। মহাপুৰুষে তেনে থলত ধৰ্মৰ ফালৰ পৰা আৰু আৰ্টৰ ফালৰ পৰাও পীতাম্বৰক ভাল নোবোলাত সন্দেহ কৰিবলগীয়া একো নাই। শংকৰদেৱৰ এই মত 'তাৎকালিক' মাথোন বুলি অৱহেলা কৰিলে শংকৰদেৱক সমীক্ষাত্মক দৃষ্টি নুবুজাৰ চিনহে হ'ব।

* * *

পুৰণি সাহিত্যৰ সমস্যা বহুত; কাৰণ এই সাহিত্যৰ বৈজ্ঞানিক অধ্যয়ন এতিয়াও আৰম্ভ হোৱা নাই। শংকৰোত্তৰ কালছোৱাৰ বিষয়ে আমি বৰ তাকৰ জানো। উদাহৰণ স্বৰূপে আমাৰ সাহিত্যৰ বুৰঞ্জীবোৰে এই কালছোৱাৰ কিমান নাটকৰ ভু আমাক দিয়ে? অথচ সত্ৰয়-সভায়, গাঁৱে-নামঘৰে কিমান শক্তিশালী মনোগ্ৰাহী নাটকৰ অভিয়ন হ'ব লাগিছে, তালৈ দৃষ্টি কৰিলে এই বুৰঞ্জীবোৰে জনজীৱনক ফাকি দি চলা কথাটোহে প্ৰতীয়মান হ'ব। কিমান বহুমূল্য পুথি উই-বৰমোহনিগনি-ডালশলিয়াৰ সুখাদ্য হৈছে আৰু পইতাচোৰা চুৰুণীৰ গোপন অভিসাৰৰ ক্ষেত্ৰ হৈ গাঁৱে গাঁৱে পৰি আছে, তাৰ সন্ধান কোনে ৰাখে? ৰাজ্যিক সংগ্ৰহালয়, নাৰায়ণী সন্দিকৈ ভৱন, বিশ্ববিদ্যালয় গ্ৰন্থাগাৰ আদিত থকা পুথিবোৰৰ প্ৰকাশৰেবা কিমান যত্ন হৈছে? অসমীয়া পুৰণি কবিতা কথাৰ বিষয়ে ক'ব, লিখিবলগীয়া হ'লে আমি শংকৰদেৱ, মাধৱদেৱ, মাধৱ কন্দলি, ভট্টদেৱ আদিৰ সীমিত মণ্ডলৰ মাজতে বৈ যাওঁ, আমাৰ দৃষ্টিৰ পৰিসৰ বাঢ়িব নোখোজে। ভট্টদেৱতকৈ সৰলতৰ আৰু অধিক সাৰ্থক কথা শৈলীৰ গোপালচৰণ দ্বিজ, সূক্ষ্ম আধ্যাত্মিকতাৰ মায়ামৰীয়া সম্প্ৰদায় প্ৰৱৰ্তক অনিৰুদ্ধদেৱ, ৰুদ্ৰসিংহ, শিৱসিংহৰ

*সভাকবি কবিৰাজ চক্ৰৱৰ্তীৰ কথানো আমাৰ চকুত নপৰে কিয়, তেওঁলোকৰ বিষয়ে ক'বলৈ সত নাযায় কিয়, তেওঁলোকক মেজৰ লেখক বুলি স্বীকাৰ কৰি ল'বলৈ আমাৰ মন-চকু-মাত নগজে কিয়? আজান পীৰৰ নামেৰে পবিত্ৰ জিকিৰ আৰু জাৰিবোৰ আমাৰ কিমান চৰ্চা হৈছে? মুঠতে, আমাৰ কেয়োখন সাহিত্য বুৰঞ্জীয়েই মায়োপিক দৃষ্টিৰে কোঙা হৈ আছে। আনফালে কেতিয়াবা ক'ৰবাত অপৰুদঘাত একোটা কথা ওলাই আমাক বিব্ৰত কৰি তোলে অকাৰণতে। এসময়ত মহাপুৰুষ গুৰু দুজনাৰ নামত কুৎসা ৰটনা কৰা এখন পুথি উলিয়াই আমাৰ কামৰূপৰ এজন মৌজাদাৰে নিজৰ নাকটো কাটি সতিনীৰ যাত্ৰা ভংগ কৰিলে; বাকীবোৰ আদালতত গোচৰ লগাই চুঁচৰিবলগীয়া হ'ল। 'বাঁহী', 'প্ৰদীপিকা'-ৰ যুঁজখন জানো কম কেলেংকাৰীৰ অজাযুদ্ধ? এই কুৰুক্ষেত্ৰৰ আঁৰকাপোৰৰ আঁৰৰ বীৰসকল অৰশ্যে অদৃশ্য হৈয়ে ৰ'ল। ১৮৩৭ শকত গোপাল মিশ্ৰ কবিৰত্নৰ 'ঘোষাৰত্ন' এজন 'ভট্টাচাৰ্য কৰ্তৃক প্ৰকাশিত' হয়। তাৰ পাতনি লেখিছিল আমাৰ পূজ্য স্থানীয় পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে। এই দুটা সুখৰ কথা বুলি ধৰিব লাগে; কিন্তু যেতিয়া গোস্বামীৰ পৰম অন্তৰংগ 'বাঁহী'-ৰ সম্পাদকে পাতনি লেখকক কুকুৰে কাঁইট নোখোৱা কৰি গালি পাৰি পাতনিখন বখলিয়াই পেলালে, তেতিয়া সকলোৱে হৰি হৰি সুমৰিলে।*

* * *

*সাহিত্যৰ বিচাৰ সাধাৰণতে দুটা দিশৰ পৰা হয় — এক, তাৰ বিষয়বস্তু, দ্বিতীয়তে তাৰ গঢ় বা লিটাৰেৰি ফৰ্ম। বিষয়বস্তুৰ ফালৰ পৰা সাহিত্য হ'ল হৃদয়ৰ বস্তু, মস্তিস্কৰ নহয়; ৰবীন্দ্ৰনাথৰ ভাষাত সি বাৰৰ বিষয়, চিন্তাৰ নহয়। আমি যেতিয়া 'হস্তীবিদ্যাৰ্ণৱ'ৰ নিচিনা হাতী-পুথি বা ঘোঁৰা নিদান, বকুল কায়স্থৰ 'কিতাবত মঞ্জৰী', শ্ৰীধৰৰ 'খণ্ডসাধ্য' ৰ পৰা বুৰঞ্জী পুথিলৈকে সাহিত্যৰ ইতিবৃত্তৰ জোলোঙাত ভৰাওঁ, তেতিয়া আমাৰ সাহিত্যবোধ সুপ্ত থাকে নে কিবা প্ৰকাৰে সিবোৰত সাহিত্যৰ ৰস চাকিব পাৰি, সাহিত্য-বুৰঞ্জীকাৰসকলে স্পষ্টভাৱে আমাক বুজিবলৈ দিয়া উচিত। নহ'লে সাহিত্য পাঠ্যত সৈদ্ধান্তিক বিভ্ৰম উপস্থিত হয়। মেডিকেল্‌লিটাৰেচাৰ্ যেনেকৈ কোনো প্ৰকাৰৰ সাহিত্য নহয়, সাধাৰণ পক্ষত বিজ্ঞান আৰু বুৰঞ্জীও সাহিত্য নহয় — লাগিলে তাক পদ্য কৰিয়ে লেখা হওক; কিন্তু গিবনৰ 'ডিক্লাইন এণ্ড্ ফল্ অব্ দি ৰোমান এম্পায়াৰ্' বা কাৰ্লাইলৰ 'ফ্ৰেঞ্চ ৰিভউলিশান্' একা? গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী' কেনে? এইবিলাক সাহিত্যৰ প্ৰাণৰ সন্ধানৰ মৌলিক প্ৰশ্ন। তাক এৰাই সেই প্ৰাণৰ বুৰঞ্জী হ'ব নোৱাৰে।*

*আধুনিক যুগৰ অসমীয়া সাহিত্যৰ বিচাৰৰো নানা অন্তৰায় আছে। যদিও 'অৰুনোদই'ত সাহিত্যৰ স্ফুৰণ অতি সীমিতভাৱেহে হৈছিল, সেই কাকতৰ প্ৰতি পাতৰে এক ঐতিহাসিক মূল্য আছে, কিন্তু ১৮৪৬ ৰ পৰা ১৮৮২-৮৩ লৈ সকলো*



*সংখ্যাৰ কাকতখন পৃথিৱীৰ ক'ৰবাত দেখা পোৱা যাব পাৰে বুলি আমি আশা কৰিব নোৱাৰোঁ। সেইদৰে যোৱা শতিকা আৰু বৰ্তমান শতিকাৰ সকলো প্ৰকাশিত গ্ৰন্থ, আলোচনী নাপালে পূৰ্ণাংগ বুৰঞ্জী হয় ক'ৰ পৰা?*

* * *

*গ্ৰীক-লেটিন গ্ৰন্থৰ পাঠ সমীক্ষাত ব্যৱহৃত ক্লাছিকেল পদ্ধতিত চাৰিটা প্ৰক্ৰিয়া — (১) হিউৰিষ্টিক্‌ছ বা আৱিষ্কাৰ — পুথি সংগ্ৰহ কৰি পাঠৰ কোলেকশান্ কৰি (একেলগে লেখি) তাৰ পূৰ্বাপৰ নিৰ্ণয় কৰি লোৱা। (২) ৰিছেঞ্চিও বা পুনৰ্নিৰ্মাণ — অৰ্থাৎ পাঠবোৰৰ ভিতৰত কোনটো প্ৰাচীনতম হ'ব পাৰে তাক সম্ভৱপৰ ভাৱে বিভিন্ন বিচাৰৰ পৰা বাছি উলিওৱা; (১) এমেণ্ডেছিও গ্ৰন্থকাৰজনৰ নিজৰ পাঠ উদ্ধাৰ, সেই পাঠৰ উদ্ধৃতি, অনুবাদ, অনুকৰণ, টীকা আদিৰ সহায়েৰে আৱশ্যক হ'লে প্ৰাপ্ত পাঠ সলায়ো মৌলিক পাঠৰ স্বৰূপ নিৰ্ণয় ; আৰু (৪) হায়াৰ্ ক্ৰিটিছিজ্‌ম বা মূল গ্ৰন্থকাৰে ব্যৱহাৰ কৰা আধাৰ গ্ৰন্থ আদিৰ বিচাৰ। ভাৰতীয় পাঠ সমীক্ষা এতিয়াও এই চতুৰ্থ প্ৰক্ৰিয়াৰ পৰা বহুত আঁতৰত আছে। কোনো গ্ৰন্থৰ সমীক্ষিত সংস্কৰণৰ তিনিটা মূল ভাগ সমীক্ষাৰে নিৰূপিত পাঠ, তাৰ লগে লগে ক্ৰিটিকেল এপাৰেটাছ্ বা পাঠ-পাঠান্তৰৰ হিচাপ আৰু তৃতীয়তে, ব্যৱহৃত পুথি আদিৰ সমালোচনামূলক বৰ্ণনা আদিৰে সমীক্ষাগৰ্ভ ভূমিকা। সমীক্ষিত পাঠাধ্যয়নৰমূল উদ্দেশ্যই হ'ল উৰ-টেক্‌ষ্ট বা অটোগ্ৰাফ টেকষ্ট অৰ্থাৎ গ্ৰন্থকাৰৰ হাতৰ মূল গ্ৰন্থখনৰ সম্ভৱপৰ নিকটতম ৰূপ আৱিষ্কাৰ কৰা। এই সকলোবোৰ কথা জনা আৰু সেইমতে পুথি সম্পাদনা কৰা পণ্ডিত আমাৰ ক'ত?*

* * *

*ভাৰতক যদি সমাজবাদী দেশৰ আৰ্হিৰ পঞ্চবাৰ্ষিক যোজনাবোৰে আগবঢ়াই নিব পৰা নাই বাঞ্ছনীয়ভাৱে, অসমক আৰু পৰা নাই। অসমৰ অৰ্থনীতিত কৃষিৰ ঠাই প্ৰধান। ৰাজ্যৰ আয়ৰ শতকৰা প্ৰায় পঞ্চাছভাগ খেতিৰ পৰা আহে। শতকৰা নবৈৰো অধিক প্ৰজা গাঁৱত থাকে। তাৰে খেতিৰে প্ৰৱৰ্তালোক শতকৰা সত্তৰমানেই হ'ব। খেতিয়ে প্ৰজাৰ মুখৰ ভাত দিয়াৰ উপৰি দেশৰ উদ্যোগীকৰণৰ ভিত্তিত সিয়ে হ'ব লাগিব। আমাৰ যোজনাবোৰত সেই দেখি কৃষিক প্ৰাধান্য দি তাৰ বাবে সৰহাই ধন ধৰা হৈছিল; কিন্তু ধৰা হিচাপে ধন খৰচ কৰা হোৱা নাই। আৰু যদি খেতিৰ মাটিৰ কালি বাঢ়িছে, নৈসৰ্গিক আদি নানা কাৰণত উৎপন্নৰ বৃদ্ধি আনুপাতিকভাৱে হোৱা নাই। গতিকে কৃষি ক্ষেত্ৰত অৰ্থনৈতিক যোজনা এক প্ৰকাৰ ব্যৰ্থ হৈছে। ১৯৬৬-৬৭ ৰ পৰা ১৯৬৮-৬৯ বছৰৰ ভিতৰত খাদ্যৰ উৎপাদন বাঢ়িছিল আৰু তাতে বহুতে সেউজ বিপ্লৱৰ বিকাশ দেখা পাইছিল; কিন্তু সেই বৃদ্ধি কিমান যোজনা সম্ভূত, কিমনখিনি প্ৰকৃতিৰ প্ৰসাদ, সেই লৈ অৰ্থনীতিবিদৰ মাজত মতভেদ আছে। আনফালে অসমৰ প্ৰজা সংখ্যা বাঢ়িয়ে আছে। স্বাধীনতা লাভৰ পূৰ্বে যি অসমে বাহিৰক চাউল*

*দিছিল, যোজনাৰ কালত অধিকতকৈ অধিকতৰ ভাৰে বাহিৰৰ চাউল, ঘেঁহু, ডাইল আনিবলগীয়া হৈছে সেই অসমেই। আৰু সিয়ে ৰাজ্যখনৰ অৰ্থনৈতিক দুৰ্গতিৰ বাট হৈছে।*

* * *

*সাহিত্যৰ জগতত জগতৰ পৰা বিচ্ছিন্ন হৈ অসমীয়া এটা দ্বীপ হৈ থাকিব নোৱাৰে। এফালে, তেনে হ'লেও সি হ'ব অস্বাভাৱিক। আনফালে আজি দ্রুত পৰিবহণ আৰু বিশ্ব ৰাজনীতিৰ পৰিক্ৰমাত পৃথিৱীখন লাহে লাহে এটা সৰু চুবুৰীত পৰিণত হৈছেহি। আজি কোনেপহেগেনলৈ বা কালিফৰ্ণিয়ালৈ যাবলগীয়া হ'লেও আগৰ দিনত ৰংপুৰৰ পৰা জাঁজীলৈ যাব লগীয়া হ'লেই লগা দৰে মৰলীয়া হাঁৰ মাৰি ভাত খাই যাব নালাগে। আজিৰ সমাজ মুকলি-হাকলি হৈ পৰিছে। আখলৰ পৰা বিয়াৰ লগুণ-গাঁঠিলৈকে আলাগুকলীয়া বন্ধন আমাৰ ভৰিৰ পৰা খহি খহি পৰিছে। সাহিত্যৰ ক্ষেত্ৰতো বহল জগত আৰু বহল সমাজৰ এই আহ্বান ধ্বনিত হ'ব লাগিব। তেতিয়া হ'লেহে সি আজিৰ সাহিত্য হ'ব। মধ্যযুগীয়া মানসিকতাৰে বিংশ শতিকাৰ এই বিয়লিত নতুন বাণীৰ জন্ম দিব নোৱাৰি। আনফালে সৃষ্টিশীল কলাকাৰৰ মনো দেশৰ সীমাৰ মাজতে আৱদ্ধ হৈ থাকিব নালাগিব। ইয়াৰ অৰ্থ এইটো নহয় যে দেশৰ ঐতিহ্যক হুদু খেদোৱাদি খেদাই আমাৰ ঘৰৰ বেৰ-খোৰা ভাঙি ধোবাংবাং কৰিব লাগিব। বৰং ইতিহাসৰ শিকনি আৰু সাংস্কৃতিক ঐতিহ্যৰ আধুনিক ব্যৱহাৰ আমাৰ ভৱিষ্যৎ অগ্ৰগতিৰ স্বাস্থ্যপ্ৰদ সম্বল হ'ব পাৰে। এই কথাৰ ইংগিত মোৰ আজিৰ ব্যক্তব্যত বোধহয় অস্পষ্ট নহয়। সামগ্ৰিক মানৱসত্তাৰ প্ৰকাশ স্বৰূপে ধ্ৰুপদী সংস্কৃতিৰ সমাদৰ আৰু উৎকৰ্ষ, দুইটাই হ'ব লাগে। নহ'লে ঐতিহাসিক সত্তা ৰূপ আমাৰ সাংস্কৃতিক আইডেন্টিটি বা পৰিচয় হেৰোৱাৰো ভয় নাথাকিলে জানো? কিন্তু সেই পৰিচয় বন্ধন হ'ব নালাগিব। সেই দেখিহে কওঁ, আজি সমগ্ৰ জগতৰ সহিত্যৰ বিস্তৃত আৰু গভীৰ অধ্যয়নেহে আমাৰ নিজকে আৱিষ্কাৰ কৰাৰ পথ মুকলি কৰি দিব পাৰে। আমাৰ সাহিত্যৰ ঘৰটো মুকলি দুৱাৰ-খিৰিকীৰে গান্ধীজীৰ বাঞ্ছিত ঘৰটোৰেই হ'বলগীয়া হয়। তাতে 'জগতৰ আৱাহন কাণত পৰিব আহিব।'*

* * *

*কিন্তু কথাৰে নহয়, কথাৰে নহয়, কামেৰে। এনেখন সুজলা, এনেখন সুফলা' বুলি আমি গাই থাকিলে আমাৰ সুজলে বানপানীৰ সংহাৰৰ প্লাৱন আদিৰ, সুফল লোকে কৰিব, লোকে খাব। লোকে 'বাটি ভৰাই খাবলৈ', 'কেঁলৈ কুটিছা চুমৈকৈ পচলা?' আৰ্থিকভাৱে সমৃদ্ধ এখন দেশ, এটা জাতি নহ'লে তাৰ মাজত সংহতিও নৰয়, সাহিত্য আৰু কলা শ্ৰীও কোনো প্ৰকাৰে সমৃদ্ধ হ'ব নোৱাৰে। সহিত্যকাৰ কলাকাৰসকল দেশৰ তথা জগতৰ শান্তি আৰু অগ্ৰগতিৰ অগ্ৰদূত হ'ব লাগিব। তেতিয়া*



*হ'লেহে শান্তি আৰু অগ্ৰগতি আহিব। স্বাধীনতাৰ চতুৰ্থাংশ শতিকাৰ পিছতো আমাৰ জ্ঞান আৰু প্ৰগতি লোকৰ গালৈ বোকা ছটিওৱাতে উপান্ত হৈছে। দেশৰ গঢ়ন কেতিয়া হ'ব? গতিকে, আশা কৰিছো, দেশৰ অৰ্থনৈতিক সমৃদ্ধি, সামাজিক সাম্য আৰু সংহতি দৃষ্টিৰ আগত ৰাখি সাহিত্যকাৰসকলে সাহিত্য ৰচনা কৰিব আৰু দেশৰ অগ্ৰগতিৰ বাহকৰূপে সমাজৰ প্ৰতি নিজৰ কৰ্তব্য পালন কৰিব।*

* * *

*যেই কোনো কিছিমৰ যেই কোনো গান বা যেই কোনো ভংগীমাৰ এটা নাচৰ পাকৰ সমষ্টি হ'লেই যেতিয়া 'সাংস্কৃতিক সন্মেলন' হ'ব পাৰে। সেই সময়ত সংস্কৃতিৰ যেন নতুন সস্তীয়া এটা সংজ্ঞাস্বিকৃত হৈছে — যি সংজ্ঞাৰ ভিতৰত সাহিত্যও নপৰে, জীৱন পদ্ধতিও নপৰে, জাতীয় চৈতন্যও নপৰে। হায় সংস্কৃতি। তুমি যে কেনেকৈ 'বৃন্তহীন পুষ্পসময় আপোনাতে আপনি বিকশি' ঐতিহ্যৰ লগত বিচ্ছিন্ন হৈ পৰিব পাৰা।*

*স্বাধীনতা লাভ পিছৰ পৰা ভাৰতবৰ্ষত পপ টুইষ্টলৈকে বিশ্বৰ সকলো কলাবস্তু আহি ৰচক-পচক কৰিছেহি, সঁচা; কিন্তু এই কালছোৱাৰ মোৰ মনেৰে সবাতো বৈশিষ্ট্যপূৰ্ণ সাংস্কৃতিক ঘটনা হৈছে ভাৰতৰ আত্মাৰ আৱিষ্কাৰ। সেই আত্মা পৰাধীনতাৰ গছকত কণ্ঠগতপ্ৰাণ হৈ বেক্উড্ছ গাঁৱত সোমাই কলঢোপ কলঢোপকৈ জীয়াই আছিল। ভাৰতৰ ধ্ৰুপদী সংস্কৃতি আৰু কলাজীৱনৰ মধ্য যুগত যিটো নৱবিকাশ ঘটিছিল, সি সমস্ত দেশৰ জনজীৱনৰ তলিলৈকে চুইছিলগৈ। তাৰে প্ৰকাশ হ'ল নৱবৈষ্ণৱ সম্প্ৰদায়বোৰ, সেই সম্প্ৰদায়বোৰৰ আশ্ৰিত ধ্ৰুপদ আদি উচ্চাংগৰ সংগীত, ভৰতানুগ নৃত্য-নাট্য, কৃষ্টাশ্ৰিত চিত্ৰশৈলী আৰু কূপজল সদৃশ সংস্কৃত পৰিহৰি বহতী-নীৰ-সদৃশ কথিত ভাষাৰ কবিতা। প্ৰান্ত ভেদে এই সকলোবোৰ পৃথক পৃথক যেন লাগিলেও এনে অনুপ্ৰেৰণা, এক মানৱতাবোধ, সমান ৰীতি আৰু বিস্তাৰৰ সমান ক্ষেত্ৰেৰে সকলো একেটি বস্তু। পৰ-পদ-লেহনে আমাক যদিও সেইবোৰক হেয় কৰি চাবৰ প্ৰয়াস দিছিল, দেশৰ জনসাধাৰণৰ হৃদয়ত ঠাই লৈ সেই সাগৰ গভীৰ সংস্কৃতি ছিন্নমূল নহ'ল। জনজীৱনৰ মাজত শিপা মেলি থকা সেই বস্তুটি সেই দেখি আজি আকৌ সাৰ পাই উঠিছে।*

* * *

*সাহিত্যৰ সম্পৰ্ক জীৱনৰ প্ৰমূল্যৰ লগত অতি গাঢ়। সেই প্ৰমূল্যনিৰ্ণয়ৰ বাবে শিক্ষা হ'ল মানদণ্ড আৰু অস্ত্ৰ; কিন্তু আমাৰ দেশত শিক্ষাৰ আটাইতকৈ ডাঙৰ লক্ষণ হৈছে জীৱনৰ লগত অসহযোগ অসংযোগ। প্ৰকৃত অৰ্থত জীৱনক গ্ৰহণ কৰিবৰ কাৰণে আমাৰ শিক্ষাই শিকনি নিদিয়ে। বৰং সি শিক্ষিতক জীৱনৰ পৰা আৰু পাৰিপাৰ্শ্বিকতাৰ পৰা বিচ্ছিন্ন কৰাটোকে দেখা গৈছে। শিক্ষাই আমাৰ আতি কাম্য অৰ্থনৈতিক আৰু*

*সামাজিক প্ৰগতি সৃষ্টি কৰিব পৰা নাই। এফালে, আমাৰ এলাণ্ডুকলীয়া সমাজখনৰ জাতিভেদ, ধনী-দৰিদ্ৰ ভেদ, কৰ্ম পৰাংমুখতা আদি গ্লানিয়ে আমাক আজিও পীড়ন কৰি আছে, ধৰ্মৰ নামত কুসংস্কাৰ আৰু সংকীৰ্ণতাই সমাজক এতিয়াও বন্দী কৰি ৰাখিবলৈ বিচাৰিছে। আনফালে স্বাধীনতা লাভ আৰু আন ঐতিহাসিক প্ৰক্ৰিয়াই আন কি তথাকথিত শিক্ষা প্ৰসাৰে আমাৰ আকাংক্ষাৰ আকলটো বঢ়াইছে অৰ্থাৎ 'আকাংক্ষাৰ বিস্ফোৰণ' ঘটাইছে আৰু যোৱা কেইদশকত জ্ঞান-বুদ্ধিৰ পৰিমাণে সমাজখন আগবাঢ়ি নোযোৱাত আমাৰ মাজত প্ৰাচীন আধুনিকৰ দ্বন্দ্ব সৃষ্টি কৰি 'জ্ঞানৰ বিস্ফোৰণ' সৃষ্টি কৰিছে। এই সকলোবিলাকেই এক আগন্তুক পৰিৱৰ্তন সূচনা কৰে। শিক্ষা ঠিক পথেদি নগ'লে সেই পৰিৱৰ্তনে জিঘাংসু সৃষ্টি কৰিছে। এই সকলোবিলাকেই এক আগন্তুক পৰিৱৰ্তন সূচনা কৰে। শিক্ষা ঠিক পথেদি নগ'লেসেই পৰিৱৰ্তনে জিঘাংসু বিপ্লৱৰ ৰূপ ল'ব ই প্ৰায় নিশ্চিত। যদি শিক্ষাৰ পৰিকল্পিত ক্ৰম আমি ঠিক কৰি ল'ব পাৰোঁ আৰু সেই পৰিকল্পনাত সৰ্ব সাধাৰণৰ আস্থা পাব পাৰোঁ, তেতিয়া হ'লে বিদ্ৰোহৰ জিঘাংসাৰ পৰা নিজকে ৰক্ষা কৰিব হয়তো পাৰিম। এই পৰিকল্পনাত সৰ্ব সাধাৰণৰ আস্থা পাব পাৰোঁ, তেতিয়া হ'লে বিদ্ৰোহৰ জিঘাংসাৰ পৰা নিজকে ৰক্ষা কৰিব হয়তো পাৰিম। এই পৰিকল্পনা আৰু আস্থা নিৰ্ভৰ কৰে জীৱনৰ প্ৰমূল্যৰ ওপৰত। এইখিনিতে সাহিত্যিকসকলৰ ভূমিকা আহি পৰে। সাহিত্যত বিদ্ৰোহ আৰু প্ৰমূল্য বাণী আওৰোৱা লেখকসকলে সংযত জাতীয় বিকাশ আৰু প্ৰমূল্যত আস্থা সৃষ্টি কৰিবৰ যত্ন কৰিব লাগিব। আমাৰ জীৱনৰ নৈতিক আৰু আধ্যাত্মিক প্ৰমূল্য বা আত্মসংযমক অস্বীকাৰ কৰি দেশক আধুনিক আৰু উন্নত কৰিবলৈ যোৱাটো বিপজ্জনক পথ. আমি বিচাৰোঁ বা নিবিচাৰোঁ, সমাজৰ পৰিৱৰ্তন হ'বই, কিন্তু সামাজিক, নৈতিক আৰু আধ্যাত্মিক মূল্যবোধেহে সেই পৰিৱৰ্তনক বাঞ্ছনীয় বিপ্লৱৰ ৰূপ দিব পাৰে। যি শিক্ষাই আমাক জীৱনৰ বাট হেৰুওৱাত মাত্ৰ সহায় কৰে, জনসাধাৰণৰ পৰা আমাক আঁতৰাই হাবিতে হওক বা কল্পলোকতে হওক মেলি দিয়েগৈ, সেই শিক্ষাক ধিক্কাৰ দিব লাগিব।*



## দ্বিচত্বাৰিংশ অধিৱেশন
## তিতাবৰ
## ২০, ২১ ২২ আৰু ২৩ ফেব্ৰুৱাৰি, ১৯৭৫

অসম সাহিত্য সভাৰ দ্বিচত্বাৰিংশ সন্মিলন পোন প্ৰথমবাৰৰ কাৰণে কৃষিশিল্প আৰু প্ৰাকৃতিক সম্পদত চহকী সাহিত্য, সংস্কৃতি আৰু বুৰঞ্জীয়ে পৰশা তিতাবৰ চহৰত ১৯৭৫ খ্ৰীষ্টাব্দৰ ২০ ফেব্ৰুৱাৰিৰ পৰা ২৩ ফেব্ৰুৱাৰিলৈকে অসমৰ এগৰাকী প্ৰথিতযশা পণ্ডিত আৰু গৱেষক, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰবীন্দ্ৰনাথ ঠাকুৰ অধ্যাপক ড০ সত্যেন্দ্ৰনাথ শৰ্মাৰ পৌৰোহিত্যত সম্পন্ন হয়। এই সন্মিলন উপলক্ষে সাহিত্য সভাই গ্ৰহণ কৰা বিস্তৃত কাৰ্যসূচীৰ মাজত সভাই গ্ৰহণ কৰা আৰু আলোচনা কৰা প্ৰস্তাৱসমূহৰ মাজেদি সাহিত্য সভাৰ তথা অসমীয়া বুদ্ধিজীৱীৰ দৃষ্টিভংগীৰো প্ৰকাশ পৰিলক্ষিত হয়। এই কথা নক'লেও হ'ব যে পাঞ্জাৱ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য এগৰাকী বুৰঞ্জীবিদ পণ্ডিত, পদ্মভূষণ ড° কৃপাল সিং নাৰাঙৰ দ্বাৰা সভা উদ্বোধন আৰু তেৰগৰাকী সাহিত্যিকক জনোৱা বিশেষ সম্বৰ্ধনা অনুষ্ঠান এই সন্মিলনৰ অন্যতম ঘাই বৈশিষ্ট্য আছিল।

### কাৰ্যসূচী

৭ ফাগুন, ২০ ফেব্ৰুৱাৰি, বৃহস্পতিবাৰ

পুৱা ১০-০০ বজাত ঃ কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন
আবেলি ৪-০০ বজাত ঃ প্ৰতিনিধি শিবিৰৰ দ্বাৰ উদ্‌ঘাটন।
গধূলি ৬-০০ বজাত ঃ বিষয়বাছনী সভা

৮ ফাগুন, ২১ ফেব্ৰুৱাৰি, শুক্ৰবাৰ

পুৱা ৭-৩০ বজাত ঃ পতাকা উত্তোলন
পুৱা ৮-০০ বজাত ঃ স্মৃতিগ্ৰন্থ উন্মোচন
৮-৩০ বজাত ঃ সাহিত্য সংকলন উন্মোচন
৯-০০ বজাত ঃ প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন
১০-০০ বজাত ঃ বিষয়বাছনী সভা

আবেলি ৫-০০ বজাত ঃ সাহিত্যিক সম্বৰ্ধনা
গধূলি ৭ বজাত ঃ সংগীত অধিৱেশন
৯ ফাগুন, ২২ ফেব্ৰুৱাৰি, শনিবাৰ
পুৱা ৮-০০ বজাত ঃ প্ৰথম আলোচনা চক্ৰৰ অধিৱেশন
(অসমীয়া সংবাদ সাহিত)
আবেলি ১-৩০ বজাত ঃ প্ৰথম মুকলি অধিৱেশন
গধূলি ৬-০০ বজাত ঃ কবিতা অধিৱেশন
৮-৩০ বজাত ঃ সংগীত সমাৰোহ
৯-৩০ বজাত ঃ বিষয়বাছনী সভা
১০ ফাগুন, ২৩ ফেব্ৰুৱাৰি, দেওবাৰ
পুৱা ৮-০০ বজাত ঃ দ্বিতীয় আলোচনা চক্ৰৰ অধিৱেশন
(অসমীয়া ভাষা আৰু সংস্কৃতি গঠনত বিভিন্ন জনগোষ্ঠীৰ অৱদান।)
আবেলি ১-৩০ বজাত ঃ দ্বিতীয় মুকলি অধিৱেশন
গধূলি ৬-০০ বজাত ঃ সংগীত সমাৰোহ।

## কাৰ্যনিৰ্বাহক সমিতিৰ শেষ অধিৱেশন

অসম সাহিত্য সভাৰ ১৯৭৪-৭৫ চনৰ শেষ কাৰ্যনিৰ্বাহক সমিতিৰ সভা ২০ ফেব্ৰুৱাৰিৰ পুৱা ১০ বজাৰ পৰা মিহিৰাম শইকীয়া স্কুলত বহে। কাৰ্যনিৰ্বাহক সমিতিৰ সভাতে দ্বিচত্বাৰিংশ সন্মিলনৰ বিশদ কাৰ্যসূচী, প্ৰধান সম্পাদকৰ প্ৰতিবেদন, মূল সভাৰ আৰু নিয়মাৱলী সংশোধনী প্ৰস্তাৱ গ্ৰহণ কৰা হয়।

## বিষয়বাছনী সভা

নন্দনাথ শইকীয়া কলেজ খেল পথাৰ আৰু মিহিৰাম শইকীয়া স্কুল খেলপথাৰে দিনদিয়েকৰ কাৰণে হ'লেও স্বকীয় বৈশিষ্ট্য হেৰুৱাই ৰূপান্তৰিত হ'ল সাহিত্য ক্ষেত্ৰলৈ। সৰু চহৰ তিতাবৰ জনসমূদ্ৰত পৰিণত হ'ল। সাহিত্য-সংস্কৃতিৰ পূজাৰী আৰু প্ৰেমিকৰ দলদোপ-হেন্দোলদোপৰ মাজত ২০ ফেব্ৰুৱাৰিৰ দিনা গধূলি ৬ বজাত মিহিৰাম শইকীয়া উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰেক্ষাগৃহত বিষয়বাছনী সভাৰে সন্মিলনৰ পাতনি মেলে। এক আনন্দমধুৰ পৰিৱেশৰ মাজত দ্বিচত্বাৰিংশ তিতাবৰ সন্মিলনৰ নৱনিৰ্বাচিত সভাপতি ড° সত্যেন্দ্ৰনাথ শৰ্মাক অভ্যৰ্থনা সমিতিৰ সভাপতি চক্ৰেশ্বৰ শইকীয়া আৰু সম্পাদক খগেশ্বৰ গগৈয়ে সভাস্থলীলৈ আগবঢ়াই আনে আৰু সমবেত প্ৰতিনিধিবৰ্গই থিয় হৈ সাদৰ সম্ভাষণ জনায়। বিষয়বাছনী সভা পৰিচালনাৰ বাবে প্ৰধান সম্পাদক নগেন শইকীয়াই ড° সত্যেন্দ্ৰনাথ শৰ্মাক আহ্বান জনায়। যথাবিহিত নিয়মেৰে সভাপতিয়ে আসন গ্ৰহণ কৰি সমৱেত প্ৰতিনিধিসকলৈ সম্ভাষণ জ্ঞাপন কৰে আৰু সভাৰ কাম সূচাৰুৰূপে পৰিচালনা কৰাত সহায় কৰিবলৈ প্ৰতিনিধিবৰ্গলৈ সাদৰ আহ্বান জনায়। তিতাবৰ অধিৱেশনৰ সময়লৈক মৃত্যুবৰণ কৰা বৰেণ্য ব্যক্তিসকললৈ এটি প্ৰস্তাৱযোগে গভীৰ শ্ৰদ্ধা নিবেদন কৰি প্ৰধান সম্পদকে দাঙি ধৰা নিৰ্ধাৰিত কাৰ্যসূচী অনুসৰি বিষয়বাছনী সভা আৰম্ভ হয়। উপক্ৰমণিকা, প্ৰস্তাৱ প্ৰসংগ আঁচনি আৰু কাম, প্ৰকাশনৰ কাম, পুনৰমূদ্ৰণ, অসম সাহিত্য সভা পত্ৰিকা, জন্ম-শতবাৰ্ষিকী উৎসৱ, অসমৰ দ্বিতীয় লেখক শিৱিৰ, ভাষাজ্ঞান শিক্ষাৰ প্ৰশিক্ষণ কেন্দ্ৰ, সম্প্ৰীতি মেল আৰু ভ্ৰমণ, সাহিত্য সভা সপ্তাহ, সাহিত্য সভাৰ বঁটা, অন্যান্য সাহিত্য বঁটা, সভালৈ দান, তদন্ত সমিতি, বানপানী সাহায্য পুঁজি, সভাৰ আৰ্থিক অৱস্থা, শাখা সভাৰ বাতৰি সমন্বিতে প্ৰধান সম্পাদকে দাঙি ধৰা কাৰ্যবিৱৰণি সভাত গৃহীত হয়। প্ৰধান সম্পাদকৰ প্ৰতিবেদনত অসম সাহিত্য সভাৰ বছৰটোৰ কামৰ খতিয়ান আৰু অনুষ্ঠানৰ দৃষ্টিভংগীৰ সুস্পষ্ট আভাস পোৱা যায়। এই বিষয়বাছনী সভাতে সভাৰ কাম-কাজ, আয়-ব্যয় আৰু দৃষ্টিভংগীৰ পূৰ্ণ আলোচনা হয়। বিষয়বাছনী সভাৰ আটাইতকৈ আকৰ্ষণীয় বিষয় আছিল যোৱা ১৯৭৩-৭৪ চনৰ বিত্তীয় বছৰটোৰ হিচাপৰ তদন্ত সমিতিৰ প্ৰতিবেদন। একপক্ষীয় মত, সময়ত দাখিল কৰিব নোৱৰা আৰু সমিতিৰ তিনিগৰাকী সদস্যৰ সুকীয়া দুখন প্ৰতিবেদন পোৱা বাবে তদন্ত সমিতিৰ প্ৰতিবেদনখন আসোঁৱাহপূৰ্ণ বুলি ভাবি বিষয়বাছনী সভাত গৃহীত নহ'ল। এই সমিতিৰ প্ৰতিবেদন পুনৰ পৰীক্ষা কৰি এটি সুপৰামৰ্শ আগবঢ়াবলৈ এখন পৰামৰ্শদাতা সমিতি নতুন কাৰ্যনিৰ্বাহকে গঠন কৰি দিবলৈকো বিষয়বাছনী সভাত এটি প্ৰস্তাৱ লয়। ২২ তাৰিখৰ ৰাতি বহা বিষয়বাছনী সভাত নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হয়। আগৰ বছৰবোৰৰ দৰে এইবাৰো প্ৰতিনিধি সভা গধূৰ পৰিৱেশ আৰু লগতে 'হাস্যমধুৰ' হৈছিল। প্ৰতিনিধিৰ সভাত এগৰাকী মাননীয় প্ৰাক্তন সভাপতিৰ নামত ওলোৱা এখন প্ৰচাৰ পুস্তিকাই প্ৰতিনিধিসকলৰ মাজত মৃদু আলোড়নৰ সৃষ্টি হৈছিল। অসমৰ বিভিন্ন শাখা সভা, আজীৱন সভ্যৰ পৰা অহা প্ৰায় ৭০০ গৰাকী প্ৰতিনিধিয়ে বিষয়বাছনী সভাৰ সৌষ্ঠৱ বৃদ্ধি কৰিছিল।

২১ ফেব্ৰুৱাৰি। ফৰকাল বতৰ। চিৰসেউজীয়া প্ৰাকৃতিক পৰিৱেশ আৰু মিঠা ৰ'দালি পুৱা ৭-৩০ বজাত অসম সাহিত্য সভাৰ বিদায়ী সভাপতি ড° মহেশ্বৰ নেওগে সাহিত্যপ্ৰেমী ৰাইজৰ মাজেদি বাট ফালি আহি চিৰ চেনেহী ভাষা জননীৰ পবিত্ৰ পতাকা পোনপ্ৰথমবাৰৰ বাবে 'পতাকা অভিবাদন' শীৰ্ষক এটি চমু লিখিত ভাষণেৰে উত্তোলন কৰে। 'যাওঁ যাওঁ হোৱা সভাপতি' গৰাকীয়ে পতাকা উত্তোলন কৰাৰ লগে লগেই শিল্পীসকলৰ অসম সংগীত, ৰাষ্ট্ৰীয় শিক্ষাৰ্থীবাহিনীৰ কুচ-কাৱাজ আৰু তৃতীয়

অসম আৰক্ষী বাহিনীৰ বেণ্ডবাদনেৰে পতাকাক অভিবাদন জনোৱা হয়। অসমৰ সংহতি ৰক্ষাৰ প্ৰশ্ন, বিদ্যাভিত্তিক দিশৰ ফালৰ পৰা লিপি সমস্যাৰ সমাধান সূত্ৰ উদ্ভাৱন কৰিবলৈ বড়োসকলক জনোৱা সময়োপযোগী আন্তৰিক গোহাৰি, আজিকালি পঢ়াশালিৰ পৰা চাংমাই শালৰৈকে ৰাজনীতিয়ে শিপাই ধৰাৰ পৰিণামৰ উল্লেখ আৰু দুহাতৰ সুকঠোৰ কৰ্মৰ দ্বাৰা জনজীৱনক সমৃদ্ধ কৰি তোলাৰ উদাত্ত আহ্বান নেওগৰ ভাষণৰ মাজেদি প্ৰতিধ্বনিত হোৱা অসম সাহিত্য সভাৰ পতাকা উত্তোলন অনুষ্ঠান অতি তাৎপৰ্যপূৰ্ণ হৈ উঠিছিল।

## তিতাবৰৰ স্মৃতি

পতাকা উত্তোলন অনুষ্ঠানৰ পিছত শিক্ষাবিদ যজ্ঞেশ্বৰ শৰ্মাই আনুষ্ঠানিকভাৱে উন্মোচন কৰা অভ্যৰ্থনা সমিতিৰ পক্ষৰ হৈ ধীৰেন্দ্ৰনাথ বৰদলৈ সম্পাদিত ২১৬ পৃষ্ঠাৰ ওঠৰটা তথ্য গধুৰ প্ৰবন্ধৰ 'তিতাবৰ স্মৃতি' নামৰ স্মৃতি গ্ৰন্থখনিয়ে অসমৰ সাহিত্য-সংস্কৃতি আৰু জাতীয় আন্দোলনৰ বুৰঞ্জীত তিতাবৰ অঞ্চলৰ প্ৰকৃত স্থান নিৰ্ণয় কৰাত সফল হয়।

## ভৱেন নাৰ্জাৰীৰ প্ৰেৰণাময়ী আহ্বান

অভ্যৰ্থনা সমিতিৰ পক্ষৰ হৈ আব্দুছ চাত্তাৰ সম্পাদিত অসমৰ ষোলগৰাকী লেখকৰ সাৰুৱা প্ৰবন্ধৰ সংকলন *সপ্তম দশকৰ অসমীয়া ভাষা-সাহিত্যৰ ইতিবৃত্ত* নামৰ পুথিখন উন্মোচন কৰি অসমীয়া জন-সংস্কৃতিৰ এগৰাকী আজীৱন গৱেষক ভৱেন নাৰ্জাৰীয়ে অসম সাহিত্য সভাই আজি দুবছৰৰ পৰা অসমৰ জনজাতিৰ ভাষা-সংস্কৃতিৰ বিকাশৰ কাৰণে যি দায়িত্ব মূৰ পাতি লৈছে ই অতিশয় প্ৰশংসনীয় বুলি কয়। অসমৰ বিভিন্ন জনগোষ্ঠীৰ নিজৰ নিজৰ ভাষা-সাহিত্যৰ সম্পদবোৰ অসমীয়া ভাষাৰ মাধ্যমেৰে লিখি উলিয়াব পাৰিলে অসমৰ ইটো জনগোষ্ঠীৰ লগত জনগোষ্ঠীৰ ভাবৰ আদন-প্ৰদান পাৰস্পাৰিক বুজাপৰাৰ উপৰি আন্তৰিক মিলা-প্ৰীতিৰ সমল যোগাব বুলি আহ্বান জনায়।

## প্ৰদৰ্শনী

সেইদিনা দিনৰ ৯ বজাত অসম শিক্ষামন্ত্ৰী হৰেন্দ্ৰনাথ তালুকদাৰে তিনিকুৰি দহোটা ষ্টলৰে আটকধুনীয়াকৈ সজোৱা সাহিত্যক্ষেত্ৰত বিশেষ আকৰ্ষণ শিক্ষা আৰু সংস্কৃতিমূলক প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰি প্ৰদৰ্শনীৰ প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰি "পুৰণিৰ লগত নতুনৰ, অক্ষমতাৰ লগত কৰ্মতৎপৰতাৰ, অসম্ভৱৰ লগত দৃঢ়তাৰ সম্যক তুলনা কৰি নতুন আশাৰ সঞ্চাৰ কৰিবলৈ প্ৰদৰ্শনীৰ প্ৰয়োজন অত্যন্ত গুৰুত্বপূৰ্ণ।



প্ৰদৰ্শনী মেলা নহয়। বাস্তৱ আৰু কুশলতাৰে দেশবাসীৰ লগত দেশৰ উন্নতি আৰু সাফল্যক সন্মিলিত কৰা ইয়াৰ প্ৰধান লক্ষ্য" বুলি মন্তব্য কৰে। এই প্ৰদৰ্শনীয়ে অসমীয়া সাহিত্য-সংস্কৃতি ঐতিহ্য আৰু পৰম্পৰাৰ এখন ধাৰাবাহিক ছবি দাঙি ধৰিব পৰা নাছিল যদিও ৰাজ্য চৰকাৰৰ বিভিন্ন বিভাগে নিজৰ নিজৰ বিভাগীয় কাম-কাজৰ খতিয়ান দাঙি ধৰিবলৈ সততে যত্ন কৰা দেখা গৈছিল। সাহিত্য সভাৰ তিতাবৰৰ অধিৱেশনক উপলক্ষ কৰি ন-পুৰণি লেখক-লেখিকাৰ অসংখ্য পুথি আৰু ভালেমান আলোচনী প্ৰকাশ হোৱটো শুভ লক্ষণীয়। প্ৰায় ২৩,৭৫০ বৰ্গফুটৰ পথাৰত ৮০ খন সৰু-বৰ ষ্টলেৰে প্ৰদৰ্শনীখন পতা হৈছিল।

## সম্বৰ্ধনা

সেইদিনা বিয়লি সাহিত্যক্ষেত্ৰৰ মুকলি মঞ্চত হৰিপ্ৰসাদ ৰায়ৰ পৌৰোহিত্যত অনুষ্ঠিত সভাত নীৰৱে অসমীয়া ভাষা-সাহিত্যৰ আজীৱন সেৱা কৰি অহা হৰিপ্ৰসাদ ৰায়, নৰকান্ত বৰুৱা, সীতানাথ ব্ৰহ্মচৌধুৰী, দন্দিধৰ ফটোৱালী, দীননাথ শৰ্মা, গোবিন্দচন্দ্ৰ পৈৰা, সুৰেন্দ্ৰনাথ শইকীয়া, তৰুণচন্দ্ৰ পামেগাম, অতুলচন্দ্ৰ বৰুৱা, ৰাজেন ৰাভা, লংকাম তেৰণ, ৰিপুনাথ বুঢ়াগোহাঁই আৰু মণি ৰাভাক প্ৰশংসন পত্ৰ প্ৰদান কৰা হয়। সমাদৰ আৰু সম্বৰ্ধনাৰ উত্তৰত সম্বৰ্ধিত ব্যক্তিসকলে দেশৰ উঠি অহা চামক নীৰৱে সাহিত্যসেৱাত ব্ৰতী হৈ মানৱতাৰ বাণী বিলাবলৈ আন্তৰিকতাৰে আহ্বান জনায়।

## সংগীত অধিৱেশন

নিশা ৭-৩০ বজাত সত্যপ্ৰসাদ বৰুৱাৰ সভাপতিত্বত অনুষ্ঠিত হোৱা সংগীত অধিৱেশন মুকলি কৰে অসমৰ তথ্য, জনসংযোগ, সাংস্কৃতিক পৰিক্ৰমা আৰু গৃহমন্ত্ৰী হিতেশ্বৰ শইকীয়াই। শইকীয়াৰ 'সংস্কৃতৰ পথাৰত নতুন খোজ' শীৰ্ষক অভিভাষণখনিয়ে অসমীয়া সংস্কৃতিৰ স্বৰূপ আৰু অসমৰ সাহিত্য-সংস্কৃতিৰ উন্নয়নৰ হকে ৰাজ্য চৰকাৰে গ্ৰহণ কৰা আঁচনিৰ আভাস পোৱা যায়।

সভাপতিৰ অভিভাষণত বৰুৱাই অসমৰ সংস্কৃতি জগতত দেখা দিয়া নৱজাগৰণৰ ক্ষেত্ৰত আনুষ্ঠানিক বৰঙণিৰ কথা উল্লেখ কৰি অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয় গঠনৰ প্ৰয়োজনীয়তা সদৰিকৈ বুজায় দিয়ে। অসমৰ বোলছবি আৰু নাট্য আন্দোলন অধিক উন্নত কৰি তোলাৰ ক্ষেত্ৰত বৰুৱাই অসমৰ বিহু আৰু লোকগীত আৰু লোকনৃত্যৰ, আধুনিককৰণ, ৰবীন্দ্ৰ ভৱনক কেন্দ্ৰ কৰি নেচনেল থিয়েটাৰ গঢ়ি তোলা, জনতা চিনেমা ঘৰ স্থাপন, অসমীয়া কথাছবিৰ ডাবিং বা পেৰাডাবিং কৰা আদি ভালেমান বহুমূলীয়া পৰামৰ্শ আগবঢ়ায়।

সংগীত অধিৱেশনৰ লগতে অসমীয়া সংস্কৃতিলৈ আগবঢ়োৱা কেইগৰাকীমান

তিতাবৰৰ শিল্পীক সম্বৰ্ধনা জনোৱা হয়। সম্বৰ্ধিত শিল্পীসকল হ'ল নবীন চন্দ্ৰ গোস্বামী, ধনেশ্বৰ দত্ত, বৰ্জো শইকীয়া বায়ন, নৰাম ওজা আৰু যুগল দাস।

তিনিদিন ধৰি সাহিত্য ক্ষেত্ৰত অনুষ্ঠিত হোৱা স্থানীয় আৰু অতিথি শিল্পীসকলৰ সাংস্কৃতিক অনুষ্ঠানে তিতাবৰ অঞ্চল আনন্দমুখৰ কৰি তুলিছিল। প্ৰতিনিধি শিবিৰৰ ঠায়ে ঠায়ে প্ৰদৰ্শন কৰা কথাছবিবিলাক আছিল শিশুসকলৰ বিশেষ আকৰ্ষণ।

## দ্বিতীয় বাৰৰ কাৰণে অসমীয়া সংবাদ সাহিত্যৰ বিষয়ে আলোচনা

২২ ফেব্ৰুৱাৰিৰ কাৰ্যসূচী পুৱা ৮ বজাত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সভাপতিত্বত অনুষ্ঠিত হোৱা 'অসমীয়া সংবাদ সাহিত্য' শীৰ্ষক আলোচনা চক্ৰৰে। অসম সাহিত্য সভাৰ ১৯৬৬-৬৭ খ্ৰীষ্টীয় বৰ্ষত ডিব্ৰুগড়ত অনুষ্ঠিত হোৱা চতুত্ৰিংশ সন্মিলনৰ পিছত তিতাবৰ অধিৱেশনত দ্বিতীয়বাৰৰ কাৰণে অসমীয়া সংবাদ সাহিত্যৰ বিষয়ে আলোচনা চক্ৰ অনুষ্ঠিত হয়। সভাপতিৰ ভাষণত ভট্টাচাৰ্যই ভাৰতীয় তথা আন্তৰ্জাতিক সংবাদ সাহিত্যৰ পটভূমিত অসমীয়া সংবাদ সাহিত্যৰ ভাষাগত, বৃত্তিগত আৰু সংগঠনগত সমস্যাবোৰ দাঙি ধৰে। আলোচনাত যোগদান কৰি যোগেশ দাসে অসমীয়া সংবাদ সাহিত্যৰ চমু ইতিবৃত্ত আৰু হেৰম্ব বৰদলৈয়ে ডিব্ৰুগড় জিলাৰ অসমৰ সংবাদ সাহিত্যলৈ বৰঙণি শীৰ্ষক এটি চমু প্ৰবন্ধ পাঠ কৰে। যোগদানকাৰী সংবাদসেৱীৰ সংখ্যা তাকৰ হোৱাত আলোচনাচক্ৰৰ সজীৱতা হ্ৰাস পায়।

সেইদিনা দিনৰ ১১ বজাত তিতাবৰ চাৰিআলিৰ ডাক বঙলাৰ পৰা সাহিত্য সভাৰ সভাপতিৰ শোভাযাত্ৰা আৰম্ভ হয়। এখন সুসজ্জিত গাড়ীত সভাপতি ড০ শৰ্মাক অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতি, অসম বিধান সভাৰ সদস্য জয়চন্দ্ৰ বৰা আৰু তিতাবৰ সাহিত্য সভাৰ সভাপতি সভাৰাম দাসে সাদৰ সম্ভাষণ জনাই আগবঢ়াই আনে আৰু মুগাৰ সাজপাৰ পৰিধান কৰি ৪২ গৰাকী ছোৱালী, গায়ন-বায়ন, বেণ্ড প্লেটোন, সংকীৰ্তন আৰু ডেৰ মাইলজোৰা অগণন ৰাইজে সভাপতিদেৱক অনুসৰণ কৰি গৈ থাকোঁতে তিতাবৰ চহৰৰ প্ৰধান প্ৰধান পথবোৰৰ দুয়োকাষে শাৰীপাতি থকা হাজাৰ-বিজাৰ ৰাইজে হাতযোৰকৈ আৰু মহিলাসকলে মাংগলিক উৰুলি ধ্বনিৰে স্বাগত জনোৱাৰ সময়ত সম্পূৰ্ণ শৃংখলা বিৰাজ কৰিছিল। অসম সাহিত্য সভাৰ তিতাবৰ অধিৱেশনৰ সভাপতি আৰু অভ্যাগতসকলক স্বাগত সম্ভাষণ জনাবলৈ তিতাবৰবাসী ৰাইজে চকুত লগাকৈ নিৰ্মাণ কৰা তীৰ্থনাথ গোস্বামী, বাহাদুৰ গাঁওবুঢ়া, ৰোহিণীকান্ত হাতীবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা তোৰণ নামেৰে কেইবাখনো তোৰণ নিৰ্মাণ কৰা হৈছিল। তোৰণৰ সাজোন-কাচোনৰ মাজেদি সহৃদয় ৰাইজৰ আন্তৰিকতা প্ৰকাশ পাইছিল। সাহিত্য ক্ষেত্ৰৰ সভামণ্ডপত সভাপতি ড° শৰ্মা আৰু মুখ্য অতিথি চৰ্দাৰ কৃপাল সিং নাৰাং সোমাই আহোঁতে অগণন ৰাইজে থিয় হৈ সম্বৰ্ধনা জনোৱা পৰত



ফুঠি উঠা গাম্ভীৰ্যপূৰ্ণ পৰিৱেশে সকলোৰে অন্তৰত অসম সাহিত্য সভাৰ ভাৱমূৰ্তিৰ স্বৰূপে দাঙি ধৰিছিল।

সেইদনা দিনৰ ১-৩০ বজাৰ পৰা আৰম্ভ হোৱা মুকলি অধিৱেশনৰ কাৰ্যসূচীৰ প্ৰধান বিষয়বোৰ আছিল আৱাহন পত্ৰ প্ৰদান, মুখ্য অতিথিৰ ভাষণ, অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ, শোক প্ৰস্তাৱ গ্ৰহণ, প্ৰতীক প্ৰদান, বিশিষ্ট অতিথিসকলৰ পৰিচয় দান, শুভেচ্ছাবাণী পাঠ, প্ৰধান সম্পাদকৰ প্ৰতিবেদন পাঠ, সভাৰ প্ৰকাশন উন্মোচন আৰু সভাপতিৰ অভিভাষণ।

উদ্বোধনী ভাষণ প্ৰসংগত মুখ্য অতিথি নাৰাঙে একাধিক মন্তব্য দাঙি ধৰিলেও অসম আৰু পঞ্জাৱৰ মাজত সাংস্কৃতিক বিনিময়ৰ যথেষ্ট সুবিধা থকাৰ কথা আৰু শ্ৰীশ্ৰীশংকৰদেৱ আৰু গুৰু নানকৰ গৱেষণা বিষয়ে ফেলশ্বিপ প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে পাঞ্জাৱী বিশ্ববিদ্যালয় আৰু পঞ্জাৱ চৰকাৰে গ্ৰহণ কৰা আঁচনি আৰু প্ৰসংগক্ৰমে অসমত থকা শিখ আৰু পঞ্জাৱীসকলৰ সমাজতাত্ত্বিক অধ্যয়ন কৰাৰো থল আছে' বুলি কৰা মন্তব্যকেইটি ঐতিহাসিক। ড° শৰ্মাৰ ২৫ পৃষ্ঠাৰ সভাপতিৰ অভিভাষণখনৰ বাস্তৱমুখী আৰু গঠনমূলক দৃষ্টিভংগী প্ৰকাশ পাইছিল। মেলামুখী সাহিত্য সভাৰ সপক্ষে সবল যুক্তি দাঙি ধৰা, অসমৰ অখণ্ডতা ৰক্ষা কৰা, অসমৰ উপ-ভাষা-ভাষী আৰু মূলতঃ অসমীয়া ভাষীসকলৰ পৰস্পৰে পৰস্পৰৰ প্ৰতি গ্ৰহণ কৰিবলগীয়া মহান দৃষ্টি ভংগী, অসমৰ লিপি সমস্যা সমাধানৰ সূত্ৰ অসম আৰু অসমীয়াৰ অবিচ্ছেদ্য অংগ চাহবাগিচাৰ বনুৱাসকলৰ উত্তৰোত্তৰ উন্নতিৰ অৰ্থে অসম সাহিত্য সভাই গ্ৰহণ কৰিবলগীয়া কাৰ্যপন্থাৰ আভাস, অসমীয়া পুথি প্ৰকাশৰ ক্ষেত্ৰত অসম সাহিত্য সভা, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ মাজত সমন্বয় ৰক্ষাৰ প্ৰয়োজনীয়তা, অসম শাসকীয় ভাষা অধিনিয়ম মহকুমা পৰিষদৰ পৰা সচিবালয় পৰ্যন্ত সঞ্চালনিভাৱে বলৱৎ হোৱাৰ ক্ষেত্ৰত ৰাজ্য চৰকাৰ আৰু অসমবাসী ৰাইজৰ পবিত্ৰ ভূমিকা আৰু অসমৰ সাহিত্যিকসকলক জনজীৱনৰ লগত নিবিড় সম্পৰ্ক স্থাপন কৰি অসমীয়া ভাষাত কালজয়ী সাহিত্য ৰচনা কৰিবলৈ জনোৱা আন্তৰিক আহ্বানৰ কথা সভাপতিৰ সুদূৰ প্ৰসাৰি আছিল। প্ৰধান সম্পাদকৰ প্ৰতিবেদন যোৱা বছৰটোত কৰা কাম-কাজৰ যি খতিয়ান দাঙি ধৰিছিল তাত অসম সাহিত্য সভাই প্ৰকাশ কৰা ১৮ খন গ্ৰন্থ, সভাই আয়োজন কৰা লিপি সম্পৰ্কীয় লেখক শিবিৰ, কাছাৰত আৰম্ভ কৰা ভাষাজ্ঞান প্ৰশিক্ষণ কেন্দ্ৰ, ৰাধাকান্ত সন্দিকৈ গৱেষণা কেন্দ্ৰ স্থাপনৰ আঁচনি, মাধ্যম আৰু ৰাজ্যভাষা সম্পৰ্কে অসম সাহিত্য সভাই গ্ৰহণ কৰি অহা দৃষ্টিভংগী প্ৰকাশ পাইছিল।

সেইদিনা সাহিত্যক্ষেত্ৰ লক্ষাধিক লোকেৰে জনসমুদ্ৰত পৰিণত হৈছিল। সাহিত্য সভালৈ অহা ৰাইজৰ উলহ-মালহ ইমান বেছি হৈছিল যে নিয়ন্ত্ৰণৰ বাহিৰলৈও গৈছিল। দৰ্শকসকলৰ অনেকে সাহিত্য ক্ষেত্ৰক 'তীৰ্থক্ষেত্ৰ', 'লোকক্ষেত্ৰ' বুলি অভিহিত কৰিছিল।

## কবি সন্মিলন

গধূলি ৬-৩০ বজাত মুকলি মঞ্চত কেশৱ মহন্তৰ সভাপতিত্বত অনুষ্ঠিত হোৱা কবিতা অধিৱেশনত ন-পুৰণি বাৰগৰাকী কবিয়ে যোগদান কৰাৰ উপৰি বীৰেন বৰকটকীয়ে অসমীয়া কবিতাৰ বিষয়ে আলোচনামূলক প্ৰবন্ধ পাঠ কৰে। সভাপতিৰ ভাষণত মহন্তই কবি আৰু কবিতাৰ নিজস্ব বৈশিষ্ট্যবিলাক আলোচনা কৰাৰ লগতে অসমীয়া কাব্য সাহিত্যক মাৰ্কস আৰু লেনিনৰ জীৱন-দৰ্শনৰ কথা সদৰিকৈ উল্লেখ কৰে। কবি সন্মিলনত যোগদান দিয়া কবিসকল হ'ল নলিনীবালা দেৱী (তেখেতৰ অনুপস্থিতিত কবিতা পাঠ কৰা হয়), বিনন্দ চন্দ্ৰ বৰুৱা, আনিছ উজ জামান, চৈয়দ আব্দুল মালিক, গজেন্দ্ৰনাথ চহৰীয়া, অঞ্জলি বৰুৱা, নন্দেশ্বৰ শইকীয়া, ৰাজেন শৰ্মা তামুলী, হেম বৰা, হৰেকৃষ্ণ ডেকা আৰু টীকাৰাম উপাধ্যায়।

## আলোচনা-চক্ৰ

'অসমীয়া ভাষা আৰু সংস্কৃতি গঠনত বিভিন্ন জনগোষ্ঠীৰ অৱদান' শীৰ্ষক আলোচনা চক্ৰৰে ২৩ ফেব্ৰুৱাৰিৰ কাৰ্যসুচী আৰম্ভ হয়। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ সভাপতিত্বত অনুষ্ঠিত আলোচনা-চক্ৰ উদ্বোধন কৰি মেদিনী মোহন চৌধুৰীয়ে "এটা জাতিৰ সংস্কৃতি বিশ্লেষণ কৰিবলৈ যোৱাৰ আগতে সেই জাতিক জনসাধাৰণক ঘনিষ্ঠভাৱে জানিব লাগিব। জনসংযোগ সাংস্কৃতিক চিন্তা-চৰ্চাৰ এক অলংঘনীয় প্ৰাক চৰ্ত" বুলি মন্তব্য দাঙি ধৰে। উদ্বোধক আৰু নিৰ্দিষ্ট বক্তা লীলা গগৈৰ সাৰুৱা ভাষণ আৰু ড° গোস্বামীৰ পাণ্ডিত্যপূৰ্ণ অভিভাষণে আলোচনা-চক্ৰৰ বিষয়বস্তুত গভীৰ আলোকপাত কৰা সত্বেও সেইদিনা শ্ৰোতাৰ উপস্থিতি সন্তোষজনক। সাহিত্য সভাৰ তিতাবৰ অধিবেশনৰ কাৰ্যসূচীৰ ভিতৰত বুৰঞ্জী সন্মিলন অন্তৰ্ভুক্ত কৰা হোৱা নাছিল।

দিনৰ ১১-৩০ বজাত অনুষ্ঠিত হোৱা মুকলি অধিৱেশনৰ কাৰ্যসূচীৰ ঘাই বিষয়বোৰ আছিল চন্দ্ৰ প্ৰসাদ শইকীয়া, মহেন্দ্ৰ বৰঠাকুৰ, টাৰ্লি কাৰ্ল আৰু ৰেখা তাছাৈলে যথাক্ৰমে হৰিপ্ৰসাদ নেওগ সোঁৱৰণী বঁটা, ডিগবৈ সাহিত্য সেৱা সমিতিয়ে আগবঢ়োৱা বঁটা, হৰিহৰ চৌধুৰী বঁটা আৰু বনমালী শইকীয়া বঁটা প্ৰদান অনুষ্ঠান, মুখ্য অতিথিৰ ভাষণ, প্ৰস্তাৱ গ্ৰহণ, বিশিষ্ট অতিথিসকলৰ ভাষণ, পুৰণি কাৰ্যনিৰ্বাহকৰ পদত্যাগ আৰু নতুন কাৰ্যনিৰ্বাহকৰ নাম ঘোষণা, কৃতজ্ঞতা জ্ঞাপন আৰু সন্মিলন আমন্ত্ৰণ। অসমৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই এই অধিৱেশনত মুখ্য অতিথিৰূপে যোগদান কৰিছিল আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বাগ্মীকবি নীলমণি ফুকন ককাই স্বাস্থ্যজনিত কাৰণত উপস্থিত নথকাটো সকলোৰে চকুত পৰিছিল।

এই অধিৱেশনে অসমৰ খাৰুৱা তেলৰ ওপৰত গ্ৰহণ কৰা প্ৰস্তাৱ আৰু উত্তৰ-পূব সীমান্ত ৰে'লৱে প্ৰশাসনৰ অধীনৰ বিদ্যালয়সমূহত অসমীয়া মাধ্যমৰ শিক্ষা



প্ৰৱৰ্তনৰ আশু ব্যৱস্থা গ্ৰহণ বাবে লোৱা প্ৰস্তাৱ সময়সাপেক্ষ হ'লেও অসম সাহিত্য সভাই নিজস্ব আঁচনি বা কামৰ বিষয়ে কোনো প্ৰস্তাৱ গ্ৰহণ নকৰাটো অধিৱেশনৰ অন্যতম মন কৰিবলগীয়া বিষয়। নিয়মাৱলী, সংশোধন সম্পৰ্কীয় প্ৰস্তাৱটো ধৰি সাহিত্য সভাৰ তিতাবৰ অধিৱেশনে মাত্ৰ তিনিটা প্ৰস্তাৱ গ্ৰহণ কৰি অধিৱেশনৰ সামৰণি মৰা পৰিলক্ষিত হয়।

মুখ্য অতিথিৰ ভাষণত সিংহই অসমৰ সেই সময়ৰ অৱস্থাৰ পৰিপ্ৰেক্ষিতত অসম সাহিত্য সভাৰ গুৰুত্বপূৰ্ণ ভূমিকা আৰু সাহিত্যিকসকলৰ মহান কৰ্তব্যৰ কথা সোঁৱৰাই দি "নানা সময়োপযোগী সাৰগৰ্ভ আলোচনাই এই অধিৱেশনে সফল কৰি তুলিছে; যদিও তাৰ প্ৰকৃত সফলতা প্ৰমাণ হ'ব সমগ্ৰ অসমত এই অধিৱেশনে বিয়পাই দিয়া কৰ্ম চাঞ্চল্যহে। এই অৱসৰতে অসমৰ সাহিত্য প্ৰসাৰ আৰু উন্নয়নৰ বাবে অসম চৰকাৰৰ অন্তহীন আন্তৰিক শুভকামনা আপোনালোকৰ কাষত দোহাৰিলোঁ" বুলি আহ্বান কৰে।

মুখ্য অতিথিৰ বাহিৰেও মিত্ৰদেৱ মহন্ত, বিনন্দচন্দ্ৰ বৰুৱা, ড০ মহেশ্বৰ নেওগ, অৰুণাচলৰ টাৰ্লি কাৰ্লে, আব্দুল মালিক, কাছাৰৰ প্ৰতিনিধি নিৰঞ্জন মহন্ত প্ৰমুখ্যে কেইবাগৰাকীও বিশিষ্ট ব্যক্তিয়ে অসম সাহিত্য সভাৰ সাংগঠনিক কামৰ বিষয়ে একোটি সাৰুৱা ভাষণ দিয়ে। অধ্যাপক অৰুণ গোস্বামীয়ে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অতুলচন্দ্ৰ হাজৰিকাই অসম সাহিত্য সভাৰ তিতাবৰ অধিৱেশনক উপলক্ষে কৰি লিখা কবিতা আবৃত্তি কৰি অধিৱেশনৰ সৌষ্ঠৱ বৃদ্ধি কৰে।

সাহিত্য সভাৰ প্ৰধান সম্পাদক নগেন শইকীয়া আৰু প্ৰতিনিধিসকলৰপক্ষৰ পৰা ভোলা দত্তই অভ্যৰ্থনা সমিতি আৰু তিতাবৰবাসী ৰাইজলৈ আন্তৰিক শলাগৰ শৰাই আগবঢ়োৱাৰ পিছত অভ্যৰ্থনা সমিতিৰ সভাপতি অধ্যক্ষ চক্ৰেশ্বৰ শইকীয়াই অভ্যৰ্থনা সমিতি আৰু সদৌ তিতাবৰবাসীৰ পক্ষৰ পৰা সকলোলৈকে ওলগ অভিনন্দন আৰু কৃতজ্ঞতা জ্ঞাপন কৰে।

## বৈশিষ্ট্যপূৰ্ণ অধিৱেশন

মুকলি মণ্ডপৰ সীমিত বহা ব্যৱস্থা, অতিমাত্ৰা ধূলি, প্ৰতিনিধি শিবিৰ আৰু আহাৰ গ্ৰহণ কৰা ঠাইৰ দূৰত্ব, আহাৰ বিতৰণ আৰু ৰন্ধন প্ৰকৰণৰ বিজুতি, যান-বাহন আৰু বাট-পথৰ অসুবিধাই দেখা দিলেও অসম সাহিত্য সভাৰ তিতাবৰ অধিৱেশন কৃতকাৰ্য কৰি তুলিবলৈ অভ্যৰ্থনা সমিতি, সহৃদয় ৰাইজ আৰু ৰাজ্য চৰকাৰৰ বিভাগীয় বিষয়া আৰু কৰ্মচাৰীসকলে নিষ্ঠাৰে সেৱাকাৰ্য আগবঢ়োৱা সততে পৰিলক্ষিত হৈছিল। তিতাবৰীয়া ৰাইজে ভাষাজননীৰ সেৱকসকলক প্ৰতিনিধি শিবিৰৰ বাহিৰেও যেয়ে যেনেকৈ পাৰে নিজৰ ঘৰত আশ্ৰয় দি নিজকে ধন্য মানিছিল। তিতাবৰৰ দৰে ভিতৰুৱা

অঞ্চলত অদূৰ ভৱিষ্যতে সাহিত্য সভা সন্মিলন কৃতকাৰ্য কৰি তুলিবলৈ হ'লে উল্লিখিত অসুবিধাবোৰ দূৰীকৰণাৰ্থে সুপৰিকল্পিত আঁচনিৰে আগতীয়া ব্যৱস্থা গ্ৰহণ কাৰ নিতান্ত প্ৰয়োজন।

অতি শক্তিশালীকৈ নিৰ্মাণ কৰা সাহিত্যক্ষেত্ৰৰ বিয়াগোম সভামণ্ডপ আৰু স্বেচ্চাসেৱকৰ পৰা আৰম্ভ কৰি বিশিষ্ট অতিথিলৈকে সকলোৱে পৰিধান কৰা মূগা কাপোৰত আঁচুফুল বছা বেজে সাহিত্য সভাৰ তিতাবৰ অধিৱেশনৰ দুটা বৈশিষ্ট্য দাঙি ধৰিছিল। বিয়াগোম সভামণ্ডপে তৃতীয় অসম আৰক্ষী বাহিনীৰ শ্ৰমদানৰ নিদৰ্শন আৰু মূগা কাপোৰত আঁচুফুল বছা বেজে আঞ্চলিক বৈশিষ্ট্য ফুটাই তুলিছে। এই অধিৱেশনৰ বিভিন্ন কাৰ্যসূচীৰ আলোচনাবিলাক একমাত্ৰ পুৰুষ সাহিত্যিকসকলৰ ভিতৰতে সীমাবদ্ধ আছিল। ২৩ ফেব্ৰুৱাৰিৰ বিয়লিৰ লগে লগেই অসম সাহিত্য সভাৰ দ্বিচত্বাৰিংশ সন্মিলনৰ নিৰ্ধাৰিত কাৰ্যক্ৰম সমাপ্তি ঘটে। পৰৱৰ্তী সন্মিলনৰ টিহু সাহিত্য সভাই সেইদিনাই মুকলি মঞ্চৰ পৰা কামৰূপ জিলাৰ অন্তৰ্গত টিহুলৈ আমন্ত্ৰণ জনায়।

## বিষয়বাছনী সভা

## কাৰ্যসূচী

১) প্ৰধান সম্পাদকৰ বাৰ্ষিক প্ৰতিবেদন আৰু ১৯৭৩-৭৪ বিত্তীয় বছৰৰ আয়-ব্যয় উত্থাপন।
২) তদন্ত সমিতিৰ প্ৰতিবেদন উত্থাপন
৩) নিয়মাৱলী সংশোধনী প্ৰস্তাৱ উত্থাপন
৪) সাধাৰণ প্ৰস্তাৱ উত্থাপন
৫) ১৯৭৫-৭৬ বছৰৰ বাবে বিষয়ববীয়া নিৰ্বাচন
৬) পৰৱৰ্তী সন্মিলনৰ নিমন্ত্ৰণ
৭) সভাপতিৰ মন্তব্য
৮) শলাগ জ্ঞাপন

৫। (ক) প্ৰধান সম্পাদকে তলত নাম দিয়া ছেদসমূহ সন্নিৱিষ্ট কৰি ১৯৭৪-৭৫ বছৰৰ প্ৰতিবেদন উত্থাপন কৰে।

(১) উপক্ৰমণিকা, (২) তৰ্পণ, (৩) প্ৰস্তাৱ প্ৰসংগ, (৪) কাম আৰু আঁচনি, (৬) প্ৰকাশনৰ পুনৰ মুদ্ৰণ, (৬) অসম সাহত্যি সভা পত্ৰিকা, (৭) জন্ম শতবাৰ্ষিকী উছৱ, (৮) অসমৰ দ্বিতীয় লেখক শিবিৰ, (৯) ভাষাজ্ঞান প্ৰশিক্ষণ কেন্দ্ৰ, (১০) সম্প্ৰীতি মেল আৰু ভ্ৰমণ, (১১) সাহিত্য সভা সপ্তাহ, (১২) সাহিত্য সভাৰ বঁটা, (১৩) অন্যান্য সাহিত্য বঁটা, (১৪) সভালৈ দান, (১৫) তদন্ত সমিতি, (১৬) বানপানী সাহায্য পুঁজি, (১৭) সভাৰ আৰ্থিক অৱস্থা, (১৮) সাহিত্যিক পেঞ্চন, (১৯) শাখা সভাৰ বাতৰি, (২০) অভ্যৰ্থনা সমিতিৰ হিচাপ-পত্ৰ, (২১) অসমীয়া ভাষা-সাহিত্যৰ প্ৰচাৰ, (২২) আঞ্চলিক সন্মিলন, (২৩) আধৰুৱা কাম আৰু (২৪) কৃতজ্ঞতা জ্ঞাপন।



প্ৰতিবেদন সম্পৰ্কত বিস্তৃত আলোচনাৰ অন্তত (১৫) তদন্ত সমিতি সম্পৰ্কীয় ছেদত কেৱল প্ৰতিবেদনপ্ৰাপ্তি উল্লেখ কৰি থ'বৰ বাবে আৰু (২২) আঞ্চলিক সাহিত্য সন্মিলন ছেদটো উঠাই দিবৰ বাবে সিদ্ধান্ত কৰা হয়।

কেইগৰাকীমান সদস্যই সম্পাদকীয় প্ৰতিবেদন ছপা কৰি বা চাইক্ল'ষ্টাইল কৰি দিব লাগে বুলি জনোৱা পৰামৰ্শৰ উত্তৰত প্ৰধান সম্পাদকে জনায় যে - যিহেতু সম্পাদকীয় প্ৰতিবেদন কাৰ্যনিৰ্বাহক সমিতিত অনুমোদিত হৈ আহিব লাগে আৰু যিহেতু কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন বিষয়বাছনী সভা বহাৰ প্ৰাক্‌কালতহে অন্ত হয়, গতিকে সম্পাদকীয় প্ৰতিবেদন বিতৰণ কৰাটো সম্ভৱ নহয়।

সভাই সম্পাদকৰ স্পষ্টীকৰণসহ প্ৰতিবেদন গ্ৰহণ কৰে।

(খ) প্ৰধান সম্পাদকে সভাৰ নিয়মাৱলীৰ দশম ছেদ (৩-এঃ) বিধি অনুসৰি ১৯৭৩-৭৪ বিত্তীয় বছৰৰ, সভাৰ হিচাপ পৰীক্ষকৰ (চাৰ্টাড একাউন্টেণ্ট)-ৰ দ্বাৰা পৰীক্ষিত আয়-ব্যয়ৰ হিচাপ উত্থাপন কৰে।

তাৰ আগতে তদন্ত সমিতিৰ প্ৰতিবেদন উত্থাপিত হ'ব লাগে বুলি কেইবগৰাকীও সদস্যই দিয়া পৰামৰ্শৰ ভিত্তিত আয়-ব্যয়ৰ হিচাপ উত্থাপন বিষয় পৰৱৰ্তী বৈঠকলৈ স্থগিত ৰখা হয় আৰু তদন্ত সমিতিৰ প্ৰতিবেদনৰ প্ৰতি সদস্যসকলৰ মাজত বিতৰণৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিবলৈ প্ৰধান সম্পাদকক পৰামৰ্শ দিয়া হয়।

স্থগিত বৈঠকৰ আৰম্ভণি হয় — তদন্ত সমিতিৰ প্ৰতিবেদনৰ আলোচনাৰে প্ৰধান সম্পাদকে জনায় যে যদিও একচত্বাৰিংশ সন্মিলনৰ বিষয়বাছনী সভাই ১৯৭৪ চনৰ মে' মাহৰ ভিতৰতে তদন্তৰ প্ৰতিবেদন শাখাসমূহলৈ পঠাবলৈ পৰামৰ্শ দিছিল; কিন্তু তদন্ত সমিতিৰ দুজন সদস্য মহেন্দ্ৰনাথ ভট্টাচাৰ্য আৰু খনীন্দ্ৰ নাথ বৰুৱাই যুটীয়াভাৱে দাখিল কৰা প্ৰতিবেদন ১৯৭৪ চনৰ ১৯ ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ সভাপতিৰ হাতত দাখিল কৰে আৰু প্ৰধান সম্পাদকে ২৯।১২।৭৪ তাৰিখে পায়। এই প্ৰতিবেদনত সংকল্প-পত্ৰৰ পৰামৰ্শ অনুসৰি প্ৰতিবেদন তদন্ত সমিতিৰ অন্যতম সদস্য বুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰলৈ পঠোৱা হয় — ৰাজখনিকৰৰ প্ৰতিবেদনৰ বাবে। ৰাজখনিকৰৰ পৰা প্ৰতিবেদন পোৱা হৈছে ১২ ফেব্ৰুৱাৰি, ১৯৭৫ তাৰিখে।

কেইবগৰাকীও সদস্যই যুক্তি দৰ্শায় যে যিহেতু তদন্ত সমিতি এখন, গতিকে প্ৰতিবেদনো এখন হ'ব লাগে, গতিকে পিছত দিয়া প্ৰতিবেদনখন গ্ৰহণ কৰিব নালাগে। সভাই প্ৰথম প্ৰতিবেদনখনকে আলোচনাৰ বাবে গ্ৰহণ কৰে।

প্ৰতিবেদনত উল্লিখিত অভিযোগ সম্পৰ্কে প্ৰধান সম্পাদকৰ মতামত বিচৰাত প্ৰধান সম্পদকে স্পষ্টীকৰণ দি জনায় যে —

(১) কেন্দ্ৰীয় কাৰ্যালয় আৰু গুৱাহাটী কাৰ্যালয় আয়-ব্যয়ৰ হিচাপ অডিট কৰোঁৱাই বিত্তীয় বছৰৰ শেহত একেলগে আয়-ব্যয়ক প্ৰস্তুত কৰা হয়।

(২) ১৯৭৩-৭৪ চনৰ বিশেষ প্ৰকাশন আৰু পত্ৰিকা পুঁজি আৰু আজীৱন সভ্য বৰঙণি সম্পৰ্কেই একচত্বাৰিংশ সন্মিলনৰ বিষয়-বাছনী সভাত বিতৰ্ক হৈছিল আৰু সেই সম্পৰ্কতে সভাই 'তদন্ত-সমিতি' গঠন কৰি দিছিল; কিন্তু তদন্ত সমিতিৰ সদস্যসকলে সমিতিৰ প্ৰথম বৈঠকত সভাৰ সেই বছৰৰ যাৱতীয় হিচাপ তদন্ত কৰাৰ কথা উঠা বুলি কোৱাত আৰু মাননীয় সভাপতিয়েও তাত সন্মতি জনোৱাত তদন্ত সমিতিক সভাৰ সকলো হিচাপ-পত্ৰ তদন্ত কৰিবলৈ সম্পূৰ্ণ সুযোগ দিয়া হৈছিল।

(৩) প্ৰধান সম্পাদকে উক্ত বছৰৰ কাৰ্যনিৰ্বহক সমিতিত ধনভঁৰালী, প্ৰধান সম্পাদকৰ স্থানৰ হ'ব লাগে বুলি, সভাপতিক প্ৰথম শ্ৰেণীৰ ভ্ৰমণ আৰু অৱস্থান বানচ দিয়াটো নিয়মতন্ত্ৰ সমৰ্থিত নহয় বুলি, প্ৰধান সম্পাদকক দিব খোজা আঢ়ৈ হাজাৰ টকাৰ অনাদায় নিয়মতন্ত্ৰ সমৰ্থিত নোহোৱাত গ্ৰহণ কৰিবলৈ অপাৰগ বুলি, পত্ৰিকা মাহেকীয়াকৈ প্ৰকাশ কৰাটো সভাৰ আৰ্থিক অৱস্থাৰ অনুকূল নহয় বুলি, তেতিয়াৰ সভাপতি আৰু কাৰ্যনিৰ্বাহকৰ সেই সম্পৰ্কীয় পৰামৰ্শ আৰু সিদ্ধান্তৰ বিধিগত আসোঁৱাহ দৰ্শালেও (সভাই পৰামৰ্শ গ্ৰহণ কৰা সিদ্ধান্তৰ বিৰুদ্ধে গৈ নিয়মাৱলী ৪৬ (৩) (গ) বিধি উলংঘা কৰা নাই। গতিকে কাৰ্যনিৰ্বাহকৰ সিদ্ধান্ত অনুসৰি ধনভঁৰালী গুৱাহাটীৰে হৈ আছিল; পত্ৰিকাৰ মাহেকীয়াকৈ ৯ টা সংখ্যা ওলাইছিল (সাধাৰণ পুঁজি পৰা দিয়া ১২ হাজাৰ টকাৰ উপৰি ১৪,৯২০.৮৬ টকা ধাৰ লগা সত্বেও পত্ৰিকা পুঁজিত ধন থকালৈকে বিল পৰিশোধ কৰা হৈছিল); ৫-৮-৭৩ তাৰিখৰ কাৰ্যনিৰ্বাহকলৈ আহোঁতে সভাপতিক প্ৰথম শ্ৰেণীৰ ভ্ৰমণ আৰু অৱস্থান বানচ দিয়া হৈছিল, প্ৰকাশন পুঁজিৰ পৰা দিবলগীয়া ধন পুঁজিত ধন থকালৈকে দিয়া হৈছিল। কেৱল প্ৰধান সম্পাদকক দিয়া আঢ়ৈ হাজাৰ টকাৰ অগ্ৰদায়হে গ্ৰহণ কৰা হোৱা নাছিল আৰু গ্ৰহণ নকৰি ৬৩ বিধিৰ পবিত্ৰতা ৰক্ষা কৰি কাম কৰা হৈছিল।

৪) বিত্তীয় উপবিধি ৰচনাৰ বাবে দিয়া পৰামৰ্শ কাৰ্যনিৰ্বাহক সমিতিৰ পৰামৰ্শমতেই বিষয়বাছনী সভালৈ থোৱা হৈছিল যাতে নিয়মাৱলী সংক্ৰান্ত সংশোধনী হিচাপে উত্থাপন কৰিব পাৰি। একচত্বাৰিংশ সন্মিলনৰ বিষয়বাছনী সভাই বিত্তীয় উপবিধিৰ সেই সংশোধনী অগ্ৰাহ্য কৰে। গতিকে বিত্তীয় উপবিধি যে বিষয়বাছনী সভাই ৰচনা কৰা উপবিধি আৰু এই উপবিধি যে উপ-সমিতিসমূহৰ বাবে কাৰ্যনিৰ্বাহকে ৰচনা কৰিব পৰা উপবিধিৰ সমতুল্য নহয় - সেই কথা স্পষ্ট অনুভূত হৈছে।

৫) কিন্তু তেতিয়াৰ সভাপতিৰ ভ্ৰমণ বানচৰ বিল পৰিশোধ কৰিব পৰা হোৱা নাছিল। কাৰণ (ক) কাৰ্যনিৰ্বাহকৰ সিদ্ধান্ত অনুসৰি পত্ৰিকা, প্ৰকাশন সংগঠন আদিৰ সভাপতিৰ ভ্ৰমণ বানচ আৰু অৱস্থান বানচৰ বিল, বিশেষ প্ৰকাশন আৰু পত্ৰিকা, পুঁজিৰ পৰাহে দিব লাগে; কিন্তু উক্ত পত্ৰিকা আৰু প্ৰকাশন পুঁজিত সভাপতিৰ দ্বাৰা সংগৃহীত ধন জমা নোহোৱাত স্বাভাৱিকতেই তাৰ পৰা ধন দিয়া সম্ভৱ নাছিল। (খ) সভাপতিয়ে সংগৃহীত ধনৰ পৰা বাহিৰে বাহিৰে প্ৰথম শ্ৰেণীৰ ভ্ৰমণ আৰু আৰু অৱস্থান বানচ ধৰি আৰু টেক্সীৰ খৰচ ধৰি ৬,৬৯৯.৪০ পইচা লৈছে। (টেক্সীৰ খৰচৰো কোনো ভাউচাৰ নাই)। (গ) পত্ৰিকা পুঁজিলৈ ৫ হাজাৰ টকা সাধাৰণ পুঁজিত জমা হোৱা চৰকাৰী মঞ্জুৰীৰ পৰা দিবলৈ ৭।২।৭৪ তাৰিখৰ কাৰ্যনিৰ্বাহকে পৰামৰ্শ দিয়াৰ দিনাই গধূলিলৈ বিষয়বাছনী সভাই তদন্ত সমিতি গঠন কৰি দিলে। গতিকে তদন্তাধীন পুঁজিৰ লেন-দেন নকৰিবৰ বাবে হিচাপ পৰীক্ষকে দিয়া পৰামৰ্শ আৰু সভাৰ পৰৱৰ্তী কাৰ্যনিৰ্বাহকৰ পৰামৰ্শ অনুসৰি লেন-দেন স্থগিত ৰখা দেখা যায়। তেতিয়াৰ সভাপতিৰ পৰামৰ্শ অনুসৰি পত্ৰিকাৰ বাবে দিয়া এখন চেকো, পত্ৰিকা পুঁজিত ধন নথকাৰ বাবে ঘূৰাই আনিব লগা হৈছিল। (ঘ) তেতিয়াৰ সভাপতিলৈ উপৰ্যুপৰি লিখা সত্বেও তেখেতৰ দ্বাৰা সংগৃহীত আৰু ব্যয় হোৱা ধনৰ হিচাপ পোৱা হোৱা নাছিল; স্বাক্ষৰ নকৰাকৈ এটুকুৰা কাগজত লিখি দিয়া হিচাপৰ টোকা অডিটৰে পৰীক্ষা কৰিবলৈ অসন্মত হোৱাৰ কথা জনোৱাতো প্ৰধান সম্পাদকলৈ হিচাপ-পত্ৰ নপঠাই ২৪।৩।৭৪ তাৰিখেহে কিছু বিল, কোটেশ্যন-পত্ৰ আৰু হিচাপৰ টোকা তদন্ত সমিতিৰ সদস্যসকলক প্ৰধান সম্পাদকে বিল পাছ নকৰাৰ বাবেহে সংগৃহীত ধন বাহিৰে বাহিৰে খৰচ কৰা হৈছি বুলি সদস্যদ্বয়ে কোৱা কথাবোৰ তদন্ত সমিতিয়ে বিশেষ প্ৰকাশন পুঁজি, পত্ৰিকা পুঁজি, সাধাৰণ পুঁজিৰ বেংকৰ হিচাপ আৰু কেচ বুকৰ লগত বিলৰ ধনৰ পৰিমাণ, বিল দিয়াৰ তাৰিখ মিলাই চোৱা হ'লেই, প্ৰকৃত সত্যা-সত্য ধৰিব পাৰিলেহেঁতেন।

৬) বিশেষ প্ৰকাশন আৰু পত্ৰিকা পুঁজি গঠনৰ বাবে ছপোৱা ৰছিদ বহীবোৰৰ ছপাৰ অৰ্ডাৰ, কোটেশ্যন বহীৰ সংখ্যা, পৃষ্ঠা সংখ্যা, বিতৰণৰ বিৱৰণ পাবলৈ উপৰ্যুপৰি সভাপতি আৰু গুৱাহাটী কাৰ্যালয়ৰ পৰা পাবলৈ লিখা সত্বেও পোৱা হোৱা নাছিল; আনকি প্ৰকাশন সমিতিকে ধৰি উপ-সমিতিবোৰৰ কাৰ্যবিৱৰণিও ১৯৭৩-ৰ ছেপ্টেম্বৰ পৰ্যন্ত পোৱা হোৱা নাছিল; গতিকে এই সমস্ত বিষয়ত হোৱা আয়-ব্যয়ৰ হিচাপ প্ৰধান সম্পাদকে ঢুকি পোৱাৰ বাহিৰত আছিল।

৭) কেন্দ্ৰীয় কাৰ্যালয়ত তলা বন্ধ অৱস্থাত থকা কিছু পুৰণি ৰছিদ বহী তদন্ত সমিতিয়ে কথা-প্ৰসংগত চাবলৈ বিচৰাত দেখুওৱা হৈছিল আৰু ৭৩-৭৪ চনৰ সভাপতিকো সেই বহী সম্পৰ্কে জনোৱাৰ কথা কোৱা হৈছিল।

৮) ডিব্ৰুগড়ত কোনো 'ক্ষুদ্ৰ কাৰ্যালয়' নাই বুলি প্ৰধান সম্পাদকে স্পষ্টীকৰণ দিবলগীয়া হৈছিল।

৯) নিয়মাৱলী অনুসৰি পত্ৰিকা সম্পাদকে সভাপতিৰ লগত পৰামৰ্শ কৰি পত্ৰিকা ছপায়। গতিকে ছপাত বা কাগজ ক্ৰয়ত হোৱা অতিৰিক্ত ব্যয়ৰ কথা জ্ঞাত নাথাকিলে প্ৰধান সম্পাদকে সমিতিক সময়মতে জনাই অনুমোদন লোৱাৰ সুবিধা নাথাকে।

১০) 'হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী'ৰ পুৰস্কাৰ গ্ৰহণৰ বাবে দিল্লীলৈ যাওঁতে কলিকতা পৰ্যন্ত উৰাগাড়ীত গ'লেও প্ৰধান সম্পাদকে তেতিয়াৰ দ্বিতীয় শ্ৰেণীৰ ৰে'লৰ ভাড়াহে লৈছে। ৩১৮ নং ৰছিদ (পৰীক্ষিত) আৰু কেচ বুক মিলাই নোচোৱাকৈ তদন্ত সমিতিৰ সদস্যদ্বয়ে প্ৰধান সম্পাদকে সম্পূৰ্ণই বেলেগাই থোৱা উৰাজাহাজৰ টিকট আৰু ব্যক্তিগত খুচুৰা খৰচৰ হিচাপ প্ৰধান সম্পাদকক নোসোধাকৈ চাই মন্তব্য দিছে।

১১) প্ৰথমে লেখক শিৱিৰৰ বাজেট বেলেগ কৰি চৰকাৰলৈ পঠোৱা হৈছিল আৰু কাৰ্যনিৰ্বাহকে গ্ৰহণ কৰিছিল। তাত ভ্ৰমণ বানচৰ উপৰি এহেজাৰ টকা পৰিবহণত ধৰা হৈছিল যদিও পৰিবহণত ৮০০ টকাহে খৰচ হৈছিল। ব্যৱহৃত গাড়ী গুৱাহাটী আৰু আশৰ-পাশৰ লোকসকলক পুৱাৰ পৰা গধূলিলৈকে ৭ দিন অনা-নিয়া কৰা হৈছিল। সিসকলৰ দৈনিক ভ্ৰমণ বানচ ধৰিলে খৰচ দুগুণ হ'লহেঁতেন। তদুপৰি এদিন কাৰ্যালয়লৈ নিওঁতে, এদিন আনোতে, গুৱাহাটীত এদিন শিৱিৰৰ আয়োজনত আৰু এদিন সামৰণত মুঠ ৪ দিন আৰু শিবিৰৰ কামত ৭ দিন গাড়ী ব্যৱহাৰ কৰা হৈছিল। গাড়ী ব্যৱহাৰ কৰাসকলক কোনো ভ্ৰমণ বানচ দিয়া হোৱা নাছিল।

১২) তেতিয়াৰ সভাপতিয়ে ৩৬ জন লোকৰ আজীৱন সভ্যৰ বৰঙণি সংগ্ৰহ কৰি ২৩ জনৰ জমা দিয়ে। বাকী ১৩ জনৰ বৰঙণি জমা নোপোৱাকৈ স্বীকৃতি দিয়াটো সম্ভৱ নহয়। তদুপৰি ৭।২।৭৪ তাৰিখৰ কাৰ্যনিৰ্বাহকে সেই ১৩ জনৰ বৰঙণি সভাপতিৰ ভ্ৰমণ বানচত মিলাই দিব লাগে বুলিও কোনো সিদ্ধান্ত কৰা নাছিল। প্ৰাক্তন সভাপতিয়ে স্বাক্ষৰ কৰা সেইদিনাৰ কাৰ্যবিৱৰণি সংৰক্ষিত অৱস্থাত আছে।

১৩) ৯ম সংখ্যা পত্ৰিকা ছপা আৰু অন্যান্য মুঠ খৰচ ৫৬,৯২৯.৩৬ পইচাৰ ৫০,৪৫২.৩৬ পইচা পৰিশোধ কৰা হয়। তাৰে ছপা ব্যয় ৪৫,১৫৭.৬৬ পইচাৰ পূৰ্বদেশ মূদ্ৰণক ৩৮,৬৮০.০০ টকা পৰিশোধ কৰা হয়। বাকী আছে ৬,৪৭৭.৬৬ পইচা মাত্ৰ।

১৪) প্ৰধান সম্পাদকে সভাৰ নিয়মাৱলী, কাৰ্যনিৰ্বাহকৰ সিদ্ধান্ত, আইনজ্ঞ আৰু হিচাপ পৰীক্ষকৰ পৰামৰ্শমতেই কাম কৰি গৈছে; গতিকে প্ৰধান সম্পাদকৰ বিৰুদ্ধে তদন্ত সমিতিৰ সদস্যদ্বয়ে তোলা অভিযোগ বিচাৰ্য। প্ৰধান সম্পাদকৰ স্পষ্টীকৰণ শুনাৰ পিছত কেইবাগৰাকীও সদস্যই তদন্ত সমিতিৰ প্ৰতিবেদন অগ্ৰাহ্য কৰিবলৈ দাবী কৰে।

৭। প্ৰধান সম্পাদকে স্পষ্টিকৰণ দিয়াৰ পিছতে ১৯৭৩-৭৪ চনৰ হিচাপপৰীক্ষকে প্ৰস্তুত কৰা মন্তব্যসহ আয়-ব্যয়ক আৰু উদ্ধৃতপত্ৰ উত্থাপন কৰে।

ক) তদন্ত সমিতিৰ প্ৰতিবেদন, হিচাপ পৰীক্ষকৰ মন্তব্যসহ আয়-ব্যয়ক আৰু উদ্ধৃত-পত্ৰ আৰু প্ৰধান সম্পাদকৰ স্পষ্টিকৰণ শুনাৰ অন্ত, বিষয়বাছনী সভাই মত প্ৰকাৰে যে —

১) অসম সাহিত্য সভাৰ হিচাপ পৰীক্ষককে প্ৰস্তুত কৰা ১৯৭৩-৭৪ বিত্তীয় বছৰৰ



বছৰেকীয়া উদ্বৃত্ত-পত্ৰ ১৯৭৩-৭৪ বিত্তীয় বছৰৰ সাধাৰণ পুঁজিৰ আয়-ব্যয়ৰ হিচাপ, ১৯৭৩-৭৪ বিত্তীয় বছৰৰ বিশেষ পুঁজিসমূহৰ আয়-ব্যয়ৰ হিচাপ বিবেচনা কৰা হ'ল।

২) হিচাপ পৰীক্ষকৰ সংশ্লিষ্ট প্ৰতিবেদন বিবেচনা কৰা হ'ল।

৩) একচত্বাৰিংশ সন্মিলনৰ বিষয়বাছনী সভাৰ দ্বাৰা নিযুক্ত সভাৰ হিচাপৰ তদন্ত সমিতিৰ (১৯৭৩-৭৪) কাৰ্যবিৱৰণি আৰু প্ৰতিবেদন অৱগত হোৱা হ'ল।

৪) উক্ত তদন্ত সমিতিৰ প্ৰতিবেদনত প্ৰধান সম্পাদকৰ সম্পৰ্কে তোলা তদন্ত সমিতিৰ অভিযোগৰ উত্তৰত প্ৰধান সম্পাদকে দিয়া বিস্তৃত আৰু তথ্যপূৰ্ণ উত্তৰ সন্তুষ্টি প্ৰকাশ কৰা হ'ল।

খ) এই মতৰ ভিত্তিত বিষয়বাছনী সভাই সিদ্ধান্ত গ্ৰহণ কৰে যে —

১) অসমত সাহিত্য সভাৰ ১৯৭৩-৭৪ চনৰ পৰীক্ষিত হিচাপ গ্ৰহণ কৰা হওক।

২) হিচাপ পৰীক্ষকৰ তদন্ত সমিতি আৰু প্ৰধান সম্পাদকে দাঙি ধৰা বিৱৰণি আৱশ্যকবোধে কাৰ্যনিৰ্বাহক সমিতিয়ে পৰীক্ষা কৰি যথোচিত কাৰ্যপন্থা ল'বলৈ কাৰ্যনিৰ্বাহক সমিতিক পৰামৰ্শ দিয়া হওক।

৮। প্ৰধান সম্পাদকে নিয়মাৱলী সংক্ৰান্তত অহা সংশোধনী প্ৰস্তাৱসমূহ উত্থাপন কৰে। বিস্তৃত আলোচনাৰ অন্তত সভাই সংশোধনীসমূহ গ্ৰহণ কৰে —

৯। প্ৰধান সম্পাদক - সভাৰ শাখাসমূহৰ পৰা অহা প্ৰস্তাৱৰ কথা উল্লেখ কৰি জনায় যে সৰহ সংখ্যকৰ প্ৰস্তাৱেই যিহেতু আগতে গ্ৰহণ কৰা প্ৰস্তাৱৰ লগত সংগতি ৰখা বিষয়ৰ অথবা কাৰ্যনিৰ্বাহকৰ পৰিসীমাৰ ভিতৰুৱা, কাৰ্যনিৰ্বাহক সমিতিয়ে - সেইবাবে তাৰ পৰা চালি-জাৰি অসমৰ খাৰুৱা তেল অসমত শোধনৰ ব্যৱস্থা কৰাৰ দ্বাৰা অসমৰ ঔদ্যোগিক অৰ্থনৈতিক উন্নতিৰ সাধন কৰিবৰ বাবে দাবী জনোৱা আৰু অসমৰ ৰে'ল নগৰীসমূহত অসমীয়া মাধ্যমৰ বিদ্যালয় গঢ়ি তোলাৰ বাবে দাবী জনোৱা দুটি প্ৰস্তাৱ বিষয়বাছনী সভালৈ প্ৰেৰণ কৰিছে।

বিষয়বাছনী সভাই সমগ্ৰ বিষয়টো আলোচনা কৰি তলৰ প্ৰস্তাৱ দুটি গ্ৰহণ কৰে—

*প্ৰথম প্ৰস্তাৱ ঃ অসম সাহিত্য সভাই ঔদ্যোগিক তথা আৰ্থিক উন্নয়নৰ লগত দেশৰ সাংস্কৃতিক উন্নয়নৰ প্ৰশ্ন গভীৰভাৱে জড়িত বুলি বিশ্বাস কৰে। সেয়ে অসমৰ বুকুত ওলোৱা খাৰুৱা তেল শোধন কৰাৰ ব্যৱস্থা বাঞ্ছিতভাৱে কৰিলে অসমত উদ্যোগ স্থাপন হোৱাৰ লগে লগে আমাৰ আৰ্থিক উন্নতিও হ'ব। গতিকে কেন্দ্ৰীয় চৰকাৰে অসমৰ খাৰুৱা তেল বাহিৰলৈ উলিয়াই নিয়াৰ চিন্তা পৰিত্যাগ কৰি, অসমৰ সামগ্ৰিক উন্নতিৰ অৰ্থে তৈলক্ষেত্ৰৰ সমীপতে শোধন কৰাৰ কাৰ্যকৰী ব্যৱস্থা লোৱাৰ বাবে অসম সাহিত্য সভাৰ দ্বিচত্বাৰিংশ সন্মিলনে দাবী জনায়।*

*প্ৰস্তাৱক ঃ যোগেশ দাস*

*সমৰ্থক ঃ নন্দ তালুকদাৰ*

*দ্বিতীয় প্ৰস্তাৱ ঃ অসম সাহিত্য সভাই লক্ষ্য কৰিছে যে অসমৰ মাজত পূৰ্বোত্তৰ সীমান্ত ৰে'লৰেৰ এটা দীঘলীয়া অংশ পৰিছে আৰু এই ৰে'লৰেৰ লগত সম্পৰ্ক ৰাখি ৰে'লৰে কৰ্তৃপক্ষই অন্য ভাষাৰ মাধ্যমৰ বিদ্যালয় গঢ়ি তুলিছে; কিন্তু প্ৰয়োজনীয় অৱস্থাতো তেনেভাৱে অসমীয়া মাধ্যমৰ বিদ্যালয় ৰে'লৰে কৰ্তৃপক্ষই গঢ়ি তোলা নাই। ৰাজ্যভাষা আৰু শিক্ষাৰ মাধ্যম হিচাপে অসমীয়া ভাষা প্ৰৱৰ্তনৰ সময়ত প্ৰয়োজন থকা সত্ত্বেও পূৰ্বোত্তৰ ৰে'লৰেই অসমীয়া মাধ্যমৰ বিদ্যালয় গঢ়িবলৈ চেষ্টা নকৰাটো ৰে'লৰে কৰ্তৃপক্ষৰ অসহানুভূতিশীল মনোভাৱৰ পৰিচায়ক বুলি সভাই অনুভৱ কৰে। গতিকে এই সম্পৰ্কত অসম সাহিত্য সভাৰ দ্বিচত্বাৰিংশ সন্মিলনে ৰাজ্য চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰে আৰু অনতিপলমে অসমৰ ৰে'লৰে নগীৰসমূহত অসমীয়া মাধ্যমৰ বিদ্যালয় গঢ়ি তুলিবলৈ দাবী জনায়।*

*প্ৰস্তাৱক ঃ তৰুণচন্দ্ৰ পামেগাম*

*সমৰ্থক ঃ চৈয়দ আব্দুল মালিক*

১০। সভাই ৰাজ্যভাষা প্ৰয়োগ, বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম আৰু অসমৰ লিপি সমস্যা সম্পৰ্কত ইতিপূৰ্বে সভাই গ্ৰহণ কৰা নীতি আৰু দৃষ্টিভংগী অনুসৰণ কৰি যোৱাৰ সিদ্ধান্ত কৰে।

১১। সভাপতিয়ে ১৯৭৫-৭৬ চনৰ কাৰ্যনিৰ্বাহক সমিতিৰ (২-১৭) জন সদস্যৰ নিৰ্বাচনৰ বাবে নাম প্ৰস্তাৱ কৰিবৰ বাবে আহ্বান জনায়।

১২। সভাপতিয়ে তলত নাম দিয়া ব্যক্তিসকল সৰ্বসন্মতিক্ৰমে আৰু বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হোৱা বুলি ঘোষণা কৰে ।

২) উপ-সভাপতি - তৰুণ চন্দ্ৰ পামেগাম
৬) সহকাৰী সম্পাদক - (যোৰহাট) অমল ৰাজখোৱা
৮) ভাষাজ্ঞান সংসদৰ সচিব - প্ৰকাশ গোস্বামী।

১৩। সভাপতিয়ে তলত নাম দিয়া ব্যক্তিসকলৰ নাম সংশ্লিষ্ট বিষয়াৰ বাবে প্ৰস্তাৱিত হোৱা বুলি ঘোষণা কৰে আৰু এই বিষয়ে হ'ব লগা নিৰ্বাচন পৰিচালনা কৰিবলৈ কৃষ্ণপ্ৰসাদ বৰুৱা আৰু ড° হেমন্ত কুমাৰ শৰ্মাক অনুৰোধ কৰে।

(৩) প্ৰধান সম্পাদক ঃ (১) নগেন শইকীয়া, (২) ভগৱান মড়ল

(৪) ধন ভঁৰালী ঃ (১) লীলা গগৈ, (২) দুৰ্গেশ্বৰ শৰ্মা

(৫) পত্ৰিকা সম্পাদক ঃ (১) যোগেন চেতিয়া, (২) যোগেনন্দ্ৰনাৰায়ণ ভূঞা, (৩) যতীন গোস্বামী (গুৱাহাটী)।

(৭) সহকাৰী সম্পাদক (গুৱাহাটী) ঃ (১) প্ৰসন্নৰাম দাস, (২) নন্দ শইকীয়া

(৯) সদস্যৰ বাবে প্ৰস্তাৱিত নাম ঃ (১) শিৱচৰণ বৈষ্ণৱ, (২) ৰায়মণি ৰাজবংশী, (৩) চিদ্দিক আহমেদ চৌধুৰী, (৪) মনোৰঞ্জন নাথ লস্কৰ, (৫) নৃপেন্দ্ৰ ৰাজবংশী,



(৬) কুমাৰ মেধি, (৭) আজিজুৰ ৰহমান বৰভূঞা, (৮) আব্দুল মন্নান তালুকদাৰ, (৯) প্ৰেমময়ী দাস, (১০) কৈলাশমল্ল বৰুৱা, (১১) ফুলেন বৰ্মণ, (১২) মুকুল কলিতা, (১৩) খগেন বায়ন, (১৪) বীৰেন্দ্ৰনাথ কলিতা, (১৫) গোবিন্দ মহন্ত, (১৬) নিশিপদ চৌধুৰী, (১৭) চিত্তৰঞ্জন চৌধুৰী, (১৮) হিতেন শৰ্মা, (১৯) ধৰ্মকান্ত গোহাঁই, (২০) ৰাম গোস্বামী, (২১) মেঘ গগৈ, (২২) গগণ সোণোৱাল, (২৩) নাৰায়ণ ঘাটোৱাৰ, (২৪) মানিক চন্দ্ৰ গোস্বামী, (২৫) জ্যোতিৰিন্দ্ৰধৰ দত্ত, (২৬) অশ্বিণী চৰণ চৌধুৰী, (২৭) এম.ইব্ৰাহিম আলি, (২৮) গজেন্দ্ৰনাথ চহৰীয়া, (২৯) উপেন্দ্ৰ বৰকটকী, (৩০) জিতেন গগৈ, (৩১) চামছিং হাঞ্চে, (৩২) সমৰসিং ৰাভা, (৩৩) মুকুন্দ শৰ্মা, (৩৪) কমল বাইলুং, (৩৫) গিৰীশ ভূঞা, (৩৭) বুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰ, (৩৮) প্ৰদীপ হাজৰিকা, (৩৯) কেশৱ শইকীয়া, (৪০) ক্ষিতীশ ফুকন, (৪১) প্ৰফুল্ল বৰদলৈ, (৪২) আনন্দপ্ৰসাদ নেওগ, (৪৩) সুৰেন হাজৰিকা, (৪৪) দীনেশ্বৰ তাছা, (৪৫) জগন্নাথ মহন্ত, (৪৬) জগত চেতিয়া, (৪৭) যোগানন্দ গোস্বামী, (৪৮) বীৰেন বৰকটকী, (৪৯) অৰুণ গোস্বামী, (৫০) হেৰম্ব বৰদলৈ।

১৪। সভপতিয়ে ঘোষণা কৰে যে ২৩ তাৰিখে পুৱা ৮ বজাৰ পৰা ১২ বজাৰ ভিতৰত বিষয়বাছনী সভা অনুষ্ঠিত হোৱা প্ৰেক্ষাগৃহতে ভোটদান অনুষ্ঠিত হ'ব। নিৰ্বাচনৰ ফলাফল সম্ভৱক্ষেত্ৰত ২৩ তাৰিখৰ মুকলি অধিৱেশনত ঘোষণা কৰা হ'ব অথবা ২৩ তাৰিখে ৰাতিৰ সংগীত সমাৰোহৰ মাজতে ঘোষণা কৰা হ'ব।

১৫। অসম সাহিত্য সভাৰ ত্ৰয়শ্চতাৰিংশ সন্মিলন কামৰূপ জিলাৰ টিহু সাহিত্য সভাই আৰু শুৱালকুছি সাহিত্য সভাই নিমন্ত্ৰণ জনাইছে। টিহু সাহিত্য সভাৰ হৈ অধ্যক্ষ শৈলেন্দ্ৰপ্ৰসাদ মেধিয়ে আনুষ্ঠানিকভাৱে সভা নিমন্ত্ৰণ কৰে। বিষয়বাছনী সভাই টিহু সাহিত্য সভাৰ নিমন্ত্ৰণ সানন্দে গ্ৰহণ কৰে।

১৬। সভাপতিয়ে প্ৰতিনিধিবৰ্গক তেখেতসকলৰ সহায়-সহযোগিতাৰ বাবে ধন্যবাদ জ্ঞাপন কৰে।

১৭। প্ৰধান সম্পাদকে প্ৰতিনিধিসকললৈ আৰু তিতাবৰৰ অভ্যৰ্থনা সমিতিলৈ শলাগ জ্ঞাপন কৰাৰ পিছত সভাপতি ডাঙৰীয়াই বিষয়বাছনী সভাৰ সামৰণি ঘোষণা কৰে।

বিঃ দ্ৰঃ (ক) নিৰ্বাচনৰ ফলাফল নিৰ্বাচনী বিষয়াসকলে যথাযথভাৱে স্বাক্ষৰ কৰি সভাপতিৰ হাতত ২৩।২।৭৫ তাৰিখে সন্ধ্যা অৰ্পণ কৰে। সভাপতি ডাঙৰীয়াৰ নিৰ্দেশানুসৰি প্ৰধান সম্পাদকে ২৩।২।৭৫ তাৰিখে গধূলি ৯ বজাত সংগীত সমাৰোহৰ মাজত নিৰ্বাচনৰ ফলাফল ঘোষণা কৰে।

প্ৰধান সম্পাদক ঃ নগেন শইকীয়া, সহকাৰী সম্পাদক (গুৱাহাটী) ঃ প্ৰসন্নৰাম দাস; ধনভঁৰালী ঃ লীলা গগৈ; পত্ৰিকা সম্পাদক ঃ যতীন গোস্বামী (গুৱাহাটী);

সদস্যসকল ঃ চিত্তৰঞ্জন চৌধুৰী, উপেন্দ্ৰ বকটকী, চামচিং হাঞ্চে, হিতেন শৰ্মা, জিতেন গগৈ, অৰুণ গোস্বামী, এম. ইব্ৰাহীম আলি, ড° নিশিপদ চৌধুৰী, বীৰেন বৰকটকী।

(খ) ২৪।২।৭৫ তাৰিখে নিৰ্বাচিত সদস্যসকলক লৈ বহা কাৰ্যনিৰ্বাহক সমিতিয়ে (১৮-২১) লৈ চাৰিজন সদস্য মনোনীত কৰে -

(১৮) ৰাজেন ৰাভা, (১৯) নাৰায়ণ ঘাটোৱাৰ, (২০) আজিজুৰ ৰহমান বৰভূএগ, (২১) গিৰীশ ভূএগ।

| | |
|---|---|
| স্বাঃ | স্বাঃ |
| নগেন শইকীয়া, | সত্যেন্দ্ৰনাথ শৰ্মা |
| প্ৰধান সম্পাদক | সভাপতি |
| ১১।২।৭৫ | |

## অসম সাহিত্য সভা

১৯৭৫-৭৬ চনৰ বাবে গঠিত কাৰ্যনিৰ্বাহক সমিতি ঃ

১। সভাপতি — ড° সত্যেন্দ্ৰনাথ শৰ্মা
২। উপ-সভাপতি — তৰুণচন্দ্ৰ পামেগাম
৩। প্ৰধান সম্পাদক — নগেন শইকীয়া
৪। ধনভঁৰালী — লীলা গগৈ
৫। পত্ৰিকা সম্পাদক — যতীন গোস্বামী (গুৱাহাটী)
৬। সহকাৰী সম্পাদক — অমল ৰাজখোৱা (যোৰহাট)
৭। সহকাৰী সম্পাদক — প্ৰসন্নৰাম দাস (গুৱাহাটী)
৮। ভাষাজ্ঞান পৰীক্ষা সংসদৰ সচিব — প্ৰকাশ গোস্বামী

সদস্যসকল ঃ (৯) চিত্তৰঞ্জন চৌধুৰী, (১০) উপেন্দ্ৰ বৰকটকী, (১১) ড০ নিশিপদ চৌধুৰী, (১২) চামচিং হাঞ্চে, (১৩) বীৰেন বৰকটকী, (১৪) এম. ইব্ৰাহীম আলি, (১৫) হিতেন শৰ্মা, (১৬) জিতেন গগৈ, (১৭) অৰুণ গোস্বামী, (১৮) ৰাজেন ৰাভা, (১৯) নাৰায়ণ ঘাটোৱাৰ, (২০) আজিজুৰ ৰহমান বৰভূএগ, (২১) গিৰীশ ভূএগ।

## বছৰটোৰ কাম

অসম সাহিত্য সভাৰ দ্বিশ্চত্বাৰিংশ সন্মিলনে দেশৰ আৰ্থিক উন্নয়নৰ ওপৰতে সাংস্কৃতিক উন্নয়ন নিৰ্ভৰ কৰে বুলি অনুভৱ কৰে। অসমত ওলোৱা খনিজ তেল তৈলক্ষেত্ৰৰ সমীপতে শোধনৰ ব্যৱস্থা কৰি অসমৰ অৰ্থনৈতিক বুনিয়াদ দৃঢ় কৰি



তোলাৰ অন্যতম পথটি গ্ৰহণ কৰিব লগে বুলি মত প্ৰকাশ কৰি প্ৰস্তাৱ গ্ৰহণ কৰিছিল। তদুপৰি সভাই সদায় অনুভৱ কৰি আহিছে যে — অসমত থকা বিভিন্ন ভাষাসমূহৰ বিকাশৰ পথ খোলা ৰাখি ৰাজ্যখনৰ জনসাধাৰণৰ মাজত ভাষিক আৰু সাংস্কৃতিক সংহতি ৰক্ষাৰ বাবে ৰাজ্য ভাষাৰ শিক্ষা সঞ্চালনিকৈ দিয়াৰ ব্যৱস্থা কৰিব লাগে। এই ক্ষেত্ৰত পূৰ্বোত্তৰ ৰে'লৱেক অসমৰ ৰে'লনগৰীসমূহত অসমীয়া মাধ্যমৰ বিদ্যালয় গঢ়ি ৰাজ্য ভাষা আৰু উচ্চ শিক্ষাৰ মাধ্যম অসমীয়া ভাষাৰ শিক্ষাৰ বাবে যথোচিত কাৰ্যপন্থা ল'বলৈ সকিয়াই দি প্ৰস্তাৱ গ্ৰহণ কৰিছিল। দুয়োট প্ৰস্তাৱ সংশ্লিষ্ট কৰ্তৃপক্ষলৈ যথাসময়ত প্ৰেৰণ কৰে।

**৭৪-৭৫ বিত্তীয় বছৰৰ হিচাপ ঃ** দায়িত্ব পুনৰাই গ্ৰহণ কৰি কৰা প্ৰথম কামটি হ'ল ৭৪-৭৫ বিত্তীয় বছৰৰ হিচাপ-নিকাচ কৰা। ১৯৭৪ খ্ৰীষ্টাব্দৰ ১ এপ্ৰিলৰ পৰা ১৯৭৫ খ্ৰীষ্টাব্দৰ ৩১ মাৰ্চ পৰ্যন্ত সভাৰ আয় হয় ২,২৯,০৮৩.৭৩ টকা আৰু ব্যয় হয় ১,৯৯,৫৭৩.৬২ টকা। মুঠ ৰাহি হয় ২৯,৫১০.০৯ টকা।

**৭৩-৭৪ খ্ৰীষ্টাব্দৰ বিত্তীয় বছৰৰ বিশেষ পুঁজিৰ হিচাপ ঃ** ৭৩-৭৪ চনৰ বিত্তীয় বছৰৰ সভাৰ হিচাপ পৰীক্ষকে প্ৰস্তুত কৰা বছৰেকীয়া উদ্বৃত্ত-পত্ৰ আৰু সাধাৰণ পুঁজিৰ আয়-ব্যয় বিষয়বাছনী সভাত গৃহীত হ'ল যদিও, তেতিয়াৰ সভাপতি ডাঙৰীয়াৰ হাতেৰে হোৱা বিশেষ প্ৰকাশন পত্ৰিকা, আজীৱন সভ্যৰ বৰঙণি আৰু সভাপতিৰ ভ্ৰমণ বানচ আদিত হোৱা আয়-ব্যয়ৰ সম্পৰ্কে চূড়ান্ত নিষ্পত্তি কৰিবৰ বাবে কাৰ্যনিৰ্বাহক সমিতিক বিষয়বাছনী সভাই পৰামৰ্শ দিয়ে। এই পৰামৰ্শৰ ভিত্তিত ৭৫-৭৬ চনৰ কাৰ্যনিৰ্বাহক সমিতিয়ে সমগ্ৰ বিষয়টো পুংখানুপুংখভাৱে চাই গ্ৰহণ কৰিব পৰা কাৰ্যপন্থা সম্পৰ্কে পৰামৰ্শ দিবলৈ অসম সাহিত্য সভাৰ হিচাপ পৰীক্ষক, কাৰ্যনিৰ্বাহকৰ সদস্য অৰুণ গোস্বামী, প্ৰাক্তন প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামী আৰু প্ৰাক্তন কোষাধ্যক্ষ দেৱপ্ৰসাদ বৰুৱাক লৈ এখন সমিতি গঠন কৰি দিয়ে। এই সমিতিয়ে সংশ্লিষ্ট সকলো কাকত-পত্ৰ মুঠ দহদিন বহি পৰীক্ষা কৰি সকলো খুঁটি-নাটি আঙুলিয়াই অনিয়মিতভাৱে কৰা ব্যয় নিয়মিতভাৱে সভাৰ হিচাপ বহীলৈ আনি হিচাপ নিষ্পত্তিত কৰিবৰ বাবে পৰামৰ্শ দিয়ে। কাৰ্যনিৰ্বাহক সমিতিয়ে সেই পৰামৰ্শ গ্ৰহণ কৰাৰ পিছত সম্প্ৰতি উক্ত হিচাপ সভাৰ হিচাপৰ বহীত অন্তৰ্ভুক্ত হৈছে আৰু ৭৫-৭৬ চনৰ আয়-ব্যয়ৰ হিচাপত সন্নিৱিষ্ট কৰা হৈছে। বিষয়টিৰ এনেভাৱে সামৰণি মাৰে।

**কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন ঃ** দ্বিচত্বাৰিংশ সন্মিলনত গৃহীত নিয়মাৱলীৰ সংশোধিত নিয়ম অনুসৰি ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ সভাপতিত্বত গঠিত কাৰ্যনিৰ্বাহক সমিতিৰ নিৰ্বাচিত ১৭ গৰাকী প্ৰতিনিধিয়ে — ৰাজেন ৰাভা, নাৰায়ণ ঘাটোৱাৰ, আজিজুৰ ৰহমান বৰভূএগ আৰু গিৰীশ ভূএগক মনোনীত সদস্য হিচাপে গ্ৰহণ কৰে। ইয়াৰ পিছত ত্ৰয়শ্চত্বাৰিংশ সন্মিলন পৰ্যন্ত কাৰ্যনিৰ্বাহক সমিতিৰ ছখন অধিৱেশন বহে।

**৭৫-৭৬ চনৰ বিত্তীয় বছৰৰ বাবে গৃহীত আয়-ব্যয়ক ঃ** অসম সাহিত্য সভাৰ ৭৫-৭৬ বিত্তীয় বছৰৰ বাবে আয় ৩,৩৩,৯৫০.০৩ টকা আৰু ব্যয় ৩,৫৭,৮৭০.৫০ টকা ধৰি, ২৩,৯১২.৪৭ টকাৰ ঘাটিৰ আয়-ব্যয়ক এখন গ্ৰহণ কৰা হয়। এই আয়-ব্যয়ৰ ওপৰত ভিত্তি কৰিয়েই বছৰটোৰ কাৰ্যসমূহ চলিছিল। ৭৬-৭৭ চনৰ বছৰৰ বাবে ৪,৮৭,০০০.০০ টকাৰ আঁচনি দাখিল কৰিছিল ৩.১.৭৬ তাৰিখে।

**উপ-সমিতিসমূহ ঃ** সভাৰ বিভিন্ন ন্যাস পুঁজিসমূহৰ দ্বাৰা কৰিবলগীয়া কাম পৰিচালনাৰ বাবে আৰু অন্যান্য কেতবোৰ আঁচনিৰ বাবে সভাৰ মুঠ চৈধ্যখন উপ-সমিতি গঠন হয় — (১) ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণ সমিতি আৰু (২) সেই ভৱনৰ পৰিকল্পনা সমিতি, (৩) হৰিহৰ চৌধুৰী বঁটা সমিতি, (৪) গোপাল চন্দ্ৰ গোস্বামী সোঁৱৰণী বঁটা সমিতি, (৫) বনমালী শইকীয়া বঁটা সমিতি, (৬) প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা সমিতি, (৭) মোহনচন্দ্ৰ শৰ্মা বঁটা সমিতি, (৮) হৰিপ্ৰসাদ নেওগ সোঁৱৰণী মুদ্ৰণ আৰু অলংকৰণ বঁটা সমিতি, (৯) শৰৎচন্দ্ৰ গোস্বামী সোঁৱৰণী বঁটা সমিতি, (১০) কমলা দেৱী পুঁজি সমিতি, (১১) লিপি সৰলীকৰণ সমিতি, (১২) অসমীয়া ভাষা জ্ঞান পৰীক্ষা সংসদ আৰু (১৩) পত্ৰিকা সম্পাদনা সমিতি। এই উপ-সমিতিসমূহৰ ভিতৰত (১) প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা, ১৯৭৪ চনৰ প্ৰকাশিত বছৰৰ শিশুৰ উপযোগী গ্ৰন্থ হিচাপে 'জুনুমণিৰ বিজ্ঞান' নামৰ পুথিখনিক শ্ৰেষ্ঠ বিবেচনা কৰি লেখক অমৃত ফুকনক প্ৰদান কৰিবলৈ ঘোষণা কৰে। (২) গোপাল চন্দ্ৰ গোস্বামী সোঁৱৰণী বঁটা শিশুৰ উপযোগীকৈ লিখা 'অসমৰ চৰাই-চিৰিকতি' বিষয়ৰ গ্ৰন্থৰ পাণ্ডুলিপিৰ প্ৰতিযোগিতাত শ্ৰেষ্ঠ বিবেচিত পাণ্ডুলিপিৰ লেখিকা মামণি গোস্বামীক প্ৰদান কৰিবলৈ ঘোষণা কৰে।

**মোহনচন্দ্ৰ শৰ্মা বঁটা ঃ** ১৯৭৪ চনত অসমীয়া ভাষাত প্ৰকাশিত মৌলিক চিন্তামূলক গ্ৰন্থৰ ভিতৰত 'জিজ্ঞাসাবাদ' নামৰ গ্ৰন্থনিক শ্ৰেষ্ঠ বিবেচনা কৰি গ্ৰন্থকাৰ বিজয়চন্দ্ৰ ভাগৱতীদেৱক প্ৰদান কৰিবলৈ ঘোষণা কৰে।

বনমালী শইকীয়া, হৰিহৰ চৌধুৰী আৰু শৰৎচন্দ্ৰ গোস্বামী বঁটাৰ বাবে উপযুক্ত ৰচনা নোপোৱাত বঁটা প্ৰদান কৰিব নোৱাৰিলে।

**ভাষাজ্ঞান পৰীক্ষা ঃ** বছৰটোত অসমীয়া ভাষাজ্ঞান পৰীক্ষাত প্ৰায় তিনিহেজাৰ পৰীক্ষাৰ্থীৰ ভিতৰত ২,৫৫৩ জনে পৰীক্ষা দিয়ে আৰু ৯৬৪ জন উত্তীৰ্ণ হয়। বছৰটোত পৰীক্ষাৰ্থীৰ সংখ্যা হ'ল ১,৫৪২ জন। ফেব্ৰুৱাৰি মাহৰ ভিতৰতে পৰীক্ষাৰ খবৰ ঘোষণা কৰিবলৈ সিদ্ধান্ত কৰে।

**ভাষাজ্ঞান প্ৰশিক্ষণ কেন্দ্ৰ ঃ** কাছাৰৰ শিলচৰ, হাইলাকান্দি আৰু লালাত দুজন প্ৰশিক্ষক সঞ্চালক আৰু প্ৰতি কেন্দ্ৰত এজনকৈ সহযোগী প্ৰশিক্ষক নিযুক্তি দি তিনিটা প্ৰশিক্ষণ কেন্দ্ৰ চলোৱা হয়। যোৱা ডিচেম্বৰত কেন্দ্ৰসমূহত পৰীক্ষা গ্ৰহণ কৰা হয় আৰু ৫১ জনৰ ভিতৰত ২৯ জন উত্তীৰ্ণ হয়। সম্প্ৰতি কাছাৰৰ বিভিন্ন ঠাইৰ ইচ্ছুক



লোকসকলৰ মাজত ভাষা-শিক্ষা শ্ৰেণী খুলিবৰ কাৰণে প্ৰাথমিকভাৱে সংগঠনৰ কাম কৰিবলৈ যোৱা বছৰৰ হাইলাকান্দি কেন্দ্ৰৰ সঞ্চালক প্ৰশিক্ষকগৰাকীক নিযুক্তি দিয়া হৈছে। চলিত ফেব্ৰুৱাৰি মাহৰ পৰাই অৰ্থৰ ফালৰ পৰা স্বনিৰ্ভৰশীল পাঁচ-ছটা কেন্দ্ৰ মুকলি কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিছিল।

**অসম সাহিত্য সভা পত্ৰিকা ঃ** অসম সাহিত্য সভাৰ পত্ৰিকা ক্ৰমে তিনিটা সংখ্যা ক্ৰমে জুন, ছেপ্টেম্বৰ আৰু ডিচেম্বৰত প্ৰকাশ হয়; কিন্তু পত্ৰিকাৰ পৰা প্ৰত্যাশিত অৰ্থৰ আগমন অতিশয় দুখজনক। উপৰ্যুপৰি শাখা সভাসমূহলৈ বিজ্ঞপ্তি পত্ৰৰে পত্ৰিকাৰ বৰঙণি পঠাবলৈ, পত্ৰিকাৰ ভি.পি. গ্ৰহণ কৰিবলৈ অনুৰোধ কৰি থকা সত্বেও কেৱল ২৫৫ খন শাখা সভাৰ পৰাহে একত্ৰিংশ বছৰৰ বৰঙণি পাইছিল। পত্ৰিকাত বছৰি কুৰি হাজাৰ ব্যয় কৰি তাৰ বিপৰীতে পাঁচহাজাৰমান টকাহে ঘূৰাই পায়। উল্লেখযোগ্য যে শাখাৰ বাবে মাত্ৰ একোখনহে পত্ৰিকা পঠোৱা হয় — তাকো আধা দামত অৰ্থাৎ বছৰেকীয়া বৰঙণি ১২ টকাৰ ঠাইত ছটকাত। শাখাসমূহে পত্ৰিকাৰ গ্ৰাহক বঢ়াওক চাৰি১৩১ খন শাখাই ভি.পি. ওলোটাইহে পঠিয়াইছিল আৰু এই ১৩১ খনৰ ভিতৰতে নাহৰকটীয়া শাখাৰ সম্পাদকে পত্ৰিকা পোৱা নাই বুলি পিছত বাতৰি কাকতত চিঠি লেখি সভাক জগৰীয়া কৰিবৰ যত্ন কৰা দেখা যায়। শাখা সভাসমূহৰ ওজৰ-আপত্তি থাকিলে পোনপটীয়াকৈ প্ৰধান সম্পাদকলৈ লিখাহে উচিত, বাতৰি কাকতৰ যোগে মূল সভাক দোষাৰোপ কৰিবলৈ যোৱাটো সংগঠনৰ নীতিৰ ফালৰ পৰা গ্ৰহণীয় নহয়।

**সংগঠন ঃ** অসম সাহিত্য সভাৰ শাখা সভাৰ সংখ্যা বছৰটোত ২২৪ লৈ আৰু স্বীকৃত সভাৰ সংখ্যা ১১ লৈ বৃদ্ধি হৈছিল। তাৰ ভিতৰত বছৰত ২০ খন শাখা সভা আৰু ৪ খন স্বীকৃত সভা গঠিত হয়। আজীৱন সভ্যৰ সংখ্যাও সেই বছৰত ৫০৪ জন ধৰি ৫৪৭ জনলৈ বৃদ্ধি পাইছে। কিন্তু এই শাখাসমূহৰ ভিতৰত অত্যধিক ২০০ খন শাখা সভাহে সক্ৰিয় হৈ থকা দেখা যায়। বাকী সৰহ সংখ্যকেই যি কাৰণেতে নহওক নিষ্ক্ৰীয়।

শাখা সভাসমূহক সক্ৰিয় হোৱাত সহায় কৰিবৰ কাৰণে আৰু নতুন শাখা গঠনত সহায় কৰিবৰ কাৰণে অসমৰ বিভিন্ন অঞ্চলৰ ষাঠিগৰাকী ব্যক্তিক কেন্দ্ৰীয় সংগঠক হিচাপে দায়িত্ব দিয়া হৈছিল। সিসকলৰ কেইগৰাকীমানৰ পৰাহে সহযোগিতা সদায় লাভ কৰিছিল। সভাৰ ঘাই শক্তিয়েই হ'ল শাখাসমূহ। শাখাসমূহে সাধাৰণ সভা আৰু আজীৱন সভ্য বৃদ্ধি কৰাৰ উপৰি সভাৰ পত্ৰিকা আৰু প্ৰকাশন বিক্ৰীৰ বাবে উদ্যোগী হৈ আগবাঢ়ি ওলাই নাহিলে মূল সভাই সুন্দৰ আঁচনি গ্ৰহণ কৰিলেও তাক কাৰ্যকৰী কৰা সম্ভৱ নহয়। বছৰটোত ৪ খন বিজ্ঞপ্তি পত্ৰৰে শাখা আৰু স্বীকৃত সভাসমূহক কৰণীয় সম্পৰ্কে অৱহিত ৰাখিবলৈ যত্ন কৰে। তদুপৰি ব্যক্তিগতভাৱেও যোগাযোগ ৰাখিবলৈ যত্নৰ ক্ৰটী কৰা দেখা যায়।

**সভাৰ আৰ্থিক অৱস্থা ঃ** সভাৰ আৰ্থিক অৱস্থা প্ৰধানতঃ নিৰ্ভৰ কৰে শাখা সভাৰ বৰঙণি, অক্ষয় পুঁজিসমূহৰ সুত, প্ৰকাশন বিক্ৰীৰ পৰা অহা ধন, সাধাৰণ দান-বৰঙণি আৰু ৰাজ্য চৰকাৰৰ অৰ্থ সাহায্যৰ ওপৰত। শাখা সভাৰ বৰঙণি সদায় সন্মিলনৰ আগে আগেহে পোৱা হয়। তাৰ ভিতৰতো শতকৰা ৪০ খন শাখাৰ পৰা বৰঙণি পোৱা নহয়। প্ৰকাশন বিক্ৰীৰ যোগে আৰ্থিক অৱস্থা ভাল কৰিবলৈ ৮ (আঠ) খন কিতাপ, ব্যৱসায়ী প্ৰতিষ্ঠানক এজেন্সী দিয়া হৈছিল, এজন পূৰ্ণকালীন আৰু এজন অংশকালীন প্ৰকাশন অভিকৰ্তা নিযুক্ত কৰা হৈছিল আৰু সভাৰ ফালৰ পৰাও সময়বিশেষে মুকলি বিক্ৰীৰ ব্যৱস্থা কৰা হৈছিল। এনেভাৱে ব্যৱস্থা লোৱাৰ ফলত বিত্তীয় বছৰৰ শেষলৈকে অন্ততঃ ষাঠি-সত্তৰ হাজাৰ টকাৰ পুথি বিক্ৰী হোৱাৰ আশা কৰিছিল। ৰাজ্য চৰকাৰৰ পৰা বাৰ্ষিক অনুদান পোন্ধৰ হেজাৰৰ উপৰি তদৰ্থ মঞ্জুৰী দহহেজাৰকৈ তেতিয়ালৈকে তিনিবছৰৰ পাইছিল আৰু সভাৰ বাৰ্ষিক আঁচনিৰ ভিত্তিতো ৭৩-৭৪-ত পয়সত্তৰ হেজাৰ, ৭৪-৭৫-ত একলাখ আৰু ৭৫-৭৬-ত পঞ্চাছ হেজাৰ টকা পাইছিল।

**প্ৰকাশন ঃ** সভাৰ আৰ্থিক অৱস্থা টনকিয়াল নহ'লেও তাৰেপৰাই চলিত বছৰত ১৬ খন পুথি প্ৰকাশৰ বাবে ব্যৱস্থা গ্ৰহণ কৰে। পুথিসমূহ হ'ল —

(১) সাগৰৰ কথা (কমলা দেৱী ন্যাসৰ সুত আৰু সাধাৰণ পুঁজিৰ সাহায্যৰে)

(২) দেশভক্ত তৰুণৰাম ফুকন (শ্ৰীবিষ্ণুৰাম মেধি পুঁজিৰ সাহায্যত)

(৩) হিতেশ্বৰ বৰবৰুৱা স্মৃতিমাল্য

(৪) টিয়া সম্প্ৰদায়ৰ পৰিচয়, (৫) তিতাবৰ সোঁৱৰণ, (৬) চন্দ্ৰধৰ বৰুৱাৰ জীৱনী, (৭) চুফী আৰু চুফীবাদ (৮) Annals of Assam Sahitya Sabha, (৯) বেজবৰুৱাৰ দিনলেখা, (১০) জগন্নাথ বৰুৱাৰ জীৱনী, (১১) স্নেহৰ অৰুণাচল, (১২) Development of Script in Ancient Kamrupa, (১৩) অসমত স্বাধীনতা আন্দোলনৰ ৰূপৰেখা, (১৫) আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ, (১৫) অধ্যয়ন চক্ৰ।

**পুনৰ মুদ্ৰণ ঃ** সাহিত্য সভাৰ প্ৰকাশন কেতবোৰৰ পুনৰ মুদ্ৰণৰ আৱশ্যকতা বাঢ়ি অহালৈ চাই অন্যান্য প্ৰকাশন প্ৰতিষ্ঠানৰ দ্বাৰা তাৰে দুখন পুথি প্ৰকাশ কৰায়। বাণী প্ৰকাশৰ দ্বাৰা 'অসমীয়া সংস্কৃতি'ৰ ২য় সংস্কৰণ আৰু 'মণি-মাণিক প্ৰকাশ'ৰ দ্বাৰা 'কেহোঁকলি'ৰ ৩য় সংস্কৰণ প্ৰকাশ কৰে। 'অসমৰ জনজাতি' নামৰ গ্ৰন্থখনিৰ ২য় সংস্কৰণ প্ৰকাৰ দায়িত্ব লয়াৰ্চ্ছ বুক ষ্টলক দিছিল।

**পুথিভঁৰাল ঃ** অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ত সংযুক্ত পুথি ভঁৰালটিক দৰাচলতে এটি জাতীয় পুথিভঁৰাল কৰি গঢ়ি তুলিব লাগিছিল। কিন্তু অৰ্থৰ অভাৱতেই সকলো ধৰণৰ অসমীয়া পুথি সংগ্ৰহত যিদৰে প্ৰধান অন্তৰায়, পুথিভঁৰালৰ বাবে ন্যূনতম প্ৰয়োজনীয় ঘৰ নিৰ্মাণৰো সেইদৰে প্ৰধান অন্তৰায়। লেখক আৰু প্ৰকাশসকলক



প্ৰকাশিত পুথিৰ এখনকৈ এই পুথিভঁৰাললৈ পঠাবলৈ কৰা অনুৰোধৰ সঁহাৰিও সভাই নাপালে। তত্ৰাচ যিখিনি পুথি-পত্ৰাদি আছে, সেইখিনি নতুনকৈ বন্ধাই ছপাই সংৰক্ষণ কৰা হৈছে আৰু কোনো কাৰণতে কোনো ব্যক্তিক আনকি সভাৰ প্ৰধান বিষয়ববীয়া সকলোক যাতে পুথিভঁৰালৰ পৰা পুথি-পত্ৰ ধাৰলৈ দিয়া নহয় তাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰা হয়। জিলাৰ উপায়ুক্তক লৈ গঠন কৰা পুথিভঁৰাল সংৰক্ষণ সমিতিক যাতে স্থায়ী কৰিবলৈ সভা যত্নপৰ হয়।

**শতবাৰ্ষিকী ঃ** বছৰৰ তিনিগৰাকী বৰেণ্য লেখকৰ জন্ম শতবাৰ্ষিকী উছৱ উদ্‌যাপন কৰা হয়। ১৪, ১৫ জুন তাৰিখে যোৰহাট সাহিত্য সভাৰ সহযোগত কেন্দ্ৰীয়ভাৱে তত্ত্বদৰ্শী ৰাধানাথ ফুকনৰ জন্ম শতবাৰ্ষিকী উছৱ উদ্‌যাপন কৰা হ'ল। ৩ নৱেম্বৰ তাৰিখে ৰাজ্যজুৰি কৰ্মবীৰ নীবন চন্দ্ৰ বৰদলৈ জন্ম শতবাৰ্ষিকী উছৱ উদ্‌যাপন কৰে। কৰ্মবীৰ বৰদলৈৰ সোঁৱৰণত কেন্দ্ৰীয়ভাৱে যোৰহাটৰ এটি সোঁৱৰণী বক্তৃতাৰ আয়োজন কৰে। 'অসমত স্বাধীনতা আন্দোলনৰ ৰূপৰেখা' এই বিষয়ে স্মাৰক বক্তৃতা প্ৰদান কৰিলে - এগৰাকী চিন্তাশীল লেখক আৰু ৰাজনীতিক বিজয়চন্দ্ৰ ভাগৱতীয়ে। স্মাৰক বক্তৃতা পুথিখনি ছপাশাললৈ এই বছৰতে পঠিয়ায়। যোৱা ১৩ জানুৱাৰি তাৰিখে কবি, বুৰঞ্জীকাৰ হিতেশ্বৰ বৰবৰুৱাৰ জন্মৰ শতবৰ্ষ পূৰ্ণ হয়। সেইদিনা পতাকা উত্তোলন, প্ৰতিকৃতি উন্মোচন কাৰ্যসূচীৰে আৰম্ভ কৰি ১৮ জানুৱাৰি তাৰিখে বিস্তৃত কাৰ্যসূচীৰে কেন্দ্ৰীয়ভাৱে যোৰহাটত শতবাৰ্ষিকী উছৱ সফলতাৰে উদ্‌যাপন কৰে। এই উছৱ উপলক্ষে 'হিতেশ্বৰ বৰবৰুৱা স্মৃতিমাল্য' নামৰ গ্ৰন্থখনিও প্ৰকাশ কৰা হয়। এই দুয়োটা দিন উদ্‌যাপন কৰিবলৈ শাখা সভাসমূহকো বিজ্ঞপ্তি পত্ৰৰে জনোৱা হৈছিল আৰু সৰহ সংখ্যক শাখাই উছৱ উদ্‌যাপন কৰাৰ বাতৰি সভালৈ পঠিয়ায়।

**সাহিত্য সভা সপ্তাহ ঃ** হিতেশ্বৰ বৰবৰুৱাৰ জন্ম শতাবিৰ্ষকীৰ লগত সংগতি ৰাখি অসম সাহিত্য সভা সপ্তাহ ছদিনীয়াকৈ উদ্‌যাপন কৰিবলৈ শাখা আৰু স্বীকৃত সভাসমূহক জনোৱা হয়। সপ্তাহৰ কাৰ্যসূচীত সাহিত্য দিৱস, জ্যোতি দিৱসো সামৰা হৈছিল।

**আনন্দৰাম বৰুৱা সোঁৱৰণী বক্তৃতা ঃ** প্ৰাচ্যবিদ্যাৰ্ণৱ স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ জন্মৰ ১২৫ বছৰ পূৰ্ণ হোৱাৰ উপলক্ষে ২৭ আৰু ২৮ অক্টোবৰত গুৱাহাটীত দুদিনীয়াকৈ 'আনন্দৰাম বৰুৱা সোঁৱৰণী বক্তৃতা'ৰ আয়োজন কৰে। "পঞ্চম শতিকাৰ পৰা প্ৰাচীন কামৰূপত গঢ় লৈ উঠা লিপি বিশেষ উল্লিখনসহ ভাৰতীয় লিপি" - এই বিষয়ত তিনিটা বক্তৃতা প্ৰদান কৰেহি কাশী হিন্দু বিশ্ববিদ্যালয়ৰ এগৰাকী অধ্যাপক ড° টি.পি. বাৰ্মাই। ড° বাৰ্মাই বক্তৃতাকেইটা ডেভেলপমেণ্ট অৱ স্ক্ৰিপ্টছ ইন এনছিয়েণ্ট কামৰূপ" নামৰ গ্ৰন্থাকাৰে পিছত ছপা কৰি প্ৰকাশ কৰে।

**লেখক শিৱবি ঃ** অসমত লেখক শিবিৰ আয়োজন নতুন কথা আৰু সাহিত্য

সভাৰ উদ্যোগতে এই নতুনৰ পাতনি মেলা হ'ল। সেই বছৰৰ ২৫ আৰু ২৬ ডিচেম্বৰ তাৰিখে যোৰহাটত দুদিনীয়াকৈ ৪ টি বিষয়ৰ আলোচনা সম্বলিত শিৱিৰৰ কাৰ্যসূচী সম্পন্ন কৰা হয়। এই শিৱিৰৰ আলোচ্য সম্বলিত গ্ৰন্থ 'অধ্যয়ন চক্ৰ' প্ৰকাশ হৈ ওলায়।

**দানবীৰ ৰাধাকান্ত সন্দিকৈ ভৱন ঃ** ১৯৬০ চনতে আধাৰশিলা স্থাপন কৰি থোৱা দানবীৰ ৰাধাকান্ত সন্দিকৈ ভৱনক অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ কেন্দ্ৰীয় বিদ্যাসদনত পৰিণত কৰিব পাৰিলে সভাৰ বাঞ্চিত লক্ষ্যৰ বহুখিনি পূৰণ কৰা হ'ব বুলি সভাই আশা কৰিছিল; কিন্তু বছৰটোত এই সম্পৰ্কত কোনো অগ্ৰগতি লাভ নকৰিলে।

## সত্যেন্দ্ৰনাথ শৰ্মা

সত্যেন্দ্ৰনাথ শৰ্মাৰ (জন্ম ১০ ছেপ্টেম্বৰ, ১৯১৬, মৃত্যু ১১ আগষ্ট, ১৯৯৯) — যোৰহাটৰ প্ৰেক্টিচিং স্কুলত প্ৰাথমিক শিক্ষা আৰম্ভ হয়। ১৯৩৪ চনত জাঁজী হাইস্কুলৰ পৰা সংস্কৃতত লেটাৰসহ প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩৯ চনত কটন কলেজৰ পৰা ডিষ্টিংচনসহ অসম উপত্যকাৰ ভিতৰত দ্বিতীয় স্থান লাভ কৰি বি.এ. পাছ কৰে। ১৯৪১ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম.এ. পাছ কৰে। স্নাতকোত্তৰ পৰীক্ষাত কৃতিত্বৰ বাবে আশুতোষ স্বৰ্ণপদক আৰু ২০০ টকা মূল্যৰ কিতাপৰ টোপোলা উপহাৰ পায়।

১৯৪২ চনৰ পৰা ১৯৪৯ চনলৈ কটন মহাবিদ্যালয়ত সহকাৰী অধ্যাপকৰূপে চাকৰি জীৱন আৰম্ভ কৰে। ১৯৪৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপকৰূপে যোগ দিয়ে। ১৯৫৭-৬৫ চনলৈ ৰিডাৰ, ১৯৬৪ চনত বিশ্ববিদ্যালয়ৰ শ্ৰেণীসমূহৰ অংশকালীন সচিব, ১৯৬৭-৮০ চনলৈ আধুনিক ভাৰতীয় ভাষা বিভাগৰ ৰবীন্দ্ৰনাথ ঠাকুৰ আসনৰ অধ্যাপক হয়। ১৯৮০ চনৰ ফেব্ৰুৱাৰি মাহত অৱসৰ লয়। ১৯৮১-৮২ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ত ভিজিটিং প্ৰফেছাৰ, ১৯৭৭ চনত বিশ্ববিদ্যালয় অনুদান আয়োগৰ জাতীয় অধ্যাপক আৰু ১৯৮৭-৯১ লৈ অসম গৱেষণা পৰিষদৰ সভাপতি নিযুক্ত হয়।

১৯৫৫ চনৰ পৰা ১৯৫৭ চনলৈ অসম সাহিত্য সভাৰ কোষাধ্যক্ষ, ১৯৫৭-৬১ চনলৈ অসম সাহিত্য সভা পত্ৰিকাৰ সম্পাদক, ১৯৫৯-৮৭ কেন্দ্ৰীয় সাহিত্য অকাদেমিৰ সাধাৰণ পৰিষদৰ সদস্য, ১৯৬৪-৬৭ সাহিত্য অকাদেমিৰ কাৰ্যনিৰ্বাহক সদস্য, গুৱাহাটী বিশ্ববিদ্যালয়ৰ Cultural Standing Committee-ৰ সভাপতি, ১৯৭৫-৮৬ লৈ জ্ঞানপীঠ অসমীয়া শাখাৰ উপ-সভাপতি, কাপৰূম অনুসন্ধান সমিতিৰ আজীৱন সভ্য, সভাৰ আজীৱন সদস্য হৈছিল।

১৯৭৫ চনত অসম সাহিত্য সভাৰ মোহন চন্দ্ৰ শৰ্মা বঁটা, ১৯৭৬ চনত সভাৰ দুৰ্গাধৰ বৰকটকী বঁটা, ১৯৮০ চনত অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন, ১৯৮৩-৮৬ ভাৰতীয় বুৰঞ্জী গৱেষণা পৰিষদৰ জেষ্ঠ গৱেষক, ভাৰতীয় জাতীয় কংগ্ৰেছৰ লেখক নিকায় প্ৰশস্তি, ১৯৮৭ চনত সভাই সাহিত্যাচাৰ্য, ১৯৯৫ চনত সদস্য মহীয়ান, ১৯৯৮ চনত আনন্দৰাম বৰুৱা বঁটা, ১৯৯১ চনত শ্ৰীমন্ত শংকৰদেৱ বঁটাৰে সন্মানিত হয়।

*অসমীয়া সাহিত্যৰ ইতিবৃত্ত* (১৯৫৯), *পাৰ্থসাৰথি* (১৯৬০), *অসমীয়া নাট্য সাহিত্য* (১৯৬২), *সাহিত্যৰ আভাস* (১৯৬৩), *অসমীয়া উপন্যাসৰ ভূমিকা* (১৯৬৫), *পৰম্পৰাগত প্ৰাচ্য নাট্যাভিনয়* (১৯৬৭), *অসমীয়া কাহিনী কাব্যৰ প্ৰবাহ* (১৯৭১), *অসমীয়া উপন্যাসৰ গতিধাৰা* (১৯৭৬), *প্ৰবন্ধ চয়নিকা* (১৯৭৯), *অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত* (১৯৮১), *ৰামায়ণৰ ইতিবৃত্ত* (১৯৯০), *স্বাধীনতা সূৰ্যৰ ক্ৰমক্ষীয়মান পোহৰত অসম বুৰঞ্জী* (১৯৯৩), *মহাভাৰতৰ চৰিত্ৰাৱলী* (১৯৯৬)। *The New Vaishnnavite Movement and Sattra Institution of Assam.*, (১৯৬৬), বিষয়ক গৱেষণা গ্ৰন্থৰ বাবে পি.এইচ.ডি ডিগ্ৰী লাভ। *Epices and Purana in Early Assamese Literature (1972), Assamese Liteature Economic and Cultural History of Assam (1989), Education and Learning in Early Assam* (1990), *A Glimps of Sankardevas Art of Poetry* (1991), *Descriptive Catalouge of Assamese Manscripts* (1999), ইংৰাজী গ্ৰন্থ। *উষা পৰিণয়* (১৯৫১), *কথা ৰামায়ণ* (১৯৫৪), *গীতগোবিন্দ* (১৯৫৬), *ভক্তিগীত পদ সঞ্চয়ন* (১৯৬১), *ৰূপকত্ৰয়ম* (সংস্কৃত নাট সংকলন, ১৯৬৩), *অংকমালা* (১৯৭৪), *মৌ* (১৯৭৮), *শিশুজ্ঞান কোষ* (৫ টা খণ্ড, ১৯৮৪), *তুলনাত্মক আধুনিক ভাৰতীয় সাহিত্যৰ অসমীয়া ভাগ* (১৯৮৬), *জ্যোতিপ্ৰসাদ আগৰৱালা ৰচনাৱলী,* (১৯৮৬), *Studies in the Literature and Culture of Assam* (1990), *জয়দেৱস্য গীত গোবিন্দম* (শুক্লধ্বজ বিৰচিত সাৰৱতী সমেয়ম, ১৯৯১) সম্পাদিত গ্ৰন্থ। ওড়িয়া উপন্যাস মাটিৰ মানুহৰ অসমীয়া অনুবাদ *মাটিৰ মানুহ* (১৯৬৫), ইংৰাজী গ্ৰন্থ *Akbar*-ৰ অনুবাদ (১৯৬৭), ৰামায়ণৰ ইতিবৃত্তৰ বাবে প্ৰকাশন পৰিষদৰ বঁটা লাভ (১৯৮৭)।

## অভিভাষণৰ সুবচন

*... সাহিত্য সভাৰ অধিৱেশনত হোৱা খৰচ আৰু মেলামুখী বৈশিষ্ট্য সম্পৰ্কে বিভিন্ন দিশত কৰা বিৰূপ মন্তব্য সম্পৰ্কে একেষাৰ কোৱাৰ প্ৰয়োজন বোধ কৰিলোঁ। অসম সাহিত্য সভা অসমীয়া জাতীয়তাৰ প্ৰতীক। অসম আৰু অসমীয়াপ্ৰেমী মাত্ৰেই এই সভাৰ বাৰ্ষিক বাৰ্ষিক অধিৱেশন উপলক্ষে লগ লগাৰ সুবিধাপায়, ইজনে সিজনক ওচৰৰ পৰা জানিবৰ সৌভাগ্য ঘটে আৰু ভাষা-সাহিত্যৰ কিছু বুজ ল'বলৈকো অৱসৰ পায়। সৰ্বসাধাৰণ ৰাইজে ভাষা-সাহিত্যৰ সূক্ষ্ম গতি-প্ৰকৃতি সম্পৰ্কে সাৰহিত নহ'লেও,*

*সাহিত্য সভাৰ অধিৱেশনত যোগ দি ভাষা-সাহিত্যৰ প্ৰতি তেওঁলোকৰ আস্থা আৰু আনুগত্য প্ৰকাশ কৰে। অসম সাহিত্য সভা যে এটা জাতীয় অনুষ্ঠান সেইটো প্ৰকাশ পাইছে ইয়াৰ সকলোকে সামৰি ল'ব পৰা মেলামুখী বিৰাট ৰূপত। নৰনাৰায়ণৰ বিৰাট সমাৱেশ সাহিত্য সভাৰ বাৰ্ষিক অধিৱেনশনক অসমীয়া ভাষা-সাহিত্য জীৱন্ত প্ৰতীকৰূপে দাঙি ধৰিছে। ইয়াৰ ব্যাহ্যিক বিৰাটত্ব খৰ্ব কৰি মুষ্টিমেয় সাহিত্যিকৰ আলোচনাৰ থলী কৰিবলৈ গ'লে সাহিত্য সভাৰ শক্তি আকৰ্ষণো বহু পৰিমাণে হ্ৰাস পাব। ইয়াৰ বাহ্যিক বিৰাটত্ব খৰ্ব নকৰাকৈ ভাষা-সাহিত্যৰ কেনেকৈ প্ৰকাশ আৰু বিকাশৰ কাৰ্যকৰী পন্থা আঁচনি গ্ৰহণ কৰিব পাৰি সেই বিষয়ে চিন্তা কৰাহে অধিক সমীচিন হ'ব যেন পাওঁ।*

* * *

*বৰ্তমানৰ কবিতা সীমাৱদ্ধ পাঠকৰ মাজত আৱদ্ধ। আগৰ কবিতাত অখণ্ড ভাৱ আৰু অনুভূতিয়ে প্ৰাধান্য লাভ কৰিছিল; কিন্তু বৰ্তমানৰ অৰ্থাৎ অধুনা প্ৰচলিত কবিতা বুদ্ধিমত্তা আৰু অনুভূতিৰ সংশ্লেষণ। গতিকে শিক্ষিত হ'লেও, আধুনিক কবিতাৰ সংস্কাৰ নাথাকিলে, কবিতাৰ ৰসাস্বাদন কৰা সম্ভৱ নহয়। অধুনা প্ৰচলিত কবিতা বৰ্তমান কালৰ জটিলতাৰ প্ৰতীক। জগতৰ ভাৱাদৰ্শ, প্ৰবৃত্তি আৰু আংগিকৰ সংযোগত গঢ় লৈছে। প্ৰকাশভংগী বা উপস্থাপনৰ পদ্ধতি অত্যন্ত বৈয়ক্তিক আৰু আত্মগত হোৱা কাৰণে সৰ্বসাধাৰণ পাঠকৰ পক্ষে ইয়াৰ ৰস গ্ৰহণ কঠিন হোৱাটো স্বাভাৱিক। বোধকৰোঁ এই কাৰণেই আধুনিক কবিতা পুথিৰ পাঠক তথা ক্ৰেতা বৰ কম আৰু প্ৰকাশকসকলেও কবিতাৰ পুথি ব্যৱসায়ৰ ফালে লক্ষ্য ৰাখি ছপাব নোখোজে। দৰাচলতে উচ্চ স্তৰৰ কবিতা কোনো দেশত, কোনো যুগতে জনতাৰ বা সৰ্বসাধাৰণৰ বস্তু নাছিল। সৰ্বসাধাৰণ জনতাৰ মাজত সেই কাৰণে সৃষ্টি হৈছিল লোকসাহিত্য, বেলাড, লোকগীত ইত্যাদি। সংস্কৃত, প্ৰাকৃত আনকি অপভ্ৰংশৰ কবিতা আৰু কাব্যও বিশেষ পাঠকগোষ্ঠীৰ নিমিত্তেহে ৰচিত হৈছিল। সংস্কৃত আলংকাৰিকসকলে কাব্যৰ ৰসাস্বাদন কৰিবৰ কাৰণে পাঠকৰ ৰস-বাসনা থকাৰ প্ৰয়োজন বুলি স্বীকাৰ কৰিছে। এই ৰস-বাসনাই হৈছে পাঠকৰ কাব্য-ৰূপ আৰু কাব্য-ধৰ্ম সম্পৰ্কে সংস্কাৰ বা সম্যক ধাৰণা। গতিকে দেখা যায় যে আধুনিক কবিতা সীমাবদ্ধ পাঠকৰহে উপযোগী বুলি কৰা অভিযোগ সঁচা হ'লেও, কবিতাৰ উপযোগিতা আৰু মূল্য গণতান্ত্ৰিক ভেঁটিত নিৰ্ণয় হোৱা নাই।*

*আধুনিক কবিতাৰ ক্ৰমপৰিণতি অনুধাৱন কৰিবলৈ কবিসকলৰ কবিতাৰ প্ৰতিনিধিমূলক সংকলন একোটা বছৰৰ মূৰত উলিয়াব পাৰিলে বৰ ভাল হয়।*

* * *

*সাহিত্য সভা একেবাৰে ত্ৰুটিহীন এটা অনুষ্ঠান সেই কথা মই ক'ব খোজা নাই। সভাই গ্ৰহণ কৰা প্ৰস্তাৱ, আঁচনি আৰু কাৰ্যৰ মাজত কোনো কোনো ক্ষেত্ৰত সংগতি ৰক্ষা কৰিব নোৱৰাটো সঁচা কথা। ইয়াৰ কাৰণ প্ৰধানকৈ তিনিটা বুলি মোৰ ধাৰণা হয়, উপযুক্ত কৰ্মীৰ অভাৱ, আৰ্থিক অনাটন আৰু আঁচনি বা প্ৰস্তাৱসমূহ কাৰ্যকৰী কৰিবলৈ স্থায়ী সচিবালয়ৰ অভাৱ। প্ৰত্যেক বছৰেই সভাপতি, প্ৰধান সম্পাদক আৰু কাৰ্যনিৰ্বাহক সমিতিৰ পৰিৱৰ্তনৰ কাৰণে আৰু কাৰ্যপন্থা অনুসৰণৰকাৰী স্থায়ী সচিবালয়ৰ অভৱত বহুতো আঁচনি হাতত লোৱা সম্ভৱ হৈ নুঠে। এই বিষয়ে সাহিত্য সভাৰ শুভাকাংক্ষীসকৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল।*



* * *

*ৰসৰচনাৰ কথা বাদ দিলেও, গধুৰ চিন্তাশীল প্ৰবন্ধৰ (সমালোচনাক নধৰি) অভাৱ আৰু বিসদৃশ্যভাৱে চকুত পৰে। বহুক্ষেত্ৰত এনেও দেখা যায় যে আলোচনীৰ সম্পাদকে গধুৰ মৌলিক প্ৰবন্ধৰ অভাৱত অন্য সাহিত্যৰ পৰা অনুবাদ কৰি কাকতৰ পাত পূৰাব লগা হয়। দাৰ্শনিক চিন্তা, কোনো সমস্যাক মৌলিক চিন্তাৰে বিচাৰ কৰি চোৱাৰ প্ৰতিভা আমাৰ নাইনে কি? সাহিত্য সমালোচনামূলক প্ৰবন্ধৰ বাহিৰে নাইবা সাংবাদিক মানৰ প্ৰবন্ধৰ বাহিৰে জীৱন, জগত, আৰু সমাজক আমি কেৱল লোকৰ বিতচকুৰেই চাবলৈ শিকিছোনে কি? আমাৰ স্বকীয় দৃষ্টিভংগীমূলক বক্তব্য একো নাইনে? অসমীয়া শিক্ষিত সমাজৰ সন্মুখত এইটো এটা ডাঙৰ প্ৰশ্ন এয়ে যে আমি শিক্ষা পালেও স্বকীয়ভাৱে চিন্তা কৰিবলৈ শিকা নাই কিয়? যদি চিন্তা কৰিলোহেঁতেন তেন্তে সাহিত্যত তাৰ নিশ্চয় প্ৰতিফলন হ'লহেঁতেন; কিন্তু তেনে চিন্তাৰ অভিব্যক্তি চকুত পৰাকৈ ঘটা আমি দেখা পোৱা নাই।*

* * *

*একোটি সংকলন দুবছৰ প্ৰকাশ কৰি বন্ধ কৰিলে। এনে প্ৰতিনিধিমূলক সংকলনৰ আৱশ্যকতা নুই কৰিব নোৱাৰি। আমাৰ কবিতা আৰু চুটিগল্প আদিও অন্যান্য ভাৰতীয় ভাষালৈ অনুবাদ কৰিব পাৰিলে অসমীয়া সাহিত্যৰ প্ৰচাৰ আৰু অন্য সাহিত্যৰ তুলনাত মূল্যৱান কৰা সুবিধা হ'ব। আধুনিক কবিতাই আমাৰ কলেজীয়া পাঠ্যপুথিত ন্যায্য স্থান পোৱা নাই যেন লাগে। অসমীয়া উচ্চ শিক্ষা লোৱা ছাত্ৰসকলো কবিতাৰ বৰ্তমান ধাৰৰ লগত পৰিচিত হোৱা নিতান্ত প্ৰয়োজন।*

* * *

*অসমীয়া, নামত অসমৰ ৰাজ্যিকভাষাৰূপে স্বীকৃত হৈছে যদিও কামত সম্পূৰ্ণৰূপে সেই মৰ্যাদা পাইছে বুলি কোৱা টান। ৰাজ্যিক প্ৰকাশনৰ সকলো স্তৰতে অসমীয়া এতিয়াও সুচাৰুভাৱে ব্যৱহাৰ হোৱা নাই। গাঁও পঞ্চায়তৰ অফিচৰ পৰা সচিবালয় পৰ্যন্ত সকলো স্তৰতে অসমীয়াৰ ব্যৱহাৰ অপৰিহাৰ্য হোৱাটো আমি বাঞ্ছা কৰোঁ; কিন্তু সচিবালয়ত আৰু কিছু পৰিমাণে উপায়ুক্তৰ দপ্তৰত এতিয়াও ইংৰাজীৰ*

প্ৰয়োগ চলি থকাৰ কাৰণে অসমীয়া আধিপত্য প্ৰতিষ্ঠা হোৱা নাই। ৰাজ্যচৰকাৰে যদি এইক্ষেত্ৰত কিবা অসুবিধাৰ সন্মুখীন হৈছে তেন্তে সেই অসুবিধা আঁতৰোৱাৰ দিহা কৰি অচিৰে অসমীয়াৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰা উচিত। অনা-অসমীয়া বিদ্যালয়সমূহতো অসমীয়া ভাষা শিকোৱাৰ ব্যৱস্থা সম্পূৰ্ণ কৰি তোলা উচিত।

দ্বিতীয়তে বহিৰাগতৰ অবাধ প্ৰব্ৰজনে অসমৰ অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱন বিপন্ন কৰি তোলাৰ যি সম্ভাৱনাই দেখা দিছে সেই বিষয়ে এই সাৱহিত হোৱাৰ সময়ত উপস্থিতি হৈছে। ভাৰতৰ ভিতৰত অসমতেই জনসংখ্যা বৃদ্ধিৰ হাৰ সকলোতকৈ বেছি। ইয়াৰ প্ৰধান কাৰণ হ'ল অন্য ৰাজ্যৰ পৰা অসমলৈ ভূয়সী প্ৰব্ৰজন। ভাৰতৰ অবিচ্ছেদ্য অংগস্বৰূপে অন্য ৰাজ্য বা প্ৰান্তৰ লোক অসমলৈ অহাত বাধা প্ৰদান কৰা টান; এইটো ভাৰতীয় নাগৰিকৰ অন্যতম মৌলিক অধিকাৰ; কিন্তু ৰাজ্যখনৰ খিলঞ্জীয়া অধিবাসীৰ অৰ্থনৈতিক আৰু সাংস্কৃতি জীৱন বিপন্ন হ'বলৈ ৰাজ্যিক চৰকাৰে এৰি দিলে দেশবাসীৰ প্ৰতি দুৰ্ঘোৰ অন্যায় কৰা হ'ব। বহিৰাগতসকল আহি যদি অসমৰ বুকুত সৰু সৰু উপনিৱেশ স্থাপন কৰি নিজ নিজ সম্প্ৰদায়ৰ ভাষা-সংস্কৃতি প্ৰচাৰ আৰু প্ৰতিষ্ঠাত লাগি যায় তেন্তে ৰাজ্য খনত সংহতিৰ পৰিৱৰ্তে অশান্তিৰ বীজ ৰোপণ হ'ব। সেই কাৰণে বহিৰাগতসকলৰ অবিচ্ছিন্ন ধাৰা কেনেকৈ নিয়ন্ত্ৰণ কৰিব পৰা যায় সেই বিষয়ে ৰাজ্য চৰকাৰে চিন্তা কৰা প্ৰয়োজন। বহিৰাগতসকলৰ যদি স্থানীয় খিলঞ্জীয়া অধিবাসীৰ লগত মিলি যাব পাৰে আৰু স্থানীয় অধিবাসীৰ সুখ-দুখৰ লগত তেওঁলোকৰ ভাগ্য জড়িত কৰি দিব পাৰে তেন্তে ৰাজ্যখনৰ পক্ষে মংগল। নহ'লে অবাধ বহিৰাগতৰ ঔপনিৱেশিক সংস্থাপনে অদূৰ ভৱিষ্যতত খিলঞ্জীয়া অধিবাসীক সংখ্যালঘুত পৰিণত কৰি অসমীয়া নিজঘৰতে আলহী কৰিব। এই বিষয়ত কেৱল ৰাজ্য চৰকাৰেই নহয়, অসমৰ খিলঞ্জীয়া অধিবাসীও সাৱধান হ'বৰ হ'ল। সংবিধানৰ মৌলিক অধিকাৰৰ নামত এখন ৰাজ্যৰ খিলঞ্জীয়া অধিবাসীৰ অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱন বিপন্ন কৰিবলৈ কোনো ভাষা-ভাষী বা গোষ্ঠীক এৰি দিলে আত্মহত্যা কৰাৰ তুল্য হ'ব।

* * *

যোৱা পঁচিছ বছৰৰ উপন্যাসৰ বিকাশলৈ লক্ষ্য কৰিলে এটা উৎসাহজনক কথা চকুত পৰে। সেয়ে হৈছে উপন্যাসৰ সংখ্যা বৃদ্ধি পাইছে আৰু ঔপন্যাসিকৰ লেখো বাঢ়িছে। আমাৰ উপন্যাসৰ ক্ষেত্ৰত সংখ্যা আৰু গুণ দুয়োটাৰে বৰ উৎসাহ বোধ কৰিবপৰা হোৱা নাই। উপন্যাসৰ পাঠক সৰহ সংখ্যক যুৱক, বোধকৰোঁ সেইকাৰণেই ব্যৱসায়িক দিশৰ প্ৰতি চকু ৰাখি বহুতো উপন্যাসত সস্তীয়া যৌনচিত্ৰৰ পোহৰ মেলা হয়। জীৱনৰ জিজ্ঞাসবাদ, ব্যক্তি-জীৱনৰ গভীৰ তলীলৈ অন্তপ্ৰৱেশ বহুতো ক্ষেত্ৰতো লক্ষ কৰা নাযায়। ব্যক্তি জীৱন তথা সমাজৰ উপৰুৱা আচৰণ পদ্ধতিতে লেখকসকলৰ দৃষ্টি সীমাবদ্ধ থকা যেন লাগে। সমাজত বৰ্তমান চলি থকা দুৰ্নীতি আৰু ব্যভিচাৰৰ



ওপৰত ঔপন্যাসিকসকলে আলোকসম্পাত কৰি এখন সুস্থ সমাজৰ আদৰ্শ দাঙি ধৰিবলৈ কৰা চেষ্টা নিশ্চয় প্ৰশংসাৰ যোগ্য; কিন্তু ব্যক্তিৰ আভ্যন্তৰীণ ক্ৰিয়াকলাপ আৰু সমাজৰ এক সৰ্বাত্মক ৰূপ আঁকিব পাৰিলেহে ৰচনাৰ কৃতিত্ব ফুলি ওলাব। অলপতে ৰুছিয়াৰ পৰা বহিষ্কৃত হোৱা ছলঝেনিটিছিনৰ 'ফাৰ্ষ্ট চাইকল' আৰু 'আগষ্ট, ১৯১৪ পঢ়াৰ সুবিধা হৈছিল। তাত লেখকৰ বিৰাট পৰিকল্পনা, বিষয়-বস্তুৰ ওপৰত অসাধাৰণ প্ৰভুত্ব আৰু খুঁতি-নাটিৰ বিশদ জ্ঞান দেখি আচৰিত নহৈ নোৱাৰি। আমাৰ ঔপন্যাসিকসকলৰ বিষয়বস্তু সম্পৰ্কে তেনে জ্ঞান আৰু দখল থাকিলে সুখপাঠ্য কাহিনী ৰচনা কৰিব নোৱৰাৰ কাৰণ নাই; কিন্তু মানুহ আৰু সমাজ সম্পৰ্কে উপৰুৱা অধ্যয়নে বিষয়বস্তুৰ ওপৰত তেনে দখল দিব নোৱাৰে। আঞ্চলিক উপন্যাসৰ সংখ্যাও বৃদ্ধি পোৱাটো সুখৰ বিষয়; কিন্তু এটা চিন্তাৰ কথা হৈছে এয়ে যে উঠি অহা ডেকাচামৰ ভিতৰত প্ৰচুৰ সম্ভাৱনা থকা ঔপন্যাসিক বৰ বেছি চকুত পৰা নাই। মনোবিশ্লেষণৰ ভেঁটিত চৰিত্ৰৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া প্ৰদৰ্শনৰ চেষ্টাও নিশ্চয় আশাপ্ৰদ লক্ষণ। মনোবিশ্লেষণৰ কাৰণে আৰু তাৰ অভিব্যক্তিৰ ভেঁটিটো দুই-চাৰিখন উপন্যাস ৰচনা হোৱা আমাৰ চকুত পৰিছে। এইবোৰে আমাৰ উপন্যাস সাহিত্যৰ উন্নতিৰ ৰেঙণি দাঙি ধৰে।

* * *

স্বাধীনতা লাভৰ সাতইছ বছৰৰ পিছতো আমাৰ সমাজত আৰ্থিক বৈষম্য আঁতৰ নহ'ল। শিক্ষাৰ প্ৰসাৰো শামুকীয়া গতিত। শিক্ষিতৰ কথা নকওঁৱেই, সাক্ষৰতাৰ হাৰো শতকৰা ৩০ জনহে। গতিকে এনে এটা নিৰাশাজনক পৰিস্থিতিত সাহিত্যই গা কেতিয়াও কৰিব নোৱাৰে। আমাৰ এটা প্ৰবচন আছে — "আগেয়ে চাউল কঠা, তাৰ পিছতহে হৰি কথা।" সাহিত্যৰ ক্ষেত্ৰতো এই প্ৰবচনটো খাটে। পেটত পানী গামোচা বন্ধা নিৰক্ষৰ জনতাৰ পৰা সাহিত্যৰ পৃষ্ঠপোষকতা বিচৰাটো আকাশ কুসুম বিচৰাৰ দৰে কথা। দেশত আৰ্থিক বৈষম্য আঁতৰি গৈ জনতাই যদি দেবেলা দুসাজিৰ কাৰণে চিন্তা কৰিব নলগা হয়, শিক্ষিত বা অন্ততঃ সাক্ষৰ লোকৰ হাৰ শতকৰা ৮০/৯০ জনলৈ তুলিবপৰা যায় তেন্তে সাহিত্যৰ সমস্যা আপোনা-আপুনি সমাধানৰ পথত আগবাঢ়িব। ইউৰোপৰ কোনো ভাষাৰ জনসংখ্যা অসমীয়াতকৈ কম, অথচ আৰ্থিক স্বচ্ছলতা আৰু শিক্ষা বিস্তাৰৰ কাৰণে তেনে ভাষাই সাহিত্য দৰবাৰত উল্লেখযোগ্য আসন লাভ কৰিবলৈ সক্ষম হৈছে।

অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত সাম্প্ৰতিক আৰু এটা গুৰুত্বৰ সমস্যাই দেখা দিছে। সেয়ে হৈছে কাগজৰ দুষ্প্ৰাপ্য অৱস্থা। দ্বিতীয় মহাযুদ্ধৰ সময়ত আৰু তাৰ অব্যৱহিত দুই-এবছৰৰ পিছত এনে ধৰণৰ কাগজৰ অভাৱত অসমীয়া পুথিৰ প্ৰকাশন প্ৰায় বন্ধ হোৱাৰ দৰে হৈছিল। প্ৰকাশিত পুথি সংখ্যা বছৰত ৪/৫ খনলৈ

নামিছিল। যাঠিৰ দশকৰ শেষৰ ফালে আৰু সত্তৰৰো প্ৰথম দুবছৰত অসমীয়া পুথি বছৰেকত ৩৫০/৪০০ খনলৈ উঠিছিল; কিন্তু ১৯৭৩ চনৰ পৰা কাগজৰ দুষ্প্ৰাপ্য আৰু অগ্নিমূল্য দামৰ কাৰণে সাহিত্যৰ কথাটো বাদেই, পাঠ্যপুথি প্ৰকাশ কৰাই এক ডাঙৰ সমস্যা হৈ পৰিছে।

* * *

আমাৰ পুৰণি পুথি বহুতেই এতিয়াও প্ৰকাশৰ মুখ দেখা নাই। প্ৰকাশন প্ৰতিষ্ঠানসমূহেও এইবোৰ পুথি বিক্ৰী নহয় কাৰণে পাঠ্যপুথি কৰি নিদিলে ছপা কৰিবলৈ আগবাঢ়ি নোখোজে; কিন্তু সাহিত্যৰ বুৰঞ্জী নিখুঁতভাৱে ৰচনা কৰিবলৈ হ'লে সৰু-বৰ সকলো পুৰণি পুথি ছপা হোৱা নিতান্ত প্ৰয়োজন। সাহিত্য সভা, প্ৰকাশন পৰিষদ আৰু বিশ্ববিদ্যালয় দুখনে এই কাম হাতত ল'লে আমাৰ সাহিত্যৰ এটা ডাঙৰ অভাৱ পূৰণ হ'ব। পুৰাণৰ অসমীয়া অনুবাদসমূহ অন্ততঃ প্ৰকাশ কৰিব পাৰিলে বৰ ডাঙৰ কাম হ'ব বুলি আমাৰ ধাৰণা। 'পুৰণি পুথি প্ৰকাশ' বুলি এটা আঁচনি ল'ব পাৰিলে বেয়া নহয়। ৰাইজে নখ জোকাৰিলে নৈ বয়, গতিকে সহৃদয় ৰাইজে মুক্তহস্তে সাহিত্য সভাক সহায় কৰিলে এনে আঁচনি কাৰ্যত পৰিণত কৰা একো টান নহ'ব।

আজি হিন্দী সাহিত্য বহুখিনি পুষ্ট হৈছে অনুবাদৰ ফলত। আমাৰ সাহিত্যত বিশ্ব সাহিত্যৰ তথা ভাৰতীয় সাহিত্যৰ বাছকবনীয়া গ্ৰন্থসমূহ অনুবাদৰ দিহা কৰিব নোৱাৰিনে? অৱশ্যে কিছু গ্ৰন্থ ইতিমধ্যে অনূদিত আৰু প্ৰকাশিত নোহোৱাকৈ থকা নাই। তথাপি সেয়ে যথেষ্ট বুলি ক'ব নোৱাৰি। অনুবাদ যিমানেই বেছি হয় সিমানেই অসমীয়া পাঠকে বহল জগতখনৰ সাহিত্যৰ লগত পৰিচয় হ'বলৈ সুবিধা পাব। পৃথিৱীৰ বিভিন্ন সাহিত্যৰ শ্ৰোত-উপস্ৰোত, প্ৰবৃত্তি আৰু ধাৰাৰ লগত অসমীয়া পাঠকৰ মানসিক সংযোগ স্থাপিত হৈ বৌদ্ধিক দিগ্বলয় বিস্তীৰ্ণ হ'ব আৰু 'আনন্দৰ কণা ৰসৰ নিজৰা'ৰ উৎস বৃদ্ধি পাব।

* * *

জনসাহিত্য আৰু শিশু সাহিত্যৰ উপৰি উচ্চ সাহিত্য আৰু তত্ত্বগধুৰ গ্ৰন্থ প্ৰণয়ন কৰাৰ আঁচনি এতিয়া থকাৰ দৰেই সমান্তৰালভাৱে থকাৰ প্ৰয়োজন। অসম প্ৰকাশন পৰিষদে চৰকাৰী সাহায্যৰ ভিত্তিত ইতিমধ্যে বহুখিনি প্ৰয়োজনীয় আৰু আপুৰুগীয়া গ্ৰন্থ প্ৰকাশ কৰিছে, অভাৱগ্ৰস্ত গ্ৰন্থকাৰক গ্ৰন্থ প্ৰকাশৰ উদ্দেশ্যে আৰ্থিক সাহায্য প্ৰদান কৰিছে আৰু কেবাখনো যুগান্তকাৰী বিৰাট গ্ৰন্থৰ আঁচনি হাতত লৈছে। সেই আঁচনিৰ ভিতৰত অসমৰ বিশদ বুৰঞ্জী, অসমীয়া সাহিত্যৰ বুৰঞ্জী আৰু বিশ্বকোষ প্ৰণয়ন বিশেষভাৱে উল্লেখযোগ্য। এই আঁচনিকেইটা সম্পূৰ্ণ হ'লে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ডাঙৰ অভাৱ পূৰণ হ'ব। পুথি প্ৰকাশনৰ ক্ষেত্ৰত অসম সাহিত্য সভা আৰু প্ৰকাশন পৰিষদৰ মাজত সমন্বয় ৰক্ষা কৰি আঁচনি গ্ৰহণ কৰিলে অধিক ফলপ্ৰসূ হ'ব।



সেই কাৰণেই আমি ভাবোঁ যে প্ৰকাশন পৰিষদৰ কাৰ্যনিৰ্বাহক সমিতিত সাহিত্য সভাৰ প্ৰধান সম্পাদকক পদেন সভ্যৰূপে ৰখা নিতান্ত প্ৰয়োজন আৰু অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিতো প্ৰকাশন পৰিষদৰ সচিবক 'পদেন' সভ্যৰূপে ৰখাৰ ব্যৱস্থা কৰিব পাৰিলে ভাল। ইয়াৰ ফলত দুয়োটা অনুষ্ঠানৰ মাজত সমন্বয় ৰক্ষা কৰা সহজ হ'ব।

* * *

গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয় স্থাপন হোৱাৰ পিছৰপৰা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিমূলক ভালেখিনি গৱেষণা গ্ৰন্থ পি.এইচ.ডি. উপাধিৰ বাবে স্বীকৃত হৈছে। এই সকলোবোৰ গ্ৰন্থই ইংৰাজী ভাষাত ৰচিত। ইংৰাজীত ৰচিত হোৱাৰ কাৰণে সেই গ্ৰন্থবোৰে অসমীয়া ভাষা-সাহিত্যৰ সৌষ্ঠৱ বঢ়াব পৰা নাই। ভাৰতৰ প্ৰায়বোৰ বিশ্ববিদ্যালয়তে আঞ্চলিক ভাষা-সাহিত্য-সংস্কৃতি সম্পৰ্কীয় গৱেষণা গ্ৰন্থ আঞ্চলিক ভাষাতে লিখিব পৰা বিকল্প ব্যৱস্থা থকাত গৱেষকসকলে স্বকীয় মাতৃভাষাত তেওঁলোকৰ গৱেষণাগ্ৰন্থ প্ৰণয়ন কৰাৰ সুবিধা পাইছে আৰু সেইবোৰৰ প্ৰকাশে আঞ্চলিক ভাষা-সাহিত্য সমৃদ্ধিশালী হোৱাত সহায় কৰিছে। অসমীয়াক উচ্চ শিক্ষাৰ মাধ্যমৰূপে স্বীকৃতি দিয়াৰ পিছত গৱেষণা গ্ৰন্থও এই ভাষাত সাহিত্য সমৃদ্ধিশালী হোৱাত সহায় কৰিছে। অসমীয়াক উচ্চ শিক্ষাৰ মাধ্যমৰূপে স্বীকৃতি দিয়াৰ পিছত গৱেষণা গ্ৰন্থও এই ভাষাত প্ৰণয়ন কৰাৰ মৰ্যাদা দিয়া উচিত বুলি অনুভৱ কৰোঁ। এনে কৰিলে অসমীয়াত বহুতো উচ্চ মানবিশিষ্ট গ্ৰন্থ পাবলৈ আশা কৰিব পাৰোঁ। হিন্দী, বঙলা আদি ভাষাত এনে গৱেষণা বা 'শোধ' পাবলৈ আশা কৰিব পাৰোঁ। হিন্দী, বঙলা আদি ভাষাত এনে গৱেষণা বা 'শোধ' গ্ৰন্থই সাহিত্য-সংস্কৃতিক আলোচনাত্মক দিশৰ সৌষ্ঠৱ আৰু মান বৃদ্ধি কৰাত যথেষ্ট অৰিহণা যোগাইছিল। পি.এইচ.ডি. উপাধিৰ বাবে অসমীয়াত গৱেষণা গ্ৰন্থ ৰচনা কৰিবলৈ দিবলৈ দুটা অসুবিধাৰ সন্মুখীন হোৱাৰ সম্ভাৱনা নথকা নহয়। প্ৰথম আৰু প্ৰধান হ'ল বাহিৰৰ পৰীক্ষক (External Examiner) দুজন পোৱা সহজ নহয়। অসমীয়া পঢ়া আৰু বুজা অসমৰ বাহিৰৰ প্ৰখ্যাত পণ্ডিত দুই-চাৰিজনতকৈ বেছি নোলাব। অসমৰ ভিতৰতে পৰীক্ষক নিযুক্তি কৰিলে গৱেষণাৰ মান নামি যোৱাৰ আৰু সৰ্বভাৰতীয় স্বীকৃতি নোপোৱা সম্ভাৱনা থাকে। আহুকলীয়া পৰিস্থিতিত বোধকৰোঁ সকলো বিষয়ৰ পথ অসমীয়াত মুকলি কৰি নিদি য'ত বাহিৰৰ পৰীক্ষক পোৱাৰ সম্ভাৱনা আছে তেনে বিষয়ত অসমীয়াতে গৱেষণা গ্ৰন্থ প্ৰণয়ন কৰিবলৈ দিয়া উচিত হ'ব বুলি ভাবোঁ। ইংৰাজীত প্ৰণয়ন কৰা সাহিত্য-সংস্কৃতি বিষয়ক গৱেষণা গ্ৰন্থৰাজীৰ অসমীয়া সংস্কৰণ উলিয়াব পাৰিলে আমাৰ ভাষা-সাহিত্যৰ প্ৰচুৰ উপকাৰ হ'ব।

* * *

*অসমৰ দুখন বিশ্ববিদ্যালয়ত অসমীয়া উচ্চ শিক্ষাৰ মাধ্যমৰূপে স্বীকৃত হৈছে। বিশ্ববিদ্যালয় দুখনে পাঠ্যপুথিসমূহ যুগুত কৰিবলৈ বিহিত ব্যৱস্থা হাতত লৈছে; কিন্তু উচ্চ শিক্ষাৰ স্তৰত পাঠ্যপুথিকেইখনেই এজন ছাত্ৰক বিভিন্ন বিষয়ত পৰ্যাপ্ত জ্ঞান কেতিয়াও দিব নোৱাৰে। তাৰ কাৰণে বিভিন্ন বিষয়ক বহুতো সহায়ক গ্ৰন্থৰ প্ৰয়োজন হ'ব। বিশ্ববিদ্যালয় দুখনে এই বিষয়ত আগভাগ ল'ব লগা হ'লেও অসমীয়া ভাষা-সাহিত্যৰ উন্নতিকামী ব্যক্তি আৰু সাহিত্য সভাৰ দৰে ৰাজহুৱা সাহিত্যিক প্ৰতিষ্ঠানৰ ওপৰতো কিছু দায়িত্ব নপৰাকৈ থকা নাই। এটা ভাষা চহকী বুলি ক'বলৈ হ'লে সেই ভাষাত কেৱল সৃষ্টিধৰ্মী সাহিত্য থাকিলেই যথেষ্ট নহয়, জ্ঞান-বিজ্ঞান-দৰ্শন আদি বিভিন্ন বিষয়ক পৰ্যাপ্ত পৰিমাণে গ্ৰন্থ সেই ভাষাত থাকিব লাগিব। আজি ইংৰাজী ভাষা চহকী কেৱল সাহিত্যৰ কাৰণেই নহয়, এই ভাষাত পৃথিৱীৰ এনে এটা বিষয় নাই, যিটো বিষয়ে কোনো ব্যক্তি বা ছাত্ৰই সকলো কথা নিজ ভাষাত খৰচি মাৰি শিকিব নোৱাৰে। আমাৰ ছাত্ৰসকলেও মাতৃভাষাতে সকলো পাব পৰা কৰি দিয়াৰ আদৰ্শ আগত ৰাখি বিশ্ববিদ্যালয় আৰু সাহিত্যিক অনুষ্ঠানকেইটাই সামন্বয়িক ভিত্তিত কাম কৰিব পাৰিলে ভাল আৰু সেইমতে আঁচনি ল'লে অধিক ফলপ্ৰসূ হ'ব বুলি আমাৰ ধাৰণা।*

* * *

*আশা কৰোঁ বড়ো আৰু মিচিং ভাষা-ভাষীসকলে বৰ্তমান আৰু উত্তৰ পুৰুষৰ ভবিষ্যৎ চিন্তা কৰি সমগ্ৰ অসমৰ হিতকল্পে এক সুমীমাংসাত উপনীত হৈ ৰাজ্যখনৰ চিৰকলীয়া জাতি-জনজাতীয় সম্প্ৰীতিৰ ডোলগছ কটকটীয়া কৰিব।*

*অসমৰ চাহ বাগিচাৰ বনুৱাসকল অসম আৰু অসমীয়াৰ অবিচ্ছেদ্য অংগ। তেওঁলোক শিক্ষা-দীক্ষাত পিছ পৰা। তেওঁলোকৰ উন্নতিকল্পে অসম সাহিত্য সভাই ইতিপূৰ্বে দুই-এখন গ্ৰন্থ প্ৰকাশ কৰিছে; কিন্তু সেয়ে যথেষ্ট নহয়। চাহ বাগিচাৰ বনুৱাসকলৰ মাজত অধিক সংখ্যক অসমীয়া বিদ্যালয় আৰু সাংস্কৃতিক অনুষ্ঠান স্থাপন কৰিবলৈ ৰাজ্যিক আৰু কেন্দ্ৰীয় চৰকাৰৰ লগত সাহিত্য সভাই অধিক তৎপৰতাৰে সৈতে যোগাযোগ কৰা উচিত হ'ব। বনুৱাসকলৰ গীত-মাত, পূজা-পাৰ্বণ আৰু সংস্কৃতিৰ সম্পদ সংৰক্ষণৰ দিহা কৰাও প্ৰয়োজন। ন-অসমীয়া মুছলমানসকলৰ মাজতো নিৰক্ষৰতা দূৰীকৰণ আৰু ইছলামীয় আৰু ভাৰতীয় সংস্কৃতিৰ সমন্বয়-সংহতিমূলক কথা আৰু কাহিনী সহজ-সৰল ভাষাত প্ৰকাশ কৰিব পাৰিলে আমাৰ ভাষা-সাহিত্য আৰু সংহতি উন্নয়নৰ পথত বহু সহায়ক হ'ব। তেওঁলোকৰ গীত-মাতো সংৰক্ষণীয়।*

*আমাৰ বৰ্তমান সাহিত্যত প্ৰধানকৈ শিক্ষিত মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্তৰ মানসিকতা প্ৰতিফলিত হোৱা দেখা গৈছে। তদুপৰি বৰ্তমান সাহিত প্ৰধানকৈ নাগৰিক জীৱনৰ ভেঁটিত গঢ় লোৱাৰ কাৰণে আৰু লেখকসকলৰ সৰহভাগেই বুৰ্জোৱা মধ্যবিত্ত*



*শ্ৰেণীৰ হোৱা কাৰণেই মেহনতী জনতাৰ সুখ-দুখ, আশা-আকাংক্ষাৰ প্ৰতিফলন যেনে ধৰণে হ'ব লাগিছিল তেনে ধৰণে হোৱা নাই। আমাৰ সমাজৰ শতকৰা ৮০ জনেই হয় খেতিয়ক, নহয় মজদুৰী কৰা লোক। এওঁলোকৰ জীৱন অধ্যয়নৰ ভেঁটিত পৰ্যাপ্ত পৰিমাণে সাহিত্য আমাৰ ভাষাত এতিয়াও হোৱা নাই। সেই কাৰণেই আমাৰ সাহিত্যক শিক্ষিত মধ্যবিত্তৰ সাহিত্য বুলিয়েই অভিহিত কৰিব পাৰি।*

*পুৰণি অসমীয়া সাহিত্যলৈ মন কৰিলে এটা কথা স্পষ্টভৰে ওলাই পৰে যে বৈষ্ণৱ কবিসকলে যি সাহিত্য ৰচনা কৰি গ'ল সেই সাহিত্যই জনতাৰ মাজত ঠাই উলিয়াই ল'লে। 'কীৰ্তন', 'দশম' আৰু 'ভীমচৰিত' আদি কাহিনী কাব্যসমূহে প্ৰত্যেক অসমীয়াত প্ৰতিষ্ঠা লাভ কৰিলে।*

* * *

*অসমীয়া সংস্কৃতি এটা গোষ্ঠী বা সম্প্ৰদায়ৰ দান আৰু আছুতীয়া সম্পাদ নহয়। এই সংস্কৃতি অসমীয়া মাতৃভাষাৰূপে কোৱাসকলৰ উপৰি বড়ো, কছাৰী, কাৰবি, মিছিং, লালুং, ৰাভা, ডিমাচা, চাহ বনুৱা, অসমত স্থায়ীভাৱে বসবাস কৰিবলৈ লোৱা এসময়ৰ পমুৱা মুছলমানসকলৰ সামন্বয়িক অৱদানৰ ফল। বুৰঞ্জীয়ে ঢুকি পোৱা সময়ৰ পৰাই অসমীয়া জাতিৰ এই অংগ-উপাংগসমূহে একগোট হৈ ইতিহাসত ভূমিকা গ্ৰহণ কৰিছে। নানা কাৰণবশতঃ এই অংগ-উপাংগবোৰ কিছুমান বৰ্তমান কালত পিছ পৰি আছে। সেইসকলৰ সৰ্বতোপ্ৰকাৰ উন্নতি বিধান কৰা আমাৰ জাতীয় চৰকাৰৰ যেনে পবিত্ৰ কৰ্তব্য, তেনেকৈ জাতীয় সংস্কৃতিৰ ধাৰক স্বৰূপ সাহিত্য সভায়ো তেওঁলোকক আগুৱাই অনাত যথাসাধ্য বৰঙণি যোগাবলৈ নিশ্চয় যত্নৰ ক্ৰটি নকৰে; কিন্তু উন্নতি আৰু প্ৰগতিৰ নামত যদি কোনো এটা অংশই একেবাৰে সম্বন্ধ ছিঙি বেলেগ বেলেগ গোটত পৰিণত হৈ আমাৰ চিৰ চেনেহী জন্মভূমিক খণ্ড-বিখণ্ড কৰিব খোজে তেন্তে সাহিত্য সভা তাৰ নিৰপেক্ষ দৰ্শক হৈ চাই থাকিব নোৱাৰে। বৰ্তমান অসমৰ অখণ্ডতা ৰক্ষা কৰাটো অসম সাহিত্য সভাৰ অন্যতম পবিত্ৰ কৰ্তব্য বুলি মই ভাবোঁ। এইখিনি কথা ক'বলগীয়া হ'ল এই কাৰণেই যে সাম্প্ৰতিক সময়ত অসমীয়া জাতিৰে অপৰিহাৰ্য অংগ বুলি গণ্য কৰি অহা দুই-এটা গোষ্ঠীয়ে আত্ম-স্বাতন্ত্ৰ্যৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ অসমীয়া ভাষাৰ লগত বহুকলীয়া সম্পৰ্ক ছেদ কৰিবলৈ উপক্ৰম কৰিছে। অসমীয়াৰ উপৰি অসমত বহু সৰু সৰু ভাষাগোষ্ঠীৰ প্ৰচলন আছে। এই ভাষাগোষ্ঠীৰ লোকসমূহক নিজ নিজ কথিত মাতৃভাষাৰ বিকাশ কৰাত বাধাদানৰ প্ৰশ্ন নাহে। শিক্ষাৰ প্ৰাথমিক স্তৰত মাতৃভাষাৰ মাধ্যমেদি শিক্ষা লাভৰ মৌলিক অধিকাৰ সংবিধানে দিছে; কিন্তু মাধ্যমিক স্তৰৰ পৰা আঞ্চলিক ভাষাৰ মাধ্যমেদি শিক্ষা লোৱাটো ৰাজ্যৰ সংহতি, সম্প্ৰীতি আৰু শিক্ষানীতিৰ ফালৰ পৰাও নিতান্ত প্ৰয়োজন। তদুপৰি আঞ্চলিক ভাষা অসমীয়া যেতিয়া উচ্চ শিক্ষাৰো বাহনস্বৰূপে পৰিগণিত হৈছে, তেনেস্থলত মাধ্যমিক*

*শিক্ষাৰ স্তৰত সকলো ভাষাগোষ্ঠীৰ ছাত্ৰই অসমীয়াক মাধ্যমৰূপে গ্ৰহণ কৰিলে সম্প্ৰতি আৰু সংহতিৰ পথ সুগম হোৱাটো স্বাভাৱিক। সেইকাৰণে আমাৰ বিনীত অনুৰোধ এয়ে যে অসমৰ উপভাষা-ভাষীলোকসকলে নিজ মাতৃভাষাৰ উন্নতিকল্পে কৰা চেষ্টাত অসমীয়া ভাষা-ভষীয়ে যেনেকৈ বাধা সৃষ্টি কৰা অনুচিত, তেনেকৈ এই ভাষা-ভাষীসকলেও অসমীয়া ভাষা-সাহিত্যক পৰিত্যাগ নকৰি মৰমেৰে চোৱা উচিত।*

* * *

*চুটি গল্পৰ ক্ষেত্ৰতো উঠি অহা ডেকাচামৰ মাজত দুই-এজন বাদে বৰ সম্ভাৱনাপূৰ্ণ গল্পকাৰ আমাৰ চকুত পৰা নাই। সৰহভাগ প্ৰতিষ্ঠাশীল গল্পকাৰ চল্লিছৰ ডেওনা পাৰ হৈ গৈছে। তেওঁলোকৰ গল্পৰ সংগ্ৰহ যোৱা দশকত প্ৰকাশ হৈছে যদিও তেওঁলোকৰ পঞ্চাছৰ দশকতে গল্পৰ ক্ষেত্ৰত প্ৰৱেশ কৰে। নতুন লেখকসকলে সাধাৰণতে আলোচনীৰ পাতত সাহিত্য ক্ষেত্ৰত প্ৰৱেশ কৰি প্ৰতিষ্ঠাৰ পথত আগবাঢ়ে। যোৱা দহবছৰত অসমীয়া সুস্থিৰ আলোচনীৰ অভাৱত বহুতো সম্ভাৱনাপূৰ্ণ লেখকৰ প্ৰতিভাই আত্মপ্ৰকাশৰ পথ বিচাৰি পোৱা নাই। নতুন লেখকৰ গল্পৰ সংগ্ৰহ প্ৰকাশন প্ৰতিষ্ঠানেও প্ৰকাশ কৰিব নোখোজে। ফলত আমাৰ চুটিগল্পৰ ক্ষেত্ৰত যিমান প্ৰতিশ্ৰুতিসম্পন্ন শিল্পী পাব লাগিছিল, সিমানখিনি পোহৰলৈ আহিবলৈ সুবিধা নোপোৱাৰ ফলত আগবাঢ়ি আহিব পৰা নাই। চুটি গল্প সৃষ্টি কৰিবলৈ যিকোনো পৰিস্থিতিয়েই যথেষ্ট, উপন্যাসৰ দৰে অভিজ্ঞতাৰ বৈচিত্ৰ্য আৰু গভীৰতা নহ'লৈও চলে। সেই কাৰণেই অসমীয়া চুটি গল্পৰ মান আৰু গুণগত মূল্য ভাৰতীয় কোনো সাহিত্যতকৈ নিম্নস্তৰৰ নহয়।*

*অসমীয়া নিবন্ধ ৰচনাৰ ক্ষেত্ৰত বৰ্তমান অৱস্থা আশাপ্ৰদ বুলি মুঠেই ক'ব নোৱাৰি। বেজবৰুৱাৰ পৰা আৰম্ভ কৰি হলিৰাম ডেকা, ডাক্তৰ হেম বৰুৱাৰ মাজেদি ৰস-ৰচনা আৰু নিবন্ধই যি পৰম্পৰা সৃষ্টি কৰে, পঞ্চাছৰ প্ৰাৰম্ভৰ পৰা ষাঠিৰ দশকৰ প্ৰাৰম্ভিক কেইবছৰত ৰস ৰচনাৰ এটা ঢল আহিছিল, কিন্তু ষাঠীৰ দশকৰ মাজভাগৰ পৰা এইবিধ ৰচনাৰ প্ৰতি ক্ৰমাৎ লেখকসকলৰ উদাসীনতা পৰিলক্ষিত হয়। প্ৰকাশভংগীৰ স্বকীয়তা, আলাপী ব্যক্তিত্ব, বুদ্ধিদীপ্ত মন্তব্য, চতুৰ হাস্যৰসৰ ছিটিকনিয়ে এইবিধ ৰচনাক গ্ৰহণযোগ্য কৰি তোলে। প্ৰবল বেগেৰে বৈ হঠাতে এই ধাৰাটো শুকাই যাবলগীয়া অৱস্থা কিয় হ'ল? যি ব্যাপক অধ্যয়নশীলতা, বুদ্ধিমত্তা আৰু ৰসিক চেতনাৰ প্ৰয়োজন সেইখিনিৰ দৈন্য পৰিছেনেকি সিও ভাব চাবলীগায় বিষয়। বিশুদ্ধ হাস্যৰস, ব্যংগ আৰু কৌতুকপূৰ্ণ ৰচনা এটা স্বতন্ত্ৰ ধাৰাৰূপে লোপ পাবৰ উপক্ৰম হৈছে। আমি বোধকৰোঁ বেৰসিক জাতি, হাঁহিব নাজানো; কিন্তু আমাৰ মাজৰ পৰাই বেজবৰুৱা, চিত্ৰসেন যখৰীয়া, ডাক্তৰ হেম বৰুৱা ওলোৱা নাছিল জানো? পঞ্চাছৰ দশকত যিসকলে এইবিধ সাহিত্যত জোৱাৰ আনিছিল, তেওঁলোকৰ লেখাই মৌনতা অৱলম্বন কৰিলে কিয়? অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ ইও এক জটিল প্ৰশ্ন।* ❖ ❖

# ত্ৰয়শ্চত্বাৰিংশ অধিৱেশন
## টিহু
## ১, ২ আৰু ৩ ফেব্ৰুৱাৰি, ১৯৭৬

টিহু নদীৰ পাৰৰ, সৰু অথচ শিক্ষা-সংস্কৃতিত আগবঢ়া নগৰ (চহৰ) টিহু। কামৰূপ জিলাৰ প্ৰায় "অয়ং যজ্ঞো ভুৱনস্য নাভিঃ" স্বৰূপ টিহু নাম অৰ্বাচীন যদিও অঞ্চলটি ঐতিহ্যপূৰ্ণ, বুৰঞ্জীবিখ্যাত। এই চহৰতে ১৯৭৬ চনৰ ফেব্ৰুৱাৰি মাহৰ এক তাৰিখৰ পৰা তিনি তাৰিখলৈকে বিভিন্ন কাৰ্যসূচীৰে অসম সাহিত্য সভাৰ ত্ৰয়শ্চত্বাৰিংশ সন্মিলন বহে। এই সন্মিলনৰ মূল সভাপতি গৰাকী হ'ল প্ৰবীণ সাহিত্য সমালোচক যজ্ঞেশ্বৰ শৰ্মা। সন্মিলনত বিশিষ্ট অতিথি হিচাপে বংগ তথা ভাৰতৰ প্ৰথম শ্ৰেণীৰ প্ৰগতিবাদী কবি সুভাস মুখোপাধ্যায়ে যোগদান কৰে। তদুপৰি পোনপ্ৰথমবাৰৰ বাবে ভাৰতৰ মহামান্য ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমদে সন্মিলন উদ্বোধন কৰি অসম সাহিত্য সভাৰ বুৰঞ্জীত এটি অভিলেখ ৰচনা কৰে।

টিহুত ত্ৰয়শ্চত্বাৰিংশ সন্মিলনখন পৰিপাটিকৈ পাতিবৰ বাবে ৰাজ্য চৰকাৰৰ ৰাজহ মন্ত্ৰী ডাক্তৰ ভূমিধৰ বৰ্মণক সভাপতি, ধনেশ্বৰ গোস্বামীক কাৰ্যকৰী সভাপতি, অধ্যক্ষ শৈলেন প্ৰসাদ মেধিক প্ৰধান সম্পাদক আৰু সাধিৰাম কলিতা আৰু লোহিত তালুকদাৰক সহযোগী সম্পাদক হিচাপে লৈ এখন শক্তিশালী অভ্যৰ্থনা সমিতি গঠন কৰে। টিহু নৈৰ দক্ষিণপাৰৰ বিৰাট অঞ্চলৰ পূবে টিহু কলেজ, টিহু হাইস্কুল সামৰি পশ্চিমে ছোৱালী হাইস্কুললৈকে প্ৰায় ১৫৫ বিঘা ধাননি পথাৰ সামৰি সন্মিলনৰ বাবে প্ৰস্তুত কৰা হৈছিল। এই গোটেই অঞ্চলটোৰ নামকৰণ কৰা হৈছিল 'লখিমী পথাৰ' (অৱশ্যে লখিমী পথাৰ নামকৰণৰ কোনো ঐতিহ্য নাই)। টিহু ৰাইজৰ লগত আৰক্ষী বাহিনী আৰু সেনাবাহিনীৰ জোৱানসকলে লখিমী পথাৰ সাহিত্য সভাৰ বাবে সজীৱ কৰি তোলে। প্ৰায় পঞ্চাছ হাজাৰ দৰ্শকে চাব পৰাকৈ মূল মণ্ডপ সজা হৈছিল। মূল মণ্ডপৰ গাতে লগা প্ৰদৰ্শনী ক্ষেত্ৰ আৰু অলপ দূৰৈত তৈয়াৰ কৰা অস্থায়ী বিমান ঘাটিৰে গোটেই লখিমী পথাৰ জানুৱাৰি মাহৰ শেষ সপ্তাহৰ পৰা যেন কাৰোবাৰ যাদুৰ সোণৰ কাঠিৰ পৰশত প্ৰাণ পাই উঠিল। টিহুৰে নতুন ৰূপ পালে। ৰে'লৰে ষ্টেচনৰ পৰা নাথকুছিলৈকে, ৰাষ্ট্ৰীয় পথৰ পৰা টিহুলৈ অহা ফিডাৰ পথ, নগৰৰ মাজৰ বিভিন্ন পথসমূহ আহল-বহল কৰা হ'ল। বিজুলী চাকিৰ ব্যৱস্থা সম্প্ৰসাৰণ কৰা হ'ল।

নাথকুছিৰ পৰা ফিডাৰ পথত আৰু ৰে'লৰে ষ্টেচনৰ পৰা টিহুলৈ অহা অন্যান্য পথতো স্থানীয় ৰাইজে কেইবাখনো চকুৰোৱা তোৰণ সাজি সাহিত্যপ্ৰেমী ৰাইজক স্বাগত সম্ভাষণ জনাইছিল। অভ্যৰ্থনা সমিতিৰ তৰফৰ পৰা নিৰ্মাণ কৰা মূল তোৰণখনৰ নামকৰণ কৰা হৈছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নামত। তোৰণখনত অসমৰ বিভিন্ন সংস্কৃতিৰ দিশ ফুটাই তোলা হৈছিল। আন এখন তোৰণ কথাশিল্পী হলীৰাম ডেকাৰ নামত ৰখা হৈছিল। প্ৰদৰ্শনী মণ্ডপৰ দুই মূৰত থকা (একেখনেই) তোৰণ দুখন আছিল অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী আৰু বিপ্লৱী শিল্পী ব্ৰজনাথ শৰ্মাৰ নামত। নাথকুছিৰ মূৰত ত্যাগী পুৰুষ সদানন্দ ব্ৰহ্মচাৰী তোৰণ দিয়া হৈছিল। তদুপৰি কলেজ পথত থকা তামোলপুৰ ৰাইজৰ অসম সাহিত্য সভা প্ৰতীকৰ আৰ্হিত সজা আৰু বৰপেটা দিলীপ চিনেমাই মাটিৰ বাচনেৰে সজা শ্ৰীশ্ৰীশংকৰদেৱ তোৰণখনে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল।

## কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন

সাহিত্য সভাৰ ১৯৭৫-৭৬ চনৰ শেষ কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন অনুষ্ঠিত হয় টিহু ধৰ্মশালাত (শ্ৰীশ্ৰীসত্যনাৰায়ণ মন্দিৰৰ লগত থকা)। ১ ফেব্ৰুৱাৰিৰ পুৱা ১০ বজাত ডক্টৰ সত্যেন্দ্ৰ নাথ শৰ্মাৰ সভাপতিত্বত বহা এই কাৰ্যনিৰ্বাহক সভাত ত্ৰয়শ্চত্বাৰিংশ সন্মিলনৰ বিশদ কাৰ্যসূচী আৰু প্ৰধান সম্পাদকৰ প্ৰতিবেদন, গ্ৰহণ কৰা হয়। এই অধিৱেশনতে অসমৰ লোক সংস্কৃতিৰ বিকাশৰ বাবে আঁচনি গ্ৰহণ কৰি সাহিত্য সভাই প্ৰস্তাৱিত ৰাধাকান্ত সন্দিকৈ স্মৃতি ভৱনটি অসমীয়া লোক সংস্কৃতি, ভাষা-সাহিত্যৰ বিদ্যা সদনত পৰিণত কৰা আৰু মাজুলীত অসমীয়া সংস্কৃতিৰ এটি গৱেষণা কেন্দ্ৰ স্থাপন কৰাৰ বিষয়ে সিদ্ধান্ত লোৱা হয়। মূল অধিৱেশনত এই কেইটি বিষয়ত এটি প্ৰস্তাৱ গ্ৰহণৰ বাবে কাৰ্যনিৰ্বাহকে বিষয়বাছনী সভালৈ এটি প্ৰস্তাৱ আগবঢ়ায়।

ত্ৰয়শ্চত্বাৰিংশ সন্মিলনৰ দিন চমু চাপি অহাৰ লগেলগে অতিথিপৰায়ণ টিহুবাসীয়ে সাহিত্যপ্ৰেমী ৰাইজক সকলো প্ৰকাৰৰ সেৱা কৰিবলৈ আগবাঢ়ি আহিল। প্ৰতিনিধি, দৰ্শক আৰু শিল্পীসকলক ৰাখিবৰ বাবে স্থানীয় সকলো শিক্ষানুষ্ঠান, ব্যক্তিগত বাসভৱন, ধৰ্মশালা আদিত সুবন্দোৱস্ত কৰা হৈছিল। প্ৰায় এহেজাৰ লোকে যাতে একে সময়তে কোনো অসুবিধা নোপোৱাকৈ খাব পাৰে, তাৰ বাবে টিহু কলেজৰ পাছফালে এটি সুবৃহৎ ভোজনশালাৰ ব্যৱস্থা কৰা হৈছিল। চহৰত কেইবাখনো সুলভ মূল্যত খাব পৰাকৈ হোটেল, ৰেষ্টুৰেণ্ট খুলি খাদ্যবস্তু মজুত ৰখাটো আদৰ্শনীয় আছিল। ৰাজ্যিক জনস্বাস্থ্য বিভাগে গভীৰ নলীনাদৰ দ্বাৰা খোৱাপানীৰ যোগান ধৰিছিল (টিহু চহৰত পানী যোগান ব্যৱস্থাও তেতিয়াৰ পৰা হয়)। ৰাজ্যিক চিকিৎসা বিভাগৰ



প্ৰাথমিক চিকিৎসা কেন্দ্ৰ, আৰক্ষী আৰু গৃহৰক্ষী বাহিনীয়ে জনসেৱা, শৃংখলা ৰক্ষা; বিদ্যুৎ ব'ৰ্ডে বিশেষ বিজুলী যোগান, ডাক-তাঁৰ বিভাগে বিশেষ সেৱা পূৰ্বোত্তৰ সীমান্ত ৰে'লৰে টিহু ষ্টেচনতক সকলো যাত্ৰীবাহী গাড়ী ৰখোৱাৰ ব্যৱস্থা, ৰাজ্যিক পথ পৰিবহণ নিগমে আৰু স্থানীয় টেক্সী আৰু বাছ সংস্থাসমূহে বাছ-মটৰৰ ব্যৱস্থা কৰি যাত্ৰীসকলক সকলো প্ৰকাৰৰ সুবিধা আগবঢ়াইছিল। ফেব্ৰুৱাৰি এক তাৰিখে পুৱা ৮-৩০ বজাত টিহু কলেজৰ প্ৰাংগণত স্থানীয় সমাজসেৱী, প্ৰবীণ মুক্তি যুঁজাৰু জয়চন্দ্ৰ দত্তই প্ৰতিনিধি শিবিৰ মুকলি কৰে। প্ৰতিনিধিসকলৰ আগত প্ৰাক্তন সভাপতি বিনন্দ চন্দ্ৰ বৰুৱা আৰু কৃষ্ণপ্ৰসাদ বৰুৱায়ো একোটি চমু ভাষণ দিয়ে। প্ৰতিনিধি স্বাক্ষৰ বহীত ২ তাৰিখৰ দিনালৈকে প্ৰায় ৮০০ গৰাকীয়ে স্বাক্ষৰ দান কৰে।

## বিষয়বাছনী সভা

ফেব্ৰুৱাৰি ১ তাৰিখে দিনৰ ২ বজাত গান্ধী ভৱনত বিষয়বাছনী সভা অনুষ্ঠিত হয়। বিষয়বাছনী সভাত কেইটিমান নতুন দিশ পৰিলক্ষিত হৈছিল — (১) দ্বিশচত্বাৰিংশ সন্মিলনৰ সংশোধিত নিয়ম অনুসৰি, বিদায়ী সভাপতি ড° সত্যেন্দ্ৰ নাথ শৰ্মাই এইবাৰ বিষয়বাছনী সভা পৰিচালনা কৰে। (২) মাত্ৰ ৮ ঘণ্টাতেই (একেদিনাই দুটা বৈঠকত) বিষয়বাছনী সভা সমাপ্ত হয়। (৩) বিষয়বাছনী সভা আগৰ বছৰৰ তুলনাত অতি সংযত আৰু সুশৃংখল আছিল। (৪) অন্যান্য বিষয়ৰ তুলনাত সাহিত্য আলোচনাত প্ৰতিনিধিসকলে গুৰুত্ব দিছিল। বিষয়বাছনী সভাত প্ৰধান সম্পাদক নগেন শইকীয়াই তেখেতৰ বছৰেকীয়া প্ৰতিবেদন পাঠ কৰে। শইকীয়াৰ প্ৰতিবেদনত সৰ্বমুঠ ২৩ টা বিষয় আছিল। বছৰটোৰ কৰ্মৰ খতিয়ান চমুকৈ হ'লেও স্পষ্টভাৱে দাঙি ধৰা এই প্ৰতিবেদনত সাহিত্য সভাই ভৱিষ্যতে কৰিব লগা কেইটিমান নতুন কামৰ ইংগিত দিয়া হৈছিল। সুচিন্তিত এই প্ৰতিবেদনখন সভাৰ ধন্যবাদসূচক মন্তব্যৰে গৃহীত হয়। প্ৰধান সম্পাদকে ১৯৭৪-৭৫ চনৰ বিত্তীয় বছৰটোৰ হিচাপ (সংক্ষেপে আয় ২,২৯,০৮৩.৭৩ টকা আৰু ব্যয় ১,৯৯,৫৭৩.৬২ টকা, ৰাহি ২৯,৫১০.০৯ টকা) দাখিল কৰে। সভাই উক্ত প্ৰতিবেদনো গ্ৰহণ কৰে। মূল সভাৰ বাবে প্ৰস্তাৱ গ্ৰহণ, নিয়মাৱলী সংশোধন আদিও সভাত আলোচনা হয়। অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঃ ভূমিধৰ বৰ্মণে সভাৰ আৰম্ভণিতে স্বাগত সম্ভাষণ জ্ঞাপন কৰে; অভ্যৰ্থনা সমিতিৰ হৈ কৈশালমল্ল বৰুৱাই সভাপতিক প্ৰতীক প্ৰদান কৰে।

পৰৱৰ্তী বছৰটোৰ (১৯৭৬-৭৭) বাবে নতুন কাৰ্যনিৰ্বাহক সমিতি গঠনৰ বাবে নাম গ্ৰহণ কৰা হয়। কৃষ্ণপ্ৰসাদ বৰুৱা মুখ্য নিৰ্বাচনী বিষয়া হিচাপে লৈ নিৰ্বাচন ৩ ফেব্ৰুৱাৰি তাৰিখে পতা হয়।

## পতাকা উত্তোলন

২ ফেব্ৰুৱাৰি। আগদিনা হঠাতে ৰাতি হোৱা বৰষুণে টিহু নগৰ আৰু সমৱেত সাহিত্যপ্ৰেমীৰ মন সেমেকাই পেলালেও পুৱাৰ লগে লগে বতৰ ফৰকাল হয় আৰু মনো মুকলি হয়। পুৱা ৮ বজাত মূল মণ্ডপৰ সন্মুখত "চিৰ চেনেহী মোৰ ভাষা জননী" মন্ত্ৰখচিত অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰে বিদায়ী সভপতি ড০ সত্যেন্দ্ৰনাথ শৰ্মাই। সমৱেত জনতাৰ অভিবাদন, মহিলাসকলৰ মাংগলিক উৰুলি ধ্বনি আৰু সমস্বৰত গোৱা "আমি অসমীয়া নহওঁ দুখীয়া" অসম সংগীতে গোটেই পৰিৱেশ 'উছৱমুখৰ' কৰি তোলে। স্থানীয় কলেজ আৰু স্কুলৰ স্বেচ্ছাসেৱক-সেৱিকা, জাতীয় শিক্ষাৰ্থী বাহিনীৰ "গাৰ্ড অব অনাৰ" গ্ৰহণ কৰি ড° শৰ্মাই অসম সাহিত্য সভাৰ পতাকাৰ সন্মান, মৰ্যাদা আৰু গৌৰৱ বৃদ্ধি কৰিবলৈ লগতে এই পতাকাৰ তললৈ সকলো শ্ৰেণীৰ লোককে আহিবলৈ অসমৰ সকলো ভাষা-সম্প্ৰদায়ৰ লোকক আহ্বান জনায়। ড° শৰ্মাই কয়, "অসম সাহিত্য সভা আজি কেৱল সাহিত্যিকৰ মাজতে আৱদ্ধ হৈ থকা নাই, ই জনতাৰ ভাষা-প্ৰেমৰ মূৰ্ত প্ৰতীক হৈ পৰিছে। বিৰাট নৰনায়াণৰ সদিচ্ছা সাহিত্য সভাই পূৰণ কৰিব পাৰিলেহে সেই অকুণ্ঠ শ্ৰদ্ধাৰ প্ৰতি উপযুক্ত সন্মান প্ৰদৰ্শন কৰা হ'ব।" ভাষণ প্ৰসংগত ড° শৰ্মাই অসমত পাশ্চাত্য ধৰ্মৰ কেনেকৈ আমাৰ সংস্কৃতি নষ্ট কৰাৰ উপায় চিন্তিছে তাক বহলাই বৰ্ণনা কৰি তাৰ বাবে সজাগ হ'বলৈ জনগণক আহ্বান জনায়।

## গ্ৰন্থ উন্মোচন

পতাকা উত্তোলনৰ পিছতে মূল মণ্ডপত 'গ্ৰন্থ উন্মোচন' কাৰ্যসূচীৰ পাতনি মেলা হয়। এক আকৰ্ষণীয় অনুষ্ঠানত অসম সাহিত্য সভাৰ বছৰটোৰ প্ৰকাশিত এঘাৰখন পুথি উন্মোচন কৰে ড° সত্যেন্দ্ৰনাথ শৰ্মাই। ত্ৰয়শ্চত্বাৰিংশ সন্মিলনৰ বাবে অভ্যৰ্থনা সমিতিয়ে প্ৰকাশ কৰা আটকধুনীয়া স্মৃতিগ্ৰন্থখন উন্মোচন কৰি প্ৰবীণ কথাশিল্পী ৰমা দাসে কয় যে "সাহিত্য শব্দৰ অৰ্থ ব্যাপক। তেখেতে কয় যে বৰ্তমান অসমীয়া সাহিত্যই ভাৰতীয় অন্যান্য সাহিত্যৰ লগত প্ৰতিযোগিতা কৰিব পৰা হৈছে। আমাৰ অসমীয়া ভাষা-সাহিত্যই প্ৰতিটো বিষয়তে আধুনিক ভাৱধাৰা গ্ৰহণ কৰি আগবাঢ়ি যোৱাটো অতি সুখৰ কথা হৈছে।" স্মৃতিগ্ৰন্থৰ সম্পাদনাৰ দায়িত্বত আছিল অধ্যাপক প্ৰসন্ন ডেকা। চিৰঞ্জীৱ জৈন আৰু সত্যেন চৌধুৰীৰ সম্পাদনাত প্ৰকাশ হোৱা আন এক পুথি হ'ল 'সাহিত্যচিন্তা'। এই প্ৰবন্ধ সংকলনটি উন্মোচন কৰে অসম সাহিত্য সভাৰ প্ৰাক্তন উপ-সভাপতি, পৰাগধৰ চলিহাই। চলিহাই এই উপলক্ষে স্বৰচিত কবিতা 'নৱযজ্ঞ বন্দনা' পাঠ কৰি গ্ৰন্থখন উন্মোচন কৰে। 'নৱযজ্ঞ বন্দনা'ত অসমা-কামৰূপা আৰু সাহিত্য সভাৰ এটি বিৱৰণ দাঙি ধৰে।



চলিহাই লেখিছে —

তীৰ্থক্ষেত্ৰ বিমণ্ডিত ধৰ্ম-প্ৰাণ সতে
নৃত্য-নাট্য-কৌতুকৰ বিনোদন হেতু
হয় জানো
অগণন জন সমাৱেশ....।
কি যে অপৰূপ দৃশ্য!
বিশ্ববাসী, চোৱাঁহি সাক্ষাতে
পুণ্যৰূপা অসমা জননী,
ধন্যসৰে অসম সন্তান।"

এই উছৱতে চামদাং সাহিত্য সভাই প্ৰকাশ কৰা "চাহ বাগিচাৰ লোকগীত", টিহু কলেজৰ অধ্যাপকসকলৰ দ্বাৰা প্ৰকাশিত 'প্ৰবন্ধ বিচিত্ৰা' আৰু আন দুই-এখন পুথি উন্মোচন কৰা হয়। এই প্ৰংগতে উল্লেখ কৰা উচিত হ'ব যে অসম সাহিত্য সভাৰ সন্মিলন উপলক্ষে অসমৰ বিভিন্ন অনুষ্ঠানে আৰু ব্যক্তিগতভাৱেও পুথি আলোচনী আদি প্ৰকাশ কৰি চিৰ চেনেহী ভাষা জননীলৈ বিবিধ নৈৱেদ্যৰে সেৱা জনাইছিল। তদুপৰি, ৰাজ্যচৰকাৰৰ মুখ্যমন্ত্ৰী সচিৱালয়ৰ পৰা প্ৰকাশিত, 'নতুন দিনৰ কবিতা' আৰু 'নতুন দিনৰ গল্প' নামৰ পুথি দুখনো (এই অধিৱেশনৰ উপলক্ষে প্ৰকাশিতা টিহু প্ৰদৰ্শনী মণ্ডপত আনুষ্ঠানিকভাৱে উন্মোচন কৰে খ্যাতনাম কবি, ঔপন্যাসিক নৱকান্ত বৰুৱাই।) এই উপলক্ষে আয়োজিত সভাৰ সভাপতিত্ব কৰে ড° সত্যেন্দ্ৰনাথ শৰ্মাই। সভাৰ বাঙলী কবি সুভাষ মুখ্যোপাধ্যায় আৰু সাংস্কৃতিক দপ্তৰৰ মন্ত্ৰী হিতেশ্বৰ শইকীয়া উপস্থিত থাকে।

## প্ৰদৰ্শনী

গ্ৰন্থ উন্মোচনৰ পিছতেই, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱাই সুবৃহৎ প্ৰদৰ্শনী ক্ষেত্ৰৰ দ্বাৰ উদ্‌ঘাটন কৰে। লখিমী পথাৰৰ প্ৰায় ২৫ হাজাৰ বৰ্গফুট এলেকাত দুশতকৈয়ো অধিক মণ্ডপত পতা এই প্ৰদৰ্শনীখন অসম সাহিত্য সভাৰ সন্মিলনৰ লগত পতা প্ৰদৰ্শনীৰ ভিতৰত সবাতকৈ ডাঙৰ। টিহু অঞ্চলত এনে ধৰণৰ প্ৰদৰ্শনী আগতে হোৱা নাই হোৱা বুলি স্থানীয় লোকে মন্তব্য কৰে। এগৰাকী চৰকাৰী মুখপাত্ৰৰ মতে, টিহুৰ এই প্ৰদৰ্শনী অসম কিয়, উত্তৰ-পূব ভাৰতৰ ভিতৰতে হোৱা (বৰ্তমানলৈকে) বৃহৎ প্ৰদৰ্শনী ভিতৰৰে এখন। পোনপ্ৰথমবাৰৰ বাবে সাহিত্যসভাৰ প্ৰদৰ্শনীত যোগাদান দিয়ে পূৰ্বোত্তৰ সীমান্ত ৰে'লৰে, ইউনিইটেড কমাৰ্ছিয়েল বেংক আদিয়ে। ৰাজ্য চৰকাৰৰ বিভিন্ন বিভাগ, অৰ্ধচৰকাৰী, বেচৰকাৰী বিভাগৰ মণ্ডপেৰে প্ৰদৰ্শনীখন সমৃদ্ধ হৈছিল। দুই-তিনি গৰাকী শিল্পীৰ একক চিত্ৰ

প্ৰদৰ্শন, আলোক চিত্ৰ প্ৰদৰ্শনো প্ৰদৰ্শনীৰ আকৰ্ষণীয় বিষয় আছিল। পুথি প্ৰদৰ্শন কেন্দ্ৰসমূহত দৰ্শকৰ সমাগম, বুজন পৰিমাণৰ পুথি বিক্ৰী হোৱাও সুখৰ বিষয়। অসম সাহিত্য সভাৰ তৰফৰ পৰাও এটি পুথি প্ৰদৰ্শনী মণ্ডপ দিয়া হৈছিল। অভ্যৰ্থনা সমিতিৰ পৰা সজোৱা টিহু মণ্ডপটিয়ে টিহুৰ ঐতিহ্য সম্পূৰ্ণৰূপে ফুটাই তুলিছিল। এই মণ্ডপৰ সুবৃহৎ অসমীয়া জাপিটো পৃথিৱীৰ ভিতৰতে বৃহৎ জাপি বুলি। টিহু প্ৰদৰ্শনীত শ্ৰেষ্ঠ মণ্ডপ দিয়াৰ বাবে পূৰ্বোত্তৰ সীমান্ত ৰে'লৰে, অসম চৰকাৰৰ জলসিঞ্চন বিভাগ, পাঠশাল আৰু পশুপালন আৰু পশু চিকিৎসা বিভাগ, খানাপাৰাক যথাক্ৰমে প্ৰথম, দ্বিতীয় আৰু তৃতীয় পুৰস্কাৰ প্ৰদান কৰা হয়। তদুপৰি প্ৰদৰ্শনীত অংশ গ্ৰহণ কৰা সকলো অনুষ্ঠান-প্ৰতিষ্ঠানলৈ একোখন প্ৰমাণ-পত্ৰ প্ৰদান কৰি উৎসাহ জনোৱাটো প্ৰথদৰ্শনী বিভাগৰ প্ৰশংসনীয়। প্ৰদৰ্শনী দ্বাৰ ৫ ফেব্ৰুৱাৰিলৈকে মুকলি আছিল।

## সংগীত সন্মিলন

এক ফেব্ৰুৱাৰিৰ সন্ধ্যা জনাকীৰ্ণ মণ্ডপত (যদিও বৰষুণ আছিল) অসমৰ খ্যাতনামা নাট্যকাৰ সংস্কৃতিৰ পূজাৰী সাৰদাকান্ত বৰদলৈয়ে সংগীত অধিৱেশন আৰু সাংস্কৃতিক অনুষ্ঠান মুকলি কৰি কয় — "সংগীতে জীৱনৰ সূক্ষ্ম অনুভূতিৰ স্পন্দন নমায়।" অসমৰ সাংস্কৃতিক ঐতিহ্য স্মৰণ কৰি নাট্যকাৰ গৰাকীয়ে কয় — সংগীত-শিল্প-কলা-ভাস্কৰ্যত অসম অতীজৰে পৰা সুষমামণ্ডিত। ঐতিহ্যৰ এই পৰম্পৰা আমাৰ আজিও বিদ্যমান। অসমৰ সংগীতত মোহিনী শক্তি আছে।" বৰদলৈয়ে অসমত এই জাতীয় নাট্যশালা স্থাপনত গুৰুত্ব দি বিশ্ববিদ্যালয়ৰ আৰ্হিত নাট্য-সংস্কৃতি চৰ্চা কৰাৰ বাট মুকলি কৰিবলৈ চৰকাৰক অনুৰোধ জনায়। নগৰে-চহৰে, গাঁৱে-ভূঞে মঞ্চশালা বিস্তাৰৰ সম্পৰ্কেও তেখেতে গুৰুত্ব দিয়ে। সংগীত অনুষ্ঠান ২ আৰু ৩ তাৰিখেও হয়। আটাইকেইদিনৰ অনুষ্ঠানত অসম আৰু পূব ভাৰতৰ বহুতো অনুষ্ঠানে গীত-মাত পৰিৱেশন কৰিছিল। ড° ভূপেন হাজৰিকাৰ "টিহু তোমাক নমস্কাৰ" গীতটোৱে অসীম আনন্দ দিছিল। খগেন মহন্ত, অৰ্চনা মহন্ত, ইন্দ্ৰ বনিয়া আদিৰ গীত, কৌতুকো আছিল আকৰ্ষণীয় বিষয়। স্থানীয় শিল্পীসকলৰ বিভিন্ন গীত-মাতো উৎকৃষ্ট আছিল। প্ৰদৰ্শনী মণ্ডপৰ "টিহু মণ্ডপত" সদায় সন্ধ্যা সাংস্কৃতিক অনুষ্ঠান হৈছিল। ৪ তাৰিখে উক্ত মণ্ডপত বিহু হুচৰিৰ আয়োজন কৰিছিল। অসমৰ বিভিন্ন ঠাইৰ কেইবাটিও দলে তাত অংশ গ্ৰহণ কৰিছিল।

## কবিতা অধিৱেশন

২ ফেব্ৰুৱাৰি। সুন্দৰ সন্ধ্যা। মাঘ মাহৰ চঞ্চল অথচ মৃদু বতাহে লখিমী পথাৰত দোলা দি যোৱা পৰিৱেশত, গীতিকাৰ, কবি ড° নিৰ্মলপ্ৰভা বৰদলৈৰ সভানেত্ৰিত্বত



কবিতা অধিৱেশন বহে। এটি সমস্বৰ গীতেৰে (গীতিকাৰ কৈলাশমল্ল বৰুৱা) কবিতা অধিৱেশন আৰম্ভ হয়। কবি, ঔপন্যাসিক নৱকান্ত বৰুৱাই কবিতা অধিৱেশনৰ শুভ উদ্বোধন কৰি কয় যে জাতিৰ প্ৰতিভা আৰু আত্মা কবিতাত সোমাই আছে। বীৰেন বৰকটকীয়ে এটি কবিতাৰে কবি কণ্ঠ মুকলি কৰে। কবিতা অধিৱেশনত স্বৰচিত কবিতা পাঠ কৰে বিনন্দ চন্দ্ৰ বৰুৱা, ভবানন্দ ৰাজখোৱা, সুভাষ মুখোপাধ্যায়, নাৰায়ণ বেজবৰুৱা, কেশৱ মহন্ত, চৈয়দ আব্দুল মালিক, মহিম বৰা, হীৰেন ভট্টাচাৰ্য, পৰেশমল্ল বৰুৱা, দীনেশ গোস্বামী, লক্ষহীৰা দাস, আনিছ উজামান, নিত্যা দত্ত, চিৰঞ্জীৱ জৈন, ৰবীন্দ্ৰ বৰা, নাহেন্দ্ৰ পাদুন, টীকাৰাম উপাধ্যায় (নিৰ্ভীক), সত্যনাথ কাকতি, কৈলাস মল্ল বৰুৱা, উমা বৰুৱা, বৰদা ডেকা, সৰুযু দাস আৰু বিনয় দাসে। সভানেত্ৰীয়ে তেখেতৰ ভাষণত কবিতা কি, কবিতা আৰু জীৱন, কবিতাৰ বিশেষ ভূমিকা আৰু কবিতা আৰু আধুনিকতাৰ বিষয়ে বহল ব্যাখ্যা আগবঢ়ায়। ভাষণ প্ৰসংগত ড° বৰদলৈয়েয়ে কয়, "কবিতাই কেৱল অপৰিচিত ৰহস্যৰ বাতৰিয়েই নিদিয়ে, জগাই তোলে অন্তৰাত্মাকো।" কবিতা আৰু জীৱনৰ সমন্বয় বিচাৰ কৰি কবিগৰাকীয়ে কয় — "ব্যক্তিয়ে সমাজ। স্বৰূপাৰ্থত সমাজ এক আধাৰহে।... "ব্যক্তিৰ জীৱন যদি সংস্কৃতিৰ টৌৰে-টৌৱাই থকা হয়, সমাজৰ ৰূপ আপোনা-আপুনিয়েই সংশোধিত শুদ্ধ, সুন্দৰ হ'ব।" আধুনিক কবিতাৰ বিশেষত্ব বিচাৰ কৰি সভানেত্ৰীয়ে মন্তব্য কৰিছে — "জটিল যুগৰ জটিল প্ৰকাশ আধুনিক কবিতা, আধুনিক কবিতাক কৃত্ৰিমভৱে, সেই কাৰণে সহজ কৰিব নোৱাৰে।" ড° লক্ষ্যহীৰা দাসৰ এটি গীতেৰে কবিতা অধিৱেশনৰ সামৰণি পৰে।

## আলোচনা-চক্ৰ

৩ ফেব্ৰুৱাৰিৰ সন্ধ্যা ৫ বজাত আৰম্ভ হয়, সাহিত্য আলোচনা চক্ৰ। আলোচনা চক্ৰৰ বিষয় আছিল — "অসমীয়া সাহিত্যত (কবিতা, গল্প, উপন্যাস) (১) সমাজ চেতনা, (২) মনঃসমীক্ষণ।" আলোচনা চক্ৰ উদ্বোধন কৰি প্ৰবীণ সাহিত্যিক, কোকৰাঝাৰ কলেজৰ প্ৰাক্তন অধ্যক্ষ ৰমণীকান্ত শৰ্মাই আক্ষেপেৰে কয় যে, অসমীয়া ভাষা-সাহিত্যত আজিও উচ্চমানবিশিষ্ট সাহিত্যৰ অভাৱ। শৰ্মাই অসমীয়া আধুনিক সাহিত্যত ফ্ৰয়ডীয়ান প্ৰভাৱৰ বিষয়ে বহল আলোচনা কৰে। আলোচনা চক্ৰৰ বিষয় দুটিৰ বিস্তৃত আলোচনা কৰে যোগেশ দাস, বীৰেন্দ্ৰকুমাৰ দাস আৰু ৰামদাস বড়োৱে। আলোচনা চক্ৰত মহিম বৰা আৰু ড° নীলিমা শৰ্মাৰ দুটা প্ৰবন্ধ পাঠ কৰা হয়। আলোচনা চক্ৰৰ সভাপতি প্ৰথিতযশা কথাশিল্পী, অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক চৈয়দ আব্দুল মালিকে সভাপতিৰ ভাষণত বৰ্তমান সাহিত্যৰ গতিপথৰ এটি স্পষ্ট ইংগিত দাঙি ধৰে। তেখেতৰ ভাষণত আধুনিক কবিতা, চুটি গল্প আৰু উপন্যাসৰ

সমাজ চেতনা আৰু মনঃসমীক্ষণৰ দিশবোৰ আঙুলিয়াই দেখুৱায়। মালিকে এই বুলি অভিমত দাঙি ধৰে যে — "জনতাই সাহিত্যৰ বুকুত ঠাই নাপালে, সাহিত্যয়ো জনতাৰ বুকুত ঠাই পাব নোৱাৰে।" ... "ৰাজনীতিতকৈ জীৱন ডাঙৰ, দেশতকৈ মানুহ ডাঙৰ।" তেখেতৰ মতে, যেতিয়ালৈকে 'আমাৰ সাহিত্য' প্ৰকৃততে 'আমাৰ সাহিত্য' নহয়, তেতিয়ালৈকে ই বিশ্ব সাহিত্য নহ'ব. ভাষণৰ সামৰণীত তেখেতে উদাৰ কণ্ঠেৰে ঘোষণা কৰে, "আমাৰ ঘৰৰ মজিয়াত ৰৈ গোটেই পৃথিৱীক আপোন কৰি লোৱাৰ উদাৰহতা আমাক লাগে। আমাৰ ৰক্তত নৱজন্মৰ উন্মাদনা, আমি আশাবাদী।"

ত্ৰয়শ্চত্বাৰিংশ সন্মিলনৰ আন এটি আকৰ্ষণীয় কাৰ্যসূচী আছিল সভাপতিক লৈ কৰা শোভাযাত্ৰা। শোভাযাত্ৰা আৰম্ভ হৈছিল ৫ কিলোমিটাৰ দূৰৰ নাথকুছিৰ চুকৰ পৰা। সভাপতিক এখন সুসজ্জিত 'ময়ূৰপংখী' যানত বহুৱাই অনা হৈছিল। সভাপতিৰ লগত টিহুৰ বিশিষ্ট সমাজসেৱী প্ৰাণকান্ত শৰ্মা, ৰঘুনাথ ভট্টাচাৰ্য আৰু কাৰ্যকৰী সভাপতি ধনেশ্বৰ গোস্বামী আহিছিল। এটা ছালিধৰা ম'ৰা চৰাইৰ আকৃতিৰে সজা যানখনৰ লগত গায়ন-বায়ন, নানা সম্প্ৰদায়ৰ সংকীৰ্তন দল, জনজাতীয় নৃত্যদল, হুচৰিদল আদি আছিল। তদুপৰি সাহিত্য সভাৰ ত্ৰয়শ্চত্বাৰিংশ সন্মিলনৰ লগত ৰজিতা খুৱাই ৪৩ গৰাকী গাভৰুৱে হাতত পূৰ্ণঘট আৰু পতাকা লৈ আগে আগে আহিছিল। প্ৰায় এক কিলোমিটাৰ দীঘল এই শোভাযাত্ৰা আৰম্ভ হয় পুৱা ১০ বজাত। সভাপতিয়ে প্ৰথমে প্ৰদৰ্শনী প্ৰদৰ্শন কৰি মূলসভাৰ মণ্ডপলৈ সোমোৱাৰ লগে লগে প্ৰধান সম্পাদক নগেন শইকীয়া প্ৰমুখ্যে অসম সাহিত্য সভাৰ অন্যান্য বিষয়ববীয়া, অভ্যৰ্থনা বিষয়ববীয়াসকলে আদৰণি জনায়।

## প্ৰথম মুকলি অধিৱেশন

২ ফেব্ৰুৱাৰি। পুৱাৰে পৰা জনসাগমে টিহু সাহিত্যৰ তীৰ্থক্ষেত্ৰলৈ ৰূপান্তৰিত হৈছিল। প্ৰায় আঢ়ৈলাখ লোকৰ সমাগমে টিহু চহৰৰ আকাশ-বতাহ মুখৰিত হৈ উঠিছিল। প্ৰথম মুকলি অধিৱেশন দুটা পৰ্যায়ত অনুষ্ঠিত হৈছিল — উদ্বোধনী অনুষ্ঠান আৰু প্ৰথম মুকলি অধিৱেশন। উদ্বোধনী অনুষ্ঠান মূল অধিৱেশন বহাৰ আগতে অনুষ্ঠিত হৈছিল। ঠিক ১২-৩০ বজাৰ লগে লগে মূল মণ্ডপৰ অলপ আঁতৰত সজা অস্থায়ী বিমান পথাৰত, ৰাষ্ট্ৰপতি অহা হেলিকপ্টাৰখন নমাৰ লগেলগে অসম সাহিত্য সভাৰ বিদায়ী সভাপতি ড° সত্যেন্দ্ৰনাথ শৰ্মাই সাহিত্য সভাৰ হৈ ৰাষ্ট্ৰপতি গৰাকীকক স্বাগত সম্ভাৰষণ জনায় আৰু মূল মণ্ডপলৈ আগবঢ়াই আনে। ৰাষ্ট্ৰপতি আলি আহমদৰ লগত বেগম আবিদা আহমদ, ৰাজ্যপাল লালনপ্ৰসাদ সিং, মনোৰমা সিং, মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহ আৰু গৃহমন্ত্ৰী হিতেশ্বৰ শইকীয়া আহিছিল। ৰাষ্ট্ৰপতি মূলমণ্ডপ পোৱাৰ লগে লগে জয়ধ্বনিৰে লখিমী পথাৰ মুখৰিত কৰি তোলে। ৰাষ্ট্ৰপতিৰবাবে সজা (মূল মণ্ডপৰ পাছফালে) বিতোপন মঞ্চত ৰাষ্ট্ৰপতি বহাৰ লগে লগে ৰাষ্ট্ৰীয় সংগীত 'জনগণ মন' সেনা বাহিনীৰ বেণ্ডত বাজি উঠে। তাৰ পাছতেই সাহিত্য সভাৰ আৰম্ভণী গীত 'চিৰ চেনেহী মোৰ ভাষা জননী' গোৱা হয় লগে লগে আৰম্ভ হয় উদ্বোধনী অনুষ্ঠান। সাহিত্য সভাৰ ত্ৰয়শ্চত্বাৰিংশ সন্মিলন আৰম্ভণী ঘোষণা কৰি ড° সত্যেন্দ্ৰনাথ শৰ্মাই ৰাষ্ট্ৰপতিক উদ্বোধনী ভাষণ দিবলৈ অনুৰোধ জনায়। ইয়াৰ আগতে প্ৰধান সম্পাদক শইকীয়াই সভাৰ তৰফৰ পৰা সুলিখিত মান-পত্ৰ এখনি পাঠ কৰে। আৰু সভাৰ হৈ ৰাষ্ট্ৰপতি গৰাকীক সাহিত্য সভাৰ প্ৰতীক তথা গামোচা, শৰাই আৰু প্ৰকাশনৰ টোপোলা আগবঢ়ায়। অভ্যৰ্থনা সমিতিৰ হৈ ডাঃ ভূমিধৰ বৰ্মণে প্ৰতীক (বেজ) পিন্ধায় আৰু প্ৰধান সম্পাদক শৈলেন্দ্ৰ প্ৰসাদ মেধিয়ে গামোচা আৰু মাল্য প্ৰদান কৰে।



বিপুল জনসমাগম দেখি ৰাষ্ট্ৰপতি গৰাকী অভিভূত হৈ পৰে। ভাষণ প্ৰসংগত তেখেতে কয় — "এই ৰাজ্যৰ জনসাধাৰণৰ বিশেষকৈ সাহিত্যপ্ৰেমীসকলৰ কাৰণে সঁচাকৈয়ে গৌৰৱৰ বিষয় যে যোৱা পাঁচ দশকৰ কালৰ ভিতৰত অসম সাহিত্য সভা দেশৰ ভিতৰতে অন্যতম উল্লেখযোগ্য সাহিত্য অনুষ্ঠানৰূপে পৰিগণিত হৈছে।" সাহিত্য সভাত সমৱেত হোৱা জনসমুদ্ৰ দেখি আলি আহমদে কয়, "মই সুখী হৈছোঁ যে অসম সাহিত্য সভা এটা বিশাল জনসাধাৰণৰ অনুষ্ঠানলৈ ৰূপান্তৰিত হৈছে।" ৰাষ্ট্ৰপীত গৰাকীয়ে অসমীয়া ভাষা-সাহিত্যৰ প্ৰচাৰ বিশ্বব্যাপী হোৱা কামনা কৰি তেখেতৰ উদ্বোধনী ভাষণৰ সামৰণি মাৰে। তাৰ পাছতেই সকলোৰে পৰা বিদায় লৈ টিহুৰ লখিমী পথাৰ ত্যাগ কৰে।

ৰাষ্ট্ৰপতিৰ উদ্বোধনী ভাষণৰ শেষত, বিদায়ী সভাপতি ড° সত্যেন্দ্ৰ নাথ শৰ্মাই এটি চমু ভাষণেৰে অসম সাহিত্য সভাৰ ত্ৰয়শ্চত্বাৰিংশ সন্মিলনৰ সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ যশস্বী সাহিত্যিক, সমালোচক যজ্ঞেশ্বৰ শৰ্মাৰ নাম আনুষ্ঠানিকভাৱে প্ৰস্তাৱ কৰে। অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতি ধনেশ্বৰ গোস্বামীয়ে প্ৰস্তাৱটি সমৰ্থন জনাই "ৰাজ্যৰ শ্ৰেষ্ঠ সন্মানৰ পদ 'সাহিত্য সভাৰ সভাপতিৰূপে' শৰ্মাক বৰণ কৰে। শোক প্ৰস্তাৱেৰে সভাৰ কাম আৰম্ভ হ'ল, প্ৰধান সম্পাদকে মঞ্চত থকা বিশিষ্ট ব্যক্তিসকলক পৰিচয় কৰি দিয়ে, সভাপতিলৈ আৱাহন-পত্ৰ আগবঢ়ায় আৰু গামোচা প্ৰদান কৰে। এটা বৰগীতৰ পাছত অভ্যৰ্থনা সমিতিৰ সভাপতি ড° ভূমিধৰ বৰ্মণে তেখেতৰ 'আদৰণী ভাষণ' পাঠ কৰে। ড° বৰ্মণে টিহু অঞ্চলৰ এটি চমু পৰিচয় তেখেতৰ ভাষণৰ আৰম্ভণিতে আগবঢ়ায়। ভাষণ প্ৰসংগত অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে কয় যে অকল সাহিত্য ক্ষেত্ৰতেই নহয়, অসমীয়া জাতিৰ আধ্যাত্মিক আৰু সাংস্কৃতিক বিকাশত অসম সাহিত্য সভাই যি অৱদান আগবঢ়াইছে — সি অন্যান্য ৰাজ্যত বিৰল; সেয়েহে আজি অসম সাহিত্য সভা এটি বিৰাট জনগোষ্ঠীৰ জাতীয় অনুষ্ঠানত পৰিণত হৈছে। যজ্ঞেশ্বৰ শৰ্মাই তিয়াল্লিছ, পৃষ্ঠাৰ সুচিন্তিত পাণ্ডিত্যপূৰ্ণ আৰু

সময়োপযোগী সভাপতিৰ ভাষণখন চমুৱাই পাঠ কৰে। সভাপতিৰ ভাষণত সাহিত্য সভাৰ উদ্দেশ্য, ইয়াৰ কৰ্ম, টিহু শব্দৰ ব্যাখ্যা, অসমীয়া সংস্কৃতি, অসমীয়া সাহিত্য ইয়াৰ বিভিন্ন দিশ, পুৰণি সাহিত্যৰ পুনঃমুদ্ৰণ, জনতাৰ সাহিত্য, অনুবাদ, বৰ্তমান সাহিত্যৰ উদ্দেশ্য আৰু অসম সাহিত্য সভাৰ দায়িত্ব আদিৰ বিষয়ে আলোচনা কৰে। ভাষণত শৰ্মাই এই বুলি জনসাধাৰণক সাৱধান বাণী শুনায় যে, অসমক ভাল নোপোৱা, অসমীয়া মানুহ একগোট হৈ থকাটো কিছুমান বাহিৰা শক্তি বা ব্যক্তি আছে, এনে অমংগলীয়া শক্তিবোৰৰ পৰা যেন সকলো সাৱধান হয়।”

## দ্বিতীয় মুকলি অধিৱেশন

৩ ফেব্ৰুৱাৰি ১ বজাৰ পৰা দ্বিতীয় মুকলি অধিৱেশন আৰম্ভ হয়। দ্বিতীয় মুকলি অধিৱেশন উদ্বোধন কৰি মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহই সামাজিক দায়বদ্ধতাৰ কথা এক মুহূৰ্তৰ বাবেও পাহৰি নাযাবলৈ কাতৰ অনুৰোধ জনায়। সন্মিলনৰ উপলক্ষে পঠোৱা প্ৰাক্তন সভাপতি অতুল চন্দ্ৰ হাজৰিকাৰ কবিতা পাঠ কৰি শুনায় অৰুণ চন্দ্ৰ গোস্বামীয়ে। ত্ৰয়শ্চত্বাৰিংশ সন্মিলনৰ মুখ্য অতিথি বংগদেশ তথা ভাৰতৰ প্ৰথিতযশা প্ৰগতিবাদী কবি, সাহিত্যিক সুভাষ মুখোপাধ্যায়ে অসম সাহিত্য সভাৰ জনজাগৰণ দেখি অভিভূত হয়। তেখেতৰ মতে সাহিত্য সন্মিলনত এনে জনসমাগম ক'তো নহয় বা দেখা নাই। (স্মতব্য যে, এনে মন্তব্য ৰাজ্যপাল লালন প্ৰসাদ সিংহয়ো আগতে কৰিছিল)। এটি চমু অথচ সুচিন্তিত ভাষণত মুখোপাধ্যায়ে কয় যে, মানুহক মহিমামণ্ডিত কৰাই হ'ল সাহিত্যৰ শেষ কথা। তেখেতৰ মতে, “যোগ্য লেখাই হ'ল সাহিত্য। পাঠকৰ লগত মিলি যোৱা লেখাইহে প্ৰকৃত সাহিত্য। সৰ্বসাধাৰণৰ লগত একাত্ম হোৱাই সাহিত্যৰ সাধনা।

দ্বিতীয় মুকলি অধিৱেশনতে স্বভাৱ কবি কালিদাস খাটনিয়াৰক সম্বৰ্ধনা জনোৱা হয়। অসম সাহিত্য সভাৰ প্ৰতীক থকা গামোচা, শৰাই, সম্বৰ্ধনা পত্ৰ আৰু প্ৰকাশনৰ এটি টোপোলা সাহিত্য সভাৰ হৈ প্ৰবীণ সাহিত্যিক গৰাকীক সভাপতিয়ে প্ৰদান কৰে। তদুপৰি ভাৰত চৰকাৰৰ সন্মানীয় পদ্মভুষণ আৰু সাহিত্য অকাদেমিৰ পুৰস্কাৰ লাভ কৰোঁতা নৱকান্ত বৰুৱাকো অভিনন্দন জ্ঞাপন কৰা হয়। এই অধিৱেশনতে অসম সাহিত্য সভাৰ চলিত বছৰৰ বিভিন্ন বঁটা আনুষ্ঠানিকভাৱে প্ৰদান কৰা হয়। হৰিপ্ৰসাদ নেওগ সোঁৱৰণী মুদ্ৰণ অলংকৰণ বঁটা 'সত্ৰীয়া নৃত্য আৰু তাল' পুথিৰ বাবে অসম প্ৰকাশন পৰিষদৰ সচিব চন্দ্ৰপ্ৰসাদ শইকীয়া আৰু মুদ্ৰক নৱজীৱন প্ৰেছৰ কল্যাণ পালক প্ৰদান কৰা হয়। শ্ৰেষ্ঠ, মৌলিক গ্ৰন্থৰ বাবে 'মোহনচন্দ্ৰ শৰ্মা বঁটা' লাভ কৰে বিজয়চন্দ্ৰ ভাগৱতীয়ে তেখেতৰ 'জিজ্ঞাসাবাদ' শিশু পুথিৰ বাবে 'প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা' লাভ কৰে 'জুনুমণিৰ বিজ্ঞান' শিশু পুথিৰ প্ৰণেতা অমৃত ফুকনে আৰু গোলাপচন্দ্ৰ



গোস্বামী বঁটা প্ৰদান কৰা হয়, 'অসমৰ চৰাই চিৰিকতি' পাণ্ডুলিপিৰ লেখিকা মামণি গোস্বামীক পুৰস্কাৰ বিজয়ীসকলে ধন্যবাদ জনাই একোষাৰ কয়।

সভাত গৃহমন্ত্ৰী হিতেশ্বৰ শইকীয়া আৰু অসম কংগ্ৰেছ সভাপতি ললিত চন্দ্ৰ দলেই একোটি ভাষণ দিয়ে। বিষয়বাছনী সভাত গৃহীত নিয়মাৱলী সম্বন্ধীয় এটি (৫ম ছেদঃ ১৭ বিধিৰ ১০ ক্ৰমাংক সংশোধন) আৰু চাৰিটা সাধাৰণ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। এই চাৰিটা প্ৰস্তাৱৰ বিষয় আছিল — (১) দেশৰ সাহিত্য সংস্কৃতিৰ লগত জনসাধাৰণৰ জীৱনৰ সম্পৰ্ক ৰক্ষা, (২) উত্তৰ-পূব ভাৰতৰ সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ প্ৰচাৰ আৰু ব্যৱহাৰ, (৩) প্ৰস্তাৱিত ৰাধাকান্ত সন্দিকৈ ভৱনক (যোৰহাটত) কেন্দ্ৰীয় বিদ্যালয়ত গঢ়ি তোলা আৰু (৪)— মাজুলীত এটি লোক-সংস্কৃতিৰ অধ্যয়ন কেন্দ্ৰ স্থাপন অৱশ্যে সভাই চতুৰ্থ প্ৰস্তাৱটি তৃতীয় প্ৰস্তাৱৰে দ্বিতীয় খণ্ড হিচাপে গ্ৰহণ কৰে। বিদায়ী সভাপতি ড° শৰ্মাই এটি চমু ভাষণ দি ১৯৭৫-৭৬ খ্ৰীষ্টাব্দৰ কাৰ্যনিৰ্বাহক সমিতিৰ পদত্যাগৰ কথা ঘোষণা কৰে আৰু তাৰ পিছতেই ১৯৭৬-৭৭ খ্ৰীষ্টাব্দৰ নৱনিৰ্বাচিত কাৰ্যনিৰ্বাহক সমিতিৰ নাম ঘোষণা কৰা হয়। (সম্পূৰ্ণ নাম ঘোষণা ৰাতি সাংস্কৃতিক অনুষ্ঠানতহে কৰে)।

পৰৱৰ্তী সন্মিলন গোৱালপাৰা জিলাৰ অভয়াপুৰীলৈ নিমন্ত্ৰণ কৰাৰ কথা আনুষ্ঠানিকভাৱে ঘোষণা কৰে শৈলেন্দ্ৰ নাৰায়ণ দাসে। প্ৰধান সম্পাদ নগেন শইকীয়াই সাহিত্য সভাৰহৈ প্ৰতিনিধিৰ পৰা প্ৰফুল্ল দত্ত আৰু অভ্যৰ্থনা সমিতিৰ হৈ সভাপতি ধনেশ্বৰ গোস্বামীয়ে শলাগ জ্ঞাপন কৰে। সভাপতিয়ে এটি চমু মন্তব্যৰে সাহিত্য সভাৰ ত্ৰয়শ্চত্বাৰিংশ সন্মিলনৰ মুকলি অধিৱেশন সমাপ্তিৰ ঘোষণা কৰে।

## লেছেৰি বোটলা

টিহু ৰাইজৰ আদৰ-আপ্যায়নত প্ৰতিনিধিসকলে যে মুগ্ধ এই কথা বোধকৰোঁ বহলাই নক'লেও হ'ব যে দিনে-ৰাতিয়ে নিজৰ কৰ্তব্য পালন কৰি ৫০০ স্বেচ্ছাসেৱক-স্বেচ্ছাসেৱীকাই প্ৰতিনিধিসকলক যেনেদৰে শুশ্ৰূষা কৰিলে তাৰ স্মৃতি প্ৰতিনধিসকলে কোনো কালেই পাহৰিব নোৱাৰিব।

সাহিত্য সভা উপলক্ষে, অসমৰ সকলো বাতৰি কাকতে বিশেষ পৰিপূৰিকা প্ৰকাশ কৰিছিল। আকাশ বাণীৰ গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰয়ো বিশেষ বাতৰি আৰু কথিকা প্ৰচাৰ কৰি সহায় কৰিছিল।

## বিষয় বাছনী সভা

অসম সাহিত্য সভাৰ ত্ৰয়শ্চত্বাৰিংশ সন্মিলনৰ লগত ১৯৭৬ খ্ৰীষ্টাব্দৰ ১ ফেব্ৰুৱাৰি তাৰিখে দিনৰ ২ বজাৰ পৰা টিহুৰ গান্ধী ভৱনত শাখাসমূহৰপৰা অহা ৬৬৬ জন প্ৰতিনিধিৰ সমাৱেশত বিষয়বাছনী সভা অনুষ্ঠিত হয়।

প্ৰধান সম্পাদক নগেন শইকীয়াই সভাৰ নিয়মাৱলীৰ ৫২ বিধি অনুসৰি বিদায়ী সভাপতি ড° সত্যেন্দ্ৰ নাথ শৰ্মাক বিষয়বাছনী সভা পৰিচালনা কৰিবলৈ আহ্বান কৰে।

অভ্যৰ্থনা সমিতিৰ পক্ষৰপৰা কৈলাসমল্ল বৰুৱাই সভাপতিক প্ৰতীক পৰিধান কৰে।

সভাপতি ড° সত্যেন্দ্ৰনাথ শৰ্মাই সভাপতিৰ আসন গ্ৰহণ কৰি তলত দিয়া শোক প্ৰস্তাৱটি দাঙি ধৰে আৰু সমৱেত সকলোটিয়ে থিয় হৈ দুই মিনিট প্ৰাৰ্থনা কৰে।

অভ্যৰ্থনা সমিতিৰ সভাপতি ড° ভূমিধৰ বৰ্মণে সভাৰ প্ৰতিনিধিসকলক স্বাগত সম্ভাষণ জনায় আৰু অসম সাহিত্য সভাৰ বাৰ্ষিক সন্মিলনৰ দৰে ব্যাপক অনুষ্ঠানৰ আয়োজনত হ'ব পৰা ত্ৰুটি-বিচ্যুতিৰ বাবে ক্ষমা বিচাৰে।

প্ৰধান সম্পাদকে (১) আৰম্ভণি, (২) তৰ্পণ, (৩) প্ৰস্তাৱ প্ৰসংগ, (৪) ৭৪-৭৫ বিত্তীয় বছৰৰ হিচাপ, (৫) ৭৩-৭৪ বিত্তীয় বছৰৰ বিশেষ পুঁজিৰ হিচাপ, (৬) কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন, (৭) ৭৫-৭৬ বিত্তীয় বছৰৰ আয়-ব্যয়ক, (৮) উপ-সমিতিসমূহ, (৯) অভিনন্দন, (১০) ভাষা-জ্ঞান পৰীক্ষা, (১১) ভাষা-জ্ঞান প্ৰশিক্ষণ কেন্দ্ৰ, (১২) অসম সাহিত্য সভা পত্ৰিকা, (১৩) সংগঠন, (১৪) সভাৰ আৰ্থিক অৱস্থা, (১৫) প্ৰকাশন, (১৬) পুনৰ মুদ্ৰণ, (১৭) সভাৰ কেন্দ্ৰীয় পুথিভঁৰাল, (১৮) শতবাৰ্ষিকী, (১৯) সাহিত্য সভা সপ্তাহ, (২০) আনন্দৰাম বৰুৱা সোঁৱৰণী বক্তৃতা, (২১) লেখক শিবিৰ, (২২) দানবীৰ ৰাধাকান্ত সন্দিকৈ ভৱন, (২৩) কাৰ্যালয় পৰিচালনা, (২৪) সামৰণি — এইকেইটি ছেদত বিভক্ত কৰি চলিত বছৰৰ কামৰ খতিয়ান দাঙি ধৰে।

বিষয়বাছনী সভাই প্ৰধান সম্পাদকৰ প্ৰতিবেদন গ্ৰহণ কৰে।

প্ৰধান সম্পাদকে ১৯৭৪-৭৫ বিত্তীয় বছৰৰ হিচাপ (আয় ২,২৯,০৮৩.৭৩ টকা, ব্যয় - ১,৯৯,৫৭৩.৬২ টকা আৰু ৰাহি - ২৯,৫১০.০৯ টকা) দাখিল কৰে।

প্ৰধান সম্পাদকে শাখাসমূহৰ পৰা অহা ৮ টি নিয়মাৱলী সংশোধনী প্ৰস্তাৱ উত্থাপন কৰে।

অসম সাহিত্য সভাৰ শাখা সভাসমূহৰ পৰা অহা প্ৰস্তাৱসমূহ বিবেচনা কৰি কাৰ্যনিৰ্বাহক সমিতিয়ে যি তিনিটা প্ৰস্তাৱ দাঙি ধৰিবৰ বাবে অনুমোদন জনাইছিল সেই তিনিটি প্ৰস্তাৱ প্ৰধান সম্পাদকে উত্থাপন কৰে। সভাই বিস্তৃতভাৱে প্ৰত্যেকটি প্ৰস্তাৱ সম্পৰ্কে আলোচনা কৰে আৰু তলৰ ৰূপত প্ৰস্তাৱকেইটি গ্ৰহণ কৰে।

(১) অসম সাহিত্য সভাই অনুভৱ কৰে যে — দেশৰ সাহিত্য-সংস্কৃতিৰ লগত দেশৰ জনসাধাৰণৰ জীৱনৰ সম্পৰ্ক সদায় অতিশয় নিবিড় আৰু দৃঢ় হোৱা বাঞ্ছনীয়। জনসাধাৰণৰ আনন্দ আৰু বেদনাৰ যথাৰ্থ চিত্ৰৰ মাজেৰে জনজীৱনক মহৎ লক্ষ্যৰ প্ৰতি উদ্বুদ্ধ কৰি তোলাটোও সাহিত্যিক শিল্পীৰেই দায়িত্ব। সভাৰ ত্ৰয়শ্চত্বাৰিংশ সন্মিলনে যিবোৰ ৰচনাই মানসিক অপকৰ্ম সাধন কৰিব পাৰে তেনে সাহিত্যৰ বিৰোধিতা কৰে আৰু আশা প্ৰকাশ কৰে যে অসমীয়া ভাষাৰ সাহিত্যিকসকলৰ ৰচনাই সেই লক্ষ্যপ্ৰাপ্তিৰ সোপান ৰচনা কৰক আৰু বাস্তৱিক জীৱনৰ উন্নয়নৰ বাবেও যথাসম্ভৱ অৰিহণা যোগাওক।



(২) অসম সাহিত্য সভাই উত্তৰ-পূব ভাৰতৰ বিভিন্ন ভাষা-ভাষী জনসাধাৰণৰ মাজত ঐক্য আৰু সম্প্ৰীতিৰ বান্ধ দৃঢ়ৰ পৰা দৃঢ়তৰ হোৱাটো বাঞ্ছা কৰি আহিছে। সভাই মত প্ৰকাশ কৰে যে থলুৱা ভাষাসমূহৰ বিকাশত বাধাগ্ৰস্ত নকৰাকৈ এই বৈচিত্ৰ্যপূৰ্ণ অঞ্চলটিৰ জনসাধাৰণৰ সাংস্কৃতিক আৰু ব্যৱহাৰিকভাৱে সংযুক্ত কৰি ৰখাৰ একমাত্ৰ মাধ্যম অসমীয়া ভাষাৰ ব্যৱহাৰ যাতে সণ্চালনিকৈ ৰাখিব পাৰি তাৰ বাবে অনুকূল পৰিৱেশ ৰচনা কৰিবলৈ অসম চৰকাৰকে ধৰি উত্তৰ-পূব ভাৰতৰ ৰাজ্য চৰকাৰসমূহক অনুৰোধ জনোৱা হওক।

(৩) অসম সাহিত্য সভাই প্ৰস্তাৱ কৰে যে প্ৰস্তাৱিত ৰাধাকান্ত সন্দিকৈ ভৱন অসমৰ ভাষা-সাহিত্য আৰু সংস্কৃতিৰ কেন্দ্ৰীয় বিদ্যাসদনস্বৰূপে গঢ়ি তুলি অসম আৰু ওচৰ-চুবুৰীয়া অঞ্চলৰ জনসাধাৰণৰ ভাষা-সংস্কৃতিৰ অধ্যয়নৰ কেন্দ্ৰত পৰিণত কৰা হওক। এই সম্পৰ্কত সভাই অসম চৰকাৰ, কেন্দ্ৰীয় চৰকাৰ আৰু সমূহ ৰাইজৰ কাৰ্যকৰী সহায় আৰু সহযোগিতা কামনা কৰে।

তদুপৰি অসমৰ সত্ৰীয়া সংস্কৃতি আৰু লোক সংস্কৃতিৰ আকৰ স্বৰূপ মাজুলীতো এটি সাংস্কৃতিক অধ্যয়ন কেন্দ্ৰ গঢ়ি তুলিবলৈ ৰাজ্য চৰকাৰক অনুৰোধ জনায়।

সভাপতি ডাঙৰীয়াই সন্ধ্যা ৫-৫০ বজাৰ পৰা ৮ বজালৈ বিষয়বাছনী সভা স্থগিত ৰখাৰ কথা ঘোষণা কৰে।

সন্ধ্যা ৮ বজাত পুনৰ বিষয়বাছনী সভা আৰম্ভ হয় আৰু পৰৱৰ্তী সন্মিলনৰ স্থান সম্পৰ্কে আলোচনা হয়। প্ৰধান সম্পদাকে জনায় যে অভয়াপুৰী, শুৱালকুছি, মৰিগাঁও, ৰহা, নাজিৰা, গোলাঘাট আৰু শিলচৰে পৰৱৰ্তী সন্মিলন নিমন্ত্ৰণ কৰে। বিষদ আলোচনাৰ অন্তত সভাই অভয়াপুৰীৰ আমন্ত্ৰণ গ্ৰহণ কৰে। অভয়াপুৰীৰ সদস্য শৈলেন্দ্ৰনাৰায়ণ দাসে আনুষ্ঠানিকভৱে পৰৱৰ্তী সন্মিলন নিমন্ত্ৰণ কৰে আৰু হৰ্ষধ্বনিৰে সভাই গ্ৰহণ কৰে।

সভাপতিয়ে ঘোষণা কৰে যে — সভাৰ নিয়মাৱলী অনুসৰি অহা বছৰৰ কাৰ্যনিৰ্বাহক সমিতিৰ বিষয়ববীয়া নিৰ্বাচন কৰিবলাগে। উপ-সভাপতিয়ে, প্ৰধান সম্পাদক, সহকাৰী সম্পাদক যোৰহাট, সহকাৰী সম্পাদক (গুৱাহাটী), ধনভঁৰালী, পত্ৰিকা সম্পাদক, ভাষা-জ্ঞান সংসদৰ সচিব আৰু ৯ জন সদস্যৰ বাবে নাম প্ৰস্তাৱ হ'ব লাগে। উল্লিখিত পদসমূহৰ বাবে তলত দিয়াৰ দৰে নাম প্ৰস্তাৱ হয় —

উপ-সভাপতি — যোগেশ দাস, হিতেশ ডেকা।

প্ৰধান সম্পাদক — ড° হেমন্ত কুমাৰ শৰ্মা, নলিনী চক্ৰৱৰ্তী, আব্দুছ ছাত্তাৰ।

ধন ভঁৰালী — দুৰ্গেশ্বৰ শৰ্মা, ৰাম গোস্বামী, কমল বাইলুং।

পত্ৰিকা সম্পাদক — ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, ড° লক্ষহীৰা দাস, সুৰেন বৰদলৈ, যতীন গোস্বামী, দেৱেন্দ্ৰনাথ শৰ্মা, হেম বৰা, ডম্বৰু কাকতি, নাহেন্দ্ৰ পাদুন, মহিম বৰা।

সহকাৰী সম্পাদক — কনকচন্দ্ৰ ডেকা, বীৰেন্দ্ৰ কলিতা, প্ৰসন্নৰাম দাস, উমা বৰুৱা।

কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য — অধৰ চন্দ্ৰ ডেকা, জগত নেওগ, নৃপেন্দ্ৰনাথ দাস, হেৰম্ব বৰদলৈ, অৰুণ গোস্বামী, অতুলচন্দ্ৰ বৰুৱা, ইৰাণীসেন হাজৰিকা, ফুলেন বৰ্মণ, তুলসীপ্ৰসাদ শইকীয়া, ৰাজেন ৰাভা, কৃষ্ণপ্ৰসাদ বৰঠাকুৰ, ৰামচৰণ ঠাকুৰীয়া, শৈলেন্দ্ৰনাৰায়ণ দাস, কমলেশ্বৰ শইকীয়া, শিৱচৰণ বৈষ্ণৱ, ৰাম গোস্বামী, চিত্তৰঞ্জন চৌধুৰী, ৰমেশচন্দ্ৰ বৰা, মঃ শিৱচৰণ আলি, শ্ৰীমান চক্ৰৱৰ্তী, বীৰেন্দ্ৰকুমাৰ পাটগিৰি, মেঘ গগৈ, হৰিপ্ৰসাদ ৰায়, আনন্দ শৰ্মা, আব্দুল মালিক চৌধুৰী, জানাছিং তেৰাং, উমেশ ভাগৱতী, গজেন্দ্ৰ নাথ চহৰীয়া, শুচিব্ৰতা ৰায়চৌধুৰী, গোবিন্দচন্দ্ৰ পৈৰা, বেণুধৰ বৰা, মোহনচন্দ্ৰ ভূএগ্ৰা, গোবিন্দ মোহন ডেকা, আজিজুৰ ৰহমান বৰভূএগ্ৰা, নিৰঞ্জন মহন্ত, ছামছিং হাঞ্চে, মিলনচন্দ্ৰ চিৰিং, হেম মড়ল, আনন্দ শৰ্মা, কৰুণাময় গোস্বামী, ভুধৰ হাজৰিকা, ডম্বৰু কাকতি, জগত চেতিয়া, হেম বুঢ়াগোহাঁই, নিশিপদ চৌধুৰী, সতীশ চৌধুৰী, শিৱকান্ত দাস, শশী শৰ্মা, দেৱেশ্বৰ শৰ্মা, প্ৰণীতা বৰুৱা, বিনোদ লহকৰ, ধীৰেন্দ্ৰনাথ পূজাৰী, ফণী দাস, অতুলানন্দ গোস্বামী, হিতেন শৰ্মা, লাৱণ্য গগৈ, নৰেন্দ্ৰনাথ বৰদলৈ, অশ্বিনীচৰণ চৌধুৰী, হৰেশ্বৰ গোস্বামী, কেশৱচন্দ্ৰ হাজৰিকা, ভূমিধৰ দাস, খগেন বায়ন, ৰত্নেশ্বৰ দাস, ধৰ্মেশ্বৰ ডেকা, জীৱন সিংহ, ধীৰেন্দ্ৰনাথ শৰ্মা।

এই নিৰ্বাচন পৰিচলানা কৰিবৰ কাৰণে প্ৰধান সম্পাদকে কৃষ্ণপ্ৰসাদ বৰুৱাৰ নাম প্ৰস্তাৱ কৰে আৰু সভাই গ্ৰহণ কৰে।

সভাপতিয়ে জনাই যে ২ ফেব্ৰুৱাৰি তাৰিখে আবেলি ২ বজাৰ পৰা ভোট গ্ৰহণ হ'ব আৰু সম্ভৱক্ষেত্ৰত ৩ ফেব্ৰুৱাৰিৰ মুকলি সভাত অথবা গধূলিৰ সংগীত অনুষ্ঠানৰ মাজত প্ৰধান সম্পদকে নিৰ্বাচনী বিষয়াৰ পৰা নিৰ্বাচিতসকলৰ নাম-তালিকা লৈ ঘোষণা কৰিব।

সভাপতি ড° সত্যেন্দ্ৰ নাথ শৰ্মাই কাৰ্যনিৰ্বাহকৰ সদস্য আৰু প্ৰতিনিধিবৰ্গক সিসকলৰ সহায়-সহযোগিতাৰ বাবে শলাগ জ্ঞাপন কৰে।

গধূলি ৯-৪৫ বজাত সভাপতিয়ে বিষয়বাছনী সভাৰ সামৰণি ঘোষণা কৰে।

প্ৰধান সম্পাদকে ৩ ফেব্ৰুৱাৰিৰ দিনা ৰাতি ১০ বজাত সংগীত অনুষ্ঠানৰ কাৰ্যসূচীৰ মাজত নিৰ্বাচনী বিষয়া কৃষ্ণপ্ৰসাদ বৰুৱাৰ পৰা নিৰ্বাচনৰ ফলাফল গ্ৰহণ কৰি ঘোষণা কৰে আৰু নিৰ্বাচনী বিষয়া আৰু সহযোগীসকললৈ ধন্যবাদ জ্ঞাপন কৰে।



## ১৯৭৬-৭৭ চনৰ কাৰ্যনিৰ্বাহক সমিতি

সভাপতি — যজ্ঞেশ্বৰ শৰ্মা

উপ-সভাপতি — হিতেশ ডেকা, গুৱাহাটী

প্ৰধান সম্পাদক — ড° হেমন্ত কুমাৰ শৰ্মা, গুৱাহাটী

সহকাৰী সম্পাদক — বসন্তকুমাৰ গোস্বামী (যোৰহাট), প্ৰসন্নৰাম দাস, (গুৱাহাটী) দুয়োজন বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত।

ধনভঁৰালী — দুৰ্গেশ্বৰ শৰ্মা, গুৱাহাটী

পত্ৰিকা সম্পাদক — যতীন গোস্বামী, গুৱাহাটী

ভাষাজ্ঞান পৰীক্ষা সচিব — প্ৰকাশ গোস্বামী, যোৰহাট, (বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত)

সদস্য — অতুল চন্দ্ৰ বৰুৱা, গুৱাহাটী; শুচিব্ৰতা ৰায়চৌধুৰী, গুৱাহাটী; ৰামচৰণ ঠাকুৰীয়া, গুৱাহাটী; শ্ৰীমান চক্ৰৱৰ্তী, গুৱালকুছি; সতীশ চৌধুৰী, পাঠশালা; নিৰঞ্জন মহন্ত, শিলচৰ; হৰেশ্বৰ গোস্বামী, নগাঁও; মঃ আব্দুল মালিক চৌধুৰী, কৰিমগঞ্জ; অৰুণ গোস্বামী, যোৰহাট।

(৪ ফেব্ৰুৱাৰি তাৰিখে টিহু কলেজত পুৱা ১০ বজাত আহ্বান কৰা এই নৱনিৰ্বাচিত সদস্যসকলৰ সভাই তলত নাম দিয়াসকলক মনোনীত সদস্য হিচাপে গ্ৰহণ কৰে)।

মনোনীত সদস্য — লীলা গগৈ, ডিব্ৰুগড়; ইন্দ্ৰেশ্বৰ পেগু, মাজুলী; ছামছিং হাঞ্চে, মিকিৰ পাহাৰ; সুবান হাৰো, তেজপুৰ।

---

### শুভেচ্ছা বাণী

অসম সাহিত্য সভাৰ ত্ৰয়শ্চত্বাৰিংশ সন্মিলনলৈ দেশ-বিদেশৰ বহুতো খ্যাতনামা ব্যক্তিক নিমন্ত্ৰণ জনোৱা হৈছিল। সিসকলৰ বহুতেই সন্মিলনৰ সফলতা কামনা কৰি পঠিওৱা শুভেচ্ছা বাণীৰ কিয়দংশ উদ্ধৃত কৰা হ'ল।

আসাম মেডিকেল কলেজ হস্পিতাল
পোঃ আসাম মেডিকেল কলেজ, ডিব্ৰুগড়
১৮-১-৭৬

টিহু অধিৱেশনত যোগ দি অসমীয়া সাহিত্যিক সমাজ আৰু ৰাইজক চাই তৃপ্তি লাভ কৰা সৌভাগ্যৰ পৰা বঞ্চিত হৈ বেজাৰ লাগিছে। শাৰীৰিক অসুস্থতাৰ কাৰণে হস্পিতালত থাকিব লগা হ'ল।

ইয়াৰ পৰাই চিৰ চেনেহী ভাষা জননীৰ মহান যজ্ঞলৈ এটি সেৱা আগবঢ়ালোঁ। গুণী বন্ধু সাহিত্য-সংস্কৃতিৰ পণ্ডিত, গভীৰ অধ্যয়নপুষ্ট যজ্ঞেশ্বৰ শৰ্মাদেৱৰ পৌৰোহিত্যত অসম সাহিত্য সভা আগবাঢ়ি যাওক।

অধিৱেশন সাফল্যমণ্ডিত হওক।

ইতি
বিনীত
আনন্দচন্দ্ৰ বৰুৱা
প্ৰাক্তন সভাপতি

## কাৰ্যসূচী

**১ ফেব্ৰুৱাৰি ঃ দেওবাৰ**

পুৱা ৯-০০ বজাত ঃ কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন
পুৱা ৯-৩০ বজাত ঃ প্ৰতিনিধি শিৱিৰ মুকলি
আবেলি ২-০০ বজাত ঃ বিষয়বাছনী সভাৰ অধিৱেশন
গধূলি ৬-০০ বজাত ঃ সাংস্কৃতিক সমাৰোহ ঃ উদ্বোধক ঃ সাৰদা বৰদলৈ।
ৰাতি ৮-০০ বজাত ঃ বিষয়বাছনী সভাৰ অধিৱেশন

**২ ফেব্ৰুৱাৰি, সোমবাৰ**

পুৱা ৫-৩০ বজাত ঃ প্ৰভাতী সংগীত
পুৱা ৮-০০ বজাত ঃ পতাকা উত্তোলন
ড° সত্যেন্দ্ৰ নাথ শৰ্মা
পুৱা ৮-৩০ বজাত ঃ গ্ৰন্থ উন্মোচনী সভা
স্মৃতিগ্ৰন্থ উন্মোচক ঃ শ্ৰীৰমা দাশ
সাহিত্য সংকলনৰ উন্মোচক ঃ পৰাগধৰ চলিহা
সাহিত্য সভাৰ প্ৰকাশন উন্মোচক ঃ পৰাগধৰ চলিহা
পুৱা ৯-০০ বজাত ঃ সভাপতিক লৈ শোভাযাত্ৰা
পুৱা ৯-৩০ বজাত ঃ প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন
পুৱা ১২-০০ বজাত ঃ প্ৰথম মুকলি অধিৱেশন
উদ্বোধক ঃ ফখৰুদ্দিন আলি আহমদ,
ভাৰতৰ মাননীয় ৰাষ্ট্ৰপতি।

---

RAJ BHAVAN, PUNJAB
Chandigarh.
January 21, 1976

There are many researches which the Sabha requires to undertake in the field of literature and culture of Assam and Assamese life. The filed of research has not been touched in a scientific way. Merely having an annual conference with show does not serve our purpose although it has a great role to play in rousing the enthusiasm of the people.

I hope all young literary persons ... will give a new turn to the Sabha's activities and shall try to build up a permanent institution of reseach governed by highly qualified scholars.

I wish the Sabha all that is best.

With kind regards.

Yours sincerely
(M.M. Chaudhury)



সভাপতি ঃ যজ্ঞেশ্বৰ শৰ্মা
সন্ধ্যা ৫-৩০ বজাত ঃ কবি সন্মিলন
উদ্বোধক ঃ নৰকান্ত বৰুৱা
সভাপতি ঃ ড° নিৰ্মলপ্ৰভা বৰদলৈ
(নিৰ্বাচিত ২৫ গৰাকী কবি)
ৰাতি ৮-৩০ বজাত ঃ সাংস্কৃতিক সমাৰোহ।

**৩ ফেব্ৰুৱাৰি, মংগলবাৰ ঃ**

পুৱা ৫-৩০ বজাত ঃ প্ৰভাতী সংগীত
পুৱা ৮-৩০ বজাত ঃ সাহিত্য আলোচনা অধিৱেশন
উদ্বোধক ঃ ৰমণীকান্ত শৰ্মা
সভাপতি ঃ চৈয়দ আব্দুল মালিক
বিষয় ঃ আধুনিক অসমীয়া সাহিত্যত (চুটি গল্প, উপন্যাস, কবিতা) সমাজ চেতনা।
বক্তা ঃ ড° ভবেন্দ্ৰনাথ শইকীয়া, যোগেশ দাস
বিষয় ঃ আধুনিক অসমীয়া সাহত্যিত (চুটিগল্প, উপন্যাস, কবিতা) মনঃ সমীক্ষণ।
বক্তা ঃ ড° নীলিমা শৰ্মা, মহিম বৰা, ৰাম দাস বড়ো, বীৰেন্দ্ৰ কুমাৰ দাস।
আবেলি ১-০০ বজাত ঃ দ্বিতীয় মুকলি অধিৱেশন
মুখ্য অতিথি ঃ সুভাস মুখোপাধ্যায়
বিশিষ্ট অতিথি ঃ শৰৎচন্দ্ৰ সিংহ, অসমৰ মুখ্যমন্ত্ৰী
বিশিষ্ট সাহিত্যিকলৈ সম্বৰ্ধনা আৰু মান-পত্ৰ প্ৰদান
সন্ধ্যা ৬-০০ বজাত ঃ সাংস্কৃতিক অনুষ্ঠান।

---

**Dr. R.S. MUGALI**
MA, B.T.D. Lit
Sri Kamalalaya
B.I 'N' Block, Rajainagar
Bangalore - 10
124-1-76

.... far away from Assam, I am not in a position to be your midst. I, however, being to see Assam sometime. ... of my friends like Dr. Maheswar Neog are there. ....young friend who has travelled all over India and had .... to me twice - Shri S.C. Sarma Pathak has invited ... to come to Gauhati. I am an old man and I cannot .... long distances.

## প্ৰস্তাৱ প্ৰসংগ

টিহু অধিৱেশনত গ্ৰহণ কৰা প্ৰথম প্ৰস্তাৱৰ মৰ্মে জনজীৱনক মহৎ লক্ষ্যৰ প্ৰতি উদ্বুদ্ধ কৰি তুলিবলৈ শিল্পী-সাহিত্যিক-কবিসকলক সভাই আহ্বান জনায়।

দ্বিতীয় প্ৰস্তাৱৰ মৰ্মে উত্তৰ-পূব ভাৰতৰ বিভিন্ন ভাষা-ভাষী জনসাধাৰণৰ মাজত ঐক্য আৰু সম্প্ৰীতিৰ বান্ধোন দৃঢ় কৰি ৰখাৰ উদ্দেশ্যে আৰু থলুৱা ভাষা-সংস্কৃতিৰ বিকাশত বাধাগ্ৰস্ত নকৰাকৈ এই বৈচিত্ৰ্যপূৰ্ণ অঞ্চলটিৰ জনসাধাৰণক সাংস্কৃতিক আৰু ব্যাৱহাৰিকভাৱে সংযুক্ত কৰি ৰখাৰ একমাত্ৰ মাধ্যম অসমীয়া ভাষাৰ ব্যৱহাৰ যাতে সঞ্চালনিকৈ ৰাখিব পাৰি তাৰ বাবে অনুকূল পৰিৱেশ ৰচনা কৰিবলৈ চৰকাৰৰ উপৰি উত্তৰ-পূব ভাৰতৰ ৰাজ্য চৰকাৰসমূহক (প্ৰস্তাৱৰ নকল দি) অনুৰোধ জনায়। এই প্ৰস্তাৱৰ ভিত্তিতে দাঁতি কাষৰীয়া ৰাজ্যৰ লগত বিনিময় কৰাৰ অৰ্থে সভাৰ এটি দল অৰুণাচললৈ অসম সাহিত্য সভাৰ সন্দেশ-বাৰ্তা লৈ যায়। আন এটি দল নগাভূমিলৈ যায়।

তৃতীয় প্ৰস্তাৱ অনুসৰি অসমৰ ভাষা-সাহিত্য আৰু সংস্কৃতিৰ কেন্দ্ৰীয় বিদ্যাসদনস্বৰূপে গঢ়ি তোলাৰ অৰ্থে প্ৰস্তাৱিত ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণ কৰাৰ বাবে কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰক আঁচনি দিয়া উপৰি শাখা সভা আৰু ৰাইজৰ কাৰ্যকৰী সহযোগিতা বিচৰা হৈছিল। মাজুলীত এটি সাংস্কৃতিক অধ্যয়ন কেন্দ্ৰ গঢ়ি তুলিবলৈ চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি গ্ৰহণ কৰা প্ৰস্তাৱো যথাস্থানলৈ প্ৰেৰণ কৰা হয়।

---

Any way, I wish the Forty-third Annual Conference of your grand success. I wish that you will take again steps for national integration and for inter-language understanding.

Your sincerely
(R.S. Mugali)

"विद्यया विन्दतेऽमृतम्"
**PRACYAVANI**
[Institute of Oriental Learning]
(Estd. 1943)

Dr. Roma Choudhuri,
M.A., Ph.D. (Oxford)

3, Federation Street,
P.O. Amherst Street
Calcutta- 700009
Dated 23.1.76
No..........

"Literature" is a Golden Mirror of life. And, it is the bounden duty of Litterateurs to reflect the ever-luminous message of Satya-Siva-Sundara : Truth-Beauty-Goodness amongst all. We are sure, your learned participants will show



টিহু সন্মিলনৰ প্ৰস্তাৱসমূহ আৰু কাৰ্যনিৰ্বাহক সমিতিয়ে (১৯৭৬-৭৭) লোৱা আঁচনিসমূহ কাৰ্যকৰী কৰাৰ অৰ্থে মাননীয় সভাপতিপ্ৰমুখ্যে সাহিত্য সভাৰ ছজনীয়া সঁজাতী দল এটিয়ে ১২ মে' ১৯৭৬ তাৰিখে মুখ্যমন্ত্ৰীৰ লগত সাক্ষাৎ কৰি প্ৰস্তাৱ আৰু আঁচনিসমূহৰ কথা অৱগত কৰায়।

তদুপৰি মুখ্যমন্ত্ৰীক সাক্ষাত কৰোঁতে (১) অসমৰ ৰাজ্যভাষা আইনখন সম্পূৰ্ণৰূপে কাৰ্যকৰী কৰা, (২) অসমৰ অনা-অসমীয়া স্কুলসমূহত অসমীয়া ভাষাক তৃতীয় ভাষা হিচাপে শিকোৱাৰ ব্যৱস্থা সম্পূৰ্ণ কাৰ্যকৰী কৰা, (৩) অনা-অসমীয়া স্কুলত অসমীয়া শিকাবলৈ নিয়োগ কৰা শিক্ষকৰ অৰ্হতা আৰু শিক্ষাদান সম্পৰ্কে অনুসন্ধান আৰু তত্ত্বাৱধান ল'বলৈ বিষয়া নিয়োগ, (৪) অসমীয়া শিকোৱাৰ কাৰণে বিদ্যালয়ত অৰ্থ-মঞ্জুৰী দিয়া, (৫) অসমীয়া ভাষাজ্ঞান প্ৰশিক্ষণ পাঠ্যক্ৰমত স্বীকৃতিদান আৰু উপযুক্ত স্থানীয়লোকক বিদ্যালয়ত নিযুক্তি দিয়াৰ ব্যৱস্থা কৰা — এইকেইটি বিষয়ে দৃষ্টি আকৰ্ষণ কৰা হয়।

## আঁচনি আৰু কাম

কাৰ্যকালৰ ভিতৰত (১৯৭৬-৭৭) অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ ৪ (চাৰি) খন অধিৱেশন বহে। প্ৰথমখন মাৰ্চ মাহৰ ২৭ আৰু ২৮ তাৰিখে যোৰহাটত, দ্বিতীয়খন জুন মাহৰ ৫ আৰু ৬ তাৰিখে ডিমাপুৰত, তৃতীয়খন অক্টোবৰ মাহৰ ২৯ আৰু ৩০ তাৰিখে গুৱাহাটীত আৰু চতুৰ্থখন ফেব্ৰুৱাৰি মাহৰ (১৯৭৭) ৩ আৰু ৪ তাৰিখে অভয়াপুৰী চহৰত বহে। উল্লেখযোগ্য যে এই বছৰতে পোনপ্ৰথমবাৰৰ বাবে কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশন অসমৰ বাহিৰত অৰ্থাৎ ডিমাপুৰত অনুষ্ঠিত হয়।

---

us a new Path to real progress, and perfection, purity and peace, bliss and blessedness.

May the Divine Mother bless you all and fill your holy lives with Saundarya-Madhurya-Aisvarya : Beauty-Sweetness-Glory.

Loving yours.
(Roma Chaudhuri)




Wishing the function every success.

(Mitradev Manahta)

ত্ৰিশ্চত্বাৰিংশ সন্মিলনে গ্ৰহণ কৰা প্ৰস্তাৱ আৰু সন্মিলনৰ বিষয়বাছনী সভাই দিয়া পৰামৰ্শসমূহক ভেঁটি কৰি কাৰ্যনিৰ্বাহক সমিতিয়ে বছৰটোৰ কামৰ আঁচনি গ্ৰহণ কৰে। এই আঁচনিৰ ভিতৰত ঘাইকৈ আছিল — (১) প্ৰকাশন আঁচনি, (২) লেখক শিবিৰ আয়োজন আঁচনি, (৩) জন্ম শতবাৰ্ষিকী উছৱ আয়োজনৰ আঁচনি, (৪) দানবীৰ ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণ আঁচনি আৰু (৫) সাংস্কৃতিক আৰু সম্প্ৰীতিমূলক ভ্ৰমণ আঁচনি।

## প্ৰকাশন আৰু পুৰ্নমুদ্ৰণ

(ক) অসম সাহিত্য সভাই অসমৰ জনজাতীয় জীৱন বা সম্প্ৰদায়ৰ পৰিচয়মূলক আৰু সাংস্কৃতিক জীৱনৰ পৰিচয়মূলক গ্ৰন্থ প্ৰকাশত গুৰুত্ব দি আহিছে। বছৰটোত প্ৰকাশৰ বাবে লোৱা হয় — (১) বড়ো সাধু, (২) ৰাভা সাধু, (৩) মিছিং সাধু, (৪) কাৰ্বি সাধু, (৫) দেউৰী সাধু, (৬) কামেং সীমান্তৰ সাধু, (৭) চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু আৰু (৮) নেপালী সাধু। তদুপৰি বিভিন্ন ধৰ্মৰ লগত জড়িত সাধুকথা বা আখ্যান সংকলন প্ৰকাশৰ বাবে লোৱা হয় — (১) ইছলাম ধৰ্মসম্পৰ্কীয়, (২) বৌদ্ধ ধৰ্মসম্পৰ্কীয়, (৩) শিখ ধৰ্মসম্পৰ্কীয়।

(খ) অসম সাহিত্য সভাই সাহিত্য, সংগীত, বিজ্ঞান আদি বিভিন্ন বিষয়ৰ পৰিচয়মূলক গ্ৰন্থ এলানি প্ৰকাশ কৰিবলৈ আঁচনি গ্ৰহণ কৰে।

(১) ধ্বনি আৰু ৰসতত্ত্ব, (২) নৃতত্ত্বৰ চমু আভাস, (৩) চিকিৎসা বিজ্ঞানৰ ইতিহাস, (৪) চাহৰ কথা আৰু (৫) অসমীয়া সংগীতৰ ঐতিহ্য।

(গ) শতবাৰ্ষিকী প্ৰকাশ ঃ অসম সাহিত্য সভাই দেশভক্ত তৰুণৰাম ফুকনৰ জন্ম শতবাৰ্ষিকী উপলক্ষে 'দেশভক্ত ফুকন' স্মৃতিমাল্য নামৰ গ্ৰন্থ প্ৰকাশ কৰিছে আৰু সভাৰ উছৱ সমিতিৰ সৌজন্যত 'তৰুণ স্মৃতি' নামৰ এখন গ্ৰন্থ প্ৰকাশ হৈছে। তদুপৰি শতবাৰ্ষিকী উপলক্ষে সভাই 'ভাৰতীয় ৰাজনীতিৰ ধাৰা' শীৰ্ষক এটি স্মাৰক বক্তৃতা তীৰ্থনাথ শৰ্মা প্ৰদান কৰে। সেই বক্তৃতাও পুথি আকাৰে প্ৰকাশ কৰা হয়।

---

**LITTLE BALLET TROUPE**
Institute of theatra arts
Sarder Patel Hostel. Jhansi Road,
X1/93/75-76 Date 27.1.1976

In my humble way and on behalf of Ranga-Sri, Little Ballet Troupe I send our good wishes to you and am sure that you will achieve greater success in all your endeavour in the coming years.

With sincre regards to you and all the members of Asam Sahitya Sabha.

(Smr. Gul Bardhan)
Coltroller Adm.)



(ঘ) অন্যান্য প্ৰকাশন ঃ সভাই প্ৰকাশনৰ আঁচনিত ধৰা পুথিসমূহ হ'ল —

(১) শতাব্দীৰ অৰ্ঘ, (২) নগালেণ্ড, (৩) আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ, (৪) টিহু-লখিমী, (৫) ছেক্সপীয়েৰ, (৬) কামৰূপী লোকগীত সংগ্ৰহ আৰু (৭) অসমীয়া গল্প সংকলন। এই আঁচনিৰ পুথিসমূহৰ ভিতৰত 'টিহু-লখিমী', 'কামেং সীমান্তৰ সাধু', 'কাৰ্বি সাধু', 'নৃতত্ত্বৰ চমু আভাস', 'দেউৰী সাধু', 'ৰাভা সাধু', 'দেশভক্ত ফুকনৰ স্মৃতিমাল্য', 'ধ্বনি আৰু ৰসতত্ত্ব', 'অসমীয়া সংগীতৰ ঐতিহ্য' আৰু 'চাহৰ কথা' এই দহখন পুথি ছপা হৈ ওলাল। বাকীকেইখন পুথি চলিত বিত্তীয় বছৰতে ছপা কৰিবলৈ সভাই সিদ্ধান্ত কৰে।

## অন্যান্য প্ৰকাশন

বছৰটোত প্ৰকাশ হৈ আহিবলগীয়া গ্ৰন্থৰ ভিতৰত আছে — (১) অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাৰ 'শতাব্দীৰ অৰ্ঘ', (২) নৰমালতী চক্ৰৱৰ্তীৰ নাগামিজত লিখা 'নগালেণ্ড' আৰু (৩) নগেন শইকীয়াৰ সম্পাদিক 'আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ'।

১৯৭৮ চনত পালন কৰিবলগীয়া পণ্ডিত কালিৰাম মেধিৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে মেধিৰ ৰচনাৱলী প্ৰকাশৰ সিদ্ধান্ত লৈ সেইবোৰ সংগ্ৰহ সম্পাদনা কৰিবলৈ ড° সত্যেন্দ্ৰ নাথ শৰ্মা আৰু মুৰাৰিচৰণ দাসক অনুৰোধ জনাইছিল। দুয়োজনাই ইতিমধ্যে কামত আগবাঢ়িছে। সাহিত্য সভাৰ অনুৰোধক্ৰমে যতীন্দ্ৰনাথ গোস্বামীয়ে অসম সাহিত্য সভাৰ প্ৰকাশনৰ বিৱৰণমূলক তালিকা যুগুত কৰে।

---

শ্ৰীঅসিতকুমার বন্দ্যোপাধ্যায়
এম.এ.পি.এইচ.ডি.
অধ্যক্ষ, বাংলা বিভাগ
ডীন, চারুকলা ও সঙ্গীত ফ্যাকাল্টি
কলিকাতা বিশ্ববিদ্যালয়
কলিকাতা-৭০০০১২ ২.২.৭৬

ফোন ঃ৬৭-৪৩০১ (বাড়ী)
৩৪-৩০১৪ (বিশ্ববিদ্যালয়)
১৪/২, ভট্টাচার্য পাড়া লেন,
সাঁত্রাগাছি, হাওড়া ৭১১১০৪

I wish the Conference all success it deserves.
Thanking you for your kind invitation.

Yours sincerely
Sd/ ASITKUMAR BANERJEE
645 NEW ALLPORE
Calcutta - 70053
Phone 45143

## পুনৰ্মুদ্ৰণ

ক) 'ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া' গ্ৰন্থৰ পুনৰ্মুদ্ৰণৰ আৱশ্যকতা অনুভৱ কৰাত ছপা কৰি উলিয়ায়। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই গ্ৰন্থখনৰ পুনৰ্মুদ্ৰণৰ সম্পূৰ্ণ ব্যয় বহন কৰে।

খ) অসমৰ জনজাতি গ্ৰন্থৰ দ্বিতীয় পৰিবৰ্ধিত সংস্কৰণ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যৰ সম্পাদনাত ছপা হৈ ওলায়।

গ) বিহগী কবি ৰঘুনাথ চৌধাৰীৰ 'সাদৰী' গ্ৰন্থখন সভাৰ হৈ গুৱাহাটীৰ বাণী প্ৰকাশ প্ৰতিষ্ঠানে ছপা কৰি উলিয়াইছে।

## অসম সাহিত্য সভা পত্ৰিকা

যতীন গোস্বামীৰ সম্পাদনাত অসম সাহিত্য সভাৰ পত্ৰিকা ত্ৰয়ত্ৰিংশ বছৰৰ তিনিটি সংখ্যা গধুৰ প্ৰবন্ধ-পাতিৰে প্ৰকাশ হৈ ওলাইছে। চতুৰ্থ সংখ্যাটি ছপা হৈ আছে। শাখা সভাসমূহে পত্ৰিকাৰ নিয়মীয়া গ্ৰাহক হোৱাৰ উপৰি পত্ৰিকা বিক্ৰীত আগভাগ লোৱাটো বাঞ্ছনীয়; কিন্তু শাখা সভাৰ পৰা পত্ৰিকাৰ ভি.পি. ঘূৰি অহাত সভাৰ অযথা ভৰণি হোৱা দেখা যায়।

পত্ৰিকাৰ বহল প্ৰচাৰৰ অৰ্থে আৰু বিশেষকৈ পত্ৰিকাৰ গ্ৰাহক বৃদ্ধিৰ কাৰণে অসমৰ মাননীয় শিক্ষাধিকাৰৰ যোগেদি অসমৰ শিক্ষানুষ্ঠানসমূহলৈ এখন বিজ্ঞপ্তি দিওৱা হৈছিল যদিও কাৰ্যতঃ বিশেষ একো ফল নাপালে।

## চতুৰ্থ লেখক শিৰিৰ

অসম সাহিত্য সভাৰ উদ্যোগত আৰু তেজপুৰ সাহিত্য সভাৰ সহযোগত ১৯৭৬ খ্ৰীষ্টাব্দৰ ২৪ আৰু ২৫ ডিচেম্বৰত তেজপুৰ নগৰত অসম সাহিত্য সভাৰ চতুৰ্থ লেখক শিবিৰ ড° মহেশ্বৰ নেওগৰ সঞ্চালনাত অনুষ্ঠিত হয়। লেখক শিৰিৰত আলোচ্য বিষয় আছিল —

---

**DR. D.C. SIRCAR**
Formerly Carmichal Professor
Calcutta University, and Govt.
Epigraphist for India.

Date : 19.1.19

I have no doubt that the Conference will be a success under the able guidance of Sri Sarma.

With greetings and good wishes.

Your Sincerely

(Dr. D.C. Sircar)



(১) সাম্প্ৰতিক সাহিত্য ঃ ৰুচি, আদৰ্শ আৰু সামাজিক দায়িত্ব আৰু (২) অসমীয়া সংবাদপত্ৰ আৰু আলোচনীৰ সমস্যা আৰু মান। অসমীয়া আখৰ জোঁটনি আৰু আভিধানিক ৰূপৰ বিপৰ্যয় বিষয়টোও আলোচনাত অন্তৰ্ভুক্ত কৰা হৈছিল। লেখক শিৰিৰত অসমৰ প্ৰায় ৫০ গৰাকী লেখক আৰু সাংবাদিকে অংশ গ্ৰহণ কৰিছিল।

এইখিনিতে উল্লেখ কৰিব পাৰি যে চতুৰ্থ লেখক শিৰিৰত আলোচিত বিষয় বস্তুলৈ এখনি গ্ৰন্থ প্ৰকাশ হৈছিল।

## সাহিত্য সভা সপ্তাহ

অসম সাহিত্য সভাৰ লক্ষ্য আৰু উদ্দেশ্য প্ৰচাৰৰ অৰ্থে ১৯৭৭ চনৰ ১৭ জানুৱাৰিৰ পৰা ২৩ জানুৱাৰিলৈ চলে। এই সপ্তাহৰ ভিতৰতে অৰ্থাৎ ২২ জানুৱাৰি বিভিন্ন কাৰ্যসূচীৰে সাহিত্য সভা সপ্তাহ পালন কৰে। এই সপ্তাহৰ ভিতৰতে অৰ্থাৎ ২২ জানুৱাৰি তাৰিখে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি দেশভক্ত তৰুণৰাম ফুকনৰ জন্ম শতবৰ্ষপূৰ্ণ হয়। শাখা আৰু স্বীকৃত সভাসমূহে সাহিত্য সভা সপ্তাহ পালনৰ লগতে জন্ম শতবাৰ্ষিকী উছৱো বিভিন্ন কাৰ্যসূচীৰে বিস্তৃতভাৱে পালন কৰে। তদুপৰি জ্যোতি দিৱস, লেখক সমাৰোহ, শিল্পী-সাহিত্যিকৰ সম্বৰ্ধনা আদিৰ কাৰ্যসূচীৰে শাখাসমূহে পালন কৰে।

## জন্ম-শতবাৰ্ষিকী

অসম সাহিত সভাই দেশভক্ত তৰুণৰাম ফুকনৰ জন্ম শতবাৰ্ষিকী উছৱ গুৱাহাটীত কেন্দ্ৰীয়ভাৱে পালন কৰাৰ উদ্দেশ্যে অতুলচন্দ্ৰ হাজৰিকাক সভাপতি আৰু অধ্যাপক দুৰ্গেশ্বৰ শৰ্মাক সম্পাদক হিচাপে লৈ এখনি উছৱ সমিতি গঠন কৰি দিয়ে। এই সমিতিৰ সহযোগত ১৯৭৭ চনৰ ২২ আৰু ২৩ জানুৱাৰিত কৃতকাৰ্যভাৱে উছৱ পালন কৰা হয়। এই উছৱৰ লগতে সভাই দুখন গ্ৰন্থ প্ৰকাশ কৰে।

দেশভক্ত ফুকনৰ স্মৃতিত ডাক বিভাগে এটি বিশেষ টিকট উলিয়ায়।

---

**SAHITYA AKADEMI**
National Academy of Letters

Rabindra Bhavan
New Delhi-110001
Telegram : Sahityakar,
Phone - 888667

SA. 14/19500

20, January, 1976

Please accept our best wished for the success of the Conference.

Yours sincerely

(Dr. R.S. Kelkar)
Secretary.

## ৰাধাকান্দ সন্দিকৈ ভৱন

অসমৰ শিক্ষা, সাহিত্য আৰু সংস্কৃতিৰ উন্নতিৰ হকে অতুলনীয় দান আগবঢ়াওঁতা স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈৰ স্মৃতিত অসম সাহিত্য সভাই যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ চৌহদত ভাষা-সাহিত্য-সংস্কৃতিৰ এটি কেন্দ্ৰীয় বিদ্যাসদন প্ৰতিষ্ঠা কৰিবলৈ ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণৰ পৰিকল্পনা কৰি ১৯৬০ চনতেই তাৰ আধাৰশিলা প্ৰতিষ্ঠা কৰে; কিন্তু অৰ্থাভাৱত আজি ১৭ বছৰে এই আধাৰশিলা তেনেদৰেই পৰি থাকিল। ইতিমধ্যে ১৯ লাখ টকাৰ ব্যয়ৰ আঁচনিৰে এই বিদ্যাসদনটিৰ ভৱনৰ প্ৰস্তাৱিত পৰিকল্পনা ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰলৈ পঠোৱা হয়। যোৱা ২৬ জানুৱাৰি তাৰিখে চন্দ্ৰকান্ত সন্দিকৈ ভৱন প্ৰাংগণত এখন ৰাজহুৱা সভাত এই ভৱনৰ আঁচনি অসমৰ বনবিভাগৰ মন্ত্ৰী ড° লুটফুৰ ৰহমানে আনুষ্ঠানিকভাৱে উদ্বোধন কৰে।

## হীৰক জয়ন্তী

১৯৭৭ চনৰ ডিচেম্বৰ মাহত অসম সাহিত্য সভাৰ ষাঠি বছৰ পূৰ্ণ হ'ব। এই উপলক্ষে কাৰ্যনিৰ্বাহক সমিতিয়ে যোৰহাটত কেন্দ্ৰীয়ভাৱে হীৰক জয়ন্তী উছৱ পালন কৰাৰ সিদ্ধান্ত লৈ স্থানীয়ভাৱে এখনি উছৱ সমিতি গঠন কৰি দিয়ে।

## ভাষাজ্ঞান পৰীক্ষা

১৯৭৫ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ ভাষাজ্ঞান পৰীক্ষা নৱেম্বৰ মাহৰ ৭, ৮ আৰু ৯ তাৰিখে অসমৰ ৩৩ টা কেন্দ্ৰত অনুষ্ঠিত হয়। এই পৰীক্ষাত তলত দিয়াদৰে ফল ঘোষণা কৰা হয়।

প্ৰাথমিক ঃ মুঠ পৰীক্ষাৰ্থী - ৯৬৪; পৰীক্ষা দিয়ে - ৮৩৬; উত্তীৰ্ণ - ৩৭৭। ১ম বিভাগত - ১০; ২য় বিভাগত - ২৭২; উত্তীৰ্ণৰ হাৰ - ৪৫%।

---

MEMBER OF PARLIAMENT
(Raja Sabha)
Ref. : GS/254/75
Dt. 29.12.75



c—77, Greater Kallash-1
S.1.1976

The land of Assam and Assam literature is always near my heart. I have a romantic love both the state and its beautiful literature. And it is my wish and dream that Asam and Bengali Literature should come ever closer to the benefit of both.

I wish the open session success and hope that Asam and Bengali men of letters should try to understand one another and draw ever closer.

With best wishes.

Yours for ever
(Promotho Nath Bisi)



মাধ্যমিক ঃ মুঠ পৰীক্ষাৰ্থী - ৪৬৮, পৰীক্ষা দিয়ে - ৩৬৮, উত্তীৰ্ণ - ১৫৮। ১ম বিভাগত - নাই, ২য় বিভাগত - ৪২, ৩য় বিভাগত - ২৭২, উত্তীৰ্ণৰ হাৰ ৪২%।

প্ৰাগভাৰতী ঃ মুঠ পৰীক্ষাৰ্থী -১২৭, পৰীক্ষা দিয়ে - ৯৮, উত্তীৰ্ণ - ৩০। ১ম বিভাগ - নাই, ২য় বিভাগ - ৫, ৩য় বিভাগ - ২৫। উত্তীৰ্ণৰ হাৰ - ৩১%।

ভাৰতী ঃ মুঠ পৰীক্ষাৰ্থী - ২০, পৰীক্ষা দিয়ে - ৯, উত্তীৰ্ণ - ৫

১ম বিভাগ - নাই, ২য় বিভাগ - নাই, ৩য় বিভাগ - ৫। উত্তীৰ্ণৰ হাৰ - ৫৫.৫%।

ডিচেম্বৰ মাহৰ ২৪, ২৫ আৰু ২৬ তাৰিখে অসমৰ বিভিন্ন (৩০ টা) কেন্দ্ৰত ১৯৭৬ চনৰ ভাষাজ্ঞান পৰীক্ষা অনুষ্ঠিত হয়। প্ৰাথমিক - ৮৮৫ জন, মাধ্যমিক - ৪৯৪ জন, প্ৰাগভাৰতী - ১৩৮ জন আৰু ভাৰতীত - ২৫ জন। মুঠ - ১৫৫২ জন পৰীক্ষাৰ্থীয়ে পৰীক্ষাত অৱতীৰ্ণ হয়।

## সাহিত্য সভাৰ বঁটা

অসম সাহিত্য সভাত গচ্ছিত ন্যাস আৰু অক্ষয় পুঁজিৰ পৰা বছৰটোত তলত দিয়া অনুসৰি বঁটা ঘোষণা কৰা হৈছিল।

(ক) উগ্ৰতাৰা ন্যাস সমিতিয়ে আগবঢ়োৱা 'ৰঘুনাথ চৌধাৰী বঁটা' "বিভিন্ন দিনৰ কবিতা" নামৰ পুথিৰ বাবে হীৰেন ভট্টই লাভ কৰিছে।

(খ) শৰতচন্দ্ৰ গোস্বামী বঁটা ঃ 'শৰৎচন্দ্ৰ গোস্বামী' শীৰ্ষক ৰচনা প্ৰতিযোগিতাত প্ৰথম হৈ দুলিয়াজানৰ অইল ইণ্ডিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ শ্ৰীবি. ৰাজেন্দ্ৰকুমাৰে লাভ কৰিছে।

(গ) হৰিপ্ৰসাদ নেওগ সোঁৱৰণী মুদ্ৰণ-অলংকৰণ বঁটা ঃ মুদ্ৰণ আৰু অলংকৰণত শ্ৰেষ্ঠ বিবেচিত প্ৰতি বছৰে অসমীয়া পুথিক দিবৰ বাবে সিদ্ধান্ত কৰা হৰিপ্ৰসাদ নেওগ

---



उप मन्त्री
बिदेश मन्त्रालय, नई दिल्ली ११००११
Deputy Minister
Ministry of External Affairs,
New Delhi-110011

No. 3/DR/76

January 20, 1976

I wish the Session all success.

Your's sincerely

(Bipinpal Das)

সোঁৱৰণী মুদ্ৰণ আৰু অলংকৰণ বঁটা লাভ কৰে 'আউনীআটি সত্ৰৰ বুৰঞ্জী' নামৰ গ্ৰন্থৰ প্ৰকাশক আউনীআটী সত্ৰই। কলিকতাৰ নৱজীৱন প্ৰেছে শ্ৰেষ্ঠ মুদ্ৰকৰ প্ৰমাণ-পত্ৰ লাভৰ যোগ্যতা অৰ্জন কৰিছে।

(ঘ) প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা ঃ ভূগোলৰ চাৰিজন বিখ্যাত আৱিষ্কাৰক পুথিৰ বাবে মোহন চৌধুৰীয়ে লাভ কৰিছে।

(ঙ) হৰিহৰ চৌধুৰী বঁটা ঃ "তুমি ভালপোৱা অৰুণাচলৰ এটা জাতীয় উছৱ" শীৰ্ষক ৰচনা প্ৰতিযোগিতাত (চলোং উছৱ) প্ৰথম হৈ পাছিঘাটৰ ৰাজকীয় উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ আচাম বৰবাঙে লাভ কৰিছে।

(চ) বনমালী শইকীয়া বঁটা আৰু ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা দিব পৰা নগ'ল।

## অভিনন্দন

ড° ভৱেন্দ্ৰ নাথ শইকীয়া "শৃংখল" গল্প পুথিৰ বাবে সাহিত্য একাদেমিৰ দ্বাৰা হোমেন বৰগোহাঞি "পিতা-পুত্ৰ" উপন্যাসৰ বাবে অসম প্ৰকাশন পৰিষদৰ দ্বাৰা ভৃগুমুনি কাগয়ুং, নাহেন্দ্ৰ পাদুন আৰু মোহন চৌধুৰী ক্ৰমে "অনাহুতা", "মোৰ লগৰীয়া" আৰু "ভূগোলৰ চাৰিজন বিখ্যাত আৱিষ্কাৰক" পুথিৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা পুৰষ্কৃত হৈছে। সাংবাদিক সতীশচন্দ্ৰ কাকতিয়ে "জৱাহৰলাল নেহৰু আৰু ছোভিয়েট ৰুছিয়া" পুথিৰ বাবে "ছোভিয়েট দেশ নেহৰু বঁটা" পাইছে। এই কেইগৰাকী সাহিত্যিকলৈ সভাই অভিনন্দন জ্ঞাপন কৰে। অসম সাহিত্য সভাৰ নাজিৰা অধিৱেশনৰ (৩০শ) সংগীত অধিৱেশনৰ সভাপতি আৰু সুপ্ৰসিদ্ধ গীতিকাৰ সংগীতজ্ঞ ড° ভূপেন হাজৰিকাই এই বছৰ শ্ৰেষ্ঠ সংগীত পৰিচালক হিচাপে সৰ্বভাৰতীয় খ্যাতি অৰ্জন কৰিছে আৰু ভাৰত চৰকাৰৰ পৰা পদ্মশ্ৰী সন্মান লাভ কৰিছে। তদুপৰি অসমৰ বিদুষী মহিলা ইন্দিৰা মিৰি আৰু সুদক্ষ বিষয়া জে.বি. চৌধুৰীয়েও পদ্মশ্ৰী সন্মানেৰে ভূষিত হৈছে।

---

भारत के उपराष्ट्रपति सचिव
नई दिल्ली
Secretary
To the Vice-President of India
New Delhi
January 20, 1976

The Vice President is gland to know that the Asam Sahitya Sabha is going to have its Forty-third Annual Conference on 2 and 3 February, 1976. He sends his best wishes for the success of the function.

Yours faithfully
(V. Phadke)



## সাহিত্যিক পেঞ্চন

অসম ৰাজ্য চৰকাৰে এই বছৰ ২৬ জানুৱাৰিৰ দিনা প্ৰবীণ ফুকন, সাৰদা বৰদলৈ, ভৱানন্দ ৰাজখোৱা, যুগল দাস, নাৰায়ণ বেজবৰুৱা, ভৱেন নাৰ্জী, দীননাথ শৰ্মা আৰু তিলক দাসলৈ সাহিত্যিক পেন্সন দিয়াৰ কথা ঘোষণা কৰিছে।

দেশলৈ বিভিন্ন বৰঙণি যোগোৱা দুজন ব্যক্তি শিল্পী স্বৰ্গীয় গজেন বৰুৱা আৰু সাহিত্যিক স্বৰ্গীয় হৰেন কলিতাৰ পৰিয়াললৈ ৰাজ্য চৰকাৰে এককালিন পাঁচ হেজাৰ টকাৰ অৰ্থসাহায্য আগবঢ়াইছে।

## সভালৈ দান

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু বিহগী কবি ৰঘুনাথ চৌধাৰীৰ প্ৰকাশিত সমগ্ৰ ৰচনাৱলীৰ প্ৰকাশৰ স্বত্ত্ব তেখেতৰ বোৱাৰী বসুন্ধৰা চৌধুৰী আৰু নাতি সন্তৰাম চৌধুৰী প্ৰমুখ্যে উত্তৰাধিকাৰী অসম সাহিত্য সভাক অৰ্পণ কৰিছে। তদুপৰি তেখেতসকলে প্ৰখ্যাত গীতিকাৰ উমেশ চন্দ্ৰ চৌধাৰীৰ স্মৃতিত তেখেতসকলৰ ঘৰুৱা পুথিভঁৰালত থকা ২৮০ খন মূল্যৱান গ্ৰন্থ আৰু আলোচনী অসম সাহিত্য সভাক দান দিছে।

---

**PALAT HOUSE**
Ottapalam-679101
Kerala State
January, 20, 1976

For 43 years this Sabha has been performing useful work in the literary and culturel fields. I wish the Conference every success and the Sabha an increasingly bright future.

Yours sincerely
(K.P.S. Menon)

**FACULTY OF ARTS, GUWAHATI UNIVERSITY**

GAUHATI UNIVERSITY
Gauhati-14 (Assam)

Professor Dr. Moheswar Neog,
dean of the Faculty of Arts.
Gauhati University

২৪ জানুৱাৰি, ১৯৭৬

প্ৰতি, শ্ৰীনগেন শইকীয়া
প্ৰধান সম্পাদক, অসম সাহিত্য সভা

অসম সাহিত্য সভাৰ ত্ৰয়শ্চত্বাৰিংশ সন্মিলনৰ বাবে আপোনাৰ নিমন্ত্ৰণ পত্ৰ পাই সুখী হৈছোঁ। মোৰ ধন্যবাদ আৰু সভাৰ কৃতকাৰ্যতাৰ বাবে শুভেচ্ছা গ্ৰহণ কৰিব।

বিনীত,
মহেশ্বৰ নেওগ

অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতি নীলমণি ফুকনদেৱে তেখেতৰ ৰচিত ৩০ খন গ্ৰন্থৰ স্বত্ব আৰু ব্যক্তিগত পুথিভঁৰালটি দুটা আলমাৰীসহ অসম সাহিত্য সভাক দান কৰিছে। অসম সাহিত্য সভাৰ আন এগৰাকী সভাপতি অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰীৰ ব্যৱহৃত আলোচনী আৰু গ্ৰন্থৰাজি ৪৭২ খন আলমাৰীসহ অসম সাহিত্য সভাক দান কৰিছে।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাই ৪০০ খন পুথি, সাহিত্য সভাৰ সদস্য অতুলচন্দ্ৰ বৰুৱাই ২০০.০০ টকা, কিতাপ (অসমীয়া কাব্যত প্ৰেমৰ বোৱঁতি সুঁতি, মনসা কাব্য আৰু ওজাপালি, ৰাষ্ট্ৰনেতা দেশভক্ত ফুকন, স্মৃতিৰ ৰঙিয়া) আৰু প্ৰাণেশ্বৰ পাঠকে তেখেতৰ পত্নী স্বৰ্গীয়া বাণী পাঠকৰ ৰচিত ১০০ সংখ্যক 'বেজবৰুৱাৰ বতৰা' অসম সাহিত্য সভাক দান দিছে। গুৱাহাটীৰ বাণী প্ৰকাশৰ স্বত্বাধিকাৰী অম্বিকাপদ চৌধুৰীয়ে তেখেতসকলৰ সমস্ত প্ৰকাশনৰ একোকপিকৈ কিতাপ অসম সাহিত্য সভাক দান কৰিছে। সাহিত্য সভাৰ সম্পাদক বকুল বৰাই স্বৰচিত কবিতা পুথি 'চন্দবিন্দু' কবিতা পুথি ৫০ কপি অসম সাহিত্য সভালৈ দান কৰিছে।

কলিকতাৰ নৱজীৱন প্ৰেছৰ যত্নৰ ফলতেই অসম সাহত্যি সবাই ৩০০৩.৮১ পইচা বিক্ৰী কৰ বছৰটোত সভাই ৰেহাই পায়।

---



Shri R. C. Barooah, B.L., Speaker
Assam Legislative Assembly
Dispur, Gauhati-6

The 22nd January, 1976

অসম সাহিত্য সভাৰ টিহু অধিৱেশনৰ সম্পূৰ্ণ সাফল্য কামনা কৰিলোঁ।

ইতি
শ্ৰীৰমেশচন্দ্ৰ বৰুৱা

**A Magyar Nepkoztarasag**
Nagykovetsege, New Delhi,
Empassy of the Hungarian
People's Republic

15, Jor Bagh,

January 21, 1976

Thanks for your kind invitation but I am sorry to say that I am unable to avail myself of this opportunity to be present at the Conference due to very important engagements here in Delhi.

Please accept our good wishes for the success of the Conference.

With best regards.

Yours sincerely
/Jozsef Szabo/
Attache.



## সভাৰ পুথিভঁৰাল

অসম সাহিত্য সভাৰ পুথিভঁৰাল সম্প্ৰসাৰণৰ বাবে ন-পুৰণি পুথি-আলোচনী সংগ্ৰহ কৰিবলৈ প্ৰচাৰ পত্ৰিকাত শাখা সভা আৰু স্বীকৃত সভাসমূহলৈ আৱেদন জনাইছিল; কিন্তু সকলো শাখা সভাৰ পৰা সঁহাৰি পোৱা নগ'ল। সেই সভাৰ পত্ৰিকাতে প্ৰতিখন শাখা সভা আৰু স্বীকৃতি সভাই নিজাকৈ পুথিভঁৰাল স্থাপন কৰিব লাগে বুলিও নিবেদন জনোৱা হৈছিল। কেন্দ্ৰীয় কাৰ্যালয়ত থকা পুথিভঁৰালটিৰ সাহায্যৰ কাৰণে ১৭।৬।৭৬ তাৰিখে ৰাজ্যিক লটাৰী পুঁজিৰ পৰা দহহেজাৰ টকাৰ অনুদান বিচাৰিছিল।

## সভাৰ সাহায্য দান

১৯৭৬ চনৰ কাছাৰ জিলাত হোৱা প্ৰলয়ংকৰী বানপানীৰ ফলত মানুহৰ দুৰ্গতিৰ সীমা নোহোৱা হয়। এই দুৰ্গত ৰাইজক দান-বৰঙণিৰে সাহায্য কৰিবলৈ শাখা আৰু স্বীকৃত সভাসমূহলৈ বিজ্ঞপ্তি দিয়াৰ উপৰি সভাৰ পুঁজিৰ পৰা সহানুভূতিৰ চিনস্বৰূপে ৰাজ্যিক বান সাহায্য পুঁজিলৈ এশ টকা দান কৰা হয়।

সভাৰ পুঁজিৰ পৰা শিল্পী গজেন বৰুৱাক ৰোগশয্যাত পৰি থকা অৱস্থাত খবৰ কৰি শ্ৰদ্ধাৰ চিনস্বৰূপে এশ টকা দান আগবঢ়োৱা হয়।

## শুভেচ্ছামূলক ভ্ৰমণ আৰু প্ৰীতি মেল

অসম সাহিত্য সভাই অসম আৰু ইয়াৰ দাঁতি-কাষৰীয়া ৰাজ্যৰ বিভিন্ন অঞ্চলত বসবাস কৰি থকা জাতি-বৰ্ণ, ভাষা-ধৰ্ম নিৰ্বিশেষে সকলো শ্ৰেণীৰ লোকৰ মাজত থকা সংহতি আৰু সম্প্ৰীতিৰ বান্ধোন যাতে দৃঢ়তৰৰ পৰা দৃঢ়তৰ হয় তাৰ কাৰণে চিন্তা-চেষ্টা কৰি আহিছে। এই উদ্দেশ্যে সভাই এইবছৰ (৫ আৰু ৬ জুন, ১৯৭৭) কাৰ্যনিৰ্বাহক সমিতিৰ দ্বিতীয় অধিৱেশন নগাভূমিৰ ডিমাপুৰ নগৰত বহুৱায়। কাৰ্যনিৰ্বাহক সমিতিৰ এটি তেৰজনীয়া দলে কহিমা ভ্ৰমণ কৰে। সভাই ১৯৭৭ চনৰ জানুৱাৰি মাহত অসম চৰকাৰৰ পৰা ১৫ হেজাৰ টকাৰ অনুদান এটি লাভ কৰি এটি দল অৰুণাচল প্ৰদেশলৈ আৰু এটি দল (৭-১১ জানুৱাৰিত) কাছাৰ জিলালৈ যায়।

---

**INSTITUTE OF TRADITIONAL CULTURES**

**DR. K. K. PILLAY**
M.A., D. Litt, D.Phil (Oxon)
Director

Room No. 64.

Madras-600 005
Dated 22.1.11976

I wish the Conference all success.

Yours sincerely
(K. K. Pillay)

অৰুণাচলৰ ৰাইজে এই দলটিক দেখুওৱা আগ্ৰহ আৰু মৰম-চেনেহৰ কথা সদায় স্মৰণীয় হৈ ৰ'ব। উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ প্ৰতি মৰমৰ আৰু শ্ৰদ্ধা দেখুৱাই যোৱা ১২ জানুৱাৰি তাৰিখে অৰুণাচলৰ মাননীয় কৃষিমন্ত্ৰী টম ৰিবাই গুৱাহাটীত অসম সাহিত্য সভাৰ কাৰ্যালয়ত সভাৰ কৰ্মী সাহিত্যিকসকলক অৰুণাচলৰ শুভেচ্ছা জ্ঞাপন কৰে আৰু সভাৰ ফালৰ পৰা তেওঁক বিপুলভাৱে আদৰণি জনোৱা হয়।

কাছাৰবাসী ৰাইজৰ মাজত শুভেচ্ছা বিনিময়, সম্প্ৰীতি স্থাপন আৰু সভাৰ সংগঠন বৃদ্ধিৰ উদ্দেশ্যে কাছাৰলৈ যোৱা নজনীয়া দলটি তিনিভাগত বিভিক্ত হৈ এটি ভাগ শিলচৰ মহকুমাৰ শিলচৰ, উদাৰবন্দ, জাপিৰবন্দ, হৰি নগৰ, সোণাই আদি ঠাই আৰু আন এটি ভাগ হাইলাকান্দি মহকুমাৰ বাৰাকপুৰ, হাইলাকান্দি, (বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ, মহকুমা পৰিষদ ভৱন) আলগাপুৰ, লালা, সোণাৰা, মাটিজুৰি, আদাৰকোনা, বেৰথল, আৰু গড়েৰ ভিতৰ আদি ঠাই আৰু তৃতীয় উপদলটো কৰিমগঞ্জ মহকুমাৰ বদৰপুৰ, মহাকাল, বিদ্যানগৰ, প্ৰতাপগড়, আছিমগঞ্জ, ঈদগাহ আদি ঠাইত ৰাইজক ব্যক্তিগভাৱে লগ ধৰে আৰু স্থানীয় ৰাইজে দলৰ সন্মানাৰ্থে আয়োজন কৰা সভা-সমিতিত যোগ দি পৰস্পৰ ভাৱৰ আদান-প্ৰদান কৰে। সাহিত্য সভাৰ এই দলটোৱে কাছাৰৰ বিভিন্ন শ্ৰেণী লোকৰ মাজত অসমীয়া ভাষা শিকাৰ আগ্ৰহ দেখা পায়।

সম্প্ৰীতি স্থাপন আৰু সভাৰ সংগঠনৰ কাৰণে সভাৰ সভাপতি যজ্ঞেশ্বৰ শৰ্মাদেৱে নগাভূমি, উজনি অসমৰ ভালেমান চাহবাগিচা, নগাঁও অঞ্চল দাঁতি-কাষৰীয়া ঠাই আদি ভ্ৰমণ কৰি বিভিন্ন ঠাইৰ সভা-সমিতিত সাহিত্য সভাৰ উদ্দেশ্য প্ৰচাৰ কৰিছে। এইদৰে সভাৰ দ্বাৰা বিভিন্ন ঠাইৰ ৰাইজৰ লগত যোগাযোগ ৰক্ষা কৰিছিল।

---

**Mrinalini V. Sarabhai**
"CHIDAMBARAM"
Ahmedabad-380013

January 22nd, 1976

Smt. Mrinalini V. Sarabhai
sends her Best Wishes
on the occasion
of
The 43rd Annual Conference
of the
Assam Sahitya Sabha.

(Mrinalini V. Sarabhai)
Secretary.



## সভাৰ সংগঠন

অসম সাহিত্য সভাক অধিক শক্তিশালী কৰিবলৈ হ'লে শাখা সভা, আজীৱন সভ্য, পত্ৰিকাৰ গ্ৰাহক আদি বৃদ্ধি কৰাৰ উপৰি জীৱিত শাখা সভাসমূহক অধিক সক্ৰিয় হ'ব লাগে। এনে কামত সহায় কৰাৰ উদ্দেশ্যে সভাই অসমৰ আটাইকেউখন জিলাৰ উপৰি মেঘালয় আৰু নগাভূমিত সৰ্বমুঠ ১০৫ জন লোকক সংগঠকৰ দায়িত্ব দিয়ে। এইসকলৰ বহুতো সক্ৰিয় সহযোগ আগবঢ়ায়।

## সভাৰ বিত্তীয় অৱস্থা

বিত্তীয় বছৰটোত তিনিলাখ একাশী হাজাৰ এশ পোন্ধৰ টকা ত্ৰিছ পইচাৰ প্ৰস্তাৱিত ব্যয়েৰে তিনিলাখ তেসত্তৰ হাজাৰ তিনিশ ত্ৰিছ টকা ঊনত্ৰিছ পইচাৰ প্ৰত্যাশিত আয়ৰ সাত হাজাৰ সাতশ পঁচাশী টকা এক পইচাৰ এখন ঘাটি বাজেট গ্ৰহণ কৰে। সভাৰ প্ৰকাশন, লেখক শিবিৰ, শতবাৰ্ষিকী, সম্প্ৰীতিমূলক ভ্ৰমণ, ভাষাজ্ঞান প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন, ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণ আদিৰ বাবে ১২।৫।৭৬ তাৰিখে পাঁচ লাখ সাতাইশ হাজাৰ পাঁচশ টকাৰ এখন বিস্তৃত আঁচনি ৰাজ্য চৰকাৰৰ ওচৰত

---

Grams : 'BHARATI' F—12-4/76 Phones : 23558
23820

**भारतीय भाषा संस्थान**
**CENTRAL INSTITUTE OF INDIAN LANGUAGES**
Ministry of Education and Social Welfare,
Government of India
**BHARATIYA BHASHA SANSTHAN**
Manasagangotri, Mysore-57006

January 22, 1976

I am delighted to learn that the Asam Sahitya Sabha is going to have its 43rd Annual Conference on the 2nd and 3rd February, 1976.

The Sabha has distinguished records of service not only to the Assamese literature and culture and the composite cultural of Assam; but also to the cause of national integration. I am sorry that due to prior commitments I am unable to attend the Conference. I have no doubts that under the able guidance of Prof. J. Sarma and the benign presence and blessings of our President Sri Fakhruddin Ali Ahmed, the Sabha will conduct its deliberations most fruitfully and chart a course of action which will take it to greater brights.

(D. P. Pattanayak)
Director

দাখিল কৰে। ইয়াৰ পিছত ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণৰ বাবেও ঊনৈশ লাখ টকাৰ এখন বিস্তৃত আঁচনি কেন্দ্ৰীয় চৰকাৰেও প্ৰেৰণ কৰে। প্ৰসিদ্ধ কথা-সাহিত্যিক শৰৎ চন্দ্ৰ চট্টোপাধ্যায়ৰ সমগ্ৰ ৰচনা ৰাজি অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰাৰ কাৰণে ২০।১২।৭৬ তাৰিখে একলাখ পঞ্চাছ হেজাৰ টকাৰ এখন আঁচনি ৰাজ্য চৰকাৰৰ ওচৰত দাখিল কৰে। কেন্দ্ৰীয় পুথিভঁৰালটিৰ সাহায্যাৰ্থে ১৭।৬।৭৬ তাৰিখে ৰাজ্যিক লটাৰী পুঁজিৰ পৰা দহ হাজাৰ টকা আৰু জনজাতীয় জীৱনভিত্তিক গ্ৰন্থ প্ৰকাশৰ বাবে ৫।৭।৬৬ তাৰিখে ৰাজ্য চৰকাৰৰ সমাজ কল্যাণ দপ্তৰৰ ওচৰত চাবিশ হাজাৰ টকাৰ অনুদানৰ কাৰণে আবেদন কৰা হৈছিল। বছৰেকীয়া চৰকাৰী মঞ্জুৰী সাংস্কৃতিক সম্প্ৰীতিমূলক ভ্ৰমণৰ বাবে ১৫ হাজাৰ টকাৰ মঞ্জুৰী সভাই পাইছিল।

---

**শাখা সভাৰ বাতৰি**

সাধাৰণ সভা, আজীৱন সভ্যৰ সংখ্যা, নতুন শাখা সভা গঠন, ভাষাজ্ঞান পৰীক্ষাৰ কেন্দ্ৰ স্থাপন, পত্ৰিকাৰ গ্ৰাহক ভুক্তি আৰু মূল সভাৰ পুঁজিলৈ দান-বৰঙণি সংগ্ৰহৰ বাবে শাখা সভাসমূহলৈ আহ্বান জনাই বিজ্ঞপ্তি আদি প্ৰেৰণ কৰিছিল। অসম সাহিত্য সভাৰ শাখা সভাৰ সংখ্যা সেই বছৰ ৪৫২ খনলৈ, স্বীকৃত সভাৰ সংখ্যা ১৫ খনলৈ বৃদ্ধি পাইছে। তাৰ ভিতৰত বছৰটোত ২৮ খন শাখা সভা, ৪ খন স্বীকৃত সভা গঠিত হৈছে। আজীৱন সভ্যৰ সংখ্যাও এই বছৰ ১১৪ জন ধৰি ৭৩ জনলৈ বৃদ্ধি পাইছে; কিন্তু অধিকাংশ শাখা সভাই নিষ্ক্ৰিয়।

বছৰটোত ৩ খন বিজ্ঞপ্তি পত্ৰৰ যোগে শাখা সভা আৰু স্বীকৃত সভাসমূহক কৰণীয় সম্পৰ্কে জনাবলৈ যত্ন কৰে। ডিব্ৰুগড় শাখা সভাই বেজবৰুৱা ভৱন নিৰ্মাৰ উপৰি ডিব্ৰুগড়'সাহিত্য সভাৰ ইতিবৃত্ত' আৰু এখন সাহিত্য সংকলন, পাটাছাৰকুছি সাহিত্য সভাই কবিতা সংকলন 'এমুঠি ফুল' প্ৰকাশ, ধিঙৰ 'ৰংগ ভৱন' সম্পূৰ্ণ। তেজপুৰত সাহিত্য সভাৰ উদ্যোগত বিষ্ণু ৰাভাৰ আৰু জ্যোতিপ্ৰসাদ আগৰৱালাৰ প্ৰতিমূৰ্তি স্থাপন। কেশৱ শৰ্মাৰ সম্পাদনাত ডিফু সাহিত্য সভাই 'কাৰ্বি ৰামায়ণ' অসমীয়া অনুবাদ। উত্তৰ আঞ্চলিক সাহিত্য সভাই মুখপত্ৰ 'মৌচুমী' প্ৰকাশ। কামৰূপ সাহিত্য পৰিষদৰ 'কামৰূপা', 'কামৰূপ ৰত্নমালা', (২য় খণ্ড) 'স্মৰণিকা' প্ৰকাশ। 'বিচিত্ৰনাৰায়ণ দত্তবৰুৱা'ৰ স্মৃতিগ্ৰন্থ প্ৰকাশ হৈছে। পাঠশালা সাহিত্য সভাই 'প্ৰবন্ধ চয়ন', 'ডুবি পৰিহৰেশ্বৰ দেৱালয়ৰ ইতিহাস', মুখপত্ৰ 'আলিপনা'ৰ ৩ য় সংখ্যা, 'মোৰ দেশ' কবিতা সংকলন, 'মানস তীৰ্থ' একাংকিকা, স্মৃতিগ্ৰন্থ প্ৰকাশ আৰু লেখক শিবিৰ, আলোচনাচক্ৰ আদিৰ আয়োজন। ঢেকীয়ালৰ জ্যোতি সাহিত্য সভাই গোস্বামী পৰিয়ালৰ দানেৰে 'হেমচন্দ্ৰ গোস্বামী ভৱন' লাভ। তদুপৰি কেইবাখনো শাখা সভাই নিজাকৈ ভৱন নিৰ্মাণৰ আঁচনি যুগুত কৰে।

তলত উল্লেখ কৰা শাখা সভাসমূহে আলোচনাচক্ৰ, সাংস্কৃতিক অনুষ্ঠান, শিল্পী-সাহিত্যিক সম্বৰ্ধনা আদিৰ আয়োজন কৰিছিল।

(১) নামৰূপ সাহিত্য সভা, (২) মৰঙী সাহিত্য সভা, (৩) দুধনৈ সাহিত্য সভা, (৪) জোনাকী সাহিত্য সমাজ, (৫) ধিং সাহিত্য সভা, (৬) টংলা, (৭) মঙলদৈ সাহিত্য সংস্কৃতি আলোচনাচক্ৰ, (৮) মৰিয়নী, (৯) বকতা, (১০) তিতাবৰ, (১১) নৱজ্যোতি, গামাৰিমুৰী, (১২) পূবেৰুণ কলা পৰিষদ, (১৩) হোজাই, (১৪) চামদাং, (১৫) সুন্দৰীদিয়া, (১৬) বৰনগৰ, (১৭) ধমধমা আঞ্চলিক সাহিত্য সভা, (১৮) নাহৰকটীয়া, (১৯) বিকাশ, (২০) সৌমাৰজ্যোতি, (২১) গোসাঁই গাঁও, (২২) লক্ষীমপুৰ, (২৩) কহিমা, (২৪) পুথিমাৰী, (২৫) জ্যোতি সাহিত্য সভা - শুৱালকুছি, (২৬) ডিব্ৰুগড়, (২৭) খুমটাই, (২৮) দেওতোলা, (২৯) মাকুম,



## যজ্ঞেশ্বৰ শৰ্মা

(অসমীয়া ৭ ডিচেম্বৰ, ১৯০৬; মৃত্যু ১৩ নৱেম্বৰ, ১৯৯৮) ঃ প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যত সমান ব্যুৎপত্তি থকা এজন কৃতী লেখক আৰু কবি। প্ৰৌঢ় অৱস্থাত নিৰৱচ্ছিন্নভাৱে *প্ৰকাশ, গৰীয়সী, অসমবাণী, প্ৰান্তিক, সঁফুৰা,* আদি বিভিন্ন সাময়িক প্ৰত্ৰিকাত প্ৰবন্ধ আৰু কবিতা লিখিবলৈ লোৱা শৰ্মাৰ কেইবাটাও মূল্যৱান প্ৰবন্ধ ছাত্ৰাৱস্থাত *বাঁহী, চেতনা* আৰু *মিলন*-ত প্ৰকাশ পাইছিল। আধুনিক অসমীয়া খণ্ড কবিতাৰ উৎকৃষ্ট সংকলন *শতপত্ৰ*-ৰ (১৯৩৭) সম্পাদনা, আৰু প্ৰখ্যাত কবি ৰত্নকান্ত বৰকাকতীৰ শ্ৰেষ্ঠ কবিতাপুথি *শেৱালি*-ৰ পাতনি (১৯৩২) লিখি সুখ্যাতি অৰ্জন কৰা শৰ্মাৰ প্ৰকাশিত গদ্য সম্ভাৰ হ'ল — *সাহিত্য-সংস্কৃতিৰ প্ৰবাহ* (প্ৰথম খণ্ড ১৯৭৩, দ্বিতীয় খণ্ড ১৯৭৭, তৃতীয় খণ্ড ১৯৭৯), *লক্ষ্মীনাথ বেজবৰুৱা আৰু গাঁৱলীয়া জীৱন* (১৯৭৯), *আৰিষ্টটলৰ কাব্য-জিজ্ঞাসা* (১৯৭৯), *ফুল আৰু জুই* (১৯৮৮) আৰু *কাব্য দেৱতা আৰু মানুহ* (১৯৮৯), কবিতা পুথি *লেফাফা* (১৯৭২), *কণিকা* (১৯৭৭), *আজি দুপৰীয়া* (১৯৮০), *সেই বাবুটো ক'ত* (১৯৮০), শিশু সাহিত্য — *গুলেস্তাৰ সাধু* (১৯৭৫)। আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই প্ৰকাশ কৰা যজ্ঞেশ্বৰ শৰ্মাৰ প্ৰবন্ধ-চয়নত (১৯৯৮) দুকুৰি মননশীল প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। অসম সাহিত্য সভাই সাহিত্যচাৰ্য উপাধিৰে বৰণ কৰা (১৯৮৯) যজ্ঞেশ্বৰ শৰ্মাই সভাৰ ত্ৰিচত্বাৰিংশ সন্মিলনত (টিহু, ১৯৭৫) সভাপতিত্ব কৰিছিল।

সংস্কৃতকে ধৰি কেইবাটাও ভাষাত দখল থকা তীক্ষ্ণধী ছাত্ৰ শৰ্মাই কলিকাতৰ প্ৰেছিডেন্সি কলেজৰ পৰা ইংৰাজী বিষয়ত এম.এ. (১৯২৯) ডিগ্ৰী লৈ প্ৰথমে যোৰহাট চৰকাৰী হাইস্কুলত প্ৰায় তিনিমাহ শিক্ষকতা কৰাৰ পাছত সুদীৰ্ঘকাল জগন্নাথ বৰুৱা কলেজত (১৯৩০-৪৪) আৰু ইয়াৰ মাজতে শ্ৰীহট্টৰ মুৰাৰিচান্দ কলেজ আৰু কটন কলেজত (১৯৪০-৪২) অধ্যাপনা কৰিছিল। তেওঁ নগাঁও কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ আছিল (১৯৪৪-৬৮)।

---

(৩০) ওদালগুৰি, (৩১) খেৰজখাট, (৩২) লামডিং, (৩৩) কুঞ্জৱন চেমনীয়া সাহিত্য পৰিষদ, (৩৪) ঢেঁকিয়াজুলি, (৩৫) উত্তৰ লখিমপুৰ, (৩৬) নৱজ্যোতি সাহিত্য সভা - মাখিবাহা, (৩৭) চলাপৰীয়া সাহিত্য সভা, (৩৮) পাটাচাৰকুছি, (৩৯) উত্তৰ আঞ্চলিক, (৪) অমিয় শাখা সাহিত্য সভা, (৪১) ঈদগাহ, (৪২) হাৰিভাঙা, (৪৩) পাঠশাৰা, (৪৪) জ্ঞানমালিনী সাহিত্য সভা, (৪৫) উত্তৰ গুৱাহাটী, (৪৬) যোৰহাট, (৪৭) মালিগাঁও, (৪৮) নাজিৰা, (৪৯) কমলাবাৰী, (৫০) ডিব্ৰুগড় সাহিত্য কানন, (৫১) আঁহতগুৰি চাৰিআলি, (৫২) নগাঁও, (৫৩) গোলাঘাট, (৫৪) বজালী সাহিত্য কলা পৰিষদ, (৫৫) সোণাতলী, (৫৬) পূব ডিব্ৰুগড়, (৫৭) লুকী বেকেলী সাহিত্য সভা।

## অভিভাষণৰ সুবচন

*ৰুদ্ৰ ধ্বংসৰ মূৰ্তি, প্ৰলয়ৰ মূৰ্তি। প্ৰলয় সহজ, সৃষ্টি সাধনা-সাপেক্ষ। অকল প্ৰলয়ৰ ক্ষমতা থাকিলেই নহয়, সৃষ্টিৰ ক্ষমতাও থাকিব লাগে। অসমীয়া মানুহৰ অন্তৰত ভাষাৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধাক বাস্তৱ ৰূপ দিব পৰাটোহে ঘাই কথা। লগত চিন্তা আৰু কৰ্ম নাথাকিলে শ্ৰদ্ধা-অনুভূতিৰ বিশেষ মূল্য নাই।*

* * *

*আঞ্চলিক বিভিন্নতা আৰু বৈশিষ্ট্য থাকিলেও ভাৰতৰ সকলো প্ৰাদেশিক সাহিত্য 'সূত্ৰে মণিগণা ইব' এই সূত্ৰ হ'ল ৰামায়ণ, মহাভাৰত, পুৰাণ আৰু দৰ্শন। সংস্কৃতত ৰচিত এই কাব্য-কাহিনী সকলো ভাৰতীয় ভাষালৈ ক্ৰমে অনুবাদ হ'বলৈ ধৰিলে আৰু এইবিলাকক অৱলম্বন কৰি গীত-নাট-পাঁচালীৰ সৃষ্টি হ'ল। এঠাইৰ মানুহে আন এঠাইৰ সাহিত্য অলপো আচহুৱা যেন নাপায়; কিয়নো সকলোৰে গুৰি একেটাই।*

*ভাৰতীয় সাহিত্যৰ ভিতৰ সোমাবলৈ হ'লে সংস্কৃত সাহিত্যৰ জ্ঞান আৰু সংস্কৃতত থকা চিন্তাধাৰাৰ লগত পৰিচিত হোৱাৰ বিশেষ প্ৰয়োজন। দক্ষিণ ভাৰতৰ সাহিত্যও সংস্কৃতত ভাব-ভাষাৰে পৰিপুষ্ট, সেই অঞ্চলৰ সাহিত্যৰ জ্ঞান লাভ কৰিবলৈকো সংস্কৃতৰ প্ৰয়োজন। দক্ষিণ অঞ্চলতহে সংস্কৃতৰ চৰ্চা আৰু সাধনা প্ৰবল। অদ্বৈত দৰ্শন আৰু ভক্তি শাস্ত্ৰও দক্ষিণাত্যৰ অৱদানহে। আঞ্চলিক বৈশিষ্ট্য থাকিলেও ভাৰতৰ সকলো সাহিত্যইটো সাহিত্য — এই কথা পাহৰিলে আমি আমাৰ সাহিত্যৰ মূলকে চিন্তিব নোৱাৰিম। অসমৰ সন্ত কবিসকলেও সদায় নিজকে ভাৰতীয় বুলিহে কৈ আহিছে; ধন্য নৰতনু ভাল, ধন্য ধন্য ভাৰতবৰিষঃ।*

*ভাৰতৰ প্ৰাচীনতম বাঙ্ময় বৈদিক সংহিতাৰ প্ৰতীক, উপমা, ছন্দ পৰৱৰ্তী সাহিত্যলৈ নামি আহিছে। অৰ্থনৈতিক ফালৰ পৰা চালে বৈদিক যুগৰ লোক গোপাল অৱস্থাত (Pastoral); কিন্তু আধ্যাত্মিক পথত তেওঁবিলাক ভালেখিনি আগবাঢ়িছিল। ধ্যান-ধাৰণাৰ সহায়ত তেওঁবিলাকে দৃশ্যমান জগতৰ মূলত লুকাই থকা অদৃশ্য সত্য বস্তুক দেখা পাইছিল। এই চিৰ পৰিৱৰ্তনশীল, বাক্য-মনে ঢুকি নোপোৱা আধ্যাত্মিক অভিজ্ঞতাবিলাক আৰু অতি সূক্ষ্ম তত্ত্ববোৰ বুজাবৰ কাৰণে দ্ৰষ্টাসকলে ইংগিতপূৰ্ণ পৰোক্ষ ভাষা ব্যৱহাৰ কৰিছিল। ইন্দ্ৰ, অগ্নি, বৰুণ আদি শব্দবোৰ এনে ইংগিতপূৰ্ণ প্ৰতীক। এই যুগৰ লোকসকলৰ দীৰ্ঘায়ু লাভ, শত্ৰুজয়, ঐহিক সম্পদ লাভৰ আগ্ৰহ তেওঁলোকৰ জীৱনধৰ্মী সাহিত্যত স্পষ্টভাৱে প্ৰকাশ পাইছে। ঐহিক জীৱনৰ প্ৰতি অত্যন্ত আকাঙ্খা থকা সত্ত্বেও তেওঁলোকৰ মনত বিশ্বব্ৰহ্মাণ্ড আৰু সৃষ্টিৰ ৰহস্য সম্পৰ্কে নানা প্ৰশ্নৰ উদয় হৈছিল।*

*এই যে বিচিত্ৰ সৃষ্টি ক'ৰ পৰা আহিল, কাৰ পৰা আহিল, কোনোবাই সৃষ্টি*



*কৰিছেই নে কৰাই নাই — এইবোৰ কথা যিজনা পৰমধামত আছে তেৱেঁইহে জানে; অথবা তেৱোঁ নাজানে।*

* * *

*'আধুনিক সাহিত্য তেনেই পতনুৱা' (মৰ্ডান লিটাৰেছাৰ ইজ এছেন্‌ছিয়েলি ট্ৰিভিয়াল্) বিশ্ববিশ্ৰুত মনীষীয়ে কোৱা মতে যেয়ে-সেয়ে এনেকৈ ক'বলৈ সাহ নকৰে। সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কবি ৰঘুনাথ চৌধাৰী ডাঙৰীয়াই তেখেতৰ অভিভাষণত কৈছিল ঃ 'যি সুগভীৰ অন্তৰ্দৃষ্টিৰ প্ৰভাৱত বিশ্ব-সাহিত্য গঢ়ি উঠিছে, তেনে সাহিত্য আমাৰ দেশত কিমান? কল ঘৰখনৰ ভিতৰতে শিৰোমণি ভুএগ্ৰা হ'লেই নহ'ব।' পাঠক, সমালোচক, সাহিত্যিক, সকলোৰে পক্ষে এইটোৱেই আদৰ্শ। অৱশ্যে কালৰ বিক্ৰম পৰাজয় কৰিব নোৱৰা মহৎ গ্ৰন্থ বহুত বছৰৰ মূৰে মূৰে কেতিয়াবা একোখনহে ওলায়। সৰহ ভাগেই সাময়িক, দুদিনৰ পাছতে এৰাপৰে। মানুহে জলপান খাই পেলাই দিয়া মলাচৰুহে।*

* * *

*পুৰণি অসমীয়া নাটতো অসমীয়া মানুহৰ গহীন ভাৱটো ওলাইছে। Music crying like gods in pain দেৱতাই বেজাৰ কৰিলেও গীতেৰেহে বেজাৰ কৰে। দৈৱকীৰ সন্তান ওপজা মাত্ৰকে লুকাই লোকৰ ঘৰলৈ লৈ গৈছে দৈৱকীয়ে গীতেৰে হৃদয়ৰ বেদনা প্ৰকাশ কৰিছে। বীৰে বীৰে যুদ্ধ লাগিছে, বায়নৰ খোলৰ ছেৱে ছেৱে। নাটকৰ উদ্দেশ্য মুক্তি সাধন, চতুৰ্বৰ্গৰ শেহৰটো।*

*নাট্যশাস্ত্ৰত সংগীতক নাটৰ শেতেলী বুলি কৈছে, অৰ্থাৎ নাট নৃত্য-গীত প্ৰধান। কোনো সমালোচকে আমাৰ নাটক অৰ্দ্ধ-নাট (quasi drama) বোলে। ৰং-ব্যঞ্জনাৰ দ্বাৰাই উপদেশ আৰু আনন্দ দিয়া নাটৰ কৰ্তব্য। ভাৰতৰ নাট্যশাস্ত্ৰত নাট আৰু সমাজৰ সম্পৰ্কৰ কথাও আছে। দেৱতা বা দানৱৰ কাৰো প্ৰতি নাট্যকাৰে পক্ষপাতিতা নেদেখুৱাব। সত্য ঘটনা নাটকত ৰূপান্তৰিত হ'ব। সুখ-দুখ থকা লোকৰ স্বভাৱ আঙ্গিকাদি অভিনয়ৰ সহায়েৰে নাটকে প্ৰকাশ কৰিব। সমাজৰ লগত যি কথাৰ সম্পৰ্ক আছে, নাট-ঘৰৰ লগত সেই সকলোবোৰ সম্বন্ধ আছে। সংস্কৃত নাটৰ লগত সামান্য মিল থাকিলেও অসমীয়া বৈষ্ণৱ নাটে ভাৰতীয় লোকনাট্যৰ অতি প্ৰাচীন ধাৰা এটা ৰাখি থৈছে যেন লাগে। কোনো লোকে আমাৰ অংকীয়া নাটক 'সংস্কৃতৰ ঘিউত ভাজি বৌদ্ধ বান-বাটিত আগবঢ়োৱা বৈষ্ণৱ পাচলি' বুলিও কয়।*

* * *

*প্ৰাচীন ভাৰতীয় হিন্দুবিলাকৰ সংসাৰৰ প্ৰতি উদাসী আৰু কেৱল ভৱ-বন্ধনৰ পৰা মুক্তিৰ প্ৰয়াসী — এই বুলি মানুহৰ এটা ভুল ধাৰণা আছে। কালিদাসৰ কাব্যই এই ধাৰণা দূৰ কৰে। ধৰ্ম-অৰ্থ-কাম-মোক্ষ, নৈতিক-বৈষয়িক-নান্দনিক-আধ্যাত্মিক এই*

*সকলোৰে সমন্বয়ৰ আদৰ্শ কালিদাসে কাব্যৰ ৰূপত ডাঙি ধৰিছে। কালিদাস শিৱৰ ভক্ত, তেওঁৰ মতে মানুহৰ সকলো কাৰ্যৰ উদ্দেশ্য শিৱ অৰ্থাৎ মংগল। কাব্য অশিৱৰ বিৰোধী। সৌন্দৰ্য সাধানাৰ যোগেদিয়েই কালিদাসৰ মঙ্গলৰ সাধনা।*

*কালিদাসৰ পৰৱৰ্তী যুগত বেলেগ আদৰ্শ দেখা পাওঁ। সংস্কৃত সাহিত্যৰ অৱনতি আৰু বিদেশী আক্ৰমণৰ প্ৰতিক্ৰিয়াৰূপে জন্ম লোৱা আঞ্চলিক ভক্তি সাহিত্যত কেৱল স্তুতিগীতৰহে প্ৰাধান্য। সমগ্ৰ ভক্তি সাহিত্য সংসাৰ-কাৰাগাৰৰ পৰা মুক্তি লাভৰ প্ৰাৰ্থনা। ই এক প্ৰকাৰৰ পলায়নবাদী সাহিত্য, কেৱল ব্যক্তিগত কৈৱল্যৰ আকাঙ্খা, সমাজৰ বা জাতিৰ কাৰণে চিন্তা নাই - কালিদাসে ভৰত কাব্যত প্ৰকাশ কৰা ভাবৰ লগত অলপো মিল নেদেখি। ভক্তি সাহিত্যত গভীৰতা আছে, কিন্তু ই একমাত্ৰিক বুলি মানুহে কয়। স্থাৱৰ-জঙ্গম-কীট-পতংগৰ, জীৱ-জন্তু সকলোৰে আত্মাৰ ঐক্য স্বীকাৰ কৰা হৈছে হয়, কিন্তু এইটো গৌণ। ইয়াত শৰণাগতিৰ কথা আছে, কিন্তু অৰ্জুন নাই।*

*তথাপিও ভক্তি সাহিত্যই আপামৰ জনসাধাৰণক আনন্দ আৰু আশ্বাস যোগাই আহিছে। ভক্ত-কবিসকলে নিজকে শ্ৰীকৃষ্ণৰ কিঙ্কৰ, মাতা-পিতা অথবা প্ৰেয়সী ৰূপে কল্পনা কৰি নিজৰ মনৰ অনুভৱ গীত কাব্যৰ মাজেদি প্ৰকাশ কৰিছে। অসমৰ বৈষ্ণৱ সাহিত্যত দাস্য আৰু বাৎসল্যভাবহে প্ৰধান। অদ্যাপিও জনসমাজত বৈষ্ণৱ সাহিত্যৰ ঠাই আন একোৱেই অধিকাৰ কৰিব পৰা নাই। সুললিত ছন্দৰ মাজেদি ব্যক্ত হোৱা ভক্তি সাহিত্যৰ ফালে জন-মন আকৃষ্ট, চুম্বকৰ কাছে লোহা ভ্ৰমে যেন থানঃ সন্ত কবিসকলে ৰামায়ণ-মহাভাৰতৰ দৰে প্ৰাচীন কাব্যতো বক্তিৰস মিহলাই দি নতুন স্বাদৰ নতুন কাব্য পৰিৱেশন কৰিছে। তুলসী দাসৰ 'ৰামচৰিত মানস' ইয়াৰ উৎকৃষ্ট পটন্তৰ। কোটি কোটি লোকে মন্ত্ৰমুগ্ধৰ দৰে ৰামচৰিত আজিও শুনে। কীৰ্তনৰ পদ যিদৰে অসমীয়া মানুহৰ মুখে মুখে, তুলসী দাসৰ বাক্যও উত্তৰ ভাৰতৰ মানুহৰ কথাই কথাই শুনি। বহিৰাগতৰ হেঁচাৰ পৰা ভাৰতীয় সংস্কৃতিক ৰক্ষা কৰাত তুলসী দাস আৰু আন আন সন্ত কবিসকলৰ এক প্ৰধান কৃতিত্ব। মহাৰাষ্ট্ৰত তুকাৰামৰ অভঙ্গসমূহ, গীতাৰ জ্ঞানেশ্বৰী ব্যাখ্যা; তামিলত আলৱাৰ বা আজৱাৰসকলৰ ভক্তিগীতেও এই কাৰ্যকে সম্পন্ন কৰিছিল। 'তিৰুপ্পাবৈ' গীতিকাব্যত আন্দাল নামৰ সাধিকা বৈষ্ণৱ সাহিত্যত কৃষ্ণ-গোপী প্ৰেমৰ আদি কবি, ইয়াৰ প্ৰস্তাৱ উত্তৰ ভাৰতৰ বৈষ্ণৱ কাব্যতো সোনকালে বিয়পি পৰে।*

*ৰবীন্দ্ৰনাথে এঠাইত কৈছে ঃ সাহিত্যৰ তলৰ অংশ স্বদেশৰ মাৰি লগত মিলি ঢাকখাই থাকে। ইয়াৰ ওপৰতহে নগৰীয়া ধনী সাহিত্য থিয় হয়। ৰবীন্দ্ৰনাথৰ কথা ওলাওঁতেই আৰু এটা কথালৈ মনত পৰিল। নাৰী প্ৰতিভা সম্বন্ধে তেওঁ এবাৰ এগৰাকী আত্মীয়ালৈ চিঠি এখনত এই বুলি লিখিছিল — তোমালোকে সুন্দৰকৈ গান গাব পাৰাঁ। কিন্তু গান ৰচনা কৰিব নোৱৰা। আজিকালি হোৱা হ'লে এইদৰে নেলেখিলেহেঁতেন ছাগৈ। আগৰ মানুহৰ ধাৰণা আছিল পুৰুষৰ তৰোৱাল, নাৰীৰ বেজি, পুৰুষৰ বাহিৰ, তিৰোতাৰ ভিতৰ। বিলাতত একালত সাহিত্য-চৰ্চা কৰা মহিলাৰ সমাজ এখনক 'ব্লুষ্টকিং' (blue stocking) বুলি ইতিকিং কৰিছিল। আজিকালি কোনেও সাহ নকৰে। ইমান দিনে নাৰীৰ পক্ষৰ কথা পুৰুষ কবি-সাহিত্যিকে কৈ আহিছে, মহিলা সাহিত্যিকে নিজৰ কথা ক'লে আমাৰ সাহিত্য নিশ্চয় সমৃদ্ধ হ'ব। শৰৎচন্দ্ৰ আৰু অনুপমা-নিৰুপমাদেৱীয়ে আঁকি যোৱা নাৰী চৰিত্ৰ ৰিজাই চাব পাৰি। বিনোদিনী আৰু আনন্দময়ী ৰবীন্দ্ৰ নাথৰ সৃষ্টি। সি যিহওক, পুৰুষ আৰু মহিলাৰ ওপৰত প্ৰকৃতিৰ বেলেগ দাবী থাকিলেও উভয়ৰে সাহিত্য চৰ্চা আৰু সৃষ্টিত বাধা নাই। অৱশ্যে পাণৰোৱা লোকো সমাজক লাগে। সাহিত্য-কলা মাত্ৰ উপলক্ষহে, জীৱনৰ শ্ৰেয় লাভহে সকলোৰে লক্ষ্য।*



*সমাজৰ পৰা অশ্লীল আৰু অশোভন বস্তু আঁতৰাবলৈ আমাৰ দেশৰ মহিলাসকলে সংকল্প কৰা কথা শুনিছোঁ। কাঁইটগছ কটা ভাল, সেই বুলি যেন গোলাপ ফুলৰ গছ কাটি নেপেলায়। গুৱাহাটীৰ কোনো কোনো অনুষ্ঠানে কালিদাৰ নাটৰ বীভৎস-বিকৃত ৰূপ দিয়াটো তেখেতসকলে গম পাইছেনে ক'ব নোৱাৰোঁ। বাস্তৱবাদী আৰ্ট আৰু বীভৎস ৰসৰো সীমা এটা আছে। এইবিলাক বেচি খোৱা মানুহক প্ৰশ্ৰয় দিব নোৱাৰি। সাহিত্যত এনে বিহগুটি গম ধৰিব নোৱৰাকৈ মানুহে খাই আছে। গীতাত তামসিক আহাৰৰ দুগুৰ্ণৰ কথা আছে। আমাৰ মানুহক টেঙা আম বেচি থাকিলেও গম নাপায়। অজলাই ভোজ দিয়ে, টেঙাৰে খায়।*

*আমাৰ কোনো কোনো সাহিত্যিকে ভাল-বেয়াই বেচি কাৰবাৰকৰাটো গৌৰৱৰ কথা বুলি ভাবে। ভাল বস্তু বেচিলে হানি নাই। সাহিত্য সভাৰ পোহৰত সৰহীয়া কিতাপ বিক্ৰী হ'লেই অসমীয়া সাহিত্যৰ উন্নতি হ'ল বুলি চিঞৰা লোকো আছে। আমাৰ পাঠক সমাজৰ ৰুচি গঠন কৰাটোও সমালোচক-সাহিত্যিকসকলৰ ডাঙৰ কৰ্তব্য। ভাল বস্তুৰ সোৱাদ পালেহে ভাল-বেয়াৰ সোৱাদ বুজে।*

* * *

*ৰাইজৰ চৰিত্ৰই ৰজাৰো চৰিত্ৰ। ৰাইজৰ মাজত ঐক্য-সংহতি থাকিলে চৰকাৰে তুৰি-মুৰি কৰিব নোৱাৰে। আমাৰ বেলেগ বেলেগ সম্প্ৰদায়ৰ মাজত মিলা-প্ৰীতি অটুট থাকিলেহে ভাষা-সাহিত্যৰো উন্নতিত বাধা নপৰে। শুদ্ধভাৱে একান্তমনে ভাষা-সাহিত্যক সেৱা কৰিলে নিশ্চয় বিঘ্নিৰ মুগুত ভৰি দিব পাৰিব। অৰুণাচলৰ মুখ্যমন্ত্ৰী গৰাকীয়ে সিদিনা শোণিতপুৰত কোৱা কথাকেইটা বৰ তাৎপৰ্যপূৰ্ণ। বড়োসকলৰ এগৰাকী নেতা শ্ৰীপ্ৰমোদ ব্ৰহ্মাৰ উদ্যোগত বড়ো ভাষাত লিখা এখনি কবিতাৰ পুথি অসমীয়া লিপিত ছপা হৈ আছে। ৰাভা, মিছিং, কাৰ্বি, ডিমাছা, মণিপুৰী এইসকলেও*

*সাহিত্য সভাৰ লগত সহযোগিতা কৰিছে। আশাকৰোঁ অসমত থাকি জীৱন নির্বাহ কৰা বহিৰাগতসকলেও অসমীয়া ভাষা-সাহিত্যৰ প্রতি প্রতিকূল আচৰণ নকৰিব। Thy country, my country, য'ত জন্ম সেয়ে জন্মভূমি নহয়, য'ত থাকে, কাম কৰে - সেয়েহে জন্মভূমি।*

*আধুনিক অসমীয়া সাহিত্যৰ কৃতিত্বতকৈও আকাংক্ষা আৰু উদ্যমহে লেখত ল'বলগীয়া। কল্যাণৰ অবিৰোধী সকলো সাহিত্য প্রচেষ্টাই অভিনন্দনৰ যোগ্য, অৱশ্যে সকলো সাহিত্য কৰ্মই উচ্চ স্তৰৰ হ'ব নোৱাৰে। কোটি কোটি শিলগুটিৰ মাজতহে অকস্মাৎ এটি শালগ্রাম ওলায়; কিন্তু শিলগুটিৰো মূল্য একেবাৰে নোহোৱা নহয়। সাহিত্য ক্ষেত্রত অনেকেই মজদুৰ আৰু 'চৌখিন মজদুৰ'। এইসকল কৰ্মীয়ে প্রস্তুত কৰা আধাৰতহে মহৎ সাহিত্য সৃষ্টি সম্ভৱ হয়। সন্তানৰ আধা ফুটা অসংলগ্ন কথাও মাতৃৰ আদৰৰ। সাহিত্য সৃষ্টিৰ কাৰণে সাহিত্য সেৱীক আজৰি লাগে, অন্ন-সংস্থানো লাগে। সাহিত্যিক স্তাবক নহয়, পাবক। সাহিত্যিকৰ কটা মূৰেও হৰি জোঁৰাইৰ দৰে অন্যায়ৰ প্রতিবাদ কৰে।*

*আমাৰ এগৰাকী শ্রদ্ধেয় বন্ধুৱে মোৰ অভিভাষণ চমু আৰু সত্যনাৰায়ণ পূজাৰ প্রসাদৰ সোৱাদ হ'ব লাগে বুলি উপদেশ দিছিল; পিছে এটাও নহ'ল। লৈ অহা তামোল-পাণৰ তামোল ধেনা, পাণবিৰা লেৰেলা। অতি বিনীতভাৱে ইয়াকেই ৰাইজলৈ আগবঢ়ালোঁ। বৌদ্ধসকলৰ মহামংগল প্রার্থনাৰ শ্লোক এটাৰে এতিয়া সামৰোঁ ঃ মূৰ্খক সেৱা নকৰিবা, জ্ঞানীক সেৱা কৰিব, পূজনীয়ক পূজা কৰিব - এয়ে সর্বশ্রেষ্ঠ মংগল।*

*অসেৱনা বালাং, পণ্ডিতানঞ্চ সেৱনা।*
*পূজা চ পূজনীয়ানম্, এতং মংগলং উত্তমং।।*



## উপসংহাৰ
## ১৯৫১—১৯৭৬

১৯৫০ চনত অম্বিকাগিৰি ৰায়চৌধুৰীৰ সভাপতিত্বত মাৰ্ঘেৰিতাত অনুষ্ঠিত অধিৱেশনত সভাৰ অস্থি-চর্মসাৰ ৰূপটোহে প্রকট হৈছিল। আনকি প্রতিনিধি সভাত ১২ জন প্রতিনিধিয়েহে যোগ দিছিল। সেয়ে কেয়োজনকে কার্য নির্বাহক সমিতিৰ সদস্যৰূপে ঠাই দিয়া হৈছিল, তদুপৰি প্রতিনিধি সভাত উপস্থিত নথকা লোকৰো নাম অন্তর্ভুক্ত কৰি কার্য নির্বাহক সমিতিখন গঠন কৰা হৈছিল। নেতৃত্বৰ দুৰ্বলতা, আভ্যন্তৰীণ বেমেজালি, প্রধান সম্পাদকসকলৰ দূৰদর্শিতাৰ অভাৱ, বিশেষ অধিৱেশন, জৰুৰী অধিৱেশন, বাতৰি কাকতত প্রকাশিত বাদানুবাদৰ ফলত সভাৰ প্রতি আস্থাহীনতা পৰিৱেশ সৃষ্টি নোহোৱাকৈ থকা নাছিল। প্রসংগক্রমে উল্লেখযোগ্য প্রধান সম্পদক শৰৎচন্দ্ৰ গোস্বামীয়ে প্রধান সম্পদকৰ দায়িত্ব এৰাৰ পৰা সভা দুর্বল হ'ল। দেখা যায় সেই সময়ৰ সভাৰ ঘাই কাৰ্যকৰ্তা আছিল প্রধানসম্পাদজন। গোস্বামীয়ে পৰৱৰ্তী কালত সভাখন থমকি ৰৈছিল। তদুপৰি বাদ-প্রতিবাদৰ লগতে দ্বিতীয় মহাসমৰ সভাৰ ওপৰত মোক্ষম আঘাত। ১৯৫১ আৰু ১৯৫২ চনত অধিৱেশন অনুষ্ঠিত নহ'ল। কোনো ঠাইৰ পৰা বছৰেকীয়া অধিৱেশনৰ বাবে নিমন্ত্রণ জনোৱা নাছিল। বিশেষকৈ কোনো কোনো সভাপতি বা প্রধানসম্পাদকৰ সভাক নেতৃত্ব দিব পৰা যোগ্যতা থাকিলেও কার্যকৰী দক্ষতা নথকাৰ বাবে সভাক সঠিক পথেৰে বাট বুলিবলৈ সুযোগ দিব নোৱাৰিলে। নামত তিনিবছৰ প্রধান সম্পাদক হোৱা কেশৱনাৰায়ণ দত্তই সভাখন জীয়াই ৰাখিছিল। ইয়াৰ অন্য কাৰকো আছিল। সেয়ে হ'ল ৰজাঘৰৰ পৰা পোৱা মঞ্জুৰী নোপোৱাটো। এই সম্পর্কত অসম সাহিত্য সভা পত্রিকাত (সপ্তম বছৰ তৃতীয় সংখ্যা) সম্পাদকীয় শিতানত গুৰুত্বপূর্ণ উক্তি কৰিছে *"শ্রীযুত শৰৎচন্দ্র গোস্বামী (বর্তমান আই.এছ.অ') ডাঙৰীয়াৰ নেতৃত্বত অসম সাহিত্য সভাৰ যি প্রাণস্পন্দন হৈছিল যিদৰে ই তেতিয়া প্রতিষ্ঠা লাভ কৰিছিল, প্রায়ে তেখেতে হাত এৰা দিবৰ পৰাই ই ধানখেৰৰ ছাইৰ দৰে সেমসেমীয়া হৈ যোৱাৰ কাৰণ কি? ৰজাঘৰীয়া দানৰ পৰা বঞ্চিত হ'লোহঁক বুলি হাত সাবতিব পৰা সহজ, কিন্তু ই যে আত্মপ্রবঞ্চনা তাত সন্দেহ নাই। ... এই হতাশজনক অৱস্থাৰ গৱেষণা বা তত্ত্ব বিচাৰেই জানো আমাৰ সর্বপ্রথম কর্তব্য নহয়? ঔষধ বিচৰাতকৈ বেমাৰ চিনা নিশ্চয় আৰু আৰু প্রায়ে টান কামো।"*

১৯৫৩ চন অৰ্থাৎ শ্বিলং অধিৱেশন অসম সাহিত্য সভা নজহা-নপমা প্ৰাণৰ অনুষ্ঠানলৈ ৰূপান্তৰ হ'ল। সেই সময়ত অতুলচন্দ্ৰ বৰুৱা কৰ্মসূত্ৰে শ্বিলঙত আছিল আৰু শ্বিলং মুকুল সংঘৰ লগতো ওতপ্ৰোত জড়িত হৈছিল। আনফালে ৰঘুনাথ চৌধাৰীয়েও কাকত-পত্ৰত লিখা-লিখি কৰিছিল। ইয়াৰ পিছতেই নাম ল'ব লাগিব শ্বিলং মুকল সংঘৰ সভাপতি হৰিপ্ৰসাদ বৰুৱা আৰু সেই সময়ৰ অসমৰ বিত্তমন্ত্ৰী মতিৰাম বৰা। অসমৰ প্ৰাক্তন বিত্ত সচিব গণেশচন্দ্ৰ ফুকন আছিল শ্বিলং মুকল সংঘৰ সম্পাদক। মন কৰিবলগীয়া গোপীনাথ বৰদলৈৰ পৰা পৰৱৰ্তী মুখ্যমন্ত্ৰী বা অন্য ৰাজনৈতিকসকল নিজৰ জীৱনৰ নাওখন মেতমৰা কৰাৰ পক্ষপাতি নাছিল। অসমৰ মাটি-পানী-বায়ুৰ লগত সম্পৃক্ত এইসকল ৰাষ্ট্ৰীয় কংগ্ৰেছ দলৰ আদৰ্শৰে সবাতোকৈ আগত। তদুপৰি সেইসকল ৰাজনীতিকেই নাছিল অসমীয়া ভাষা-সাহিত্যৰো সেৱক আছিল। সেইসকলৰ আস্তিকেৰে বুটলি থ'ব পৰা একো টুকুৰা চেকুৰা সোণ।

অসম সাহিত্য সভাৰ ১৯৫৩ চনৰ শ্বিলং অধিৱেশনৰ ত্ৰাণকৰ্তা ৰূপত থকা অভ্যৰ্থনা সমিতিখন আছিল — মতিৰাম বৰা (সভাপতি) হৰিপ্ৰসাদ বৰুৱা (কাৰ্যকৰী সভাপতি) ছৈদয় মকিবুৰ ৰহমান (সম্পাদক), ৰবীন্দ্ৰনাথ বৰুৱা আৰু দেৱীচৰণ দাস (যুটীয়া সম্পাদক) জ্ঞানদা কাকতী, আৰেফা খাটুন, ৰাধিকাপ্ৰসাদ বৰুৱা, ৰছিদুজ্জামান আহমদ, ঈশ্বৰ প্ৰসাদ চৌধুৰী, বিজনীৰ ৰাণী সবিতা দেৱী, দিবাকৰ গোস্বামী, মেজৰ সুৰেন্দ্ৰনাথ দত্ত। এই অধিৱেশনত ৰাজনীতিক, মন্ত্ৰী, বিধান সভাৰ সদস্য সকলোৱে নিজৰ পদ মৰ্যাদালৈ নাচায় অতিথি আপ্যায়নতে ব্যস্ত হৈছিল। মন কৰিবলগীয়া মন্ত্ৰী বিধায়সকল সভাৰ বৰঘৰত সোমাই কোনো স্বাৰ্থ নথকাকৈ সেৱা আগবঢ়াইছিল। শ্বিলঙত এয়ে প্ৰথম আৰু শেষ অধিৱেশন বহিছিল। শ্বিলং অধিৱেশনৰ আগলৈকে সকলো প্ৰতিনিধিয়ে বিষয় বাছনী সভাত অংশ ল'ব নোৱাৰিছিল। এই অধিৱেশনত নিয়মাৱলীৰ আমূল পৰিৱৰ্তন হ'ল। নতুন সংশোধনীৰ ফলত সকলো প্ৰতিনিধিয়ে বিষয় বাছনী সভাত অংশ গ্ৰহণ কৰিব পৰা হ'ল। তদুপৰি অতুলচন্দ্ৰ হাজৰিকা প্ৰধান সম্পাদক নিৰ্বাচিত হোৱা আৰু যোৰহাটৰ যতীন্দ্ৰনাথ গোস্বামী সহকাৰী সম্পাদক হোৱাত সভালৈ পুনৰ হেৰোৱা প্ৰাণস্পন্দন আৰু আত্মবিশ্বাস ঘূৰি আহিল আৰু শাখা সভাবোৰো সাৰ পাই উঠিল। সভাক ভালপোৱা সকলো হ'ল সচেতন। ১৯৫৯ চনৰ ১৬ জুন তাৰিখে আনন্দৰাম ঢেকীয়াল ফুকনৰ জন্ম-শতবাৰ্ষিকী উলহ-মালহেৰে সভাই পালন কৰিছিল। এয়া আছিল প্ৰথম মৃত্যু শতবাৰ্ষিকী অনুষ্ঠান। এই উৎসৱ পালনত চৰকাৰৰ পৰা সভাই সহযোগ পোৱা নাছিল আনকি শতবাৰ্ষিকী উৎসৱৰ বাবে অৰ্ধদিনৰ ছুটী বিচাৰি কৰা আবেদনো চৰকাৰে নাকচ কৰে। তৎসত্ত্বেও আনন্দৰাম ঢেকীয়াল ফুকন কলেজ স্থাপন আৰু ১৯৭৭ চনত নগাঁও হয়বৰ গাঁও দলংখন ঢেকীয়াল ফুকনৰ নামত সভাই লোৱা প্ৰস্তাৱ অনুসৰি চৰকাৰে নামকৰণ কৰাটো উল্লেখযোগ্য।



ভাৰত চৰকাৰে প্ৰতিখন ৰাজ্যৰ ৰাজধানীত ৰবীন্দ্ৰভৱন পাতিবৰ কাৰণে কৰা ঘোষণাৰ প্ৰতি সভাই সঁহাৰি জনাই শ্বিলংৰ পৰিৱৰ্তে গুৱাহাটীত ৰবীন্দ্ৰভৱন পাতিবৰ কাৰণে যুক্তি প্ৰদৰ্শন কৰি যোগাযোগ কৰাৰ শেষত গুৱাহাটীত ৰবীন্দ্ৰভৱন স্থাপন সম্ভৱ হ'ল। তদুপৰি সভাৰ অনুৰোধত ব্ৰহ্মপুত্ৰৰ দলংখনৰ নামো শৰাঘাট দলং ৰূপে স্বীকৃত হোৱাটো উল্লেখযোগ্য।

১৯৬০ চনত পলাশবাৰী (মিৰ্জা)-ত হোৱা অধিৱেশনৰ পৰা সভা গণমুখী হ'বলৈ আৰম্ভ কৰে। সভাই বিস্তাৰ লাভ কৰাৰ লগে লগে সভাৰ পৰিসৰো বৃদ্ধি হয়। আনহাতে বাৰ্ষিক অধিৱেশনসমূহো তেতিয়াৰ পৰা মেলামুখী হ'বলৈ আৰম্ভ কৰে। সভাৰ আড়ম্বৰপূৰ্ণ বাৰ্ষিক অধিৱেশনত সাহিত্যৰ দিশটোতকৈ সাংস্কৃতিক মহামেল জাকজমকীয়া দিশটোৰ প্ৰতি অধিক আকৰ্ষণ দেখা যায়। লাহে লাহে সভাৰ অধিৱেশনবোৰ জাতীয় উৎসৱলৈ পৰিণত হোৱাটো এই সময়ছোৱাৰ উল্লেখযোগ্য দিশ।



## এই সময়ৰ সভাপতিসকল
## (১৯৫৩—১৯৭৬)



ড° সূৰ্যকুমাৰ ভূঞা
১৯৫৩, শ্বিলং অধিৱেশন।



নলিনীবালা দেবী
১৯৫৪, যোৰহাট অধিৱেশন।



যতীন্দ্ৰনাথ দুৱৰা
১৯৫৫, গুৱাহাটী অধিৱেশন।



বেণুধৰ শৰ্মা
১৯৫৫, ধুবুৰী অধিৱেশন।





পদ্মধৰ চলিহা
১৯৫৮, তিনিচুকীয়া অধিৱেশন।



অতুলচন্দ্ৰ হাজৰিকা
১৯৫৯, নগাঁও অধিৱেশন।



ত্ৰৈলোক্যনাথ গোস্বামী
১৯৬০ পলাশবাৰী
১৯৬১ গোৱালপাৰা



ৰত্নকান্ত বৰকাকতী
১৯৬৩ নাজিৰা অধিৱেশন।



মিত্ৰদেৱ মহন্ত
১৯৬৪ ডিগবৈ অধিৱেশন



ডিম্বেশ্বৰ নেওগ
১৯৬৫ নলবাৰী অধিৱেশন।



বিনন্দচন্দ্ৰ বৰুৱা
১৯৬৬, উত্তৰ লখিমপুৰ অধিৱেশন।



নকুলচন্দ্ৰ ভূঞা
১৯৬৭, ডিব্ৰুগড় অধিৱেশন।



জ্ঞাননাথ বৰা
১৯৬৮, তেজপুৰ অধিৱেশন।



আনন্দচন্দ্ৰ বৰুৱা
১৯৬৯, বৰপেটা অধিৱেশন।



উপেন্দ্ৰ চন্দ্ৰ লেখাৰু
১৯৭০, ধিং অধিৱেশন।



তীৰ্থনাথ শৰ্মা
১৯৭১, মাকুম অধিৱেশন।





হেম বৰুৱা
১৯৭২, ধুবুৰী অধিৱেশন।



গিৰিধৰ শৰ্মা
১৯৭৩, ৰঙিয়া অধিৱেশন।



ড° মহেশ্বৰ নেওগ
১৯৭৪, মঙলদৈ অধিৱেশন।



ড° সত্যেন্দ্ৰনাথ শৰ্মা
১৯৭৫, তিতাবৰ অধিৱেশন।



যজ্ঞেশ্বৰ শৰ্মা
১৯৭৬, টিহু অধিৱেশন।

## অসম সাহিত্য সভা, দ্বাবিংশ অধিৱেশন, শ্বিলং



সূৰ্যকুমাৰ ভূঞা
মূল সভাৰ সভাপতি



বেণুধৰ শৰ্মা
বুৰঞ্জী শাখাৰ সভাপতি



বি. এম. পিউ
বিজ্ঞান শাখাৰ সভাপতি



মতিৰাম বৰা
অভ্যৰ্থনা সমিতিৰ সভাপতি





জয়ৰামদাস দৌলতৰাম
কৃষ্টি প্ৰদৰ্শনীৰ উদ্বোধক



বিষ্ণুৰাম মেধী
মূল সভা আৰু বিজ্ঞান
প্ৰদৰ্শনীৰ উদ্বোধক



ৰূপনাথ ব্ৰহ্মা
বুৰঞ্জী শাখাৰ উদ্বোধক

## অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতি, ১৯৫৫



বহি - (বাওঁফালৰ পৰা) ৰামচন্দ্ৰ দাস (বৰপেটা), বিশ্বনাথ ৰাজবংশী (কাছাৰ), মিত্ৰদেৱ মহন্ত (যোৰহাট), নলিনীবালা দেৱী (সভানেত্ৰী, গুৱাহাটী), অতুল চন্দ্ৰ হাজৰিকা (প্ৰধান সম্পাদক, গুৱাহাটী), প্ৰেমধৰ ৰাজখোৱা (পত্ৰিকা সম্পাদক, তিনিচুকীয়া), কৰুণাধৰ বৰুৱা (যোৰহাট)।

থিয়হৈ - (বাওঁফালৰ পৰা) - চৈয়দ আব্দুল মালিক (যোৰহাট), ৰজনী শৰ্মা (গুৱাহাটী), হেম বৰুৱা (গুৱাহাটী), পৰাগ চলিহা (শিৱসাগৰ), মহেশ্বৰ নেওগ (গুৱাহাটী), অশ্বিনী চৌধুৰী (ডিব্ৰুগড়), দেবেন দাস (গোৱালপাৰা), শিৱপ্ৰসাদ বৰুৱা, ভবানন্দ ৰাজখোৱা (মঙ্গলদৈ), যতীন গোস্বামী (যোৰহাট)।



## শিলচৰ সাহিত্য সভা ভৱনত সভাৰ কাৰ্যনিৰ্বাহকৰ বৈঠকৰ অন্তত তোলা ছবি, ১৪-১৫ মাৰ্চ, ১৯৫৮



অসম সাহিত্য সভাৰ শিলচৰ শাখাৰ নিজা ভৱনত অনুষ্ঠিত হোৱা সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ বৈঠকত যোগ দিয়া বিষয়-ববীয়াসকল আৰু শিলচৰ নিবাসী অসমীয়া কৰ্মচাৰীকেইজনমান (১৪-১৫ মাৰ্চ, ১৯৫৮)

বহি - (বাওঁফালৰ পৰা) কণচন্দ্ৰ বৰা, (এঃ ইঞ্জিনিয়াৰ), বিশ্বনাথ ৰাজবংশী (কাছাৰ), বিনন্দচন্দ্ৰ বৰুৱা (জাঁজী), যতীন্দ্ৰনাথ গোস্বামী (সহকাৰী সম্পাদক), অতুলচন্দ্ৰ হাজৰিকা (সহঃ সভাপতি), পৰাগ চলিহা (প্ৰঃ সম্পাদক), কবিৰাজ হৰেশচন্দ্ৰ ভট্টাচাৰ্য (শিলচৰ), ভোলানাথ শৰ্মা, (এঃ জৰ্জ, শিলচৰ)।

থিয়হৈ - (বাওঁফালৰ পৰা) - বিপিন ৰাজবংশী (শিলচৰ), ব্ৰজেন্দ্ৰচন্দ্ৰ বৰপূজাৰী (যোৰহাট), বুদ্ধীন্দ্ৰনাথ ৰাজখনিকৰ (নিতাই পুখুৰী), সত্যেন্দ্ৰনাথ শৰ্মা, জগত চন্দ্ৰ শৰ্মা, প্ৰমোদ ভট্টাচাৰ্য।

## কাৰ্যনিৰ্বাহক সভাৰ কেইজনমান সভ্য
## (১৯৫৮—৫৯)



বহি - (বাওঁফালৰ পৰা) - মিত্ৰদেৱ মহন্ত, বিনন্দচন্দ্ৰ বৰুৱা, পদ্মধৰ চলিহা (সভাপতি), বেণুধৰ শৰ্মা, অতুলচন্দ্ৰ হাজৰিকা, পৰাগধৰ চলিহা।

থিয়হৈ - (বাওঁফালৰ পৰা) - যোগেন্দ্ৰ নাথ শৰ্মা, জগৎচন্দ্ৰ শৰ্মা, লীলা গগৈ, ব্ৰজেন্দ্ৰ নাথ বৰপূজাৰী, নিৰ্মলপ্ৰভা বৰদলৈ, অনন্ত কুমাৰ দাস, বিশ্বনাথ ৰাজবংশী, ভবানন্দ ৰাজখোৱা আৰু যতীন্দ্ৰনাথ গোস্বামী (সহঃ সম্পাদক)।



## ৰাধাকান্ত সন্দিকৈৰ আবক্ষ-মূৰ্তি উন্মোচন উৎসৱ, (১৯৬০)



ৰাধাকান্ত সন্দিকৈ আবক্ষ-মূৰ্তি উন্মোচন উপলক্ষে ৰাজ্যপাল বিষ্ণু সহায়ৰ ভাষণ।



ৰাধাকান্ত সন্দিকৈৰ আবক্ষ-মূৰ্তি

## ডিগবৈ অধিৱেশন (১৯৬৪)



অসম সাহিত্য সভাৰ সভাপতি
মিত্রদেৱ মহন্ত অধিকাৰৰ
অভিভাষণ পাঠ



অসমৰ ৰাজ্যপাল বিষ্ণু সহায়



সংগীত সন্মিলনৰ সভাপতি
অধ্যাপক শান্তিদেৱ ঘোষ



মুখ্য অতিথি
ড° মুলুকৰাজ আনন্দ



## ৰাধাকান্ত সন্দিকৈ ভৱনৰ আধাৰশিলা স্থাপন (১৯৬০)



৩০ ডিচেম্বৰ, ১০৬০ তাৰিখে পুৰা চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ পাছফালে ৰাধাকান্ত সন্দিকৈ গৱেষণা গ্রন্থাগাৰ আৰু বক্তৃতা মঞ্চৰ ভেটি স্থাপন কৰিছে হেৰম্বপ্ৰসাদ বৰুৱাই। কাষত সভাৰ প্ৰধান সম্পাদক মহেশ্বৰ নেওগ।



৩০ ডিচেম্বৰ, ১০৬০ তাৰিখে পুৰা চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ প্ৰাংগণত অসম সাহিত্য সভাৰ পতাকা উত্তোলন।

## তেজপুৰ অধিৱেশন (১৯৬৮)



ৰাজ্যপাল বিষ্ণু সহায়ক সম্বৰ্দ্ধনা জনাইছে
অভ্যৰ্থনা সমিতিৰ অন্যতম সাধাৰণ সম্পাদক হিতেশ্বৰ মহন্তই।



অসমীয়া সাহিত্য-সংস্কৃতিৰ তেজপুৰীয়া স্বৰ্গগত সহিত্যিক-শিল্পীৰ
স্মৃতি তৰ্পণৰ এটি চিত্ৰ।





সভাপতি জ্ঞাননাথ বৰাদেৱে মূল সভাত ভাষণ দিছে।



লব্ধপ্ৰতিষ্ঠ সাহিত্যিক হেম বৰুৱাই প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰি ভাষণ দিছে।



অভ্যৰ্থনা সমিতিৰ সভাপতি কমলাপ্ৰসাদ আগৰৱালাই আদৰণী ভাষণ দান কৰিছে।



ত্ৰয়শ্চত্বাৰিংশ অধিৱেশন, টিংখং, ১৯৭৬

অভ্যৰ্থনা সমিতিৰ একাংশ





অভ্যৰ্থনা সমিতিৰ অন্য একাংশ



সভাপতিক লৈ শোভাযাত্ৰা।




লখিমী পথাৰলৈ সোমোৱা তোৰণ।





সভাপতিক লৈ শোভাযাত্ৰা।



ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমদক অসমৰ ৰাজ্যপাল, মুখ্যমন্ত্ৰী আৰু গৃহমন্ত্ৰীয়ে সভালৈ আগবঢ়াই আনিছে।



ত্ৰয়শ্চত্বাৰিংশ অধিৱেশনৰ মূল মণ্ডপ, টিহু (১৯৭৬)



টিহু শাখা সভাৰ ভৱনৰ আধাৰশিলা স্থাপন কৰিছে গৃহ, তথ্য, প্ৰচাৰ আৰু
জনসম্পৰ্কৰক্ষী বিভাগৰ মন্ত্ৰী হিতেশ্বৰ শইকীয়াই,
কাষত ৰাজহ মন্ত্ৰী, অভ্যৰ্থনা সমিতিৰ ডাঃ ভূমিধৰ বৰ্মণ।





ত্ৰয়শ্চত্বাৰিংশ অধিৱেশন, টিহু (১৯৭৬)
মুখ্য অতিথি সুভাস মুখোপাধ্যায়



সুৰেশ চন্দ্ৰ ৰাজখোৱা



চতুৰ্বিংশ অধিৱেশন, গুৱাহাটী ১৯৫৫
বিজ্ঞান সন্মিলনৰ সভাপতি
হিৰণ্যচন্দ্ৰ ভূঞা



চতুৰ্বিংশৰ বিজ্ঞান সন্মিলনৰ সভাপতি
ড° ৰোহিণীকান্ত বৰুৱা
গুৱাহাটী, ১৯৫৫



দ্বিচত্বাৰিংশ অধিৱেশনৰ উদ্বোধক
ড° কৃপাল সিং নাৰাং



চতুৰ্বিংশ অধিৱেশন, গুৱাহাটী ১৯৫৫
আদৰণী সমিতিৰ সভাপতি
হলীৰাম ডেকা

# পৰিশিষ্ট

## বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সম্পৰ্কে অসম সাহিত্য সভাৰ অভিমত

অসম চৰকাৰৰ তথ্য আৰু জনসম্পৰ্ক বিভাগে প্ৰকাশ কৰা থ্ঞ ষ্ণুন্ল্নঙ্গজ্ভব্দন্দ্ধন্ত ত্তঙ্গস্তুন্তপ্প জ্ঞ ত্রঙ্গপ্পঙ্গ ট্রঙ্গসক্রুক্রুঙ্গন্তুব্ধন্‌ঙ্গ্ঞব্দ নামৰ এখন পুস্তিকা অসম সাহিত্য সভাৰ দৃষ্টিগোচৰ হৈছে। কি উদ্দেশ্যে এই পুস্তিকাখন ছপা কৰি উলিওৱা হ'ল বজিবলৈ সভা অক্ষম হৈছে। পুস্তিকাখনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষা পৰিষদৰ ১২ জুন, ১৯৭২ তাৰিখৰ শিক্ষাৰ মাধ্যম সম্পৰ্কীয় চূড়ান্ত সিদ্ধান্তৰ কোনো উদ্ধৃতি নাই, অথচ জাপ মাৰি গৈ অসম বিধান সভাৰ ২৩ ছেপ্টেম্বৰ, ১৯৭২ তাৰিখৰ প্ৰস্তাৱটোত পুস্তিকাখনৰ সামৰণি মৰা হৈছে। বিশ্ববিদ্যালয়, ৰাজহুৱা অনুষ্ঠান আৰু ব্যক্তিয়ে ১২ জুন, ১৯৭২ তাৰিখৰ আগতে কোৱা কথাবোৰহে গ্ৰাহ্য, সেই তাৰিখ আৰু তাৰ পিছত কোৱা কথা অগ্ৰাহ্য আৰু সেই তাৰিখৰ পূৰ্বৰ উক্তি আদিৰ ওপৰতহে বিধান সভাই নিজৰ প্ৰস্তাৱটিৰ ভিত্তি কৰিছে বা কৰা উচিত হৈছে বুলি যদি তথ্য আৰু জনসম্পৰ্ক বিভাগে যুক্তি দিবলৈ বিচাৰে, আমি খন্তেকলৈও সেই যুক্তি মানি ল'ব নোৱাৰোঁ। এই যুক্তিৰ বাহিৰে আন কোনো উদ্দেশ্য পুস্তিকাখনৰ পৰা প্ৰকাশ পোৱা নাই।

মনকৰিবলগীয়া যে অসম সাহিত্য সভাৰ ধুবুৰীত বহা অধিৱেশনৰ ৯ এপ্ৰিল, ১৯৭২ তাৰিখে গৃহীত সিদ্ধান্ত পুস্তিকাখনত সন্নিৱিষ্ট হোৱা নাই আৰু আনকি ১৮ জুন, ১৯৭২ তাৰিখৰ সভাৰ সঁজাতি দলে স্বয়ং মুখ্যমন্ত্ৰীৰ হাতত যিখন স্মাৰক পত্ৰ দাখিল কৰিছিল, তাৰ নাম-গোন্ধো পুস্তিকাত ক'তো নাই। প্ৰকৃততে এই দুটি বস্তুতে সভাৰ মাধ্যম সম্পৰ্কীয় সিদ্ধান্ত অতি স্পষ্টভাৱে আছে। পুস্তিকাত খবৰ কাগজ আদিৰ পৰা টুকুৰা গোটাই সভাৰ যিটো মত তুলি দেখুৱাবৰ যত্ন কৰা হৈছে, সি অতিশয় ভ্ৰান্ত। সেই ভ্ৰান্ত উপস্থাপনে সৰ্বসাধাৰণক বিভ্ৰান্ত কৰিব পাৰে বুলি তলত এই সম্পৰ্কে বিবৃতি দাঙি ধৰা হ'ল।

বিশ্ববিদ্যালয়ৰ মাধ্যম সম্পৰ্কে বিশ্ববিদ্যালয়েই সিদ্ধান্ত গ্ৰহণ কৰা উচিত, এই বিষয়ে বোধ হয় দ্বিতীয় সুস্থ মত এটি হ'ব নোৱাৰে, যদিও আন অনুষ্ঠানে এই বিষয়ত নিজৰ মত নিশ্চয় দাঙি ধৰিব পাৰে; ১৫ ফেব্ৰুৱাৰি, ১৯৭০ তাৰিখে অসম সাহিত্য সভাৰ ৩৭ শ ধিং অধিৱেশনৰ মুকলি সভাত গৃহীত প্ৰথম প্ৰস্তাৱ যোগে কোৱা হয়।



গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে ইং ১৯৭২ চনৰ পৰা প্ৰাক্ বিশ্ববিদ্যালয় শ্ৰেণীত শিক্ষাৰ মাধ্যমৰূপে অসমীয়া ভাষা প্ৰৱৰ্তন কৰিবলৈ সিদ্ধান্ত লোৱাত আজিৰ সভাই আনন্দ প্ৰকাশ কৰে। অসমীয়া ভাষাৰ মাধ্যমত বিভিন্ন বিষয়ত পুথি আদি প্ৰণয়ন আৰু অনুবাদৰ ক্ষেত্ৰত বিভিন্ন বিষয়ৰ কাৰণে গঠিত কমিটীৰ সকলোবোৰত অসমীয়া ভাষাত থকা সেই সেই বিষয়ৰ বিশেষজ্ঞকহে দায়িত্ব দিবলৈ আৰু পাঠ্যপুথিসমূহ যাতে উপযুক্ত মানবিশিষ্ট হয় সেই বিষয়ে সতৰ্ক দৃষ্টি ৰাখিবলৈ আৱশ্যক অনুযায়ী বিশেষজ্ঞ নিৰীক্ষক নিয়োগ কৰিবলৈ দুয়োখন বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষক টানি অনুৰোধ জনায় লগতে অসম চৰকাৰৰ শিক্ষা বিভাগ আৰু দুয়োখন বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষক অনুৰোধ কৰে যে যিহেতুকে ইং ১৯৭২ চনৰ পৰাই প্ৰাক্ বিশ্ববিদ্যালয় শ্ৰেণীৰ শিক্ষাৰ মাধ্যম অসমীয়া হ'ব, সেই হেতুকে অসমীয়া ভাষাত দক্ষতা নথকা শিক্ষকসকলক অসমীয়া ভাষাৰ প্ৰশিক্ষণ দানৰ ব্যৱস্থা কৰিব লাগে আৰু অসমত থকা সকলো অনাঅসমীয়া শিক্ষা প্ৰতিষ্ঠানতেই ছাত্ৰ-ছাত্ৰীসকলক বাধ্যতামূলকভাৱে অসমীয়া ভাষা শিকোৱাৰ ব্যৱস্থা কৰিব লাগে, যাতে ভৱিষ্যতে শিক্ষাদান আৰু শিক্ষা গ্ৰহণ ক্ষেত্ৰত 'ভাষা জড়িত' কোনো বাধা-বিঘিনিৰ সৃষ্টি নহয়।

মাকুমত বহা সভাৰ বাৰ্ষিক অধিৱেশনত সভাপতিৰূপে তীৰ্থনাথ শৰ্মাই ২৪ এপ্ৰিল, ১৯৭২ তাৰিখে যি অভিভাষণ পাঠ কৰে, তাত বিষটো তেখেতে স্পৰ্শ কৰিছিল।

"আঞ্চলিক ভাষাই বিশ্ববিদ্যালয় পৰ্যায়ৰ শিক্ষাৰ মাধ্যম হ'ব লাগে, এই কথা ভাৰত চৰকাৰে সৰ্বভাৰতীয় ভিত্তিত সুস্পষ্ট আৰু নিৰ্দ্ধাৰিত নীতি হিচাপে গ্ৰহণ কৰিছে। বিভিন্ন ... মাধ্যমৰ বাবে বিশ্ববিদ্যালয়ে সুকীয়া ব্যৱস্থা কৰিবলৈ গ'লে যি অনাহক ব্যয়বাহুল্য ঘটিব, সেই সৰ্বনশীয়া আৰ্থিক পৰিস্থিতিকে বা কি উপায়ে চম্ভালিব? গতিকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম একমাত্ৰ অসমীয়াই হ'ব লাগিব আৰু বেলেগ বেলেগ ভাষা মাধ্যমৰ কলেজ স্থাপন কৰা বা বিশ্ববিদ্যালয়ৰ চাৰিবেৰৰ ভিতৰতে কেইবাটাও শিক্ষা মাধ্যমৰ ব্যৱস্থা কৰাৰ দুৰাগ্ৰহক প্ৰশ্ৰয় দিয়াটো ৰাইজ আৰু ৰাইজৰ চৰকাৰ কাৰো পক্ষেই শোভন আৰু উচিত নহয়।"

উল্লেখযোগ্য যে অসমৰ তদানীন্তন মুখ্যমন্ত্ৰী আৰু শিক্ষামন্ত্ৰী সভাপতিৰ একেবাৰেই কাষতে বহি আছিল। ইতিমধ্যে মুখমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীদেৱে ৬ মাৰ্চ, ১৯৭১ তাৰিখে শ্বিলঙত বহা State Co-ordinat\ion Committee For Production of Text-books in the Regional Language-অৰ সভাত সমিতিখনক বঙলাৰো পাঠ্যপুথি প্ৰণয়ন কৰাৰ পৰামৰ্শ দিছিল; কিন্তু সেই সভাত তেনে কোনো সিদ্ধান্ত গ্ৰহণ কৰা হোৱা নাছিল, কাৰণ সমিতিখনেই নীতি-নিৰ্ধাৰক সমিতি নহয়, কাৰ্যকাৰক অনুষ্ঠানহে। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক সেই সভাত উপস্থিথ আছিল।

সভাত আন প্ৰধান সদস্য দুজনমানো তাত আছিল। পুস্তিকাত সভাখনৰ যি ভুল বিৱৰণি সন্নিৱিষ্ট হৈছে, তাৰ আমি তীব্ৰ প্ৰতিবাদ কৰোঁ।

সভাপতিৰ অভিভাষণৰ বাহিৰে অসম সাহিত্য সভাৰ মাকুম অধিৱেশনৰ মুকলি সভাত মাধ্যম সম্পৰ্কীয় কোনো প্ৰস্তাৱ গৃহীত হোৱা নাছিল। উল্লেখ কৰিব পাৰি যে সভাপতিৰ অভিভাষণে সভাৰ সিদ্ধান্ত নুসূচায়।

মাধ্যম সম্পৰ্কে সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ ২০ মে', ১৯৭১ তাৰিখৰ অধিৱেশনত আলোচনা হয়। সেই অধিৱেশনৰ বিৱৰণিৰ পৰা তলত উদ্ধৃতি দিয়া হ'ল—

বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সম্পৰ্কত উচ্চতম ন্যায়ালয়ে দিয়া ৰায়ৰ পৰিপ্ৰেক্ষিতত অসমৰ বিশ্ববিদ্যালয়সমূহৰ শিক্ষাৰীতিৰ কথা আলোচনা হয়। আলোচনাত ড° মহেশ্বৰ নেওগ, ড° ভবেন্দ্ৰনাথ শইকীয়া, অতুলচন্দ্ৰ হাজৰিকা আদিয়ে ভাগ লয়। বিস্তৃত আলোচনাৰ পাছত তলৰ প্ৰস্তাৱটি গ্ৰহণ কৰা হয় —

অসমৰ উচ্চ শিক্ষাৰ মাধ্যম সম্পৰ্কে অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে বিস্তৃতভাৱে আলোচনা কৰি দৃঢ় মত প্ৰকাশ কৰে যে প্ৰশাসনীয় ভাষাৰূপে অসমীয়া প্ৰযোজ্য হোৱা সমস্ত অঞ্চলতে নতুন শিক্ষা ব্যৱস্থাত কলেজ আৰু বিশ্ববিদ্যালয়ত [সাম্প্ৰতিকে চলিত ইংৰাজীৰ বাহিৰে] অসমীয়া মাত্ৰ মাধ্যমৰূপে গৃহীত হ'বলাগে। শিক্ষাৰ ক্ষেত্ৰত অন্যান্য সুফলৰ বাহিৰেও আঞ্চলিক সংহতিৰ অৰ্থে আৰু আঞ্চলিক সংহতিৰ যোগেদি সৰ্বভাৰতীয় সংহতিৰ পোষকতাৰ অৰ্থে এই নীতি নিতান্ত প্ৰয়োজনীয় বুলি সমিতিয়ে সম্পূৰ্ণ বিশ্বাস কৰে।

বাতৰি কাতত সেই সময়ত এই সিদ্ধান্তৰ কথা প্ৰকাশ পাইছিল। সম্ভৱতঃ তথ্য আৰু জনসম্পৰ্ক বিভাগে সেই সম্পৰ্কে তথ্য বিচাৰি নাপালে।

যোৱা ৯ এপ্ৰিল, ১৯৭২ তাৰিখে ধুবুৰীৰ বাৰ্ষিক অধিৱেশনে মুকলি সভাত তলৰ প্ৰস্তাৱটি গ্ৰহণ কৰে —

অসমৰ শাসকীয় ভাষাস্বৰূপে অসমীয়া ভাষা প্ৰযোজ্য হোৱা অঞ্চলত অসমৰ বিশ্ববিদ্যালয়সমূহৰ অন্তৰ্গত কলেজসমূহত শিক্ষাৰ মাধ্যম একমাত্ৰ অসমীয়া হ'ব লাগে। চৰকাৰ আৰু বিশ্ববিদ্যালয়সমূহৰ কৰ্তৃপক্ষক অনতিপলমে উক্ত বিষয়ত ব্যৱস্থা ল'বলৈ টানি অনুৰোধ কৰা হওক।

৫ জুন, ১৯৭২ তাৰিখে অসম সাহিত্য সভাৰ সভাপতি হেম বৰুৱা, প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামী, সহকাৰী সম্পাদক প্ৰসন্নৰাম দাস আৰু প্ৰাক্তন সভাপতি তীৰ্থনাথ শৰ্মাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্যক লগ ধৰি সভাৰ অভিমত দাঙি ধৰে। প্ৰধান সম্পাদকে ধুবুৰী সন্মিলনৰ সিদ্ধান্তৰ উদ্ধৃতি দি কৈছিল যে — "ব্ৰহ্মপুত্ৰ উপত্যকাত কলেজৰ শিক্ষাৰ মাধ্যম অসমীয়া হ'ব লাগে" ... সেই ব্যাখ্যা



অসম সাহিত্য সভাৰ বা কাৰ্যনিৰ্বাহক সমিতিৰ গৃহীত নহয়। দ্বিতয়তে, এই সম্পৰ্কত প্ৰধান সম্পাদকে সেই মৰ্মে দিয়া বুলি যি বিবৃতি ৯ জুন, ১৯৭২ তাৰিখৰ "দৈনিক অসম"-ত ওলাইছিল (পুস্তিকাৰ ২১ আৰু ৩০ পিঠিত উদ্ধৃত), সিও সভাৰ অভিপ্ৰেত নহয়। ইতিমধ্যে তাক ৰাজহুৱাভাৱে প্ৰত্যাহাৰ কৰাৰ আৱশ্যকতা অনুভৱ কৰা নহৈছিল, কাৰণ তাৰ লগে লগেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষা পৰিষদে ১২ জুন, ১৯৭২ তাৰিখে যথোচিত সিদ্ধান্তকে গ্ৰহণ কৰে।

১৮ জুন, ১৯৭২ তাৰিখে মুখমন্ত্ৰী শৰৎচন্দ্ৰ সিংহ ডাঙৰীয়াক সভাৰ সভাপতি হেম বৰুৱা, উপ-সভাপতি ড° মহেশ্বৰ নেওগ, প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামী আৰু সহকাৰী সম্পাদক প্ৰসন্নৰাম দাসে গুৱাহাটীত লগ ধৰি যি স্মাৰক-পত্ৰ দিয়ে তাত স্পষ্ট কোৱা হৈছিল -

ভাৰত চৰকাৰে প্ৰতিখন ৰাজ্যতে বিশ্ববিদ্যায় স্তৰত আঞ্চলিক ভাষাত পাঠ্যপুথি প্ৰণয়ন কৰিবৰ কাৰণে যি অনুদান দিছিল সেই অনুদানেৰে গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে আঞ্চলিক ভাষা অসমীয়াত পাঠ্যপুথি যুগুত কৰি এই বছৰ জুলাই মাহৰ পৰা প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীত অসমীয়া মাধ্যমত শিক্ষা দিয়াৰ কাৰণে প্ৰস্তুতি চলাইছে। অসম শাসকীয় ভাষা আইন অনুযায়ী ৰাজ্যিক স্তৰত সমস্ত অসমৰ শাসকীয় ভাষা অসমীয়া। অসম সাহিত্য সভাই ধুবুৰী অধিৱেশনত এটি প্ৰস্তাৱ যোগে স্পষ্টভাৱে কৈছে যে অসমৰ শাসকীয় ভাষাস্বৰূপে অসমীয়া ভাষা প্ৰযোজ্য হোৱা অঞ্চলত অসমৰ কলেজসমূহৰ শিক্ষাৰ মাধ্যম একমাত্ৰ অসমীয়া হ'ব লাগে। উক্ত প্ৰস্তাৱৰ প্ৰতিলিপি আপোনালৈ ২১/৪/৭২ তাৰিখে পঠোৱা হৈছিল। সুখৰ বিষয়, গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে কিছুদিনলৈ ইংৰাজী ৰাখি অসমীয়া ভাষা উচ্চ শিক্ষাৰ মাধ্যম ঘোষণা কৰিছে। আমি চৰকাৰক অনুৰোধ জনাব খোজো, যেন বিশ্ববিদ্যালয়ৰ এই নীতিত অসম চৰকাৰে পূৰ্ণ সহযোগ দি অতি সোনকালে অসমীয়া ভাষা বিশ্ববিদ্যালয়ৰ একমাত্ৰ শক্তিশালী মাধ্যমৰূপে গঢ় লৈ উঠাত সহায় কৰে।

১৫ ছেপ্টেম্বৰ, ১৯৭২ তাৰিখে কাৰ্যনিৰ্বাহক সমিতিয়ে গ্ৰহণ কৰা প্ৰস্তাৱ —

অসমৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সম্পৰ্কে অলপতে অসম বিধান সভাৰ গ্ৰহণ কৰা সিদ্ধান্তৰ বিৰোধিতা কৰি সভাই তলৰ প্ৰস্তাৱ দুটি গ্ৰহণ কৰে —

(ক) অসমৰ বিশ্ববিদ্যালয়ৰ মাধ্যম সম্পৰ্কে বাতৰি কাকতত প্ৰকাশ পোৱা বিধান সভাই গ্ৰহণ কৰা প্ৰস্তাৱ কেন্দ্ৰীয় চৰকাৰৰ আঞ্চলিক ভাষা সম্পৰ্কীয় ঘোষিত ভাষা-নীতিৰ পৰিপন্থী আৰু অসমৰ ঐক্য, সংহতি, তথা ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত বিশেষভাৱে ক্ষতিকাৰক বুলি অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সভাই অভিমত প্ৰকাশ কৰে। বিধান সভাৰ প্ৰস্তাৱে আঞ্চলিক ভাষা শিক্ষাৰ মাধ্যম হ'ব লাগে বুলি ৰাধাকৃষ্ণণ আৰু কোঠাৰী আয়োগে দিয়া অভিমত, উপাচাৰ্যসকলৰ শিক্ষামাধ্যমৰ

সিদ্ধান্ত আৰু ৰাজ্যিক শিক্ষামন্ত্ৰী সন্মিলনৰ মাধ্যম সম্পৰ্কে ব্যক্ত কৰা দৃষ্টি সম্পূৰ্ণৰূপে উলংঘা কৰিছে। ৰাজ্য পুনৰ্গঠন আয়োগে ভাষাৰ ভিত্তিত ৰাজ্য পুনৰ্গঠন কৰা মূল নীতিও এই প্ৰস্তাৱৰ দ্বাৰা একাষৰীয়া কৰি থোৱা হৈছে। ১৯৬০ চনৰ অসমৰ বিশেষ ৰাজনৈতিক আৰু ভৌগোলিক পটভূমিত ৰচিত অসম ৰাজ্যিক ভাষা আইনখন বৰ্তমান অসমৰ ৰাজনৈতিক আৰু ভৌগোলিক অৱস্থাত প্ৰযোজ্য নহয় বুলি সভাই মত প্ৰকাশ কৰে। গতিকে, এই ভাষা আইনখনক দোহাৰি অসম বিধান সভাই কাছাৰ জিলাৰ আঞ্চলিক ক্ষেত্ৰাধিকাৰ ৰাখি এটা সুকীয়া বিশ্ববিদ্যালয় স্থাপন কৰা নীতিৰ আজিৰ সভাই ঘোৰ বিৰোধিতা কৰে আৰু সেয়েহে সৰ্বসন্মতিক্ৰমে গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে মাধ্যম সম্পৰ্কে গ্ৰহণ কৰা প্ৰস্তাৱৰ প্ৰতি থকা সভাৰ অকুণ্ঠ সমৰ্থনৰ কথা পুনৰ দোহাৰে। আজিৰ সভাই অসমৰ বৃহত্তৰ স্বাৰ্থৰ পৰিপন্থী বিধান সভাৰ প্ৰস্তাৱ সাহিত্য সভা তথা ৰাইজৰ কোনোপধ্যে গ্ৰহণযোগ্য নহয় বুলি সুস্পষ্ট মত প্ৰকাশ কৰে।

(ক) অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ আজিৰ সভাই ১৯৭৩ চনৰ পৰাই মাধ্যমিক স্তৰত অসমৰ অনাঅসমীয়া ছাত্ৰ-ছাত্ৰীসকলক বাধ্যতামূলকভাৱে অসমীয়া ভাষা শিক্ষা দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ অসম চৰকাৰক টানি অনুৰোধ জনায়।

২৪ অক্টোবৰ, ১৯৭২ তাৰিখৰ কাৰ্যনিৰ্বাহক সমিতিৰ সিদ্ধান্ত —

মাধ্যম সম্পৰ্কে ২৩ ছেপ্টেম্বৰ তাৰিখে অসম বিধান সভাই গ্ৰহণ কৰা প্ৰস্তাৱটো অসমৰ ছাত্ৰ আৰু জনসাধাৰণৰ গ্ৰহণীয় নহয় বুলি চৰকাৰে স্বীকাৰ কৰিছে। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে শেহতীয়াকৈ গ্ৰহণ কৰা প্ৰস্তাৱকে অসমৰ ৰাইজে মানি লৈছে। ২৫ ছেপ্তেম্বৰত অনুষ্ঠিত সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে মাধ্যম সম্পৰ্কে স্পষ্ট নীতি গ্ৰহণ কৰি ৰাইজৰ আগত ইতিমধ্যে দাঙি ধৰিছে। এনে অৱস্থাত মুখ্যমন্ত্ৰীয়ে প্ৰস্তাৱ কৰা ঘূৰণীয়া মেজ মেলৰ আৱশ্যকতা সভাই অনুভৱ নকৰে। বৰং এনে মেলৰ পৰা সমস্যাটো জটিলতৰ হৈ পৰিব পাৰে বুলি সভাই আশংকা কৰে। সমিতিয়ে দোহাৰে যে অসম বিধান সভাত ২৩ ছেপ্টেম্বৰৰ প্ৰস্তাৱ অতি সোনকালে পুনৰ্বিবেচনা কৰি বিশ্ববিদ্যালয় দুটাৰ সিদ্ধান্তকে সমৰ্থন কৰি মাধ্যম সম্পৰ্কে উদ্ভৱ হোৱা সমস্যাৰ সমাধান কৰাই একান্ত বাঞ্ছনীয়।

ডুখৰীয়া খবৰেৰে চৰকাৰৰ "On University Medium ; Some Collections" পুস্তিকাই অসম সাহিত্য সভাৰ অভিমত সম্পৰ্কে যি বিভ্ৰম সৃষ্টি কৰিব পাৰে, সি ওপৰৰ কথাখিনিৰ পৰা আঁতৰি যাব বুলি আশা কৰিলোঁ। চৰকাৰকো জনাওঁ, মুকলি সভাৰ সিদ্ধান্ত, কাৰ্যনিৰ্বাহকৰ প্ৰস্তাৱ আৰু বিশেষতে সভাৰ মত বুলি বুজে। মুঠ কথা, গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ সিদ্ধান্তকে অসম চৰকাৰে গ্ৰহণ কৰি উচ্চশিক্ষাৰ



ক্ষেত্ৰত সৰ্বভাৰতীয় নীতিৰ প্ৰতি আনুগত্য প্ৰদৰ্শন কৰিলে দেশত সুশিক্ষা আৰু শান্তি একেলগে বিৰাজ কৰিব।

## উপ-সভাপতিসকল (১৯৫৩-১৯৭৬)

মিত্ৰদেৱ মহন্ত, ১৯৫৩
অতুলচন্দ্ৰ হাজৰিকা, ১৯৫৭, ১৯৫৮
বিনন্দচন্দ্ৰ বৰুৱা, ১৯৫৯-৬১, ১৯৬৫
পৰাগধৰ চলিহা, ১৯৬২-৬৪, ১৯৬৬, ১৯৭১
মহেশ্বৰ নেওগ, ১৯৬৭-৬৮, ১৯৭২
হৰেশ্বৰ গোস্বামী, ১৯৭৩
যতীন্দ্ৰনাথ গোস্বামী, ১৯৭৪
তৰুণ চন্দ্ৰ পামেগাম, ১৯৭৫
হিতেশ ডেকা, ১৯৭৬

## প্ৰধান সম্পাদকসকল (১৯৫৩-৭৬)

অতুল চন্দ্ৰ হাজৰিকা, ১৯৫৩-১৯৫৫
পৰাগধৰ চলিহা, ১৯৫৬-৫৭
বিনন্দচন্দ্ৰ বৰুৱা, ১৯৫৮
যতীন্দ্ৰনাথ গোস্বামী, ১৯৫৯
মহেশ্বৰ নেওগ, ১৯৬০-৬৪
হৰিপ্ৰসাদ নেওগ, ১৯৬৫-১৯৬৮
আব্দুল মালিক, ১৯৬৯
যতীন্দ্ৰনাথ গোস্বামী, ১৯৭০-১৯৭২
নগেন শইকীয়া, ১৯৭৩-৭৫
হেমন্তকুমাৰ শৰ্মা, ১৯৭৬

## সহকাৰী সম্পাদকসকল (১৯৫৩-১৯৭৬)

যতীন্দ্ৰনাথ গোস্বামী আৰু হৰিচন্দ্ৰ ভট্টাচাৰ্য, ১৯৫৩
যতীন্দ্ৰনাথ গোস্বামী আৰু কৰুণাধৰ বৰুৱা, ১৯৫৪
যতীন্দ্ৰনাথ গোস্বামী, ১৯৫৫-৫৮
হৰিপ্ৰসাদ নেওগ, ১৯৫৯-৬৩

হৰিপ্ৰসাদ নেওগ আৰু হেমন্ত কুমাৰ শৰ্মা, ১৯৬৪
ৰমা বৰঠাকুৰ আৰু দুৰ্গেশ্বৰ শৰ্মা, ১৯৬৫
নগেন শইকীয়া আৰু নন্দ তালুকদাৰ, ১৯৬৬-১৯৬৯
ডিম্বেশ্বৰ শৰ্মা আৰু ভগগিৰি ৰায়চৌধুৰী, ১৯৭০-৭১
ডিম্বেশ্বৰ শৰ্মা আৰু প্ৰসন্নৰাম দাস, ১৯৭২
অমল ৰাজখোৱা আৰু গোবিন্দ মহন্ত, ১৯৭৩-১৯৭৪
বসন্তকুমাৰ গোস্বামী আৰু প্ৰসন্নৰাম দাস (ৰামচৰণ ঠাকুৰীয়া)

## পত্ৰিকাৰ সম্পাদকসকল

| | | |
|---|---|---|
| ৰজনীকান্ত দেৱশৰ্মা | — | ত্ৰয়োদশ, পঞ্চদশ বৰ্ষ |
| প্ৰেমধৰ ৰাজখোৱা | — | চতুৰ্দশ |
| সতেন্দ্ৰনাথ শৰ্মা | — | ষোড়শ, সপ্তদশ, অষ্টাদশ |
| যতীন্দ্ৰনাথ গোস্বামী | — | বিংশ, একবিংশ |
| বিশ্বনাৰায়ণ শাস্ত্ৰী | — | একবিংশ (তৃতীয় সংখ্যা), দ্বাবিংশ |
| যোগেশ দাস | — | ত্ৰয়বিংশ |
| সত্যেন্দ্ৰনাৰায়ণ গোস্বামী | — | পঞ্চবিংশ |
| দুৰ্গেশ্বৰ শৰ্মা | — | ষড়বিংশ |
| হৰিচন্দ্ৰ ভট্টাচাৰ্য | — | সপ্তবিংশ (প্ৰথম সংখ্যা) |
| যতীন গোস্বামী | — | সপ্তবিংশ (২,৩), ঊনবিংশ (১) |
| আব্দুছ ছাত্তাৰ | — | অষ্টাবিংশ (২,৩) |
| পৰেশমল্ল বৰুৱা | — | ঊনবিংশ (২,৩) |
| হেমন্ত কুমাৰ শৰ্মা | — | (মাহেকীয়া) ত্ৰিংশ বছৰ |
| মহেন্দ্ৰ বৰা | — | একেত্ৰিংশ বছৰ |
| যোগেন্দ্ৰ নাৰায়ণ ভূঞা | — | দ্বাত্ৰিংশ |

## ভাষাজ্ঞান পৰীক্ষা সংসদৰ সচিবসকল

আব্দুল মালিক
ৰমা বৰঠাকুৰ
অমল ৰাজখোৱা
প্ৰকাশ গোস্বামী
যতীন্দ্ৰনাথ গোস্বামী
নগেন শইকীয়া
বসন্তকুমাৰ গোস্বামী



## সভাৰ মুকলি অধিৱেশনৰ উদ্বোধকসকল (১৯৫৩-১৯৭৬)

বিষ্ণুৰাম মেধি, ১৯৫৩
নাৰায়ণ দেৱ মিশ্ৰ, ১৯৫৪
সীতানাথ ব্ৰহ্মচৌধুৰী, ১৯৫৬
মহেন্দ্ৰমোহন চৌধুৰী, ১৯৫৮
ৰত্নকান্ত বৰকাকতী, ১৯৫৯
ৰঘুনাথ চৌধাৰী, ১৯৬০
মহেন্দ্ৰমোহন চৌধুৰী, ১৯৬১
বাগ্মীবৰ নীলমণি ফুকন, ১৯৬৩
বিষ্ণু সহায়, ১৯৬৪
মহাদেৱ শৰ্মা, ১৯৬৫
বিজয়চন্দ্ৰ ভাগৱতী, ১৯৬৬
বিমলাপ্ৰসাদ চলিহা, ১৯৬৭
অতুল চন্দ্ৰ হাজৰিকা, ১৯৬৮
ব্ৰজকুমাৰ বৰুৱা, ১৯৬৯
দেৱকান্ত বৰুৱা, ১৯৭০
মহেন্দ্ৰমোহন চৌধুৰী, ১৯৭২
ত্ৰৈলোক্য নাথ গোস্বামী, ১৯৭৩
শৰৎচন্দ্ৰ সিংহ, ১৯৭৩
কালিন্দীচৰণ পাণিগ্ৰাহী, ১৯৭৪
কৃপাল সিং নাৰাং, ১৯৭৫
ফখৰুদ্দিন আলি আহমেদ, ১৯৭৬

## অভ্যৰ্থনা সমিতিৰ সভাপতিসকল (১৯৫৩- ১৯৭৬)

মতিৰাম বৰা, ১৯৫৩
ৰাধানাথ ফুকন, ১৯৫৪
হলীৰাম ডেকা, ১৯৫৫
প্ৰমথনাথ চক্ৰৱৰ্তী, ১৯৫৬
সোমেশ্বৰ বৰুৱা, ১৯৫৮
মহীচন্দ্ৰ বৰা, ১৯৫৯
অৰলাকান্ত গোস্বামী, ১৯৬০
খখেন্দ্ৰনাথ নাথ, ১৯৬১
বৈদ্যনাথ বৰঠাকুৰ, ১৯৬৩
প্ৰফুল্লচন্দ্ৰ বৰুৱা, ১৯৬৪
ত্ৰৈলোক্যনাথ গোস্বামী, ১৯৬৫
যোগানন্দ বৰগোহাঞি, ১৯৬৬
লক্ষ্মীপ্ৰসাদ দত্ত, ১৯৬৭
কমলাপ্ৰসাদ আগৰৱালা, ১৯৬৮
মহেন্দ্ৰমোহন চৌধুৰী, ১৯৬৯
চন্দ্ৰকান্ত বৰকাকতী, ১৯৭০
ৰমেশচন্দ্ৰ বৰুৱা, ১৯৭১
দীনেশৰঞ্জন সৰকাৰ, ১৯৭২
প্ৰাণেশ্বৰ শৰ্মা, ১৯৭৩
বাহাদুৰ বসুমতাৰী, ১৯৭৪
চক্ৰেশ্বৰ শইকীয়া, ১৯৭৫
ভূমিধৰ বৰ্মণ, ১৯৭৬

## বুৰঞ্জী সন্মিলনৰ সভাপতিসকল (১৯৫৩-১৯৭৬)

বেণুধৰ শৰ্মা, ১৯৫৩
সুৰেশ চন্দ্ৰ ৰাজখোৱা, ১৯৫৪
বিৰিঞ্চিকুমাৰ বৰুৱা, ১৯৫৫
ৰূপনাথ ব্ৰহ্ম, ১৯৫৫
ৰাজমোহন নাথ, ১৯৫৮
পদ্মেশ্বৰ গগৈ, ১৯৫৯
প্ৰেমধৰ চৌধুৰী, ১৯৬১
প্ৰতাপচন্দ্ৰ চৌধুৰী, ১৯৬২

সৰ্বেশ্বৰ বৰুৱা, ১৯৬৪
করুণানন্দ দত্ত, ১৯৬৬
কেশৱ নাৰায়ণ দত্ত, ১৯৬৭
গুণগোবিন্দ দত্ত, ১৯৬৮
লক্ষ্মীপ্রসাদ দত্ত, ১৯৬৯
ভুবনচন্দ্ৰ সন্দিকৈ, ১৯৭০
হেৰম্বকান্ত বৰপূজাৰী, ১৯৭২
মুৰাৰিচৰণ দাস, ১৯৭৩
সদানন্দ চলিহা, ১৯৭৪

## কবি সন্মিলনৰ সভাপতিসকল (১৯৫৩-১৯৭৬)

আনন্দচন্দ্ৰ বৰুৱা, ১৯৫৫
যজ্ঞেশ্বৰ শৰ্মা, ১৯৫৯
নলিনীবালা দেৱী, ১৯৬০
ডিম্বেশ্বৰ নেওগ, ১৯৬২
দৈৱচন্দ্ৰ তালুকদাৰ, ১৯৬৫
আনন্দচন্দ্ৰ বৰুৱা, ১৯৬৬
প্রসন্নলাল চৌধুৰী, ১৯৬৭
নলিনীবালা দেৱী, ১৯৬৯
নৰকান্ত বৰুৱা, ১৯৭০
কমলেশ্বৰ চলিহা, ১৯৭১
বৈকুণ্ঠনাথ তৰ্কতীৰ্থ, ১৯৭২
অম্বেশ্বৰ চেতিয়াফুকন, ১৯৭৩
ভৱানন্দ ৰাজখোৱা, ১৯৭৪
কেশৱ মহন্ত, ১৯৭৫
নিৰ্মলপ্ৰভা বৰদলৈ, ১৯৭৬

## বিজ্ঞান সন্মিলন (১৯৫৩-১৯৭৬)

বি.এন. পিউ, ১৯৫৩
হিৰণ্য চন্দ্ৰ ভূঞা, ১৯৫৪
ৰোহিনীকান্ত বৰুৱা, ১৯৫৫
হৰিপ্রসাদ বৰুৱা, ১৯৫৮
পৱনচন্দ্ৰ মহন্ত, ১৯৫৯
কালীনাথ শৰ্মা, ১৯৬৭

## সংগীত সন্মিলনৰ সভাপতিসকল (১৯৫৩-১৯৭৬)

কুলধৰ চলিহা, ১৯৫৩
মিত্রদেৱ মহন্ত, ১৯৫৫
প্রফুল্লচন্দ্ৰ বৰুৱা, ১৯৫৬
বিষ্ণুপ্রসাদ ৰাভা, ১৯৫৬
পদ্মধৰ চলিহা, ১৯৫৯
মানগোবিন্দ চক্ৰৱৰ্তী, ১৯৬০
পাৰ্বতিপ্ৰসাদ বৰুৱা, ১৯৬১
ভূপেন হাজৰিকা, ১৯৬৩
শান্তিদেৱ ঘোষ, ১৯৬৪
মুক্তিনাথ শৰ্মা বৰদলৈ, ১৯৬৫
পৰাগধৰ চলিহা, ১৯৬৬
জীৱেশ্বৰ গোস্বামী, ১৯৬৭
প্রফুল্লচন্দ্ৰ বৰুৱা, ১৯৬৮
গগণচন্দ্ৰ গোস্বামী, ১৯৬৯
ফণী শৰ্মা, ১৯৭০
কমলনাৰায়ণ চৌধুৰী, ১৯৭১
অন্নদাচৰণ দাস, ১৯৭২
গজেন বৰুৱা, ১৯৭৩
নাৰায়ণ চন্দ্ৰ বেজবৰুৱা, ১৯৭৪
সদ্যপ্রসাদ বৰুৱা, ১৯৭৫
সাৰদাকান্ত বৰদলৈ, ১৯৭৬



## সংবাদ সাহিত্য সভাৰ সপভাপতি

বেণুধৰ শৰ্মা, ১৯৬৭

## প্রদর্শনী উদ্বোধক (১৯৫৩-১৯৭৬)

জয়ৰামদাস দৌৰতৰাম, ১৯৫৩
মহাদেৱ শৰ্মা, ১৯৫৪
অমিয়াকুমাৰ দাস, ১৯৫৫
হৰিপ্রসাদ গোৰ্খাৰায়, ১৯৫৬
দেৱেশ্বৰ শৰ্মা, ১৯৫৮
সূৰ্যকুমাৰ ভূঞা, ১৯৫৯
বাগ্মীবৰ নীলমণি ফুকন, ১৯৬০
ৰূপনাথ ব্ৰহ্ম, ১৯৬১
বিমলাপ্রসাদ চলিহা, ১৯৬৩
গোবিন্দচন্দ্ৰ পৈৰা, ১৯৬৪
প্রমথনাথ চক্ৰৱৰ্তী, ১৯৬৫
অমিয় কুমাৰ দাস, ১৯৬৬
বিষ্ণুৰাম মেধি, ১৯৬৭
হেম বৰুৱা, ১৯৬৮
মথুৰানাথ গোস্বামী, ১৯৬৯
সত্যৰঞ্জন বৰুৱা, ১৯৭০
বাগ্মীবৰ নীলমণি ফুকন, ১৯৭১
যুগল দাস, ১৯৭২
হৰেন্দ্ৰনাথ তালুকদাৰ, ১৯৭৩
হৰেন্দ্ৰনাথ তালুকদাৰ, ১৯৭৫
বিনন্দচন্দ্ৰ বৰুৱা, ১৯৭৬

## আলোচনা-চক্রৰ সভাপতিসকল (১৯৫৩-৭৬)

হলিৰাম ডেকা, ১৯৫৮
মহেশ্বৰ নেওগ, ১৯৫৯
তীৰ্থনাথ শৰ্মা, ১৯৬০
ইন্দিৰা মিৰি, ১৯৬৩
দেৱকান্ত বৰুৱা, ১৯৬৪
হেম বৰুৱা, ১৯৬৫
ত্ৰৈলোক্যনাথ গোস্বামী, ১৯৬৬
মহেশ্বৰ নেওগ, ১৯৬৭
যোগীৰাজ বসু, ১৯৬৮
মহেন্দ্ৰ বৰা, ১৯৬৯
বিপিনকুমাৰ বৰগোহাঁই, ১৯৭০
প্রমোদচন্দ্ৰ ভট্টাচাৰ্য, ১৯৭১
খনীন্দ্রচন্দ্ৰ বৰুৱা, ১৯৭২
ছগনলাল জৈন, ১৯৭৩
উপেন্দ্ৰনাথ গোস্বামী, ১৯৭৪
বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, ১৯৭৫
চৈয়দ আব্দুল মালিক, ১৯৭৬

## ন্যাস পুঁজি আৰু বঁটা পুঁজি (১৯৫৩-১৯৭৬)

উগ্ৰতৰা ন্যাস পুঁজি
গোপালচন্দ্ৰ গোস্বামী বঁটা পুঁজি
ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা পুঁজি
প্রেমধৰ দত্ত সোঁৱৰণী বঁটা পুঁজি

বনমালী শইকীয়া বঁটা পুঁজি
মোহনচন্দ্ৰ শৰ্মা পুঁজি
শৰৎচন্দ্ৰ গোস্বামী বঁটা
হৰিপ্ৰসাদ নেওগ সোঁৱৰণী মুদ্ৰণ আৰু অলংকৰণ বঁটা
হৰিহৰ চৌধুৰী বঁটা পুঁজি
চন্দ্ৰকান্ত সন্দিকৈ ভৱন অগ্নিবীমা পুঁজি
ৰাধাকান্ত সন্দিকৈ সামাজিক সমাৰোহ পুঁজি
বিষ্ণুৰাম মেধি ন্যাস পুঁজি।
সভাৰ ন্যাস পুঁজি আৰু বঁটা পুঁজি পুস্তিকাত লিপিৱদ্ধ হৈ থকাত এই বিষয়ে বিস্তৃত পৰিচয় দিয়া নহ'ল।

## স্মাৰক বক্তৃতা (১৯৫৩-১৯৭৬)

আনন্দৰাম বৰুৱা স্মাৰক বক্তৃতা, ১৯৭৫, ২৭ আৰু ২৮ অক্টোবৰ।
বক্তা — বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ ড° ঠাকুৰ প্ৰসাদ বাৰ্মা
প্ৰকাশিত গ্ৰন্থ — Developmient of Script in Ancient Kamarupa.
কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ স্মাৰক বক্তৃতা, ১৯৭৫, ২৪ ডিচেম্বৰ
বক্তা — বিজয় চন্দ্ৰ ভাগৱতী
প্ৰকাশিত গ্ৰন্থ — ভাৰতৰ স্বাধীনতা আন্দোলনৰ ৰূপৰেখা।

## লেখক-শিৱিৰ

অসম সাহিত্য সভাত লেখক-লেখিকাৰ ঘাই উদখাত ড° নগেন শইকীয়া। তেখেতৰ প্ৰধান সম্পাদকৰ কাৰ্যকালতে প্ৰথম লেখক-শিৱিৰ অনুষ্ঠিত হয়। ড° নগেন শইকীয়াৰ ভাষাত —

"লেখক-শিৱিৰ কি আৰু কিয়, এই সম্পৰ্কে বহুতৰে মনত প্ৰশ্ন উঠিছে। আমাৰ ৰাজ্যত যিহেতু এই বিষয়টো একেবাৰে নতুন সেইবাবে প্ৰশ্ন উঠাটো স্বাভাৱিক। পৃথিৱীৰ অন্যান্য উন্নত দেশত লেখক-শিৱিৰৰ সঘন আয়োজন কৰা হয় যাতে সমকালীন ভাষা-সাহিত্যৰ বিভিন্ন সমস্যাৱলী সম্পৰ্কে অন্তৰংগ চিন্তা-চৰ্চা কৰিব পাৰি — দেশৰ সাহিত্যৰ ভৱিষ্যতৰ দিক্‌নিৰ্ণয় কৰিব পাৰি। এইটোও স্বীকাৰ্য — লেখকসকলক ৰচনাৰ বাবে দিক্‌নিৰ্ণয় কৰি দিয়া কাৰো পক্ষেই সম্ভৱ নহয়।

আজি প্ৰায় এযুগৰো ওপৰ হ'ল অসমীয়া আলোচনীৰ পাতত লেখক-শিৱিৰ সম্পৰ্কে প্ৰাথমিক চিন্তা প্ৰকাশিত হৈছিল। কিন্তু আয়োজনৰ প্ৰস্তুতিৰ বাবে কোনো আগবাঢ়ি অহা নাছিল। বহুতৰে মনত এই প্ৰশ্নৰো উদয় হৈছে — অসম সাহিত্য সভাৰ



অধিৱেশনৰ সময়তে এনে শিৱিৰ বা লেখক-সমাৰোহৰ আয়োজন কৰিব নোৱাৰিনে? সাহিত্য সভালৈ লেখকসকলৰ একাংশ যায়। বাকীসকলকো তালৈকে মাতি নিব পাৰিলে শিৱিৰ আয়োজনৰ খৰচৰ পৰা দেখোন হাত সাৰিব পাৰি। দেখাত কথাটো হয়, কিন্তু তেনে হৈ উঠাৰ সম্ভাৱনা সদ্যহতে দেখা নাই; কাৰণ (১) সাহিত্য সভাৰ অধিৱেশনত সাহিত্যিকৰসকলতকৈ ভাষা-সাহিত্যপ্ৰেমী লোকৰ সমাগমেই হয় আটাইতকৈ বেছি। (২) অধিৱেশনৰ উছৱমুখৰ পৰিৱেশত 'ছিৰিয়াছ' আৰু অন্তৰংগ চিন্তা-চৰ্চাৰ অৱকাশ প্ৰায় নাই। (৩) সৃষ্টিশীল লেখকসকলৰ বহুতেই ৰাজহুৱা আত্মপ্ৰকাশ কৰা বা ভাষণ দিয়াৰ পক্ষপাতী নহয়। (৪) অধিৱেশনৰ প্ৰস্তুতি আৰু লেখক-শিৱিৰৰ প্ৰস্তুতি একেলগে কৰাও বৰ জটিল। গতিকে লেখকসকলক বেলেগে একত্ৰিত কৰিব লাগিব আৰু যিসকলক নিজৰ ৰচনাৰ অন্তৰালৰ ইতিহাস ব্যক্ত কৰিব পৰাকৈ এটি শান্ত পৰিৱেশ দিব পাৰিব লাগিব। অসমত প্ৰথমবাৰৰ বাবে অসম সাহিত্য সভাৰ উদ্যোগত সাদিনীয়াকৈ লেখক-শিৱিৰৰ আয়োজন কৰা হৈছে। ব্যক্তিগতভাৱে মই ১৯৬৮ চনতেই এটি প্ৰস্তাৱ সভাত দাঙি ধৰিছিলোঁ; কিন্তু সেই বছৰ ৰাজ্যৰ বাহিৰে-ভিতৰে হোৱা বেজবৰুৱা জন্ম-শতবাৰ্ষিকী উছৱৰ পয়োভৰত আৰু পিছৰ বছৰ অৰ্থাভাৱত এই বিষয়ে চিন্তা কৰিব পৰা নহৈছিল।

"১৯৭০ চনত পুনৰ এটি প্ৰস্তাৱ মই আগবঢ়াইছিলোঁ। কিন্তু তেতিয়াও সেই প্ৰস্তাৱ কাৰ্যকৰী কৰা সম্ভৱ হৈ নুঠিল। ১৯৭২ চনৰ ফেব্ৰুৱাৰি মাহত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰাৰ পিছত সভাত প্ৰস্তাৱটি দাঙি ধৰাত কাৰ্যনিৰ্বাহক সমিতিয়ে প্ৰস্তাৱটি গ্ৰহণ কৰে। এই প্ৰস্তাৱটি দিয়াৰ আন কেইটিমান কাৰণো আছিল। (১) অসমত এতিয়া ভাষিক বিচ্ছিন্নতাবাদ গঢ়ি তুলিবৰ বাবে ন্যস্ত স্বাৰ্থই বিভিন্ন প্ৰকাৰে চেষ্টা কৰি আহিছে আৰু উত্তৰ-পূব ভাৰতৰ বৈচিত্ৰ্যপূৰ্ণ জনগোষ্ঠীৰ সংহতিৰ ঘাই সূত্ৰডাল ছিঙিবলৈ অহোপুৰুষাৰ্থ কৰিছে। আমি একেলগ হৈ আমাৰ ভাষিক সাংস্কৃতিক সমস্যাসমূহ বিচাৰ-বিশ্লেষণ কৰাৰ আৰু সমাধানৰ উপায় উলিওৱাটো সেইবাবে হৈ পৰিছে অত্যাৱশ্যকীয়। (২) অসম সাহিত্য সভাক বহুতেই সাহিত্যিকহীন সাহিত্য সভা বুলি অভিযুক্ত নকৰাকৈ থকা নাই। সভাই যেতিয়ালৈকে সাহিত্যিকসকলে অনুভৱ কৰা সমস্যা আৰু সাহিত্যিকৰ সমস্যাত গুৰুত্ব আৰোপ নকৰিব, সেই পৰ্যন্ত সভাৰ লগত সৃষ্টিক্ষম লেখকসকলে প্ৰাণৰ সম্পৰ্কও বিচাৰি নাপায়। গতিকে আমাৰ বৰ্তমানৰ সাহিত্যৰ আৰু সাহিত্যিকৰ সমস্যাৱলী সম্পৰ্কে আলোচনা কৰিবলৈ লেখকসকলক একত্ৰিত কৰিবই লাগিব। (৩) অসমীয়া আধুনিক সাহিত্যই যোৱা পঁচিছ বছৰত যথেষ্ট ব্যাপ্তি লাভ কৰিছে, কিন্তু এই সময়ছোৱাৰ সাহিত্যৰ বিষয়ে এতিয়াও প্ৰামাণ্য গ্ৰন্থ এখনি লিখা হোৱা নাই। আমি যদি এই সময়ছোৱাৰ লেখকসকলক নিয়ন্ত্ৰণ কৰি আমি সিসকলৰ ৰচনা, ইতিহাস, ভাব, বিষয়,

ৰীতি আদি সম্পৰ্কে সিসকলৰ মুখৰ পৰাই জানিব পাৰোঁ, তেনেহ'লে সেইখিনি কথা আমাৰ সাহিত্যৰ ইতিহাস ৰচনাৰ বাবে হ'ব আটাইতকৈ নিৰ্ভৰযোগ্য আৰু প্ৰামাণ্য দলিল স্বৰূপ।"

## প্ৰথম লেখক-শিবিৰ

**২৬ ডিচেম্বৰৰ পৰা ১ জানুৱাৰি, ১৯৭৩**
**স্থান ঃ কটন কলেজ প্ৰেক্ষাগৃহ, গুৱাহাটী**

উদ্বোধনী অনুষ্ঠান ঃ

সভাপতি — অতুল চন্দ্ৰ হাজৰিকা
সম্পাদকীয় প্ৰতিবেদন — নগেন শইকীয়া (প্ৰধান সম্পাদক)
উদ্বোধন — শিক্ষামন্ত্ৰী হৰেন্দ্ৰনাথ তালুকদাৰ
মুখ্য অতিথি — ত্ৰৈলোক্যনাথ গোস্বামী।

প্ৰথম বৈঠক —

সঞ্চালক — ড° মহেশ্বৰ নেওগ
বিষয় — অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা।
অংশ গ্ৰহণকাৰী — (১) তৰুণচন্দ্ৰ পামেগাম, ভৃগুমুণি কাগয়ুং, নাহেন্দ্ৰ পাদুন (মিচিং), (২) ৰাজেন ৰাভা, মণি ৰাভা (ৰাভা), (৩) ৰংবং তেৰাং (কাৰবি), (৪) ভৰেন নাৰ্জি, ৰামদাস বসুমতাৰী, প্ৰমোদচন্দ্ৰ ব্ৰহ্ম, বিহুৰাম বড়ো (বড়ো), (৫) পদ্ম পাটৰ, (তিৱা), (৬) প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য (থলুৱাভাষা)।

দ্বিতীয় বৈঠক —

সঞ্চালক — ড° মহেশ্বৰ নেওগ
বিষয় — যোৱা পঁচিছ বছৰৰ অসমীয়া কবিতা।
অংশগ্ৰহণকাৰী — নৱকান্ত বৰুৱা, হীৰেণ ভট্টাচাৰ্য, নিৰ্মলপ্ৰভা বৰদলৈ, পৰেশমল্ল বৰুৱা, লক্ষ্যহীৰা দাস, আনিছ উজ জামান, নাৰায়ণ বেজবৰুৱা, মহিম বৰা, চৈয়দ আব্দুল মালিক, প্ৰবীনা শইকীয়া, নলিনীধৰ ভট্টাচাৰ্য, হীৰেণ দত্ত।

তৃতীয় বৈঠক —

সঞ্চালক — ড° মহেশ্বৰ নেওগ
বিষয় — যোৱা পঁচিছ বছৰৰ অসমীয়া চুটি গল্প
অংশগ্ৰহণকাৰী — চৈয়দ আব্দুল মালিক, ভবেন্দ্ৰনাথ শইকীয়া, মহিম বৰা, সৌৰভকুমাৰ চলিহা, যোগেশ দাস, লক্ষ্মীনন্দন বৰা, প্ৰণৱজ্যোতি ডেকা, মহেন্দ্ৰ বৰঠাকুৰ, অৰুণ গোস্বামী, পোলেন বৰকটকী, কুমুদ গোস্বামী, নগেন শইকীয়া, মুনীন বৰকটকী।



চতুৰ্থ বৈঠক -

সঞ্চালক — ড° মহেশ্বৰ নেওগ
বিষয় — যোৱা পঁচিছ বছৰৰ অসমীয়া উপন্যাস
অংশগ্ৰহণকাৰী — চৈয়দ আব্দুল মালিক, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, যোগেশ দাস, নৱকান্ত বৰুৱা, লক্ষ্মীনন্দন বৰা, হিতেশ ডেকা, চন্দ্ৰপ্ৰসাদ শইকীয়া, মহেন্দ্ৰ বৰঠাকুৰ, নবীন বৰুৱা, সত্যেন্দ্ৰনাথ শৰ্মা।

পঞ্চম বৈঠক -

সঞ্চালক — ড° মহেশ্বৰ নেওগ
বিষয় — যোৱা পঁচিছ বছৰৰ অসমীয়া নাটক।
অংশগ্ৰহণকাৰী — সত্যপ্ৰসাদ বৰুৱা, ফণী তালুকদাৰ, অৰুণ শৰ্মা, ৰত্ন ওজা, উত্তম বৰুৱা, প্ৰফুল্ল বৰা, অতুল বৰদলৈ, দুলাল ৰয়, শৈলেন ভঁৰালী।

ষষ্ঠ বৈঠক -

সঞ্চালক — ড° মহেশ্বৰ নেওগ
বিষয় — (ক) সমলোচকৰ দায়িত্ব আৰু কৰ্তব্য
(খ) সাহিত্য সৃষ্টি আৰু ৰাষ্ট্ৰীয় পৃষ্ঠপোষকতা
অংশগ্ৰহণকাৰী — (ক) মুনীন বৰকটকী, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, যতীন্দ্ৰনাথ গোস্বামী, অতুল চন্দ্ৰ বৰুৱা, প্ৰফুল্ল কটকী, হেমন্তকুমাৰ শৰ্মা।
(খ) চন্দ্ৰপ্ৰসাদ শইকীয়া, বিশ্বনাৰায়ণ শাস্ত্ৰী।

সামৰণি অনুষ্ঠান -

সভাপতি — গিৰিধৰ শৰ্মা,
সঞ্চালক — ড° মহেশ্বৰ নেওগ,
নলিনীবালা দেৱী (স্মৃতিগ্ৰন্থ উন্মোচক)
যতীন গোস্বামী (স্মৃতিগ্ৰন্থ সম্পাদক),
মুখ্য অতিথি — শৰৎ চন্দ্ৰ সিংহ।

## দ্বিতীয় লেখক শিবিৰ

**৬ নৱেম্বৰ — ৯ নৱেম্বৰ, ১৯৭৪**
**স্থান - কটন কলেজ নৱকলা ভৱন**

সঞ্চালক — ড° মহেশ্বৰ নেওগ
বিষয় — (১) অসমৰ জনজাতীয় ভাষাৰ বাবে উপযোগী লিপি ৰোমান নে অসমীয়া।
(২) অসমীয়া লিপিৰ সৰলীকৰণ
(৩) অসমীয়া আৰু বড়ো ভাষাৰ সাদৃশ্য

## উদ্বোধনী অনুষ্ঠান

সভাপতি — ড° মহেশ্বৰ নেওগ
উদ্বোধক — অতুল চন্দ্ৰ হাজৰিকা
প্ৰধান সম্পাদকৰ প্ৰতিবেদন — নগেন শইকীয়া
বিশিষ্ট অতিথি — উত্তমচন্দ্ৰ ব্ৰহ্ম, সমাজ কল্যাণ বিভাগৰ মন্ত্ৰী

## আলচ আৰু আলোচক

১) অসমৰ জনজাতীয় ভাষাৰ লিপি — মহেন্দ্ৰ বৰা
২) অসমৰ থলুৱা ভাষাগোষ্ঠীৰ বাবে উপযোগী লিপি ৰোমান নে অসমীয়া — উপেন্দ্ৰনাথ গোস্বামী
৩) বড়ো পণ্ডিতসকললৈ এটি অনুৰোধ — মেদিনী চৌধুৰী
৪) অসমৰ বৰ্তমান সামাজিক আৰু জনজাতীয় পটভূমিত লিপি সমস্যা — প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য।
৫) বড়ো ভাষা আৰু অসমীয়া লিপি — গোলোকচন্দ্ৰ গোস্বামী
৬) অসমীয়া লিপিৰ সৰলীকৰণ — মহেন্দ্ৰ বৰা
৭) Script for the Tribal Language of Assam Dr. Maheswar Neog. আৰু গোলোকচন্দ্ৰ গোস্বামী, প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, ৰাজেন ৰাভা, নাহেন্দ্ৰ পাদুন, তৰুণ চন্দ্ৰ পামেগাম, ভৃগুমুণি কাগয়ুং, থানেশ্বৰ বড়ো, ইন্দ্ৰেশ্বৰ পেগু, প্ৰমোদচন্দ্ৰ ব্ৰহ্ম, দণ্ডেশ্বৰ গগৈ, বিভীষণ পেগু, চামচিং হাঞ্চে, নিৰুপমা হাগজেব, গগণচন্দ্ৰ সোণোৱাল, বলাইৰাম সেনাপতি, ৰামদাস বসুমতাৰী, টিকাৰাম উপাধ্যায়, সতীশচন্দ্ৰ মেছ, দধি মহন্ত, লোকনাথ ভঁৰালী, চৈয়দ আব্দুল মালিক, উপেন্দ্ৰনাথ গোস্বামী, কেশৱচন্দ্ৰ ৰায়, প্ৰণৱজ্যোতি ডেকা, হলিৰাম বসুমতাৰী, হিতেশ ডেকা, যোগেশ্বৰ বৰা, ফণীন্দ্ৰনাথ গোস্বামী, বিশ্বেশ্বৰ হাজৰিকা।

## সামৰণী অনুষ্ঠান

সভাপতি — ড° মহেশ্বৰ নেওগ
অতিথি — গৃহমন্ত্ৰী হিতেশ্বৰ শইকীয়া
বক্তা — চৈয়দ আব্দুল মালিক
শলাগ জ্ঞাপন — প্ৰধান সম্পাদক নগেন শইকীয়া।



## তৃতীয় লেখক-শিবিৰ

**২৫, ২৬ ডিচেম্বৰ, ১৯৭৫**

**স্থান - চন্দ্ৰকান্ত সন্দিকৈ ভৱন প্ৰাংগন, যোৰহাট**

১। বিষয় — অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব অধ্যয়ন
সঞ্চালক — প্ৰতাপচন্দ্ৰ চৌধুৰী
অংশগ্ৰহণকাৰী — ৰবীন্দ্ৰদেৱ চৌধুৰী, নিশিপদ চৌধুৰী, মোহিনী কুমাৰ শইকীয়া, ফণী গোস্বামী, আব্দুছ ছাত্তাৰ, নবীনচন্দ্ৰ গোস্বামী, নগেন শইকীয়া, মিত্ৰদেৱ মহন্ত, আনন্দ চন্দ্ৰ বৰুৱা, মহেশ্বৰ নেওগ, তীৰ্থনাথ শৰ্মা, তোলনচন্দ্ৰ শইকীয়া, বিজয় ভূষণ হাজৰিকা।

২। বিষয় — সাহিত্য আৰু সাহিত্য সমালোচনাৰ ধাৰা
সঞ্চালক — চৈয়দ আব্দুল মালিক
অংশগ্ৰহণকাৰী — গোবিন্দ প্ৰসাদ শৰ্মা, বীৰেন বৰকটকী, অতুলচন্দ্ৰ বৰুৱা, আব্দুছ ছাত্তাৰ, নিৰ্মলপ্ৰভা বৰদলৈ, ফণীন্দ্ৰনাথ গোস্বামী, তৰুণচন্দ্ৰ পামেগাম, ললিত বৰুৱা।

৩। বিষয় — লেখক আৰু প্ৰকাশকৰ সম্পৰ্ক আৰু চুক্তি
সঞ্চালক — বিপিন কুমাৰ বৰগোহাঁই
অংশগ্ৰহণকাৰী — নগেন শইকীয়া, আব্দুছ ছাত্তাৰ, কুমাৰ কিশোৰ, বীৰেন বৰকটকী, অতুল চন্দ্ৰ বৰুৱা, তৰুণ চন্দ্ৰ পামেগাম, ফণীন্দ্ৰনাথ গোস্বামী, নিৰ্মলপ্ৰভাৰ বৰদলৈ, চৈয়দ আব্দুল মালিক।

৪। বিষয় — অসমীয়া সংগীতৰ ধাৰা ঃ জ্যোতি সংগীত
সঞ্চালক — বীৰেন ফুকন
অংশগ্ৰহণকাৰী — নিৰ্মলপ্ৰভাৰ চক্ৰৱৰ্তী।

## সামৰণী অনুষ্ঠান

সভাপতি — সত্যেন্দ্ৰনাথ শৰ্মা

## চতুৰ্থ লেখক-শিবিৰ

**২৪ আৰু ২৫ ডিচেম্বৰ, ১৯৭৩**

**স্থান - জিলা পুথিভঁৰাল, তেজপুৰ**

**উদ্বোধনী অনুষ্ঠান -**

পতাকা উত্তোলন — যজ্ঞেশ্বৰ শৰ্মা
সভাপতি — যজ্ঞেশ্বৰ শৰ্মা

উদ্বোধক — মুখমন্ত্ৰী শৰৎচন্দ্ৰ সিংহ
আদৰণি — চন্দ্ৰধৰ গোস্বামী
সম্পাদকীয় প্ৰতিৱেদন — হেমন্তকুমাৰ শৰ্মা
মুখ্য অতিথি — ড° মহেশ্বৰ নেওগ

প্ৰথম বৈঠক -

বিষয় — সাম্প্ৰতিক অসমীয়া সাহিত্য ঃ ৰুচি, আদৰ্শ আৰু সামাজিক দায়িত্ব।
অংশগ্ৰহণকাৰী — নৱকান্ত বৰুৱা, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, ৰাম গোস্বামী, যতীন্দ্ৰনাথ গোস্বামী, নাহেন্দ্ৰ পাদুন, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, নিৰ্মলপ্ৰভা বৰদলৈ, নগেন শইকীয়া, গোবিন্দ প্ৰসাদ শৰ্মা, ৰজনীকান্ত দেৱশৰ্মা, অতুলচন্দ্ৰ বৰুৱা, বীৰেন্দ্ৰকুমাৰ দাস, মহেশচন্দ্ৰ দেৱগোস্বামী, দুৰ্গেশ্বৰ শৰ্মা, শুচিব্ৰতা ৰায়চৌধুৰী, আলিমুন্নিচা পিয়াৰা।

দ্বিতীয় বৈঠক -

বিষয় — অসমীয়া সংবাদপত্ৰ আৰু আলোচনীৰ সমস্যা আৰু মান
উদ্বোধন — শিক্ষামন্ত্ৰী হিতেশ্বৰ শইকীয়া
সঞ্চালক — ড° মহেশ্বৰ নেওগ
বিষয় উত্থাপক — মুনীন বৰকটকী
অংশগ্ৰহণকাৰী — (ক) যোগেশ দাস আৰু বীৰেন বৰকটকী -
বিষয় — বিষয়বস্তু নিৰ্বাচন ঃ লেখক আৰু পাঠক।

(খ) ৰাধিকামোহন ভাগৱতী
বিষয়বস্তু উত্থাপন ৰীতি।
(গ) ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী
বাতৰি কাকতৰ দৃষ্টিভংগী।
(ঘ) উপেন্দ্ৰনাথ গোস্বামী আৰু লীলা গগৈ
বিষয় — অসমীয়া আখৰ-জোঁটনি আৰু অভিধানিক ৰূপৰ বিপৰ্যয়।
(ঙ) আন আন অলোচক — প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, যতীন গোস্বামী, সত্যেন্দ্ৰনাথ গোস্বামী, লোকনাথ ভঁৰালী, সতীশ চৌধুৰী, নাৰায়ণ দাস, পদ্ম পাটৰ, দুৰ্গেশ্বৰ শৰ্মা, সত্যপ্ৰসাদ বৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈ, নগেন শইকীয়া, ৰজনীকান্ত দেৱশৰ্মা, যতীন্দ্ৰনাথ গোস্বামী।

## সামৰণি

সভাপতি — যজ্ঞেশ্বৰ শৰ্মা
বিশিষ্ট অতিথি — বিত্তমন্ত্ৰী বিজয়চন্দ্ৰ শৰ্মা



সম্বৰ্ধনা জ্ঞাপন — যজ্ঞেশ্বৰ শৰ্মা
শলাগ জ্ঞাপন — আদৰণী সমিতি - গহন চন্দ্ৰ গোস্বামী, চন্দ্ৰধৰ গোস্বামী, নবীন চন্দ্ৰ কাঠহাজৰিকা।
শলাগ জ্ঞাপন — সভাৰ হৈ - হেমন্ত কুমাৰ শৰ্মা
ৰাতি — 'দুঃশাসনৰ ৰক্তপান' ভাওনা
(লেখক - নবীনচন্দ্ৰ কাঠহাজৰিকা।)

## জিলা সাহিত্য পৰিষদ

সভাৰ সাংগঠনিক আৰু বিদ্যায়তনিক ভেঁটি সৱল কৰিবৰ কাৰণে জিলা সাহিত্য পৰিষদ গঠন হৈছিল যদিও আশানুৰূপ ফল পোৱা নহ'ল। প্ৰথম জিলা সাহিত্য পৰিষদ ডিব্ৰুগড়ত জন্ম হ'লেও বিভিন্ন জিলাত পৰৱৰ্তী কালত পৰিষদ গঠন হয়। কামৰূপ সাহিত্য পৰিষদ আৰু ডিব্ৰুগড় জিলা সাহিত্য পৰিষদ অধিক সক্ৰিয় হোৱা দেখা যায়। প্ৰথম অৱস্থাত জিলা সাহিত্য পৰিষদসমূহ নিয়মাৱলীৰ অন্তৰ্ভুক্ত হোৱা নাছিল যদিও পৰৱৰ্তী সময়ত নিয়মাৱলীৰ অন্তৰ্ভুক্ত হয়।

## অসম সাহিত্য সভা আৰু সাহিত্য অকাদেমি

কেন্দ্ৰীয় সাহিত্য একাডেমী, সংগীত-নাটক অকাদেমি, ললিত কলা অকাদেমি আৰু ৰাজ্যিক অসম অকাদেমিৰ লগত অসম সাহিত্য সভাৰ পোনপটীয়া সম্পৰ্ক একো নাই, তথাপি পৰস্পৰৰ মাজত সহঅৱস্থানমূলক প্ৰীতিৰ সম্পৰ্ক নথকা বুলি ক'ব নোৱাৰি।

সাহিত্য অকাদেমিৰ প্ৰতিষ্ঠা কালতে অসমতো ইয়াৰ শাখা স্থাপন কৰাৰ প্ৰশ্ন উঠিছিল আৰু অকাদেমিৰ অসমৰ উপদেষ্টা সমিতিত সেই বিষয়ে আলোচনাও হৈছিল। সেই সময়ত উপদেষ্টা সমিতিত কৃষ্ণকান্ত সন্দিকৈ, ড° বাণীকান্ত কাকতি, ড° সূৰ্যকুমাৰ ভূঞা প্ৰমুখ্যে সদস্যসকল আছিল। উপদেষ্টা সমিতিৰ সচিব ড° বিৰিঞ্চি কুমাৰ বৰুৱাই এই বিষয়ে মত বিচৰাত শ্ৰদ্ধেয় সন্দিকৈ ডাঙৰীয়াই ক'লে বোলে অসম সাহিত্য সভা থাকোঁতে ইয়াত আন এখন অসম সাহিত্য সভাৰ সমান্তৰাল অনুষ্ঠানৰ একো প্ৰয়োজন নাই। আমি সকলোৱে সেই কথাতে হয়ভৰ দিয়াত দিল্লীৰ পৰা অহা পৰামৰ্শ সিমানতে তল পৰিল।

তাৰ পিছতে অৱশ্যে ড° বিৰিঞ্চিকুমাৰ বৰুৱাই তেওঁৰ আগচোতালৰ লগৰীয়া জনচেৰেক বিশ্ববিদ্যালয়ৰ অধ্যাপক আৰু সাহিত্যিকক লৈ ৰাজ্যিক পৰ্যায়ৰ অসম অকাদেমি গঠন কৰিলে, চৰকাৰী অনুদান আনিলে, সুকীয়া মাটি-ঘৰ কৰিলে। এই অকাদেমিৰ কাৰ্যপৰিসৰ সীমিত আৰু গুৱাহাটীত আৱদ্ধ। আজিও ইয়াৰ জীৱন-বন্তি টিমিকঢামাককৈ জ্বলি আছে।

অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা যুগত সাহিত্যৰ লগত সংস্কৃতিৰ অতি ক্ষীণ সম্পৰ্কহে আছিল। বছৰেকীয়া অধিৱেশন উপলক্ষে স্থানীয়ভাৱে একোখন নাট্যাভিনয়ৰ দিহা কৰা হৈছিল আৰু অধিৱেশনৰ কাৰ্যসূচীৰ মাজে মাজে গীত দিয়া হৈছিল ইমানেই।

সঞ্জীৱনী যুগত সাহিত্যৰ লগত সংস্কৃতিয়ে ফেৰ পাতিলে। ইয়াৰ ভিতৰতে অৱশ্যে অসম সংগীত-নাটক অকাদেমিৰ সৃষ্টি হোৱাত সংস্কৃতিয়ে এখন সুকীয়া আহল-বহল অৱস্থানৰ ক্ষেত্ৰ লাভ কৰিছিল। এই অকাদেমিৰ প্ৰতিষ্ঠাত্ৰী বিজনীৰ ৰাণী সবিতা দেৱীৰ বিয়োগৰ পিছত সুদক্ষ পৰিচালকৰ অভাৱত অসম সংগীত-নাটক অকাদেমিৰ অপমৃত্যু ঘটিল আৰু তাৰ ফলত বিস্তাৰ যুগৰ সাহিত্য সভাৰ বছৰেকীয়া অধিৱেশবোৰত সংস্কৃতি-সমাৰোহ এৰিবও নোৱৰা ধৰিবও নোৱৰা ভালুকৰ সাঙীৰ দৰে হ'ল। কোনো কোনো সময়ত সংস্কৃতিয়ে সাহিত্যৰ উশাহ-নিশাহ ল'ব নোৱৰা অৱস্থা উদ্ভৱ কৰাও দেখা গৈছে। সহযোগী মনোভাৱেৰে সাহিত্যিক আৰু শিল্পীয়ে হাত ধৰাধৰি কৰি আগবাঢ়ি যোৱাটো আমি বাঞ্ছনীয় বুলি ভাবোঁ।*

## উপাধি

প্ৰথম খণ্ডত সভাই উপাধি প্ৰদান কৰিবলৈ লোৱা সিদ্ধান্তৰ কথা কোৱা হৈছে। ১৯৫৩ চনলৈকে এই সিদ্ধান্ত কাৰ্যকৰী হোৱা নাছিল। ১৯৫৩ চনৰ শ্বিলং অধিৱেশনত পুনৰ প্ৰস্তাৱ লোৱা হয়। সেই প্ৰস্তাৱ মৰ্মে, ধৰ্মেশ্বৰ দেৱী বৰুৱানীক 'কাব্য ভাৰতী' উপাধি সভাই প্ৰদান কৰে।

## সম্বৰ্ধনা (১৯৫৩-১৯৭৬)

ৰঘুনাথ চৌধাৰী (১৯৬১), প্ৰমথনাথ চক্ৰৱৰ্তী (১৯৬৬), দেৱানন্দ ভঁৰালী (১৯৬৬), মহাদেৱ শৰ্মা (১৯৬৬), শৈলধৰ ৰাজখোৱা (১৯৬৬), দীননাথ শৰ্মা, মহেন্দ্ৰনাথ ডেকাফুকন (১৯৭০), অমিয়কুমাৰ দাস (১৯৭২), চৈয়দ আব্দুল মালিক (১৯৭৩), লক্ষ্মীনাথ ফুকন, শ্ৰীৰামচন্দ্ৰ দাস, তপেশ্বৰ শৰ্মা (১৯৭৪), হৰিপ্ৰসাদ গোৰ্খাৰায় (১৯৭৫), তৰুণচন্দ্ৰ পামেগাম (১৯৭৫), নৱকান্ত বৰুৱা (১৯৭৫), অতুল চন্দ্ৰ বৰুৱা (১৯৭৫), গোবিন্দচন্দ্ৰ পৈৰা (১৯৭৫), মণি ৰাভা (১৯৭৫), সীতানাথ ব্ৰহ্মচৌধুৰী (১৯৭৫), দণ্ডীধৰ ফাটোৱালী (১৯৭৫), দীননাথ শৰ্মা (১৯৭৫), সুৰেন্দ্ৰ নাথ শইকীয়া (১৯৭৫), ৰাজেন বৰা (১৯৭৫), লংকাম টেৰন (১৯৭৫), ৰিপুনাথ বুঢ়াগোহাঁই (১৯৭৫), কালীদাস খাটনিয়াৰ (১৯৭৬), বাগ্মিবৰ নীলমণি ফুকন (১৯৭৬)।

* অসম সাহিত্য সভাৰ ৰূপলেখা।



এই সময়চোৱাত সম্বৰ্ধনা জ্ঞাপন সম্পৰ্কে সভাৰ নিয়মাৱলী কোনো উপবিধি নাছিল। গতিকে সম্বৰ্ধনা জ্ঞাপনত বিসংগতি থকাৰ লগতে সভাত সংবৰ্দ্ধিত ব্যক্তিৰ তালিকা ৰক্ষিত নোহোৱাৰ বাবে বেমেজালিৰ সৃষ্টি হৈছিল।

## ভাষা-জ্ঞান পৰীক্ষা

অনাঅসমীয়া ছাত্ৰ-ছাত্ৰীৰ বাবে অসমীয়া ভাষা শিক্ষাৰ উদ্দেশ্যে অসম সাহিত্য সভাৰ দ্বাৰা ১৯৬২ চনত এটি ভাষা-জ্ঞান পৰীক্ষা লোৱাৰ ব্যৱস্থা কৰা হয়। ১৯৬১ চনৰ ২৯ অক্টোবৰত গোৱালপাৰাত অনুষ্ঠিত অসম সাহিত্য সভাৰ বিংশ বছৰৰ কাৰ্যনিৰ্বাহক সমিতিৰ চতুৰ্থ বৈঠকত, অসমত অসমীয়া ভাষা ৰাজ্যভাষা হোৱাৰ পটভূমিত, অনাঅসমীয়া লোকসকলক অসমীয়া শিক্ষা সহজে আয়ত্ব কৰিব পৰাকৈ এটি পৰীক্ষা ব্যৱস্থা প্ৰৱৰ্তনৰ সিদ্ধান্ত গ্ৰহণ কৰে। সেই কাৰ্যনিৰ্বাহক সভাতে ভাষা-জ্ঞান পৰীক্ষাৰ নিয়মাৱলী আৰু পৰীক্ষা পৰিচালনাৰ বাবে এখনি পৰীক্ষা-সংসদ গঠনৰ নিয়মাৱলী প্ৰস্তুত কৰা হয়। পাঠ্যক্ৰম প্ৰস্তুত আৰু পৰীক্ষা পৰিচালনাৰ বাবে কাৰ্যনিৰ্বাহক সভাই তলত দিয়া সভ্যসকলেৰে এখনি পৰীক্ষা-সংসদ গঠন কৰি দিয়ে - ত্ৰৈলোকনাথ গোস্বামী (পদেন সভাপতি), ড° মহেশ্বৰ নেওগ (পদেন উপ-সভাপতি), চৈয়দ আব্দুল মালিক (সচিব), অতুলচন্দ্ৰ হাজৰিকা (কোষাধ্যক্ষ) আৰু আন সদস্যসকল হ'ল বিনন্দচন্দ্ৰ বৰুৱা, মহেশচন্দ্ৰ দেৱগোস্বামী আৰু ইন্দিৰা মিৰি। পৰীক্ষা-সংসদে প্ৰথমে যোৰহাট, গুৱাহাটী আৰু শিলচৰত একোটি পৰীক্ষাকেন্দ্ৰ স্থাপনৰ ব্যৱস্থা কৰে। প্ৰথম বছৰৰ পৰীক্ষাত যোৰহাটত এজনো পৰীক্ষাত নবহিল। গুৱাহাটীত এজন আৰু শিলচৰত আঠত্ৰিছজন পৰীক্ষাৰ্থীয়ে অসম সাহিত্য সভাৰদ্বাৰা পৰিচালিত প্ৰথমটো পৰীক্ষা অনুষ্ঠিত হ'ল। ঊনচল্লিছজন পৰীক্ষাৰ্থীৰ ভিতৰত ছজনেহে পৰীক্ষাত উত্তীৰ্ণ হ'ল। ১৯৬২ চনত কেৱল প্ৰাথমিক স্তৰতহে পৰীক্ষা গ্ৰহণ কৰা হৈছিল। ১৯৬৩ চনৰ পৰা প্ৰাথমিক আৰু মাধ্যমিক - এই দুটা স্তৰত পৰীক্ষা গ্ৰহণ কৰাৰ সিদ্ধান্ত লোৱা হয়। ১৯৬২ চটনৰ পৰা ১৯৬৬ চনলৈ এই দুয়োটা পৰীক্ষাত মুঠ ঊনষাঠিজন পৰীক্ষাৰ্থীৰ চবিবছজন উত্তীৰ্ণ হয়।

১৯৬৬ চনত পৰীক্ষাত নতুন পাঠ্যক্ৰম যুগুত কৰা হয় আৰু ১৯৭০ চন পৰ্যন্ত একেটা পাঠ্যক্ৰমেই অনুসৃত হয়। এই তিনিবছৰত বিভিন্ন কেন্দ্ৰত প্ৰাথমিকত দহজন আৰু মাধ্যমিকত তিনিজন পৰীক্ষাৰ্থী উত্তীৰ্ণ হয়। ১৯৭১ চনত ভাষা-জ্ঞান পৰীক্ষাৰ পাঠ্যক্ৰমৰ পুনৰ সংস্কাৰ সাধন কৰা হয়। এই বছৰতে পৰীক্ষাৰ্থীৰ সংখ্যা পূৰ্বৰ কেইবছৰৰ তুলনাত কিছু বৃদ্ধি হয়। প্ৰাথমিকৰ ৭৪ জন পৰীক্ষাৰ্থীৰ ভিতৰত ৬৫ জন আৰু মাধ্যমিকত ২১ জন পৰীক্ষাৰ্থীৰ ভিতৰত ১০ জন এই বছৰত উত্তীৰ্ণ হয়। ১৯৭২ চনৰ পৰা মাধ্যমিক স্তৰত পঞ্চাচ নম্বৰৰ এখনি মৌখিক কাকত অন্তৰ্ভুক্ত কৰা

হয়। ১৯৭২-৭৩ চনত পৰীক্ষাৰ্থীৰ সংখ্যা যথেষ্ট বৃদ্ধি হয়। প্ৰথম বছৰৰ তিনিটা কেন্দ্ৰৰ পৰাএই দুবছৰত পৰীক্ষাৰ কেন্দ্ৰ হয়গৈ সাতাইছটা। ১৬৩০ জন প্ৰাথমিকত আৰু ৪৮৭ জন মাধ্যমিক পৰীক্ষাৰ্থীৰ ৯২৮ জনে প্ৰাথমিক আৰু ২৮৯ জনে মাধ্যমিক পৰীক্ষাত উত্তীৰ্ণ হয়।

১৯৭৪ চনত অসমীয়া ভাষাজ্ঞান পৰীক্ষাৰ গাঁথনি, পাঠ্যক্ৰম আৰু নিয়মাৱলীৰ বহু সালসলনি হয়। অসমীয়া ভাষা অসমৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম হোৱাৰ পটভূমিত অনাঅসমীয়া ভাষা-ভাষীৰ মাজত অসমীয়া ভাষা শিক্ষাৰ প্ৰতি যথেষ্ট আগ্ৰহ পৰিলক্ষিত হয়। এই বছৰৰ পৰা পূৰ্বৰ দুটা স্তৰৰ পৰিৱৰ্তে চাৰিটা স্তৰত (প্ৰথামিক, মাধ্যমিক, প্ৰাকভাৰতী আৰু ভাৰতী) পৰীক্ষা গ্ৰহণৰ ব্যৱস্থা কৰা হয়। কাৰ্যনিৰ্বাহক সভাই সিদ্ধান্ত কৰে যে প্ৰাথমিক, মাধ্যমিক আৰু প্ৰাকভাৰতীয় পৰীক্ষাত উত্তীৰ্ণ পৰীক্ষাৰ্থীক প্ৰমাণ-পত্ৰ আৰু শেষ পৰীক্ষাত উত্তীৰ্ণ পৰীক্ষাৰ্থীক ভাৰতী উপাধি-পত্ৰ প্ৰদান কৰা হ'ব। এই বছৰ অৰ্থাৎ ১৯৭৪ চনত প্ৰাথমিক পৰীক্ষাত ১৫৬৫ চনৰ ভিতৰত ৫২৫ জন; মাধ্যমিকত ৮৭৭ জনৰ ভিতৰত ৩৩৮ জন আৰু প্ৰাগভাতীত ১০৯ জন পৰীক্ষাৰ্থীৰ ভিতৰত ৪৭ জন পৰীক্ষাৰ্থী উত্তীৰ্ণ হয়। ১৯৭৫ চনৰ পৰা সকলো পৰীক্ষাৰ্থীক মূল্যাংকন পত্ৰ দিয়াৰ ব্যৱস্থা কৰা হয় আৰু তাৰ বাবে পৰীক্ষা মাছুলৰ লগতে পৰীক্ষাৰ্থীৰ পৰা দুটকাকৈ মূল্যাংক-পত্ৰ মাছুল গ্ৰহণ কৰাৰ ব্যৱস্থা কৰা হয়। ১৯৭৫ আৰু ১৯৭৬ এই দুবছৰত প্ৰাথমিকত ১৮৬২ জন; প্ৰাগভাৰতীত ২৬৫ জনৰ ভিতৰত ৮৭ জন আৰু ভাৰতী পৰীক্ষাত ৪৫ জনৰ ভিতৰত ৯ জন উত্তীৰ্ণ হয়।

ভাষা-জ্ঞান পৰীক্ষাৰ মূল কাৰ্যবাহী বিষয়া পৰীক্ষা-সচিব। ১৯৬২ চনৰ পৰা ১৯৭৩ চনলৈকে কাৰ্যনিৰ্বাহক সভাৰদ্বাৰা মনোনীত একোজন ব্যক্তিয়েই পৰীক্ষা সচিবৰ কাম চলাইছিল। কিন্তু ১৯৭৪ চনত পৰীক্ষা সচিবৰ বাব কাৰ্যনিৰ্বাহক সদস্যৰ অন্তৰ্ভুক্ত হোৱা বাবে পৰীক্ষা সচিব অন্যান্য কাৰ্যনিৰ্বাহক সদস্যৰ দৰে নিৰ্বাচিত হ'ব লগা হ'ল। পৰীক্ষা-সংসদৰ সদস্যসকলক অৱশ্যে কাৰ্যনিৰ্বাহক সভায়েই মনোনীত কৰি দিয়ে। অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয়তে ভাষা-জ্ঞান পৰীক্ষাৰ কাৰ্যালয়ো থকাৰ বাবে পৰীক্ষা সচিবজন কেৱল যোৰহাটৰ পৰাহে নিৰ্বাচিত হ'ব লাগে। অৱশ্যে এই পৰ্যন্ত পৰীক্ষা-সচিব পদৰ বাবে নিৰ্বাচন হোৱা নাই। ১৯৭৪ চনৰেপৰা বিনা-প্ৰতিদ্বন্দ্বিতাৰে পৰীক্ষা সংসদৰ সচিবসকল নিৰ্বাচিত হৈ আছে।

১৯৬২ চনৰ পৰা কাৰ্যনিৰ্বাহ কৰা ভাষা-জ্ঞান পৰীক্ষা-সংসদৰ সচিবসকল হ'ল — চৈয়দ আব্দুল মালিক (১৯৬২), যতীন্দ্ৰনাথ গোস্বামী (১৯৬৩ চনৰ পৰা ১৯৬৭ লৈকে, পুনৰ ১৯৬৯), ৰমা বৰঠাকুৰ (১৯৬৮), নগেন শইকীয়া (১৯৭০, ১৯৭১), অমল ৰাজখোৱা (১৯৭২), বসন্তকুমাৰ গোস্বামী (১৯৭৩, ১৯৭৪), প্ৰকাশ গোস্বামী (১৯৭৫ চন)।



অসমীয়া ভাষা ৰাজ্য ভাষাৰূপে স্বীকৃত হোৱাৰ পিছত আৰু কাৰ্যালয়সমূহত চৰকাৰী ভাষা আইন প্ৰয়োগ সন্দৰ্ভত অনাঅসমীয়া লোকসকলক অসমীয়া ভাষা শিকোৱা আৰু পাৰ্বত্য ভাষাসমূহো ইয়াৰ দ্বাৰা ৰাজ্যখনৰ সংহতিৰ সহায়ক হ'ব বুলি ১৯৬৪ চনত স্বৰ্গীয় পৰিপ্ৰসাদ নেওগৰ কাৰ্যনিৰ্বাহক সভাই এটি ভাষাকেন্দ্ৰ স্থাপনৰ সিদ্ধান্ত কৰে। ১৯৬৬ চনৰ ১ ফেব্ৰুৱাৰি তাৰিখে বিষ্ণুৰাম মেধি ডাঙৰীয়াই গুৱাহাটীৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত অসম সাহিত্য সভাৰ প্ৰথম ভাষা শিক্ষা শ্ৰেণীৰ উদ্বোধনী উৎসৱ সম্পন্ন কৰে। কিন্তু শিক্ষা গ্ৰহণ কৰিব খোজা প্ৰাৰ্থীসকলৰ আশানুৰূপ সঁহাৰিৰ অভাৱত এই ভাষা-শিক্ষা শ্ৰেণী বন্ধ হৈ গ'ল। ১৯৪৭ চনত কাছাৰৰ স্কুলবোৰ থলুৱা অসমীয়া শিক্ষকৰ নাটনি পূৰণৰ কাৰণে কাছাৰত একোটি বিশেষ ভাষা-শিক্ষা শ্ৰেণী খোলাৰ সিদ্ধান্ত লোৱা হয়। ভাষা-জ্ঞান পৰীক্ষা সংসদে অসমীয়া বিষয়ৰ শিক্ষক সৃষ্টিৰ বাবে হ্ৰস্বকালীন একোটি প্ৰশিক্ষণৰ উপযোগীকৈ মাধ্যমিক আৰু ভাৰতী স্তৰৰ নতুন পাঠ্যক্ৰম প্ৰস্তুত কৰা হয়। এই উদ্দেশ্যে কাছাৰলৈ অসম সাহিত্য সভাৰ পক্ষৰ পৰা দুজন পূৰ্ণকালীন শিক্ষক নিয়োগ কৰি পঠোৱা হয়। শিলচৰ আৰু হাইলাকান্দিত দুটা কেন্দ্ৰত প্ৰশিক্ষক কেইজনে স্থানীয় অসমীয়া শিক্ষকসকলৰ সহযোগত ১৯৭৪ চনৰ পৰা তিনিমহীয়া অসমীয়া ভাষা শিক্ষা শ্ৰেণী আৰম্ভ কৰে। ১৯৭৫ চনত প্ৰশিক্ষণৰ কাৰ্যকাল তিনিমহাৰ পৰিৱৰ্তে ছমহীয়া কৰা হয় আৰু ইয়াৰ উপযোগীকৈ নতুন এখনি কাৰ্যক্ৰম প্ৰস্তুত কৰা হয়। তিনিটা স্তৰত (মাধ্যমিক, প্ৰাক্-ভাৰতী আৰু ভাৰত) প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰা হয়। কিন্তু প্ৰশিক্ষাৰ্থীৰ আশানুৰূপ সঁহাৰিৰ অভাৱত পুনৰ পাঠ্যক্ৰম সংশোধন কৰি প্ৰশিক্ষণৰ কাৰ্যকাল তিনিমহীয়া কৰা হয়।

বৰ্তমানে অনাঅসমীয়া লোকসকলৰ মাজত অসমীয়া ভাষা শিক্ষাৰ আগ্ৰহ যথেষ্ট বেছি। কিন্তু এই ভাষা-জ্ঞান পৰীক্ষা চৰকাৰীভাৱে স্বীকৃত নোহোৱাত অধিকাংশ পৰীক্ষাৰ্থীৰে অসমীয়া ভাষা-জ্ঞান পৰীক্ষাৰ বাবে উৎসাহ কিছু টুটি গৈছে।

## শতবাৰ্ষিকী

| | | |
|---|---|---|
| আনন্দৰাম ঢেকীয়াল ফুকন | — | ১৯৫৯ (মৃত্যু-শতবাৰ্ষিকী) |
| ৰজনীকান্ত বৰদলৈ | — | ১৯৬৭ |
| চন্দ্ৰকুমাৰ আগৰৱালা | — | ১৯৬৭ |
| লক্ষ্মীনাথ বেজবৰুৱা | — | ১৯৬৮ |
| মফিজুদ্দিন আহমদ হাজৰিকা | — | ১৯৭০ |
| পদ্মনাথ গোহাঞিবৰুৱা | — | ১৯৭১ |
| হেমচন্দ্ৰ গোস্বামী | — | ১৯৭২ |
| বেণুধৰ ৰাজখোৱা | — | ১৯৭২ |

| | | |
|---|---|---|
| কনকলাল বৰুৱা | — | ১৯৭২ |
| আনন্দচন্দ্ৰ আগৰৱালা | — | ১৯৭৪ |
| চন্দ্ৰধৰ বৰুৱা | — | ১৯৭৪ |
| ৰাধানাথ ফুকন | — | ১৯৭৫ |
| হিতেশ্বৰ বৰবৰুৱা | — | ১৯৭৬ |

শতবাৰ্ষিকী উৎসৱ সম্পৰ্কে যথাস্থানত উল্লেখ কৰা হৈছে।

## ASSAM CASE
## before
## THE STATES REORGANISATION COMMISSION

**Mainly from the historical, cultural and linguistic view-points**

We, on behalf of the Asam Sahitya Sabha, beg to advance our modest and legitimate claims for the reconstitution of the State of Assam.

1. by keeping the present area of the State of Assam, as at present constituted, intact :

2. by completely integrating the North Eastern Forntier Agency (N.E.F.A.) with the State of Assam, as originally proposed by the Hills Sub-Committee of the Constituent Assembly;

3. by amalgamating the district of Cooch Behar, now in West Bengal with Assam ;

4. by amaigamating the districts of Jalpaiguri and Derjeeling now in West bengal with Assam subject to the will of the people and

5. by integrating the present Part C States of Tripura and Manipur with Assam, provided that their people so desire and if the Commission considers it desirable from the stand-point of administrative convenience and the unity and security of India.

These claims are made on full consideration of "the historical background, the existing situation and the bearings of all important and relevant factors" on the problem of reorganisation of States. There is a fundamental unity of all the small and big units named above when they are considered from the ethnological, linguistic, cultural and historical points of consideration, although to the cursory view the State may have a polyglot character, a term in which some scholars have taken the pleasure to describe Assam presents a picture of unity in diversity ? a briliant fusion of Indo-Aryan and Mongoldoi cultures, with traces of the Austric element in language and of very thin traces of the Negroid element in racial miscegenation — a fusion, which is still seen in its various degrees of action : in the contral part of the Brahmaputra Valley it is complete, and on the periphery in the state of peaceful co-existence.



### ASSAM'S CLAIMS TO SPECIAL CONSIDERATION

1. The geographical situation as a frontier State, with Tibet, Burma, Communist China touching India through Assam, gives it a special position and importance. For the purpose of defence, all Assam including the North Easdtern Frontier area and the Hills must form one consolidated and compact body, and for the matter, it is necessary to give Assam as much strength as possible — with a view to the unity and solidarity of the north-eastern defence frontier of India.

2. The large number of tribes, who live on its hills and in the valley, has come into a new consciousness after India's attainment of independance, and they stand in great need of development, economical education, and pseychological in the sense that a comprehensive outlook and a feeling of Indian nationalism on the part of the Hill people is an urgent need of the moment. They speak a number of languages and dialects, apparently different from one another. Some sort of unity among these tribes in the point of language has to be forged through the major language of the State — Assamese, which they use in their commerce with different sections of people of the plains and sometimes amongst themselves. The tribal languages themselves have to be studied scientifically and developed. The University of Gauhati has started the work of such studies in right earnest through its research scholars with the help of the Government of Assam. This is sure to bring healthy results.

When we envisage the unity of the tribes through the major language, Asamese, we believe, we are neither visionaries, blind to the really existing state of affairs, nor unjust to our tribal brethren of the Hills. The following observations of Western scholars, who have made close studies among the Nagas of the Naga Hills, will be found illuminating :

"Indeed the Assamese language, as used in the Naga Hills, is peculiarly adopted for the reproduction of the Naga idioms, and as a vehicle of interpretation it makes a far better *lingua franc* for the hill then Hindustani or English would, the substitution of which for Assamese has been occassionally suggested" (J. H. Hutton, *The Sema Naga, P. 266)*

"In the neighbouring tribe, the Lhota Nagas, the Assamese language is used more freely, and this no doubt, is largely due to the fact that they raised cotton, which is sold to the traders in the Assam Valley. In this

way their contacts have been more numerous .... As a result of these contacts the Assamese language is coming to the used by an increasing number of the Nagas, and the Assamese terms are creeping into their language" (W.C. Smity. *The Ao Naga Tribes of Assam, p. 177-f).*

There is a sort of misunderstanding between the tribes of the hills (not these of the plains, to be sure) and the people of the valley which is, unfortunately, a legacy of foreign administration. Prior to this there have always been healthy political, cultural and trade relations between the people of the valley and those of the hills : and the question of differences in language never stood on the way of these relations.

3. Assam has ever a helpless victim to the wrath of Nature in the form of earthquakes, and floods, and erosions. Among the recent happenings of this type the earthquakes of August, 1950, and the floods following upon it, and those of 1954 particularly had devastating effects taking the tool of many persons and useful animals, and laying vast tracts of land unfit cultivation. Erosion, particularly at Dibrugarh, Palasbari, and Sualkuchi, has played a greatly disastrous role. A Palasbari alone, where erosion was not as furious as at Dibrugarh, the Brahmaputra eroded 1,100 bighas of land, uprooted 840 families, and affected 6,000 people.

4. Assam must, perhaps for some centuries to come, remain an agricultural country. It, therefore, requires ample surplus land for expansion of the agricultural people. On the other hand, the number of landless people is ever on the increase : and from the State Finance Minister's last budget speech, it appears that the State Government have not so far been able to tackle the problem successfully. 74 per cent. of the total population of Assam, a pronouncedly rural State, live on agriculture (vide Census of India, 1951). Although Assam, with the North Eastern Frontier Agency, presents a large area of 85,012 square miles, almost three-fourths of this area are rocky hills, unfit for cultivation and somethimes unfit for human habitation also, and 34,969 square miles fall within the N.E.F.A., now outside the administration of the Assam Government. The tribal population of Assam, who have not been able to develop properly, will require at least the sub-montane tracts for their futrure expansion. We have also to keep in view the large marshy and swampy areas, distributed all over the State, which are unfit for cultivation or human habitation.

Assam, without ith N.E.E.A. and the Six Autonomous Hill Districts (which have also large rocky areas, and where people from the plains cannot settle as they wish), leaves and area of 32,000 sq. miles, a substantial portion of which, again, is covered by hills. The quote the *Census of India,* 1951 (vol. III, pt. I-A, p. 28) : "Over three-fourths of Assam's



population derives substenance from only one-their of the area." The density of population in the agricultural areas is alarmingly great, and, in places. "as high as can be found anywhere else in any agricultural country of the world" *(ibid, p. 44),* To cite and instance, the Upper Barbhag Mauza in the Kamrup district, has a density of population of 1,318 persons to the square mile.

5. Although Assam possesses rich mineral resources and a very prosperous tea industry, the benefits, in points of profits as well as revenue, of these being reaped by others, the State remains a poor and deficit one. There is no major industry in Assam. The transport difficulties also stand much on the way of Assam's progress.

6. In spite of the fact that the indigenous people of Cooch Behar sought animalgamation with Assam, because of their cultural, linguistic, and ethnological affiliations with Assam, and becaose of the repression of the Bhatiyas (the name by which the real Cooch Beharis Designate the Bengali prople, settled in their district) in many spheres, its cause was betrayed (as alleged by the people of Cooch Behar) by the government of India, when that old "native State" was made into a district of Bengal. It deserves to be noted that Bengali repression has gone so far as to suppress totally even the name of the language of Cooch Behar, that is, Rajbansi (various known as Rangpuri in Rangpur), a dialect of the Assam group, and call it Bengali. We place the case for the amalgamation of Cooch Behar in a subsequent section.

7. Linguistic and cultural homogeneity in Assam, though challenged in some quarters, is an absolute fact as because 65 per cent. of Assam's population speak one language, and that is Assamese. There cannot be any vivsection of the State of Assam as it will harm this linguistic and cultural homogeneity.

8. However much West Bengal might have loved to call Goalpara a Bengali district (and there was a time when the whole Assamese language was called a patois of Bengali !) and to whatever extent might Bengali census officials and enumerators and some of the Zamindars have attempted in the past to juggle with language figures in the census of 1931, and earlier, the fact remains that Goalpara is culturally and linguistically Assamese — flesh of our flesh, and blood of our blood, and even among the bengalis there, a good percentage has expressed their desire to live peacefully with the Assamese majority.

9. The Government of Bangal has claimed Assam's land on the plea that it has to rehabilitate the refugees from East Bengal. But this is an all India problem, and Assam has a good share of it. Of the 3,58,290 dis-

Gopinath Bardalai) and the representatives of the Praja Hitasadhini Sabha, assured that nothing would be done contrary to the will of the prople. He further assured them of a plebisctie, where the people. would get a chance of recording their opinion regarding the issue. The Prime Minister also expressed a similar opinion in a public meeting at calcutta just on the eve of his departure to London ofor the Commonwealth Conference. But during his absence the Deputy Prime Minister, the late Sardar Patel, for reaosns best known to him, announced the integration of Cooch Behar with West Bengal with effect from January, 1950. By this undemocratic method, Cooch Behar was made a free gift to West Bengal and local public opinion was set at naught. We hope that the Commission would do justice to the people of Cooch Behar by transferring the district to Assam.

(B) **Jalpaiguri and Darjeeling**

The arguments, advanced in the case of Cooch Behar, also hold good in the case of Darjeeling and Jalpaiguri. The history of jalpaiguri is inseparably connected with that of Cooch Behar. Rajbansi is the language of this district. According to the *District Gazetter of Jalpaiguri,* it is spoken by 77 per cent of the total population of the district. The majority of its population belong to the Mongolodi stock. It would thus seem that the district should legitimately be within the administrative jurisdiction of Assam. Before any decision is arrived at, however, the freely expressed opinion of the people of the district should be ascertained.

The question of the fate of the remaining West Bengal district, namely, Darjeeling, naturally comes here. It has been claimed by the State of Bihar on several considerations. According to the Census Report, 1951, only 14 per cent of the total population speak Bengali. The Nepalis form the majority, and they speak various Nepali dialects. The Gurkha League and other Nepali organizations are, however, in favour of its amalgamation with Assam. We hold the same view as we have expressed in the case of jalpaiguri. The problem of its merger should be decided by a free and fair plebiscite.

## THE PART C STATES OF MANIPUR AND TRIPURA

The part C States of Manipur and Tripura may be integrated with the State of Assam in case the people of these States decide in favour of such a merger, and if the Comminssion finds it necessary from the administrative stand-point as also from that of the unity and security of India.



## CONCLUSION

In view of the reasons and considerations, advanced above, we on behalf of the Asam Sahitya Sabha, beg to submit before the States Reorganisation Commission (i) that no part of the State of Assam, as at present constituted be taken away from it; (ii) that the North Eastern Frontier Agency be forthwith amalgamated with Assam; (iii) that Cooch Behar, Jalpaiguri and Darjeeling be transferred to the State of Assam, subject to the will of the people of these districts; (iv) that the two part C States of Manipur and Tripura be merged with Assam subject to the will of their people and to provisions for subvention from the Government of India; and (v) that the ill-conceived plans of separate States on this defence frontier like Purbachal and Hills State be not countenanced.

We ardently believe that the reasons and arguments, advanced by us, and the claims, made in the light of these reasons and arguments, would find careful consideration in the hands of the learned members of the State Reorganisation Commission and the future of Assam would be decided in the best interests of India in general and of Assam in particular.

Nalinibala Devi
President, Asam Sahitya Sabha
Atul Chandra Hazarika,
General Secratary, Asam Sahitya Sabha
Nilmani Phookan (ex-president)
Biswanath Rajbansi (Silchar, Cachar)
Debendranath Das (Goalpara)
Paragdhar Chaliha
Satyandranath Sarma
Maheswar Neog
Member, Asam Sahitya Sabha

Asam Sahitya Sabha
Gauhati Office,
May 10, 1955


Areas to which Assam has natural claim for merger
N.E.F.A.
LAKHIMPUR
SIBSAGAR
NAGA HILLS
BURMA
MANIPUR
UNITED N. CACHAR
MIKIR HILLS
MIZO HILLS
CACHAR
DARANG
NOWGONG
KHASI & JAINTIA HILLS
TRIPURA
EAST PAKISTAN
BHUTAN
KAMRUP
GOALPARA
GARO HILLS
JALPAIGURI
COOCH BEHAR




JALPAI-GURI
COOCH-BEHAR
BIJNI
KAMRUP
ABHAYAPURI
KOKRAJAR
FAKIRAGRAM
BILASIPARA
GOALPARA
GOLOKGANJ
DHUBRI
LAKHIPUR
GARO HILLS
MANCACHAR


Darjeeling
BHUTAN
Kurseong
Bagrakot
Mal
Tista
Raidak
Sankosh
Hasimara
Lataguri
Siliguri
Rajabhat Khawa
JALPAIGURI
Jalpaiguri
Jaldhaka
BIHAR
COOCHBEHAR
Patgram
Haldibari
Tufanganj
Matabhanga
Coochbehar
E. PAKISTAN
Dinhata
Hatibandha
Gitaldaha
Dhubri
Lal Monir Hat
Miles
0 10 20 30

## গোহাৰি

### ৰাধাকান্ত সন্দিকৈ স্মৃতি-ভৱন

স্বৰ্গীয় দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই মুক্ত হস্তেৰে কৰা বিভিন্ন দানত শিক্ষা, সাহিত্য আৰু ঐতিহাসিক গৱেষণাৰ ক্ষেত্ৰত অসম দেশ আৰু অসমবাসী কি পৰিমাণে উপকৃত সেই কথা বিস্তাৰিতভাৱে কোৱাৰ আৱশ্যক নকৰে। অসম সাহিত্য সভাৰ পুথি-ভঁৰাল স্বৰূপে ব্যৱহাৰ হ'ব পৰা আৰু এই দেশলৈ অহা সন্মানিত অতিথি-অভ্যাগতৰ কাৰণেও থকা-মেলাৰ উপযুক্তভাৱে দিহা ৰাখি অসম সাহিত্য সভাৰ হাউলীতে আৰু এটা ন-ঘৰ সজোৱাৰ অভিপ্ৰায় এটি সন্দিকৈ ডাঙৰীয়াৰ আছিল; কিন্তু তেখেতৰ জীৱন কালত সেই অভিপ্ৰায় অসম্পূৰ্ণ থাকিল।

অসম সাহিত্য সভাই সন্দিকৈ ডাঙৰীয়াৰ স্মৃতি ৰক্ষাৰ্থে ৰাধাকান্ত সন্দিকৈ স্মৃতি-ভৱন নামেৰে এটি ঘৰ সজোৱাৰ সংকল্প কৰি "ৰাধাকান্ত সন্দিকৈ ভৱন আৰু পুথি-ভঁৰাল কমিটী" গঠন কৰি সেই উদ্দেশ্য সাধনৰ বাবে যত্ন কৰিছে। সেই সমিতিয়ে ইতিমধ্যে কাম হাতত লৈছে।

স্মৃতি সমিতিৰ হিচাপমতে সন্দিকৈ ডাঙৰীয়াৰ অভিলাষৰ আৰ্হিৰে এই কাম সমাধা কৰিবলৈ অন্ততঃ পঞ্চাশ হাজাৰ টকাৰ আৱশ্যক, আৰু সন্দিকৈ ডাঙৰীয়াৰ গুণ-মুগ্ধসকলৰ পৰা এই অৰ্থ সংগ্ৰহ হ'ব বুলিও সমিতিয়ে আশা কৰে।

এই সজ কাৰ্যত সকলো অসমবাসীৰ পৰা সমিতিয়ে সহায়-সহযোগ আৰু সহানুভূতি পাব বুলি আশা কৰি এই গোহাৰি পঠোৱা হ'ল। ইতি,

"চন্দ্ৰকান্ত সন্দিকৈ ভৱন", যোৰহাট ১০।৪।৫৫

| | |
|---|---|
| শ্ৰীযতীন্দ্ৰনাথ দুৱৰা | শ্ৰীদেৱেশ্বৰ শৰ্মা |
| সভাপতি | সভাপতি |
| শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা | শ্ৰীযতীন্দ্ৰনাথ গোস্বামী |
| প্ৰধান সম্পাদক | ৰাধাকান্ত সন্দিকৈ স্মৃতি |
| অসম সাহিত্য সভাৰ হৈ। | সমিতিৰ হৈ। |

সকলো দান যেন শ্ৰীকৰুণাধৰ বৰুৱা, ধন-ভঁৰালী আৰু চিঠি-পত্ৰ শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, সম্পাদক, ৰাধাকান্ত সন্দিকৈ স্মৃতি-পুঁজি, "চন্দ্ৰকান্ত সন্দিকৈ ভৱন", যোৰহাট, এই ঠিকনাত পঠায়।



### সাহিত্য সভাক কিতাপ লাগে

যোৱা অসমীয়া বছৰৰ ভিতৰত অৰ্থাৎ ১৮৭৭ শকৰ ১ বহাগ আৰু ৩০ চ'তৰ ভিতৰত ১ম প্ৰকাশিত অসমীয়া নাট, উপন্যাস, চুটি গল্প, শিশু সাহিত্য আৰু চিন্তাশীল বা আলোচনামূলক গধুৰ গ্ৰন্থ তিনিখনকৈ অসম সাহিত্য সভাই পৰীক্ষাৰ বাবে কিনি ল'ব। গ্ৰন্থৰ সবিশেষ, ছপাৰ তাৰিখ, মূল্য আৰু পোৱাৰ ঠাই আমাক অহা ১৫ জুলাইৰ ভিতৰত জনালে কিনি লোৱাৰ দিহা কৰা হ'ব।

প্ৰধান সম্পাদক
অসম সাহিত্য সভা
গুৱাহাটী।

### ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ লাই-খুঁটা থাপনা উছৱ

যোৱা ২৪ চ'ত ৭ এপ্ৰিল দেওবাৰে গুৱাহাটী নগৰত দীঘলী পুখুৰীৰ দক্ষিণলৈ অসম চৰকাৰে অসম সাহিত্য সভাক দান কৰা ভূমিত ৰাজ্যপাল শ্ৰীৱিষ্ণু সহায়ে অসম সাহিত্য সভাৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ লাই-খুঁটা এক গাম্ভীৰ্যপূৰ্ণ আৰু আকৰ্ষণীয় অনুষ্ঠানৰ মাজেৰে থাপনা কৰে। সেই উপলক্ষে সিদিনা দিনৰ এঘাৰ বাজি পঞ্চলিশ মিনিট যোৱাত গুৱাহাটী জিলা গ্ৰন্থাগাৰত এখনি সভা বহে। সভাৰ সভাপতিত্ব কৰে অসম সাহিত্য সভাৰ সভাপতি অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীয়ে। ভৱনটিৰ লাই-খুঁটা থাপনা উৎসৱ উপলক্ষে হোৱা গাম্ভীৰ্যপূৰ্ণ সভা আৰু প্ৰস্তাৱিত ভৱনৰ আনুষংগিকভাৱে আয়োজন কৰা আকৰ্ষণীয় অনুষ্ঠানত বিভিন্ন অঞ্চলৰ পৰা অহা সাহিত্যিক, শিল্পী আৰু সাহিত্যানুৰাগী সুধীবৃন্দ উপস্থিত হৈছিল।

জয় জয়তে শ্ৰীমতী নিকুঞ্জ মহন্তই শ্ৰীমন্ত শংকৰদেৱৰ বৰগীত এটি গাই সভা মুকলি কৰে। ৰাজ্যপাল শ্ৰীৱিষ্ণু সহায়ক মাল্যদান কৰি স্বাগত সম্ভাষণ জনোৱাৰ পিছতে সাহিত্য সভাৰ প্ৰধান সম্পাদক আৰু ভগৱতী প্ৰসাদৰ বৰুৱা নিৰ্মাণ সমিতিৰ সম্পাদক ডক্টৰ মহেশ্বৰ নেওগে অনুষ্ঠানৰ সফলতা কামনা কৰি সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীৰঘুনাথ চৌধাৰী, শ্ৰীঅম্বিকাগিৰি ৰায় চৌধুৰী আৰু শ্ৰীনীলমণি ফুকন আৰু অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহা, শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱা, মন্ত্ৰী শ্ৰীসিদ্ধিনাথ শৰ্মা আৰু কেন্দ্ৰীয় উপমন্ত্ৰী শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী, সাহিত্য সভাৰ নৱনিৰ্বাচিত সভাপতি শ্ৰীৰত্নকান্ত বৰকাকতী, শ্ৰীনকুলচন্দ্ৰ ভূঞা, শ্ৰীউপেন্দ্ৰনাথ লেখাৰু আদিয়ে পঠোৱা বাণীসমূহ পাঠ কৰে।

ভগৱতীপ্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ সমিতিৰ সম্পাদক ডক্টৰ নেওগে চমু সম্পাদকীয় প্ৰতিবেদনত স্বৰ্গীয় ভগৱতীপ্ৰসাদ বৰুৱাৰ ব্যক্তিত্বৰ এটি চমু আভাস দাঙি ধৰি গুৱাহাটীত অসম সাহিত্য সভাৰ দ্বিতীয় ভৱন এটি নিৰ্মাণৰ বাবে সাহিত্য সভাই চলোৱা বিভিন্ন কথা উল্লেখ কৰে আৰু কিদৰে অসম চৰকাৰৰ পৰা মাটি এডোখৰ, কেন্দ্ৰীয় চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা মন্ত্ৰণালয়ৰ পৰা পঞ্চশ হেজাৰ টকাৰ অনুদান, শ্ৰীপাৰ্বতিপ্ৰসাদ বৰুৱাৰ পৰা পঞ্চাশ হেজাৰ টকাৰ দান আৰু শ্ৰীৰঘুনাথ চৌধাৰীৰ কুৰি হোজৰ টকাৰ দানৰ প্ৰতিশ্ৰুতি লাভ কৰে তাৰ চমু আভাস দাঙি ধৰে। প্ৰায় ৪২ বছৰ আগৰ স্বৰ্গীয় ভগৱতীপ্ৰসাদ ববৰুৱাৰ কলিকতীয়া ছাত্ৰ জীৱনৰ অন্তৰংগ বন্ধু খ্যাতনামা বঙালী সাহিত্যিক শ্ৰীগোপাল হালদাৰে এই উপলক্ষে স্বৰ্গীয় বৰুৱাৰ কলিকতাৰ ওগিলভি হোষ্টেলৰ মধুৰ স্মৃতি বিজড়িত দিনবোৰৰ কথা সুললিত ভাষাৰে লেখি পঠোৱা প্ৰবন্ধ এটি ডক্টৰ নেওগে পঢ়ি শুনায়।

সভাপতি গোস্বামীয়ে উৎসৱৰ গুৰুত্বৰ কথা উপলব্ধি কৰি গুৱাহাটীত সাহিত্য সভাৰ ভৱনৰ প্ৰয়োজনীয়তাৰ বিষয়ে চমুকৈ দু-আষাৰ কৈ ৰাজ্যপাল শ্ৰীৱিষ্ণু সহায়ক তেওঁৰ ভাষণ দিবলৈ আহ্বান জনায়।

ৰাজ্যপাল সহায়ে তেওঁৰ ভাষণত প্ৰায় দুবছৰ আগতে যোৰহাট 'চন্দ্ৰকান্ত সন্দিকৈ ভৱনত ৰাধাকান্ত সন্দিকৈৰ প্ৰতিকৃতি উন্মোচন কৰাৰ কথা উল্লেখ কৰে। তেওঁ কয় ১৯১৭ চনতে জন্ম লাভ কৰাৰ পৰা সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ ক্ৰম বিকাশত বিশিষ্ট অৱদান যোগাই আহিছে।

ৰাজ্যপালৰ ভাষণৰ পিছত সভাপতি আৰু ৰাজ্যপাল প্ৰমুখ্যে উপস্থিত সকলোৱে প্ৰস্তাৱিত ভৱনৰ লাই-খুঁটা থাপনা কৰা ঠাইলৈ যায়। লগে লগে মধুচয়নকাৰ শিল্পীবৃন্দই অম্বিকাগিৰি ৰায় চৌধুৰী ৰচিত 'আজি বন্দো কি ছন্দেৰে' গীতেৰে স্বাগত সম্ভাষণ জনায়। ৰাজ্যপাল সহায়ে ৰূপৰ কেৰাহি আৰু কৰণিৰে ভৱগতীপ্ৰসাদ বৰুৱা ভৱনৰ লাই-খুঁটা থাপনা কৰে। ইয়াৰ পিছত ৰাজ্যপাল সহায়ে উৎসৱৰ সফলতা কামনা কৰি তিনি জোপা অশোক গছৰ পুলি ৰোৱে আৰু ভগৱতীপ্ৰসাদ বৰুৱা ভৱন নিৰ্মাণাৰ্থে পঞ্চাশ হেজাৰ টকা দান আগবঢ়োৱা গীতি কবি পাৰ্বতিপ্ৰসাদ বৰুৱাক সম্ভাষণ জনায়। শাৰীৰিক অসুস্থতাৰ বাবে বৰুৱাই জিলা গ্ৰন্থাগাৰৰ ওপৰ মহলাত অনুষ্ঠিত হোৱা সভালৈ উঠিব নোৱাৰি লাই-খুঁটা থাপনা কৰা ঠাইতে ৰৈ থাকিব লগা হৈছিল।

জিলা গ্ৰন্থাগাৰত অনুষ্ঠিত হোৱা সভাৰ মঞ্চৰ ওপৰত ফুল আৰু ফুলাম গামোচাৰে ধুনীয়াকৈ সজাই স্বৰ্গীয় ভগৱতীপ্ৰসাদ বৰুৱাৰ প্ৰতিকৃতি এখনি ৰখা হৈছিল। ভৱন প্ৰতিষ্ঠা উপলক্ষে বিশ্ববিশ্ৰুত ভাষাতাত্ত্বিক পণ্ডিত ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে দুটি শ্লোক উদ্ধৃত কৰি পঠায়; তাৰে প্ৰথম শ্লোকটি দ্বাবিংশ শতিকাৰ মহীশূৰৰ বৈয়াকৰণ নাগ বৰ্মাৰ দ্বাৰা ৰচিত।



উৎসৱৰ শেষত সকলোকে দাতা পাৰ্বতিপ্ৰসাদ বৰুৱাদেৱে জলযোগেৰে আপ্যায়িত কৰে।

## ভগৱতীপ্ৰসাদ বৰুৱা ভৱন

## ভগৱতীপ্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ সমিতিৰ সম্পাদকৰ প্ৰতিবেদন

১৯১৭ চনৰ ১৭ ডিচেম্বৰ আসম সাহিত্য সভাৰ জন্মদিন বুলি গণিত হৈ আহিছে। ১৮৬০ চনৰ ১২১ নং আইন মতে চৰকাৰৰ ঘৰত এই সভাৰ নাম ৰেজিষ্টাৰ কৰা হয় ১৯২৪ চনৰ ১৭ মাৰ্চ তাৰিখে। সভাৰ সংগঠনী স্মাৰক-পত্ৰত এই কথা স্পষ্টকৈ লিখা আছে — সভাৰ কেন্দ্ৰীয় কাৰ্যালয় অসমৰ ভিতৰত যোৰহাট নগৰতে হ'ব। বৰ্তমানলৈকে সভাৰ সকলো কাৰ্য যোৰহাটত থকা কেন্দ্ৰীয় কাৰ্যালয়কে কেন্দ্ৰ কৰি চলি আছে। এই কেন্দ্ৰীয় কাৰ্যালয়টি হ'ল দানবীৰ ৰাধাকান্ত সন্দিকৈৰ স্বৰ্গগত পুত্ৰ চন্দ্ৰকান্তৰ স্মৃতি উপলক্ষে নিৰ্মিত চন্দ্ৰকান্ত সন্দিকৈ ভৱন। সভাৰ মুখ্য কাৰ্যকৰ্তা প্ৰধান সম্পাদক আৰম্ভণিৰে পৰা যোৰহাটৰ পৰাই নিৰ্বাচিত হৈ আহিছিল। ১৯৫০ চনত মাৰ্ঘেৰিটাত বহা অসম সাহিত্য সভ্য সন্মিলনৰ পৰা এই বিষয় বিকেন্দ্ৰীকৰণ ব্যৱস্থা চলিবলৈ ধৰে আৰু তেতিয়াৰ পৰা বৰ্তমানলৈকে এজন বাদ দি কেয়োজন প্ৰধান সম্পাদক যোৰহাটৰ বাহিৰৰ পৰাই নিৰ্বাচিত হৈছে।

বহুত দিন আগৰপৰাই গুৱাহাটী নগৰত অসম সাহিত্য সভাৰ দ্বিতীয় এটি বাসভৱন নিৰ্মাণ কৰাৰ ধাৰণাই বহুতৰ মনত ঠাই পাই আহিছে। সভাৰ বাৰ্ষিক সন্মিলনৰ গৃহীত প্ৰস্তাৱত গুৱাহাটীক "অসমৰ মাজ মজিয়া" বুলি অভিহিত কৰা হৈছিল। অসমে জাতীয় অনুষ্ঠানৰূপে বহুত দিনৰ পৰাই দাবী কৰি অহা বিশ্ববিদ্যালয় আৰু উচ্চ ন্যায়ালয় গুৱাহাটীত প্ৰতিষ্ঠিত হোৱাৰ পিছৰ পৰা। এই নগৰৰ সাহিত্য সভাৰ এখন ঘৰ সজাটো এটা স্পষ্ট অভিলাষত পৰিণত হয়। চন্দ্ৰকান্ত সন্দিকৈ ভৱনত ১৯৫৪ চনৰ ১৬ আৰু ১৭ মে' তাৰিখে ডক্টৰৰ সূৰ্যকুমাৰ ভূঞাৰ সভাপতিত্বত বহা সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে গুৱাহাটীত অসম সাহিত্য সভাৰ অনুষ্ঠানৰ কাৰণে সুকীয়া ঘৰ নিৰ্মাণ কৰিবলৈ এডোখৰ সুবিধাজনক মাটি দিবলৈ গৱৰ্ণমেণ্টক অনুৰোধ কৰে আৰু এই বিষয়ে যথাবিহিত কাম কৰিবলৈ সভাপতি আৰু প্ৰধান সম্পাদকক ভাৰ দিয়ে। ইয়াৰ পিছত ১৯৫৯ চনৰ ১৯ আৰু ২০ জুলাই তাৰিকে বহা কাৰ্যনিৰ্বাহক সমিতিৰ অধিৱেশনে সিদ্ধান্ত গ্ৰহণ কৰে — "গুৱাহাটীত অসম সাহিত্য সভাৰ এটি কাৰ্যালয় স্থাপন কৰিবৰ কাৰণে যাৱতীয় ব্যৱস্থা কৰিবলৈ এটি উপ-সমিতিৰ ওপৰত ভাৰ ন্যস্ত কৰা হয়।" ৰঘুনাথ চৌধাৰী, অতুল চন্দ্ৰ হাজৰিকা আদি এই সমিতিৰ সভ্য আছিল। নানা কাৰণত সভাৰ কাৰণে গুৱাহাটীত মাটি লোৱা আৰু নিৰ্মাণ আঁচনি তৈয়াৰ কৰা কাম হৈ উঠাটো সম্ভৱপৰ নহ'ল।

বৰ্তমান প্ৰধান সম্পাদকৰ কাৰ্যকাল আৰম্ভ হোৱাত ১৯৬১ চনৰ এপ্ৰিলৰ পৰা মাটি বিচৰা আদি কামত পুনৰ লগা হয়। ডক্টৰ ভূঞা, নলিনীবাল দেৱী, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা আদিৰ দস্তখতেৰে ১৯৬১ চনৰ ১৮ মে' তাৰিখে কেইটুকুৰামান মাটিলৈ আঙুলিয়াই চৰকাৰৰ স্থানীয় কৰ্তৃপক্ষৰ ওচৰত এখন দৰ্খাস্ত দাখিল কৰা হয়। এই বিষয়ত কামৰূপৰ উপায়ুক্ত গণেশচন্দ্ৰ ফুকনৰ সাহায্য আমাৰ স্মৰণত থাকিব। ১৯৬২ চনৰ ৮ জানুৱাৰী তাৰিখে মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাদেৱে আজি য'ত ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ লাই-খুঁটা থাপন কৰা হ'ব, সেই দাগ (৩১৭৬) মাটিৰ আগেয়ে দিয়া অংশ বাদ দি, বাকীসকলো দাগ অসম সাহিত্য সভাৰ নামে দিবলৈ হুকুম দিয়ে। মাটি টুকুৰা গুৱাহাটী নগৰৰ একেবাৰেই কেন্দ্ৰস্থলীত অৱস্থিত। ৰে'লৰে ষ্টেচন, কটন কলেজ, ৰাধাকান্ত সন্দিকৈ ছোৱালী কলেজ ইয়াৰ নিচেই ওচৰতে। কামৰূপ অনুসন্ধান সমিতি, আৰু ৰাজ্যিক সংগ্ৰহালয়, গুৱাহাটী জিলা গ্ৰন্থাগাৰ আৰু নতুনকৈ নিৰ্মিত হ'ব ধৰা ৰবীন্দ্ৰভৱন আদি ন-পুৰণি অনুষ্ঠানবোৰ ইয়াৰ গাতে লাগি থাকিব।

বৰ্তমানে ভাৰত চৰকাৰে সাংস্কৃতিক অনুষ্ঠনবোৰৰ গৃহ নিৰ্মাণত সহায় কৰিবলৈ এখন আঁচনি উলিয়াইছে। তাৰ লক্ষ্য ৰাখি আমি গুৱাহাটীত সাহিত্য সভাৰ গৃহ নিৰ্মাণৰ এখন প্ৰাথমিক আঁচনি তৈয়াৰ কৰি ১৯৬২ চনৰ ২১ আগষ্ট তাৰিখে অসম চৰকাৰৰ শিক্ষা বিভাগৰ যোগে ভাৰত চৰকাৰলৈ পঠিয়াওঁ। আঁচনি প্ৰস্তুত কৰা কামত তিনিজন সুদক্ষ ইঞ্জিনিয়াৰে আমাক সহায় কৰে — স্বৰ্গীয় ঘনকান্ত শৰ্মা, হেমকান্ত বৰা আৰু অমূল্যনাথ ভট্টাচাৰ্য। প্ৰথমতে কেহো-ঘেঁহো কৰিলেও কেন্দ্ৰীয় চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা মন্ত্ৰণালয়ে যোৱা বছৰৰ ২৩ মাৰ্চ তাৰিখে ২৬,৮০০ টকাৰ এটি অনুদান মঞ্জুৰী কৰে। ইতিমধ্যে আমি ১৯ ফেব্ৰুৱাৰী তাৰিখে আমাৰ শ্ৰদ্ধেয় গীতিকবি আৰু সংগীত-নেত্ৰ পাৰ্বতিপ্ৰসাদ বৰুৱাদেৱক তেখেতৰ সোণাৰিৰ সোণালী পামত লগ পাই পঞ্চাশ হেজাৰ টকাৰ এটি দানৰ প্ৰতিশ্ৰুতি লাভ কৰোঁ। তাৰপৰা ঘূৰি আহি আমাৰ পৰম শ্ৰদ্ধেয় কবি ৰঘুনাথ চৌধাৰী ডাঙৰীয়াক লগ পোৱাত তেখেতেও কুৰি হোজৰ টকাৰ এটি দানৰ প্ৰতিশ্ৰুতি দিয়ে। বৰুৱাদেৱৰ দানৰ উদ্দেশ্য তেখেতৰ স্বৰ্গীয় ককাইদেৱেক ভগৱতীপ্ৰসাদ বৰুৱাৰ স্মৃতি ৰক্ষা। চৌধাৰী ডাঙৰীয়াৰ দানৰ উদ্দেশ তেখেতৰ নামে এটি গৱেষণা গ্ৰন্থাগাৰ নিৰ্মাণ। সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে ৮ ফেব্ৰুৱাৰী তাৰিখে দুয়োটি দান পৰম সাদৰে গ্ৰহণ কৰে। এই দুয়োটি দানৰ শক্তিৰে বল বান্ধি আমি সংস্কৃতিক পৰিক্ৰমাৰ মন্ত্ৰী অধ্যাপক হুমায়ুন কবীৰৰ কাষ চাপোঁ — অনুদান পঞ্চাশ হেজাৰ টকালৈ বঢ়াবলৈ। তেখেতে আমাৰ আবেদনক গ্ৰাহ্য কৰি ৪ জুন তাৰিখে সন্মতিজ্ঞাপক পত্ৰ প্ৰেৰণ কৰে। আজিৰ অনুষ্ঠানৰ এই অৱসৰত অধ্যাপক কবীৰৰ শলাগ লৈছোঁ।



অসম চৰকাৰে দানদিয়া মাটি সভেই অধিগ্ৰহণ কৰিলে। কিন্তু কাগজ-পত্ৰৰ মেৰ-পেঁচত পৰি সভাৰ মাটিলৈ সোমোৱা বাট কাৰ্যত নোহোৱা হ'ল। এই সময়ত আমাৰ একেবাৰে ওচৰ-চুবুৰীয়া গুৱাহাটী জিলা কংগ্ৰেছ কমিটী আৰু গুৱাহাটী জিলা গ্ৰন্থাগাৰৰ কৰ্তৃপক্ষৰ সহানুভূতিশীল মানোভাৱে আমাৰ ডাঙৰ সহায় কৰিলে। এই বিষয়ত কংগ্ৰেছ কমিটীৰ সভাপতি নৰনাৰায়ণ গোস্বামী আৰু সম্পাদক ৰমেশচন্দ্ৰ চৌধুৰী আৰু আনফালে অসম চৰকাৰৰ সংযুক্ত শিক্ষাধিকাৰ উমাকান্ত শৰ্মা আৰু ৰাজ্যিক কেন্দ্ৰীয় গ্ৰন্থাগাৰৰ গ্ৰন্থাগাৰিক ৰাম গোস্বামীৰ সহানুভূতি আমাৰ মনত থাকিব। কংগ্ৰেছ কমিটীয়ে আমাৰ বাটৰ কাৰণে সিকলৰৰ পশ্চিম সীমাৰ দুফুটকৈ মাটি এৰি দিবলৈ ৰাজি হয়; অসম চৰকাৰৰ শিক্ষা বিভাগেও গ্ৰন্থাকাৰৰ দখলৰ পূবফালে বাৰ ফুটকৈ মাটি এৰি দিয়ে। ইয়াৰ উপৰি কংগ্ৰেছ কমিটীয়ে সিকলৰ দক্ষিণ-পশ্চিম চুকৰ মাটিৰ সৰু এটি অংশ আমাক এৰি দিছে। ইয়াৰ বাবে দুয়োটি কৰ্তৃপক্ষ আমাৰ শলাগৰ পাত্ৰ। ইয়াৰ উপৰি ৰে'লৰে কৰ্তৃপক্ষই আমি পোৱা মাটিত থকা তেওঁলোকৰ ঘৰটো আমাৰ অনুৰোধ মতে তুলি নিয়া বাবে তেওঁলোকেও আমাৰ ধন্যবাদ পাব লাগে।

ভগৱতীপ্ৰসাদ বৰুৱা ভৱন আঁচনি আৰু নক্সাবোৰ কলিকতাৰ গৃহনিৰ্মাণ শিল্পী কুঞ্জবিহাৰী এণ্ড সেন্ কোম্পানীয়ে তৈয়াৰ কৰি দিছে। আজি এই লাই-খুঁটা স্থাপন কৰা উৎসৱৰ আৱশ্যকীয় কাৰ্যসমূহ কলিকতাৰ মেছাছ চেটাৰ্জী ইঞ্জিনিয়াৰিং এণ্ড কনষ্ট্ৰাকচন কোম্পানীয়ে সম্পাদন কৰি দিছে। অসমৰ এগৰাকী আদৰৰ শিক্ষক অধ্যাপক আশুতোষ ছেটাৰ্জীৰ পুত্ৰ আৰু এই কোম্পানীৰ মেনেজিং পাৰ্টনাৰ মনতোষ চেটাৰ্জীক তাৰ বাবে ধন্যবাদ জনাইছোঁ।

আজিৰ এই অনুষ্ঠানৰ উপলক্ষ্যত আমাক পঞ্চাশ হেজাৰ টকাৰ অনুদানৰ সাহায্য দিয়া বাবে ভাৰত চৰকাৰক আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰোঁ। তাৰ লগতে ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ অৰ্থে পঞ্চশ হেজাৰ টকাৰ দান আগবঢ়োৱা পাৰ্বতিপ্ৰসাদ বৰুৱালৈ আমাৰ আন্তৰিক শলাগৰ শৰাই আগবঢ়াইছোঁ। অসমৰ সাহিত্য আৰু সংস্কৃতিলৈ বৰুৱা ডাঙৰীয়াৰ দান মহৎ আৰু বৈশিষ্ট্যপূৰ্ণ। তেখেতৰ বদান্যতাই ইতিমধ্যে শিৱসাগৰক অসমৰ প্ৰথম ঘূৰণ-মঞ্চ আৰু সোণাৰীক ভগৱতীপ্ৰসাদ বৰুৱা উচ্চ ইংৰাজী স্কুল দান কৰিছে।

আজিৰ এই আনন্দৰ মুহূৰ্তত চকুৰে নেদেখা এজন পুৰুষৰ চিত্ৰ মনৰ মাজলৈ আহিছে। সুশ্ৰী, সুৱেশ, সংস্কৃত আৰু পৰিমাৰ্জিত সেই জনা পুৰুষ হ'ল ভগৱতীপ্ৰসাদ বৰুৱা। সুকোমল ফুলপাহিৰ দৰে সেই ব্যক্তিত্ব কালৰ মোহাৰ খাই হঠাতে নোহোৱা হ'ল আৰু লগে লগে অসমীয়া সাহিত্যত এটি ৰিঙা ৰিঙা সুৰ এৰি গ'ল. তেওঁ তেতিয়াও সাহিত্যিকৰ ভূমিকা গ্ৰহণ কৰা নাই। কিন্তু তেওঁৰ ব্যক্তিত্বই এটা যুগৰ সাহিত্যিক গোষ্ঠীক আকৃষ্ট কৰি ৰাখিছিল। তেওঁৰ পৰিমিত ৰচনা আৰু বিশেষকৈ

সাহিত্যিকৰ বন্ধুলৈ লিখা পত্ৰসমূহত এক অপূৰ্ব বৰ্ণ আৰু সুবাসৰ সমাৱেশ দেখা পোৱা যায়। এই লেখাবোৰক জীৱনৰ এক পোহৰী স্বপ্ন আৰু একেলগে ভাষাৰ শক্তি আৰু সৌন্দৰ্যই ধৰা দিয়ে। বৰ্তমানে লেখাখিনি একে লগ কৰি উলিয়াবৰ যত্ন কৰা হৈছে। ১৯৬৩ চনৰ ১৪ অক্টোবৰ তাৰিখে দিচাঙৰ পানীত নোহোৱা হোৱা এই মনোৰম ব্যক্তিত্বলৈ আমাৰ নমস্কাৰ। তেওঁৰ আত্মাই শান্তি লাভ কৰোক আৰু ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত অধিষ্ঠান কৰি ভৱিষ্যতৰ অসমীয়া লেখকসকলক সুন্দৰ সৃষ্টিলৈ উদ্‌গনি দিয়ক এয়ে আমাৰ কামনা।

এটি কথা উল্লেখ কৰোঁতে গৌৰৱ অনুভৱ কৰিছোঁ যে আজিৰ ভৱন-প্ৰতিষ্ঠাৰ নান্দীটি বিশ্ববিশ্ৰুত ভাষাতাত্ত্বিক পণ্ডিত ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে প্ৰণয়ন কৰি দিছে, তাৰে প্ৰথমৰ শ্লোকটি দ্বাদশ শতিকাৰ মহীশূৰৰ বৈয়াকৰণ নাগৰৰ্মাৰ দ্বাৰা ৰচিত। ডক্টৰ চট্টোপাধ্যায়ক সশ্ৰদ্ধ কৃতজ্ঞতা জনাইছোঁ।

সৰশেষত অসমৰ ৰাজ্যপাল বিষ্ণু সহায়জীয়ে ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ লাইখুঁটাৰ শিলটি থাপনা কৰিবলৈ গাতলোৱা বাবে অসম সাহিত্য সভা তথা ভগৱতীপ্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ সমিতিৰ হৈ ধন্যবাদ জ্ঞাপন কৰিলো।

মহেশ্বৰ নেওগ
প্ৰধান সম্পাদক, অসম সাহিত্য সভা
সম্পাদক,
ভগৱতীপ্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ সমিতি

গুৱাহাটী
৭ এপ্ৰিল, ১৯৬৩

## ভগৱতীপ্ৰসাদৰ স্মৃতিত

**(ভগৱতীপ্ৰসাদ বৰুৱাৰ কলিকতাৰ সহপাঠী বিখ্যাত সাহিত্যিক গোপাল হালদাৰে ভগৱতীপ্ৰসাদ স্মৃতি ভৱনৰ আধাৰ-শিলা স্থাপন উপলক্ষে দিয়া চিঠি)**

অসমীয়া ভ্ৰাতৃ আৰু ভগ্নীসকল,

অসম সাহিত্য সভাৰ এই শুভ অনুষ্ঠানত আপোনালোকৰ আমন্ত্ৰণ পত্ৰ পাই বিশেষ সন্মানিত হ'লো। মোৰ আন্তৰিক ধন্যবাদ আৰু শুভেচ্ছা আপোনালোকক গ্ৰহণ কৰিব। সম্ভৱ হ'লে নিশ্চয় এই শুভ দিনত আপোনালোকৰ লগত সন্মিলিত হৈ ধন্য মানিলোহেঁতেন — বিশেষকৈ যেতিয়া এই ভ্ৰমণৰ নাম কৰা হৈছে মোৰ প্ৰিয় বন্ধু আৰু সহপাঠী স্বৰ্গীয় ভগৱতীপ্ৰসাদ বৰুৱাৰ নামে।

সেয়া আজি প্ৰায় ৪৫ বছৰ সাগৰ কথা। ১৯১৮ চনত আমাৰ প্ৰথম পৰিচয়।



আমি দুয়োজনেই একেখন স্কটিছ চাৰ্চ কলেজৰ ছাত্ৰ, কলেজৰ একেই ছাত্ৰাবাসৰ (ওগিল্‌ভী হোষ্টেল) অধিবাসী। তাৰ উপৰি আমাৰ পাঠ্যক্ৰম আছিল একেই আৰু আছিলোও ছাত্ৰাবাসৰ চাৰি ভাগত ভগৱতী বাবু আৰু গিৰীন বাবু দুয়োজন অসমীয়া সহপাঠী বাস কৰিছিল একেটি কোঠাতে। মই আছিলোঁ নিচেই কাষৰ এটি অকলশৰীয়া কোঠাত। কিছুদিন আগেয়ে এই হোষ্টেলৰ সহকাৰী পৰিচালক আছিল অসমীয়া কবি যতীন দুৱৰা মহাশয় — সাহিত্যানুৰাগৰ কাৰণে তেখেতৰ লগত মোৰ দাদা অধ্যাপক ৰঙ্গীন হালদাৰৰ (পাটনা) সৌহাৰ্দ্য আছিল। দেখাদেখি নহ'লেও তেখেতৰ নাম মই তেতিয়াৰে পৰা জানো। পিছত যতীন বাবুৰ লগত কলিকতাত যেতিয়া মোৰ পৰিচয়, তেখেতৰ ওচৰত অগ্ৰজৰ স্নেহ লাভ কৰিছিলোঁ। বোধহয় যতীন বাবুৰ পৰামৰ্শ মতেই ভগৱতী বাবু আৰু গিৰীন বাবু এই হোষ্টেলত থকাৰ স্থিৰ কৰিছিল হ'ব পায়। অনবদ্য আছিল তাৰ সকলো ব্যৱস্থা। অসমীয়া সাহিত্যৰ ইতিহাসত ওগিল্‌ভী হোষ্টেলৰ কথাই গম পায় নে নাপায় নাজানো, কিন্তু বঙলা সাহিত্যত স্বৰ্গীয় বন্ধু ৰজনীকান্ত দাসৰ 'আত্মস্মৃতি'-ৰ কাৰণে ওগিল্‌ভী ছাত্ৰাবাসৰ উল্লেখ থাকি যাব। ৰজনীকান্তও আমাৰ সহপাঠী আৰু সতীৰ্থ আছিল। কিন্তু তেওঁ এই কলেজত আৰু এই ছাত্ৰাবাসত নাম লগাইছিল দুবছৰ পিছত আৰু তেওঁ আছিল বি.এছ.চি.-ৰ ছাত্ৰ। তাৰ আগেয়ে ভগৱতী বাবুৰ লগত মোৰ পৰিচয় সৌহাদ্যত পৰিণত হৈছিল। সজনী আহিলত তেওঁ তেওঁৰ স্বাভাৱসিদ্ধ গুণেৰে এই সমস্ত দলটোকে সজীৱ কৰি তুলিছিল।

ওগিল্‌ভী হোষ্টেল এটি সৰু ছাত্ৰাবাস — মাত্ৰ ৫২ জন ছাত্ৰৰ বাস। সেয়েহে কোনোবাজনৰ লগত কোনোবাজনৰ পৰিচয় নঘটাটোৱেই অসম্ভৱ। ভগৱতী বাবুৰ লগত সেই পৰিচয় সৌহাদ্যত পৰিণত হওঁতে অলপ পলম হৈছিল। কলেজলৈ একেলগে যাওঁ আৰু ক্লাছৰ শেষত সহপাঠীৰ অনেকেই একেলগে হোষ্টেললৈ ঘূৰি আহোঁ। তাৰ পিছত খোৱাৰ মজিয়াত আৰু খেল-ধেমালিৰ .... **সম্পূৰ্ণ নহ'ল...**

## উত্তৰ-পূব সীমান্ত অঞ্চলৰ শিক্ষা-নীতি আৰু সাংস্কৃতিক নীতি

উত্তৰ-পূব সীমান্ত অঞ্চল শিক্ষা আৰু সাংস্কৃতিক নীতিয়ে যোৱা বছৰটোত আমাৰ বাবে নানা নতুন চিন্তা সৃষ্টি কৰি থাকে। ১৯৬২ চনৰ ৩০ মে' তাৰিখে স্থানীয় কাকতত প্ৰকাশ পায় যে সীমান্তৰ শিক্ষাধিকাৰৰ অধীনস্থ বিষয়াসকলৰ এখন সভাই অসমীয়া ভাষাক সীমান্তৰ শিক্ষা-পদ্ধতিৰ ভিতৰত গৌণ স্থানলৈ ঠেলিবৰ কাৰণে সিদ্ধান্ত গ্ৰহণ কৰে। ৩১ মে' তাৰিখে আমি এটি বিবৃতিৰে এনে সিদ্ধান্ত অযুক্তিকৰ, অনৰ্হ আৰু জাতীয় সংহতিৰ বিৰুদ্ধে হৈছে বুলি প্ৰতিবাদ জনাওঁ। দুই-এখন ৰাজহুৱা সভায়ো একে মৰ্মে উক্ত সিদ্ধান্তৰ বিৰোধ কৰি প্ৰস্তাৱ গ্ৰহণ কৰে। বাতৰি কাকতত ওলোৱামতে

অসমৰ ৰাজ্যপাল আৰু সীমান্ত অঞ্চলৰ আয়ুক্তই এনে সিদ্ধান্তৰ যৌক্তিকতাৰ প্ৰশ্ন তোলে। এইটোও প্ৰকাশ হয় যে এই ক্ষমতাৰ অতীত সিদ্ধান্ত গ্ৰহণৰ বাবে ঘাইকৈ জগৰীয়া সীমান্ত অঞ্চলৰ শিক্ষাধিকাৰ।

১৬ মে' তাৰিখে লোকসভাত ৰিশ্বাং কেইশ্বাং আৰু দায়িং ইৰিঙৰ প্ৰশ্নৰ উত্তৰত ভাৰতৰ বহিঃপৰিক্ৰমাৰ ৰাজ্যিক মন্ত্ৰীয়ে এইদৰে উত্তৰ দিয়ে ঃ এইটো সিদ্ধান্ত হয় যে প্ৰাথমিক শিক্ষা দেৱনাগৰী লিপিত জনজাতীয় ভাষাৰ মাধ্যমত চলি থাকিব লাগে আৰু লগে লগে ওপৰৰ শ্ৰেণীবিলাকৰ শিক্ষাৰ মাধ্যম হ'ব লাগিব অসমীয়া; অৱশ্যে অংকশাস্ত্ৰ আৰু বিজ্ঞান এই বিষয় দুটা ইংৰাজীত শিকোৱা হ'ব। কিন্তু দুনাই প্ৰশ্ন কৰাত মন্ত্ৰীগৰাকীয়ে আকৌ কৈ পেলালে, 'যিবোৰ জাতিৰ মানুহে অসমৰ পৰা বহুত আঁতৰ হোৱা বাবে আৰু সেই হেতুকে অসমীয়া শিকি তেওঁলোকৰ লাভ নহয় বাবে দেৱনাগৰী লিপিত হিন্দী শিকিবৰ ইচ্ছা প্ৰকাশ কৰিছে; সেইবোৰৰ বাহিৰে আনবোৰ ঠাইত অসমীয়াই হ'ল শিক্ষাৰ বাহন।'

এই উক্তিয়ে অতি স্পষ্টকৈ দেখুৱায় যে সীমান্তৰ ভাষা-নীতিৰ প্ৰয়োগ সৰ্বত্ৰ সমানভাৱে হোৱা নাই। জনা গৈছে, লোহিতপুৰ, বোমডিলা, টাৱাং, মেচুকা আৰু মনিগঙৰ স্কুলবোৰত আৰু চাংলাং বুনিয়াদী মহাবিদ্যালয়ত হিন্দীমাধ্যমৰ প্ৰচলন হৈ আছে। পাছিঘাটৰ নিচিনা অসমীয়া অতি প্ৰীতি থকা এডোখৰ ঠাইৰ হাইস্কুলত এটা সমান্তৰাল হিন্দী শাখা খোলা হৈছে। তদুপৰি, চীন সীমান্তৰ দাঁতি কাষৰীয়া ঠাইবোৰৰ স্কুলৰ শিক্ষকৰ নিয়োগ আৰু বিনিময়ৰ ভাৰ শিক্ষাধিকাৰজনে নিজৰ হাতত আছুতীয়া কৰি ৰাখিছে। এই সকলোবোৰে সীমান্তৰ শিক্ষা-নীতিৰ প্ৰতি আমাৰ গভীৰ সন্দেহৰ সৃষ্টি কৰে।

সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি সম্পৰ্কে বাতৰি কাকতত আমাৰ কেইবাটিও বিবৃতি আৰু প্ৰবন্ধ প্ৰকাশ পায়। সাংস্কৃতিক নীতি সম্পৰ্কীয় এটি প্ৰবন্ধত বৈয়াম আৰু সীমান্ত অঞ্চলৰ স্বাভাৱিক ধৰ্মমূলক সম্পৰ্ক প্ৰশাসনে ব্যাহত কৰা কথা লৈ সমালোচনা কৰা হৈছিল। এই সমালোচনাই সীমান্ত কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰে আৰু সিসকলে আমালৈ চিঠি-পত্ৰ দিবলৈ ধৰে। ১১ মাৰ্চ, ১৯৬৩ তাৰিখৰ চিঠিত সীমান্তৰ জনজাতীয় পৰিক্ৰমাৰ উপদেষ্টা ডক্টৰ ভেৰিয়াৰ এল্‌ৱিনে এইদৰে মত প্ৰকাশ কৰিছে ঃ

I am very interested in the Gossains and their influence in NEFA and I am anxions to see the links between the NEFA tribes and the satras which I am sory to say, seem to have been broken in some Divisions, restored, your article on Narottam Raja is most interesting. I entirely agree with you that NEFA and Assam should work together and indeed this has been always been my view.



"সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি" নামে আমাৰ এখনি পুথি ইতিমধ্যে প্ৰকাশিত হৈ গৈছে। এই পুথি অসমৰ পৰা যোৱা পালিয়ামেণ্টৰ সদস্যসকল আৰু সীমান্তৰ নেতৃস্থানীয় লোকসকলৰ মাজত বিতৰণ কৰা হৈছে। সুখৰ বিষয় আমাৰ সদস্য কেইজনমানে লোকসভাত সীমান্ত আৰু অসমৰ একীকৰণৰ বিষয়ে দৃঢ়ভাৱে মত দাঙি ধৰিছে। আমাৰ প্ৰকাশিত পুথিখনিয়ে সীমান্ত প্ৰশাসনৰ দৃষ্টি ইতিমধ্যে আকৰ্ষণ কৰিছে। এই কথা ডক্টৰ এল্‌ৱিনৰ উপৰোদ্ধৃত পত্ৰখণ্ডৰ পৰা বুজা যায়।

চীন আক্ৰমণৰ প্ৰথম আঘাতৰ সময়ত ভাৰতৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৱে সীমান্তৰ প্ৰশাসন নীতিৰ কিছু পৰিৱৰ্তন হ'ব লাগে বুলি কৰা সমূহিক উক্তিয়ে যথেষ্ট আলোড়নৰ সৃষ্টি কৰে। ভাৰতীয় সংবিধানে অসম আৰু সীমান্তক এদিন এক কৰাৰ সম্ভৱনা ৰাখিছে। অসম সাহিত্য সভাই আদিৰে পৰা সেই হকে দাবী জনাই আহিছে। সীমা নিদ্ধাৰণ আয়োগৰ সমুখত সাক্ষ্য দিওঁতেও সভাই সেই মত দাঙি ধৰিছিল। বৰ্তমানে এই বিষয়ে চৰ্চা থকা লোকসকলৰ সহযোগত ভাৰত চৰকাৰৰ ওচৰত এক শক্তিশালী স্মাৰক-পত্ৰ দাখিল কৰিবৰ সময় আহিল।

## লোহিত আৰু ছিয়াং সীমান্তত অসম সাহিত্য সভাৰ সন্দেশবাহী দল

১৯৬১ চনৰ ডিচেম্বৰৰ শেষ সপ্তাহত ডক্টৰ মহেশ্বৰ নেওগ, অধ্যাপক পৰাগ চলিহা আৰু হৰিপ্ৰসাদ নেওগ আৰু লীলা গগৈৰে গঠিত অসম সাহিত্য সভাৰ এটি সন্দেশবাহী দলে লোহিত সীমান্তলৈ অসম সাহিত্য সভাৰ সন্দেশবাৰ্তা লৈ যায়। কুণ্ডিল মুখত স্থানীয় ছাত্ৰ আৰু ৰাইজে দলটিক অভিবাদন জনায়। খামটি ৰজাৰ পৰিয়ালৰ চৌখামুন গোহাঁইদেৱে শদিয়াৰ পৰা তেজুলৈ যাবলৈ দলটিক নিজৰ দুখন গাড়ী দিয়ে। তেজুত থকা সময়ত দলটিক স্থানীয় ৰাইজ আৰু ছাত্ৰসকলে বিবিধ অনুষ্ঠানেৰে আপ্যায়িত কৰিছিল আৰু সম্প্ৰীতিৰ আদান-প্ৰদানো কৰিছিল। ইয়াৰ উপৰি পৰশুৰামকুণ্ডৰ বাটত টিমাই গাঁৱৰ ৰাইজৰ মাজত সঁজাতী দলে বঁটা-বাহন আদি বিলাই দিয়ে। চৌখামৰ খামটি ৰাইজে দলটিক কাঁহ ঢোল কোবাই নিজৰ গাঁৱলৈ আদৰি নিয়ে আৰু স্থানীয় স্কুলত আৰু ৰাপুচাঙত বহা সভাত আন্তৰিক সম্প্ৰীতি যাচে। শদিয়ালৈ ঘূৰাৰ বাটত চাৰাওঁ মিছিমিসকলৰ গাঁও ইয়েলিয়াং সোমাই সঁজাতি দলে উপঢৌকন বিনিময় কৰে।

১৯৬২ চনৰ অক্টোবৰৰ ১৭ তাৰিখে ডক্টৰ মহেশ্বৰ নেওগ আৰু লীলা গগৈৰে দুজনীয়া সন্দেশবাদী দল এটা ছিয়াং সীমান্ত অঞ্চলৰ আলঙলৈ যাত্ৰা কৰে। এই দলটিয়েও আলং, গালং আদিসকলৰ ডৰগাঁও কম্বা আৰু নকৈ পতা গাঁও জিনিঙত স্থানীয় ৰাইজ, কৰ্মচাৰী আৰু ছাত্ৰসকলৰ আদৰ-আশ্বাসৰ মাজত ভ্ৰমণ কৰে আৰু

উপঢৌকন বিনিময় আদি কৰে। বিশেষকৈ ছাত্ৰ-ছাত্ৰীসকলৰ আনন্দ উলাহে লোহিত আৰু ছিয়াং দুই অঞ্চলকো সাহিত্য সভাৰ দলে অভিভূত কৰি তোলে। ৩ নৱেম্বৰৰ দিনা তিনিজনীয়া এটি দল পাছিঘাটলৈ বুলি যাত্ৰা কৰে; কিন্তু ইতিমধ্যেই চীনা আক্ৰমণৰ ফলত কলিজা এয়াৰৱেজৰ আকাশীজাহাজ সামৰিক কাৰ্যত নিয়োজন হোৱাত দলটি ডিব্ৰুগড়ৰ পৰা ঘূৰিব লগীয়া হয়।

## নেফাত অসমীয়া ভাষা দিৱস

### অসম সাহিত্য সভাৰ গোহাৰি

আপোনালোকে জানে যে ভাৰতৰ সংবিধানে অসমৰ অবিচ্ছেদ্য অংশ বুলি স্বীকৃতি দিয়া উত্তৰ-পূৰ্ব সীমান্ত অঞ্চল (নেফা) বৰ্তমানে এখন অসমৰ লগত সম্পৰ্ক নোহোৱা অজান্তিমুলুকত পৰিণত হৈছে। বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰে পৰা ভাই ভাই স্বৰূপে লগালগিকৈ থকা অসমীয়া আৰু জনজাতিসকলৰ মাজত সম্পৰ্ক নাইকিয়া হৈ যাব ধৰিছে। অসমীয়া ভাষা সেই অঞ্চলৰ পৰা ক্ৰমাত বিতাৰিত হ'ব লাগিছে আৰু আন কি প্ৰাইমাৰী স্তৰৰ পৰাও অসমীয়া ভাষা তুলি দিবৰ দিহা কৰা হৈছে বুলি কাকতে-পত্ৰই পঢ়িবলৈ পোৱা গৈছে। এইবোৰ কথা বিবেচনা কৰি অসম সাহিত্য সভাৰ যোৱা গুৱাহাটী অধিৱেশনত এটা প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। সম্প্ৰতি সেই প্ৰস্তাৱকে কাৰ্যকৰী ৰূপ দি ৰজা আৰু ৰাইজৰ এই সম্পৰ্কে তীব্ৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ কাৰ্যনিৰ্বাহক সভাই অহা ৯ জুন শনিবাৰৰ দিনটো "নেফাত অসমীয়া ভাষা দিৱস" স্বৰূপে পালন কৰিবলৈ স্থিৰ কৰিছে। এই কাৰ্যৰ দ্বাৰা অসম সাহিত্য সভাই কোনো ৰাজনৈতিক বা দলীয় চৰকাৰ বিৰোধী আন্দোলন পৰিচালনা কৰিবলৈ বিচৰা নাই। সভাই কেৱল কামনা কৰে — উত্তৰ-পূৰ্ব সীমান্ত অঞ্চলত অসমীয়া ভাষাই ন্যায স্থান পাব লাগে — অৱশ্যে জোৰ-জুলুম আৰু বাধ্য-বাধকতাৰে জনজাতীয় ভাইসকলৰ ওপৰত অসমীয়া ভাষা জাপি দিয়াটো সভাৰ উদ্দেশ্য নহয়। সভাই ইয়াকো কামনা কৰে যে আমাৰ দেশৰ শাসকসকলে — বিশেষকৈ যিটো দলৰ ওপৰত আজি আমাৰ শাসনভাৰ আছে তেওঁলোকৰ মুখিয়ালসকলে তালৈ গৈ যেন নিজ চকুৰে চাই তন্ন তন্নকৈ সকলো কথা বুজি লৈ অসমীয়া ভাষাক তাত ন্যায অধিকাৰ দান কৰে। সমগ্ৰ অসমত অসম সাহিত্য সভাত গৃহীত প্ৰস্তাৱৰ সপক্ষে যাতে অনুকূল শক্তিশালী জনমত গঠন হয় আৰু অতি সোনকালে কৰ্তপক্ষৰ দৃষ্টি আকৰ্ষণ কৰা হয় তাৰ বাবে সকলোকে তৎপৰ হ'বলৈ অনুৰোধ জনোৱা হৈছে। সেই উদ্দেশ্যে অসম সাহিত্য সভাৰ শাখা সভা, স্বীকৃত সভা অদিৰ উপৰি সকলো সাংস্কৃতিক অনুষ্ঠান আৰু ছাত্ৰ-ছাত্ৰীসকলক এই নিবেদন জনোৱা হৈছে।



## কাৰ্যসূচী

(ক) শান্তিপূৰ্ণ সমদল যাত্ৰা — উচিত সময় নিজে নিৰ্দ্ধাৰণ কৰি ল'ব। "নেফাত অসমীয়া ভাষাই ন্যায ঠাই পাব লাগে, নেফাত শিক্ষাৰ মাধ্যম অসমীয়া হ'ব লাগে, নেফাৰ ইতিহাস অসম ইতিহাসৰ অবৰ্জনীয় অংশ, নেফাৰ সংস্কৃতি অসমীয়া সংস্কৃতিৰ সৈতে একে, নেফানিবাসী আৰু অসম নিবাসী একে পৰিয়ালৰ" — এই ধৰণৰ প্লেকাৰ্ড আদি ল'ব আৰু ধ্বনি কৰিব। দেশপ্ৰেমমূলক জাতীয় সংগীত গাব। কোনো ব্যক্তিগত অনুষ্ঠান বা ব্যক্তি বিশেষৰ বিৰুদ্ধে আক্ৰমণাত্মক ধ্বনি নকৰিব।

(খ) সমদলৰ অন্তত ৰাজহুৱা সভা — এই সভা অৰাজনৈতিক সাংস্কৃতিক সভা হ'ব। নেফা আৰু জনজাতি সম্পৰ্কে প্ৰবন্ধ আদি পাঠ কৰিব। সভাৰ অন্তত তলত দিয়া প্ৰস্তাৱটো গ্ৰহণ কৰিব —

উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতিসকলৰ লগত অসমীয়া ভাষা সংস্কৃতি ওতপ্ৰোতভাৱে জড়িত আৰু সুদীৰ্ঘ দিন ধৰি এই জনজাতীয়সকলৰ মাজত শিক্ষাৰ মাধ্যমৰূপে অসমীয়া ভাষাই চলি আছিল। কিন্তু অলপতে সেই অঞ্চলৰ শিক্ষাৰ মাধ্যমৰূপে হঠাতে হিন্দী প্ৰৱৰ্তন কৰি সম্পৰ্কীয় কৰ্তৃপক্ষই জনজাতীয় ভাইসকলক অসমীয়া ৰাইজৰ পৰা পৃথক কৰি ৰাখি জাতীয় ঐক্য ক্ষুণ্ণ কৰিবৰ যি প্ৰচেষ্টা চলাইছে আজিৰ সভাই তাৰ তীব্ৰ বিৰোধীতা কৰে আৰু পূৰ্বৰ দৰে অসমীয়া ভাষাক এই অঞ্চলৰ শিক্ষাৰ মাধ্যমৰূপে প্ৰৱৰ্তন কৰিবলৈ কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰৰ দুনাই দাবী জনায়।

[Whereas the Assamese language and culture are inseparably linked up with the tribal population of the NEFA area and whereas Assamese has been, from long past, the medium of instruction of those people, this meeting voices a strong protest against the authorities concerned for their undesirable attempt to damage the national unity by suddenly adopting Hindi as the medium of their instruction and thereby driving a wedge between the plains-people of Assam and their tribal brothers and reiterates the demand to restore Assamese to the position of the medium of instruction in the NEFA region.]

(গ) ইংৰাজীত প্ৰস্তাৱৰ নকল অসমৰ ৰাজ্যপাল, তেওঁৰ জনজাতীয় উপদেষ্টা, ভাৰতৰ প্ৰধান মন্ত্ৰী, অসমৰ মুখ্যমন্ত্ৰী, শিক্ষামন্ত্ৰী, অসম কংগ্ৰেছৰ সভাপতি, দিল্লীৰ অসমীয়া এম.পি.সকল, আৰু সভাৰ বিৱৰণ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক আৰু অসমৰ সকলো কেইখন বাতৰি কাকতলৈ পঠাব।

(ঘ) এইদিন পালন উপলক্ষে পিকেটিং, ধৰ্মঘট, অসজ আচৰণ আদি সৰ্বতোভাৱে বৰ্জনীয়।

## নেফা-প্ৰসংগ

### জনজাতি সম্পৰ্কীয় জোৰণি পত্ৰ

স্মাৰক-পত্ৰৰ লগত আৱশ্যকীয় স্থান আৰু ব্যক্তিলৈ পঠোৱা চিঠিৰ নকল—

Dear Sir,

We crave your kind indulgence for intruding upon your precious time by raising a topic, which, though vital to our national solidarity, has unfortunately found little or no light outside Assam. The topic is the language policy for N.E.F.A.

Since time immemorial the people of the N.E.F.A. areas have been living in close proximity and good neighbourliness with the people of the Assam Valley in a spirit of comradeship and a synthesis has steadily developed among these peoples. It is interesting to note that even during the time of the British, not only was this happy synthesis maintained but history bears ample testimony to us being steadily developed and stabilised. But for this happy position, we are afraid, peaceful existence of this part of the country would have been imperilled.

As you will surely appreciate, language is always an important if not the vital medium for evolving such a happy synthesis and particularly in the matter of Assam and N.E.F.A., this has always been the case in as much as the hill breathren, in their commercial and other intercourses with the plains people, have been using the language of the plains people — Assamese — as their medium. In course of this process of intercourse, both sides borrowed freely from each other and as the texture of Assamese vocabulary will point out, quite a number of Tribal words have come up within Assamese stock.

It is not only so, but as will be evident by a casual visit to any part of N.E.F.A. Assamese has been the *lingua franca among the different* tribal groups.

History further points clearly to the fact that this part of India has ever remained almost as a single, autonomous, compact unit and surprisingly enough. Nature herself has bestowed her blessings in fostering it up and strengthening this bond.

Holding as it does, the strategic position of a defence frontier of India, this area must, of necessity, be treated as a consolidated unit and the Constitution itself, in view of all this, has provided for ultimate integration of N.E.F.A. with Assam.

We are constrained, however, to point out that instead of building up this natural process of integration, the N.E.F.A. administration, for the



last few years or so, have been following a policy of *isofation and disintegration by seeking* to eliminate Assamese from its age-old position of medium of Synthesis. We must not be foolish enough to grudge a proper propagation of our National Language (Hindi) : but we find it hard to reconcile that by ousting a language from its age-old position it shoul be thrust upon a people, who, naturally as also or necessity, have been conversant with that language (Assamese). We must not grudge also the development and propagation of the different tribal tongues : but it is in the interest of the tribals themselves that their link with India lies always through Assam and the language of Assam cannot but be their medium to build the edifice of synthesis, fellowship and solidarity.

It might be contended that the tribal people of the N.E.F.A. have not raised a voice of protest against the present arrangement of imposing Hindi in preference to Assamese and that their opinions are to be taken in this matter; but it should be clearly borne in mind that they are still backward and in a state of illiteracy and it would be idle to expect them to be quite vocal or to revolt against the administration policy. But would it be proper to exploit their simplicity ? Even so, it is significant to note that reports have appeared in the press about protests by tribals themselves against superimposition of Hindi and demanding retention of Assamese.

If it is the avowed policy of the Central Govt. to help and foster the growth of regional languages and refrain from imposing Hindi at the sacrifice of the interest of the latter, we fail to understand why Hindi has been made the medium of instruction in preference to Assamese. We say all this not because we love Hindi less but because we love Assamese we love Hindi les but because we love Assamese more, not from sentimental or parochial considerations but from higher considerations of unity, fraternity and political expediency.

We therefore, beg to invite your urgent attention to the above facts and request you to go through the booklet enclosed herewith and impress upon the powers that be, that Assamese be retained in its age-long position and any attempt to oust it will be highly detrimental to the interest of India as a whole.

The most unfortunate aspect of the whole matter is that whenever a voice is raised against downright denial and utter disregard for Assam's natural, just and legitimate clams, more often than not, it is conveniently though sadistically, interpreted as a measure of parochialism, provincialism or what is called linguistic imperialism. Issues such as one referred to above are, therefore, made delicate and they call for a sober analysis

— never to be brushed aside by superficial observations or pious sermons. We believe you would take the matter in its true perspective and we would appeal in its true perspective and we would appeal to you in the name of justice and fair play, the more so for a neglected part of mother India, to visit our areas and see and feel for yourself the truth in its clearest revelation.

A line in reply will be greatly appreciated.

Sibsagar
Sept. 10, 1956

Yours cordially
Sd/ Parag Chalhia
Secy. Hills & Plains Amity Section

## THE POSITION OF THE ASSAMESE LANGUAGE IN THE NORTH EASTERN FRONTIER AGENCY

The State of Assam is the homeland of different tribal groups both in the hills and the plains, who differ from one another in point of ethonology, dialects, cultural and social set-up. Because of the isolation of the Hills and the plains mainly under British rule the tribal people of the Hills have been maintaining their separate identities from those of the plains as well as among themselves. In the case of the plains tribal population it is different due mainly to easy social mobility and means of communication. It is because of such facilities that the tribal population of the plains has been able to contribute largely to the synthetic growth of a culture, known as Assamese culture. Hostory establishes the fact of such synthesis and social and cultural assimilation as may be pointed out in relation to the Aboms, a race of Monogolid people, who migrated into Assamese in the 13th century A.D. from across the patkais and ruled Assam for nearly six hundred years as also other mongoloid and Tibteo-Burman peoples, viz., Bodos, Chuityas, etc. In this connection, we quote Dr. S. K. Chatterji, the great linguist and oriental scholar, who observes in his authoritative work, "The place of Assam in the history and Civilisation of India' :—

Assam with Nepal helped very largely in the absorption of this Kirata element in the formation of the North Indian (Hindu) people. this can be looked upon as Assam's great contribution to the synthesis of cultures and fusion of races that took place in India – a svnthesis which had started in pre-historic times when two distinct races found that they were to re-



side together in the same country – the Austric and the Mongoloid, the Dravidian and the Austirc, and the Dravidian and the Mongoloid."

The Ahoms abandoned their own language and culture to a great extent and assimilated the language of the people they ruled, as pointed out by Dr. Chatterjee, due to the fact that they were "More receptive to new ideas and were in temperament more adaptive." Again, Dr. Chatterji observes :–

"The late medieval period in the history of Assam under the Ahom kings was, as we have seen, a period partly of travail for Assam, when her various tribal peoples of Mongoloid origin – the original Bodos and others and the Austric peoples allied to the Khasis, together with that strong group of Shan new comers, the Ahoms – were finally welded together as a single Assamese speaking nation."

This process of happy synthesis among the Hills and the plains people grew and developed to a great extent during the Ahom rule on the cultural and political aspects of it, which, however, unfortunately enough, received a toral set-back under British power, who for obvcious reasons instituted an iron curtain by introducing the Inner Line Regulation (1873) and the Frontier Tracts Regulations (1880). and also created a psychology of isolationsim amongst different peoples. This, we are afraid would ultimately stand in the way of a healthy growth of nationalism unless the danger is nipped in the bud by careful planning of relations between the Hills and the plains so that it might result in a happy rehabilitation of the mind.

It may be noted that there are over fifty different principal tribes in the N.E.F.A., each having its own dialect, and there are groups among them with a population of less than ten thousand. These different tribal groups, in matters of inter-tribal contacts, used and have been using the Assamese language as their lingua Franca since time immemoral, as because the different tribal dialects are as cloded book to each other. In this connection we may point out as an instance the fact of a single ethnic group known as Nagas and in support of our thesis we quote the following eminent authorities.

"Indeed the Assamese language as used in the Naga Hills is pecularly well adopted for the reproduction of Naga Idioms and as a vehicle of interpretation, it makes a far better lingua franca for the hills than Hindusthani or English would, the substitution of which for Assamese has been occasionally suggested."

— Dr. J.H. Hutton, The Sema Nagas, pp. 266

"In the neighbouring tribe, the Lohta Nagas, the Assamese language

is used freely and this no boubt is largely due to the fact that they raised cotton which is sold to the traders in the Assam Valley. In this way, their contacts have been more numerous .... As a result of these contacts, the Assamese language is coming to be used by an increasing number of Nagas and the Assamese terms are creeping into their language."

– W. C. Smith. The Ao Nagas, pp. 177-ff.

Dr. Hutton, again, writes :

"The Aos have probably received more ad-mixture of actual Assamese blood that most Naga tribes, and during the Burmese invasions many Assamese took feruge in the Aos country.

"They (the Lohta Nagas) have long be in contact with the Assamese. Many villages even possess grants of land in the plains given by the Ahom Rajas."

– J.P. Mills, The Ao Nagas, p. 4.n.

Further, we give below the following quotations from authorities with regard to other hill tribes of the NEFA area in support of our contention above. Von Furer-Haimendorf in his Report on the Educational Po9licy in the Subansiri Areas observes :—

If the tribesmen of the Subansiri region are to adapt themselves to their style of living and closer contacts with outside world, a measure of education is indispensable to make this process a success. Only literacy and a knowledge of Assamese can enable Dafalas or Apatains to deal in equal terms with the people of the plains.

There can be no doubt that acquisition of a working knowledge of colloquial Assamese must be the first choice among the Dafales and South Kamal Miris.

In 1873 a British officer worte. "Assamese knowing men are very helpful."

We are of the emphatic opinion that Assamese has the age-old tradition as being the lingua franca among the different tribes in their commercial and other contacts. Further Assamese has been the lingua franca among the different tribes and has been used in their contacts (commercial, social and otherwise) with the plains people from ages past.

Here we want to point out that Assamese is a composite language, the texture of which is made up of both Indo-Aryan and Indo-Chinese elements. Assamese has not only assimilated words from such sources as the Khasi, Naga, Bodo, Mikir, Hill Miri, etc., but is also influenced likewise in point of grammar, syntax and pronunciation. In support of this, we may draw your attention to the observations, made by Dr. B. Kakati in his authoritive work, 'Assamese : Its Formation and Development.'



Ancient Assam history establishes the fact of a close political relationshop between the hill tribes and the Ahom rulers of the plains. It is not only that the friendly neighbouring tribal chiefs paid friendly visits to the Ahom court, but also that there were treaties of amity and friendship between the rulers of the plains and those of the hills. Besides there are bistorical evidences of how the tribal chiefs helped the Ahom rulers with men and materials, specially with solidiers for the Ahom army in their frequent encounters with outside invaders. Lachit Bar Phukan, and national hero of Assam, had his army consisting of tribal people like the Nagas and the Miris, some of whom even held military ranks as Captains and Generals. This shows that ancient Assam, composed, as it is, with the plains and the hills that dot and surround it, was considered as a separate and single consolidated identity to be jointly defended and protected from outside ouslaughts.

It may further be mentioned here that Sankardeva, the foremost Assamese religion preacher and social reformer dreamt and worked for a homogenous map of Assam embracing the different tribal races and peoples. He had disciples among the nagas the Garos, the Mikirs etc. some of whom held distinguished positions of Atais, i.e., venerable preachers like narottam of the Nagas, Govinda of the Garos, Balai of the Mikirs.

The Constitution of India provides for the ultimate integration of the N.E.F.A. with Assam and the present Administration is only an interim arrangement. It is with a sense of deep regret that we note that in the face of all these natural processes of synthesis and harmony instead of preparing the ground for ultimate integration the present Administration is following a policy of disintegration and isolation.

(i) by gradually seeking to eleinate, by direct or indirect processes, the Assamese language, which has been the medium of instruction since Independence ;

(ii) by gradully seeking to frustrate the desire of the tribal peole for adoption of the Assamese language, which has already been a basis, as pointed out above, as also the manners, customs and cultural traditions that might invariably lead to a synthesis and harmonious relation between the Hills and Plains in this defence frontier of India ;

(iii) by deliberate and systematic attempt on the part of the Administration to suppress and discourage, at places, the desire of the tribal people for cultural and social contact with the Assamese people of the plains :

and (iv) by debarring the locak journalists connected with Assam papers from visiting the N.E.F.A. areas.

Here we painfully record our objection to the fact that the Commision appointed by the Union Education Ministry to go into the question of script and language of the N.E.F.A. areas did not care to consult (i) expert opinion in Assam, with which the Agency is going to be integrated as a single administrative unit, and (ii) did not, we are afraid, consult the N.E.F.A. people themselves and instead, came to conclusions on the basis of evidences recorded from officers and their subordinates and so-called leaders of the tribal people, dressed up by the Administrartion. We fail to understand the reasons which prompted the Authorities to cover up the composition and conclusions of the Commission with secrecy.

We request the Government to see that the public of Assam is takes into confidence by publishing the report of the above Commission, including notes of dissent, if any by any of its members.

Further, it may be pointed out,

(a) that the desire of the tribal people, at places, to maintain Assamese constumes and dresses, to which they have been habituated since time immemorial has been sternly discouraged ;

(b) that the tribal population are discouraged from associating themselves, when they so desire, with Assamese festivals and ceremonies ;

and (c) that it is deplorable to note that even Assamese officers and other employees of the Agency are discouraged and debarred from instituting their own indigenous festivals and ceremonies like Nam-kirtan, Bihu and Huchari ;

and (d) that even our religious preachers, who have a number of disciples in the hill areas are debarred from visiting their disciples, even when the tribal people so desire and extend invitation to their spiritual heads. This can be substantiated by a concerete instance of arrested and fined when he undertook a visit how the Chaliha Bareghar Sattradhikar was to his tribal disciples in the N.E.F.A. areas.

In view of the considerations stated above, we submit

(i) that Assamese be retained as the medium of instruction in schools, were it already exists :

(ii) that in areas where the Assamese language does not exist as a medium of instruction, the tribal tongue, if possible, be introduced as the medium ;

[In case the tribal people so desire, Assamese may be adopted as the medium of instruction in these areas.]

(iii) that the Assamese language should be retained and encouraged as the lingua franca, which position it has been naturally enjoying since time immemorial ;



and (iv) that in areas where the tribal tongue is adopted as the medium of instruction, the Assamese language should be taught as a compulsory second language.

In view of the above considerations, we also vehemently oppos the Government proposal, as held out in a recent statement, to adopt Assameese only as an optional language in the Agency and propose that in the interest of the tribal people themselves, due and ultimate rights of the Assamese be given and guaranteed in the N.E.F.A. in the light of the facts and suggestions made above.*

Nalinibala Debi
Hem Barua
Satyendranath Sarma
Harendranath Barua
Atulchandra Hazarika
Maheswar Neog
Benudhar Sharma
Parag Chaliha
Jatindranath Goswami.
on behalf of the Asam Sahitya Sabha

## Max Zimmering Reckoning

Max Zimmering Reckoning জাৰ্মান কবি। সভাই তেখেতলৈ নিমন্ত্ৰণী পত্ৰ দিছিল। ইতিমধ্যে তেখেতৰ মৃত্যু হয়। পৰিবাৰে দুটা কবিতাৰ 'ইংৰাজী অনুবাদ' পঠিয়ায়। দুয়োটা কবিতা উদ্ধৃত কৰা হ'ল।

Some, time you too a last account must render,
Where each day's weight and colour finds a place;
It leaves behind its sign upon your face
To mark the road wherein you chose to wander,

Do not suppose that you will be acquitted
Before that Court by whom you life is seen,
And which will surely ask where you have been
Since you were first into the world admitted.

Though all your deeds might given no cause for rueing,
And though your face of every scar were clear.
Though faultless, likewise, were your whole career.
And none were ever harmed by your misdoing.
Though nothing in your books need be corrected,
All mights accounted for, and missing none,

Not only must one see what you have done –
It matters also, what you have neglected.

Your life has still been wasted all unknowing.
If all your deeds were only for to-day,
And sent no spark of promise on its way –
Nor drop of fature from your life went flowing.

Translated by Barbara Whitehead
1937

**Max Zimmering The Exiled**

In many countries I have been
And been a guest of many nation,
And each new place that I have seen
Gave me new strength and inspiration,
For alwyays, in a fereign land,
Where loneliness might have assailed me,.
I found a friend to understand.
Who simply as a 'comrade' hailed me.

Only he who has loved abroad
Where different are men's thoughts and whishes,
Who sat as guest at foreign board
Ate foreign food from lforeign dishes,
Yet heard no hostile word while there
From host or hostess or refations –
He overcomes his pain and care,
And learns to cease his lanentations.

That leeling I remember still
When in strange strects one has to roam.
While haunting scense one's memory fill –
Mountains and rivers thoughts of home –
Yet, when I heard in foreign tongue
Familiar words my spirit waking,
I felt as though the dawn had sprung
With sunlight through the darkness breakign.

Translated by Barbara Whitehead
Oxfore 1939



## সংগীত শাখাৰ সভাপতিৰ অভিভাষণ

### শান্তিদেব ঘোষ

অসম সাহিত্য সভাৰ একত্ৰিংশতম অধিৱেশনৰ সংগীত শাখাত যোগ দিবলৈ আমন্ত্ৰণ পাই মই আজি নিজকে সঁচাকৈয়ে ধন্য মানিছোঁ। যোৱা ৪৬ বছৰ ধৰি এই মহতী সভাৰ আয়োজন চলাই আহিছে আপোনালোকে। আন কোনো ভাষাই নিজ প্ৰদেশত একেলগে ইমান বছৰ এনেকৈ এক সন্মেলন চলাই থাকিব পৰা নাই। সেইকাৰণে আপোনালোকৰ এই সন্মেলনৰ গুৰুত্ব মোৰ বাবে অত্যন্ত বেছি। আৰু ইমান দিনৰ এই সন্মেলনৰ দ্বাৰা আপোনালোকৰ সাহিত্য, কাব্য আৰু শিল্পৰ প্ৰতি যি নিষ্ঠা আৰু গভীৰ ভালপোৱাৰ পৰিচয় প্ৰকাশ পাইছে, তাত মই মুগ্ধ নহৈ থাকিব নোৱাৰোঁ।

আপোনালোকে জানে, মোৰ ব্যৱসায় হ'ল গুৰুদেৱ ৰবীন্দ্ৰনাথৰ গান, নাটকৰ অভিনয় আৰু তেওঁৰ দ্বাৰা প্ৰৱৰ্তিত নাচ বা নৃত্যাভিনয়ৰ চৰ্চা। ল'ৰাকালৰ পৰা গুৰুদেৱৰ সৃষ্টি এই কলাসমূহৰ চৰ্চা কৰি আহিছোঁ। যেতিয়া বয়স কিছু বাঢ়িল, তেতিয়া গুৰুদেৱৰ কামত সম্পূৰ্ণভাৱে নিজৰ জীৱন উছৰ্গা কৰাৰ লগে লগে যিটি চিন্তা মোৰ মূৰত তেওঁ সুমুৱাই দিছিল, সি হ'ল — ভালৰূপে নিজৰ দেশ আৰু তাৰ সংস্কৃতিৰ পৰিচয়েৰে নিজকে শিক্ষিত কৰি তুলিব লাগিব। আৰু এই বৈচিত্ৰ্যময় ভাৰতবৰ্ষৰ য'ত যি চাবলগীয়া, শুনিবলগীয়া আৰু জানিবলগীয়া আছে, তাক চাব লাগিব, শুনিব লাগিব আৰু জানিব লাগিব উন্মুক্ত উদাৰ মন লৈ; প্ৰত্যেকৰে যিটো ভাল বস্তু আছে, তাক বিচাৰি বাহিৰ কৰিব লাগিব।

গুৰুদেৱৰ এই চিন্তাৰ দ্বাৰা উদ্বুদ্ধ হৈ মই যোৱা চৌত্ৰিশ বছৰ ভাৰতৰ এক প্ৰান্তৰ পৰা অন্য প্ৰান্তলৈকে ঘূৰিবলগীয়া হৈছে। সেই সেই প্ৰান্তৰ প্ৰাচীন ধাৰাৰ নাচ, গান আৰু অভিনয় দেখা পাইছোঁ, সাধ্য অনুসৰি তাক শিকিবৰো চেষ্টা কৰিছোঁ। ভাৰতৰ বাহিৰলৈও গুৰুদেৱে মোক পঠিয়াইছিল একেটা উদ্দেশ্যৰে। অসমৰ নিচিনা প্ৰাচীন আৰু উচ্চ স্তৰৰ সংস্কৃতিৰ ধাৰক এখনি প্ৰদেশক জানিবৰ হেঁপাহ মোৰ আছিল। আমাৰ শান্তিনিকেতনত আমি অসমৰ বহুত ছাত্ৰ-ছাত্ৰী পাইছোঁ। তেওঁলোকৰ অনেকেই মোক অনেক ফালৰ পৰা অসমক জানিবৰ সুযোগ দিছে। প্ৰাচীন নৃত্য-গীত আৰু অভিনয়ৰ বিষয়ে অনেক প্ৰবন্ধৰ সাহায্যত যিমান দূৰ সম্ভৱ নিজকে শিক্ষিত কৰিবৰ চেষ্টা কৰিছোঁ। সময় আৰু সুবিধা বুজি দুই-এবাৰ এই প্ৰদেশত ফুৰিও গৈছোহি। বিশেষকৈ দ্বিতীয়বাৰ ভ্ৰমণৰ কথা মোৰ জীৱনৰ এটা উল্লেখযোগ্য ঘটনা। এই দ্বিতীয়বাৰ মই আহিছিলোঁ ১৯৪৭ চনৰ স্বাধীন ভাৰতৰ পাতনিৰ বছৰত। সেইবাৰ শ্বিলং নগৰত অসমৰ পৰ্বত আৰু ভৈয়ামৰ শিল্পী, সংগীত, নৃত্য আৰু অভিনয়ৰ যি বিৰাট এক সন্মেলনৰ আয়োজন হৈছিল, তাকে চাবলৈ বুলি আহিছিলোঁ সম্পূৰ্ণ নিজৰ অন্তৰৰ প্ৰেৰণাত, প্ৰায় কাকো

নজনোৱাকৈয়ে। সন্মেলনৰ আৰম্ভৰ পৰা শেহৰ দিনালৈকে মই আছিলোঁ আৰু প্ৰত্যক্ষ অভিজ্ঞতাৰ পৰা অসমক আৰু অলপ জানিবলৈ পাই ঘূৰি গৈছিলোঁ। কিছুদিন পিছত কলিকতাৰ এখন মাহেকীয়া আলোচনীত সেই অভিজ্ঞতাৰ বৃত্তান্ত প্ৰকাশো কৰিছিলোঁ। এই সন্মেলনতে মই প্ৰথমবাৰলৈ দেখিবলৈ পাওঁ বৈষ্ণৱ সত্ৰৰ নৃত্য, গীত আৰু অভিনয়। আৰু দেখা পাওঁ নানা সম্প্ৰদায়ৰ বৈচিত্ৰ্যময় নাচ-গান আৰু তেওঁলোকৰ সাজ-সজ্জা। ইয়াৰ পিছত লাহে লাহে নানা উপলক্ষ্যে আন আন ঠাইত অসমৰ নাচ আৰু গান চোৱাৰ আৰু শুনাৰ সুযোগ যেতিয়া যি পাইছোঁ, তাক এৰি দিয়া নাই। মই বিশ্বাস কৰোঁ, এখন দেশৰ নৃত্য, গীত আৰু অভিনয়ৰ বিষয়ে ভালকৈ জানিবলৈ হ'লে সেই দেশৰ মানুহ আৰু তাৰ সমাজৰ বুৰঞ্জী জনাৰ বিশেষ দৰকাৰ। শান্তি নিকেতনৰ পুথিভঁৰালৰ সহায়ত নানা কামৰ মাজত সুৰুঙা বিচাৰি যিমান দূৰ সম্ভৱ জানিবৰ সেই চেষ্টা চলাই আহিছোঁ। থূলমূলভাৱে মোৰ এই সামান্য অভিজ্ঞতাৰ পৰা মই যিকণ বুজিব পাৰিছোঁ, তাকে আজি আপোনালোকৰ ওচৰত নিবেদন কৰিম।

অসমৰ ইতিহাস আলোচনা কৰি দেখা গৈছে, অসমৰ জনসাধাৰণ সদায়েই সমগ্ৰ ভাৰতৰ ৰাজনীতি, ধৰ্ম আৰু সাংস্কৃতিক আন্দোলনৰ অবিচ্ছেদ্য অংশৰূপে স্বীকৃত আৰু উন্নত এক সভ্যতাৰ বাহক। এই দেশৰ ৰজাসকল ৰাজনীতি আৰু যুদ্ধবিদ্যাৰ বিষয়ত যেনেকৈ কৌশলী, সাংস্কৃতিক বিকাশৰ উপযোগী এক উদাৰ মনো তেওঁলোকৰ তেনেকৈ আছিল। মহাভাৰতৰ যুগত কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত প্ৰাগজ্যোতিষপুৰৰ ৰজা ভগদত্তক আহ্বান জনোৱা হৈছিল। ইয়াৰ পৰা সহজেই অনুমান হয় যে অসমৰ উন্নত সভ্যতাৰ খবৰ সুদূৰ পঞ্জাৱ অঞ্চলৰ ৰজাসকলে ভালকৈয়ে ৰাখিছিল। গুপ্ত যুগৰ ৰজাসকলে সদায়েই সতৰ্ক দৃষ্টি ৰাখিছিল কামৰূপৰ ৰজাসকলৰ ওপৰত। উত্তৰ ভাৰতৰ শক্তিশালী ৰজা হৰ্ষবৰ্দ্ধনৰ সময়ৰ অসমৰ ৰজা ভাস্কৰবৰ্মাৰ ৰাজত্ব আৰু তেওঁৰ খ্যাতিৰ কথা ইতিহাসত সবিস্তাৰে বৰ্ণিত হৈছে। খ্ৰীষ্টাব্দৰ সপ্তম দশতকত এইজনা ৰজাৰে ৰাজত্বকালত অসম ধন, মান আৰু জ্ঞানত অতি উন্নত আছিল। চীন দেশৰ বৌদ্ধ সন্ন্যাসী হিৱেনচাঙে ভাৰত দৰ্শন কৰিবলৈ আহোঁতে ভাস্কৰবৰ্মাৰ আমন্ত্ৰণ অৱহেলা কৰিব নোৱাৰিছিল। ভাস্কৰবৰ্মাৰ ৰাজধানীত থাকি তেওঁ তেওঁৰ জ্ঞানৰ ক্ষুধা পৰিতৃপ্ত কৰিছিল। ভাস্কৰবৰ্মা কেৱল ভাৰততে সুপৰিচিত নাছিল, তেওঁ ঘনিষ্ঠ যোগ আছিল চীন দেশৰ ৰজাসকলৰ লগত। ভাস্কৰবৰ্মা নৃত্য-গীতত অনুৰাগী আছিল বুলিয়েই তেওঁৰ বিদেশী অতিথিসকলৰ বাবে নাচ আৰু গীতেৰে চিত্তবিনোদনৰ ব্যৱস্থা তেওঁ কৰিছিল। সংগীত ৰসিক তেওঁ। নিজৰ দেশৰ গীত তেওঁৰ যেনে ভাল লাগিছিল, তেনেকৈ তেওঁ চীন দেশৰ গীত শুনিও ভাল পাইছিল।

ভাৰতৰ প্ৰাচীন যুগৰ ৰজাসকলৰ দৰে ৰাজোচিত শিক্ষাৰ অভাৱ ভাস্কৰবৰ্মাৰ পৰা আৰম্ভ কৰি পৰৱৰ্তী যুগৰ খ্যাতনামা ৰজাসকলৰ মাজত ক'তো দেখা পোৱা



নাযায়। যুদ্ধ বিদ্যা আৰু ৰাজ্যশাসনৰ দক্ষতাৰ বাহিৰেও প্ৰায়সকল ৰজাই আছিল নানাপ্ৰকাৰ ভাৰতীয় শাস্ত্ৰৰ অনুৰাগী, সাহিত্য, কাব্য আৰু নানা কলাৰ পৃষ্ঠপোষক, নৃত্য-গীতাদিৰ চৰ্চা আৰু প্ৰচাৰত প্ৰধান উৎসাহী।

ধৰ্ম আন্দোলনত অসমৰ বিশেষ খ্যাতি আছিল। সেয়েহে বেদান্তধৰ্মৰ প্ৰচাৰক জগদগুৰু শংকৰাচাৰ্য্যও এই দেশলৈ আহিব লগা হৈছিল। বৌদ্ধ ধৰ্মই এই প্ৰদেশত বহু শতাব্দী ধৰি জনগণৰ ধৰ্ম পিপাসা গুচাইছিল। তান্ত্ৰিক ধৰ্মৰ প্ৰাধান্যৰ কথা সৰ্বজনবিদিত। বিখ্যাত কামাখ্যাৰ তীৰ্থ আৰু অসমৰ প্ৰাচীন তান্ত্ৰিক সাহিত্যই তাৰ সাক্ষ্য বহন কৰিছে। এইভাৱে পূৰ্ণ মনুষ্যত্বৰ বিকাশৰ পথত সমগ্ৰ ভাৰতৰ লগত সমান তালত ভৰি পেলাই আগুৱাই গৈছিল যুগে যুগে এই প্ৰদেশৰ অধিকাৰীসকল।

নৃত্য, গীত আৰু অভিনয়ৰ পথতো অসম অতি প্ৰাচীন এক ঐতিহ্যৰ অধিকাৰী আৰু ভাৰতৰ লগত এই দেশৰ যোগ চিৰকালেই আছিল অক্ষুণ্ণ।

অসমৰ সপ্তম শতকৰ ৰজা ভাস্কৰবৰ্মাৰ নৃত্য-গীতানুৰাগৰ কথা অলপ আগতে কৈ আহিছো। এই সংবাদৰ পৰা এইকণ অন্ততঃ বুজা যায়, বিদেশী গুণী ব্যক্তিক আনন্দ দিব পৰা উন্নত কলা-চৰ্চাৰ ব্যৱস্থা এই দেশত আছিল। আৰু চিত্তবিনোদনৰ কাৰণে ব্যৱসায়ী বৃত্তিৰ গুণী শিল্পীসকল ৰজাসকলৰ পৃষ্ঠপোষকতাত নানা কলা চৰ্চাত নিযুক্ত আছিল। পৰৱৰ্তী যুগৰ ৰজাসকলৰ মাজতো এই প্ৰথাৰ পৰিৱৰ্তন হৈছিল। অসমৰ ৰজাসকলৰ প্ৰাচীন ফলক লিপিত, অসমৰ প্ৰাচীন সাহিত্যত নটী, দেৱদাসী ইত্যাদি ব্যৱসায়ী নৰ্তকীৰ উল্লেখ বহুবাৰ পোৱা গৈছে। প্ৰাচীন যুগৰ নানাপ্ৰকাৰ মূৰ্তিয়েও উন্নত নৃত্যৰ পৰিচয় বহন কৰি আহিছে।

ত্ৰয়োদশ শতকত আৰম্ভ হ'ল আহোমসকলৰ ৰাজত্ব। এই ৰজাসকলৰ প্ৰায় সকলোৱেই ধাৰ নিছিগাকৈ ঊনবিংশ শতকৰ আৰম্ভ পৰ্যন্ত অতি সুনামেৰে ৰাজত্ব কৰি গৈছে। শৌৰ্য্যত, বীৰ্য্যত, জ্ঞানত, শিল্পত, কাব্যত, সাহিত্যত আৰু সংগীতত অসমৰ এক গৌৰৱোজ্জ্বল অধ্যায় এই কেইশ বছৰৰ যুগটো।

পঞ্চদশ শতকৰ মাজভাগত অসমৰ ধৰ্ম, শিক্ষা, শিল্প আৰু সংগীতৰ জগতত এক নতুন যুগৰ সূত্ৰপাত হ'ল অসমৰ বৈষ্ণৱ ধৰ্মগুৰু মহাপুৰুষ শংকৰদেৱৰ আৱিৰ্ভাৱত। এটা জাতিৰ সাংস্কৃতিক জীৱনক কিভাৱে ধৰ্মৰ ওপৰত ভিত্তি কৰি গঢ়ি তোলা যায়, শংকৰদেৱৰ জীৱন আৰু কৰ্ম হ'ল তাৰ এক উজ্জ্বল দৃষ্টান্ত। তেওঁ আছিল স্ত্ৰী-পুত্ৰ-পৰিজন-বেষ্টিত দীৰ্ঘজীৱী সংসাৰী মানুহ। প্ৰথম পত্নীৰ মৃত্যুৰ পিছত দ্বিতীয়বাৰো তেওঁ বিয়া কৰিছিল। সংসাৰ ত্যাগী সন্ন্যাসীসকলৰ দৰে ধৰ্মগুৰু হ'বলৈ তেওঁ নিবিচাৰিছিল। ধৰ্মকেন্দ্ৰিক পৰিপূৰ্ণ মনুষ্যত্বৰ জীৱনৰ প্ৰতি আছিল তেওঁ অগাধ বিশ্বাস। সেই কাৰণেই তেওঁ একান্তভাৱে যেনেকৈ কৃষ্ণভক্ত ধৰ্মগুৰুৰ মৰ্যাদা পাইছিল, সেইদৰে আকৌ অসমৰ জনগণৰ মাজত নৃত্য-গীতে-অভিনয় আৰু চিত্ৰকলাৰ

গুৰুৰূপে তেওঁ আজিও স্মৰণীয় হৈ আছে। বেদ, পুৰাণ, ব্যাকৰণ, কাব্য, যোগশাস্ত্ৰ ইত্যাদি নানাপ্ৰকাৰ হিন্দু শাস্ত্ৰৰ অধ্যয়ন শেষ কৰিও তেওঁৰ অন্তৰত বিৰাট ক্ষুধা যেতিয়া নুপূৰিল, তেতিয়া তেওঁ বাহিৰ ওলাল নিজৰ দেশৰ গণ্ডীৰ পৰা তৎকালীন ভাৰতৰ অন্যতম উচ্চ জ্ঞানৰ কেন্দ্ৰ নানা তীৰ্থক উপলক্ষ্য কৰি ভাৰতৰ মানুহ, তাৰ জ্ঞান আৰু তাৰ সাংস্কৃতিক আন্দোলনৰ লগত সাক্ষাৎ পৰিচয় লাভৰ হেঁপাহত। ভাৰতৰ বিভিন্ন প্ৰান্তৰ ধৰ্ম-আন্দোলনৰ গুৰুসকলৰ লগত ঘনিষ্ঠ পৰিচয় তেওঁ লাভ কৰিলে। তেওঁ যি যুগত জন্মিছিল, সেই যুগত উত্তৰ আৰু দক্ষিণ ভাৰতৰ সৰ্বত্ৰ প্ৰায় বৈষ্ণৱসকলৰ ভক্তি বা প্ৰেমধৰ্মৰ জয়জয়কাৰ। ভাৰতৰ পূৰ্বাঞ্চলত শংকৰদেৱে শাক্ত বংশৰ জন্ম গ্ৰহণ কৰিও একমাত্ৰ ভগৱন্ত শ্ৰীকৃষ্ণক পূৰ্ণব্ৰহ্ম ৰূপে স্বীকাৰ কৰি ভক্তিযোগৰ ধৰ্ম প্ৰচাৰ কৰিলে। মধ্য যুগৰ ধৰ্ম আন্দোলনত উচ্চ-নীচ সকলো জাতৰ মানুহক অধিকাৰ দিবৰ প্ৰৱণতা প্ৰায় সকলো ধৰ্মগুৰুৰ মাজত দেখা গৈছিল। মহাপুৰুষ শংকৰদেৱৰ প্ৰচলিত ধৰ্মতো তাৰ ব্যতিক্ৰম নহ'ল। সকলো জাতৰ মানুহক তেৰোঁ এই নতুন ধৰ্মত আশ্ৰয় দিলে।

জনা যায় শংকৰদেৱৰ বয়স যেতিয়া মাত্ৰ উনৈশ বছৰ, তেতিয়াই তেওঁ নাটক ৰচনাত পাৰদৰ্শিতা লাভ কৰে। নাটকখনিৰ নাম 'চিহ্নযাত্ৰা'। এই নাটকখনিৰ প্ৰযোজনা আৰু পাত্ৰ-পাত্ৰীসকলৰ সংগীত, নৃত্য আৰু অভিনয়ৰ শিক্ষাৰ ভাৰ আছিল শংকৰদেৱৰ ওপৰতে। নাটকৰ উপযোগী কেইটিমান দৃশ্যপট তেৰেঁই আঁকিবলগীয়া হৈছিল কাপোৰ।

উনৈশ বছৰ বয়সীয়া শংকৰদেৱৰ গীত-নৃত্য, অভিনয় আৰু নাটক ৰচনাৰ যি শক্তিৰ বিকাশ দেখা গৈছিল, সি অতি বিস্ময়কৰ। সৃষ্টিকৰ্তাই যেন তেওঁৰ বিশেষ এই সৃষ্টিৰূপেই শংকৰদেৱক পৃথিৱীলৈ পঠিয়াইছিল। তেওঁৰ এই গুণৰ কথা যেতিয়া ভাবোঁ, তেতিয়া তেওঁৰ জন্মকালত পৰিৱেশৰ কথা মনলৈ আহে। তেওঁ লেখীয়া প্ৰতিভাৱান পুৰুষক তৈয়াৰ কৰিছে যি সমাজে, সিয়ে যথেষ্ট উন্নত আছিল, তাক সহজে অনুমান কৰিব পাৰি। তেওঁৰ পিতৃদেৱ আছিল 'গন্ধৰ্বস্বৰূপ'- সংস্কৃত সাহিত্যত যাৰ অৰ্থ হ'ল নৃত্য-গীতৰ গুণী শিল্পী।

শংকৰদেৱে মুঠতে ছখনি একাংক নাটক ৰচনা কৰিছিল। সংস্কৃত একাংক নাটকৰ নিয়ম তেওঁ গ্ৰহণ কৰা নাই। কিন্তু তাৰ প্ৰেৰণাতযে এই নাটক কেইখনি ৰচিত, সেই কথাও ক'ব নোৱাৰি। সূত্ৰধাৰ এই কেইখনি নাটকৰ কৰ্ণধাৰ। সংস্কৃত নাটকৰ সূত্ৰধাৰৰ দৰে হয়তো সকলো কাম সূত্ৰধাৰীয়ে নকৰে; কিন্তু ইবিলাকৰ মূল উদ্দেশ্য এক। মধ্য যুগত নাটকৰ অভিনয়ৰ দ্বাৰা ধৰ্ম প্ৰচাৰৰ চেষ্টা ভাৰতৰ নানা অঞ্চলত ব্যাপকভাৱেই হৈছিল। শংকৰদেৱৰ নাটক ৰচনাৰ গুৰিত সেই একেটা ইচ্ছাই কাম কৰিছিল।

শংকৰদেৱৰ নাটক আৰু গানৰ ভাষা প্ৰাচীন অসমীয়া। কিন্তু তেওঁৰ নাটকত তেওঁ সংস্কৃত আৰু উত্তৰ ভাৰতৰ পূৰ্বাঞ্চলত প্ৰচলিত ব্ৰজবুলি নামে যি ভাষাৰ ব্যৱহাৰ কৰিছে, সেই ভাষাৰ ব্যৱহাৰ সেই যুগৰ মৈথিলী, বঙলা আৰু উড়িষ্যাৰ কবিসকলে



প্ৰচুৰভাৱে কৰিছিল। অংকীয়া নাটকৰ লগত ভাৰতৰ পূৰ্বাঞ্চলৰ কেইখনিমান প্ৰাচীন নাটকৰ ঐক্য দেখা পোৱা যায়। ভাব হয়, এই আটাইবোৰৰে উৎপত্তি কোনো এক প্ৰাচীন ধাৰাৰ নাটকৰ পৰা।

উত্তৰ বিহাৰৰ মিথিলাৰ গাঁও-অঞ্চলত 'কীৰ্ত্তনীয়া নাটক' নামে এক ধৰণৰ নাটকৰ বহুল প্ৰচাৰ আছিল এসময়ত। অভিনয়ৰ এই ধাৰাটি অতি প্ৰাচীন। নাটকৰ দলক বোলা হৈছিল জামাতী। দলনেতাক বুলিছিল নায়ক। এওঁ মূলতে নাটকৰ সূত্ৰধাৰ। এই নাটকৰ অভিনয়ত তিৰোতাৰ কোনো স্থান নাই। মতা মানুহেই তিৰোতাৰ ভাও লৈছিল। পূজা-পাৰ্বণ আৰু উৎসৱত ধন লৈ লোকচিত্ৰ ৰঞ্জন কৰাই আছিল এওলোকৰ নাম। নান্দী পাঠৰ পিছত প্ৰৱেশকৰে সূত্ৰধাৰ। তেওঁৰ সাজ-পাৰ ভিতৰত আছিল জামা, নিমা আৰু পায়জামা। মূৰত পাগুৰি। অভিনয়ৰ দলত আছিল নায়ক, নায়িকা, কেইজনীমান সখী, নাৰদ আৰু বিদূষক। নাচ আৰু গান আছিল নাটকৰ প্ৰধান আকৰ্ষণ। সাধাৰণ কথাৰ ভাষাত উত্তৰ-প্ৰত্যুত্তৰ আছিল অতি সামান্য। নাটকৰ সকলো কথাই হৈছিল সুৰ আৰু তালত। নাটকৰ চৰিত্ৰবিলাকে মাজে মাজে জয়দেৱ আদি সংস্কৃত কবিসকলৰ শ্লোকবোৰ সুৰত বা গানৰ সুৰত আবৃত্তি কৰিছিল। এই দলবোৰে অভিনয় কৰা 'উষাহৰণ' আৰু 'ৰুক্মিণীহৰণ' নাটকৰ নাম জনা যায় অন্যান্য নাটকৰ লগতে। এই নাটকৰ অভিনয়ত ব্ৰাহ্মণৰ পৰা আৰম্ভ কৰি হৰিজনসকলেও নানাভাৱে অংশ গ্ৰহণৰ অইধকাৰ পাইছিল। শুনা যায়, এতিয়াও কীৰ্ত্তনীয়া নাটকৰ অভিনয় গ্ৰামাঞ্চলৰ ক'তো ক'তো প্ৰচলিত আছে।

এই প্ৰসংগতে মনত পৰে বংগদেশৰ প্ৰাচীন কৃষ্ণযাত্ৰাৰ কথা। চৈতন্যদেৱৰ পিছৰ পৰা অষ্টাদশ শতকৰ শেষ পৰ্যন্ত কৃষ্ণযাত্ৰা বংগদেশত প্ৰচলিত আছিল। ঊনবিংশ শতকৰ গুৰিৰ পৰা ইয়াৰ প্ৰতি অৱহেলাৰ মনোভাৱে দেখা দিয়ে আৰু সেই শতাব্দীৰ শেষাৰ্দ্ধত ইউৰোপীয় আদৰ্শৰ থিয়েটাৰৰ প্ৰভাৱত এই প্ৰাচীন যাত্ৰাই সম্পূৰ্ণ নতুন ৰূপ গ্ৰহণ কৰে। এতিয়া আমি যাত্ৰা নামে যি কথাবহুল নাটকৰ অভিনয় দেখা পাওঁ, সি হ'ল থিয়েটাৰৰে সহজ সংস্কৰণ। মাথোন নাথাকে তাত ৰংগমঞ্চ, আলোকসম্পাতৰ নানা ৰঙীন ব্যৱস্থাআৰু দৃশ্যপট থিয়েটাৰৰ দৰে।

বংগৰ প্ৰাচীন কৃষ্ণযাত্ৰাৰ মৌলিক আকাৰ আছিল সংগীত। প্ৰথমে হৈছিল মংগল গীত অৰ্থাৎ উপাস্য দেৱতাৰ স্তুতি গান। তাৰ পিছত আৰম্ভ হয় যাত্ৰাভিনয়। অধিকাৰী বা নাটকৰ ৰচয়িতা বা অভিনয় সংশ্লিষ্ট দুজন লোক অৰ্থাৎ 'যুড়ি'ৰ মুখে অভিনয় ঘটিত সমস্ত বৃত্তান্তৰ পূৰ্বাভাস বা প্ৰস্তাৱনা সংগীতৰ দ্বাৰা ব্যক্ত কৰা হয়। কেনো কোনো কৃষ্ণযাত্ৰাত এজনে ব্যাসদেৱৰ ভাও লৈ আৰম্ভতে প্ৰস্তাৱনা অনুষ্ঠান কৰিছিল। বংগদেশৰ এই কৃষ্ণযাত্ৰাত স্ত্ৰীলোকৰ অভিনয় আছিল নিষিদ্ধ। প্ৰথম যুগৰে পৰা দৰ্শক, পৰিৱেষ্টিত ৰংগস্থলৰ মাজভাগত যাত্ৰাৰ অভিনয় হৈ আহিছে। আগৰ দিনৰ যাত্ৰাত

কীৰ্ত্তনৰ মনোহৰ স্থাহী ৰাগিণীৰ প্ৰভাৱ আছিল যথেষ্ট। খোল-কৰতালেই আছি বিশেষ বাদ্যযন্ত্ৰ। দলবিশেষে দহটাৰ পৰা চৈধ্যটালৈকে খোলৰ ব্যৱহাৰ হৈছিল বুলি জনা যায়। আজিকালি খোল-কৰতালৰ পৰিৱৰ্তে তবলা-বাঁয়া আৰু পশ্চিম ভাৰতৰ লোক সংগীতত ব্যৱহৃত ঢোলোকৰহে ব্যৱহাৰ হয়।

মহাপুৰুষ শংকৰদেৱে বৰগীত ৰচনা কৰি কৃষ্ণভক্ত বৈষ্ণৱসকলৰ সাধনাৰ পথ সুগম কৰিছিল যি যুগত, প্ৰায় সেই যুগতে সেই ধৰণৰ এক সংগীতৰ আন্দোলনে দেখা দিয়ে মথুৰা, বৃন্দাবন, গোৱালিয়ৰ আৰু ৰাজস্থানৰ কিছুমান বিখ্যাত বৈষ্ণৱ মন্দিৰক কেন্দ্ৰ কৰি। ভক্তসকলে উপাসনা বা ভজনৰ উপযোগী গান ৰচনা আৰু সংগ্ৰহ কৰিবলৈ ধৰে। তেওঁলোকে গানৰ নাম দিলে 'কীৰ্ত্তন'। গায়কদলৰ নাম হ'ল কীৰ্ত্তনমণ্ডলী। ভক্তসকলে যি গান ৰচনা আৰু সংগ্ৰহ কৰিলে, সি সেই যুগৰ সেই অঞ্চলবোৰৰ একপ্ৰকাৰ লোকসংগীতৰ অনুসৰণত ৰচিত গান। কিছুমান লোকসংগীতক বোলা হৈছিল ধ্ৰুপদ। এই গানৰ লগত নৰ্ত্তকীসকলে পাখোৱাজৰ তালত নাচিছিল। গানবিলাক আছিল চাৰিটাকৈ কলিৰ। বৈষ্ণৱ ভক্তসকলে এই ধৰণৰ চাৰিটা কলি থকা আৰু পাখোৱাজৰ তালত গাবলগা গানবিলাকৰে নাম দিছিল কীৰ্ত্তন। নানা ৰাগ-ৰাগিণীত বন্ধা গানবিলাক দিনত বা ৰাতিৰ কোন প্ৰহৰত কেতিয়া গাব লাগে তাৰ এটি সুনিৰ্দিষ্ট নিয়ম তেওঁলোকে ৰচনা কৰিলে। ইয়াৰ বাহিৰেও নানা ঋতুত বৈষ্ণৱসকলৰ যিবিলাক উৎসৱ হৈছিল, তাতো কোন ৰাগিণীৰ গান গাব লাগে তাকো ঠিক কৰি দিলে। মধ্যভাৰতৰ বৈষ্ণৱ ভক্তসকলৰ এই গানবিলাক পাখোৱাজ আৰু কৰতালৰ সংযোগত সেই অঞ্চলৰ কেইটিমান বিখ্যাত মন্দিৰত আজিও সেই একেই পদ্ধতি আৰু নিয়মেৰে আস্থাসহকাৰে গোৱা হয়।

অসমৰ সত্ৰৰ বৰগীতসমূহ নানা ৰাগযুক্ত চাৰি কলিৰ গান। ৰাগ-ৰাগিণীত বন্ধা এই গানবিলাক কোন প্ৰহৰত কেতিয়া গাব লাগে তেনেকুৱা এক নিয়ম আছিল বুলি গৱেষকসকলে কৈছে। বৰগীত গোৱাৰ আগতে এক ধৰণৰ আলাপৰ পদ্ধতিত ৰাগ-ৰাগিণী-বিস্তাৰৰ কথাও শুনা যায়। মধ্যভাৰতত প্ৰাচীন প্ৰথাৰ কীৰ্ত্তন-গানৰ গায়সকলৰ মাজত এতিয়াও ৰাগ-ৰাগিণীৰ আলাপ প্ৰথা প্ৰচলিত আছে। কিন্তু সেই আলাপ উচ্চাংগ হিন্দী গানৰ ওস্তাদসকলৰ দৰে বিস্তীৰ্ণ আলাপ নহয়।

অসমৰ নৃত্য-গীতৰ আলোচনাৰ পৰা আমি জানিব পাৰোঁ, অতি প্ৰাচীন কালৰ পৰাই অসমৰ নৃত্য-গীতৰ এটি ধাৰাৰ বাহক আছিল ৰজাসকলৰ পৃষ্ঠপোষকতাত পুষ্ট ব্যৱসায়ী নৃত্য-গীতৰ শিল্পীসকল। আৰু এক ধাৰাৰ বিকাশ হ'ল সম্পূৰ্ণৰূপে ধৰ্মক কেন্দ্ৰ কৰি। বৌদ্ধ যুগ, ব্ৰাহ্মণ্য যুগ, তান্ত্ৰিক যুগৰ পিছত মহাপুৰুষ শংকৰদেৱ প্ৰচলিত বৈষ্ণৱ ধৰ্মৰ আৰম্ভৰ পৰা আজি পৰ্যন্ত বৈষ্ণৱ সত্ৰবিলাকক কেন্দ্ৰ কৰি যি নৃত্য, নাট্য আৰু সংগীতৰ পৰিচয় পাওঁ, সি হ'ল সেয়ে। কিন্তু এই প্ৰদেশৰ সম্পূৰ্ণ নিজস্ব আৰু



এটি নৃত্য-গীত ধাৰাই যুগে যুগে নানাৰূপে নানা স্তৰৰ মানুহৰ মাজত বিকাশ লাভ কৰিছে দলবদ্ধভাৱে। তাকে আমি বুলি লোকনৃত্য আৰু লোকসংগীত। ইয়াৰ বৈচিত্ৰ্যত অসমে ভাৰততে এক বিশেষ স্থান লাভ কৰিছে।

ইংৰাজসকলৰ শাসনৰ যুগত নৃত্য-গীত আৰু অভিনয়ৰ বিকাশ ভাৰতৰ সকলো ঠাইতে ক্ষতিগ্ৰস্ত হয়। কাৰণ নগৰীয়া শিক্ষিত সমাজৰ সেই ফাললৈ বিশেষ দৃষ্টি নাছিল। অশিক্ষিত গ্ৰামবাসীসকলে নিজৰ প্ৰাণৰ টানত এই কলাসমূহক কোনোমতে জীয়াই ৰাখিছিল মাথোঁন। অসমতো ঘটিছিল সেই একে অৱস্থাই। মহাপুৰুষ শংকৰদেৱৰ সুদূৰ প্ৰসাৰী দৃষ্টিৰ প্ৰভাৱত তেওঁৰ শিষ্যসকলে সত্ৰক কেন্দ্ৰ কৰি উচ্চ স্তৰৰ নৃত্য-গীত আৰু অভিনয়ৰ ব্যৱস্থা যদি কৰি নগ'লহেঁতেন, তেনেহ'লে হয়তো সি চিৰকাললৈ লুপ্ত হৈ গ'লহেঁতেন। সত্ৰৰ লগত যুক্ত থকাত অসমৰ এই গৌৰৱৰ সম্পদ ধ্বংসৰ হাতৰ পৰা ৰক্ষা পালে। ধৰ্মকেন্দ্ৰিক সমাজ ব্যৱস্থাক আজিৰ যুগত আমি নিন্দা কৰোঁ সঁচা; কিন্তু মনত ৰাখিব লাগিব যে, তাৰ দ্বাৰায়হে ভাৰতৰ গৌৰৱোজ্জ্বল সভ্যতা আৰু সংস্কৃতিৰ অনেক কিছু আজিও জীয়া আছে। অসমৰ সত্ৰ আৰু গাঁও সমাজত প্ৰচলিত নানা উৎসৱ-অনুষ্ঠানে এই বিচাৰৰ ফালৰ পৰা দেশৰ প্ৰভূত উপকাৰ কৰিছে।

স্বাধীনতা লাভৰ পাছৰ পৰা ভাৰতৰ প্ৰত্যেক প্ৰদেশত সংগীত আৰু নৃত্যৰ বিষয়ত এক নতুন চেতনাৰ উন্মেষ হৈছে। অসম যে সেই পথত পিছপৰি থকা নাই, সেই খবৰ আমি পাই আছো। যিসকলে সেই পথত গঠনমূলক কাম কৰি আছে, তেওঁলোকৰ মাজত প্ৰথমেই মনত পৰে ড° মহেশ্বৰ নেওগ আৰু ড° ভূপেন হাজৰিকাৰ নাম।

অসমৰ প্ৰাচীন নাচ-গান, অভিনয় আৰু লোক-নৃত্য-গীতৰ খবৰ যিসকলে ৰাখে, তেওঁলোক সকলোৱেই বিশেষভাৱে কৃতজ্ঞ ড° নেওগৰ ওচৰত। তেওঁৰ এই বিষয়ৰ বক্তৃতা, প্ৰবন্ধ আৰু কিতাপে যেনে আগ্ৰহৰ সৃষ্টি কৰিছে, তেনেকুৱাকৈ এই যুগত তেওঁৰ পূৰ্বে ইমান ব্যাপকভাৱে আৰু কোনেও কৰিব পৰা নাই। নিজৰ দেশৰ সংগীত, নৃত্য আৰু অভিনয় কলাৰ প্ৰতি তেওঁৰ নিষ্ঠা আৰু ভালপোৱাৰ পৰিচয় পাই আমি তেওঁক অভিনন্দন নজনাই নোৱাৰোঁ। এনেকুৱা এটি গঠনমূলক কামত হাত দি তেওঁ দেশৰ অশেষ উপকাৰ কৰিছে, ধৈৰ্যৰো সৈতে অসমৰ সাংস্কৃতিক ঐশ্বৰ্যৰ পৰিচয়টি ধীৰে ধীৰে প্ৰকাশ কৰি গৈছে।

ভূপেন হাজৰিকা অসমৰ বাহিৰত সংগীতজ্ঞ মহলত সুপৰিচিত। সংগীত ৰচনাত তেওঁ সৃষ্টিমূলক ক্ষমতাই ইয়াৰ একমাত্ৰ কাৰণ। লক্ষ্য কৰিছোঁ, তেওঁ অসমৰ জনসাধাৰণৰ সংগীত ঐতিহ্যক ভিত্তি কৰি এই যুগৰ উপযোগী এটি নতুন সংগীত ধাৰাৰ প্ৰৱৰ্তন কৰিবলৈ সক্ষম হৈছে।

এইভাৱে এওঁলোক দুজনে অসমৰ প্ৰতি দেশৰ দৃষ্টি আকৰ্ষণ কৰিব লাগিছে।

ভাৰতীয় উচ্চাংগ সংগীতৰ লগত অসমৰ সংগীতৰ যোগ বহু শতাব্দীৰ। সহজীয়া বৌদ্ধসকলৰ চৰ্যাগানৰ প্ৰচাৰ আছিল অসমত। এই গানত ৰাগ-ৰাগিণীৰ উল্লেখ আছে। পঞ্চদশকৰ পৰা ষোড়শ শতকৰ সময়ৰ অসমৰ ৰামায়ণ গানত ৰাগ-ৰাগিণীৰ ব্যৱহাৰ হৈছিল। শংকৰদেৱৰ সময়ৰ পৰা বৰগীত আৰু অংকীয়া নাটকৰ গানত ৰাগ-ৰাগিণীৰ ব্যৱহাৰ সদায় হৈ আহিছে। ইয়াৰ পৰা পৰিষ্কাৰভাৱে বুজা যায়, ভাৰতীয় উচ্চাংগ সংগীতৰ চৰ্চা অসমত যথেষ্ট ভালভাৱেই হৈছিল। ইংৰাজসকলৰ শাসনৰ যুগত যদিও তাৰ ব্যৱহাৰ কমি গৈছিল তথাপি সি একেবাৰেই নোহোৱা হৈছিল বুলি ক'ব নোৱাৰি। অসমৰ গৌৰীপুৰৰ বিখ্যাত বৰুৱা পৰিয়ালৰ চেষ্টা এই ফালৰ পৰা স্মৰণীয়। তেওঁলোকে নিজেও সংগীত চৰ্চা কৰিছিল আৰু বহুত গুণী শিল্পীকো নিজৰ ঘৰত ৰাখিছিল। বংগদেশৰ উচ্চাংগ সংগীতৰ খ্যাতি থকা গায়ক আৰু পণ্ডিতসকলৰ তেওঁলোকৰ আছিল আশ্ৰয়দাতা পৃষ্ঠপোষক। বংগদেশৰ উচ্চাংগ সংগীতৰ বিকাশৰ ইতিহাসত এই পৰিয়ালৰ কথা স্মৰণ কৰিবই লাগিব। স্বাধীনতা লাভৰ পিছত উচ্চাংগ সংগীতৰ সেই সম্পৰ্ক আৰু ব্যাপক হৈ উঠিছে। প্ৰতি বছৰে অসমত যিভাৱে উচ্চাংগ সংগীতৰ সন্মেলন বহে আৰু যিভাৱে ভাৰতৰ অন্য অঞ্চলৰ পৰা গুণী শিল্পীসকলক নিমন্ত্ৰণ কৰি আনি তেওঁলোকৰ গান আগ্ৰহেৰে সৈতে শুনে অসমবাসীয়ে, তাৰ পৰাই ভালকৈ বুজা যায়, এই সংগীতৰ প্ৰতি তেওঁলোকৰ আগ্ৰহ কিমান গভীৰ। কুমাৰী লক্ষ্মী নেওগ আৰু বীৰেন ফুকন যে উচ্চাংগ সংগীত শিল্পীৰূপে এই দেশত পৰিচিত, তাক আমি জানো।

আধুনিক গানত অসমৰ ৰচয়িতাসকল আৰু গীতালসকল পিছপৰি থকা নাই। নানা ধৰণৰ পৰীক্ষা আৰু নিৰীক্ষাৰ ভিতৰেদি তেওঁলোকৰ কাম চলিব লাগিছে। এই সূত্ৰে এটা কথা কওঁ, ৰচয়িতাসকলে যেন চেষ্টা কৰে নিজৰ গান আৰু তাৰ বিভিন্ন ধাৰাৰ পৰিচয়টি আগতে সম্পূৰ্ণ কৰিবলৈ। সেইবিলাক গানৰ অন্তৰ লোকত প্ৰৱেশ কৰি তাক নিজৰ প্ৰাণৰসত মিহলি কৰি আৰু সেই শক্তিতে বলীয়ান হৈ তেতিয়াহে যেন তেওঁলোকে বাহিৰৰ ফালে চকু দিয়ে। ইয়াৰ অভাৱ বংগদেশৰ আধুনিক গানৰ ৰচয়িতাসকলৰ অনেকৰ মাজত বিশেষভাৱে প্ৰকাশ পাইছে। বংগৰ সকলো স্তৰৰ গানৰ লগত তেওঁলোকৰ পৰিচয় নাই। উচ্চাংগ হিন্দুস্থানী গানৰ লগত যোগ ৰক্ষা কৰাৰ প্ৰয়োজনো এওঁলোকে বোধ নকৰে। এই কাৰণে বংগদেশত আধুনিক নামৰ গানবিলাকে দেশৰ মনত স্থায়ী সাঁচ বহুৱাব পৰা নাই। অলপ দিনৰ ভিতৰতে সিবিলাকৰ আকৰ্ষণৰ অভাৱে দেখা দিছে। গছে যেনেকৈ মাটিৰ লগত সম্বন্ধ এৰি দি কেৱল পোহৰ আৰু বতাহৰ বলতে জীয়াই থাকিব নোৱাৰে, সেইদৰে গান, নাচ ইত্যাদি সকলো কলাৰ লগত দেশৰ মাটিৰ নিবিড় যোগৰ দৰ্কাৰ।



এই যুগত যি সভ্যতাৰ মাজত আমি আছো, সি প্ৰাচীন ভাৰতৰ গ্ৰামকেন্দ্ৰিক সভ্যতা নহয়। এই সভ্যতাক বুলিব পৰা যায় ইউৰোপৰ আদৰ্শত গঠিত নগৰ কেন্দ্ৰিক সভ্যতা। ইয়াৰ লগত ভাৰতৰ গাঁৱৰ ব্যৱধান প্ৰচুৰ। নগৰবাসী শিক্ষিতসকলে গ্ৰাম সমাজৰ বহুত ধৰণৰ আচাৰ-ব্যৱহাৰ বিনা বিচাৰে ত্যাগ কৰিছে। কিন্তু তাৰ পৰিৱৰ্তে জিনৰ সমাজৰ উপযোগী নতুন কিবা তৈয়াৰী কৰিব পৰা নাই এতিয়াও, যাক গৰ্বভাৱে সম্পূৰ্ণৰূপে ভাৰতীয় বুলিব পাৰিব।

ভাৰতৰ গ্ৰাম সমাজৰ প্ৰায় সৰ্বত্ৰই নানা প্ৰকাৰ উৎসৱ-অনুষ্ঠানত নিৰ্মল আনন্দ উপভোগৰ কাৰণে নানা প্ৰকাৰ দলবদ্ধ নৃত্য-গীতৰ ব্যৱস্থা আছিল, আজিও আছে। তেনে ৰকমৰ কোনো ব্যৱস্থা আজিৰ যুগৰ নগৰ-সমাজত গঢ় লৈয়ে নুঠিলেই, তদুপৰি নগৰবাসী আমি নতুন ৰকমৰ এক কৌলীন্যৰ গৰ্বত গাঁৱত প্ৰচলিত এইবিলাক কলাৰ একোকেই গ্ৰহণ কৰিব নোৱাৰিলোঁ। সম্প্ৰতি কোনোৱে ইয়াৰ প্ৰয়োজন উপলব্ধি কৰিছে। তথাপি সেই বিষয়ত তেনে কোনো কাম হৈ উঠা নাই। আজিৰ যুগত এই বিষয়ত প্ৰথম চিন্তা কৰিছিল গুৰুদেৱ ৰবীন্দ্ৰনাথে নিজে। স্বাধীনতা লাভৰ বহুত বছৰ আগৰপৰাই তেওঁ শান্তিনিকেতনৰ ছাত্ৰ-ছাত্ৰী আৰু অধ্যাপক-সমাজৰ উপযোগী কিছুমান বিশেষ উৎসৱ-অনুষ্ঠানৰ প্ৰৱৰ্তন কৰে। সিবোৰত দলবদ্ধ নাচ আৰু গানৰ এক গুৰুত্বপূৰ্ণ স্থান হ'ল। ঠিক এইটি কাৰ্য এই যুগৰ শিক্ষিত সমাজৰ কাৰণে এতিয়ালৈকে কোনেও কৰি উঠিব পৰা নাই। মোৰ বিশ্বাস, অসমৰ নগৰবাসী শিক্ষিতসকলে চেষ্টা কৰিলে সহজেই এই কাম সাফল্যেৰে সৈতে কৰিব পাৰে। কাৰণ আপোনালোক এই বিষয়ত বৈচিত্ৰ্যময় সম্পদৰ অধিকাৰী। নাচ-গানৰ যোগেদি কেৱলমাত্ৰ নিজৰ চিত্তবিনোদন কৰাই হ'ল দলবদ্ধ লোক-নৃত্য-গীতৰ মূল ধৰ্ম। দৰ্শকৰ চিত্তবিনোদনৰ উদ্দেশ্যে সিবোৰৰ সৃষ্টি নহয়। সেইখিনিতে আহি পৰে ব্যৱসায়ী মনোভাৱ। নানা প্ৰকৃতিৰ নৰনাৰী একেলগে দলবদ্ধ হৈ নাচে-গানে কিছু সময়ৰ কাৰণে পৰস্পৰৰ মাজত ভেদাভেদৰ কথা পাহৰি থাকিব পাৰে বুলিয়েই গাঁৱত দলবদ্ধ নৃত্য-গীতৰ ইমান আদৰ। দৰিদ্ৰ হ'লেও গ্ৰাম সমাজৰ আনন্দ উপভোগ কৰাৰ ক্ষমতা অসীম। গাঁৱৰ এই আদৰ্শৰ প্ৰতি দৃষ্টি ৰাখি নগৰবাসী শিক্ষিতসকলে নিজৰ উপযোগী নানা উৎসৱৰ প্ৰৱৰ্তন কৰি সেই আনন্দক নগৰৰ বুকুলৈ যাতে ঘূৰাই আনিব পাৰে, তাৰেই চেষ্টা আপোনালোকে কৰক। নগৰত টিকট কাটি নাচ-গান চাই আনন্দ উপভোগ কৰাৰ যি প্ৰথা চলিছে, সি ল'ৰা-ছোৱালী বা ডেকা-গাভৰুৰ দ্বাৰা হ'লেও গাঁৱৰ দলবদ্ধ লোকনৃত্যৰ মহৎ আদৰ্শত গঠিত নহয়। নগৰৰ এই সকলোৰে প্ৰত্যেকটোৰ মাজত স্বাৰ্থ আৰু অৰ্থৰ মোহ আছে। গ্ৰাম সমাজ সম্পূৰ্ণৰূপে এই মোহৰপৰা মুক্ত।

বিশ্বভাৰতী, শান্তিনিকেতন **শান্তিদেৱ ঘোষ**

# ভূপেন হাজৰিকাৰ দৃষ্টিত ডিগবৈ অধিৱেশন

*[জনমভূমিৰ ৩০ এপ্ৰিল আৰু ৭ মে' তাৰিখে প্ৰকাশিত প্ৰবন্ধৰ সম্পাদিত ৰূপ]*

বহুতো সন্দেহবাদীৰ প্ৰশ্ন আছিল ডিগবৈত বা তেল-নগৰত সাহিত্য সভা হ'ব পাৰে নেকি? জনৈক 'বিখ্যাত' গুৱাহাটীয়া শিল্পীয়ে হেনো একে প্ৰশ্নকে কৰিছিল। কোনোবা অধ্যাপকেও হেনো এই কথাকে সুধিছিল। কোনোবা 'সাংবাদিকে'ও হেনো নাক কোঁচাই তাকেই সুধিছিল। মই তেওঁলোকক কওঁ (ডিগবৈৰ সাহিত্য সভা চাই আহি) যে 'হে সন্দেহবাদীসকল, আপোনালোকে সেই নাক কোঁচাই থাকোঁতেই আপোনালোকৰ সাহিত্য-সংস্কৃতিৰ বৰঘৰত কোনোবাই সিন্ধি দি আপোনালোকক মাৰিব। বাপতিসাহোন লৈ যাব। ডিগবৈ, লামডিং, ধুবুৰী, শিলচৰ, ডিফু, মালীগাঁও, হাফলং, শ্বিলং, তুৰা আদি ঠাইসমূহৰ ৰাইজে যদি অসমীয়া ভাষা-সাহিত্যক 'নেজানো' বুলি কৈ 'নালাগে' বুলি কয়, তেন্তে তাৰ বাবে দায়ী আমিয়েই বেছি। 'নুবুজোঁ' বোলাসকলৰ দোষ আছে। পিছে আমি আমাৰ নিজৰ ভালখিনিৰ পৰিচয় নিদিলে তেওঁলোকে আমাৰ ভাষা-সাহিত্যৰ উদাৰতা, সৌন্দৰ্য আৰু মহিমা বুজিব কেনেকৈ?"

শিৱসাগৰ, চাৰিং, নলবাৰী, নগাঁও আদিত সাহিত্য সভা পতা বহুক্ষেত্ৰত সহজ। ডিগবৈৰ দৰে নানা ভাষাৰ লোক থকা ঠাইত পতা তুলনামূলকভাৱে টান। ডিগবৈত এইবাৰ সভা পতাত অভ্যৰ্থনা সমিতিৰ এইখিনিতেই প্ৰধান সাফল্য।

পিছে মই ডিগবৈ অধিৱেশনৰ সাফল্য দেখি ভাবোঁ যে যিকেইগৰাকী অসমীয়া কৰ্মীয়ে অক্লান্ত পৰিশ্ৰম কৰি সফলতা লভিলে, তেওঁলোকে অসমৰ সাহিত্যক সঁচাকৈয়ে ভাল পায় সেৱা কৰে। তেওঁলোকে আমাক সঁচাকৈয়ে এতিয়া এটা বিষয়ত উপদেশ দিব পাৰে — অভিজ্ঞতাৰ পৰা ডিগবৈৰ দৰে এখন cosmopolitan, induatrial town-অত সকলো ভাষা-ভাষী নাগৰিকৰে কিদৰে অসমীয়া সাহিত্যৰ প্ৰতি সচেতন কৰি তুলিব পাৰি? অসমীয়া ভাষাৰ প্ৰতি শ্ৰদ্ধা জগাই তুলিব পাৰি কেনেকৈ? এই বিষয়ে ডিগবৈত সাহিত্য সভা পতা কেইগৰাকীয়ে আনক সঁচাকৈয়ে উপদেশ দিব পাৰে। 'মাৰ্গ'-ৰ সম্পাদক ড° মুলকৰাজ আনন্দক আনি ভাল কৰিছে, শান্তিনিকেতনৰ অধ্যাপক শান্তিদেৱ ঘোষক আনি ভাল কৰিছে। অসমৰ 'এটি কলি দুটি পাত'-ৰ উপন্যাস লিখি বিশ্ববিখ্যাত হোৱা ড০ আনন্দে এইবাৰ অসমৰ পৰা গৈ নিশ্চয় অসমৰ সাহিত্য-সংস্কৃতিৰ কথা দহক ক'বগৈ। অধ্যাপক শান্তিদেৱ ঘোষে ড০ মহেশ্বৰ নেওগে ক'বৰ দৰে "অসমৰ সত্ৰীয়া নৃত্যক ভাৰতৰ নৃত্য জগতৰ এটি প্ৰধান ধাৰা বুলি পৰিগণিত কৰাত ঘোষ ডাঙৰীয়াই বৰঙণি প্ৰচুৰ।" তেওঁৰ সংগীত শাখাৰ বহুমূলীয়া ভাষণত অসমৰ সাংস্কৃতিক ঐতিহ্য আৰু অসমৰ শিল্পীসকললৈ থকা শ্ৰদ্ধা সুন্দৰকৈ ওলাই পৰিছে - বাক্যে বাক্যে ঘোষেও অসমৰ বাহিৰৰ ৰাইজক অসমীয়াৰ নিজ সাহিত্যৰ প্ৰতি থকা সজাগ মনৰ কথা ক'বগৈ। মূল সভাপতি মহন্তদেৱৰ বহুমূলীয়া অসমীয়া ভাষণ অনাঅসমীয়া শ্ৰোতাসকলে মনোযোগেৰে শুনিছে প্ৰায় দুঘণ্টা কাল। ড° আনন্দৰ উপন্যাসৰ বিষয়ে এইবাৰো প্ৰায় একে কথাকে তেওঁ ক'লে।



ডিগবৈ ১৮ এপ্ৰিলৰ দিনা দোকমোকালিতে পোৱাৰ পিছতে প্ৰতিনিধি শিবিৰত মিঠা মুখেৰে যাৰ মাত শুনিলো — তেওঁ হ'ল এজন দাক্ষিণাত্যৰ লোক। ইংৰাজীত সুধিছে — "What can I do for you?" ভাল লাগি গ'ল। সভা মণ্ডপটি লাগতিয়াল বস্তু-বেহানিৰ অকল নামমাত্ৰ খৰচখিনি লৈ সাজি দিছে। এগৰাকী সুন্দৰসেৱী বঙালী ভদ্ৰলোকে। নাম শ্ৰী এইচ.পি. কৰ। সভা মণ্ডপটি মজবুত। ২০০×৬০ ফুট, আৰু নাটঘৰটি ৪৫×৩০ ফুট। প্ৰতিনিধিসকলৰ খোৱা-মেলাৰ কথা মৰমেৰে সুধি ফুৰিছে সুন্দৰ অসমীয়াত এজন নেপালী ভদ্ৰলোকে। নাম কটোৱাল। খোৱা-মেলা সমস্যাত খাদ্য বিভাগৰ সচিব ৰত্নহাস গোস্বামীক সহায় কৰিছে সুন্দৰ অসমীয়া কোৱা দক্ষিণ ভাৰতৰ লোক আন্নাৰাৱে। অসম অইল কোম্পানীৰ ইংৰাজ ব্যৱস্থাপক এ.চি. গোৱানে প্ৰায় সদয়েই মণ্ডপলৈ আহি নিজেই বিভিন্ন সমস্যাৰ পৰামৰ্শ দিছিল। ড° আনন্দে অসমৰ সাহিত্য-সংস্কৃতিৰ বিষয়ে 'মাৰ্গ'-ত লিখিবলৈ আকৌ এবাৰ অসমলৈ আহিবই বুলি কৈ গৈছে। ড° আনন্দক ডিগবৈ এৰাৰ ঠিক আগমুহূৰ্ততে এই লেখকৰ অসম সম্বন্ধে এটি প্ৰশ্নত মাথোঁ কৈছিল — "I love it."

ডিগবৈ সাহিত্য সভাই সেই অঞ্চলৰ অনাঅসমীয়াৰ মনতো এই সভাৰ সাঁচ বহুৱাইছে! শান্তিদেৱ ঘোষে এই লেখকক কৈছিল, "সাহিত্য সভাৰ মূল সভাতো ইমান হেজাৰ হেজাৰ মানুহ দেখাটো বা তেওঁলোকৰ এই আন্তৰিকতা দেখাটো এটা জাতিৰ বাবে বৰ আশাৰ কথা, বৰ আনন্দৰ কথা।"

আৰু বৰষুণৰ বতৰ নেওচিও গোটে খোৱা হেজাৰ হেজাৰ দৰ্শকৰ প্ৰায় পঞ্চাশ ভাগ দৰ্শক-শ্ৰোতা আছিল অনাঅসমীয়া। এয়েই ডিগবৈ অধিৱেশনৰ ধুনীয়া আৰু অভূত বিশেষত্ব আৰু গুণ। ড° মহেশ্বৰ নেওগে এই লেখকক আনন্দেৰে কৈছিল — "There is not a single loose end this time."

## গীত-সুৰ-ছন্দৰ দিশটো

সৌন্দয্যবোধেৰে সৈতে সাহিত্য জড়িত বাবেই সুৰ, ছন্দ, গীত, নাটো সাহিত্য সভাৰ অপৰিহায্য অংগ হৈ আছে। থাকিবও! সেয়েহে শ্ৰদ্ধেয় সভাপতি মিত্ৰদেৱ মহন্তদেৱৰ অভিভাষণত বিশ্ববিদ্যালয়, আখৰ-জোঁটনি, বিশ্বকোষ আদিৰ লগতে কলা-বিদ্যালয়, কথাছবি, গীত, নাটক আদিৰ দৰে বিষয়বস্তুৰেও সন্মানৰ আসন পাইছে।

সেয়েহে সংগীত শাখাৰ সভাপতি শান্তিদেৱ ঘোষদেৱে তেখেতৰ অভিভাষণত

লিখিছে, "ইমান দিনৰ এই সন্মিলনৰ (অসম সাহিত্য সভা) দ্বাৰা আপোনালোকৰ সাহিত্য, কাব্য, শিল্পৰ প্ৰতি যি নিষ্ঠা আৰু গভীৰ ভালপোৱাৰ পৰিচয় প্ৰকাশ পাইছে, তাত মই মুগ্ধ নহৈ থাকিব নোৱাৰোঁ।" শান্তিনিকেতনৰ এই বিখ্যাত শিল্পী-দাৰ্শনিকগৰাকীয়ে সেয়েহে "অসমৰ প্ৰাচীন নাচ-গান, অভিনয়, লোক-নৃত্য-গীত"-ৰ খবৰো শ্ৰদ্ধাৰে লৈছে আৰু "অসমৰ জনসাধাৰণৰ সংগীত ঐতিহ্যক ভিত্তি কৰি এই যুগৰ উপযোগী এটি নতুন সংগীত ধাৰাৰে" সৃষ্টি হোৱাটোৰ কথাও মৰমেৰে উনুকিয়াইছে। এই কথা যদি আমি মানো, তেন্তে ক'ব লাগিব, এইবাৰ ডিগবৈৰ সাহিত্য সভাত কৰ্মকৰ্তাসকলে প্ৰাচীন, বৰ্তমান আৰু ভৱিষ্যতৰ ইংগিত থকা তিনিওটি দিশকে সন্মান কৰিছে — সংগীত শাখাত।

নগাঁও জিলাৰ জলখাবন্ধাৰ শ্ৰৱণী সত্ৰৰ শিল্পী গিৰিকান্ত মহন্তৰ পৰিচালনাত হোৱা গানিকা বা (গায়ন-বায়ন) শ্ৰীশংকৰদেৱ বিৰচিত পদৰ পৰা স্যমন্ত-হৰণ নৃত্যনাট আৰু সূত্ৰধাৰ নাচৰ তুলনা নাই। 'গানিকা'-ৰ প্ৰত্যেকজন শিল্পীকেই সৰ্বভাৰতীয় সমাৰেশত আগবঢ়োৱা আমাৰ কৰ্তব্য। দৃশ্যসজ্জা, মুখ সৌন্দৰ্য্য, খোলবাদন আদি পাহৰিব নোৱৰা বিধৰ। বৰপেটা সত্ৰৰ নৰহৰি বুঢ়াভকতদেৱৰ ভোৰতাল নৃত্যই কৰ্ণ আৰু দৰ্শনেন্দ্ৰিয় দুয়োটিকে আনন্দ দিলে। সুসাহিত্যিক চৈয়দ আব্দুল মালিক চাহাবৰ পৰিচালনা আৰু সৌজন্যত হোৱা দেৰগাঁৱৰ নাহৰণিৰ আমাৰে অসমীয়া মুছলমান ভাইসকলৰ বিখ্যাত জিকিৰ আমাৰ অসমত সকলোৰে চোৱা উচিত, শিকা উচিত।

কামৰূপৰ টিহুৰ গুণেশ্বৰ পাঠকৰ পৰিচালনাত দুবিধ ওজাপালি আমি দেখাৰ সুযোগ পালো। এবিধ মাৰৈ (শাক্ত), আন বিধ ব্যাস (বৈষ্ণৱ) অতি সুন্দৰ এই ওজাপালি।

প্ৰাচীন সমলৰ ওপৰত ভেটি কৰি নকৈ পৰিৱেশন কৰা দশাৱতাৰ নৃত্য (ডিব্ৰুগড়ৰ নন্দজ্যোতি সংগীত বিদ্যালয়), ৰুক্মিণীহৰণ অংকীয়া নৃত্য নাটিকাই (যোৰহাটৰ ৰূপজ্যোতি কলা-মণ্ডল)-ৰ লোকক আনন্দ দিছিল।

ডিবুৰুৰ বিখ্যাত মঞ্চৰূপাৰ একাংকিকা 'লুইতৰ বুকুৰ নাচনি'-ত, 'হে মৃত্যু অপৰাজেয়', সৃষ্টিমূলক নৃত্য, সমৱেত গীতাদিত প্ৰতিভা, লাস্য আৰু শক্তিৰ স্বাক্ষৰ আছিল। মাৰ্ঘেৰিটাৰ সূৰ্য বৰুৱাৰ একক আৰু সমৱেত গীতৰ গীতি-সাহিত্য, সুৰ সংযোজনা, পৰিৱেশনা, ডিবুৰুৰ কানু মুখাৰ্জীৰ আধুনিক গীতৰ প্ৰকাশ সম্ভাৱনাপূৰ্ণ। বীৰেন দত্তই দুটি আধুনিক গীত গাই শ্ৰোতাক আনন্দ দিয়ে। গুৱাহাটীৰ শিল্পী মালৱিকা চাংকাকতীৰ গীত সুন্দৰ।

কোনে কয় শাস্ত্ৰীয় সংগীতত অসম পিছপৰা? নগাঁৱৰ বিৱেকানন্দ ভট্টচাৰ্যৰ তবলা লহৰা আৰু যোৰহাটৰ সতীশ ৰাজখোৱাৰ চেতাৰ বজোৱা কালত শ্ৰোতাই জাউৰিয়ে জাউৰিয়ে হাত চাপৰিৰে প্ৰশংসা জনাইছিল। দুয়োৰে পৰিৱেশন চুটি, মিঠা আৰু ভাৱসাম্যপূৰ্ণ হৈছিল।



দিলীপ শৰ্মা আৰু সুদক্ষিণা শৰ্মা পৰিৱেশিত জ্যোতিপ্ৰসাদৰ 'নিমাতী কন্যা' আগবঢ়োৱা পদ্ধতি শক্তিশালী আৰু সুৰুচিপূৰ্ণ। এই দুজনা শিল্পীয়ে ৰাইজক বৰকৈ মোহা আমাৰ চকুত পৰিছিল। পিছৰ দিনা এই দুজনা শিল্পীৰ সহযোগত সংগীত শাখাৰ সভাপতি শান্তিদেব ঘোষ ডাঙৰীয়াই থিয় হৈ পৰিৱেশন কৰা ৰবীন্দ্ৰ সংগীতৰ ধাৰা আৰু গীতি-সাহিত্যৰ সুৰীয়া ভাষণ বহু দিনলৈ পাহৰিব নোৱৰা বিধৰ। ঘোষদেৱৰ সৰলতা, উদাৰতা আৰু নম্ৰতাই সবাকে মুহিলে।

## নতুনে পুৰণিক পাহৰিব নেপায় ঃ মণিৰাম দত্ত মোক্তাৰ

ডিগবৈৰ সংগীত সন্মিলনীত এইবাৰ ৰাষ্ট্ৰীয় সংগীত নাটক একাডেমীৰ পুৰস্কাৰ পোৱা সন্মানিত শিল্পী পুৰণি শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ ওজা মণিৰাম দত্ত মোক্তাৰ ডাঙৰীয়াক ড০ মহেশ্বৰ নেওগ আৰু এই লেখকে সভাত পৰিচয় কৰি দিয়ে। এই অষ্টাশী বছৰ বয়সতো সক্ৰিয় ওজাদেৱে কৈছিল — "আমি যিখিনি জানো, আনে ল'ব লাগে।" এই কথাত আমাৰ মূৰ শ্ৰদ্ধাত দোঁখাই যোৱাৰেই কথা। আজিৰ অসমীয়া সংগীতকাৰসকলে পুৰণি ঐতিহ্যক পাহৰিলে ভৱিষ্যতৰ ন-সংস্কৃতি গঢ়িব নোৱাৰিব। এই মহান ওজাগৰাকীৰ জীৱনৰ বিষয়ে আৰু তেখেতৰ কলাৰ বিষয়ে অসম চৰকাৰে দুহেজাৰ ফুটীয়া ডকুমেণ্টেৰী ছবি এখন কৰি থ'ব নোৱাৰেনে? তেতিয়াহে এই কলা অমৰ হ'ব। যদি অসম চৰকাৰে নোৱাৰে, ভাৰত চৰকাৰৰ প্ৰচাৰ বিভাগলৈ নিলিখে কিয়? কলিকতাৰ বে-চৰকাৰী প্ৰামাণ্য চিত্ৰ নিৰ্মাতা হৰিসাধন দাসগুপ্তকে দেখোন ভাৰত চৰকাৰে (হুমায়ুন কবীৰ চাহাবে) আলাউদ্দিন খাঁ আৰু ভাৰত নাট্যমৰ এগৰাকী গুৰুৰ বিষয়ে চুটি ছবি কৰিবলৈ দিছে। মণিৰাম বায়নদেউ অকল এজন অসমীয়া ব্যক্তিয়েই নহয়, এজন ভাৰতীয় শিল্পীয়েই নহয়, তেখেত ভাৰতবৰ্ষৰ মৃতপ্ৰায় এটি শাস্ত্ৰীয় কলাৰ ধাৰা (অসম-ভাৰত স্বীকৃত সত্ৰীয়া কলা) ধৰি ৰখা এক মনুমেণ্ট্। অসম সাহিত্য সভায়ো এই বিষয়ে অসমৰ প্ৰচাৰ বিভাগক সজাক কৰি দিব পাৰে। সংগীত নাটক একাডেমীয়েও পাৰে। আমাৰ ধন নাই, মন আছে!

## ডিগবৈৰ সৌন্দৰ্য্যবোধ

সাহিত্য সভাৰ মণ্ডপ সুন্দৰ। নাটঘৰ সুৰুচিপূৰ্ণ। প্ৰদৰ্শনী গৃহৰ আঁচনি মিঠা। বিশেষকৈ মইনা পাৰিজাতসকলৰ হাতৰ কামে যি কোনো লোকৰে মন হৰে। মইনা পাৰিজাতৰ পৰিচালক-পৰিচালিকাসকলে আমাৰ আন্তৰিক ধন্যবাদ লয় যেন।

এ.ও.চি. গাৰ্লছ স্কুলৰ শিক্ষয়িত্ৰী আৰু ছাত্ৰীসকলৰ সৌন্দৰ্য্যবোধো পাহৰিব নোৱাৰিম। সংগীত শাখা সুন্দৰভাৱে অলংকৃত কৰিছিল এই স্থানীয় শিল্পীসকলে।

সমৱেত সংগীত পৰিচালনা কৰিছিল ৰূপলেখা ডেকা (তেজপুৰৰ যদিও এতিয়া ডিগবৈত আছে), গুণী শিল্পী অনিল, মীনা, অণিমা, প্ৰণীতা, ৰঞ্জু, দীপিকা, দীপাঞ্জলি, অমিয়া, বিনু, মণি, মৃণালিনী আৰু আছিল সুকুমাৰ বৰুৱা, পীতাম্বৰ দত্ত, ডিম্বেশ্বৰ বৰা, প্ৰদীপ গগৈ, সুনীল কাকতি, ধনেশ্বৰ গগৈ। বাদ্য-যন্ত্ৰত আছিল মৃদুল গগৈ, নন্দলাল থাপা, বীৰবাহাদুৰ, শিৱতোষ চক্ৰৱৰ্তী আৰ ৰাজবংশী। পেঁপা, গগনা বজাই মুহিলে গণেশ গোহাঁয়ে। এ.অ'.চি.-ৰ উচ্চ কৰ্মচাৰী বিশ্ব বৰুৱা আৰু ড০ ৰমণী কুমাৰ বৰুৱাৰ পৰিচালনাত ডিগবৈয়ে আগবঢ়োৱা ধেমেলীয়া একাংকিকা 'পোলৈ চাওঁতে'-ই ৰাইজৰ মাজত হাঁহিৰ লহৰ তুলিছিল।

নেপালী শিল্পী কটোৱাল, ৰত্না আদিৰ দ্বাৰা পৰিৱেশিত নেপালী লোক-নৃত্যটি অতি মনোমোহা। নেপালৰ পশ্চিমাঞ্চলত এই নাচটি ব'হাগত নাচে। এই সকলো শিল্পী আৰু আঁৰ কাপোৰৰ আঁৰত থকা অসংখ্য সৌন্দয্যসেৱীৰ অক্লান্ত পৰিশ্ৰমৰ কথা কোনে পাহৰিব পাৰে।

## অৱশেষত

সংগীত শাখাৰ নিমন্ত্ৰিত প্ৰধান অতিথিৰূপে এই লেখকে, ড০ আনন্দ আৰু ঘোষ ডাঙৰীয়াৰ নাম উল্লেখ কৰি সমৱেত জনতাৰ সমুখত কৈছিল — দুনিশাত অসমৰ সংস্কৃতিৰ সকলোখিনি প্ৰতিনিধিক এই ৰভাত গোট খুৱাব নোৱাৰি। গতিকে ইয়াত ভাল যদি কিবা দেখে বা শুনে পৃথিৱীত ক'বগৈ। বেয়া যদি কিবা দেখে আমাক কৈ শুধৰাই দিব। পুৰণিৰ ভালখিনিক আমি সন্মান কৰিম। ভৱিষ্যতক অবজ্ঞা নকৰোঁ। অসমত পৰীক্ষামূলক সৃষ্টি হ'ব ধৰিছে। এইখিনি কথা নিশ্চয় অসমৰ সকলো সৌন্দয্যসেৱীৰ প্ৰাণৰ কথা। জয়ন্ত হাজৰিকা আৰু নবীন বৰাৰ সহযোগত এই চ'ৰাৰ লেখকে 'মদাৰৰ ফুল হেনো পূজাতো নেলাগে'-ৰ পৰা 'চিৰ যুগমীয়া ঢৌ তুলি'-লৈকে যি পাৰে অসংখ্য ৰাইজৰ দুয়ো দিনৰ আদেশ মানি লাগে।

ভূপেন হাজৰিকা



## Speech by Sir Vishnu Sahay, Governor of Assam, on the occasion of the laying of the foundation stone of the Asam Sahitya Sabha building at Gauhati on April 7, 1963

I am glad to be here today in your midst. I am reminded very vivdly of a slimilar occasion a little over two years ago when I had the honour of unveiling a bust of the late Rudhakanta Handiqui in the Chandrakanta Handiqui Bhavan at Jorhat. That was another instance of the public spirit which many sons of Assam have shown in bringing about a renaissance in Assamese language and literature. Love of one's language and literature is a deeply ingrained human instinct, but as one reflects on the course of development of these in many places, one feels that there is something odd about this development. There comes a time when there is efflorescence of activity and rich contributions come about by themselves. They for some unaccountable reason comes a period of darkness when nothing of value is produced and the whole culture and life of a community becomes arid and colourless. There seem to be no readymade recipes known for bringing about a change again. It does not appear to be a case for contrived social engineering. It is doubtful whether anybody knows how a current which once was mighty and which then runs dry can again be induced to its former grand flow. However I will venture a guess. It depends on a few men. If the hour produces the man somehow, there comes about a return of creative activity.

Assamese literature has been, I venture to think, lucky in getting the men in recent years. Your own Sahitya Sabha has since its inception in 1917 made notable contribution to the development of Assamese language, literature and culture. The Sabha has worked in a variety of ways. It has helped to bring out Assamese dictionaries and grammars. It has encouraged research in the mediaevral literature of Assam. It has established libraries, museums, studentships and chairs on literature and allies subjects. Today your cherished dream to have a home of its own for the Sabha is about to be realised. We must remember with gratitude those who have helped to make the dream come true. The Chief Minister has obtained for you a gift of land from Government. The Union Ministry of Sciendific

Research and Cultural Affairs has helped with a grant. Special mention must must be made of Shri Parvatiprasad Barua and Shri Raghunath Choudhury Kaviratna for their munificent donations. It is public spirit of this kind which is vital.

It will be a source of satisfaction that the main building of the Sahitya Sabha, the foundation of which is being laid today will be named after one of the illustrious sons of Assam, Shri Bhagavatiprasad Barua. Born in a family known for its philanthropy and for its interest in the development and enrichment of Assamese literature and culture, Shri Bhagavatiprasad showed early promise of his literary gifts. His untimely death under tragic circumstances has removed a talented young man who could have made immense contribution to Assamese literature. No wortheir memorial for him could have been selected than the one which has been selected. It is fitting that his memory should be kept green in this way. I am happy that I have this opportunity of laying the foundation stone of Bhagavatiprasad Baruva Bhuvan. May it help birght the torch which has been lighted. May the Bhaan play its part in the enrichment of Assamese language and literature.



## ভাৰতৰ স্বৰাষ্ট্ৰ মন্ত্ৰীৰ ওচৰত অসম সাহিত্য সভাৰ নিৱেদন

কাছাৰত ১৯ মে', ১৯৬১ তাৰিখৰ পৰা আৰম্ভ হোৱা ভাষা আন্দোলনৰ পিছত অসমৰ ভাষা প্ৰশ্নৰ বিষয়ে বিচাৰ কৰিবলৈ আহোঁতে ভাতৰত স্বৰাষ্ট্ৰ মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীৰ ওচৰত অসম সাহিত্য সভাৰ পক্ষৰ পৰা এই নিৱেদন দাখিল কৰা হয়।

Asam Sahitya Sabha
June 4, 1961

Shri Lal Bahadur Shastri
Home Minister, Government of India
Camp Gauhati.

Subject : The Assam Official Language Act 1960 and its aftermath.

Dear Sir,

On behalf of Asam Sahitya Sabha, the oldest literary and cultural organisation of the people of Assam, we beg to lay the following few lines on the above subject before you.

1. During your few days' stay in Assam you have been, we are sure, fully acquainted with the language issue in the State. You have also possibly realised how the action of the Sangram Parishad of Cachar has disturbed peace in this State in general and how, in particular, normal life in that district has been shaken to the very bones by the same action.

2. We believe that the Assam Official language Act 1960 has been so drafted as to make very ample provisions of reasonable safeguards for the linguistic minorities including the Bengali speaking people of Cachar. In our considered opinion no question of amendment of any of the clauses of the Act does arise at all. As a matter of fact, the Assam Official Language Act 1960 has not fully met demands of the Assamese people, but having regard to the special problem of Assam, the Assamese people have accepted the Act as a sort of compromise.

3. We submit that if the Bengali speaking people of Cachar have any reasonable grievance against the Assam Official Langage Act 1960, they are surely at liberty to seek redress under Article 347 of the Constitution of India by petitioning to the President or, in the alternative, to voice their opinion for amendment of the Act on the floor of Assam Legislative Assembly. We strongly feel that the Cachar people have ignored all democratic and consititutional ways and have, on the contrary, started a so-called satyagraha under the name of millitant organisation styled as

Sangram Parishad, to which even the Congressmen of the district also have unfortunately succumbed.

4. It can in no way be admitted that this Sangram Parisbad represents fully the public opinion in Cachar, for there are some twenty purely Assamese villages in the district, and the indigenous Muslims, Manipuris, Kacharis, tea garden labourers and others who do not at all support the demand for Bengali as an official language; nor do these people dream of a Purvachala.

5. It is our considered view, Sir, that the decision of the Nikhil Asam Bangabhasa-bhasi Samiti to observe an All Assam Demands Day is intended to bring about tension and unrest throughout the State. Although on your specific request the sponsors of the Demands Day have deferred its observance, it is feared that the thereat itself will react badly on other linguistic groups such as those speaking Assamese, Hindi and Manipuri.

6. We need hardly refer to the very provocative wtitings of the Calcutta papers and the constant incitements provided by unrestrained utterances of the West Bengal leaders since this dismal fact is only too well known to you. We have reasons to believe that if this attitude of the Calcutta papers and Bengal Leaders against the Government of Assam and the Assamese people does not change, its repercussion on the peace-loving Assamese people may prove very disquieting indeed.

In the circumstance as above, Sri, we beg to submit that the Assam Official Language Act 1960, which was lawfully enacted and properly assented to by the Governor of Assam and the President of India should be allowed to function according to its provisions, as the postponement of the solution of this very important question for one more year as suggested by our revered Prime Minister will, in our opinion, worsen the situation instead of improving it;

and that for the sake of peace and justice the Calcutta papers and the West Bengal leaders should be persuaded to refrain from their present campaign of vilification of the Government of Assam and the Assamese people.

Yours faithfully,

Biswanarayan Shastri
Satischandra Kakati
Harendranath Barua
Atulchandra Hazarika
Raghunath Choudhary
Nalinibala Deevi
Maheswar Neog



## ভাৰতৰ স্বৰাষ্ট্ৰ-মন্ত্ৰীৰ ওচৰত অসম সাহিত্য সভাৰ দ্বিতীয় নিৰেদন

Asam Sahitya Sabha

General Secretary's Office
Vajay anti Saraniya
Gauhati, Assam,
July 29, 1961

Shri Lal Bahadur Shastir,
Home, Minister,
Government of India
New Delhi,

Subject : The Assam Official Language Act 1960

Dear Sir,

In continuation of our memorandum submitted to you at Gauhati on June 4, 1961, we on behalf of Asam Sahitya Sabha beg to make the following submision for your kind consideration.

1. With the passage of the Assam Official Language Act 1960 it was earnestly hoped by the people of Assam that the language question was set at rest, and that efforts could now be directed towards the restoration of harmony among different sections of the State's people. May it please be noted also that although this piece of legislation did not adequately meet the desire of the Assamese people and those others who unreservedly supported the cause of the Assamese language being the only official language of the State, Asam Sahitya Sabha and the people of Assam accepted the Act in consideration of the special circumstances then prevailing and in the hope that the sifeguards given in the Act to the linguistic minorities even to the extent of more than what should have reasonable, been done would go to bring back peace to this usually peaceful State.

2. It is very unfortunate that a section of the Bengali population of Cacher, mostly East Bengal refugees and refugee leaders drawn from among the urban people who have always been very vociferous in their unjust demand for Bengali being made a second official language of the State of Assam, launched a militant organisation like the Cachar Zilla Gana Sangram Parishad. To make the situation more awakward, the Congressmen including legislators and members of the Assam Provincial, Congress Committee of the district, played the rebel role by joining this unwarranted movement in spite of warnings from the Congress President, and formed Bhasa Andolan Samitis. A very unnatural situation was thus

created and this culminated miserably in the death of nineteen persons as results of police frings on May 19 and June 19, 1961.

3. During this critical situation you were kind to come to Assam and explore possibilities of solving the tangle. But the solutions proposed by you in your declaration of June 6, 1961, of amending Clause 5 of the Assam Official Language Act 1960 to do away with the provision relating to Mahkuma Parishads, etc, to have come only under duress of circumstances, and the decision of the Government of Assam and the Executive Committee of Assam provincial Congress Committee seemed to be very hasty, perhaps prompted by a sincere desire to given some fulfilment to the wishes of the agitators of Cachar.

4. But the profession of these agitators to be able to speak out the whole heart of Cachar was very seriously falsified by the events in that district very immediately following their movement. Their agitation roused indignation and sharp opposition in the whole of rural Cachar as well as in the outskirts of the few small towns in the district. The unreasonableness of the demand of the Sangram Parishad was clearly proved by the spontaneious rising among the indigenous people the Kacharis, the Hmars the Manipuris, the Hindusthanis, and nearly the whole Muslim population of Cachar. The discomfitures of the Parishad started by May 28, when you were still engaged in the negotiations. The manacing hostility offered by the Sangram Parishad could not suppress the people, who came out with open supoprt to the official language, Assamese in meetings, processions and delegations. We can in no way think that the strong public opinion thus expressed for having Assamese only as the official language of Assam is to be treated with neglect or connviance if we mean to democracy.

5. We therefore, feel it to be our duty to make the submission that the decision to amend the Language Act in the light of your suggestions will be unwarranted from facts and principles of democracy, and will neither be conductive to the 'stabilization of the situation regarding the language issue in Assam' nor in any way "facilitate final peaceful settlement fair to all", which must be the sincerest desire of us all now. This decision, taken under duress and based upon the illegitimate demand of an extremely limited section of Cachar's people, cannot naturally have the effects of permanent good.

6. The Assamese people strongly resent that their legitimate demand for the recognition of Assamese as the only official language of the State, which has been only partially fulfilled in Assam Official Language Act 1960 as it stands, will be further adversely affected if the Act is amended so as to do away with the provision regarding Mahkuma Parishads. It need perhaps scarcely be pointed out that with all the safeguards for the minority languages as already embodied in the Act and the amendment to it now proposed, the Assamese language will be reduced to the status of a regional official language within the State. This apparently would be in contravention of constitutional propriety as has been vouchsafed by the Prime Minister of India's letter to the West Bengal Provincial Congress Vice-President :

"But it is clear to me, in giving full recognition to the regional language such as Nepalese, the State language does not cease to funciton. The State language is anyhow the language for the whole State. ... In giving a minority language full protection, we should not do something which may adversely affect some other group in that area."

We take our stand firmly on this consititutional right of the official language when we demand that Assam's official Language, Assamese, cannot or should not be shut off from Cachar or for that matter, any other part of the State. We pray that the Government may not do positive harm to the acknowledged official language only in deference to a precipitate demand of unreasonableness.

7. We have already, in our memorandum submitted to you on June 4 last, attracted your attention to the provocative writings of the Calcutta papers and the constant incitements provided by irresponsible utterances of the West Bengal politicians. No peaceful attitude is to be expected from the Bengali of Assam until and unless there be a quiet on this agitatational front. Without this provocation from outside, Assam can we ar sure, always be expected to be peaceful. We therefore, earnestly hope that you would kindly use your kind influence so that the extraneous agencies of vilification and provocation do not disturb Assam's calm.

8. The latest resolutions of the Executive Committee of Asam Sahitya Sabha on the language issue vis-a-vis the Cachar trouble reflect, we believe, the public opinion in Assam and the Sabha has the apprehension that any attempt at this stage to alter the provisions of the Assam Official Language Act 1960, despite all unsatisfactory features in them, will seriously distrub Assam's atmosphere now somewhat stabilized as you rightly judge.

In the circumstances, Sir, we beg to request you to reassess the whole situation and advise the Government of Assam to take very early steps for the implementation of the Assam Official Language Act 1960 as it now stands.

Yours faithfully

Maheswar Neog
General Secretary
Asam Sahitya Sabha

## প্ৰধান মন্ত্ৰীৰ ওচৰত অসম সাহিত্য সভাৰ নিৱেদন

*[ ১৯ মে', ১৯৬১ তাৰিখৰ দিনা অসম সাহিত্য সভাৰ সভাপতিকে মুখ্য কৰি এটি দলে গুৱাহাটীৰ চাৰ্কিট হাউছত ভাৰতৰ প্ৰধান মন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহৰুৰ লগত সাক্ষাৎ কৰি উত্তৰ-পূব সীমান্তৰ শিক্ষানীতিৰ বিষয়ে তলৰ স্মাৰক-পত্ৰখনি তেখেৰৰ হাতত দি সেই বিষয়ে আলোচনা কৰে।]*

**ASAM SAHITYA SABHA**

May 19, 1961

Shri Jawaharlal Nehru,
Prime Minister of India
Camp Gauhati, Assam

Subject : The North-East Frontier Agency's education policy ;
(i) Medium of instruction, and appointment and training of teachers
(ii) Assamese script for the tribal language text-books.

Revered Sir,

We take the opportunity of your august visit to Assam to-day to have the privillege of meeting you and placing before you the views of Asam Sahitya Sabha in the subjects noted above. In so doing we are mainly conscious of the feelings of the people of the N.E.F.A. who also seem to have some misgivings in the same regard. There has already been a sort of widespread agitation among the students of this area principally over these issues. As these things are vitally connected with this national frontier of India – Assam and the N.E.F.A. the latter being constitutionally a part of Assam with which it is ultimately to be merged, – we take it to be our duty to bring these to your considerate notice.

*Medium of instruction, and appointment and training of teachers.*

It was as early as the 18th December 1959 that the Parliamentary Secretary to the Ministry of External Affairs, in reply to a starred question, stated in the Lok Sabha ; "Preliminary steps are being taken to introduce Assamese gradully as a medium of instruction in N.E.F.A. from the commencement of the next school session in March 1961." This announcement of an englightened and realistic policy coming from your Minisry (a bit late though) was very warmly welcomed in both Assam and the N.E.F.A. But its progress, has been slow even when we consider the difficulties in its way. True that on occasions the North East Frontier



Agency Directorate of Educaiton have written to us to use our influence and help them in recreuiting teachers for their schools "in view of introduction of Assamese as medium of instruction in the schools in North East Frontier Agency." But one thing naturally stands in the way to getting, candidates the Directorate state that they want only graduates, M.A.'s and M.Sc.'s with the B.T. Degree. In view of the great number of schools and colleges, Government and semi-Government, in the plains districts of Assam, which have opened up broad avenues of employment it is difficult to get even graduates, M.A.'s and M.Sc.'s without the training qualification. The scales of pay and other emoluments offered by the Agency Administration do not also make any marked difference with what is offered by the Assam Education Services and the Government aided institutions. We do not say that the Directorate should not attempt to have as many "trained" teachers as they can. But we do not understand why one and all teachers should be "trained" at the beginning. They can be given the required training in the B.T. Class at Gauhati University or the Post-graduate Training College at Jorhat as and when the Agency Administration desire. It is this practice that is noe obtaining in Assam, where High Schools are still under Gauhati University.

The present arrangement for letting the non-Assamese teachers of the Agency have a knowledge of the Assamese language also does not seem to be adequate as there is no regular course of training in the subject. A simple pass in Assamese in the Matriculation Examination is perhaps only an excuse for the equimpent of a teacher to teach through the mediun of that language particularly in the lower classes. It would not certainly be happy to give people a deformed language, and that through academic machinary.

*Assamese script for the tribal language text-books.*

We addressed you as far back as the 11th February 1960 on this subject. We had than learnt with some surprise that text-books in the tribal language of the Agency were being prepared in the Devanagari script. This adoption of Devanagari appears to have been planned long before the enunciation of the policy of gradual introduction of Assamese as medium of instruction, when Hindi was supposed to take that place all over the Agency. (1) Now that Assamese has been adopted as the medium, there must be a corresponding change in the matter of the script for the tribal languages. (2) These language have much affinity and many common elements with Assamese. No hiatus should therefore, be created in the matter of the script between the two. (3) The North East Frontier Agency children will have to make an early beginning with their own tribal tongue

